# মহাভাৰতৰ চৰিত্ৰাৱলী



ডঃ সত্যেন্দ্ৰ নাথ শৰ্ম্মা



বীণা লাইব্ৰেৰী
অসম



যথা সমুদ্ৰো ভগৱান্ তথা হি হিমৱান্ গিৰিঃ।
খ্যাতাবুভৌ ৰত্ননিধী তথা ভাৰত মুচ্যতে”

১৮/৫/৬৬

( অনন্ত ৰত্নপ্ৰভৱ হিমালয়ৰ দৰে, মহাভাৰতো অতি উচ্চ আৰু বিৰাট, আকৌ সুগম্ভীৰ সাগৰৰ দৰে অতলস্পৰ্শী আৰু অজস্ৰ ৰত্নৰাজিৰ আকৰ। )

খঞ্জ হৈ মই উক্ত মহাভাৰত লঙ্ঘিবলৈ চেষ্টা কৰোঁতে হয়তো বহুতো উজুটি খাইছোঁ। অপৰাধ মাৰ্জনীয়।



## দুআষাৰ ক'বলগীয়া

ভাৰতবৰ্ষৰ প্ৰাচীন ইতিহাস আৰু সংস্কৃতিৰ আকৰ স্বৰূপ দুখন মহাকাব্য, ৰামায়ণ আৰু মহাভাৰতৰ অধ্যয়ন প্ৰত্যেক ভাৰতীয়ৰ পক্ষে অপৰিহাৰ্য কৰ্তব্য বুলি বিবেচনা কৰোঁ। ৰামায়ণৰ এটি আলোচনাত্মক অধ্যায়ন কেইবছৰমানৰ আগতে এই লেখকৰ দ্বাৰা ৰচিত আৰু প্ৰকাশিত হৈছিল আৰু সুধীসকলৰ দ্বাৰা সমাদৃতো হৈছিল। এতিয়া দ্বিতীয়খন মহাকাব্যৰ আলোচনা ঐতিহ্যসেৱী সকলৰ আগত দাঙি ধৰিলোঁ। ৰামায়ণত সৰ্বমুঠ চৌবিশ হাজাৰ শ্লোক, কিন্তু মহাভাৰতত তাৰ চাৰিগুণ শ্লোক ( একলাখ শ্লোক ) মহৰ্ষি ব্যাসদেৱে সন্নিবিষ্ট কৰি ৰামায়ণতকৈ অধিক জটিল আৰু বৃহত্তৰ কাহিনী দাঙি ধৰিছে। স্বাভাবিকতে মহাভাৰতৰ অধ্যয়ন অধিক পৰিশ্ৰম সাপেক্ষ হৈছে। মূলখনৰ লগত সৰ্বসাধাৰণ পাঠকৰ পৰিচয় নাই বুলিলেও হয়। মধ্যকালীন বৈষ্ণৱ কবি ৰামসৰস্বতী আৰু তেওঁৰ সহযোগী সকলে মহাৰাজ নৰনাৰায়ণৰ আদেশত যি মহাভাৰত ৰচনা কৰিলে তাত মূলৰ বহু কথা আৰু কাহিনী বাদ পৰিল। সাধাৰণ জনতাৰ উপযোগী কৰিবলগীয়া হোৱাত মূলৰ বহু কথা চমু আৰু সৰল কৰিবলগীয়া হয় আৰু অপ্ৰয়োজনীয় যেন লগা বহু কথা আৰু কাহিনী বাদ দিব লগা হয়। তদুপৰি মূলে মহাভাৰতত নথকা বা উপভাৰতত থকা কিছু কাহিনী মহাভাৰতৰ কথাৰূপে চলাই দিয়া হৈছিল। ৰামসৰস্বতী আৰু আন কবিয়ে ৰচনা কৰা 'বধকাব্য' বা 'যুদ্ধকাব্য'বোৰ তেনে ধৰণৰ ৰচনা। বহুতে 'বধকাব্য'বোৰ মহাভাৰতৰে অঙ্গ বুলি ভাবে। সেই কাৰণে, অসমীয়া পাঠকক মূল মহাভাৰতৰ লগত পৰিচয় কৰি দিয়াৰ উদ্দেশ্যে এই গ্ৰন্থখন ৰচনা কৰা হৈছে। পাঠক-সমাজৰ দ্বাৰা সমাদৃত হ'লে পৰম কৃতাৰ্থ হ'ম।

ইতি

**শ্ৰীসত্যেন্দ্ৰ নাথ শৰ্মা**

২৪/১/৯৬



# সূচীপত্ৰ

## ওপৰঞ্চি

# মহাভাৰতৰ চৰিত্ৰাৱলী

ৰামায়ণ আৰু মহাভাৰত প্ৰাচীন ভাৰতৰ জাতীয় মহাকাব্য। ৰামায়ণতকৈ মহাভাৰতে প্ৰাচীন ভাৰতীয় সমাজ, ৰাষ্ট্ৰ ব্যৱস্থা, ধৰ্ম, কলা আদি সমাজৰ বিভিন্ন দিশত পোহৰ পেলায়। অন্ততঃ এহেজাৰ বছৰৰ ইতিহাস মহাভাৰতত প্ৰতিফলিত হোৱা দেখা যায়। গ্ৰীক্ মহাকাব্যদ্বয় ওডিছী আৰু ইলিয়াডে প্ৰাচীন পাশ্চাত্য সমাজক যিমান প্ৰতিফলিত কৰিছে, তাতকৈ অধিক পৰিমাণে মহাভাৰতে ভাৰতীয় সমাজৰ বিভিন্ন দিশ উদঙাই দাঙি ধৰিছে। গ্ৰীক কাব্যদ্বয়ে এটা বিশেষ সময়ৰ চিত্ৰহে প্ৰতিফলিত কৰিছে। তাতকৈ অধিক পৰিমাণে মহাভাৰতে ভাৰতীয় সমাজৰ বিভিন্ন দিশ উদঙাই দাঙি ধৰিছে। গ্ৰীক্ কাব্যদ্বয়ে এটা বিশেষ সময়ৰ চিত্ৰহে প্ৰতিফলিত কৰিছে, কিন্তু মহাভাৰতে সুদীৰ্ঘ এহেজাৰ বছৰৰ ভাৰতীয় ইতিহাস, জীৱনধাৰা, ৰাষ্ট্ৰনীতি, সামাজিক ব্যৱস্থাৰ চিত্ৰ অংকন কৰিছে। পাশ্চাত্য সমালোচক ভিণ্টাৰনিট্‌চৰ (Winterr itz) মতে মহাভাৰত এখন literary monster। আন আন কাব্যবোৰক সাধাৰণ মানৱ বুলি ধৰিলে মহাভাৰতক অতি মানৱ বা দৈত্য বুলি গণ্য কৰিব পাৰি। ইয়াৰ মৌল কাহিনীৰ আশে-পাশে আৰু অন্তৰালত বহুতো আখ্যান-উপাখ্যান গ্ৰথিত আছে। মহাকাব্যখনৰ আদি পৰ্ব্বৰ দ্বিতীয় অধ্যায়ত মূল কাহিনী আৰু ইয়াৰ অন্তৰ্গত আখ্যান-উপাখ্যান সমূহৰ চমু পৰিচয় দাঙি ধৰিছে। তলত তাৰ বিৱৰণ দিয়া হ'ল।

ত্ৰেতা আৰু দ্বাপৰৰ সন্ধিক্ষণত বীৰশ্ৰেষ্ঠ পৰশুৰামে একৈশ বাৰ ক্ষত্ৰিয় নিধন কৰি সমন্তপঞ্চক নামে পাঁচখন তেজৰ হ্ৰদ কৰিছিল, সেই পাঁচখন হ্ৰদ সমন্তপঞ্চক নামে পৰিচিত হয়। পৰশুৰামে পাঁচখন হ্ৰদৰ তেজেৰে পিতৃ সকলক তৰ্পণ কৰিছিল। পিতৃসকল সন্তুষ্টহৈ তেওঁক দেখা দি কলে "হে ভৃগু বংশীয় ভাগ্যৱান পৰশুৰাম, তোমাৰ পিতৃভক্তি আৰু বিক্ৰম দেখি আমি সন্তুষ্ট হৈছো। তুমি যেনেকুৱা বৰ ইচ্ছা কৰা তেনেকুৱা বৰ প্ৰাৰ্থনা কৰা।" পৰশুৰামে কলে, হে "পিতৃসকল, আপোনালোক যদি মোৰ প্ৰতি সন্তুষ্ট হৈছে তেন্তে মোক ক্ষত্ৰিয়নিধন পাপৰ পৰা মুক্ত কৰক আৰু ৰুধিৰ পূৰ্ণ এই পাঁচখন হ্ৰদ জগত বিখ্যাত তীৰ্থ হয়। এয়েই মোৰ অন্তৰৰ কামনা"। পিতৃ সকলে "তথাস্তু" বুলি অনুমোদন জনালে। ৰুধিৰ জলপূৰ্ণ হ্ৰদ কেইখনৰ কাষত যি কেইখন দেশ আছিল "সমন্তপঞ্চক" নামে বিখ্যাত হ'ল। কলি আৰু দ্বাপৰৰ সন্ধিক্ষণত সমন্তপঞ্চক তীৰ্থত কুৰু পাণ্ডবৰ বৃহৎ ৰণ সংঘটিত হৈছিল। প্ৰধান অস্ত্ৰবেত্তা বৃদ্ধ ভীষ্মই দহদিন, দ্ৰোণাচাৰ্য্যই পাঁচদিন, কৰ্ণই দুদিন আৰু শল্যই আধাদিন যুদ্ধ কৰি প্ৰাণ ত্যাগ কৰে। তাৰ পাছতে ভীম আৰু দুৰ্য্যোধনৰ গদা যুদ্ধ আৰু দুৰ্য্যোধনৰ উৰু ভঙ্গ হয়। সেইদিনৰ অন্ধকাৰ নিশাৰ সুযোগলৈ অশ্বত্থামা, কৃপাচাৰ্য্য আৰু কৃতবৰ্মাই পাণ্ডৱ শিবিৰত

যুধিষ্ঠিৰৰ উদ্বেগ আৰু অৰ্জুনৰ আশ্বাস দান, দ্রোণৰ মহাযুদ্ধ, সহদেৱ-শকুনিৰ মাজত দ্বন্দ্ব যুদ্ধ ; অভিমন্যুৰ বিক্রম, শৈল্য আৰু ভীমৰ যুদ্ধ ; বৃষসেনৰ বিক্রম, দ্রোণ কর্তৃক সিংহাসন আৰু ব্যাঘ্রদত্ত বধ, সংশপ্তক সৈন্যৰ উৎপত্তি কথন আৰু অৰ্জুনৰ লগত যুদ্ধ, দ্রোণৰ গৰুড় ব্যূহ ৰচনা, উভয় পক্ষৰ ভীষণ যুদ্ধ, দ্রোণ কর্তৃক দৃঢ়সেন প্রভৃতি বধ, দুৰ্যোধন আৰু কৰ্ণৰ আলোচনা, পাণ্ডৱৰ ৰথ চিহ্ন আৰু কৌৰৱৰ ধ্বজা চিহ্ন বৰ্ণনা, নকুল পুত্র শতানিকৰ কর্তৃক ভূতবৰ্ম সুতাশোম কর্তৃক শাল্ব ভূৰিশ্রৱাৰ দ্বাৰা মনিমান বধ । ঘটোৎকচৰ হাতত অলম্বুচ বধ, ভগদত্ত কর্তৃক দশাৰ্ন ৰজা আৰু ৰুচি পৰ্ব বধ, ভগদত্তৰ বিক্রম, অৰ্জুনৰ হাতত সংশপ্তক বাহিনী ধ্বংস, আৰু নায়ক সুশৰ্মাৰ পৰাজয়, অৰ্জুন ভগদত্ত যুদ্ধ, ভগদত্তৰ হস্তী (সুপ্রতীক) নিধন, ভগদত্ত বধ ; কৃষ্ণাৰ্জুনৰ প্রতি শকুনিৰ মায়া প্রকাশ আৰু কৃষ্ণৰ দ্বাৰা মায়া নিৰ্মাণ, অশ্বত্থামাৰ হাতত নীলৰাজাৰ মৃত্যু ; অৰ্জুন কর্তৃক কৰ্ণ ভ্রাতৃ বধ, সংশপ্তক সকলে অৰ্জুনক কুৰুক্ষেত্ৰৰ দক্ষিণে আকৰ্ষণ কৰি নিয়ে আৰু যুদ্ধত প্রবৃত্ত হয় : অন্যায় যুদ্ধত অভিমন্যুৰ ক্ষত্ৰজনোচিত উক্তি, অভিমন্যুৰ ব্যূহভেদ আৰু কৌৰৱ সৈন্য ধ্বংস, দ্রোণ প্রভৃতিৰ বাৰম্বাৰ পৰাজয়, সপ্তৰথীৰ একেলগে অভিমন্যু আক্রমণ সুবল পুত্ৰ বধ, দুঃশাসন পুত্ৰৰ লগত যুদ্ধ অভিমন্যু বধ, দুশাসন পুত্ৰৰ লগত যুদ্ধ ; অভিমন্যু বধ, মৃত্যুৰ পাছত সমৰ ভূমিৰ বৰ্ণনা, যুধিষ্ঠিৰৰ বিলাপ ব্যাসদেৱৰ সান্ত্বনা ; অকম্পষ ৰাজাৰ উপাখ্যান, মৃত্যুৰ উৎপত্তি, মৃত্যু দেৱীৰ প্রতি লোক সংহাৰাৰ্থে ব্ৰহ্মাৰ আদেশ ; মৃত্যু দেৱীৰ অস্বীকাৰ ; তপস্যা কৰিবলৈ মৃত্যু দেৱীৰ গমন আৰু দুষ্কৰ তপস্যা ; ব্ৰহ্মাৰ পুনৰ অনুৰোধ, মৃত্যুদেৱীৰ অশ্রুবিন্দুৰ পৰা ৰোগৰ উৎপত্তি, সৃঞ্জয় ৰাজাৰ উপাখ্যান, সৃঞ্জয় ৰাজাৰ বিবাহ ও পুত্ৰলাভ, সুবৰ্ণষ্ঠীৱিৰ কথা, দস্যু কর্তৃক সুবৰ্ণষ্ঠীৱি হৰণ আৰু বধ, মৰুত ৰজাৰ উপাখ্যান, সুহোত্ৰ ৰাজাৰ উপাখ্যান, জনমে জয়ৰ আখ্যান, শিৱি ৰাজাৰ উপাখ্যান, দাশৰথি ৰামৰ উপাখ্যান ; ভগীৰথৰ উপাখ্যান আৰু গঙ্গা আনয়ন, দিলীপ ৰজাৰ মাহাত্ম্য কথন, মান্ধাতাৰ চৰিত্র কীৰ্তন, যযাতিৰ মাহাত্ম্য কীৰ্ত্তন, অম্বৰীষৰ উপাখ্যান, শশবিন্দুৰ মাহাত্ম্য কথন, গয় ৰাজাৰ চৰিত্র, ৰন্তিদেৱৰ দান আৰু চৰ্মৱতী নদীৰ উৎপত্তি কথন, ভৰতৰ চৰিত্র আৰু মাহাত্ম্য ; পৃথুৰ চৰিত্র, ক্ষত্ৰিয় আৰু ৰাজশব্দৰ উৎপত্তি, পৃথিৱী দোহন পৰশুৰামৰ চৰিত্র কথন, সৃঞ্জয় ৰাজৰ পুনৰ পুত্ৰ লাভ, অভিমন্যুৰ পুনৰ লাভৰ অসম্ভাৱনা, ব্যাসৰ কৃষ্ণত্ব কথন, সংশপ্তক বধৰ পাছত কৃষ্ণাৰ্জুনৰ শিবিৰলৈ প্ৰত্যাৱৰ্তন, অভিমন্যু সম্পৰ্কে অৰ্জুনৰ আশঙ্কা আৰু কৃষ্ণক প্রশ্ন, অৰ্জুনৰ শোক আৰু কৃষ্ণৰ সান্ত্বনা প্রদান, যুধিষ্ঠিৰৰ অভিমন্যু বধ বৃত্তান্ত কথন, অৰ্জুনৰ শোক আৰু জয়দ্ৰথ বধৰ প্রতিজ্ঞা।

ত্যাগ পাপ, জয়দ্ৰথ বধৰ পূৰ্বে সূৰ্য্য অস্ত গলে অৰ্জুনৰ অগ্নি প্রবেশৰ প্রতিজ্ঞা, প্রতিজ্ঞা শুনি জয়দ্ৰথৰ ভয় আৰু পলায়ন চিন্তা, দ্রোণ-দুৰ্যোধনৰ আশ্বাস দান, কৃষ্ণাৰ্জুনৰ আলোচনা, সুভদ্ৰাৰ বিলাপ আৰু কৃষ্ণাৰ্জুনক আশ্বাস দান, উত্তৰাৰ

লগত দ্ৰৌপদীৰ উপস্থিতিত সুভদ্ৰাৰ মূৰ্চ্ছা, কৃষ্ণৰ দ্বাৰা অৰ্জুনৰ শয্যা ৰচনা, শিৱ পূজাৰ আয়োজন, কৃষ্ণৰ ৰথৰ ঘোঁৰা চাৰিটাৰ নাম, অৰ্জুনৰ স্বপ্নত কৃষ্ণ দৰ্শন, স্বপ্নত কৃষ্ণ সহিত কৈলাস গমন, স্বপ্নত মহাদেৱ দৰ্শন, মহাদেৱৰ আদেশত কৃষ্ণাৰ্জুনৰ সৰোবৰলৈ গমন আৰু ধনুৰ্বাণ দৰ্শন আৰু গ্ৰহণ, শিৱৰ বৰ পাই শিবিৰলৈ আগমন, ৰাতিপুৱা যুধিষ্ঠিৰ আদিৰ পাত্ৰোত্থান আৰু প্ৰাতঃকৃত্য, যুধিষ্ঠিৰৰ কৃষ্ণস্তুতি, কৃষ্ণৰ আশ্বাস দান, অৰ্জুনৰ আগমন আৰু স্বপ্ন বৃত্তান্ত কথন ; পাণ্ডৱৰ যুদ্ধ যাত্ৰা, অৰ্জুন কৰ্তৃক সাত্যকিৰ ওপৰত যুধিষ্ঠিৰ ৰক্ষাৰ ভাৰ অৰ্পণ, ধৃতৰাষ্ট্ৰৰ অনুতাপ, সঞ্জয়ৰ তিৰস্কাৰ, দ্ৰোণৰ বুহ্যৰচনা আৰু তাৰ মাজত জয়দ্ৰথক সংস্থাপন, সমৰাঙ্গণত অৰ্জুনৰ শুভ লক্ষণ দৰ্শন, আৰু কৌৰৱ পক্ষৰ অশুভ দৰ্শন, অৰ্জুনৰ লগত দুৰ্ম্মৰ্ষণ আৰু দুঃশাসনৰ যুদ্ধ আৰু কৌৰৱ বীৰদ্বয়ৰ পৰাজয়, অৰ্জুনৰ দ্ৰোণৰ ওচৰলৈ গমন আৰু অনুনয় আৰু দ্ৰোণৰ উত্তৰ, দ্ৰোণৰ লগত যুদ্ধ ; দ্ৰোণক ছলেৰে অতিক্ৰম কৰি অৰ্জুনৰ কৌৰৱ ব্যূহত প্ৰৱেশ, অৰ্জুনৰ কৃতবৰ্মাৰ লগত যুদ্ধ আৰু পুনৰায় দ্ৰোণৰ লগত যুদ্ধ উত্তমৌজা আৰু যুধামন্যুৰ লগত কৃত-বৰ্মাৰ যুদ্ধ, শ্ৰুতায়ুধৰ জন্ম বৃত্তান্ত আৰু যুদ্ধত মৃত্যু অৰ্জুন কৰ্তৃক সুদক্ষিণ শ্ৰুতায়ু—'অচ্যুতায়ু ; দীৰ্ঘায়ু, নিযুতায়ু, অম্বষ্ঠাদি বধ, দ্ৰোণৰ লগত দুৰ্যোধনৰ আলোচনা, দ্ৰোণৰ দ্বাৰা দুৰ্যোধনৰ গাত কৱচ বন্ধন, কৱচ বন্ধন লৈ দুৰ্যোধনৰ যুদ্ধ গমন, দ্ৰোণৰ লগত ব্যূহ মুখত পাণ্ডৱৰ যুদ্ধ ; 'সঞ্জয়ৰ যুদ্ধ, ধৃষ্টদ্যুম্ন আৰু দ্ৰোণৰ অদ্ভুত যুদ্ধ, দ্ৰোণ-সাত্যকিৰ যুদ্ধ ; অৰ্জুনৰ ৰথবেগ বৰ্ণনা, অৰ্জুন কৰ্তৃক বিন্দ-অনুবিন্দ বধ, যুদ্ধক্ষেত্ৰত অৰ্জুনৰ জলাশয় নিৰ্মাণ আৰু ঘোঁৰাৰ জলপান, অৰ্জুনৰ লগত যুদ্ধ কৰিবলৈ দুৰ্যোধনৰ গমন, কৃষ্ণ কৰ্তৃক দুৰ্যোধনৰ বীৰত্বৰ প্ৰশংসা, দুৰ্যোধনৰ অৰ্জুনক বাধা প্ৰদান, অৰ্জুনৰ বাণ ব্যৰ্থ, কৃষ্ণাৰ্জুনৰ আলোচনা, দুৰ্যোধনৰ পৰাজয় ও পলায়ন, অৰ্জুনৰ লগত জয়দ্ৰথৰক্ষী বীৰ সকলৰ যুদ্ধ, উভয় পক্ষৰ দ্বৈৰথ যুদ্ধ, যুধিষ্ঠিৰৰ লগত দ্ৰোণৰ যুদ্ধ, আৰু যুধিষ্ঠিৰৰ পৰাজয়, ক্ষেম মূৰ্তি বধ, ধৃষ্টকেতু বীৰধন্বাৰ যুদ্ধ আৰু বীৰধন্বা বধ ; সহদেৱৰ লগত দুৰ্মুখ আৰু নিৰ মিত্ৰৰ যুদ্ধ, দুয়োজনৰ নিহত, বিকৰ্ণৰ পৰাজয়, সাত্যকিৰ ব্যাঘ্ৰ দত্ত বধ। সৌমদণ্ডিৰ যুদ্ধ আৰু মৃত্যু, ভীমৰ লগত অলম্বুচ ৰাক্ষসৰ যুদ্ধ, ঘটোৎকচৰ লগত অলম্বুচৰ যুদ্ধ আৰু মৃত্যু ; দ্ৰোণ সাত্যকিৰ যুদ্ধ, পাঞ্চজন্য শঙ্খ, ধ্বনি শুনি যুধিষ্ঠিৰৰ উদ্বেগ আৰু সাত্যকিক অৰ্জুন সংবাদ সংগ্ৰহ কৰিবলৈ নিৰ্দেশ, সাত্যকিয়ে প্ৰথমে অস্বীকাৰ কৰি পাছত অনুৰোধ ৰক্ষা, কিৰাত বিলাকৰ বিশ্বাসঘাতকতা, সাত্যকিৰ অৰ্জুনানুসৰণ ভীমৰ সাত্যকি অনুসৰণ আৰু সাত্যকিৰ দ্বাৰা নিবাৰণ, বহু সৈন্য বধ কৰি সাত্যকিৰ দ্ৰোণ সমীপ প্ৰাপ্তি ; দ্ৰোণৰ লগত সাত্যকিৰ যুদ্ধ আৰু গুৰু দ্ৰোণক প্ৰদক্ষিণ কৰি সাত্যকিৰ কুৰুব্যূহ প্ৰৱেশ, কৃতবৰ্মাৰ লগত সাত্যকিৰ যুদ্ধ ও জয়লাভ, কৌৰৱ সৈন্যৰ অৱস্থা, ধৃতৰাষ্ট্ৰৰ আক্ষেপ আৰু সঞ্জয়ৰ তিৰস্কাৰ, সাত্যকি-কৃতবৰ্মাৰ যুদ্ধ, জলসন্ধ বধ, দ্ৰোণৰ লগত পুনৰ যুদ্ধ,

দুৰ্য্যোধনৰ পৰাজয়, কৃতবৰ্মাৰ পৰাজয়, সাত্যকিৰ হাতত দ্ৰোণৰ পৰাভৱ, পাষাণ যোধিগণৰ লগত যুদ্ধ আৰু নিধন, দুঃশাসনৰ প্ৰতি দ্ৰোণৰ কটূক্তি, দ্ৰোণৰ দ্বাৰা বীৰকেতু, চিত্ৰকেতু, সুধন্বা, চিত্ৰবৰ্মা আৰু চিত্ৰৰথ বধ, দ্ৰোণ-ধৃষ্টদ্যুম্ন যুদ্ধ, ধৃষ্টদ্যুম্নৰ পৰাজয়, দুৰ্যোধনৰ তুমুল যুদ্ধ ; দ্ৰোণৰ দ্বাৰা বৃহৎক্ষেত্ৰ বধ, দ্ৰোণ কৰ্তৃক শিশুপাল-পুত্ৰ বৃষকেতু বধ, ক্ষত্ৰবৰ্মা বধ, দ্ৰোণৰ আকৃতি আৰু বয়স, যুধিষ্ঠিৰৰ উদ্বেগ আৰু ভীমৰ লগত আলোচনা আৰু অৰ্জুনৰ অনুসন্ধানত ভীমৰ গমন, দ্ৰোণৰ লগত যুদ্ধ আৰু দ্ৰোণৰ ৰথভগ্ন কৰি ভীমৰ প্ৰস্থান, অৰ্জুন কৃষ্ণ আৰু ভীমৰ দেখাদেখি আৰু আলাপ। দুঃশাসনৰ লগত ভীমৰ যুদ্ধ আৰু ভীম কৰ্তৃক ধৃতৰাষ্ট্ৰৰ এঘাৰটি পুত্ৰ বধ, ভীমৰ বল বৰ্ণনা, আৰু ধৃতৰাষ্ট্ৰৰ উদ্বেগ, কৰ্ণ আৰু ভীমৰ যুদ্ধ আৰু কৰ্ণৰ পৰাজয়, দুৰ্যোধনৰ দ্ৰোণৰ কাষলৈ গমন, সন্দেহ প্ৰকাশ, দ্ৰোণৰ নিন্দা আৰু কৰ্ত্তব্য নিৰ্দেশ, যুধামন্যু আৰু উত্তমৌজাৰ লগত দুৰ্যোধনৰ যুদ্ধ, ভীমৰ লগত কৰ্ণৰ পুনৰ যুদ্ধ আৰু কৰ্ণৰ পৰাজয় ভীম কৰ্তৃক ধৃতৰাষ্ট্ৰ পুত্ৰ দুৰ্জয় আৰু দুৰ্মুখ বধ, ভীমৰ দ্বাৰা কৰ্ণৰ পুনৰ পৰাজয়, ধৃতৰাষ্ট্ৰৰ যুদ্ধ আলোচনা আৰু অনুতাপ ; ভীমৰ দ্বাৰা ধৃতৰাষ্ট্ৰৰ বহুপুত্ৰ বধ, ভীম কৰ্ণৰ যুদ্ধ, আৰু দুয়োপক্ষৰ বহু সৈন্য ক্ষয়, কৰ্ণ আৰু ভীমৰ যুদ্ধত ভীমৰ পৰাজয় আৰু কৰ্ণৰ কটূক্তি, অৰ্জুন কৰ্তৃক কৰ্ণক ভীমৰ পৰা অপসাৰণ, সাত্যকিৰ হাতত অলম্বুচ ৰজাৰ মৃত্যু বহু যোদ্ধা জয় কৰি সাত্যকিৰ অৰ্জুন দৰ্শন, ভূৰিশ্ৰৱা আৰু সাত্যকিৰ দম্ভ-দৰ্প প্ৰকাশ আৰু ভীষণ যুদ্ধ ; পৰাজয় প্ৰাপ্ত সাত্যকিক ৰক্ষা কৰিবৰ উদ্দেশ্যে অৰ্জুনৰ দ্বাৰা ভূৰিশ্ৰৱাৰ দক্ষিণ বাহু ছেদন, ভূৰিশ্ৰৱাৰ তিৰস্কাৰ, কৃষ্ণৰ আশীৰ্বাদ ভূৰিশ্ৰৱা বধ অন্যায়ভাৱে বধ, সাত্যকিৰ ৰামায়ণৰ শ্লোক উক্তি, চন্দ্ৰবংশ বৰ্ণনা, সোমদত্তক শিৱৰ বৰ দান, বৃষ্ণিবংশ প্ৰশংসা, কৰ্ণ-দুৰ্যোধনৰ কথোপকথন অৰ্জুনৰ লগত কুৰুবীৰ সকলৰ যুদ্ধ, অৰ্জুনৰ লগত জয়দ্ৰথৰ যুদ্ধ, কৃষ্ণৰ দ্বাৰা সূৰ্য্যাবৰণ, অৰ্জুনৰ অদ্ভুত যুদ্ধ, জয়দ্ৰথৰ পিতাৰ উপাখ্যান, জয়দ্ৰথ বধ, অৰ্জুন কৰ্তৃক জয়দ্ৰথৰ মস্তক তপোনিৰত পিতাৰ ক্ৰোড়ে নিক্ষেপ, সূৰ্য্যাবৰণ দূৰীকৰণ, অৰ্জুনৰ লগত কৃপাচাৰ্য্য আৰু অশ্বত্থামা যুদ্ধ কৃপাচাৰ্য্যৰ মূৰ্চ্ছা আৰু অশ্বত্থামাৰ পলায়ন, সাত্যকিৰ কৃষ্ণৰথ আৰোহণ, আৰু কৰ্ণৰ লগত যুদ্ধ, অৰ্জুনৰ কৰ্ণ তিৰস্কাৰ যুধিষ্ঠিৰৰ কাষলৈ কৃষ্ণাৰ্জুনৰ আগমন, জয়দ্ৰথ বধৰ সংবাদ প্ৰদান, ভীম আৰু সাত্যকিৰ যুধিষ্ঠিৰৰ নিকট আগমন আৰু আনন্দ প্ৰকাশ দুৰ্যোধনৰ দ্ৰোণৰ সমীপত খেদ আৰু দ্ৰোণৰ তিৰস্কাৰ, পাঞ্চাল ( দ্ৰুপদ ) বধ কৰিবলৈ দ্ৰোণৰ প্ৰতিজ্ঞা, অশ্বত্থামাৰ প্ৰতি উপদেশ ; দুৰ্যোধন আৰু কৰ্ণৰ আলোচনা, দুৰ্যোধন আৰু যুধিষ্ঠিৰৰ যুদ্ধ, দ্ৰোণৰ তুমুল যুদ্ধ, দ্ৰোণৰ ধৃষ্টদ্যুম্নৰ পুত্ৰ শিবি বধ, ভীমৰ হাতত কলিঙ্গ ৰাজপুত্ৰ, ধ্ৰুৱ আৰু জয়ৰাত, দুৰ্মদ, দুষ্কৰ্ণৰ যুদ্ধ আৰু মৃত্যু, সাত্যকি আৰু সোমদত্তৰ যুদ্ধ আৰু সোমদত্তৰ পৰাজয় শকুনিৰ যুদ্ধ কীৰ্ত্তন, ঘটোৎকচৰ বৰ্ণনা, অশ্বত্থামাৰ লগত যুদ্ধ, ঘটোৎকচ

পুত্ৰ অঞ্জন পৰ্ব্বাৰ সহিত অশ্বত্থামাৰ যুদ্ধ আৰু অঞ্জন পৰ্ব্বাৰ মৃত্যু, ঘটোৎকচৰ সহিত অশ্বত্থামাৰ যুদ্ধ, অশ্বত্থামাৰ হাতত দ্ৰুপদ পুত্ৰ সুধন্বা বধ, আৰু ঘটোৎকচৰ পৰাজয়, সোমদত্তৰ পিতৃ বাহ্লীকৰ যুদ্ধ, আৰু মৃত্যু, ভীমৰ হাতত ধৃতৰাষ্ট্ৰৰ দশ পুত্ৰ নিধন, ভীম কৰ্তৃক শতচন্দ্ৰাদি বধ, দ্ৰোণ-যুধিষ্ঠিৰৰ যুদ্ধ, দুৰ্যোধন-কৰ্ণৰ আলোচনা, কৃপ আৰু কৰ্ণৰ বাক্‌বিতণ্ডা, অশ্বত্থামা আৰু কৰ্ণৰ বাক-কলহ, পাণ্ডৱ সৈন্যৰ লগত কৰ্ণৰ যুদ্ধ আৰু জয়, অৰ্জুনৰ লগত যুদ্ধ আৰু পৰাজয়, দুৰ্যোধনৰ বীৰদৰ্প, অশ্বত্থামাৰ প্ৰতি কৃপাচাৰ্য্যৰ কৰ্তব্য নিৰ্দেশ, দুৰ্যোধনৰ প্ৰতি অশ্বত্থামাৰ বক্ৰোক্তি, পাঞ্চাল সৈন্য আৰু ধৃষ্টদ্যুম্নৰ লগত অশ্বত্থামাৰ যুদ্ধ আৰু জয় লাভ, পাঞ্চাল সৈন্যৰ কৌৰৱ সৈন্য বধ, সাত্যাকি আৰু সোমদত্তৰ পুনৰায় যুদ্ধ আৰু সোমদত্তৰ মৃত্যু, দ্ৰোণৰ লগত যুধিষ্ঠিৰৰ যুদ্ধ আৰু কৃষ্ণৰ বাক্যত অন্যত্ৰ গমন, ৰাতি যুদ্ধ, যোদ্ধা সকলৰ প্ৰতি দুৰ্যোধনৰ উপদেশ কৃতবৰ্ম্মাৰ লগত যুধিষ্ঠিৰৰ যুদ্ধ ও পৰাজয়, সাত্যকি কৰ্তৃক ভূৰি বধ, অশ্বত্থামাৰ লগত ঘটোৎকচৰ যুদ্ধ আৰু অশ্বত্থামাৰ পৰাজয়, ভীম দুৰ্যোধন যুদ্ধ, কৰ্ণৰ সহিত সহদেৱৰ যুদ্ধ আৰু পৰাজয়, সহদেৱক কটূক্তি আৰু ধনুৰ দ্বাৰা সহদেৱক তাড়ন, কিন্তু কুন্তীক দিয়া আশ্বাস মনত পেলাই সহদেৱক পৰিত্যাগ ; সহদেৱৰ পলায়ন, শৈলৰ লগত বিৰাটৰ যুদ্ধ, নকুল পুত্ৰ শতানীকৰ লগত চিত্ৰসেনৰ যুদ্ধ, আৰু পাদৰজনৰ পৰাজয়, বৃষসেনৰ লগত যুদ্ধত দ্ৰুপদ ৰজাৰ পৰাজয়, দুঃশাসনৰ লগত প্ৰতিবিন্ধ্যৰ পৰাজয়, নকুলৰ লগত শকুনিৰ পৰাজয়, কৃপাচাৰ্য্যৰ সৈতে যুদ্ধত শিখণ্ডীৰ পৰাজয়, দ্ৰোণৰ লগত ধৃষ্টদ্যুম্নৰ যুদ্ধ, দ্ৰুমসেন ( কৌৰৱ ) বধ, ধৃষ্টদ্যুম্নৰ লগত কৰ্ণৰ যুদ্ধ, দুৰ্যোধনৰ আদেশত শকুনিৰ যুদ্ধ গমন, সাত্যকিৰ বিৰুদ্ধে যুদ্ধত দুৰ্যোধনৰ পৰাভৱ, অৰ্জুনৰ লগত যুদ্ধত শকুনি আৰু উলুকৰ পৰাজয়, দুৰ্যোধনৰ উত্তেজনা আৰু উৎসাহত দ্ৰোণ কৰ্ণৰ ভীষণ যুদ্ধ, কৰ্ণ কৰ্তৃক পাঞ্চাল সৈন্যবিনাশ, যুধিষ্ঠিৰৰ উত্তেজনাত অৰ্জুনৰ কৰ্ণৰ বিৰুদ্ধে যোৱাৰ ইচ্ছাত কৃষ্ণৰ বাধা দান, কৃষ্ণাৰ্জুনে ঘটোৎকচক কৰ্ণৰ বিৰুদ্ধে প্ৰেৰণ, কৰ্ণৰ লগত ঘটোৎকচৰ যুদ্ধ, দুৰ্যোধনৰ কৰ্ণৰক্ষাৰ্থে দুঃশাসনক প্ৰেৰণ, ঘটোৎকচৰ ৰূপ আৰু ৰথৰ বৰ্ণনা, কৰ্ণ ঘটোৎকচ যুদ্ধ, ঘটোৎকচৰ মায়া যুদ্ধ ; অলায়ুধ ৰাক্ষসৰ আগমন আৰু ঘটোৎকচৰ লগত যুদ্ধ, ভীম অলায়ুধৰ যুদ্ধ, অলায়ুধৰ লগত পুনৰ ঘটোৎকচৰ যুদ্ধ, অলায়ুধ বধ, কৰ্ণৰ সহিত ঘটোৎকচৰ দাৰুণ যুদ্ধ, একাঘ্নি অস্ত্ৰৰ দ্বাৰা কৰ্ণৰ ঘটোৎকচ বধ, ঘটোৎকচৰ বিপুল দেহৰ হেচাত বহু কুৰু সৈন্য নিহত। পাণ্ডৱৰ শোক আৰু কৃষ্ণৰ আনন্দ, কাৰণ কথন, জৰাসন্ধ বধ কথন ; ইন্দ্ৰদত্ত শক্তি নিক্ষেপ সম্পৰ্কে প্ৰথমে ধৃতৰাষ্ট্ৰ সঞ্জয় আৰু পিছত কৃষ্ণ সাত্যকিৰ আলোচনা জয়দ্ৰথ বধৰ অযৌক্তিতা প্ৰদৰ্শন, যুধিষ্ঠিৰৰ কৰ্ণৰ বিৰুদ্ধে যুদ্ধ যাত্ৰা, ব্যাসৰ বাধাদান, যুধিষ্ঠিৰৰ আদেশক্ৰমে ধৃষ্ট দ্যুম্নাদিৰ দ্ৰোণাভিমুখে গমন, উভয়পক্ষ নিদ্ৰালু দেখি কিছু সময় বিশ্ৰাম কৰিবৰ কাৰণে অৰ্জুনৰ আদেশ, উভয় পক্ষৰ যুদ্ধ ক্ষেত্ৰতে নিদ্ৰা, দ্ৰোণ আৰু দুৰ্যোধনৰ যুদ্ধ বিষয়ে আলোচনা, ত্ৰিমুহূৰ্ত ৰাতি থাকোতে পুনৰ যুদ্ধ

আৰম্ভ, দ্ৰোণ কৰ্তৃক দ্ৰুপদ ৰজাৰ পৌত্ৰ বিৰাট ৰাজা আৰু দ্ৰুপদ ৰজা বধ, দ্ৰোণ বধৰ প্ৰতিজ্ঞা, দ্ৰোণৰ লগত ধৃষ্টদ্যুম্নৰ তুমুল যুদ্ধ, সূৰ্যোদয় সময়ত উভয়ৰ প্ৰাতঃকৃত্য—উপাসনা; পৰিশ্ৰান্ত দুৰ্যোধন-নকুলৰ যুদ্ধ আৰু দুৰ্যোধনৰ পৰাজয়, সহদেৱৰ লগত দুঃশাসনৰ যুদ্ধ আৰু পাছৰ জনৰ পৰাজয়; কৰ্ণৰ লগত ভীমৰ যুদ্ধ, দ্ৰোণ অৰ্জুন যুদ্ধ; জয় পৰাজয় অনিশ্চিত; সাত্যকি—দুৰ্যোধনৰ যুদ্ধ আৰু দুৰ্যোধনৰ পৰাজয়, ভীম কৰ্ণৰ যুদ্ধ, দ্ৰোণৰ দ্বাৰা পাঞ্চাল সৈন্য ধ্বংস; "অশ্বত্থামা নিহত" বুলি কৰলৈ কৃষ্ণৰ উপদেশ: পাণ্ডৱৰ বিভিন্ন মত ভীম কৰ্তৃক অশ্বত্থামা নামে হাতী বধ, আৰু অশ্বত্থামা নিহত বুলি দ্ৰোণক শুনোৱা হয়, দ্ৰোণৰ অবিশ্বাস "অশ্বত্থামা হত" বুলি কৰলৈ যুধিষ্ঠিৰক অনুৰোধ, যুধিষ্ঠিৰ কৰ্তৃক "অশ্বত্থামা হত" প্ৰথমতে কৈ পাছত "কিন্তু ইতি গজ" বুলি ঘোষণা, দ্ৰোণৰ শোক বিহ্বলতা, ভীমৰ দ্বাৰা পুনৰায় অশ্বত্থামা হতঃ—দ্ৰোণৰ অস্ত্ৰত্যাগ, ধৃষ্টদ্যুম্ন খড়্গধাৰণপূৰ্ব্বক দ্ৰোণৰ প্ৰতি ধাৱমান, দ্ৰোণৰ যোগাবলম্বন পূৰ্ব্বক ৰথস্থিতি, ধৃষ্টদ্যুম্নৰ দ্বাৰা দ্ৰোণ হত্যা; অশ্বত্থামাৰ দূৰে অৱস্থিতি—দুৰ্যোধনৰ লগত অশ্বত্থামাৰ ভেট; সৈন্য পলায়নৰ কাৰণে জিজ্ঞাসা, কৃপাচাৰ্য্যৰ দ্ৰোণ বধৰ সংবাদ প্ৰদান, অশ্বত্থামাৰ শোক আৰু ক্ৰোধ, পাঞ্চাল বধৰ প্ৰতিজ্ঞা, দ্ৰোণৰ নাৰায়ণ অস্ত্ৰ লাভৰ বৃত্তান্ত আৰু তাৰ পৰা নিস্তাৰ লাভৰ উপায় কথন, কৌৰৱ সকলৰ কোলাহল সহ প্ৰতি নিবৃত্তি, অশ্বত্থামাৰ নাৰায়ণ অস্ত্ৰ প্ৰয়োগ কৌৰৱৰ পুনৰুদ্যম দেখি যুধিষ্ঠিৰৰ কাৰণ জিজ্ঞাসা, অৰ্জুন কৰ্তৃক তাৰ কাৰণ কথন, যুধিষ্ঠিৰৰ নিন্দা, ৰামৰ বালী বধ নিন্দা, ভীমৰ দ্বাৰা অৰ্জুনৰ উক্তিৰ প্ৰত্যুত্তৰ, ধৃষ্টদ্যুম্নৰ দ্ৰোণ নিন্দা; সাত্যকিৰ ধৃষ্টদ্যুম্নৰ প্ৰতি কটূক্তি ধৃষ্টদ্যুম্নৰ প্ৰত্যুত্তৰ গদাহস্তে সাত্যকিৰ ধৃষ্টদ্যুম্নৰ প্ৰতি ধাৱণ, ভীমৰ বাৰণ আৰু সহদেৱৰ সান্ত্বণা, ধৃষ্টদ্যুম্নৰ পুনৰ আস্ফালন, কৃষ্ণৰ সান্ত্বনা, অশ্বত্থামাৰ নাৰায়ণ অস্ত্ৰ প্ৰহাৰ তাৰ পৰা সৈন্য আৰু অস্ত্ৰ প্ৰকাশ আৰু পাণ্ডৱ সৈন্য বিনাশ, অৰ্জুনৰ উদ্দেশ্যে যুধিষ্ঠিৰৰ তীব্ৰ অনুতাপোক্তি, সকলো সৈন্যৰে অস্ত্ৰ ত্যাগ আৰু বাহনৰ পৰা অৱতৰণ, ভীমৰ নিষেধ, ভীমক নাৰায়ণ অস্ত্ৰৰ আক্ৰমণ, অৰ্জুনৰ দ্বাৰা বৰুণাস্ত্ৰৰ যোগেদি ভীমক আৱৰণ, কৃষ্ণাৰ্জুনে ভীমক ৰথৰ পৰা অৱতৰণ আৰু অস্ত্ৰ ত্যাগ কৰায়। নাৰায়ণ অস্ত্ৰৰ নিবৃত্তি অশ্বত্থামাক পুনৰায় নাৰায়ণ অস্ত্ৰ প্ৰয়োগ কৰিবলৈ দুৰ্যোধনৰ অনুৰোধ, অশ্বত্থামাৰ অস্বীকাৰ, অশ্বত্থামাৰ বিৰুদ্ধে যুদ্ধত ধৃষ্টদ্যুম্নৰ পৰাজয়, সাত্যকিৰ পৰাজয়, অশ্বত্থামাৰ লগত অৰ্জুনৰ যুদ্ধ, অশ্বত্থামাৰ হাতত সুদৰ্শন, আৰু চেদি যুৱৰাজৰ মৃত্যু; অশ্বত্থামাৰ প্ৰতি অৰ্জুনৰ কটূক্তি, পাণ্ডৱৰ প্ৰতি অশ্বত্থামাৰ আগ্নেয়াস্ত্ৰ প্ৰয়োগ আৰু তাৰ প্ৰভাৱ বৰ্ণন, অৰ্জুনৰ ব্ৰহ্মাস্ত্ৰ প্ৰয়োগ আৰু আগ্নেয়াস্ত্ৰ নিবাৰণ, অস্ত্ৰ ব্যৰ্থতাত অশ্বত্থামাৰ আক্ষেপ, ব্যাসৰ দ্বাৰা কৃষ্ণাৰ্জুনক নৰ-নাৰায়ণ—অৱতাৰ বুলি কথন, অশ্বত্থামা ৰুদ্ৰাৱতাত্ব আৰু ৰুদ্ৰ মাহাত্ম্য বৰ্ণন, অৰ্জুনৰ ৰথৰ আগে আগে শূলধাৰী পুৰুষৰ দৰ্শনৰ বিষয়ে প্ৰশ্ন কৰাত ব্যাসৰ উত্তৰদান, ৰুদ্ৰৰ চতুৰ্বিধ স্তোত্ৰ; দক্ষ-যজ্ঞ ধ্বংস, ত্ৰিপুৰাসুৰ বধ, শতৰুদ্ৰীয় কথন।

**কৰ্ণ পৰ্ব্ব ঃ**

সঞ্জয়-ধৃতৰাষ্ট্ৰ সংবাদ, সঞ্জয়ব দ্বাবা নিহত হোবা প্ৰধান বীৰ সকলৰ উল্লেখ আৰু যি সকল বীৰে দ্ৰোণাচাৰ্য্যৰ মৃত্যুৰ পাছতো পাণ্ডৱত বিপক্ষে বা সপক্ষে যুদ্ধ কৰি আছিল সেই সকলো বীৰৰ উল্লেখ, ধৃতৰাষ্ট্ৰৰ শোক আৰু পুনৰায় প্ৰশ্ন, তেওঁৰ দ্বাবা কৰ্ণৰ বিক্ৰম প্ৰকাশ, অৰ্জুনৰ অৰ্দ্ধচন্দ্ৰ ব্যূহ ৰচনা—যুদ্ধ বৰ্ণনা ; যুধিষ্ঠিৰৰ লগত অশ্বত্থামাৰ যুদ্ধ, দ্ৰাবিড়, পাণ্ডৱ চোল আৰু কেবল চেদি, পাঞ্চাল, কেকয়, কাৰুষ, কোশল, কাঞ্চী আৰু মগধ দেশীয় সৈন্যৰ পাৰস্পৰিক যুদ্ধ, হস্তীস্থিত ভীমসেনৰ লগত ক্ষেম মূৰ্তিৰ যুদ্ধ আৰু ক্ষেমমূৰ্তিৰ মৃত্যু, কৰ্ণৰ লগত নকুলৰ যুদ্ধ আৰু পৰাজয়, ভীমসেনৰ লগত অশ্বত্থামা, অৰ্জুন পুত্ৰ শ্ৰুতসেনৰ লগত চিত্ৰসেন, সাত্যকিৰ লগত বিন্দ-অনুবিন্দ, যুধিষ্ঠিৰৰ প্ৰতি দুৰ্যোধন আৰু সংশপ্তকৰ বিৰুদ্ধে অৰ্জুন ধাবিত হ'ল, বিন্দ-অনুবিন্দ বধ, শ্ৰুতকৰ্মাৰ দ্বাবা চিত্ৰসেন বধ, প্ৰতিবিন্ধ্যৰ চিত্ৰৰাজা বধ, ভীমৰ লগত অশ্বত্থামাৰ ভীষণ যুদ্ধ, সংশপ্তকৰ লগত অৰ্জুনৰ যুদ্ধ আৰু সংশপ্তকৰ বিনাশ, অৰ্জুনৰ অশ্বত্থামাৰ ভীষণ যুদ্ধ, অৰ্জুনৰ পৰাক্ৰম প্ৰকাশ, অশ্বত্থামা কৰ্ণ সৈন্যৰ মাজত সোমাই আশ্ৰয় লাভ, অৰ্জুনৰ দ্বাবা মগধৰাজ দণ্ডধাৰ বধ, সমুদায় সংশপ্তক বধ, কৃষ্ণৰ দ্বাবা অৰ্জুনক ৰণভূমি প্ৰদৰ্শন, পাণ্ড্যৰাজাৰ বীৰত্ব ; অশ্বত্থামাৰ লগত যুদ্ধ আৰু পাণ্ড্যৰাজাৰ মৃত্যু, দুয়োপক্ষৰ ভীষণ যুদ্ধ, কৰ্ণৰ পাণ্ডৱ সৈন্য বধ, যুদ্ধ বৰ্ণনা ; হস্তীৰ আক্ৰমণ, পাণ্ডৱৰ বাৰণ, হস্তীযূথপতি ম্লেছ অঙ্গৰাজবধ, হস্তীযূথৰ নকুল আক্ৰমণ, সহদেব দুঃশাসন যুদ্ধ ; নকুল আৰু কৰ্ণৰ ভয়াবহ যুদ্ধ ; কুন্তীৰ কথা স্মৰণ কৰি কৰ্ণই নকুলক পীড়ন নকৰিলে, ধৰি এৰিদিয়ে, যুদ্ধৰ বিৱৰণ ; কৰ্ণৰ হস্তীযূথ বধ, পাঞ্চাল সৈন্য ৰথসহ ৰথী বধ, উলুক-যুযুৎসু যুদ্ধ ও যুযুৎসুৰ পৰাজয়, শতানীক শ্ৰুতকৰ্মাৰ যুদ্ধ, সুতসোম শকুনি যুদ্ধ, ধৃষ্টদ্যুম্ন-কৃপাচাৰ্য্যৰ যুদ্ধ ধৃষ্টদ্যুম্নৰ পলায়ন, কৃতবৰ্মাৰ লগত শিখণ্ডীৰ যুদ্ধ, শিখণ্ডীৰ পৰাভৱ, অৰ্জুনৰ কৌৰৱ সৈন্য বধ, সত্যসেন বধ, অৰ্জুনৰ সংশপ্তক সৈন্য বধ, যুধিষ্ঠিৰৰ হাতত দুৰ্যোধনৰ পৰাভৱ হস্তীযূথৰ পৰস্পৰ আক্ৰমণ, কৰ্ণই পাঞ্চাল সৈন্যক ; অৰ্জুনে ত্ৰিগৰ্ত সৈন্যক আৰু ভীমে কৌৰৱৰ হস্তীযূথক বধ কৰে, যুধিষ্ঠিৰ-দুৰ্যোধনৰ যুদ্ধ দুৰ্যোধন, মূৰ্চ্ছিত, কৰ্ণ-সাত্যকিৰ যুদ্ধ, কৌৰৱ সৈন্যৰ কৰ্ণৰ আশ্ৰয় লাভ, অৰ্জুনৰ হাতত দুৰ্যোধনৰ, পৰাভৱ, অৰ্জুনৰ অশ্বত্থামা আৰু কৃতবৰ্মাৰ লগত যুদ্ধ, পাণ্ডৱ বীৰসকলৰ কৰ্ণৰ লগত যুদ্ধ, অৰ্জুনৰ পৰাক্ৰম, ৰাত্ৰিৰ বিশ্ৰাম, দুৰ্যোধনক কৰ্ণৰ আশ্বাস আৰু উৎসাহ দান, শৈলক সাৰথি হবলৈ দুৰ্যোধনৰ অনুৰোধ, শৈলৰ উপেক্ষা, দুৰ্যোধনৰ অনুনয়, শৈল্যৰ চৰ্তসাপেক্ষ সম্মতি, দৈত সকলৰ তিনিখন পুৰী নিৰ্মাণ, দেৱতাৰ ওপৰত অত্যাচাৰ, দেৱতাৰ অনুৰোধত মহাদেৱৰ ত্ৰিপুৰী ধ্বংস কৰিবলৈ দেৱতা সকলৰ ৰথ নিৰ্মাণ আৰু ব্ৰহ্মাৰ সাৰথিত্ব গ্ৰহণ, ত্ৰিপুৰ ধ্বংস, কৰ্ণ-শৈল্যৰ কথোপকথন, শৈল্যৰ পাঞ্চাল

বীৰ আৰু সৈন্যৰ গুণগান, কৰ্ণৰ যুদ্ধযাত্ৰা আৰু অমঙ্গল সূচনা, ৰথচালনাৰ প্ৰতি কৰ্ণৰ আদেশ আৰু আত্মশ্লাঘা, শৈল্যৰ তিৰস্কাৰ কৰ্ণৰ অৰ্জুন-সন্ধান আৰু পাণ্ডৱ সৈন্যক জিজ্ঞাসা, শৈল্যৰ গৰ্বিহনা বাক্য, কৰ্ণৰ যথোচিত উত্তৰ আৰু মদ্ৰদেশক নিন্দা, শৈল্যৰ বৈশ্যপুত্ৰ আৰু হংসকাকিৰ কাহিনী কথন, কৰ্ণৰ পৰশুৰামৰ অভিশাপ কথন, আৰু যুদ্ধৰ প্ৰতি কৃতনিশ্চয় হয়, অৰ্জুনৰ গুণগান আৰু তেওঁৰ লগত যুদ্ধ কৰিবৰ দৃঢ়মত, কৰ্ণৰ প্ৰতি ব্ৰাহ্মণৰ শাপ যে তেওঁৰ ৰথচক্ৰ গুৰুতৰ যুদ্ধত গাঁতত সোমাব। শৈলক নিন্দা, শৈল্যৰ প্ৰত্যুত্তৰ, কৰ্ণৰ বাহীক দেশ আচাৰ নীতি বৰ্ণনা, আৰট্ট দেশ (মদ্ৰ)-ৰ কথা—কৰ্ণৰ মহা ব্যূহ ৰচনা আৰু বিভিন্ন বীৰৰ সংস্থাপন, যুধিষ্ঠিৰৰ বীৰসকলৰ প্ৰতি নিৰ্দেশ, অৰ্জুনৰ হাতত কৌৰৱ সৈন্যৰ বিনাশ, শৈলৰ লগত কৰ্ণৰ বাকবিতণ্ডা, যুদ্ধ বৰ্ণনা, কৰ্ণৰ বিক্ৰম, পাঞ্চাল বীৰসকল কৰ্ণৰ প্ৰতি ধাৱমান, কৰ্ণপুত্ৰ সকলৰ কৰ্ণক ৰক্ষা, ভীম দ্বাৰা কৰ্ণপুত্ৰ বধ, কৰ্ণপুত্ৰ সুষেনৰ নকুলৰ লগত যুদ্ধ, কৰ্ণপুত্ৰ বৃষসেনৰ পৰাক্ৰম; সাত্যকিৰ লগত দুঃশাসনৰ পৰাজয়, কৰ্ণৰ বিক্ৰম বৰ্ণনা, পাণ্ডৱ সৈন্যৰ পলায়ন, দ্ৰাবিড়, অন্ধ্ৰ আৰু নিষাদ সৈন্যৰ কৰ্ণৰ ওপৰত আক্ৰমণ, যুধিষ্ঠিৰৰ কৰ্ণ-আক্ৰমণ, যুধিষ্ঠিৰক কৰ্ণৰ তিৰস্কাৰ, যুধিষ্ঠিৰৰ ৰণভূমি ত্যাগ, যুধিষ্ঠিৰে সৈন্য বাহিনীক উৎসাহবাণী, যুদ্ধৰ বিৱৰণ, ভীমৰ পৰাক্ৰম প্ৰশংসা, কৰ্ণৰ মূৰ্চ্ছা আৰু পলায়ন; কুৰু সৈন্যৰ ভীম আক্ৰমণ, আৰু ধৃতৰাষ্ট্ৰৰ পুত্ৰবধ, ভীম কৰ্ণৰ যুদ্ধ, ভীমৰ হস্তী বধ, হস্তীবোৰৰ যুদ্ধ. সংশপ্তক সৈন্যৰ লগত অৰ্জুনৰ যুদ্ধ আৰু সংশপ্তক বধ, 'অৰ্জুনৰ মোহ বা অচৈতন্য, শিখণ্ডী কৃপাচাৰ্য্য যুদ্ধ. ধৃষ্টাদ্যুম্নৰ শিখণ্ডী ৰক্ষাৰ্থে গমন, কৃপাচাৰ্য্যৰ লগত সুকেতুৰ যুদ্ধ, সুকেতু বধ, কৃত-বৰ্মা-ধৃষ্টদ্যুম্নৰ যুদ্ধ, অশ্বত্থামাৰ পাণ্ডৱ সৈন্য পীড়ন, পাণ্ডৱ বীৰ সকলৰ বাধাদান, অশ্বত্থামা যুধিষ্ঠিৰৰ যুদ্ধ যুধিষ্ঠিৰৰ তিৰস্কাৰ ও যুদ্ধৰ পৰা আতৰি যায় যুদ্ধৰ বৰ্ণনা; নকুল-সহদেৱৰ লগত দুৰ্যোধনৰ যুদ্ধ, ধৃষ্টদ্যুম্নৰ আগমন, দুৰ্যোধনৰ লগত যুদ্ধ, দুৰ্যোধনৰ পৰাজয়, ৰণস্থলৰ পৰা অপসৃত, কৰ্ণৰ পাণ্ডৱ বীৰ বধ, বিভিন্ন বীৰৰ যুদ্ধ বৰ্ণনা; ভীমৰ পৰাক্ৰম, অৰ্জুনৰ সংশপ্তক এৰি কৌৰৱ সৈন্য বধ, অৰ্জুনৰ পৰাক্ৰম; কাম্ভোজৰাজ সৰ্দাক্ষিণৰ ভ্ৰাতৃবধ, অশ্বত্থামাৰ লগত অৰ্জুনৰ যুদ্ধ, অৰ্জুনক নিস্তেজ দেখি কৃষ্ণৰ উৎসাহবাণী; অশ্বত্থামাৰ ধৃষ্টদ্যুম্নৰ বধৰ প্ৰতিজ্ঞা, কৃষ্ণই অৰ্জুনৰ কথা মতে যধিষ্ঠিৰৰ ওচৰলৈ ৰথচালনা. কৃষ্ণৰ 'ৰণ বৰ্ণনা, কৰ্ণ ধৃষ্টদ্যুম্ন যুদ্ধ, অৰ্জুন অশ্বত্থামাৰ যুদ্ধ, অশ্বত্থামাৰ ৰণভূমি পৰিত্যাগ, কৃষ্ণৰ দ্বাৰা কৰ্ণৰ বীৰত্ব আৰু ধ্বংস কাৰ্য্য বৰ্ণনা, কৰ্ণক বধ কৰিবলৈ কৃষ্ণৰ উৎসাহবাণী আৰু পাণ্ডৱ সৈন্যৰ বীৰত্ব দেখি প্ৰশংসা আৰু ভীমৰ নিষাদ পুত্ৰবধ আৰু বিক্ৰম প্ৰকাশ, শিখণ্ডী-কৰ্ণৰ যুদ্ধ আৰু শিখণ্ডীৰ পৰাজয়, ধৃষ্টদ্যুম্ন, দুঃশাসনৰ যুদ্ধ, বৃষসেন নকুলৰ যুদ্ধ, সহদেৱৰ হাতত উলুকৰ পৰাজয়, শকুনি সাত্যকি যুদ্ধ ও শকুনিৰ পলায়ন, ভীমৰ হাতত অৰ্জুনৰ পৰাজয় ভীমৰ হস্তীযুদ্ধ বধ, কৰ্ণৰ হাতৰ পৰা যুধিষ্ঠিৰক ৰক্ষাৰ্থে পাণ্ডৱ সৈন্যৰ চেষ্টা,

কৰ্ণৰ হাতত যুধিষ্ঠিৰৰ পৰাজয় আৰু কৰ্ণৰ হাতত বন্দী, শৈল্যৰ বাক্যত যুধিষ্ঠিৰক এৰি দিয়ে। নকুল-সহদেৱৰো পৰিত্যাগ ভীমৰ প্ৰতি ধাৱমান হয়, বিভিন্ন বীৰৰ মাজত হোৱা যুদ্ধৰ বিৱৰণ, অৰ্জুনৰ নিজ সৈন্য পৰিদৰ্শন, ভীমৰ নিৰ্দেশক্ৰমে অৰ্জুনৰ যুধিষ্ঠিৰক দৰ্শন, যুধিষ্ঠিৰৰ প্ৰশ্ন আৰু কৰ্ণৰ হাতত ধৃত অৱস্থাৰ বৰ্ণনা, কৰ্ণৰ পৰাক্ৰম আৰু কাৰ্য্যৰ বৰ্ণনা কৰি অৰ্জুনক কৰ্ণবধ কৰিছেনে নাই এই বিষয়ে যুধিষ্ঠিৰৰ প্ৰশ্ন, অৰ্জুনৰ উত্তৰ, অৰ্জুনক যুধিষ্ঠিৰৰ তিৰস্কাৰ, অৰ্জুনৰ ক্ৰোধ, কৃষ্ণৰ মধ্যস্থতা আৰু তিৰস্কাৰ আৰু উপদেশ আৰু বলাক ব্যাধৰ কাহিনী ; অৰ্জুনৰ আত্মশ্লাঘা আৰু যুধিষ্ঠিৰৰ অনুতাপ আৰু অৰ্জুনক আশীৰ্বাদসহ বিদায়, ভীমৰ হস্তী সৈন্য বধ, কৃষ্ণৰ দ্বাৰা অৰ্জুনৰ প্ৰশংসা আৰু উৎসাহবাণী, অৰ্জুনৰ কৰ্ণ বধৰ দৃঢ় প্ৰতিজ্ঞা আত্মগৌৰৱ, সঞ্জয়ৰ যুদ্ধ বৰ্ণনা বিভিন্ন বীৰৰ যুদ্ধ, কৃপাচাৰ্য্য-শিখণ্ডী, সাত্যকি-দুৰ্যোধন, শ্ৰুতশ্ৰৱা অশ্বত্থামা উত্তমৌগা-সুষেন, শকুনি-সহদেৱ, শতানীক-বৃষসেন, নকুল-কৃতবৰ্মা আৰু ধৃষ্টদ্যুম্ন কৰ্ণৰ যুদ্ধ, দুঃশাসন ভীমৰ যুদ্ধ ; সুষেনৰ যুদ্ধত মৃত্যু ; কৰ্ণৰ দ্বাৰা উত্তমৌগাৰ ৰথৰ সাৰথি নিধন, কৰ্ণক আক্ৰমণ, কৃপাচাৰ্য্যৰ বাধা ; ভীমৰ অস্ত্ৰ সংখ্যা গণনা ; সাৰথি বিলাকৰ লগত ৰণৰ আলোচনা আৰু পাণ্ডৱ পক্ষৰ জয় দৰ্শন অৰ্জুনক কৌৰৱ বাহিনীৰ আক্ৰমণ আৰু ক্ষয়প্ৰাপ্তি, ভীমৰ পৰাক্ৰম আৰু দহহেজাৰ হাতী আৰু দুই লক্ষ কৌৰৱ পদাতি ধ্বংস, শকুনিৰ লগত যুদ্ধ, শকুনিৰ পৰাজয় ও পলায়ন, পাণ্ডৱবীৰ সকলৰ কৰ্ণক প্ৰতিৰোধ, কৰ্ণৰ একাকী পাণ্ডৱ সৈন্য ধ্বংস, কৰ্ণৰ প্ৰতি অৰ্জুনৰ নিৰ্দেশক্ৰমে কৃষ্ণৰ ৰথ চালনা, কৰ্ণৰ প্ৰতি শৈল্যৰ উক্তি আৰু অৰ্জুনক যুদ্ধত প্ৰবৃত্ত কৰাই কুৰু সৈন্যক ৰক্ষা কৰিবলৈ অনুৰোধ, কৰ্ণৰ দ্বাৰা অৰ্জুনৰ বীৰত্ব প্ৰশংসা আৰু কুৰু সৈন্যক নিৰ্দেশ, কৰ্ণাৰ্জুনৰ তয়াময়া যুদ্ধ, অশ্বত্থামা, কৃপাচাৰ্য্য, দুৰ্যোধন কৃতবৰ্মা আদিক পৰাভৱ কৰি অৰ্জুনৰ ৰথাভিমুখে গমন, সাত্যকি, শিখণ্ডী, নকুল আদিৰ বাধাদান। অৰ্জুনৰ কুৰুসৈন্য আৰু হস্তীবধ, অৰ্জুনৰ দ্বাৰা বাণতাড়িত কৌৰৱ বীৰ সকলৰ ভীমক এৰি পলায়ন, অৰ্জুন, ভীমক যুধিষ্ঠিৰৰ সু-সংবাদ দি পুনৰ যুদ্ধত আত্মনিয়োগ, অৰ্জুনৰ দহজন কৌৰৱবীৰক বধ, নব্বৈজন সংশপ্তক বীৰবধ, ম্লেছ সৈন্যৰ তেৰশ হাতীৰ দ্বাৰা অৰ্জুন আক্ৰমণ, অৰ্জুনৰ হাতত নিহত অৰ্জুনৰ অশ্বাৰোহী সৈন্য বধ, ভীমৰ অৰ্জুনক সহায়, আৰু কুৰুসৈন্য বধ, ভীমৰ হস্তীবধ, কুৰুসৈন্যৰ নিৰুৎসাহ আৰু কৰ্ণৰ আশ্ৰয়লাভ, কৰ্ণৰ যুদ্ধ আৰু পাণ্ডৱ বীৰৰ পৰাজয়, কিশোক বধ, সাত্যকি, শিখণ্ডীৰ পৰাভৱ, ধৃষ্টদ্যুম্ন পুত্ৰৰ বধ, অৰ্জুনৰ শত্ৰুসংহাৰ, ভীমাৰ্জুনৰ কৰ্ণাভিমুখে গমন, পাণ্ডৱৰ পঞ্চবীৰে ( উত্তমৌজা, জনমেজয়, যুধামন্যু, শিখণ্ডী, ধৃষ্টদ্যুম্ন ) কৰ্ণ আক্ৰমণ আৰু পৰাভৱ, সাত্যকিৰ যুদ্ধ আৰু পৰাক্ৰম, ভীম দুঃশাসন যুদ্ধ, দুঃশাসনৰ পতন আৰু ভীমৰ ৰক্তপান, ভীতিগ্ৰস্ত সৈন্যৰ চাৰিদেশে পলায়ন, ভীমৰ উক্তি যুধামন্যুৰ দ্বাৰা চিত্ৰসেন বধ, ভীমৰ দ্বাৰা দহজন ধৃতৰাষ্ট্ৰ

পুত্ৰ বধ, নকুল-বৃষসেন যুদ্ধ, বৃষসেনৰ পৰাক্ৰম, নকুলৰ পৰাভৱ, পাণ্ডৱ পক্ষীয় এঘাৰ জনবীৰৰ ( দ্ৰুপদ পুত্ৰ ৫, দ্ৰোপদীৰ পুত্ৰ ৫ আৰু সাত্যকি ) একেলগে আক্ৰমণ, আৰু কৌৰৱ পক্ষীয় আঠজন বীৰৰ প্ৰতিবোধ ( কৃপাচাৰ্য্য, কৃতবৰ্মা, অশ্বত্থামা, দুৰ্যোধন, উলুক, বৃক, ক্ৰাথ, দেবাবৃথ) কুলন্দ দেশীয় হস্তীয়ুথৰ আক্ৰমণ, বিথৰ্দ্ধি পুত্ৰ কৃপাচাৰ্য্যৰ হাতত নিহত, অশ্বত্থামাৰ হস্তীবধ, কুলিন্দ ৰাজপুত্ৰ আৰু ক্ৰাথ দেশাধিপতিৰ মৃত্যু হস্তীৰ দ্বাৰা বৃক, মগধৰাজ পুত্ৰ অঙ্গদৰদ. কৰ্ণপুত্ৰ বৃষসেনৰ শতানীকসহ বিভিন্ন বীৰক আক্ৰমণ, অৰ্জুনৰ দ্বাৰা বৃষসেন বধ, কৰ্ণৰ অৰ্জুনক আক্ৰমণ, কৃষ্ণৰ অৰ্জুনক উৎসাহবাণী, দুই দলৰ ৰণহুঙ্কাৰ, বাদ্য ধ্বনি, দুই ৰথীৰ শক্তি আৰু গুণ বৰ্ণনা, বিভিন্ন দৰ্শকৰ পক্ষপাতিতা আৰু তেওঁলোকৰ বৰ্ণনা, ব্ৰহ্মাৰ অৰ্জুনৰ সপক্ষে অভিমত আৰু শিৱৰো তথৈবঃ কৃষ্ণাৰ্জুনৰ কথোপকথন আৰু অৰ্জুনৰ যুদ্ধজয়ৰ সম্পৰ্কে দৃঢ় অভিমত, কৰ্ণাৰ্জুনৰ পৰস্পৰৰ বাণ বিনষ্টপূৰ্বক যুদ্ধ. দুই পক্ষৰ অসংখ্য সৈন্য বধ, অশ্বত্থামাৰ সন্ধিপ্ৰস্তাৱ. আৰু দুৰ্যোধনৰ যুক্তিসহ অগ্ৰাহ্য, কৰ্ণ-অৰ্জুনৰ যুদ্ধ বৰ্ণনা, কৰ্ণৰ পৰাক্ৰম, ভীমে অৰ্জুনক কৰ্ণৰ দুৰ্নীতি আৰু তেওঁ কৰা অপকাৰ সমূহ সোঁৰৱাই দিয়ে, আৰু কৰ্ণক বধ কৰিবলৈ উদগাই দিয়ে, অৰ্জুনৰ ব্ৰহ্মাস্ত্ৰ প্ৰয়োগ আৰু কুৰু সৈন্য ধ্বংস. কৰ্ণৰ প্ৰতি আক্ৰমণ অৰ্জুনৰ সভাপতি নামে ৰাজপুত্ৰ বধ, যুদ্ধ দৰ্শনাৰ্থে যুধিষ্ঠিৰৰ আগমন. পাণ্ডৱ পক্ষীয় সোমক বিলাকৰ কৰ্ণ আক্ৰমণ আৰু কৰ্ণৰ দ্বাৰা প্ৰতিহত ও বধ, অৰ্জুনৰ শৰজাল, কৰ্ণক পীড়ন, কৰ্ণৰ প্ৰত্যুত্তৰ, তক্ষক পুত্ৰ অশ্বসেনৰ বাণৰূপে অৰ্জুনক আক্ৰমণ, কৃষ্ণই ৰথখন দবাই দিয়ে আৰু নিহত, অৰ্জুনৰ দ্বাৰা কৰ্ণৰ পৃষ্ঠৰক্ষক. চক্ৰৰক্ষক আদি বীৰসমূহ বধ, কৌৰৱৰ পলায়ন, অৰ্জুনৰ দ্বাৰা কৰ্ণৰ কিৰীটি আৰু বৰ্মছেদন, অৰ্জুনৰ পৰাক্ৰম আৰু কৰ্ণক বিভিন্ন বাণ দ্বাৰা পীড়ন আৰু বক্ষস্থল বিচ্ছিন্ন'কৰ্ণৰ দুৰ্বলতা লক্ষ্য কৰি কৃষ্ণৰ কৰ্ণক বধ কৰিবলৈ উদগনি, কৰ্ণৰ ৰথচক্ৰ পৃথিবীৰ দ্বাৰা গ্ৰাস, কৰ্ণৰ সময়োচিত শৰ নিক্ষেপ কৰিবলৈ পাহৰণি. কৰ্ণৰ ধৰ্ম সম্পৰ্কে সন্দেহ "ধৰ্মই সদায় ৰক্ষা নকৰে" এইভাৱ উদয়, কৰ্ণৰ দ্বাৰা অৰ্জুনৰ ধনুৰ্গুণ বাৰম্বাৰ ছেদন, অৰ্জুনৰ শীঘ্ৰে গুণ আৰোপণ, কৰ্ণৰ ৰথচক্ৰ উদ্ধাৰ কৰিবলৈ অৰ্জুনক সময় ভিক্ষা আৰু নীতি শাস্ত্ৰৰ দোঁহাই, কৃষ্ণই কৌৰৱে কৰা অন্যায়ৰ কথা সোঁৰৱাই সেই সময়ত নীতি ক'ত আছিল অৰ্জুনক প্ৰশ্ন কৰি যুদ্ধ নেৰিবলৈ উপদেশ দিয়ে, পুনৰ যুদ্ধ, কৰ্ণৰ মহাস্ত্ৰ প্ৰয়োগ আৰু অৰ্জুনৰ মোহ মূৰ্ছাপ্ৰায় অৱস্থা, সেই অৱসৰত ৰথচক্ৰ উদ্ধাৰৰ চেষ্টা অৰ্জুনৰ দ্বাৰা কৰ্ণৰ ধ্বজ ছেদন অৰ্জুনৰ "আঞ্জলিক" বাণ গ্ৰহণ আৰু নিক্ষেপ কৰ্ণৰ পতন আৰু মৃত্যু, পাণ্ডৱ পক্ষৰ আনন্দ আৰু কৌৰৱৰ হতাশা, আৰু পলায়ন, শৈল্যৰ উপদেশ আৰু ৰণৰ বিৱৰণ কৰ্ণৰ প্ৰশংসা, দুৰ্যোধনৰ শোক আৰু কৌৰৱ পক্ষক উপদেশ আৰু যুদ্ধগমন, ভীম আৰু ধৃষ্টদ্যুম্নৰ কৌৰৱ নাস, ভীমৰ ধ্বংসলীলা, বিভিন্ন বীৰৰ যুদ্ধ আৰু কৌৰৱৰ ক্ষয় অৰ্জুন-কৃষ্ণৰ বিজয়সূচক শঙ্খধ্বনি. পাণ্ডৱ পক্ষক কৃষ্ণৰ নিবেদন.

যুধিষ্ঠিৰক দেখা কৰিবলৈ কৃষ্ণাৰ্জুনৰ গমন, কৰ্ণৰ মৃত্যুসংবাদ প্ৰদান, কৰ্ণক চাবলৈ যুধিষ্ঠিৰৰ ৰণভূমিলৈ গমন, যুধিষ্ঠিৰক কৃষ্ণাৰ্জুনক প্ৰশংসা, ৰজাসকলৰ অভিনন্দন, ধৃতৰাষ্ট্ৰ গান্ধাৰীৰ শোক, কৰ্ণপৰ্ব পাঠৰ ফলশ্ৰুতি কথন।

## শৈল্য পৰ্ব ঃ

দুৰ্যোধনৰ দ্বৈপায়ন হ্ৰদত প্ৰবেশ। অশ্বত্থামা, কৃপাচাৰ্য, কৃতবৰ্মাৰ দ্বৈপায়ন হ্ৰদলৈ গমন, আৰু দুৰ্যোধনক আশ্বাসদান, ব্যাধগণৰ হ্ৰদ গমন, আৰু দুৰ্যোধনৰ জল স্তম্ভন পূৰ্বক অৱস্থিতি দৰ্শন, ভীমক সংবাদ প্ৰদান, যুধিষ্ঠিৰৰ সসৈন্যে হ্ৰদ গমন, তিনি কৌৰৱ বীৰৰ প্ৰস্থান, আৰু এক বটবৃক্ষৰ তলত বিশ্ৰাম, যুধিষ্ঠিৰক বহুতো উদাহৰণ দাঙি ধৰি কূট-কৌশল অৱলম্বন কৰি দুৰ্যোধনক পানীৰ পৰা উলিয়াই আনিবলৈ উপদেশ, যুধিষ্ঠিৰৰ দুৰ্যোধনক ওলাই আহিবলৈ আহ্বান, দুৰ্যোধনৰ উত্তৰ আৰু পানীৰ মাজৰ পৰা গাত্ৰোত্থান, বীৰসকল আৰু সৈন্য নিহত হোৱাত বনলৈ যোৱাৰ ইচ্ছা প্ৰকাশ, যুধিষ্ঠিৰৰ তিৰস্কাৰ আৰু যুদ্ধ কৰিবলৈ আহ্বান, দুৰ্যোধনৰ এজন এজনকৈ যুদ্ধ কৰিবলৈ প্ৰত্যাহ্বান গ্ৰহণ আৰু ভীমক গদা যুদ্ধলৈ আহ্বান যুধিষ্ঠিৰৰ অভিমন্যু বধৰ দৃষ্টান্ত দাঙি ধৰি দুৰ্যোধনৰ এজন এজনকৈ যুদ্ধ কৰাৰ ইচ্ছা খণ্ডন, তথাপি দুৰ্যোধনৰ ইচ্ছাপূৰণ, কৃষ্ণৰ যুধিষ্ঠিৰক ভৰ্ৎসনা, কাৰণ গদাযুদ্ধত ভীমৰ বাহিৰে দুৰ্যোধনৰ সমকক্ষ কোনো নাই। দুৰ্যোধন ভীমতকৈ গদাযুদ্ধত নিপুণ, ভীমৰ আশ্বস্ত বাক্য আৰু দুৰ্যোধনক উৰুভঙ্গ কৰিবলৈ দৃঢ়মত প্ৰকাশ, ভীমৰ দুৰ্যোধনক কটূক্তি, দুৰ্যোধনৰ উত্তৰ, বলৰামৰ আগমন সসম্মানে যুদ্ধ দৰ্শনাৰ্থে উপবেশন, বলৰামৰ তীৰ্থ যাত্ৰাৰ বিৱৰণ, দান ব্ৰাহ্মভোজনাদি ক্ৰিয়া, সৰস্বতী নদীৰ উপকূলস্থ তীৰ্থৰ বিৱৰণ, দক্ষকন্যা, ৰোহিনীচন্দ্ৰৰ কাহিনী, প্ৰভাস তীৰ্থৰ কথা , উদপান তীৰ্থৰ বিৱৰণ, ত্ৰিত মুনিৰ কথা গন্ধৰ্ব তীৰ্থ ; গৰ্গস্ৰোত তীৰ্থ আদি বিভিন্ন তীৰ্থৰ বিৱৰণ, সপ্ত সাৰস্বত তীৰ্থৰ কথা। সৰস্বতী নদীৰ বিভিন্ন নাম, পুস্কৰ তীৰ্থ, সপ্তসাৰস্বত তীৰ্থ, মঙ্কলক ঋষিৰ নৃত্য আৰু বৃত্তান্ত, কপাল মোচন তীৰ্থ, দেৱানি, ; বিশ্বামিত্ৰাদিৰ ব্ৰাহ্মণত্ব লাভৰ বিৱৰণ, সৰস্বতীত স্নান কৰাৰ ফল, আৰ্ষ্টিষেন মুনিৰ কথা, বশিষ্ঠ-বিশ্বামিত্ৰৰ বিৰোধ, বিশ্বামিত্ৰৰ ব্ৰাহ্মণত্ব লাভ, বকমুনিৰ আশ্ৰম, বকমুনিৰ দ্বাৰা ধৃতৰাষ্ট্ৰৰ ৰাজ্য ধ্বংসৰ যজ্ঞ, ধৃতৰাষ্ট্ৰৰ বকমুনিৰ সন্তুষ্টি বিধান আৰু যযাতি ৰজাৰ কথা আৰু দান, পুনৰ সৰস্বতী, বশিষ্ঠ-বিশ্বামিত্ৰৰ কথা সৰস্বতীৰ প্ৰতি বিশ্বামিত্ৰ শাপ, মুনি সকলৰ দ্বাৰা মুক্তি, যুধিষ্ঠিৰৰ পৰাক্ৰম দেখি পাণ্ডৱ সকলৰ মাজত সিংহনাদ, আনন্দ, কোলাহল আৰু কিলকিল শব্দ হবলৈ ধৰে। তাৰ পাছত দাৰুণ পৰাক্ৰমশালী কৰ্ণই অচিৰাৎ চেতন লাভ কৰি যুধিষ্ঠিৰক বধ কৰিবলৈ ইচ্ছা কৰিলে। অজ্ঞেয় স্বভাৱ কৰ্ণই 'বিজয়' নামৰ স্বৰ্ণখচিত বিশাল ধনু আকৰ্ষণ কৰি যুধিষ্ঠিৰৰ চোকা চোকা বাণ নিক্ষেপ কৰিবলৈ ধৰে। তাৰ

পাছত তেওঁ দুটা ক্ষুৰ প্ৰবানৰ দ্বাৰা যুধিষ্ঠিৰৰ চক্ৰৰক্ষক পাঞ্চালদেশীয় চন্দ্ৰদেৱ আৰু দণ্ডধাৰক বধ কৰে। তেতিয়া যুধিষ্ঠিৰৰ দুই কাষত প্ৰধান বীৰ দুজন নিপতিত হোৱাত চন্দ্ৰৰ দুই পাৰ্শ্বে দুটা পুনৰ্বসু নক্ষত্ৰৰ দৰে প্ৰকাশ পাৰলৈ ধৰে। যুধিষ্ঠিৰে পুনৰ ত্ৰিশটা বাণ দ্বাৰা কৰ্ণক বিদ্ধ কৰিলে। আৰু তিনটা তিনটা শৰে সুষেণ আৰু সত্যসেনক তাড়ন কৰিলে। তাৰ পাছত নব্বৈটা শৰে শল্যক তেসওৰটো বাণেৰে কৰ্ণৰ ৰক্ষক কেইজনক বিদ্ধ কৰিলে। তাৰ পাছত কৰ্ণই ধনু সঞ্চালন পূৰ্বক এটা ভল্ল দ্বাৰা যুধিষ্ঠিৰৰ ধেনুখন কাটি ষাঠিটা বাণে তেওঁক বিদ্ধ কৰি সিংহনাদ কৰে। তদনন্তৰ পাণ্ডৱ পক্ষৰ প্ৰধান বীৰ সকলে খণ্ডত কৰ্ণৰ ফালে ধাবিত হ'ল। যুধিষ্ঠিৰক ৰক্ষা কৰিবৰ মানসে কৰ্ণক পীড়ন কৰিলে।

সাত্যকি, চেকিতান, যুযুৎসু, পাণ্ড্য, ধৃষ্টদ্যুম্ন, শিখণ্ডী, দ্ৰৌপদীৰ পুত্ৰসকল প্ৰভদ্ৰকগণ, নকুল, সহদেৱ, ভীমসেন, শিশুপাল পুত্ৰ, কাৰুষ মৎস দেশীয় সৈন্য, কেকয়, কাশী কোশল দেশীয় সৈন্য এই সকল সৈন্যই দ্ৰুতগতিত বসুষেনক তাড়ন কৰিবলৈ ধৰে আৰু পাঞ্চালদেশীয় জনমেজয় বাণদ্বাৰা কৰ্ণক বিদ্ধ কৰিবলৈ ধৰে। ক্ৰমে অন্যান্য বীৰসকলেও বৰাহকৰ্ণ নাৰাচ, নালীক, তীক্ষ্ণবাণ, বৎস দন্ত, বিপাঠ, ক্ষুৰপ্ৰ, চটকামুখ আৰু অন্যান্য ভীষণ অস্ত্ৰৰ দ্বাৰা বধ কৰিবলৈ ইচ্ছা কৰি হস্তী, অশ্ব ৰথাৰোহী সকলৰ লগত মিলি কৰ্ণক পৰিবেষ্টন কৰি সকলো দিশৰ পৰা কৰ্ণৰ প্ৰতি ধাবিত হল। পাণ্ডৱ পক্ষৰ প্ৰধান বীৰ সকলে সকলো দিশৰ পৰা আক্ৰমণ কৰাত কৰ্ণই ব্ৰহ্মাস্ত্ৰ উলিয়াই বাণেৰে সমস্ত দিশ পৰিপূৰ্ণ কৰিলে। তাৰ পাছত কৰ্ণই অগ্নিৰ দৰে পাণ্ডৱ সৈন্য দগ্ধ কৰি ৰণস্থলত বিচৰণ কৰিবলৈ ধৰে। সেই সময়ত সেই বাণ সমূহ আছিল ভীষণ অগ্নিশিখা তুল্য আৰু শক্তি আছিল উষ্ণতা সদৃশ।

ক্ৰমে মহাধনুৰ্দ্ধৰ আৰু মহামনা কৰ্ণই মহাস্ত্ৰ সমূহৰ দ্বাৰা সহাস্যমুখে যুধিষ্ঠিৰৰ ধনু ছেদন কৰে। তাৰ পাছত নব্বৈটা চোকা বাণ নিক্ষেপ কৰি যুধিষ্ঠিৰৰ কৱচ বিদীৰ্ণ কৰে। তেতিয়া বিদ্যুৎ সমন্বিত, সূৰ্য কিৰণযুক্ত মেঘ যেনেকৈ বায়ুতাড়িত হৈ পতিত হৈ শোভা পায় সেইদৰে স্বৰ্ণখচিত আৰু ৰত্নবিচিত্ৰ সেই কৱচটো মাটিত পৰিশোভা পাবলৈ ধৰিলে। ৰাতি হলে বিচিত্ৰ নক্ষত্ৰ শোভিত মেঘ শূন্য আকাশত যেনেকৈ শোভা পায় তেনেকৈ যুধিষ্ঠিৰৰ দেহচ্যুত কৱচটো শোভা পাবলৈ ধৰে। কৰ্ণৰ বাণাঘাতত কৱচ ছিন্ন আৰু ৰক্তাক্ত হোৱাত যুধিষ্ঠিৰৰ খং উঠি কৰ্ণৰ প্ৰতি এডাল লৌহময় শক্তি নিক্ষেপ কৰে। সেই শক্তি যেন আকাশত জ্বলিবলৈ ধৰে। তেতিয়া মহাধনুৰ্দ্ধৰ কৰ্ণই সাতটা বাণৰ দ্বাৰা সেই অস্ত্ৰ ছেদন কৰে। কৰ্ণৰ বাণত ছেদন হৈ ভূতলত পতিত হ'ল। তাৰ পাচত যুধিষ্ঠিৰে চাৰিটা তোমৰ দ্বাৰা কৰ্ণৰ কপাল ( ললাট ) বাহু যুগল আৰু বক্ষস্থল ভেদ কৰি আনন্দত সিংহনাদ কৰে সেই সময়ত কৰ্ণৰ আঘাত স্থানৰ পৰা তেজ বৰলৈ ধৰে, তেতিয়াই তেওঁ খাঙাল সাপৰ দৰে দীৰ্ঘশ্বাস লবলৈ ধৰি এটা ভল্লৰ দ্বাৰা যুধিষ্ঠৰৰ ৰথৰ ধ্বজ কাটিলে তিনটা ভল্লৰ দ্বাৰা যুধিষ্ঠিৰক তাড়ন কৰিলে, তেওঁৰ তুণীৰ দুটা কাটিলে আৰু ৰথখন

টুকুৰা টুকুৰ কৰি কাটিলে। কৃষ্ণ কেশৰ পাণ্ডুৰ কৰ্ণ যি অশ্ব কেইটাই যুধিষ্ঠিৰৰ ৰথখানি টানি ছিল সেই ঘোঁৰা কেইটাক অন্য ৰথত সংযুক্ত কৰি যুধিষ্ঠিৰ ৰণক্ষেত্ৰৰ পৰা পলায়ন কৰে। তেওঁৰ পৃষ্ঠৰক্ষক কেইজনকো কৰ্ণই আগতে বধ কৰিছিল। সেই কাৰণে কৰ্ণৰ সম্মুখত থাকিবলৈ অসমৰ্থ হৈ দুঃখিত চিত্তে ৰণভূমিৰ পৰা পলায়ন কৰে।

মহাৰাজ, সেই সময়ত কৰ্ণই বেগেৰে গৈ যুধিষ্ঠিৰক কান্ধত ধৰি তেওঁক নিন্দা কৰি হাঁহি হাঁহি কবলৈ ধৰিলে।

"বীৰ বংশত জন্মগ্ৰহণ কৰি ক্ষত্ৰ ধৰ্ম্মত থাকি পাছত মহাযুদ্ধত ভীত হৈ প্ৰাণ ৰক্ষাৰ নিমিত্তে কেনেকৈ ৰণস্থল ত্যাগ কৰে? যুধিষ্ঠিৰ, মোৰ এই ধাৰণা যে আপুনি ক্ষত্ৰ ধৰ্মত নিপুণ নহয়, সদায় বেদপাঠ আৰু যজ্ঞ কাৰ্য্যত নিৰত থাকে কাৰণে ব্ৰাহ্মণ ধৰ্ম পালনত পাৰ্গত। অতএৱ হে কুন্তী নন্দন আপুনি যুদ্ধ নকৰিব। যদি যুদ্ধলৈ যায় তেন্তে বীৰ সকলৰ কাষলৈ নাযাব, বীৰ সকলক অপ্ৰিয় বাক্য নক'ব আৰু মহাযুদ্ধলৈ নাযাব। তাৰ পাছত মহাবল কৰ্ণই এইৰূপে যুধিষ্ঠিৰক বিদায় দি ইন্দ্ৰই যেনেকৈ অসুৰসেনা বধ কৰিছিল সেইদৰে পাঞ্চাল সৈন্য সংহাৰ কৰিবলৈ ধৰে।

তদনন্তৰ যুধিষ্ঠিৰ লজ্জিত হৈ ৰণস্থল পৰিত্যাগ কৰে। তেওঁক ৰণস্থল এৰা দেখি পাণ্ডৱ, পাঞ্চাল, চেদি সৈন্য, মহাৰথ সাত্যকি, দ্ৰৌপদীৰ বীৰপুত্ৰ কেইজন, নকুল আৰু সহদেৱ এওঁলোকেও যুধিষ্ঠিৰক অনুসৰণ কৰে।

তাৰ পাছত যুধিষ্ঠিৰৰ সৈন্য যুদ্ধ পৰাম্মুখ দেখি কৌৰৱ সকলৰ সৈতে কৰ্ণই পাণ্ডৱ-পাঞ্চালক অনুসৰণ কৰে। এই সময়ত ভেৰি, শঙ্খ, মৃদাংঙ্গ ধ্বনি আৰু ধনুষ্টংকাৰ সহিত ধৃতৰাষ্ট্ৰ পুত্ৰ সকলে সিংহনাদ কৰিবলৈ ধৰে। মহাৰাজ, যুধিষ্ঠিৰে বেগেৰে শ্ৰুত কীৰ্ত্তিৰ ৰথত উঠি কৰ্ণৰ বিক্ৰম লক্ষ্য কৰিবলৈ ধৰে। মহাৰাজ যুধিষ্ঠিৰে সৈন্য সকলক পীড়িত দেখি খঙত নিজ সৈন্য বিলাকক উদ্দেশ্য কৰি কলে "তোমালোক নিষ্ক্ৰিয় হৈ আছা কিয়? শত্ৰুক বধ কৰা।" যুধিষ্ঠিৰৰ আদেশ অনুসাৰে ভীমসেনকে আদি কৰি পাণ্ডৱ পক্ষৰ বীৰ সকল আপোনাৰ পুত্ৰ সকলৰ প্ৰতি ধাবিত হল। তেতিয়া নানাদিশৰ পৰা ৰথাৰোহী, অশ্বাৰোহী, গজাৰোহী, আৰু পদাতিক বিলাকৰ আয়াসাত আৰু অস্ত্ৰসমূহৰ পৰা তুমুল শব্দ হবলৈ ধৰে।

"উঠা প্ৰহাৰ কৰা আগবাঢ়া, আৰু শত্ৰুপক্ষৰ ওপৰত উৰুৰিখাই পৰা", এইদৰে চিঞৰি যোদ্ধা সকলে পৰস্পৰক আঘাত কৰিবলৈ ধৰিলে। সেই সময়ত অস্ত্ৰেৰে আবৃত আৰু পৰস্পৰ আঘাতকাৰী নৰশ্ৰেষ্ঠ সকলৰ বাণ বৃষ্টিত আকাশ যেন মেঘাবৃত হৈ পৰিল। যুদ্ধত পতাকা, ধ্বজ, ছত্ৰ, অশ্ব, ৰথ, সাৰথী আৰু অস্ত্ৰবোৰ বিনষ্ট আৰু শৰীৰৰ অঙ্গ-প্ৰত্যঙ্গ ছিন্ন হোৱাত ৰজা সকল ক্ষত-বিক্ষত দেহে নিপাতিত হবলৈ ধৰে। ক্ৰম নিম্ন দশত পৰ্বত শৃঙ্গৰ দৰে আৰু বজ্ৰ বিদাৰিত

পৰ্বতৰ দৰে বিশাল হস্তীবোৰ আৰোহীৰ সহিত নিহত হৈ ভূমিস্থ হবলৈ ধৰে। ৰক্ষী বীৰসকল নিহত হোৱাত সহস্ৰ সহস্ৰ পদাতিক নিপতিত হবলৈ ধৰে। তেতিয়া তেওঁলোকৰ বৰ্ম, অলংকাৰ আৰু ভূষণবোৰ ছিন্ন-ভিন্ন আৰু বিক্ষিপ্ত হৈ পৰিবলৈ ধৰে। যুদ্ধমত্ত বীৰ সকলৰ মুণ্ডেৰে সমস্ত ৰণভূমি আবৃত হৈ পৰিল। সেই মুণ্ডবোৰৰ চকু বিশাল আয়তাকাৰ আৰু আমৰবৰণীয়া আৰু মুখমণ্ডল পদ্ম আৰু চন্দ্ৰতুল্য আছিল সেই সময়ত তাত থকা লোক সকলে ভূতল আৰু আকাশ দুয়ো ঠাইতে শব্দ শুনিবলৈ পালে। ভূতলে কোলাহল আকাশত বিমানৰ শব্দ আৰু অপ্সৰাসকলৰ গীত বাদ্যৰ শব্দ শুনিবলৈ পোৱা গৈছিল।

বীৰ সকলে শত-সহস্ৰ বীৰক অভিমুখ ভাবে বধ কৰাত অপ্সৰা সকলে তেওঁলোকক বিমানত তুলি স্বৰ্গৰ ফালে গমন কৰিবলৈ ধৰিলে। সেই গুৰুতৰ আশ্চৰ্য্য ঘটনা প্ৰত্যক্ষ ভাৱে দেখি বীৰ সকলে হৃষ্ট চিত্তে স্বৰ্গ লাভ কৰিবলৈ ইচ্ছা কৰি সত্বৰ পৰস্পৰক বধ কৰিবলৈ ধৰিলে। ক্ৰমে ৰণস্থলত ৰথীয়ে ৰথীক, অশ্বাৰোহীয়ে অশ্বাৰোহীক, পদাতিকে পদাতিকক, হস্তীয়ে হস্তীক, অশ্বই অশ্বক, পৰস্পৰক বিচিত্ৰ যুদ্ধ আৰম্ভ কৰে। এইদৰে যুদ্ধ চলিবলৈ ধৰাত হস্তী, অশ্ব, আৰু মানুহৰ ক্ষয় হবলৈ ধৰে আৰু সৈন্যৰ দ্বাৰা উত্তোলিত ধূলি জালে ৰণস্থল ব্যাপ্ত হল। তেতিয়া স্বপক্ষে স্বপক্ষক, পৰপক্ষে পৰপক্ষক বধ কৰিবলৈ ধৰে। কেশাকেশি, দণ্ডাদণ্ডি নখা-নখি, মুষ্টি যুদ্ধ আৰু বাহুযুদ্ধ হবলৈ ধৰে আৰু ফলত দেহ, প্ৰাণ পাপ নষ্ট হবলৈ ধৰিলে। এইদৰে যুদ্ধ হবলৈ ধৰাত হস্তী অশ্ব আৰু মানুহৰ বিনষ্ট পাবলৈ ধৰিলে। তেতিয়া তেওঁলোকৰ দেহৰ পৰা এখন তেজৰ নদী বৰলৈ ধৰিলে। সেই নদীয়ে নিপতিত বহু হস্তী, অশ্ব আৰু মানুহৰ দেহ বহন কৰি নিয়ে। অশ্ব, হস্তী ৰথেৰে পৰিপূৰ্ণ ৰণস্থলত পদাতি অশ্বাৰোহী আৰু ৰথাৰোহী সকলৰ তেজ দোঙা বান্ধি আছিল। তাৰ লগত মাংস মিশ্ৰিত হৈ কৰ্দম আকাৰ ধাৰণ কৰিছিল। এই হেন মহাঘোৰা নদীয়ে ভীৰুজনৰ ভয় উৎপাদন কৰি হস্তী, ঘোঁৰা মানুহৰ দেহ বহন কৰিছিল। জয়াভিলাষী যোদ্ধা বিলাকৰ অনেক তাৰ পাৰলৈ যাবলৈ সমৰ্থ হৈছিল আৰু অনেকে অসমৰ্থও হৈছিল আৰু অনেক যোদ্ধা সেই নদীৰ তলিত নিমগ্ন আৰু উন্মগ্ন হৈ সন্তৰণ কৰিছিল।

ভৰত শ্ৰেষ্ঠ ৰজা, ৰক্ত লিপ্ত দেহ আৰু ৰক্তাক্ত বৰ্ম অস্ত্ৰধাৰী যোদ্ধা সকলে সেই ৰক্ত নদীত স্নান আৰু পান কৰি অৱস হৈ পৰিল। হত আৰু হন্যমান হস্তী, অশ্ব, মানুহ, ৰথ, অস্ত্ৰ, অলংকাৰ ওচৰৰ আৰু দূৰৰ আকাশ, ভূমি আৰু দিশ এই সকলোবোৰ ৰক্তবৰ্ণ দেখিবলৈ পালো। আৰু নানা দিশ প্ৰসাৰী অতিৰিক্ত তেজৰ গন্ধ স্পৰ্শ, ৰস, ৰূপ আৰু শব্দৰ প্ৰভাৱত প্ৰায়বিলাক সৈন্যৰ গুৰুতৰ বিষাদ উপস্থিত হল। তেতিয়া মহাবীৰ ভীমসেন আৰু সাত্যকি প্ৰভৃতি বীৰসকল বিষণ্ণ কৌৰৱ পক্ষলৈ পুনৰাই খেদি গ'ল। হে মহাৰাজ, সেই সময়ত পাঞ্চালৰ আক্ৰমণ অসহ্য বুলি থাৰৰ কৰি আপোনাৰ পুত্ৰ সকলৰ বিশাল সৈন্য পিছ হুহকিবলৈ ধৰে। ক্ৰমে

বনৰ মাজত সিংহপীড়িত হাতীবিলাকে যেনেকৈ পলাবলৈ ধৰে সেইদৰে আপোনাৰ সৈন্য সকলো দিশে পলায়ন কৰে। পাণ্ডবৰ আলোড়ণত আপোনাৰ ৰথ-ৰথী, অশ্বাৰোহী ; গজাৰোহী সকলো পিনে বিক্ষিপ্ত হৈছিল। পদাতি আৰু অশ্বাৰোহী-বিলাক আকুল হৈ পৰিছিল। তেওঁলোকৰ চৰ্ম আৰু কৱচ বিধ্বস্ত আৰু অস্ত্ৰ ধনু হাতৰ পৰা খহি পৰিছিল।

সঞ্জয়ে কৰলৈ ধৰে, "মহাৰাজ পাণ্ডৱ আগবাঢ়ি অহাদেখি, সকলো দিশে পলায়নমান আপোনাৰ সৈন্যবোৰক দুৰ্য্যোধনে বাৰণ কৰিলে, দুৰ্য্যোধনে সকলো ফালৰ পৰা সিহঁতক মতাসত্ত্বেও সিহঁত উভটি নাহিল। তাৰ পাছত ব্যূহৰ পক্ষ আৰু প্ৰপক্ষ-বৰ্ত্তী যোদ্ধা সকল ; সুবল পুত্ৰ শকুনি আৰু সশস্ত্ৰ কৌৰৱবিলাকে ভীমৰ প্ৰতি ধাবিত হ'ল। তেতিয়া দুৰ্য্যোধনৰ লগতে ধাৰ্ত্তৰাষ্ট্ৰ সকল ভীমলৈ খেদি যোৱা দেখি কৰ্ণই শল্যক কলে, "ভীমৰ ফালে ৰথ চলোৱা"। কৰ্ণই এইদৰে কোৱাত মদ্ৰৰাজ শল্যই যিফালে ভীম আছিল সেই ফালে হংসৰ দৰে শুভ্ৰ বৰ্ণ উত্তম ঘোঁৰা কেইটা চলাই দিয়ে। যুদ্ধলোভী শল্যই ৰথ চলাই দিয়াত, সেই ঘোঁৰা কেইটাই ভীমসেনৰ ৰথৰ কাষলৈ গৈ সৈন্যৰ মাজত মিলি গ'ল। কৰ্ণক অহা দেখি ভীমসেন ক্ৰুদ্ধ হৈ তেওঁক বধ কৰিবলৈ ইচ্ছা কৰে। পাছত সাত্যকি আৰু পৃষতনন্দন ধৃষ্টদ্যুম্নক কলে "আপোনালোকে ধৰ্ম্মৰাজ যুধিষ্ঠিৰক ৰক্ষা কৰক। আজি তেওঁ কোনো প্ৰকাৰেহে মহা জীৱনসন্দেহৰ পৰা ৰক্ষা পাইছে, কাৰণ দুৰাত্মা কৰ্ণই দুৰ্য্যোধনৰ সন্তুষ্টিৰ অৰ্থে আমাৰ সম্মুখতে ৰজা যুধিষ্ঠিৰৰ সমস্ত পৰিচ্ছেদ ছেদন কৰিছিল। অতএৱ পৃষত-নন্দন, মই আজি সেই দুখৰ পাৰ পাম। মই আজি ভীষণ যুদ্ধত কৰ্ণক বধ কৰিম ; কিম্বা তেওঁ মোক বধ কৰিব। "এই কথা মই আপোনালোকৰ আগত সত্য কৰি কৈছো। মই আজি মহাৰাজক আপোনালোকৰ ওচৰত গচ্ছিত ৰাখিলো। সেই কাৰণে আপোনালোকে নিৰুদ্বেগ চিত্তে তেওঁক ৰক্ষা কৰিবলৈ যত্নবান হওক।" এই কথা কৈ মহাবাহু ভীমসেন ভয়াবহ সিংহনাদ কৰি সমস্ত দিশ নিনাদিত কৰি কৰ্ণৰ প্ৰতি ধাবিত হ'ল।

যুদ্ধামোদী ভীমসেন বেগেৰে অহা দেখি মদ্ৰৰাজ শল্যই কৰ্ণক কবলৈ ধৰিলে 'কৰ্ণ চোঁৱা, মহাবাহু ভীমসেনে কেনেকৈ আড়ম্বৰে আহিব লাগিছে। নিশ্চয় তেওঁ দীৰ্ঘকালীন সঞ্চিত ক্ৰোধ তোমাৰ ওপৰত জাৰিবলৈ ইচ্ছা কৰিছে। কৰ্ণ, অভিমন্যু, ঘটোৎকচ নিহত হলেও, ইয়াৰ আগতে এনে ক্ৰোধ মই ভীমৰ দেখা নাই। এওঁ ক্ৰোধান্বিত হৈ প্ৰলয়াগ্নিৰ তুল্য যি ৰূপ ধাৰণ কৰিছে ; তাৰ পৰা ধাৰণা কৰা যায় যে সমগ্ৰ ত্ৰিভুবনক নিবাৰণ কৰিবলৈ এওঁ সমৰ্থ হব।"

সঞ্জয়ে কলে, 'মহাৰাজ, শল্যই কৰ্ণক এইদৰে কোৱাৰ লগে লগে ক্ৰোধান্বিত ভীমসেন কৰ্ণৰ সম্মুখত উপস্থিত হ'ল। যুদ্ধামোদী ভীম এইদৰে উপস্থিত হোৱাত কৰ্ণই হাঁহি হাঁহি শল্যক কলে, "শক্তিশালী মদ্ৰৰাজ, আপুনি ভীমসেনৰ যি কথা মোক কৈছিল, সেই কথা সত্য, এই বিষয়ে সন্দেহ নাই। ভীম শিক্ষাত বীৰ, দৈহিক

শক্তিত বীৰ, কোপন স্বভাৱ, দেহৰ প্রতি নিবপেক্ষ, উৎসাহটো অধিক বলশালী। ভীমসেন যেতিয়া বিৰাট ৰজাৰ ৰাজধানীত প্রবেশ কৰে, তেতিয়া দ্রৌপদীৰ প্রিয় সাধনার্থে গুপ্ত ভাৱে বল্লৱ নাম লৈ সভাতুক মহাবীৰ কীচকক বধ কৰিছিল। আজি তেওঁ যুদ্ধসজ্জাত সজ্জিত খণ্ডত অধীৰ হৈ যুদ্ধলৈ আহিছে। কিন্তু সেই বুলি যম সদৃশ মোব লগত যুদ্ধ কৰিবলৈ সাহস কবা কাবণে মই আজি তেওঁব যুদ্ধাভিলাষ পূবণ কৰিম"।

## সৌপ্তিক পৰ্ব ঃ—

সঞ্জয়ৰ আগত দুৰ্যোধনৰ আক্ষেপোক্তি দুৰ্যোধনৰ আত্মশ্লাঘা, সঞ্জয়ব প্রতি আদেশ, অশ্বত্থামা, কৃতবর্মা আৰু কৃপাচাৰ্য্যব দুৰ্যোধনব কাষলৈ আগমন, অশ্বত্থামাব কৰুণ বাক্য, তেওঁলোকব প্রতি দুৰ্যোধনব উক্তি, পাঞ্চাল বধ কবিবলৈ অশ্বত্থামাব প্রতিজ্ঞা, অশ্বত্থামাৰ সেনাপতিত্বত অভিষেক, তেওঁলোকব গমন আৰু বনব কাষত বাত্রি যাপন, এক বটবৃক্ষৰ তলত কৃপাচাৰ্য্য আৰু কৃত্তবর্মাৰ নিদ্রা, অশ্বত্থামাব অনিদ্রা আৰু বাতি এটা ফেঁচাই শুই থকা কাউৰী বিলাকক বধ কবি সিহঁতৰ শিশুবোব ভক্ষণ এই দৃশ্য দেখি অশ্বত্থামায়ো তদনুৰূপ পাণ্ডৱ বধ কবিবলৈ প্রতিজ্ঞা আৰু সঙ্গীদ্বয়ক উক্ত অভিমত প্রকাশ, কৃপাচাৰ্য্যব বিবোধ, আৰু তেওঁলোকৰ মাজত উক্তি প্রত্যুক্তি, সুপ্ত পাণ্ডৱক বধ কবাৰ পক্ষে অশ্বত্থামাব দৃঢ় মত। অশ্বত্থামাব সুপ্ত পাণ্ডৱ শিবিবলৈ গমন, পাণ্ডৱ শিবিৰত ভীষণাকৃতিব পুৰুষক দেখি অশ্বত্থামাব অস্ত্র প্রয়োগ, পুৰুষ কর্তৃক অশ্বত্থামাৰ সকলো অস্ত্র গ্রাস, অশ্বত্থামাব বিষ্ণুমূৰ্ত্তি দৰ্শন, অশ্বত্থামাৰ মহাদেৱ আবাধনা আৰু স্বয়ংভূ যজ্ঞবেদীত আবিৰ্ভাৱ আৰু প্রজ্বলিত অগ্নি দৰ্শন, মহাদেৱৰ ভূতসহ আবিৰ্ভাৱ, মহাদেৱক উপাসনা আৰু উপহাব দান, কৃষ্ণব দ্বাৰা মহাদেৱব স্তুতি, কৃষ্ণ সন্তোষৰ অৰ্থে মহাদেৱৰ শিবিব বক্ষা অশ্বত্থামাব দেহত মহাদেৱব প্রবেশ আৰু খড়্গ দান, তিনি বীৰব পাণ্ডৱ শিবিৰলৈ গমন, কৃপাচাৰ্য্য, কৃতবর্মাক দ্বাব দেশত ৰাখি অশ্বত্থামাৰ শিবিব প্রৱেশ ; সুপ্ত ধৃষ্টদ্যুম্নক জাগৰণ আৰু অনুনয়-বিনয় উপেক্ষা কবি ধৃষ্টদ্যুম্নক পশুৰ ন্যায় হত্যা উত্তমৌজা আৰু সুধামন্যু বধ, পাণ্ডৱ সৈন্য সংহাব, দ্রৌপদীব পঞ্চপুত্রব যুদ্ধ আৰু মৃত্যু ; শিখণ্ডী বধ, অশ্বত্থামা কর্তৃক প্রভদ্রগন, দ্রুপদব পুত্র-পৌত্র আৰু বিৰাট সৈন্য বধ, পাণ্ডৱ সৈন্যব টোপনিত কালী মূৰ্ত্তি দৰ্শন, নানাভাবে অশ্বত্থামাব পাঞ্চাল সৈন্য বধ, বাহিবলৈ ওলাই যোৱা সৈন্যক কৃপাচাৰ্য্য আৰু কৃতবর্মাৰ দ্বাৰা বধ, সমস্ত পাণ্ডৱ সৈন্য নিধনত কৃপাচাৰ্য্যাদিব আনন্দ প্রকাশ, দুৰ্যোধন নিকট গমন, কৃপাচাৰ্য্যব খেদ, অশ্বত্থামাব সকৰুণ খেদোক্তি, দুৰ্যোধনব ওচৰত অশ্বত্থামাব পাণ্ডৱ ধ্বংসৰ বিৱৰণ জ্ঞাপন, আৰু পাণ্ডৱ পক্ষে সাতজন আৰু কৌৰৱৰ পক্ষে তিনজন জীৱিত বুলি জ্ঞাপন, দুৰ্যোধনব সহৰ্ষে মৃত্যু, সঞ্জয়ব দিব্যদৃষ্টিৰ তিৰোধান, ৰাতিপুৱা যুধিষ্ঠিৰৰ ওচৰত নৈশ হত্যাকাণ্ডৰ বিৱৰণ জ্ঞাপন, যুধিষ্ঠিৰব বিলাপ, দ্রৌপদীক আনিবৰ কাৰণে দূত প্রেৰণ, যুধিষ্ঠিৰৰ স্বকীয় শিবিৰলৈ প্রত্যাৱৰ্ত্তন ; আৰু শোকত ভূতলে পতন,

দ্ৰৌপদীৰ আগমন আৰু শোকত মূৰ্চ্ছা ; দ্ৰৌপদীৰ সাক্ৰোশোক্তি, অশ্বত্থামাৰ মস্তক মণি আনিবৰ কাৰণে প্ৰায়োপ্ৰৱেশ আৰু প্ৰৰোচনা, ভীমৰ অশ্বত্থামাৰ অন্বেষনাৰ্থে যাত্ৰা, কৃষ্ণৰ ৰথত উঠি কৃষ্ণসহ অৰ্জুনৰ ভীমৰ অনুগমন, অশ্বত্থামাৰ দ্ৰোণৰ পৰা ব্ৰহ্মশিৰ অস্ত্ৰ লাভ, বেদব্যাসৰ কৃপাত পাণ্ডৱৰ অশ্বত্থামাৰ গতি আৰু দিশ দৰ্শন, ভীমসেনৰ অশ্বত্থামা দৰ্শন আৰু আক্ৰমণ, অশ্বত্থামাৰ ব্ৰহ্মশিৰ অস্ত্ৰ নিক্ষেপ, কৃষ্ণৰ নিৰ্দেশত অৰ্জুনৰো ব্ৰহ্মশিৰ অস্ত্ৰ নিক্ষেপ, বেদ-ব্যাস আৰু নাৰদৰ অনুৰোধত অস্ত্ৰ সংবৰণ, অশ্বত্থামাই সংবৰণ নকৰাৰ ফলত উত্তৰাৰ গৰ্ভনাশ, কিন্তু কৃষ্ণই উত্তৰাৰ গৰ্ভত প্ৰবেশ কৰি গৰ্ভ ৰক্ষা, অশ্বত্থামাৰ মস্তক মণিৰ উৎকৰ্ষ জ্ঞাপন, অশ্বত্থামাৰ প্ৰতি কৃষ্ণৰ অভিশাপ, উত্তৰাৰ গৰ্ভৰক্ষা সম্পৰ্কে কৃষ্ণৰ গৰ্বোক্তি, পাণ্ডৱক মস্তকমণি দান কৰি অশ্বত্থামাৰ বনগমন, অশ্বত্থামাৰ মণি লৈ পাণ্ডৱৰ শিবিৰতে দ্ৰৌপদীক সেই মণি ধাৰণ কৰিবলৈ কোৱাত যুধিষ্ঠিৰকহে ধাৰণ কৰিবলৈ অনুৰোধ কৰে। যুধিষ্ঠিৰৰ মণি ধাৰণ, একাকী অশ্বত্থামাই কেনেকৈ ধৃষ্টদ্যুম্নাদি বীৰ সকলক বধ কৰিলে—যুধিষ্ঠিৰৰ এই প্ৰশ্নৰ উত্তৰত কৃষ্ণৰ সম্ভাৱনা জ্ঞাপন, কৃষ্ণ কৰ্তৃক মহাদেৱৰ মহাত্ম্য বৰ্ণনা, দেৱগণৰ দ্বাৰা দেৱতা সকলৰ মহাদেৱক বাদ দি যজ্ঞ ভাগ বৰ্ণনা, মহাদেৱৰ ক্ৰোধ মহাদেৱ কৰ্তৃক ভগৰ চক্ষু নাশ; সূৰ্য্যৰ বাহুচ্ছেদ আৰু অন্যান্য দেৱতাৰ দুৰ্গতি, সেই দৈৱযজ্ঞ মহাদেৱ কৰ্তৃক বিদ্ধ হোৱাত যজ্ঞ দেৱতাই মৃগৰূপ ধাৰণ কৰি আকাশলৈ গমন, মহাদেৱে নিজ ক্ৰোধ উপশমৰ উদ্দেশ্য সমুদ্ৰলৈ নিক্ষেপ সেই ক্ৰোধেই বড়বানল অৱস্থা প্ৰাপ্তি, দেৱগণ মহাদেৱৰ শৰণাপন্ন হোৱাত মহাদেৱ বিভিন্ন দেৱতাক অস্ত্ৰ দান।

## অনুশাসন পৰ্ব ঃ

কুৰুক্ষেত্ৰ যুদ্ধৰ পাছত অন্ধৰাজ ধৃতৰাষ্ট্ৰ আৰু গান্ধাৰীক পোন্ধৰ বছৰ যুধিষ্ঠিৰে যথাবিধি সুশ্ৰূষা কৰি ৰাজপ্ৰাসাদৰ আৱাসত ৰাখিছিল। ভীমে কিন্তু সুযোগ পালেই যুধিষ্ঠিৰৰ অজ্ঞাতে জেষ্ঠপিতৃক অৱমাননা নকৰাকৈ নাছিল। ধৃতৰাষ্ট্ৰয়ো অন্তৰেৰে ভীমক ভাল নাপাইছিল। ভীমে তেওঁৰ শত পুত্ৰক বধ কৰিছিল। আমি ধৃতৰাষ্ট্ৰই ক্ষোভত লোহ ভীমক ভাঙি ডোখৰ-ডোখৰ কৰা ঘটনা পাই আহিছো। পোন্ধৰ বছৰৰ পাছত বিদুৰৰ উপদেশ মতে ধৃতৰাষ্ট্ৰ বনলৈ যাবলৈ স্থিৰ কৰে। যুধিষ্ঠিৰে অনিশ্চাস্বত্তেও যাবলৈ অনুমতি দিয়ে। কৃষ্ণই এই প্ৰসঙ্গত কয় যে প্ৰাচীন কালৰ পৰা ৰজা সকলে হয় যুদ্ধত মৃত্যুবৰণ কৰিছিল। নহয় বৃদ্ধ বয়সত আশ্ৰমবাসী হৈ তপস্যা আচৰণ কৰি স্বৰ্গবাসী হৈছিল। সেই উপদেশ অনুসাৰে ধৃতৰাষ্ট্ৰ আৰু গান্ধাৰী বনলৈ যাবলৈ আয়োজন কৰে। লগতে কুন্তী, সঞ্জয় আৰু বিদুৰো ওলায়। এ বছৰৰ পাছত পাণ্ডুৱে তেওঁলোকক বনত দেখা কৰি খবৰ-খাবাৰ লয় আৰু শ্ৰদ্ধা জনায়। বিদুৰে এই সময়তে স্বৰ্গাৰোহণ কৰে। দুবছৰৰ পাছত পাণ্ডৱে ধৃতৰাষ্ট্ৰ, গান্ধাৰী আৰু কুন্তীৰ মৃত্যু সংবাদ পায়। বনাগ্নিয়ে

তেওঁলোকক পুৰি মাৰে। কেৱল সঞ্জয় বাচি থাকে। তেওঁ হিমালয়লৈ তপস্যাৰ নিমিত্তে যাত্ৰা কৰে। পাণ্ডৱেও স্বৰ্গ যাত্ৰাৰ কাৰণে সাজু হয়।

দেৱৰাজ ইন্দ্ৰৰ সৰস্বতী স্নান আৰু ব্ৰহ্ম হত্যা পাপৰ পৰা মুক্তি, নমুচি দানৱৰ কথা, বলৰামৰ নমুচি তীৰ্থত স্নান দান, চন্দ্ৰৰ মহাযজ্ঞ আৰু কাৰ্ত্তিকৰ দ্বাৰা তাৰকাসুৰ বধ, কাৰ্ত্তিকৰ জন্ম কাহিনী, জাত কৰ্ম্মাদিৰ বিৱৰণ, দেৱ সেনাপতিত্ব লাভৰ বিৱৰণ, বিভিন্ন দেৱতাৰ কাৰ্ত্তিকৰ শক্তি আৰু অনুচৰ দান, ক্ৰৌঞ্চ পৰ্ব্বত ভেদ, অসুৰ বিনাশ বলৰামৰ কাৰ্ত্তিক অভিষেক, স্থান, গমন আৰু স্নান দান, বৰুণৰ জলাধিপতি পদলাভ আৰু অভিষেক, ভৃগুৰ শাপত অগ্নিৰ শমীলতাৰ ভিতৰত আশ্ৰয়, পুনৰুদ্ভৱ, বলৰামৰ গমন, স্নান দান, ভৃগুৰ শাপত অগ্নিৰ সৰ্বভূক হয়। বলৰামৰ কুবেৰ তীৰ্থ গমন, কুবেৰ তীৰ্থৰ উৎপত্তি, শ্ৰুবাৱতীৰ কাহিনী, বদৰ পাচন তীৰ্থ, অৰুন্ধতীৰ কথা, শ্ৰুৱাৱতীৰ সংস্কাৰ, ইন্দ্ৰ তীৰ্থৰ কথা, অসীত, দেবল আৰু জৈগীশৱৰ বিভিন্ন লোক (স্থান) পৰিদৰ্শন দেৱলৰ গৃহস্থ ধৰ্ম্মৰ ত্যাগপূৰ্বক সন্যাস গ্ৰহণ আৰু অৱশেষত মুক্তি লাভ, বলৰামৰ দেৱলৰ আশ্ৰম দৰ্শন ও স্নান দান, দ্বাদশ বৰ্ষব্যাপী অনাবৃষ্টি আৰু কালছোৱাত সাৰস্বত মুনিৰ ছাত্ৰক বেদ অধ্যাপন, দধীচিৰ কথা, সৰস্বতীৰ দধীচিৰ পুত্ৰ পালন, আৰু সৰস্বতীক বৰদান যে সৰস্বতীত তৰ্পন কৰিলে দেৱতা, পিতৃ, গন্ধৰ্ব সকলো পৰিতৃপ্ত হব আৰু পুত্ৰ সাৰস্বত মহাতপস্বী হব। অনাবৃষ্টি নাশ কৰিব সৰস্বতী ও পৰিত্ৰ নদীৰূপে গণ্য হব। দধীচিৰ অস্থিদান আৰু অসুৰ বধ, ঋষি সকলক স্বাৰস্বত ৱেদ অধ্যাপন, বলৰামৰ সাৰস্বত তীৰ্থ ভ্ৰমণ, কুনিগাৰ্গ ঋষিৰ সুভ্ৰূ কন্যাৰ কথা কন্যাৰ দুৰ্ঘোৰ তপস্যা অবিবাহিতাৰ স্বৰ্গলাভ নাই প্ৰাক শৃঙ্গৱান মুনিৰ এৰাতিৰ কাৰণে সুভ্ৰূৰ পানী গ্ৰহণ আৰু সুভ্ৰূৰ স্বৰ্গলাভ, সুভ্ৰূৰ শোকত স্বৰ্গলাভ, বলৰামৰ সেই স্থান দৰ্শন, স্নানদানৰ বলৰাম, সমস্ত পঞ্চক আগমন আৰু কুৰুক্ষেত্ৰ যুদ্ধৰ সংবাদ গ্ৰহণ, কুৰুক্ষেত্ৰৰ উৎপত্তিৰ কথা, কুৰুক্ষেত্ৰৰ মহিমা, নাৰায়ণ ঋষিৰ আশ্ৰম, ব্ৰাহ্মণ কন্যাৰ কথা ( শাণ্ডিলাৰ কন্যা ) বলৰামৰ গমন, বলৰামৰ হিমালয় আৰোহণ, বলৰামৰ কাৰাবৰণ, তীৰ্থাগমন মিত্ৰা বৰুণৰ আশ্ৰম ; বলৰামৰ ঋষিৰ আশ্ৰমত উপাখ্যান শ্ৰৱণ, নাৰদৰ আগমন আৰু বলৰামৰ কুৰু পাণ্ডৱ সম্পৰ্কে প্ৰশ্ন, নাৰদৰ উত্তৰ, ( পাণ্ডৱৰ ৭ জন কৌৰৱৰ ৪ জন অৱশিষ্ট ) সৰস্বতী নদীত স্নান, তৰ্পণ কৰি যুদ্ধ চাবলৈ বলৰামৰ কুৰুক্ষেত্ৰলৈ গমন, যুদ্ধাৰম্ভ আৰু বীৰদ্বয়ৰ শক্তি সামৰ্থ বৰ্ণনা, দুৰ্যোধনৰ একাকি অৱস্থা দেখি ধৃতৰাষ্ট্ৰৰ দুখ প্ৰকাশ, যুদ্ধ বৰ্ণনা যুদ্ধৰ প্ৰকোপত প্ৰাকৃতিক দুৰ্যোগ, দুৰ্যোধনক ভীমৰ কৰ্কথনা দুৰ্যোধনৰ উত্তৰ। গদাযুদ্ধৰ বৰ্ণনা, যুদ্ধৰ প্ৰকোপত প্ৰাকৃতিক দুৰ্যোগ ; দুৰ্যোধনৰ গদাযুদ্ধৰ কৌশল, দুয়োবীৰৰ পৰস্পৰৰ আঘাত, দুৰ্যোধনৰ অধিক কৌশল প্ৰদৰ্শন, কৃষ্ণই দুৰ্যোধনৰ অধিক কৌশল আৰু ভীমৰ অধিক শক্তি বুলি অৰ্জুনক জনায়। কৃষ্ণই যুধিষ্ঠিৰক তিৰস্কাৰপূৰ্বক তেওঁলোকক যি কোনো এজনক প্ৰতি যোদ্ধাৰূপে বাছি লবলৈ কোৱা কথাৰ তীব্ৰ নিন্দা,

কৃষ্ণৰ ইঙ্গিত মতে অৰ্জুনে বাওঁ কৰঙ্গনত আঘাত কৰি পূৰ্বৰ প্ৰতিজ্ঞাৰ কথা সোঁৱৰাই দিয়ে। তুমুল যুদ্ধৰ বিবৰণ, ভীমৰ পৰিশ্ৰান্তি, পুনৰ যুদ্ধ আৰু দুৰ্যোধনৰ উৰুভঙ্গ; দুৰ্যোধনৰ উৰুভঙ্গত প্ৰকৃতিৰ সহানুভূতি, ভীমৰ দুৰ্যোধনক অতীতৰ কু-কাৰ্য্যাবলী সোৱঁৰাই তিৰস্কাৰ আৰু পাদদ্বাৰা মস্তক মৰ্দ্দণ, যুধিষ্ঠিৰৰ ভীমক তিৰস্কাৰ আৰু দুৰ্যোধনক আশ্বাস দান, বলৰামৰ ভীমৰ ওপৰত ক্ৰোধ, কৃষ্ণৰ মধ্যস্থতাত ক্ৰোধৰ উপশম, কৃষ্ণৰ যুক্তি প্ৰদৰ্শন দ্বাৰা ছয় প্ৰকাৰ উন্নতিৰ কথাকৈ বলৰামক সান্ত্বনা, বলৰামৰ ভীমক কূটযোদ্ধা বুলি আৰু দুৰ্যোধনক প্ৰশংসা কৰি ৰথাৰোহণ কৰি প্ৰস্থান, যুধিষ্ঠিৰৰ ভীমৰ কাৰ্য্য নিন্দা কিন্তু প্ৰতিজ্ঞাৰ কথা স্মৰণ কৰি ভীমৰ অন্যায উপেক্ষা ভীমক প্ৰশংসা আৰু ভাগ্যৰ বলত যে জয় সম্ভৱ হৈছে এই কথা স্বীকাৰ। পাণ্ডৱ পক্ষৰ হৰ্ষ ধ্বনি আছে ভীমক প্ৰশংসা, কৃষ্ণৰ দুৰ্যোধনৰ নিপাত সমৰ্থন, দুৰ্যোধনৰ কৃষ্ণ নিন্দা, কৃষ্ণৰ প্ৰত্যুত্তৰ, আৰু পাপকাৰ্য্য প্ৰদৰ্শনপূৰ্বক দুৰ্যোধনক নিন্দা, দুৰ্যোধনৰ যথোচিত বীৰ সুলভ উত্তৰ। "সসুহৃৎ সানুজশ্চৈৱ স্বৰ্গং গন্তাহমচ্যুত। যূয়ং বিহত সংকল্পাঃ শোচন্তো বৰ্ত্তযিষ্যথ"। পাণ্ডৱৰ বিষাদ বিষণ্ণ চিত্ত দেখি অন্যায় যুদ্ধ কৰাৰ পক্ষে যুক্তিসম্মত উত্তৰ, কুৰু শিবিৰ অধিকাৰ য'ত নপুংসক আৰু বিধবা নাৰীযেই অধিক সংখ্যক আছিল। কৃষ্ণই অৰ্জুনক ৰথৰ পৰা নামিবলৈ কঁয় আৰু নিজেও নামে আৰু লগে লগে কপিধ্বজ তিৰোহিত হয়। ৰথখন প্ৰজ্বলিত হয়। অৰ্জুনে ইয়াৰ কাৰণ সোধাত কয় যে ৰথখন অগ্নিময় অস্ত্ৰৰ দ্বাৰা পৰিপূৰ্ণ আছিল এতিয়া যুদ্ধসমাপ্তিৰ পাছত আৰু ৰথখনৰ উদ্দেশ্য সাধন হোৱাত নিজে নিজে প্ৰজ্বলিত হয়। কৃষ্ণই অৰ্জুনক যুধিষ্ঠিৰৰ হাতত সমৰ্পণ কৰে। যুধিষ্ঠিৰৰ বিনয় সূচক উত্তৰ, বেদব্যাসৰ উক্তি উদ্ধৃত কৰি—"যতো ধৰ্মস্ততঃ কৃষ্ণঃ যতঃ কৃষ্ণঃ ততো জয়ঃ" কৌৰৱ শিবিৰ লুট, জন্তুবোৰ এৰি দিয়ে মঙ্গল লাভৰ বাবে ৰাতিটো শিবিৰৰ বাহিৰত অৱস্থিত, ৰাতিপুৱা কৃষ্ণক ধৃতৰাষ্ট্ৰৰ কাষলৈ প্ৰেৰণ, ইয়াৰ কাৰণ হ'ল মহাসতী গান্ধাৰীক সান্ত্বনা দান, কৃষ্ণৰ বাহিৰে আনৰ পক্ষে সম্ভৱ নাছিল। কৃষ্ণৰ গমন আৰু বেদব্যাস ধৃতৰাষ্ট্ৰ আৰু গান্ধাৰীৰ চৰণ স্পৰ্শ পূৰ্বক অভিবাদন, ধৃতৰাষ্ট্ৰাদিৰ চৰণ স্পৰ্শ কৰি ৰোদন, পাণ্ডৱৰ পক্ষে যুক্তিসহ সবিশেষ জ্ঞাপন, ধৃতৰাষ্ট্ৰক যুদ্ধৰ কাৰণে দায়ী সাব্যস্তই কৰি পাণ্ডৱৰ ভক্তি জ্ঞাপন, গান্ধাৰীক তেওঁ নিজৰ উক্তি সোঁৱৰাই (য'তে ধৰ্ম, ততে জয়) সান্ত্বনা দান, গান্ধাৰীৰ প্ৰত্যুত্তৰ, অশ্বত্থামাৰ ৰাতি পাণ্ডৱ হত্যাৰ কু-অভিপ্ৰায় জানি ধৃতৰাষ্ট্ৰৰ অনুমতি পূৰ্বক কৃষ্ণৰ পাণ্ডৱ শিবিৰলৈ প্ৰত্যাবৰ্ত্তন।

## মৌষল-পৰ্ব ঃ

মহাযুদ্ধৰ ছয়ত্ৰিশ বছৰৰ পাছত পাণ্ডৱ সকলে শোকাবহ সংবাদ পায় যে তেওঁলোকৰ আত্মীয় যদুবংশৰ কোনো জীৱিত নাই। পৰস্পৰ মৰামৰি কটাকটি কৰি সমস্ত যদুকুল ধ্বংস পালে। মহাসতী গান্ধাৰীৰ অভিশাপ ফলিয়ালে। কুৰুক্ষেত্ৰৰ শ্মশানভূমি তথা ৰণক্ষেত্ৰত মৃত পুত্ৰ সকলৰ শৱদেহ বিচাৰি ফুৰা

গান্ধাৰীয়ে কৃষ্ণক অভিশাপ দিছিল যে তেওঁৰ বংশয়ো কুৰুবংশীয় সকলৰ দৰে আত্ম-কলহত বিনষ্ট হ'ব।

যদুবংশীয় ডেকা সকলে কৃষ্ণ পুত্ৰ শাম্বক কন্যা সজাই দুৰ্বাসা ঋষিক ধেমালিৰ ছলেৰে সুধিলে কন্যাজনীয়ে ছোৱালীনে পুত্ৰ প্ৰসৱ কৰিব? ঋষিয়ে তেওঁলোকৰ ইতিকিং সূচক পৰিহাস বুজি পাই কলে যে ছোৱালীজনীয়ে ল'ৰা বা ছোৱালী একো প্ৰসৱ নকৰে বৰং এছটা শিল বা লোহা প্ৰসৱ কৰিব। সঁচা সঁচিকৈ শাম্বৰ পেটৰ পৰা এডোখৰ পাথৰ বাহিৰ হ'ল। কৃষ্ণক পাথৰ ডোখৰ কি কৰি নষ্ট কৰিব সেই কথা নুসুধি বৰা উগ্ৰসেনক উপায় সোধাত তেওঁ পাথৰ ডোখৰ সাগৰৰ পাৰত খহি খহি গুৰিবোৰ পেলাই দিবলৈ ক'লে। আমাৰ ভাষাত এফাঁকি গীত আছে, "আপদকালত বুদ্ধি হয় হত, উগ্ৰসেনে বুদ্ধি নুসুধিলে মাধৱত"। সেই পাথৰৰ গুৰিৰ পৰা শ-শ ঝাওঁগছ গজি উঠিল। যদুবংশীয় সকলে সাগৰৰ পাৰত বালিভাত খাবলৈ গৈ প্ৰচুৰ মদ্যপান কৰি কাজিয়া আৰম্ভ কৰে। আৰু পৰস্পৰে মৰামৰি কৰি মৃত্যু মুখত পৰে। বলৰামে এই অৱস্থা দেখি আতৰি গৈ এজোপা গছৰ তলত যোগ আচৰি দেহ এৰে। কৃষ্ণই এজোপা গছৰ তলত যোগাসনত বহি থাকোঁতে এটা ব্যাধে তেওঁৰ ৰঙা ভৰিৰ তলুৱাখন দেখি হৰিণৰ মুখ বুলি ভাবি শৰ কৰি বিন্ধি পেলাই। সেই আঁচিলাতে কৃষ্ণই দেহত্যাগ কৰে। যোৱাৰ আগতে সাৰথি দাৰুকক কৈ যায় অৰ্জুন, যাদৱ স্ত্ৰী সকলক হস্তিনাপুৰলৈ এসপ্তাহৰ ভিতৰতে লৈ যাবলৈ। কাৰণ এসপ্তাহৰ পিছতে সাগৰে দ্বাৰকা নগৰ উটুৱাই নিব বুলি তেওঁ জানিছিল। দাৰুকে অৰ্জুনক খবৰ দি দ্বাৰকা লৈ মাতি আনে আৰু কৃষ্ণৰ অন্তিম নিৰ্দেশ শুনায়। কৃষ্ণক বধ কৰা ব্যাধৰ নাম আছিল জৰা। দৰাচলতে বৃদ্ধ বয়সৰ জৰাই (ব্যাধ) তেওঁৰ মৃত্যুৰ কাৰণ বুলি ক'ব পাৰি। অৰ্জুনে তেওঁৰ প্ৰিয় সখা আৰু বুদ্ধি পৰামৰ্শদাতা আৰু ৰথৰ সাৰথিক হেৰুৱাই শোকত বিহ্বল হৈ পৰে যদিও কৃষ্ণৰ শেষ নিৰ্দেশ পালন কৰি যাদৱ স্ত্ৰী সকলক হস্তিনালৈ লৈ যাওঁতে ডকাইতে অৰ্জুনক পৰাস্ত কৰি নাৰীসকলক কাঢ়ি নিয়ে। কৃষ্ণবিহীন অৰ্জুন নিশকতীয়া হৈ পৰিছিল। অৰ্জুনৰ মুখৰ পৰা কৃষ্ণ-বলৰাম স্বৰ্গযাত্ৰা আৰু যদুবংশৰ অৱস্থাৰ কথা শুনি যুধিষ্ঠিৰে ভাই সকল আৰু দ্ৰৌপদী সহ বানপ্ৰস্থ গ্ৰহণ কৰে। হিমালয়লৈ যাত্ৰা কৰে। অভিমন্যুৰ পুতেক পৰীক্ষিতক সিংহাসনত বহুৱাই আৰু কৃপাচাৰ্য্যক মন্ত্ৰীত্বৰ ভাৰ দি স্বৰ্গক উদ্দেশ্য কৰি হিমালয় পথেদি যাত্ৰা কৰে।

## স্বৰ্গাৰোহণ পৰ্ব ঃ

গছৰ বাকলিৰ বসন পিন্ধি যুধিষ্ঠিৰ, দ্ৰৌপদী আৰু চাৰি ভাই হিমালয় পথেদি যাত্ৰা আৰম্ভ কৰে। যাওঁতে বাটত লগ ধৰে এটা কুকুৰে। যুধিষ্ঠিৰে তাকো লগত ললে। কিছুপথ অতিক্ৰম কৰি তেওঁলোকে মেৰু পৰ্বতৰ ওচৰ চাপে কিছুদূৰ

যোবাৰ পাছত দ্ৰৌপদী অৱশ হৈ পৰি যায়। কিন্তু স্বৰ্গযাত্ৰী সকলৰ উভতি চাবৰ সময় নাই, পাছলৈ নাছাই তেওঁলোক আগবাঢ়ে। ভীমে যুধিষ্ঠিৰক সুধিলে যাজ্ঞসেণী কিয় বাটত পৰি ৰ'ল ? কিয় তেওঁলৈ উভটি চাবৰ প্ৰয়োজন বোধ নকৰিলে ?

যুধিষ্ঠিৰে গম্ভীৰ ভাবে উত্তৰ দিলে মায়া-মোহ মমতা ত্যাগ কৰিব নোৱাৰিলে স্বৰ্গলাভ নহয়। মৃত্যু প্ৰাণীৰ জন্মৰ লগতে লাগি আছে, তাৰ কাৰণে শোক কৰি লাভ নাই, দ্ৰৌপদী স্বৰ্গপথৰ পৰা বিচ্যুত হোৱাৰ কাৰণ হ'ল যে তেওঁ অৰ্জুনক ভাল পাইছিল। পাঁচজনক সমানে ভালপোৱা দিব পৰা নাছিল। যদিও মাতৃৰ আদেশ উলংঘা কৰিব নোৱাৰি পাঁচজনকে পতিবৰণ কৰিলে, প্ৰকৃততে লক্ষ্য ভেদ কৰি পাৰ্থই হে তেওঁক লাভ কৰিছিল। সেই কাৰণেই পাঞ্চালীয়ে অৰ্জুনক অধিক ভাল পাইছিল। এই কাৰণেই, অৰ্থাৎ সকলো কেইজন স্বামীকে সমান দৃষ্টিৰে চাব নোৱাৰা কাৰণে পথত পৰি ৰ'ব লগা হ'ল।

কিছুদূৰ যোৱাৰ পাছত সহদেৱ আৰু আগবাঢ়িব নোৱাৰি মাটিত বাগৰি পৰিল। যুধিষ্ঠিৰ আগবাঢ়ি গৈ থাকিল সৰু ভাইক কেৰাহীকৈয়ো উভতি নাচালে। ভীমে আকৌ সুধিলে—সহদেৱ কি দোষত বাটতে পৰি থাকিব লগা হ'ল ? যুধিষ্ঠিৰে সমিধান দিলে—সহদেৱে নিজকে পণ্ডিত বুলি গৰ্ব অনুভৱ কৰিছিল। গৰ্ব থকাৰ কাৰণেই তেওঁ পথ ভ্ৰষ্ট হ'ল। ইয়াৰ পাছত নকুল কিছুদূৰ গৈ ওপৰলৈ উঠিব নোৱাৰি অৱশ হৈ বাগৰি পৰিল। যুধিষ্ঠিৰে অৰ্জুন ভীমসহ আগবাঢ়ি গৈ থাকিল। ভীমৰ প্ৰশ্নৰ উত্তৰত কলে যে নকুলে নিজকে বৰ ধুনীয়া বুলি গৰ্বভাব কৰিছিল। সেই গৰ্বৰ দোষতে তেওঁৰ পতন ঘটিল। দৈহিক ৰূপ দুদিনীয়া ; সেই লৈ গৰ্ব কৰা অনুচিত।

তাৰ পাছত বহুত দূৰ অতিক্ৰম কৰিলে। কিন্তু মহাবীৰ অৰ্জুনৰ এইবাৰ স্খলন ঘটিল যুধিষ্ঠিৰে এবাৰ উভটি চাই পুনৰ যাত্ৰা কৰিলে। অৰ্জুন কি দোষত, পৃথিবী বিজয়ী হৈয়ো বাটতে দেহ এৰিব লগা হ'ল ? যুধিষ্ঠিৰে কলে, অৰ্জুনে নিজকে বৰ ডাঙৰ বীৰ বুলি ভাবিছিল। সেই দোষতে তেওঁ বাটতে পৰি ৰ'ব লগা হল। অৱশেষত ভীমো পৰিল। তুষাৰ শুভ্ৰ পৰ্বতৰ ওপৰত পৰাৰ লগে লগে তেওঁ প্ৰশ্ন কৰিলে "মই কি দোষত বাটতে ৰ'ব লগা হ'ল ? যুধিষ্ঠিৰে নিৰ্বেদচিত্তে উত্তৰ দিলে, তুমি পেতুক আছিলা। আনে খাবলৈ পাইছেনে নাই তাৰ বিচাৰ নকৰিছিলা। সেই পেতুকটাৰ দোষতেই তুমি পথশ্ৰান্ত হৈ পথপ্ৰান্তত পৰি থাকিব লগা হ'ল।"

জীৱনৰ সুখ দুখৰ লগৰীয়া ; তেওঁক পিতৃতুল্য জ্ঞান কৰা, তেওঁৰ ৰাজ্যৰ কাৰণে সৰ্বস্ব ত্যাগ কৰি তেৰ বছৰ বনবাস খাটি, জীৱন উছৰ্গা কৰি মহাৰণত শত্ৰুকুলক ধ্বংস কৰি তেওঁক সিংহাসনত স্থাপন কৰা চাৰি ভাই আৰু সহধৰ্মিণী, অৰ্দ্ধাঙ্গিণী, দ্ৰৌপদীৰ শোকাৱহ পৰিণতি দেখিও কোনো ব্যাকুলতা, কোনো মানসিক বৈকল্য প্ৰকাশ নকৰি কুকুৰটোক সঙ্গীৰূপে লৈ যুধিষ্ঠিৰ আগবাঢ়ি গৈ থাকিল—

স্বৰ্গাভিমুখে। অদূৰত স্বৰ্গৰ দিব্যপ্ৰভা জিলিকি উঠা দেখা গৈছে। যুধিষ্ঠিৰৰ কিন্তু কোনো চাঞ্চল্য দেখা পোৱা নগ'ল। তেওঁ দৃঢ় পদক্ষেপত আগবাঢ়ি গৈ থাকিল।

এনেতে ইন্দ্ৰই তেওঁক স্বৰ্গলৈ আগবঢ়াই নিবলৈ তেওঁৰ ওচৰ চাপিল। যুধিষ্ঠিৰক কলে যে লগৰ কুকুৰটো এৰিব লাগিব। কুকুৰক স্বৰ্গলৈ নিব নোৱাৰি। কুকুৰ অতি নীচ প্ৰাণী; স্বৰ্গত তাৰ স্থান হব নোৱাৰে। যুধিষ্ঠিৰ কিন্তু নাছোৰবান্দা, কুকুৰটো এৰি তেওঁ স্বৰ্গলৈ নাযায়। কুকুৰটোৱে তেওঁলোকৰ সঙ্গলৈ কেতিয়া আহিল সেই বিষয়ে জানিবলৈ যুধিষ্ঠিৰৰ উৎসুক নাছিল। কুকুৰটোৱে ওখ পৰ্বত শৃঙ্গ বগাবলৈ ক'ত শক্তি পালে, বাটত কি খাদ্য খাই সি তাৰ জীৱন ৰক্ষা কৰিছিল, জোপোহা পালেই পাছ ঠেং এটা দাঙি সি প্ৰস্ৰাৱ কৰিছিলনে নাই, সি আগে আগে পথ দেখুৱাই গৈছিল নে, সকলোৰে পাছত অনুসৰণ কৰিছিল, বাটত দেখা পোৱা মেকুৰী অথবা কোনো সৰু জন্তু দেখি ভুক ভুকাই গৈছিলনে নাই, কোনোবা সাৰমেয়ীক দেখি তাইৰ সঙ্গ লাভ কৰিবলৈ আগবাঢ়ি গৈছিল নে, সঙ্গ সুখৰ বাবে নিৰ্বিকাৰ আছিল, পেটৰ জ্বালাত যি কোনো প্ৰাণীৰ বিষ্ঠা খাবলৈ সি সংকোচবোধ কৰা নাছিলনে? এই সকলোবোৰ প্ৰশ্ন যুধিষ্ঠিৰৰ মনত উদয় হোৱা নাছিলনে? যি কাৰণতেই নহওক; ইমান দূৰ সঙ্গ দি আৰু সাহস দি অহা কুকুৰটোৰ প্ৰতি যুধিষ্ঠিৰৰ মমতা বৃদ্ধি পোৱাটো স্বাভাৱিক। যুধিষ্ঠিৰৰ এই অন্তিম যাত্ৰাত এটা অশুচি-ঘৃণ্য প্ৰাণীৰ বাদে কোনো সঙ্গী নাথাকিল। কুকুৰটোক এৰি যাব নোখোজা উদাৰতাই ধৰ্মৰাজৰ বিজয় পতাকা উত্তোলন কৰিলে। জন্তুটোৰ দেৱত্ব প্ৰাপ্তিয়ে আমাৰ মনত নতুনকৈ বিস্ময় ভাৱ সৃষ্টি নকৰে। সোঁ শৰীৰে স্বৰ্গলৈ যোৱাৰ সাৰ্থক প্ৰতিমূৰ্ত্তি ধৰ্মৰাজ যুধিষ্ঠিৰ।

ওপৰত বিভিন্ন পৰ্বৰ ঘটনাৱলীৰ অধ্যায়গত আভাস দাঙি ধৰা হ'ল কোনো উল্লেখযোগ্য ঘটনা আখ্যান বা উপাখ্যানৰ reference ইয়াৰ পৰা বাদ যোৱা নাই। যি কোনো এটা আখ্যান বা ঘটনা মহাভাৰতত আছেনে নাই সেইটো জানিবৰ বাবে ওপৰত দিয়া সূচিপত্ৰত চালেই জানিব পাৰিব। প্ৰক্ষিপ্ত বুলি ঘোষিত অধ্যায় বা আখ্যানো সূচীপত্ৰত অন্তৰ্ভুক্ত কৰা হৈছে।

**মহাভাৰতৰ জন্ম ঃ**

নৈমিষাৰণ্যত সমবেত ঋষি সকলৰ মহাভাৰত শ্ৰৱণেচ্ছা পূৰণ কৰিবলৈ সৌতিকক অনুৰোধ জনোৱাত সৌতিয়ে মহাভাৰত কবলৈ আৰম্ভ কৰে। প্ৰথমতে ঈশ্বৰ নমস্কাৰপূৰ্বক মহাভাৰতৰ মহিমা ব্যাখ্যা কৰে।

অলংকৃতং শুভৈঃ শব্দৈঃ সময়ৈ দিব্য মানৰ্ষৈঃ।
ছন্দো বৃত্তশ্চ বিবিধৈৰনিতং বিদুষাং প্ৰিয়ম্

১।২৮

('এই মহাভাৰতৰ মঙ্গলজনক শব্দেৰে পৰিশোভিত, স্বৰ্গলোক আৰু মৰ্ত্তলোকৰ আচাৰ-নীতি আৰু ছন্দেৰে পৰিপূৰ্ণ আৰু পণ্ডিত সকলৰ প্ৰীতিদায়ক)।

প্ৰথমতে জগতৰ উৎপত্তি সম্পৰ্কে সৌতিয়ে মহাভাৰত আৰম্ভ কৰে। বিভিন্ন পাঠকে মহাভাৰতৰ বিভিন্ন স্থানৰ পৰা পাঠ আৰম্ভ কৰে। আৰু সেইমতে পাঠ্যশ্লোকৰ তাৰতম্য ঘটি আহিছে। মহাত্মা বেদব্যাসে সৰ্বজ্ঞ জ্ঞান দৃষ্টিৰে গ্ৰাম, নগৰ, গোষ্ঠ প্ৰভৃতি থকা ঠাই, মাৰণ, উচ্চাটন, বশীকৰণ প্ৰভৃতি ত্ৰিবিধ গুপ্ত বিষয়, চাৰিবেদ, যোগ, শিল্প, ধৰ্ম, কাম, ধৰ্ম শাস্ত্ৰ, অৰ্থ শাস্ত্ৰ, কাম শাস্ত্ৰ আৰু সমাজৰ শৃংখলা অনালোকিক বিষয়—এই সকলোবোৰ বেদব্যাসে যোগবলে জানিবলৈ সক্ষম হৈছিল ইতিহাস ব্যাখ্যা প্ৰসংগত নানাবিধ শ্ৰুতি স্মৃতিৰ কথা ইয়াত কোৱা হৈছে আৰু এই মহৎ গ্ৰন্থৰ লক্ষণে প্ৰকাশ কৰিছে—

ধৰ্মাৰ্থকাম যুক্তানি শাস্ত্ৰানি বিবিধানি চ।
লোক যাত্ৰাবিধানঞ্চ সৰ্বং তদ্দৃষ্ট বানৃষিঃ ॥
ইতিহাস সহ ব্যাখ্যা বিবিধাঃ শ্ৰুতয়োঽপি।
ইহ সৰ্ব্ব মনুক্ৰান্ত যুক্তং গ্ৰন্থস্য লক্ষণম্ ॥
বিস্তীৰ্যৈতন্মহজ জ্ঞানমৃষিঃ সংক্ষিপ্যাচা ব্ৰবীৎ।
ইষ্ট হি বিদুষাং লোকে সমাসব্যাস ধাৰণম্ ॥
মন্বাদি ভাৰতং কেচিৎ আস্তীকাদি তথা পৰে।
তথো পৰিচৰাদ্যন্যে বিপ্ৰাঃ সম্যগধীয়তে ॥

১।৫২

( কোনো কোনো ব্ৰাহ্মণে "নাৰায়ণং নমস্কৃত্য"ৰ পৰা ভাৰত অধ্যয়ন কৰে, কোনোৱে অস্তীক পৰ্বৰ পৰা আৰম্ভ কৰে। আৰু কোনোৱে উপৰিচৰ বসুৰ উপাখ্যানৰ পৰা ভাৰত পাঠ কৰে। ) সত্যৱতী নন্দন ব্যাস তপস্য আৰু ব্ৰাহ্মচৰ্য্যৰ প্ৰভাৱত সনাতন বেদ শাস্ত্ৰক বিভাগ কৰি মহাভাৰত ৰচনা কৰে।

ওপৰত উদ্ধৃত কৰা শ্লোকৰ পৰা জনা যায় যে ব্যাসে বেদবিভাগ কৰাৰ পাছতহে মহাভাৰত ৰচনা কৰে। খৃষ্ট পূৰ্ব এহেজাৰ বছৰ মানত বেদ ৰচনা আৰু বিভাগ সম্পূৰ্ণ হয় বুলি পণ্ডিত সকলে ধাৰণা কৰে। ইয়াৰ পাছতে মহাভাৰত ৰচনা কৰিবলৈ লয়। উপাখ্যান সমূহ বাদ দি চৌবিশ হাজাৰ শ্লোকত ব্যাসে প্ৰথমতে ভাৰত ৰচনা কৰে। তাৰ পাছত এক লাখ শ্লোকলৈ ইয়াক পৰিবৰ্দ্ধিত কৰে।

চতুৰ্বিশংতি সাহস্ৰীং চক্ৰে ভাৰত সংহিতাম।
উপাখ্যানৈৰ্বিনা ভাৰদ্ভাৰতং প্ৰোচ্যতে বুধৈঃ ॥
ততো ততোধ্যদ্ধশতং ভূয়ঃ সংক্ষেপং কৃতবানৃষিঃ
অনুক্ৰমণিকাধ্যায়ং বৃত্তান্তং সৰ্বপৰ্বণাম্ ॥
ইদং দ্বৈপায়নং পূৰ্বং পুত্ৰ মধ্যাপয়েদ শুকং।
ততো অন্যেভ্যোঽহনুৰূপেভ্যঃ শিষেভ্যঃ প্ৰদদৌ প্ৰভূঃ ॥

১-৬৪-৬৬

বেদব্যাসে উপাখ্যান সমূহ ব্যতীত চৌবিশ হাজাৰ শ্লোকত মহাভাৰত ৰচনা কৰে।

পণ্ডিত সকলে তাকে প্ৰকৃত মহাভাৰত বুলি জানে। প্ৰথমতে নিজপুত্ৰ শুকক, তাৰ পাছত অন্য শিষ্যক ইয়াক বিতৰণ কৰিছিল।

বেদব্যাসৰ শিষ্য, বেদবিদ, বৈশম্পায়ন মুনিয়ে মৰ্ত্ত্যলোকত একলক্ষ শ্লোকৰ মহাভাৰত ঋষি সকলক শুনাইছিল। তাৰ পাছত সুতে তাকে নৈমেষাৰণ্যত ঋষি সকলক দ্বিতীয়বাৰ শুনায়। ইয়াৰ মহাভাৰত নাম কিয় হ'ল, সেই বিষয়ে কোৱা হৈছে ঃ—

চত্বাৰ একতোবেদা ভাৰতঞ্চৈকমেতঃ
পুৰাকিল সুৰৈঃ সুৰৈঃ সামেত্য তুলয় ধৃতম্।
চতুৰ্ভ্যঃ সৰহস্যেভোবেদেভ্যো হি অধিকং
যথা তদা প্ৰভৃতি লোকে অস্মিন মহাভাৰতমুচ্যতে
১।২৩৪

মহাভাৰতৰ ফলশ্ৰুতি যিহেতু চাৰিবেদতকৈ অধিক আৰু গুৰুত্বতো অধিক, সেই কাৰণে এই গ্ৰন্হ মহাভাৰত ৰূপে পৰিচিত হ'ব বা জনা যাব।

ভাৰত যুদ্ধ ওঠৰ দিন ব্যাপী চলিছিল। ভীষ্মই দহদিন, দ্ৰোণই পাঁচদিন, কৰ্ণই দুদিন আৰু শৈল্যই এদিন যুদ্ধ কৰি মৃত্যু মুখত পৰে। বিভিন্ন পৰ্ব্বৰ অধ্যায় সংখ্যা আৰু শ্লোক সংখ্যা তলত উল্লেখ কৰা হ'ল।

| | | | | | |
|---|---|---|---|---|---|
| আদি পৰ্ব ঃ | অধ্যায় | ২২৭ | শ্লোক | ৮৮৮৪ |
| সভা পৰ্ব ঃ | ,, | ৭৮ | ,, | ২৫১১ |
| বন পৰ্ব ঃ | ,, | ২৬৯ | ,, | ১১,৬৬৪ |
| বিৰাট পৰ্ব ঃ | ,, | ৬৭ | ,, | ২০৫০ |
| উদ্যোগ পৰ্ব ঃ | ,, | ১৮৭ | ,, | ৬,৬৯৮ |
| ভীষ্ম পৰ্ব ঃ | ,, | ১১৭ | ,, | ৫৮৮৪ |
| দ্ৰোণ পৰ্ব ঃ | ,, | ১৭০ | ,, | ৮,৯০৯ |
| কৰ্ণ পৰ্ব ঃ | ,, | ৭৯ | ,, | ৪,৯৬৪ |
| শৈল্য পৰ্ব ঃ | ,, | ৬৯ | ,, | ৩,২২০ |
| সৌপ্তিক পৰ্ব ঃ | ,, | ১৮ | ,, | ৮৭০ |
| স্ত্ৰী পৰ্ব ঃ | ,, | ২৭ | ,, | ৭৭৫ |
| শান্তি পৰ্ব ঃ | ,, | ৩৩৯ | ,, | ১৪,৭০৭ |
| অনুশাসন পৰ্ব ঃ | ,, | ১৪৬ | ,, | ৮,০০০ |
| আশ্বমেধিক পৰ্ব ঃ | ,, | ১৩০ | ,, | ৩,৩২০ |
| আশ্ৰমবাসিক পৰ্ব ঃ | ,, | ৪২ | ,, | ১১১১ |
| মৌসল পৰ্ব ঃ | ,, | ৮ | ,, | ৩২০ |
| মহাপ্ৰস্থানিক পৰ্ব ঃ | ,, | ৩ | ,, | ১২৩ |
| স্বৰ্গ পৰ্ব ঃ | ,, | ৫ | ,, | ৩২৩ |

হৰি বংশ—অধ্যায় ৩টা ভাগ
বিষ্ণু পৰ্ব ( হৰি বংশ ভবিষ্য )
মহৎ পৰ্ব ( পৌস্কৰ )

ওপৰুত উদ্ধৃত কৰা তালিকাৰ পৰা জনা যায় যে 'শান্তি পৰ্ব'' সকলো পৰ্বতকৈ বৃহৎ তাৰ পাছতে বন পৰ্ব। শান্তি পৰ্বত চৌদ্ধ হাজাৰ সাতশ সাতটা শ্লোক আৰু বন পৰ্বত এঘাৰ হাজাৰ ছশ চৌষষ্টিটা শ্লোক আছে।

## মহাভাৰতৰ সময় ঃ—

মহাভাৰতৰ উৎপত্তিৰ সময়লৈ পণ্ডিত সকলৰ মাজত মতভেদ লক্ষ্য কৰা যায়। যুধিষ্ঠিৰ আৰু ভাৰত যুদ্ধৰ সময় নিৰূপণ কৰিব পাৰিলেই মহাভাৰতৰো সময় নিৰ্ণয় কৰা সম্ভৱ হব। ব্যাহ্যিক প্ৰমাণ আৰু অন্তৰঙ্গ প্ৰমাণ দুয়ো বিধৰ সহায় সাপেক্ষে উৎপত্তিৰ সময় নিৰ্ণয় কৰা সম্ভৱ। অন্তৰঙ্গ প্ৰমাণেই অধিক নিৰ্ভৰযোগ্য। কুৰ-পাণ্ডৱৰ ইতিহাস বিবৃত কৰিবলৈ মহাভাৰত ৰচিত হৈছিল কাৰণে মহাভাৰতত থকা অন্তৰঙ্গ প্ৰমাণেই অধিক নিৰ্ভৰযোগ্য। অৱশ্যে বাহিৰঙ্গ প্ৰমাণেও সিদ্ধান্ত গ্ৰহণত সহায় কৰিব লাগিব। মহাভাৰতৰ আদি পৰ্বত এই বিষয়ে এটা শ্লোক আছে।

অন্তৰে চৈব সম্প্ৰাপ্তে কলিদ্বাপৰয়োৰভূৎ
সমন্ত পঞ্চকে যুদ্ধং কুৰু পাণ্ডৱ সেনয়োঃ ।।
১।২।১৩

ওপৰৰ শ্লোকটোৰ এনে অৰ্থ কৰিব লাগিব যি অৰ্থ বিষয়ৰ লগত খাপ খাই পাৰে। কলি আৰু দ্বাপৰৰ সংযোগ সময় অৰ্থাৎ দ্বাপৰৰ শেষ পঞ্চাছ বছৰ আৰু কলিৰ প্ৰথম পঞ্চাছ বছৰ অন্তৰবৰ্তী কালছোৱাক শ্লোকটোৰ প্ৰথম চৰণে বুজাইছে বুলি ধৰি ললে অযুক্তিকৰ নহ'ব। আমাৰ মাজত এটা লোক প্ৰবাদো চলি আহিছে যে দ্বাপৰৰ অন্তত কুৰু-পাণ্ডৱৰ যুদ্ধ সংঘটিত হৈছিল। এই যুদ্ধত বৃহৎ ভাৰতৰ সকলো ৰজাই যোগ দিছিল আৰু যুদ্ধৰ শেষত ভাৰতবৰ্ষ বীৰ শূন্য হৈ পৰিছিল। আৰু ভাৰতবৰ্ষৰ অৱনতিৰ পথ আৰম্ভ হৈছিল। বীৰ শূন্য হোৱাত যুদ্ধবিদ্যাৰো অৱনতি ঘটে। ব্ৰহ্মাস্ত্ৰ, নাৰায়ণ অস্ত্ৰ, আদি ভয়ানক অস্ত্ৰ সমূহৰ প্ৰয়োগ বিদ্যাৰ অভাৱত লুপ্ত হয়। বীৰ শূন্য ভাৰতবৰ্ষ অচিৰেই বিদেশী আক্ৰমণৰ ফলত পৰাধীন হব লগা হয়। অস্ত্ৰ বিদ্যাৰ দৰে দৰ্শন শাস্ত্ৰৰো অৱনতি ঘটে। "উত্তৰ মীমাংসা" আৰু "পূৰ্ব মিমাংসাৰ" পাছত গভীৰ দৰ্শন শাস্ত্ৰৰো উদ্ভৱ নহ'ল। কেৱল টীকা-টিপন্নীৰ সংখ্যা বৃদ্ধি পালে। দস্যু চোৰ আদিৰ সংখ্যাও বৃদ্ধি পোৱাত দূৰ বিদেশ যাত্ৰা আদি নিষেধ হ'ল। কুৰু-পাণ্ডৱৰ মহাযুদ্ধই হিন্দু জাতিৰ অৱনতিৰ প্ৰধান কাৰণ। জ্যোতিষী সকলৰ মতে শকাব্দ আৰম্ভ হয় কলি যুগৰ ৩১৭৯ বছৰ অতীত হোৱাৰ পাছৰ পৰা। ভাস্কৰাচাৰ্য্য, মকৰন্দ আদি গণিতজ্ঞ আৰু জ্যোতিষীয়ে

ওপৰত উল্লেখ কৰা কলি যুগৰ বছৰটোকে শকাব্দৰ আৰম্ভ বুলি মত দাঙি ধৰিছে। পঞ্জিকা আদিতো এই বছৰটোকে শকাব্দৰ আৰম্ভ বুলি ধৰি গণনা কৰে।

মহাভাৰত পৃথিৱীৰ ভিতৰত সৰ্ব বৃহৎ জাতীয় মহাকাব্য। গ্ৰীক মহাকাব্যদ্বয় একেলগ কৰিলেও ই মহাভাৰতৰ সমান বৃহৎ; গভীৰ আৰু encvcl(o)p.edie বিস্তৃতি সম্পন্ন নহয়। গ্ৰীক মহাকাব্যদ্বয় একেলগ কৰিলে ইয়াৰ এক-ষষ্ঠাংশহে হয়। মূল মহাভাৰত অৰ্থাৎ অষ্টাদশ পৰ্বযুক্ত ভাৰতৰ এক লাখ শ্লোকৰ উপৰিও খিল হৰি বংশ পুৰাণকো ইয়াৰ অঙ্গ বুলি ধৰা হয়। মহাভাৰতত এই বিষয়ে উল্লেখ কৰিছে—

দ্বৈপায়ানন যৎ প্ৰোক্তং পুৰাণং পৰমৰ্ষিনা।
সুবৈ ৰ্ব্ৰহ্মৰ্ষিভিশ্বৈৰ শ্ৰুত্বা যদৰ্ভি পূজিতম ॥
তস্যাখ্যান বৰিষ্ঠস্য বিচিত্ৰ পদপৰ্বনঃ।
সূক্ষ্মাৰ্থ ন্যায় সংযুক্তস্য বেদাৰ্থৈ ভূৰ্ষিতস্য চ ॥
ভাৰত স্যেতিহাসস্য পুণ্যাং গ্ৰন্হৰ্থ সুংয়ুতম।
সংস্কাৰোগতাং ব্ৰাহ্মীং নানাশাস্ত্ৰোপ বংহিতাম ॥ ১।১।১৭—১৯

মহৰ্ষি বেদব্যাসে প্ৰাচীন ঘটনা অবলম্বন কৰি যি ৰচনা কৰিছে, যাক শুনি দেৱতা সকল আৰু ব্ৰহ্মৰ্ষি সকলে সৰ্বপ্ৰকাৰ প্ৰশংসা কৰিছে, সেই মহাভাৰত নামৰ ইতিহাস সমস্ত ইতিহাসৰ নামত প্ৰধান, তাৰ পদবোৰ আশ্চৰ্য্য, পৰ্ববোৰো আশ্চয্য। তাত সূক্ষ্ম তত্ত্ব নিৰূপিত হৈছে আৰু যুক্তিও আছে। বিশেষকৈ এই ৰচনা বেদ প্ৰতি-পাদ্য বিষয়ে অলংকৃত। তাৰ সংস্কৃত বাক্যবোৰ পৱিত্ৰ, সুসংলগ্ন আৰু নানা শাস্ত্ৰাৰ্থ পৰিবৰ্দ্ধিত আৰু যিখন শাস্ত্ৰ ৰজা জনমেজয়ৰ সৰ্পযজ্ঞত বেদব্যাসৰ আদেশত প্ৰসিদ্ধ বৈশম্পায়ন মুনিয়ে যথাবিধি কৈছিল। এই গ্ৰন্হ ৰচনা কৰা ৱেদব্যাসৰ এক আশ্চৰ্য্য-জনক কাৰ্য্য হৈছে। ইয়াত চাৰিখন বেদৰ অৰ্থ নিহিত আছে ই পবিত্ৰ আৰু পাপ ভয় বিনষ্ট কৰে সেই কাৰণে আমি মহাভাৰত শুনিবলৈ ইচ্ছা কৰোঁ।

সৌতিয়ে কলে "যিজন জগতৰ আদি সৰ্বাপ্ৰেক্ষা প্ৰাচীন সকলোৰে নিয়ন্তা, বহু-লোকৰ দ্বাৰা পূজিত আৰু স্তুত সত্য আৰু প্ৰণৱ স্বৰূপ, ৰামকৃষ্ণাদি ৰূপে দৃশ্য, আকৌ জ্ঞান চৈতন্যাদি ৰূপে অদৃশ্য, চিৰস্থায়ী, পৰমত্মা আৰু যিজন বাস্তৱিকতে অবিদ্যমান কিন্তু ব্যৱহাৰিক পক্ষত বিদ্যমান বিশ্বব্ৰহ্মাণ্ড স্বৰূপ, যিজন কাৰ্য্যও নহয়, কাৰণো নহয়, সমস্ত-স্থাৱৰ-জঙ্গম স্ৰষ্টা, পুৰাতন হৈয়ো সদায় নতুনৰ দৰে প্ৰতীয়মান, সৰ্বাপেক্ষা উৎকৃষ্ট আৰু নিত্য, যিজন মঙ্গলময় আৰু মঙ্গলদায়ক, সৰ্ব-ব্যাপক ভোগ আৰু মুক্তি প্ৰাৰ্থী সকলৰ আদৰণীয়, নিষ্পাপ, পৱিত্ৰ মায়াৰ নিয়ন্তা আৰু জগতৰ গুৰু সেই নাৰায়ণক নমস্কাৰ কৰি অদ্ভূত কৰ্ম, সৰ্বলোক পূজিত আৰু উদাৰচেতা ৱেদব্যাস ৰচিত 'মহাভাৰত' এতিয়া ব্যাখ্যা কৰিম।

জনামেজয়স্য যাংবাঞ্জো বৈশম্পায়ন উক্তৱান।
যথাৱৎ স ঋষিস্তুষ্ট্যা সত্ৰে দৈপায়নাজ্ঞায়া ॥

'ৱৈদৈশ্চৰ্তুভিঃ সংযুক্তাং ব্যাসস্যাদ্ভুত কৰ্মনঃ।
সংহিতাং শ্ৰোতুমিচ্ছামঃ পুণ্যাং পাপ ভয়া পহাম ॥ ১৷১৷২১

বৈশম্পায়নে মহাভাৰতৰ বিষয়বস্তু সম্পৰ্কে আকৌ কৈছে—

অসচ্চ সচ্চৈৱ চ যদ্বিশ্বং সদসতঃ পৰম্।
পৰাবৰানাং স্ৰষ্টাৰং পুৰানং পৰম ব্যয়ম ॥
মঙ্গলং মঙ্গলং বিষ্ণুং বৰেণ্যং অনঘং শুচিম্।
নমস্কৃত্য হৃষীকেশং চৰাচৰ গুৰুং হৰিম্ ॥
মহৰ্ষিঃ পূজিতস্যেহ সৰ্বলোকৈ মহাত্মনঃ।
প্ৰৱক্ষ্যামি মতং পুন্যং ব্যাসস্যাদ্ভুত কৰ্মনঃ ॥
আচখ্যুঃ কবয়ঃ কেচিৎ সম্প্ৰত্যাচক্ষতে পৰে।
আখ্যা স্যন্তি তথৈবান্যে ইতিহাস মিমং ভূবি ॥
ইদন্তু ত্ৰিষু লেকেষু মহজ্জ্ঞানম্ প্ৰতিষ্ঠিতম্।
বিস্তৰৈশ্চ সমাসৈশ্চ ধাৰ্য্যাত যদ্বিজাতিভিঃ ॥
ইদন্তু ত্ৰিষু লোকেষু মহজ্জ্ঞানমং প্ৰতিষ্ঠিতম্।
বিস্তৰৈশ্চ সমাসৈশ্চ ধাৰ্য্যতে যদ্বিজাতি ভিঃ ॥
ইদন্তু ত্ৰিষু লোকেষু মহজ্জ্ঞানম্ প্ৰতিষ্ঠিতম্
বিস্তৰৈশ্চ সমাসৈশ্চ ধাৰ্য্যতে যদ্বিজাতিভিঃ
অলংকৃতং শুভৈঃ শব্দৈঃ সময়ৈ-দিব্য মানৱৈঃ।
ছন্দো বৃত্তৈশ্চ বিধি ধৈৰম্বিতং বিদুষাং প্ৰিয়ম ॥

ওপৰত উল্লেখ কৰা শ্লোক কেইটাত মহাভাৰত সম্পৰ্কে কৈছে যে বাস্তৱিকতে অসৎ ( অবিদ্যমান ) কিন্তু ব্যৱহাৰিক দিশত সৎ (বিদ্যমান) এই বিশ্ব ব্ৰহ্মাণ্ডস্বৰূপ আৰু যিজন কাৰণো নহয় কাৰ্য্যও নহয় সমস্ত স্থাৱৰ-জঙ্গমৰ স্ৰষ্টা, পুৰাতন হলেও সদায় নতুনৰ দৰে প্ৰতীয়মান সকলোতকৈ উৎকৃষ্ট আৰু নিত্য, যিজন মঙ্গলজনক আৰু মঙ্গলময় সৰ্বব্যাপক ভোগ আৰু মুক্তি বিচৰাসকলৰ আদৰণীয়, নিষ্পাপ, পবিত্ৰ, মায়াৰ নিয়ন্তা. আৰু জগতৰ গুৰু সেই নাৰায়ণক নমস্কাৰ কৰি অদ্ভুত কৰ্মা, সৰ্ব-লোক পূজিত, উদাৰচেতা বেদব্যাস ৰচিত মহাভাৰত এতিয়া ব্যাখ্যা কৰিম।"

প্ৰত্যেক পৰ্বৰ আৰম্ভৰ ওপৰত উদ্ধৃত কৰা শ্লোকটো পোৱা যায়। সেই শ্লোক-টোৱে মহাভাৰতৰ মূল বিষয়বস্তু অৰ্থাৎ কথিতব্য বিষয়ৰ ইঙ্গিত দিয়ে। ভগৱান নাৰায়ণ নৰ, নৰোত্তম, সৰস্বতী আৰু ব্যাসক নমস্কাৰ কৰি জয়কাব্য পাঠ কৰা উচিত বুলি শ্লোকটোত কৈছে। দৰাচলতে মহাভাৰতত নৰোত্তম কৃষ্ণ নৰ ( অৰ্জুন ) ভগৱান নাৰায়ণ সৰস্বতী ( কাব্য সৰস্বতী ) আৰু ব্যাসদেৱৰ কীৰ্তি আখ্যাত হৈছে।

মহাভাৰত ভাৰতীয় মনিষাৰ সৰ্বোৎকৃষ্ট প্ৰকাশ। ভাৰতীয় ধৰ্ম, আচাৰ, অনুষ্ঠান, প্ৰাচীন ভাৰতৰ ভৌগোলিক জ্ঞান, দাৰ্শনিক মতবাদ, ৰাজনীতি জ্ঞান, যুদ্ধবিদ্যা, আপৎকালীন ব্যৱস্থা মোক্ষৰ উপায়, বহিৰ্বাণিজ্য সেই কালত অৱস্থিত ভাৰতৰ

স্বাধীন আৰু কৰতলীয়া ৰাজ্য সমূহ, নাৰীৰ স্থান, জনজাতি ( tribes ) সমূহ আৰু তেওঁলোকৰ আচাৰ বিহাৰ, যজ্ঞ অনুষ্ঠান ( ৰাজসূয়, অশ্বমেধ, নৰমেধ আদি ) দৈনন্দিন জীৱনকে আদি কবি সৰ্বাঙ্গীন ভাৰতৰ চিত্ৰ ইয়াত লিপিবদ্ধ হৈছে। আমাৰ এটা প্ৰবাদ বাক্য আছে "যি নাই ভাৰতত, সি নাই ভাৰস্তত"। অৰ্থাৎ যি মহাভাৰততে নায় সি ভূভাৰস্ততে নাই। আনকি মহাভাৰতত যি ভবিষ্য বাণী কৰিছে সিও বৰ্ত্তমান যুগৰ লগত বহুখিনি খাপ খায়। এই ভবিষ্যবাণীৰ ওপৰত নিৰ্ভৰ কৰিয়েই মহাভাৰত ৰচনাৰ কাল নিৰ্ণয় হৈছে। মহৰ্ষি ব্যাসে ইয়াক হিমালয় পৰ্বত আৰু মহা সমুদ্ৰৰ লগত তুলনা কৰি কৈছে।

যথা সমুদ্ৰো ভগবান তথা হি হিমবান গিৰিঃ।
খ্যাতাবুভৌ ৰত্নিনিধী তথা ভাৰত মুচ্যতে স্বৰ্গ ॥ ৫।৬৬

অশেষ ৰত্নপ্ৰভৱ হিমালয়ৰ দৰে মহাভাৰতো অতি উচ্চ আৰু বৃহৎ, আকৌ সুগভীৰ ৰত্নাকৰৰ দৰে ই অতলস্পৰ্শী আৰু অসীম ৰত্নৰ ( gems ) আকৰ। বিষয়-বস্তুৰ গৌৰব আৰু গাম্ভীৰ্য্য আৰু আকৃতিৰ বিশালতাত এই গ্ৰন্থ পৃথিৱীত অদ্বিতীয়। মানব-জীৱনত এনে অৱস্থা নাই যি মহাভাৰতত আধৃত হোৱা নাই। এই গ্ৰন্থ সৰ্ববিধ জ্ঞানৰ আকৰ। ব্যাসে এই গ্ৰন্থৰ উৎকৰ্ষতা সম্পৰ্কে লেখিছে এইদৰে ঃ

(১) পুৰাকিল সুৰৈঃ সৰ্বৈঃ সযেত্য তুলয়া ধৃতম্
চতুৰ্ভ্যঃ সৰহোস্যেভ্যোঃ অধিকং যদা
তদা প্ৰভৃতি লোকে হস্মিন মহাভাৰত মুচ্যতে
মহত্ত্বে চ গুৰুত্বে চ ধ্ৰিয়মানং যতোহধিকম্
মহত্ত্বাদ্ ভাৰৱত্ত্বাচে মহাভাৰত মুচ্যতে। ১।২৭২—২৭৩

(২) ভৰতানাং মহজ্জন্ম তস্মাৎ ভাৰত মুচ্যতে। ৫।৪৫

পুৰাণি কালত দেৱতা সকলে মিলিত হৈ তুলাদণ্ডৰ এফালে সমগ্ৰ বেদ আৰু আন ফালে মহাভাৰতক স্থাপন কৰি ওজন কৰিছিল এই গ্ৰন্থখনৰ মহত্ত্ব আৰু গুৰুত্ত্ব অধিক হোৱাত ই মহাভাৰত নামে প্ৰসিদ্ধি লাভ কৰে। ভৰত বংশীয় ৰজাসকলৰ জন্ম বৃত্তান্ত এই গ্ৰন্থত কীৰ্তিত হোৱা কাৰণেও ইয়াক মহাভাৰত বোলা হয়। মহাভাৰতক কাৰ্য বেদ অৰ্থাৎ মহৰ্ষি কৃষ্ণ দ্বৈপায়ন বিৰচিত পঞ্চম বেদ বুলি কোৱা হয়।

মহাভাৰত একেধাৰে ধৰ্মশাস্ত্ৰ, অৰ্থশাস্ত্ৰ, কামশাস্ত্ৰ, মোক্ষশাস্ত্ৰ, পুৰাণ, ইতিহাস আৰু মহাকাব্য। এনে গ্ৰন্থ পৃথিৱীৰ সাহিত্য ইতিহাসত দ্বিতীয় এখন নাই।

(১) অৰ্থ শাস্ত্ৰমিদং প্ৰোক্তং ধৰ্মশাস্ত্ৰ মিদং মহত্।
কামশাস্ত্ৰ মিদং প্ৰোক্তং ব্যাসেনামিত বুদ্ধিনা ॥ ১।২।১৮৩

(২) ধৰ্মে চাৰ্থে চ কামে চ মোক্ষে চ ভৰতৰ্ষভ।
যদি হাস্তি তদন্যত্ৰ সন্নে হাস্তি ন কুত্ৰচিৎ ॥ ১।২।১৯০

(৩) ইতিহাস মিমং পুনং চক্ৰে সত্যৱতী সুতঃ। ১।৫৪

(৪) অস্য কাব্যস্য কৱয়ো ন সমৰ্থা বিশেষণে। ১।৭৩

(৫) পুৰাণ পুৰেণ চন্দ্ৰেন শ্ৰুতি জ্যোৎস্নাঃ প্ৰকাশিতাঃ। ১।৮৬

এই গ্ৰন্থ একেধাৰে অৰ্থশাস্ত্ৰ, কামশাস্ত্ৰ, ধৰ্মশাস্ত্ৰ, মোক্ষশাস্ত্ৰ ইয়াত নথকা কথা আন ঠাইত কতো নাই। ১-২ ॥ সত্যৱতী সুত ব্যাসে এই পুণ্য ইতিহাস ৰচনা কৰে। ৩ ॥ এই কাব্যৰ মহত্ত্ব কবি সকলে বিশেষণৰ দ্বাৰাও প্ৰকাশ কৰিব পৰা নাই। ৪ ॥ পূৰ্ণচন্দ্ৰ সদৃশ এই গ্ৰন্থই শ্ৰুতি জ্যোৎস্নাক প্ৰকাশ কৰিছে। ৫ ॥

ওপৰত উদ্ধৃত কৰা মহাভাৰতীয় শ্লোক কেইটাই মহাভাৰতৰ বিশালত্ব আৰু মহত্ত্ব প্ৰকাশ কৰিবলৈ চেষ্টা কৰিছে। গতিকে এই অসাধাৰণ গ্ৰন্থত প্ৰাচীন ভাৰতৰ সভ্যতা আৰু সংস্কৃতিৰ পূৰ্ণ পৰিচয় পোৱা যায়।

কুৰু পাণ্ডৱৰ ওঠৰ অক্ষৌহিনী সৈন্য ক্ষয় হোৱা মহাযুদ্ধৰ বৰ্ণনা মহাভাৰতৰ মূল বক্তব্য নহয়; যুদ্ধৰ বৰ্ণনা নিমিত্ত মাত্ৰ। ইয়াৰ প্ৰধান উদ্দেশ্য হৈছে "যতো ধৰ্মস্ততো জয়ঃ এই প্ৰাপ্ত বাক্যৰ সত্যতা প্ৰদৰ্শন কৰা, অধৰ্মৰ যোগেদি আপাতত জয়ী হলেও শেষত ধৰ্মৰ জয় অৱশ্যম্ভাৱী এই কথাটোহে কুৰু পাঞ্চাল যুদ্ধৰ প্ৰশংসনীয় বিষয়। কৌৰব বিলাকে কুট পাশা খেলৰ যোগেদি পাণ্ডৱক ১২ বছৰ বনবাসলৈ খেদি আৰু এবছৰ অজ্ঞাত বাস কটাবলৈ বাধ্য কৰি অপাততঃ জয়ী হলেও শেহান্তত সমূলঞে ধ্বংস প্ৰাপ্ত হয় আৰু পাণ্ডৱে নিষ্কণ্টক ৰাজ্য লাভ কৰে।

গ্ৰন্থৰ প্ৰাৰম্ভতে মহৰ্ষি ব্যাসে দুটা শ্লোকৰ দ্বাৰা কাহিনীৰ মৰ্মাৰ্থ প্ৰকাশ কৰিছে। প্ৰসিদ্ধ মহাভাৰতীয় টিকাকাৰ নীলকণ্ঠ এই শ্লোকদ্বয়ক 'ভাৰত তাৎপৰ্য্য সংগ্ৰাহক' বুলি মন্তব্য দাঙি ধৰিছে শ্লোক দুটা তলত উদ্ধৃত কৰা হল।

দুৰ্যোধনো মন্যুময়ঃ মহাদ্ৰুমঃ
স্কন্ধঃ কৰ্ণঃ শকুনিস্তস্য শখোঃ
দুশাসনঃ পুষ্পফলে সমৃদ্ধে
মূলং ৰাজা ধৃতৰাষ্ট্ৰে হ মনীষী ॥ ১।১১০

দুৰ্যোধন অহংকাৰ স্বৰূপ মহাবৃক্ষ, কৰ্ণ সেই বৃক্ষৰ ডাল শকুনি শাখা-প্ৰশাখা, দুঃশাসন সেই বৃক্ষৰ পুষ্প আৰু ফল আৰু বৃক্ষৰ মূল হৈছে জ্ঞানহীন ৰাজা ধৃতৰাষ্ট্ৰ 'অমনীষী' শব্দৰ দ্বাৰা ধৃতৰাষ্ট্ৰৰ অন্ধপুত্ৰ স্নেহ প্ৰকাশ কৰিছে। স্নেহাতুৰ অন্ধপুত্ৰ স্নেহৰ কাৰণেই মন্যুময় মহাদ্ৰুম দুৰ্যোধন ক্ৰমে দৃঢ়মূল হব পাৰিছে। শ্লোক-টোৰ গূঢ়াৰ্থ হৈছে—ক্ৰোধ লোভাদি ডাল সংযুক্ত হিংসাচাৰ্য্যাদি শাখা-প্ৰশাখা বিস্তৃত বধ—বধ বন্ধনাদি ফল-পুষ্প সুশোভিত আসক্তি স্বৰূপ মূলভূত অজ্ঞানক বিনাশৰ দ্বাৰাই নষ্ট কৰিব লাগিব মানৱ জীৱনৰ এয়ে লক্ষ্য হোৱা উচিত।

দ্বিতীয় শ্লোকটো এনে—
যুধিষ্ঠিৰো ধৰ্মময়ো মহাদ্ৰুমঃ
স্কন্ধোৎৰ্জুনঃ ভীমসেনোৎসৎ শাখা
মাদ্ৰী সুতৌ পুষ্প ফলে সমৃদ্ধে
মূলং কৃষ্ণ ব্ৰহ্মা চ ব্ৰাহ্মনাশ্চ ॥

যুধিষ্ঠিৰ ধৰ্মময়, মহাবৃক্ষ, অৰ্জুন স্কন্ধ, ভীমসেন শাখা, মাদ্ৰীসুত নকুল-সহদেৱ এই বৃক্ষৰ সমৃদ্ধ পুষ্প ফল আৰু মূল।

শ্ৰীকৃষ্ণ, বেদ আৰু ব্ৰাহ্মণ সকল এই শ্লোকৰ মৰ্মাৰ্থ হৈছে যে ৰেদ আৰু ব্ৰাহ্মণ সকলৰ প্ৰতি শ্ৰদ্ধাশীল হৈ বেদোক্ত অনুষ্ঠান পালন কৰিলে সত্যাদি স্কন্ধ, ধ্যান-ধাৰণাদি শাখা-তত্ত্ব সাক্ষাৎকাৰ ফল ধৰ্ম লাভ হয়। এই শ্লোকটো হিন্দু সকলে পিতৃ-পুৰুষৰ শ্ৰাদ্ধাদি অনুষ্ঠানত পাঠ কৰা হয়। ইয়াকে বিৰাট পাঠ বোলা হয়।

গ্ৰন্থৰ উপসংহাৰত 'ভাৰত-সাবিত্ৰী' নামে যি চাৰিটা শ্লোকত মহাভাৰতৰ যি মাহাত্ম্য কীৰ্ত্তন কৰিছে, তাতো মূল উদ্দেশ্য বিঘোষিত হৈছে। কথিত আছে যে বেদব্যাসে মহাভাৰত ৰচনা কৰাৰ পাছত পুত্ৰেক শুকদেৱৰ সুবিধাৰ্থে উক্ত চাৰিটা শ্লোকত সমস্ত গ্ৰন্থখনৰ তাৎপৰ্য্য প্ৰকাশ কৰিছে।

মাতা পিতৃ সহস্ৰানি পুত্ৰদাৰ শতানি চ।
সংসাৰেস্বনু ভূতানি য্যান্তি মাম্যান্তি চাপৰে ॥
হৰ্ষ স্থান সহস্ৰানি ভয়স্থান শতানি চ।
দিবসে দিবসে মূঢ় মাবি শন্তি ন পণ্ডিতম্ ॥
উৰ্দ্ধবাহু ৰ্বিৰৌম্যেষ নচ কশ্চিচ্ছনোতি মাম্।
ধৰ্মাদৰ্থশ্চ কামশ্চ স কিমৰ্থং ন সেব্যত ॥
ন জাতু কামান্ন ন ভয়ান্ন লোভাদ্ধৰ্মং ত্যজেজ্জীবিস্যাপি হেত্যোঃ।
নিত্যো ধৰ্মঃ সুখ দুঃখেত্বনিত্যে জীবো নিত্যে হেতুৰস্য ত্বনিত্যঃ ॥

**অসাৰ্থঃ**

জন্মান্তৰত সহস্ৰ সহস্ৰ মাতা-পিতা আৰু শত শত স্ত্ৰী-পুত্ৰৰ লগত সম্বন্ধ ঘটিছে। তেওঁলোক সংসাৰৰ পৰা গৈছে আৰু আনবোৰো যাব। জীৱনত অসংখ্য আনন্দ আৰু ভয়ৰ কাৰণ উপস্থিত হয়। মূৰ্খ লোক সকলক সেই আনন্দ আৰু ভয়ৰ কাৰণ সমূহে অভিভূত কৰে। তত্ত্বজ্ঞানী সকলক নোবাৰে ধৰ্মপথত থাকিলে অৰ্থ আৰু কাম উপভোগ কৰিব পৰা যায়। মানুহে কিয় ধৰ্মৰ সেৱা নকৰে—এই কথা মই উৰ্দ্ধবাহু হৈ উচ্চস্বৰে কৈছো যদিও কোনেও কাণ সাৰ নকৰে। কামনা, ভয় বা লোভৱশতঃ আনকি জীৱন ৰক্ষাৰ নিমিত্তেও ধৰ্ম ত্যাগ কৰা উচিত নহয়। ধৰ্ম, নিত্য, কিন্তু সুখ-দুখ অনিত্য। জীৱ নিত্য কিন্তুশৰীৰৰ লগত ইয়াৰ সম্বন্ধ অনিত্য।

উক্ত চতুঃ শ্লোকী "ভাৰত সাবিত্ৰীৰ" মাজত মহাভাৰতৰ সকলো কথাই চমুৰূপত প্ৰকাশ পাইছে এই পঞ্চম ৰেদ স্বৰূপ মহাভাৰত মহৰ্ষিৰ সিংহনাদ স্বৰূপ।

মহাভাৰতত প্ৰাচীন ইতিহাসৰ লগত কাল্পনিক ৰূপ কথাও মিশ্ৰিত আছে। বহু কথা অবাস্তৱ ; কিন্তু সমস্ত মহাভাৰতত যি বিলাক নৰ-নাৰীৰ লগত আমাৰ পৰিচয় ঘটে, সেই বিলাক চৰিত্ৰৰ বৈশিষ্ট্য দোষ গুণ আশা আকাঙ্খাৰ লগত আমি অপৰিচিত নহয়। মহাভাৰতত মানৱ চৰিত্ৰৰ যি জটিল ৰহস্য আৰু বৈচিত্ৰ্য প্ৰকাশ পাইছে

আন কোনো ভাৰতীয় গ্ৰন্থত দেখা নাযায়। বিশ্ব সাহিত্যত নাট্যকাৰ চেক্সপীয়েৰৰ নাটকাৱলীতহে এনে বৈচিত্ৰ্য লক্ষ্য কৰা যায়। ব্যাসদেৱে একান্ত নিৰ্লিপ্ত ভাবে বিভিন্ন চৰিত্ৰক ৰূপ দিছে। মানব চৰিত্ৰৰ অতি নীচ প্ৰবৃত্তিৰ পৰা দেৱত্বলৈকে বিভিন্ন প্ৰবৃত্তিৰ চৰিত্ৰ ৰূপ দিবলৈ মূল কাহিনীৰ আশে পাশে বহু আখ্যান, উপাখ্যান আৰু ৰূপকৰ সৃষ্টি কৰিব লগা হৈছে। এই গ্ৰন্থ মানৱ চৰিত্ৰৰ চিত্ৰশালা স্বৰূপ। কুৰু-পাণ্ডৱৰ এশ-পাঁচজন ককাই ভাইৰ উপৰিও পিতামহ ভীষ্ম, আচাৰ্য্য দ্ৰোণ আৰু কৃপ, অশ্বত্থামা, কৰ্ণ, শৈল্য, কৃতবৰ্মা, ঘটোৎকচ ধৃতৰাষ্ট্ৰ, গান্ধাৰী, দ্ৰৌপদী, কুন্তী, পাণ্ডু, অভিমন্যুকে আদি কৰি কেইবা শ চৰিত্ৰই ইয়াত অংশ গ্ৰহণ কৰিছে ; আচৰিত কথা, প্ৰত্যেকটো চৰিত্ৰই স্ব-মহিমাৰে মহিমান্বিত, এটা আনটোৰ লগত নিমিলে। অবশ্যে নিম্ন পৰ্য্যায়ৰ চৰিত্ৰৰ কথা সুকীয়া। ইমানবোৰ চৰিত্ৰ ৰূপ দিবলৈ এক বিশাল পটভূমি আৰু পৰিধিৰ প্ৰয়োজন। সেই কাৰণে মহাভাৰতে সমস্ত প্ৰাচীন ভাৰতৰ উপৰিও ওচৰ চুবুৰীয়া স্বাধীন ৰাজ্য সমূহো সাঙুৰি লৈছে। আফগানিস্থান, শ্ৰীলংকা, ইৰান, ব্ৰহ্মদেশ, কম্বোডিয়া, যাভা ( যৱদ্বীপ ) আদি দেশেও ইয়াত স্থান লাভ কৰিছে ; এইবোৰ দেশৰ ৰজা সকলে পাণ্ডৱ নাইবা কৌৰৱৰ সপক্ষে বা বিপক্ষে কুৰুক্ষেত্ৰৰ ৰণত অৱতীৰ্ণ হৈছে। এইবোৰ দেশত সেই সময়ত হিন্দু ধৰ্ময়ো কিছু প্ৰভাৱ নেপেলোৱাকৈ থকা নাছিল, ৰজা সকলৰ নামবোৰেই সেইটো সূচনা কৰে।

কাব্য স্বৰূপে ৰামায়ণৰ স্থান মহাভাৰতকৈ কিছু ওপৰত, কিয়নো কাব্যিক ঐক্য আৰু কবিকল্পনাৰ উৎকৰ্ষতা ইয়াত লক্ষ্য কৰা যায়। ইয়াত গাৰ্হস্থ্য জীৱনৰ মৰ্মবাণী ধ্বনিত হৈছে কিন্তু মহাভাৰতৰ দৰে বৃহৎ ভাৰতীয় সমাজৰ জীৱন চিত্ৰ অংকিত হোৱা নাই। ৰামায়ণতকৈ মহাভাৰত বহু গুণে বিশাল আৰু ইয়াৰ পটভূমি বিস্তৃত। বহুবিধ আলোচনা, বহু তত্ত্বকথা, বহু আখ্যান, উপাখ্যান, বহু দাৰ্শনিক মতবাদেৰে ই সমৃদ্ধ। মানৱ-চৰিত্ৰৰ জটিলতা আৰু আখ্যানৰ বিচিত্ৰতাই ইয়াক বিশেষ আকৰ্ষণীয়তা দান কৰিছে।

## মহাভাৰতৰ সমাজ ঃ

মহাভাৰত ৰচনাৰ সম্পূৰ্ণতা যদি খৃষ্টপূৰ্ব চতুৰ্থ শতাব্দীকে ধৰা যায়, তেন্তে এতিয়াৰ পৰা আঢ়ৈ হাজাৰ বছৰৰ আগতে গ্ৰন্থখনৰ ৰচনা সমাপ্ত হয়। মহাভাৰত এক বিশেষ নিৰ্দিষ্ট সময়ৰ ভিতৰত ৰচিত হোৱা নাছিল ; যুগে যুগে অখ্যাত কবিয়ে ব্যাসৰ নামত এই গ্ৰন্থৰ কলেৱৰ বৃদ্ধিত অবদান দিয়ে। ডঃ ভিল্টাৰনিজৰ মতে এই গ্ৰন্থই বৰ্তমান ৰূপ পাবলৈ প্ৰায় এহেজাৰ বছৰ লৈছিল। ইয়াৰ প্ৰাচীনতম অংশ খ্ৰীষ্টপূৰ্ব পোন্ধৰশ শতিকা মানত ৰচিত হৈছিল বুলি পণ্ডিত সকলে অনুমান কৰে। গতিকে মহাভাৰতত বিভিন্ন যুগৰ সামাজিক অৱস্থাৰ চিত্ৰ ইয়াৰ বেলেগ-বেলেগ স্থানত পোৱা যায়।

পঞ্চপাণ্ডৱে উমৈহতীয়াকৈ দ্ৰৌপদীক পত্নীৰূপে গ্ৰহণ কৰা কথাটোৱে Polyandray বা এক নাৰীয়ে বহু পুৰুষ গ্ৰহণ কৰা প্ৰথা সেই সময়ত প্ৰচলিত আছিল বুলি নিদৰ্শন দাঙি ধৰে। যি দেশত নাৰীৰ সংখ্যা পুৰুষতকৈ কম সেই দেশত সাধাৰণতে Polyandry প্ৰচলিত হয়। এজনী নাৰীয়ে কেবাজনো পুৰুষৰ পত্নীত্ব গ্ৰহণ কৰিব লগা হয়। সৌ সিদিনালৈকে তিব্বত দেশত এই ৰীতি প্ৰচলিত আছিল আৰু এতিয়াও লোপ পোৱা নাই।

মাতৃ প্ৰধান সমাজৰ অৱস্থিতি (Matriarchal system) মহাভাৰতত প্ৰমিলা ৰাজ্যৰ উল্লেখে দাঙি ধৰে। যুধিষ্ঠিৰৰ অশ্বমেধ যজ্ঞৰ ঘোঁৰা পূৰ্বাঞ্চলৰ প্ৰমিলা ৰাজ্যত প্ৰৱেশ কৰাত তাত ৰাজত্ব কৰা নাৰী ৰাজ্যৰ নাৰী সকলে ঘোঁৰা বান্ধি ৰাখে আৰু ঘোঁৰা ৰখীয়া অৰ্জুনক সশস্ত্ৰ বাধা প্ৰদান কৰে। কিন্তু অৰ্জুনৰ ৰূপ আৰু শক্তি দেখা পাই মোহ যায় আৰু তেওঁক পতি ৰূপে বৰণ কৰে। এই প্ৰমিলা ৰাজ্য সম্ভৱতঃ বৰ্তমান খাচী-জয়ন্তীয়া আৰু গাৰোপাহাৰত অৱস্থিত আছিল।

ৰজাসকলে চক্ৰবৰ্তী পদ আৰু সম্মান লাভ কৰিবলৈ দুই প্ৰকাৰ যজ্ঞানুষ্ঠান অনুষ্ঠিত কৰিছিল—(১) ৰাজসূয় যজ্ঞ (২) অশ্বমেধ যজ্ঞ। প্ৰথমটোত বিভিন্ন ৰাজ্যৰ ৰজা সকলক যুদ্ধত জয় কৰি যজ্ঞলৈ নিমন্ত্ৰণ কৰিছিল আৰু পৰাজিত ৰজাসকলে নিমন্ত্ৰণ গ্ৰহণ কৰি যজ্ঞত যোগ দিছিল আৰু বিজয়ী ৰজাক চক্ৰৱৰ্তী ৰজাৰূপে ঘোষণা কৰিছিল। এই যজ্ঞত এগৰাকী বিশিষ্ট ৰজাক বা ব্যক্তিক শ্ৰেষ্ঠলোক ৰূপে ঘোষণা কৰি শ্ৰদ্ধাৰ্ঘ্য যাচিছিল। ৰজা যুধিষ্ঠিৰে সমস্ত ৰজাসকলক যুদ্ধত পৰাজয় কৰি এই যজ্ঞলৈ তেওঁলোকক নিমন্ত্ৰণ কৰিছিল আৰু পৰাজিত ৰজাসকলেও নিমন্ত্ৰণ গ্ৰহণ কৰি যজ্ঞত যোগদি যুধিষ্ঠিৰক চক্ৰৱৰ্তী ৰজাৰূপে মানি লৈছিল। এই যজ্ঞতে শ্ৰীকৃষ্ণক শ্ৰেষ্ঠ ব্যক্তিৰূপে শ্ৰদ্ধাৰ্ঘ্য যচা হৈছিল। কিন্তু চেদী ৰাজ্যৰ ৰজা শিশুপালে ইয়াত বাধা দান কৰাত শ্ৰীকৃষ্ণই তেওঁক ( শিশুপাল ) চক্ৰহানি বধ কৰে। শিশুপাল কৃষ্ণৰ পেহীয়েকৰ পুতেক ভায়েক আছিল। মহাভাৰতত আছে যে শিশুপাল জন্ম হওঁতে একাধিক মুখ লৈ জন্ম গ্ৰহণ কৰিছিল। জন্মৰ সময়ত আকাশীবাণী হৈছিল যে যাৰ কোলাত শিশুটিৰ অতিৰিক্ত অংগ খহিব তেওঁৰ হাতত‌ে মৃত্যু হব। শ্ৰীকৃষ্ণৰ কোলাত অতিৰিক্ত অঙ্গ খহি পৰাত মাক-বাপেকে কৃষ্ণক এশ দোষ ক্ষমা কৰিবলৈ অনুৰোধ জনোৱাত তেওঁ মান্তি হয়। ৰাজসূয় যজ্ঞত শিশুপালে কৃষ্ণক গালি পাৰি "নোহে ৰাজকুলে জন্ম, যদুকুল অনাচাৰী, বিশেষত কৃষ্ণে গৱুতিৰী আছে মাৰি" আদি বাক্যেৰে কৃষ্ণক গালি পাৰি এশ দোষ কৰাত কৃষ্ণই তেওঁক বধ কৰে।

ৰজাসকলে অনুষ্ঠিত কৰা দ্বিতীয় প্ৰকাৰ যজ্ঞ হ'ল অশ্বমেধ যজ্ঞ। এই যজ্ঞত সমস্ত দেশ, ডিঙিত জয় বাৰ্তা ঘোষণা কৰি পৰ্য্যটন কৰি অহা ঘোড়া এটাক যজ্ঞানুষ্ঠানত বলি দিয়া হয়। যজ্ঞ কৰা ৰজাজনক ৰাজচক্ৰৱৰ্তী ৰূপে ঘোষণা কৰা হয়। যুধিষ্ঠিৰৰ অশ্বমেধ যজ্ঞত অৰ্জুন ঘোড়াৰখীয়াহৈ সসৈন্যে ভাৰতৰ

ৰজাসকলক যুদ্ধত পৰাস্ত কৰি ঘোড়া পুনৰ নিজ ৰাজ্যলৈ ঘূৰাই আনিবলৈ সক্ষম হয় আৰু ঘোড়া যজ্ঞত বলি দিয়ে। ঘোড়া পৰ্য্যটনৰ প্ৰসঙ্গত অৰ্জুনৰ লগত প্ৰাগ্‌জ্যোতিষৰ অধিপতি বজ্ৰদত্তৰ লগত যুদ্ধ হৈছিল। সাত দিন-সাত ৰাতি আৰু মণিপুৰৰ অধিপতি তথা অৰ্জুনৰ পুত্ৰ বভ্ৰুবাহনৰ লগত অৰ্জুনৰ যুদ্ধ হয়। আৰু তেওঁৰ যুদ্ধত মৃত্যু হয়। বভ্ৰুবাহনে অৰ্জুনক তেওঁ চিত্ৰাঙ্গদাৰ পুত্ৰ বুলি পৰিচয় দিয়াত অৰ্জুনে চিত্ৰাঙ্গদাক কোনোবা নটিনীৰ ল'ৰা, জাৰজ সন্তান বুলি বভ্ৰুবাহনক গুৰিয়াই খেদি দিয়ে। ফলত যি যুদ্ধ হয় তাত অৰ্জুনৰ মৃত্যু হয়। কৃষ্ণই পাছত অৰ্জুনক জীয়াই দি পিতা-পুত্ৰৰ মিলন ঘটায়। ঘোড়া উদ্ধাৰ কৰি বিভিন্ন দেশ জয় কৰি ইন্দ্ৰপ্ৰস্থত যজ্ঞ সম্পন্ন কৰে।

দধিচীয়ে দেৱতাসকলক অসুৰৰ অত্যাচাৰৰ পৰা ৰক্ষা কৰিবৰ কাৰণে আত্ম-বলিদান. কৰ্ণই ইন্দ্ৰক সন্তুষ্ট কৰিবলৈ নিজপুত্ৰক বলি দিয়া উদাহৰণ নৰমেধ যজ্ঞ বুলিব পাৰি। অৱশ্যে নৰমেধ যজ্ঞৰ উদাহৰণ বিৰল। মহাভাৰতৰ আদি পৰ্বত জন্তুক আখ্যান দৰ্শনীয়।

মহাভাৰতে সেইসময়ত প্ৰচলিত শিশুবিলাকৰ খেল-ধেমালীৰ কিছু নমুনা দাঙি ধৰে। পাণ্ডৱ আৰু কৌৰৱৰ ল'ৰাকালৰ খেলাৰ ভিতৰত ঢোপ (বল) খেল আৰু টাংগুটি খেলৰ কথা গ্ৰন্থখনে উল্লেখ কৰিছে। তেওঁলোকে টাংগুটি জাতীয় এটা খেলৰ গুটিতো নাদত পৰি যোৱাত তুলিবলৈ বিফল চেষ্টা কৰি থাকোতে আশ্ৰয়প্ৰাৰ্থী দ্ৰোণাচাৰ্য্যই শৰমাৰি গুটিটো উঠাই আনে। বালক সকলে তেওঁৰ পৰিচয় পাই কুৰু শ্ৰেষ্ঠ ভীষ্মৰ ওচৰলৈ লৈ যায়। ভীষ্মই তেওঁক কৃপাচাৰ্য্যৰ উপৰিও অতিৰিক্ত অস্ত্ৰ শিক্ষক ৰূপে নিয়োগ কৰে। কাৰ্যতঃ দ্ৰোণাচাৰ্য্যই প্ৰধান শিক্ষক হয়।

যুধিষ্ঠিৰৰ শাসনত প্ৰজাসকল মহাসুখত বসবাস কৰিছিল বুলি মহাভাৰতে উল্লেখ কৰিছে। আদিপৰ্ব্বৰ উনষষ্ঠিতম অধ্যায়ত ইয়াৰ দীঘলীয়া বৰ্ণনা আছে। সেই বৰ্ণনাৰ কেইটামান শ্লোক তলত উদ্ধৃত কৰি দিয়া হ'ল।

প্ৰশাসতি পুনঃ ক্ষেত্ৰে ধৰ্মেনেমাং বসুন্ধৰাম্।
ব্ৰাহ্মণাদ্যাস্তদা বৰ্ণা লেভিৰে মুদমুত্তমাম্॥
কাম ক্ৰোধোদ্ভবান্ দোষান্ নিৰস্য চ নৰাধিপাঃ।
ধৰ্মেন দণ্ডং দণ্ড্যেষু প্ৰণয়ন্তোঽন্ব পালায়ন্॥
তথা ধৰ্মপৰে ক্ষেত্ৰে সহস্ৰাক্ষঃ শতক্ৰতুঃ।
স্বাদু দেশে চ কালে চ ববৰ্ষাপ্যালয়ন প্ৰজাঃ॥
ন বাল এৱ ম্ৰিয়তে তদাকাশ্চিৎ জনাধিপ।
ন চ স্ত্ৰিয়ং প্ৰজামাতি কশ্চিদ প্ৰাপ্ত যৌবনাম॥
এৱ মায়ুষ্মতীভিস্তু প্ৰজ্যাভিৰ্ভৰতৰ্ষভ।
ইয়ং সাগৰ পৰ্য্যন্তা সমাপূৰ্য্যত মেদিনী॥
ঈজিৰে চ মহাযজ্ঞৈঃ ক্ষত্ৰিয়া বহুদক্ষিণৈঃ।
সাঙ্গোপনিষদান্ বেদান্ বিপ্ৰাশ্চধীয়তে তদা॥ ১।৫৯।৩৪-১৯

ক্ষত্ৰিয় সকলে ধৰ্মানুসাৰে এই পৃথিৱী পালন কৰে আৰু সেই কাৰণে ব্ৰাহ্মণ প্ৰভৃতি সকলো বৰ্ণই আনন্দ লাভ কৰে। ৰজাসকলে কামক্ৰোধাদি ৰিপু বশ কৰি অপৰাধীৰ প্ৰতি ধৰ্মানুসাৰে দণ্ডবিধান কৰি প্ৰজাপালন কৰিছিল। ৰজাসকলে ধৰ্মানুসাৰে প্ৰজাপালন কৰা দেখি দেৱৰাজ ইন্দ্ৰই প্ৰজাবৰ্গক সন্তুষ্ট কৰিবলৈ যথাকালে আৰু যথাস্থানে বাৰি বৰ্ষণ কৰিছিল। হে মহাৰাজ, সেই সময়ত কোনো মানুহৰ অকাল মৃত্যু হোৱা নাছিল, কোনো পুৰুষে স্ত্ৰীৰ যৌৱনকাল নহলে সংসৰ্গ নকৰিছিল, সেই কালত সমুদ্ৰ পৰ্যন্ত সমস্ত পৃথিৱী দীৰ্ঘায়ু প্ৰজা দ্বাৰা পৰিপূৰ্ণ আছিল। ক্ষত্ৰিয় সকলে প্ৰচুৰ দক্ষিণাদি ডাঙৰ যজ্ঞ কৰিছিল। ব্ৰাহ্মণসকলে ব্যাকৰণ প্ৰভৃতি অঙ্গশাস্ত্ৰ আৰু উপনিষদসহ সমস্ত বেদ অধ্যয়ন কৰিছিল।

যুদ্ধৰ সময়ত বিশেষকৈ ইজাৰ ( ঠেঙা ) পিন্ধিছিল। কৰ্ণই যুধিষ্ঠিৰক যুদ্ধত পৰাস্ত কৰি বিবসন কৰোতে ইজাৰ খুলি দিছিল। ব্ৰাহ্মণবিলাক যজন, যাজন অধ্যয়ন, অধ্যাপনা আদি ষট্ কাৰ্য্যত নিযুক্ত আছিল। সাধাৰণতে তেওঁলোক দুখীয়া আছিল। কিন্তু যি সকলে ৰজাৰ বা ধনী সম্প্ৰদায়ৰ পুৰোহিতালি কৰিছিল তেওঁলোকৰ আৰ্থিক অৱস্থা ভাল আছিল। যাগ, যজ্ঞ আৰু অন্যান্য ধৰ্মীয় কাৰ্য্যত প্ৰচুৰ দান-দক্ষিণা লাভ কৰিছিল। দাস-দাসী, গ্ৰাম, বস্ত্ৰ, অলংকাৰ, টকা-পইচা আদি ৰাজকীয় ধৰ্মানুষ্ঠানত লাভ কৰিছিল।

ক্ষত্ৰিয় সকলৰ পবিত্ৰ কৰ্ত্তব্য আছিল দেশ ৰক্ষা কৰা আৰু প্ৰজাসকলৰ সুখ-শান্তিৰ প্ৰতি লক্ষ্য ৰখা। ব্ৰাহ্মণ সকলৰ দৰে তেওঁলোকেও উপবীত ধাৰণ কৰি গায়ত্ৰী মন্ত্ৰ পাঠ কৰিছিল। অৱশ্যে ব্ৰাহ্মণৰ গায়ত্ৰী আৰু ক্ষত্ৰিয়ৰ গায়ত্ৰী মন্ত্ৰৰ সামান্য প্ৰভেদ আছিল। বৈশ্যয়ো উপবীত ধাৰণ কৰিছিল আৰু বৈদিক অনুষ্ঠানৰ দ্বাৰা সেই উপবীত গ্ৰহণ কৰিছিল। সানুষ্ঠানেৰে উপবীত ( লগুণ, উত্তৰী ) গ্ৰহণ কৰা কাৰণে এই তিনি বৰ্ণক দ্বিজ বোলা হয়। বৰ্ণাশ্ৰম ধৰ্ম নিয়মিত ভাৱে পালন কৰা হৈছিল আৰু ব্যতিক্ৰমত বৰ্ণ-শংকৰ শ্ৰেণী সৃষ্টি হৈছিল। বৰ্ণাশ্ৰম ধৰ্মত আউল লাগিলে সমাজতো আউল লাগিছিল। সেই মতে, সেইকালত শূদ্ৰৰ তপস্যা নিষেধ আছিল। শ্ৰীৰামচন্দ্ৰই ব্ৰাহ্মণ পুত্ৰৰ অকাল মৃত্যুৰ কাৰণ বিচাৰি দণ্ডকাৰণ্যত তপস্যা কৰি থকা শূদ্ৰ তপস্বীক বধ কৰিব লগা হৈছিল। মহাভাৰততো ব্ৰাহ্মণ পুত্ৰৰ অকাল মৃত্যুৰ কাৰণ অন্বেষণ কৰিবলৈ যুধিষ্ঠিৰৰ বাধা স্বত্ত্বেও অৰ্জুনে শয়ন কক্ষত প্ৰৱেশ কৰি ধনুশৰ আনিছিল। ফলত অৰ্জুনে বাৰ বছৰ তীৰ্থ পৰ্য্যটন কৰিব লগা হৈছিল। পাপ কাৰ্য্য বা ভুল-ত্ৰুটিৰ প্ৰায়শ্চিত্ত কৰিবলৈ স্বেচ্ছাই কেতিয়াবা নিৰ্দিষ্ট কালৰ কাৰণে বনলৈ গৈছিল। কেতিয়াবা আকৌ পাশা খেলত হাৰি খেলৰ চৰ্ত্ত অনুসৰি বনলৈ গৈছিল। শ্ৰীবৎস-চিন্তা আৰু নল-দময়ন্তী আখ্যানত পাশা খেলত হাৰি আৰু দেৱতাৰ ক্ৰোধত বনবাস খাটিব লগা হৈছে। পাণ্ডৱ সকলে বাৰ বছৰ বনবাস আৰু এবছৰ অজ্ঞাতবাস খাটিব লগা হৈছিল কৌৰৱৰ লগত পাশা খেলত হৰাৰ চৰ্ত্ত অনুসাৰে।

ক্ষত্ৰিয় ৰজা সকলৰ কন্যাৰ সাধাৰণতে স্বয়ম্বৰ হৈছিল, য'ত কন্যাই আমন্ত্ৰিত ৰজা আৰু ৰাজপুত্ৰৰ মাজৰ পৰা বৰ বাচি লৈছিল। কেতিয়াবা আমন্ত্ৰিত আৰু অনিমন্ত্ৰিত প্ৰাৰ্থী সকলৰ মাজত 'একোটা কঠিন পণ বা চৰ্ত্ত দাঙি ধৰা হয়। যিজনে সেই চৰ্ত্ত পূৰণ কৰিব পাৰে তেওঁৱেই কন্যা লাভ কৰে। এইদৰেই ৰামে হৰধনু ভঙ্গ কৰি সীতাক লাভ কৰিছিল। অৰ্জুনে মৎস্য চক্ৰ শৰেৰে ভেদ কৰি দ্ৰৌপদীক লাভ কৰিছিল। কেতিয়াবা স্বয়ম্বৰত সমবেত হোৱা ৰজা সকলৰ মাজৰ পৰা একোজনে ঘপহ কৰি উঠি সভাৰ মাজৰ পৰা কন্যাক অপহৰণ কৰি লৈ গৈছিল। ফলত অপহৰণকাৰি আৰু পাণিপ্ৰাৰ্থী সকলৰ মাজত যুদ্ধ হৈছিল যদিও সাধাৰণতে অপহৰণকাৰীৰে জয় হৈছিল। কৃষ্ণই ৰুক্মিণীক, অৰ্জুনে সুভদ্ৰাক; ভীষ্মই কাশীৰাজৰ তিনি কন্যা--অম্বা, অম্বিকা আৰু অম্বালিকাক এইদৰেই স্বয়ম্বৰ সভাৰ পৰা অপহৰণ কৰি সান্তনুৰ লগত বিয়া-পাতি দিছিল। অম্বাই সেই বিয়াত নবহি প্ৰেমিক শিশুপালৰ কাষ চাপে যদিও আন এজনে অপহৰণ কৰি নিয়া কন্যাক গ্ৰহণ কৰিবলৈ শিশুপালে অস্বীকাৰ কৰাত ভীষ্মৰ মৃত্যু কামনা কৰি গঙ্গাত আত্মবিসৰ্জ্জন কৰে আৰু শিখণ্ডী ৰূপে জন্ম গ্ৰহণ কৰে। বহুক্ষেত্ৰত স্বয়ম্বৰত সমবেত হোৱা পাণিপ্ৰাৰ্থী সকলৰ মাজৰ পৰাই ৰূপ গুণ বিচাৰ কৰি বৰ বাছি লৈছিল। দময়ন্তীয়ে নলক আৰু চিন্তাই শ্ৰীবৎসক ওপৰত কোৱা ৰীতিতে বৰণ কৰিছিল। বৰ আৰু কন্যাই গুপুতে প্ৰণয় পাশত আবদ্ধ হৈ গান্ধৰ্ব বিবাহ কৰা প্ৰথা ক্ষত্ৰিয় সমাজত বিশেষকৈ প্ৰচলিত আছিল। বাপেক মাকে বা অভিভাৱকে স্থিৰ কৰা শাস্ত্ৰীয় বিয়া সাধাৰণতে প্ৰচলিত আছিল। ব্ৰাহ্মণ আৰু বৈশ্যই শাস্ত্ৰীয় প্ৰাজাপত্য বিবাহ দ্বিজ সকলৰ দ্বাৰা অনুষ্ঠিত কৰিছিল। ইয়াৰ ভিতৰত প্ৰাজাপত্য বিৱাহকে সৰহ ভাগে পালন কৰিছিল।

তীৰ্থ পৰ্য্যটন আৰু তীৰ্থস্থানত পিণ্ডদান, সেই কালতো প্ৰচলিত আছিল। কিবা দোষ বা পাপ কাম কৰিলেও তীৰ্থ পৰ্য্যটন কৰিলে সেই পাপ খণ্ডন হয় বুলি বিশ্বাস কৰিছিল। পাণ্ডৱ সকল বনবাসত থাকোতে বহুতীৰ্থ পৰ্য্যটন কৰিছিল আৰু অৰ্জুনে বাৰ বছৰ তীৰ্থ পৰ্য্যটন কৰা কথা আগতে উল্লেখ কৰি অহা হৈছে। বলৰামে কুৰুক্ষেত্ৰৰ যুদ্ধৰ সময়ত তীৰ্থ পৰ্য্যটনত থকাত যুদ্ধখন হবলৈ পালে, অন্যথা বলৰামে ইয়াত বাধা দিলেহেঁতেন। তেওঁৰ অনুপস্থিতিত কৃষ্ণয়ো যুদ্ধখন লগাবলৈ সুবিধা পালে। যুদ্ধৰ শেষ দিনা; ভীম-দুৰ্যোধনৰ গদাযুদ্ধৰ সময়ত তেওঁ কুৰুক্ষেত্ৰত উপনীত হয়হি। তেতিয়া যুদ্ধ বন্ধ কৰা সময় অতীত হৈ গৈছিল।

যোদ্ধাসকলে সেই সময়ত প্ৰচলিত ৰণ-নীতি পৰাপক্ষত মানি চলিছিল। ভীষ্মই কুৰুক্ষেত্ৰৰ যুদ্ধৰ আগতে দুয়োপক্ষক আগত ৰাখি ৰণনীতি ব্যাখ্যা কৰি অন্যায় নকৰিবলৈ উপদেশ দিছিল। তেওঁ ব্যাখ্যা কৰি কৈছিল—দ্বন্দ্ব যুদ্ধত অৰ্থাৎ দুজন যোদ্ধাৰ মাজত যুদ্ধ চলি থাকিলে তৃতীয় এজনে তাত যোগ নিদিব। পলায়ন কৰা সৈন্যক পাছফালৰ পৰা হত্যা নকৰিব। শৰণাপন্ন হোৱা সৈন্যক বধ নকৰিব বৰং

আশ্ৰয় দিব। যুদ্ধাৰ্থী গুৰুজনক অভিবাদন কৰি গুৰুজনে অস্ত্ৰ প্ৰয়োগ কৰাৰ পাছতহে শিষ্যই অস্ত্ৰ প্ৰয়োগ কৰিব। কেবাজনে বেৰি কুৰি অস্ত্ৰ প্ৰয়োগ কৰি এজনক বধ নকৰিব। এনে ধৰণৰ ৰণ-নীতিৰ শিক্ষা দি ভীষ্মই প্ৰথমে অস্ত্ৰ নিক্ষেপ কৰি যুদ্ধ আৰম্ভ কৰে। এয়ে ধৰ্ম যুদ্ধ, প্ৰকৃততে মহাৰণখনত উক্ত ৰণনীতি যথাযথ ভাৱে পালন কৰা হৈছিল জানো? ১৬ বছৰীয়া লৰা অভিমন্যুক সপ্ত-মহাৰথীয়ে বেৰি চাৰিওফালৰ পৰা অস্ত্ৰ প্ৰয়োগ কৰি বধ কৰিছিল। কৌৰৱৰ আটাইকেইজন সেনাপতিক অন্যায় যুদ্ধত হে পতন ঘটাইছিল। শিখণ্ডীক ৰথৰ আগত বহুৱাই ভীষ্মক নিৰস্ত্ৰ কৰি শৰশয্যাত পেলাইছিল। ভীষ্মৰ প্ৰতিজ্ঞা আছিল যে তেওঁ নাৰী আৰু নপুংসকৰ বিৰুদ্ধে অস্ত্ৰ ধাৰণ নধৰে। তেওঁ আনহাতে আছিল ইচ্ছা মৃত্যুৰ গৰাকী, নিজে নমৰো বুলিলে আনে তেওঁক বধ কৰিব নোৱাৰিছিল। গতিকে কৃষ্ণৰ বুদ্ধি মতে অৰ্জুনৰ ৰথৰ আগত শিখণ্ডীক বহুৱাই অৰ্জুনে চোকা, চোকা অস্ত্ৰ ভীষ্মৰ বিৰুদ্ধে মাৰিবলৈ ধৰে কিন্তু ভীষ্মই শিখণ্ডীক অৰ্জুনৰ ৰথৰ সম্মুখ ভাগত সশস্ত্ৰ বহি থকা দেখি অস্ত্ৰ সম্বৰণ কৰে। নিৰস্ত্ৰ ভীষ্মক শিখণ্ডী আৰু অৰ্জুনে শৰ প্ৰয়োগ কৰি শয্যাশায়ী কৰে। শৰেৰে থকা সৰকা হৈ ভীষ্ম শৰৰ শয্যাত ঢলি পৰে। দ্ৰোণাচাৰ্য্যই পুত্ৰ অশ্বত্থামাৰ মৃত্যু হোৱা বুলি গুজৱ শুনি শোকত অভিভূত হৈ অস্ত্ৰ ত্যাগ কৰি ৰথতে ঢলি পৰাত ধৃষ্টদ্যুম্নই নিজৰ প্ৰতিজ্ঞা অনুসৰি গুৰুজনক ৰোদনৰত অৱস্থাত হত্যা কৰে। অৱশ্যে ধৃষ্টদ্যুম্নই তেওঁক হত্যা কৰা আগতে কৃষ্ণৰ কথাত ভুল কৰি ডিঙিত সাপ বগাই খুটিবৰ উপক্ৰম কৰা বুলি মতিভ্ৰম ঘটাই অৰ্জুনৰ দ্বাৰা দ্ৰোণৰ ধেনুখনৰ জ্যা ডাল কাটি পেলোৱাত ধেনুৰ আগে তেওঁৰ ডিঙিবন্ধি পেলোৱাত অচেতন হৈ পৰিছিল। সেই অৱস্থাত ধৃষ্টদ্যুম্নই দ্ৰোণক বধ কৰে। মাটিত পোত খাই থকা ৰথৰ পাচ চকা উদ্ধাৰ কৰিবলৈ মাটিত বহি কৰ্ণই চেষ্টা কৰি থাকোতে নিৰস্ত্ৰ কৰ্ণক অৰ্জুনে শৰ মাৰি বধ কৰে। শল্যক আৰু শকুনিক অৱশ্যে যুধিষ্ঠিৰ আৰু সহদেৱে ন্যায় যুদ্ধত বধ কৰে। শল্য মল্ল যুদ্ধ আৰু গদাযুদ্ধতহে পাৰ্গত আছিল। ধনু যুদ্ধত পাকৈত বুলি তেওঁৰ পৰিচয় নাছিল। যুধিষ্ঠিৰৰ লগত ধনু যুদ্ধৰ বাহিৰে অন্য যুদ্ধ নচলাত অগত্যা তেওঁ ধনু যুদ্ধ কৰিব লগাত পৰে, ফলত তেওঁ যুধিষ্ঠিৰৰ হাতত নিহত হয়। তদুপৰি ভাগিন বুলি মৰমত কিছু খিলাই দিয়াত নিজেই মৰা পৰে। দুৰ্যোধনক ভীমে কংকালৰ তলত গদাৰে কোবাই উৰু ভঙ্গ কৰে। গতিকে কুৰুক্ষেত্ৰৰ মহাৰণখন প্ৰকৃত ধৰ্ম যুদ্ধ বুলি কোৱা টান।

সেই কালত যি যুদ্ধাস্ত্ৰ প্ৰয়োগ হৈছিল তাৰ ভিতৰত ধনুশৰ যুদ্ধই প্ৰধান আছিল। কিন্তু যিবোৰ শৰৰ উল্লেখ আৰু শক্তিৰ বৰ্ণনা পোৱা যায়, সেই বৰ্ণনা কবিৰ কল্পনা প্ৰসূত নে সত্য সেই কথা নিশ্চয়কৈ কোৱা টান যদিও সচাঁ যেনেই লাগে। বিশেষকৈ ব্ৰহ্মাস্ত্ৰকে আদিকৰি কিছুমান শৰৰ অশেষ শক্তি প্ৰদৰ্শন কৰিছে যদিও বাস্তৱিকতে কিমানদূৰ সত্য কোৱা টান। মন্ত্ৰ শক্তিত যদি বিশ্বাস কৰা যায়

তেন্তে এই বৰ্ণনাবোৰো বিশ্বাস কৰিব লাগিব। কাৰণ প্ৰত্যেক শৰৰ লগত একোটা মন্ত্ৰ জড়িত আছিল। ব্ৰহ্মাস্ত্ৰ, অৰ্দ্ধচন্দ্ৰ, একাঘ্নী, পাশুপাত, বৈষ্ণবী, নাৰায়ণ, বায়ু, জলদ, অগ্নি, আদি বহু শৰৰ প্ৰয়োগ পোৱা যায়। ধনু যুদ্ধৰ বাহিৰে গদাযুদ্ধ, অসি যুদ্ধ ( তৰোৱাল যুদ্ধ ) মল্ল যুদ্ধৰ উল্লেখ অনেক ঠাইত আছে। ধনুশৰৰ বাহিৰেও তৰোৱাল, শেল, নাৰাচ, নালিক, বৰাহকৰ্ণ, বৎসদন্ত, বিপাঠ, ক্ষুৰপ্ৰ, চটকা মুখ, আদি অস্ত্ৰৰ উল্লেখ আৰু প্ৰয়োগ দেখা যায়। এইবোৰ অস্ত্ৰ কেনে আছিল সেই বিষয়ে·········The Art of war in Ancient India নামৰ পুথিত সবিশেষ আলোচনা কৰিছে।

সেই কালত যুদ্ধবোৰ সাধাৰণতে সন্ধ্যাৰ লগে লগে শঙ্খ ধ্বনি কৰি সামৰণি ঘোষণা কৰে আৰু দিনটোত জয়-পৰাজয়ৰ নিশ্চয় নহলে পাছদিনা আকৌ আৰম্ভ কৰে। কদা কাশিতহে ৰাত্ৰি যুদ্ধ হৈছিল। সন্ধ্যাৰ পাছত যুদ্ধৰত দুয়োপক্ষৰ মাজত প্ৰয়োজন অনুসৰি আলোচনা বিলোচনা আৰু বন্ধুত্বৰ আদানপ্ৰদান ঘটে। উদাহৰণ স্বৰূপে, পাণ্ডব সকলে কৌৰব পক্ষৰ ৰজা ধৃতৰাষ্ট্ৰ আৰু গান্ধাৰীক প্ৰণাম জনাবলৈ সঘনে কৌৰব সভালৈ অহা-যোৱা কৰিছিল। যেতিয়া তৃতীয় পক্ষই হস্তীনাপুৰ আক্ৰমণ কৰিছিল তেতিয়া কৌৰৱ-পাণ্ডৱ দুয়োপক্ষ মিলি বাধা দিছিল যুধিষ্ঠিৰৰ ৰাজসূয় যজ্ঞত কৌৰৱ সকলেও সহযোগ কৰিছিল আৰু অশ্বমেধ যজ্ঞত ঘোঁৰাৰখীয়া হৈ •যি কেইজন কৌৰৱ পক্ষীয় বীৰ জীৱিত আছিল তেওঁলোকেও সহযোগ কৰিছিল।

সেইকালৰ ভক্ষাভক্ষৰ লগত আজি-কালিৰ খাদ্যা-খাদ্যৰ বৰ বিশেষ প্ৰভেদ দেখা নাযায় ভাত, ৰুটি, ফল-মূল, দধি, দুগ্ধ, মাখন, ঘৃত, পায়স, পিঠা ( পিষ্টক ) তিল, তেল, লাৰুকে প্ৰমুখ্য কৰি বিভিন্ন প্ৰকাৰে ৰন্ধাখাদ্য আৰু কেঁচা খাদ্য গ্ৰহণ কৰিছিল। দাইলৰ ভিতৰত মাটি আৰু মগুৰেই প্ৰধান আছিল। অৰহৰ আৰু খেচাৰি দাইলৰ উল্লেখ প্ৰায় নায়েই। সভা পৰ্বৰ কেইবাটা অধ্যায়ত যুধিষ্ঠিৰৰ ৰাজসূয় যজ্ঞ বৰ্ণনা প্ৰসঙ্গত যি ভোজৰ বৰ্ণনা আছে তাত সেই সময়ত প্ৰচলিত এটি খাদ্য তালিকা পোৱা যায়। কাব্যখনৰ আন দুই এঠাইতো খাদ্যৰ উল্লেখ আছে। সভাপৰ্বৰ বৰ্ণনাটোকে এই ক্ষেত্ৰত উদ্ধৃত কৰা হল। পাণ্ডব সকলে বনবাসত থাকোতে ভিক্ষাৰ আৰু বন শাক ৰান্ধি খাইছিল।

অতিথিপৰায়ণত বিশিষ্ট ধৰ্ম বুলি বিবেচিত হৈছিল। অভ্যাগতৰ ভৰিধুৱাই মধুপৰ্কৰ অৰ্ঘ্যদান কৰি সবিনয়ে পদুলিৰ পৰা আগবঢ়াই নিয়া ৰীতি প্ৰচলিত আছিল আৰু ইয়াক শিষ্টাচাৰ বুলি গণ্য কৰা হৈছিল এনে অভ্যৰ্থনা নেপোৱাৰ কাৰণেই দুৰ্বাসা মুনিয়ে শকুন্তলাক শাপ দিছিল। বিশেষকৈ ৰাজপুৰুষ, ব্ৰাহ্মণ, সজ্জন আদিক উক্ত ধৰণে বাটৰ পৰাই ঘৰলৈ আগবঢ়াই নিয়াই আছিল। অতিথিক বিমুখ কৰা পাপ বুলি ভাবিছিল। মৃতক সকলক দাহ কৰি ঔৰ্দ্ধদৈহিক শাস্ত্ৰীয় ৰীতিত শ্ৰাদ্ধাদি ক্ৰিয়া সম্পন্ন কৰিছিল। কুৰুক্ষেত্ৰৰ ৰণৰ পাছত দুয়ো পক্ষৰ

জীৱিত সকলে ৰণভূমিত মৃত আত্মীয় সকলৰ মৰাশ বিচাৰি দাহ কৰিছিল আৰু ঔৰ্দ্ধদৈহিক ক্ৰিয়া সম্পন্ন কৰিছিল।

দ্বিজ সকলৰ বাহিৰে সাধাৰণতে নিম্নবৰ্ণক অস্ত্ৰশিক্ষা দিয়া নহৈছিল। দ্ৰোণাচাৰ্য্যই একলব্যক অস্ত্ৰশিক্ষা দিবলৈ অস্বীকাৰ কৰা স্বত্বেও একলব্যই দ্ৰোণাচাৰ্য্যৰ মূৰ্তি এটা আগত ৰাখি নিজেই অস্ত্ৰশিক্ষাত পাৰ্গত হৈছিল যদিও দ্ৰোণাচাৰ্য্যই গুৰু দক্ষিণা বিচাৰি তেওঁৰ বুঢ়া আঙুলিটো কাটি পেলোৱাৰ দিহা কৰিছিল। সূত পুত্ৰ কৰ্ণই দ্ৰোণাচাৰ্য্যৰ ওচৰত অস্ত্ৰ শিক্ষা গ্ৰহণ কৰিব নোৱাৰি; আত্মগোপন কৰি পৰশুৰামৰ ওচৰত অস্ত্ৰ শিক্ষা লাভ কৰে; কিন্তু পৰশুৰামে যেতিয়া জানিব পাৰে যে কৰ্ণ সূত পুত্ৰ, তেতিয়া সময়ৰ শৰ পাহৰিবলৈ তেওঁক অভিশাপ দিয়ে। মহাভাৰত আৰু ৰামায়ণৰ পৰা জনা যায় যে অস্ত্ৰশিক্ষা দানো ব্ৰাহ্মণৰ একচেতীয়া বৃত্তি আছিল। দ্ৰোণাচাৰ্য্য, কৃপাচাৰ্য্য, বশিষ্ঠ, বিশ্বামিত্ৰ আদি অস্ত্ৰবিদ সকল ব্ৰাহ্মণ আছিল। মুঠতে সকলো প্ৰকাৰ শিক্ষাদানৰ ব্যৱসায়টো ব্ৰাহ্মণৰ একচেতীয়া বৃত্তি আছিল।

মহাভাৰতত সকলো শ্ৰেণী পাঠকৰ উপযোগী কাহিনী পোৱা যায়। এহাতে যেনেকৈ শিশু উপযোগী ধ্ৰুৱ, প্ৰহ্লাদৰ কাহিনী আছে সেইদৰে যৌৱনৰ প্ৰেম বিষয়ক কাহিনী উৰ্বশী-পুৰুৰৱা, অৰ্জুন-সুভদ্ৰা। পৌঢ়ৰ উপযোগী তত্ত্বপ্ৰধান দৰ্শন, ৰাজনীতি (শান্তি পৰ্ব দ্ৰঃ) আৰু বৃদ্ধৰ উপযোগী ভক্তিৰাদৰ প্ৰাৱল্য অনেক ঠাইত দেখা যায়।

মহাভাৰতৰ যুগটো বীৰৰ যুগ। ইউৰোপৰ Knight সকলৰ দৰে ইয়াৰ চৰিত্ৰ সমূহ যুদ্ধ প্ৰৱল এওঁলোকেও যুদ্ধবিচাৰি দিগ্বিজয়ত ওলায়। অশ্বমেধ আৰু ৰাজসূয় যজ্ঞ দিগ্বিজয়ৰে ফলশ্ৰুতি বুলিব পাৰি। যুদ্ধৰ বন্ধা নিয়ম আছিল। সেই নীতি-নিয়ম উলঙ্ঘা কৰি যুদ্ধ কৰা অন্যায় যুদ্ধ বুলি বিবেচিত হৈছিল। সত্য কথা কবলৈ গলে পাণ্ডৱ সকলে অন্যায় যুদ্ধ কৰিয়ে কৌৰবৰ প্ৰধান বীৰ সকলক বধ কৰে। ভীষ্ম, দ্ৰোণ, কৰ্ণ আৰু দুৰ্যোধনক ন্যায় যুদ্ধত পৰাজয় কৰিব পৰা নাই। তেওঁলোকক নিৰস্ত্ৰ অৱস্থাত অথবা অন্যায়ভাবে আঘাত কৰি বধ কৰিছে। কৌৰৱে কেৱল অভিমন্যুক অন্যায় যুদ্ধত বধ কৰিছিল।

দুৰ্যোধনে কুট পাশা খেলি পাণ্ডৱক ৰাজ্যচ্যুত কৰি বনলৈ খেদিছিল। কিন্তু কৌৰবৰ আহ্বানত যুধিষ্ঠিৰে স্বেচ্ছাই পাশা খেলিবলৈ গৈছিল, দ্ৰৌপদী আৰু ভায়েক সকলে বাধা দিয়া সত্ত্বেও। তেওঁ দ্যূত্যাসক্ত আছিল আৰু নিজে বাজি ৰাখিয়ে সকলো হেৰুৱালে। ৰাজ্যধনৰ উপৰিও ভায়েক চাৰিজন সহ দ্ৰৌপদীকো হেৰুৱাইছিল। ভাগ্যে ধৃতৰাষ্ট্ৰই দ্ৰৌপদীক বৰ দি তেওঁলোকক মুক্ত কৰি দিছিল।

মহাভাৰতত বহু চৰিত্ৰৰ সমাবেশ ঘটিছে। পাণ্ডৱৰ পক্ষে পঞ্চ পাণ্ডৱৰ উপৰিও দ্ৰুপদ ৰজাৰ পক্ষীয় বীৰ সকলে যোগ দিছিল। এইসকলৰ ভিতৰত ৰজা দ্ৰুপদ, ধৃষ্টদ্যুম্ন, শিখণ্ডী প্ৰধান আছিল। সমস্ত পাঞ্চাল ৰাজ্যৰ সৈন্য, সেনাপতিয়ে

পাণ্ডৱৰ পক্ষে যুদ্ধত যোগ দিছিল। যাদৱ বাহিনী শংসপ্তকে কৌৰৱ পক্ষ অৱলম্বন কৰিছিল। যুদ্ধৰ প্ৰস্তুতি চলোঁতে সহায় বিচাৰি অৰ্জুন আৰু দুৰ্যোধনে একেদিনাই কৃষ্ণৰ ওচৰলৈ যায়। অৰ্জুন গৈ কৃষ্ণৰ শয্যাৰ ভৰি-পিথানত বহে আৰু দুৰ্যোধনে মূৰ-শিথানত পাৰি থোৱা সিংহাসনত বহে শ্ৰীকৃষ্ণ কপট নিদ্ৰাত নিমগ্ন, সাৰ পোৱাৰ ভাও ধৰি শয্যাত বহি প্ৰথমেই দেখা পাই অৰ্জুনক আগমনৰ কাৰণ সোধে। অৰ্জুনে তেওঁৰ সহায় প্ৰাৰ্থনা কৰে, তেনেতে চকুপৰে সিংহাসনত বহি থকা ৰজা দুৰ্যোধনৰ ওপৰত আগমনৰ কাৰণ সোধাত দুৰ্যোধনেও সহায় বিচাৰি যোৱা বুলি কয়। কৃষ্ণই দুষ্টালি কৰি কয় যে যিহেতুকে অৰ্জুনক প্ৰথমে দেখা পাই পাণ্ডৱৰ পক্ষত থাকিব বুলি কথা দিলে; গতিকে তেওঁ পাণ্ডৱৰ পক্ষতে থাকিব কিন্তু কেতিয়াও অস্ত্ৰ নধৰে। অৰ্জুনৰ ৰথৰ সাৰথিত্বহে কৰিব। তথাপি যদি দুৰ্যোধনে তেওঁক বিচাৰে তেওঁ যাব কিন্তু যুদ্ধ নকৰে। এতিয়া দুৰ্যোধনে তেওঁৰ দুৰ্দ্ধৰ্ষ নাৰায়ণী সৈন্য নিব পাৰে নাইবা যুদ্ধ বিৰত তেওঁকো নিব পাৰে। যিটোকে পচন্দ কৰে তাকে লব পাৰে। দুৰ্যোধনে তেওঁৰ চুটি বুদ্ধিৰে নাৰায়ণী সৈন্যবাহিনীক পচন্দ কৰে। কৃষ্ণ পাণ্ডৱৰ পক্ষত ৰথৰ সাৰথি ৰূপে সখা অৰ্জুনৰ লগত থাকে। এই নাৰায়ণী সৈন্যৰ নায়ক আছিল কৃতবৰ্মা; যি যুদ্ধৰ শেষলৈ বৈ গৈছিল। দুয়োপক্ষৰ মাজত পিতামহ ভীষ্মই সকলোতকৈ বয়োবৃদ্ধ আছিল যদিও তেওঁৰ পিতৃ শান্তনুৰ পৰা চৰিত্ৰ বিশ্লেষণ কৰা উচিত হব। পুৰুষ চৰিত্ৰৰ ভিতৰত শান্তনু আৰু স্ত্ৰী চৰিত্ৰৰ ভিতৰত সত্যৱতী সকলোতকৈ বয়সত ডাঙৰ আছিল।

## শান্তনু ঃ

শান্তনুৰ পিতৃৰ নাম আছিল প্ৰতীপ আৰু মাক আছিল সুনন্দা। শান্তনুৰ জ্যেষ্ঠ ভ্ৰাতাৰ নাম দেৱাপি আৰু কনিষ্ঠৰ নাম বাহ্লীক। দেৱাপিয়ে লৰাকালতে প্ৰব্ৰজ্যা গ্ৰহণ কৰাত শান্তনু পিতৃ ৰাজ্যত অভিষিক্ত হয়। শান্তনু নামটো সম্পৰ্কে মহাভাৰতত কোৱা হৈছে যে তেওঁ যাকে স্পৰ্শ কৰিছিল তেওঁ যেন নৱযৌৱন পাইছিল। এই কাৰণেই তেওঁৰ নাম দিয়া হৈছিল শান্তনু। তেওঁৰ পূৰ্বজন্ম সম্বন্ধে কৈছে যে ইক্ষ্বাকু বংশৰ ৰজা মহাভীষই পৰজন্মত শান্তনুৰূপে জন্ম গ্ৰহণ কৰে। তেওঁ দেখিবলৈ বৰ ধুনীয়া আছিল। তেওঁ চন্দ্ৰৰ দৰে প্ৰিয় দৰ্শন, কম্বুগ্ৰীৱ, মহাসত্ত্ব আৰু চক্ৰৱৰ্তী লক্ষণ যুক্ত আছিল। তেওঁ ধৰ্মপৰায়ণ, সত্যবাদী, পৰিশ্ৰমী আৰু এলাহ বিহীন আছিল। তেওঁ মৃগয়াত বৰ আসক্ত আছিল। এদিন মৃগয়া অভিমুখে যাওঁতে গঙ্গাতীৰত এগৰাকী অপৰূপা সুন্দৰীক দেখা পাই বৰ মুগ্ধ হৈ তেওঁক পত্নীৰূপে পাবলৈ অভিলাষ জন্মে। তেওঁ সুন্দৰীক পৰিচয় সোধে আৰু পত্নীৰূপে পাবলৈ ইচ্ছা প্ৰকাশ কৰে। সেই সুন্দৰী আছিল গঙ্গাদেৱী, গঙ্গাদেৱীয়ে শান্তনুক কলে, "মহাৰাজ মই আপোনাৰ মহষী হব পাৰো এটা চৰ্ত্তত যে আপুনি মোৰ কোনো কাৰ্য্যতে বাধা দিব নোৱাৰিব, যি দিনাই বাধা দিব সেই দিনাই মই আপোনাক পৰিত্যাগ কৰি গুচি যাম।" শান্তনুৱে সেই চৰ্ত্ত মানি

লোৱাত গঙ্গা দেৱীয়ে তেওঁৰ পত্নীত্ব গ্ৰহণ কৰে। গঙ্গাৰ গৰ্ভত একাদিক্ৰমে আঠটা পুত্ৰ সন্তান জন্ম হল। পুত্ৰ জন্ম হোৱাৰ পাছতে তেওঁ পানীত উটুৱাই দিছিল, শান্তনুৱে কোনো বাধা দিব নোৱাৰিছিল। বশিষ্ঠ ঋষিৰ কামধেনু অপহৰণ কৰা কাৰণে তেওঁলোকক পৃথিৱীত মনুষ্যৰূপে জন্ম গ্ৰহণ কৰিবলৈ অভিশাপ দিয়ে। অষ্টবসুৱে গঙ্গাদেৱীক পৃথিৱীত মাতৃৰূপে পাবলৈ অভিলাষ প্ৰকাশ কৰাত গঙ্গাদেবী মান্তি হয়। আৰু জন্মৰ পাছতে "হে পুত্ৰ, মই তোমাৰ প্ৰীতিৰ অৰ্থে জলত নিক্ষেপ কৰিছো" বুলি কৈ নদীৰ পানীত উটুৱাই দিছিল। শান্তনুৱে দেখিও নেদেখাৰ ভাও ধৰি এটা এটাকৈ সাতোটা পুত্ৰৰ জলনিক্ষেপ নীৰৱে চাই থাকি অষ্টম পুত্ৰৰ ক্ষেত্ৰত বাধা দান কৰে। গঙ্গাদেবীয়ে পূৰ্বৰ চৰ্তানুসাৰে সন্তানটিক শান্তনুক গটাই গঙ্গাদেবীয়ে আত্ম-পৰিচয় প্ৰদান কৰে আৰু শান্তনুক এৰি যাবলৈ ওলায়। লৰাটিৰ ভৰণ পোষণ আৰু শিক্ষাৰ উদ্দেশ্যে ল'ৰাটিকো শান্তনুৰ আদেশলৈ লগতে লৈ যায়।

বহু বছৰ কাটি গল। শান্তনুৱে আদৰ্শ ৰজাৰ দৰে ৰাজ্য শাসনত ব্যস্ত থাকে। গঙ্গাৰ তত্ত্বাবধানত দেবব্ৰতৰ শিক্ষা সমাপ্ত হোৱাত পিতাকৰ হাতত সমৰ্পণ কৰে আৰু শান্তনুৱে যথাৰীতি দেৱব্ৰতক যুৱৰাজ পদত অভিষিক্ত কৰে। কেই বছৰ মানৰ পাছৰ কথা এদিন শান্তনুৱে যমুনা নদীৰ পাৰত মৃগয়া কৰি ফুৰোতে পদুম ফুলৰ গন্ধ বতাহত ভাহি আহি তেওঁৰ নাকত লাগেহি, অলপ পাছতে তেওঁ জানিব পাৰে যে যমুনা নদী পাৰ কৰি দিয়া এগৰাকী অপূৰ্ব সুন্দৰীৰ শৰীৰৰ পৰা সেই গন্ধ নিৰ্গত হৈছে। পদ্ম গন্ধা সেই ছোৱালীজনীক শান্তনুৱে বিয়া কৰাবলৈ ইচ্ছা প্ৰকাশ কৰি বাপেক দাসৰাজৰ ওচৰত প্ৰস্তাৱ দিয়াত দাস ৰাজে কেইটামান চৰ্ত্তত‍হে কন্যা-দান কৰিবলৈ ইচ্ছা প্ৰকাশ কৰে প্ৰথম কথা সত্যৱতীৰে সন্তানক যুৱৰাজ আৰু পাছত ৰজা পাতিব লাগিব আৰু শান্তনুৰ অন্য পুত্ৰ থাকিলেও ৰাজ সিংহাসনৰ ওপৰত কোনো দাবী নাথাকিব।

ধীৱৰ ৰাজৰ চৰ্ত্ত শুনি বিষণ্ন মনে ৰাজধানীলৈ উভটি যায়, আৰু বেজাৰ মনে ৰাজকাৰ্য্যলৈ পিঠি দি কাল কটাবলৈ ধৰিলে। দেবব্ৰতে বাপেকৰ মানসিক অৱস্থালৈ লক্ষ্য কৰি কাৰণটো জানিব পাৰে। দাসৰাজৰ ওচৰলৈ গৈ বাপেকৰ কাৰণে কন্যা খোজাত চৰ্ত্ত জানিব পাৰি তেওঁ দাসৰাজক প্ৰতিশ্ৰুতি দিয়ে যে ৰাজসিংহাসন গ্ৰহণ নকৰে। সত্যৱতীৰ পুত্ৰই ৰজা হব। তাতো সন্তুষ্ট নহৈ দাসৰাজে কয় যে তেওঁ ( ভীষ্মই ) ৰাজসিংহাসন ত্যাগ কৰিলেও তেওঁৰ সন্তানে দাবী কৰিবৰ থল থাকিব, অতঃ সত্যৱতীৰ পুত্ৰই সিংহাসন নাপাবও পাৰে। এই কথা শুনি ভীষ্মই প্ৰতিজ্ঞা কৰে যে তেওঁ কেতিয়াও বিয়া নকৰে আজীৱন অবিবাহিত হৈ জীৱন অতিবাহিত কৰিব।

নিজৰ জীৱনৰ ভৱিষ্যৎ ধ্বংস কৰি বাপেকৰ সুখৰ অৰ্থে আত্মবিসৰ্জন কৰা দেৱব্ৰতক দেৱতা সকলে ভীষ্ম নাম দিয়ে। তেতিয়াৰ পৰা দেৱব্ৰত নাম তলপৰি তেওঁৰ ভীষ্ম নামে প্ৰসিদ্ধি লাভ কৰে। ভীষ্মৰ আত্মত্যাগত শান্তনু অতিশয়

সুখী হৈ পুতেকক ইচ্ছামৃত্যু বৰ দিয়ে। সত্যৱতীৰ গৰ্ভত শান্তনুৰ দুজন পুত্ৰ হয়। তেওঁলোক হৈছে চিত্ৰাঙ্গদ আৰু বিচিত্ৰবীৰ্য্য এই দুজন পুত্ৰ ৰাখি ৩৬ বছৰ ৰাজত্ব কৰি শান্তনুৰ পৰলোক প্ৰাপ্তি ঘটে। শান্তনু চৰিত্ৰৰ বিশেষ বৈচিত্ৰ্য নাই। তেওঁক কামপৰায়ণ বুলিও কব পাৰি। ডেকা লৰা ভীষ্ম থাকোঁতে তেওঁ গাভৰু সত্যৱতীক দেখি বিয়া কৰাবলৈ মনস্থ কৰা কাৰ্য্যই উক্ত ধাৰণাকে দিয়ে।

## ভীষ্ম ঃ

দেৱব্ৰত ভীষ্ম মহাভাৰতৰ অনবদ্য চৰিত্ৰ। সমস্ত মহাভাৰতত তেওঁৰ চৰিত্ৰ ব্যাপ্ত হৈ আছে। আদি পৰ্বৰ পৰা শান্তি পৰ্ব পৰ্য্যন্ত এই মনীষী আৰু অসামান্য বীৰ গৰাকীৰ কৰ্মাৱলী পৰিব্যাপ্ত হৈ আছে। মহাভাৰতৰ মতে তেওঁ অষ্টবসুৰ অন্যতম বসু আছিল। বশিষ্ঠৰ অভিশাপৰ ফলত মৰ্ত্তত মানৱৰূপে জন্ম গ্ৰহণ কৰিছিল। অষ্টবসুৱে বশিষ্ঠৰ হোমধেনু অপহৰণ কৰাৰ ফলত ঋষিৰ অভিশাপ পায। অষ্টবসুৰ মাজত যিজনে স্বহস্তে গাইজনী টানি নিছিল তেওঁৰ নাম আছিল দ্যু। তেওঁৰ অপৰাধ বেছি আছিল কাৰণে মৰ্ত্তত সৰহকাল কটাব লগাত পৰে। অষ্টবসুৱে অভিশাপ পাই গঙ্গাদেবীক মাতৃৰূপে পাবলৈ আৰু জন্মৰ পাছতেই গঙ্গাত উটুৱাই দিবলৈ অনুৰোধ জনায়। গঙ্গাদেবীয়ে তেওঁলোকৰ অনুৰোধ ৰক্ষা কৰিবলৈ সন্মত হয়। সেই মতে মহাৰাজ শান্তনুৰ বীৰ্য্যত গঙ্গাদেৱীৰ গৰ্ভত শান্তনুৰ সাতোটা পুত্ৰৰ জন্ম হৈছিল। সেই আটাইকেইটা সন্তানক পূৰ্বকৃত চৰ্তানুসাৰে গঙ্গাদেবীয়ে পানীত উটাই দিছিল। অষ্টম সন্তান উটাই দিবলৈ নিওঁতে শান্তনুৱে বাধা দিয়ে। গঙ্গাদেবীয়ে শান্তনুক বিয়া কৰাইছিল এটা চৰ্ত্তত। তেওঁ গঙ্গাৰ কোনো কাৰ্য্যতে বাধা দিব নোৱাৰিব, বাধা দিলেই তেওঁ শান্তনুক পৰিত্যাগ কৰিব। এটা চৰ্ত্তানুসাৰে শান্তনুৱে অষ্টম সন্তানৰ ক্ষেত্ৰত বাধা দিয়াত গঙ্গাই নৱজাত শিশুটিক লৈ শান্তনুক পৰিত্যাগ কৰি গুচি যায়। গঙ্গাই লৰাটিক ক্ষত্ৰিয়জনোচিত সকলো বিদ্যাত পাৰ্গত কৰি তোলে আৰু পৰশুৰামৰ শিষ্যৰূপে অস্ত্ৰবিদ্যাতো অসাধাৰণ বীৰৰূপে প্ৰতিষ্ঠা লাভ কৰে।

যথাসময়ত গঙ্গাদেবীয়ে পুত্ৰক স্বামীৰ হাতত সমৰ্পণ কৰে। এদিন শান্তনুৱে গঙ্গাৰ পাৰত বিচৰণ কৰোতে এটি চাৰু দৰ্শন ল'ৰাই দিব্যাস্ত্ৰ প্ৰয়োগ কৰি গঙ্গাৰ পানী ৰোধ কৰা দেখিবলৈ পালে। তাৰ অলপ পাছতেই সৌশৰীৰে উপস্থিত হৈ গঙ্গাদেবীয়ে ল'ৰাটিৰ চিনাকি দি শান্তনুৰ হাতত প্ৰত্যাৰ্পণ কৰে। সেই প্ৰসঙ্গত গঙ্গাদেবীয়ে ল'ৰাটিৰ সকলো বিদ্যাতে পাৰদৰ্শিতাৰ বৰ্ণনা কৰি কয়, "শুক্ৰাচাৰ্য্য আৰু বৃহস্পতিয়ে যিবিলাক শাস্ত্ৰ জানে সেই সকলো শাস্ত্ৰতে ল'ৰাটিয়ে পাৰ্গতালি লাভ কৰিছে। এই বীৰ্য্যবান লৰাটিয়ে বশিষ্ঠৰ পৰা সাঙ্গবেদৰ জ্ঞান লাভ কৰিছে আৰু পৰশুৰামৰ পৰা সকলো অস্ত্ৰবিদ্যাত ব্যুৎপত্তি লভিছে"। ইয়াৰ পৰা জনা যায় যে দেবব্ৰত আছিল বেদজ্ঞ, সৰ্বশাস্ত্ৰবিৎ, ৰাজধৰ্মৰ আৰু বলিষ্ঠ, ৰূপবান, পুৰুষ। তেওঁ শিক্ষাৰ ক্ষেত্ৰত পূৰ্ণতা লাভ কৰিছিল।

মহাৰাজ শান্তনুৱে উপযুক্ত পুত্ৰক যথাসময়ত যুৱৰাজ পদত অভিষিক্ত কৰে। যুৱৰাজ হৈ ৰাজ্যৰ সু-শাসনলৈ লক্ষৰাখি সকলো ৰাজকাৰ্য্য পৰিচালনা কৰিছিল। শান্তনু নামত ৰজা আছিল। তেওঁৰ আচৰণত সকলো প্ৰজা, মন্ত্ৰী পৰিষদ আৰু অমাত বৰ্গ সন্তুষ্ট আৰু আহ্লাদিত হৈছিল। কিছু দিনৰ পিছত এদিন শান্তনুৱে যমুনা পাৰৰ বনত মৃগয়া কৰি ফুৰোঁতে মহাৰাজ নাকত এক দিব্য সৌৰভে স্পৰ্শ কৰে। ক'ৰ পৰা সেই সৌৰভ আহিছিল তাৰ উৎস বিচাৰি গৈ ৰজাই পদ্মগন্ধা সত্যৱতীক লগ পালে। সুন্দৰীৰ ৰূপ লাৱণ্য আৰু অঙ্গ সৌৰভে তেওঁক আকৃষ্ট কৰে আৰু তেওঁক পত্নীৰূপে পাবলৈ হাবিয়াস জন্মে। কন্যাৰ চিন্তাই তেওঁক বিতত কৰাত ৰাজকাৰ্য্য দেৱব্ৰতৰ হাতত এৰাদি বিষণ্ণ চিত্তে কাল কটাবলৈ ধৰাত দেৱব্ৰতে বিষণ্ণতাৰ কাৰণ পিতাকৰ পৰা জানিব পাৰি কন্যাৰ পিতৃ দাসৰাজৰ ওচৰ চাপি পিতৃৰ নিমিত্তে কন্যাপ্ৰাৰ্থী হয়। দাসৰাজে তেওঁৰ কন্যাক দিবলৈ দুটামান চৰ্ত্ত আৰোপ কৰে। এটা হ'ল তেওঁৰ কন্যা ৰাজমহিষী হ'ব লাগিব। দ্বিতীয় হ'ল তেওঁৰ কন্যাৰ সন্তান ৰজা হ'ব লাগিব। কিন্তু দেৱব্ৰত বৰ পুত্ৰ থাকোতে ৰজা কেনেকৈ হ'ব? এই চৰ্ত্ত পূৰণ কৰাৰ অৰ্থে দেৱব্ৰতে প্ৰতিজ্ঞাবদ্ধ হৈ কলে যে তেওঁ কেতিয়াও সিংহাসনত নবহে। সত্যৱতীৰ পুত্ৰক ৰাজসিংহাসনত বহুৱাই ৰাজ্য পালন কৰিব। দাসৰাজে কলে "আপুনি সিংহাসনত নবহিলেও আপোনাৰ পুত্ৰই সিংহাসন দাবী কৰিব পাৰে? এনে স্থলত সত্যৱতীৰ পুত্ৰই কেনেকৈ সিংহাসন পাব পাৰে?" এই প্ৰশ্নৰ উত্তৰ স্বৰূপে দেৱব্ৰতে কলে যে তেওঁ গোটেই জীৱন অবিবাহিত থাকিব, গতিকে পুত্ৰসন্তান হোৱাৰ প্ৰশ্ন নুঠে। দেৱব্ৰতৰ পিতৃৰ অভিলাষ পূৰণৰ অৰ্থে কৰা মহৎ ত্যাগ আৰু প্ৰতিজ্ঞাৰ কাৰণে দেৱতা সকলে সাধুবাদ দি তেওঁৰ ভীষণ প্ৰতিজ্ঞাৰ কাৰণে ভীষ্ম আখ্যা দান কৰে। তেতিয়াৰ পৰা তেওঁৰ দেৱব্ৰত নাম লুপ্ত প্ৰায় হয় আৰু ভীষ্ম নামহে প্ৰসিদ্ধ হয়। বাপেক শান্তনু সন্তুষ্ট হৈ পুতেকক ইচ্ছামৃত্যু বৰ দান কৰে। ইচ্ছা নহলে তেওঁক কোনেও মাৰিব নোৱাৰিব। কুৰুক্ষেত্ৰৰ যুদ্ধৰ সময়ত ভীষ্ম চাৰিশ বছৰীয়া বুঢ়া; কিন্তু কৰ্মক্ষমতা তেতিয়াও অটুট আছিল।

সতীয়া ভায়েক বিচিত্ৰবীৰ্য্যৰ নিমিত্তে অকলশৰে গৈ কাশীৰাজৰ কন্যাত্ৰয়ক স্বয়ম্বৰ সভাৰ পৰা অপহৰণ কৰি আনে। বাধা দিয়া শাল্ব প্ৰভৃতি ৰজা সকলক অপ্ৰয়াসে পৰাজয় কৰে। তিনিজনী কন্যাৰ ভিতৰত ডাঙৰজনীয়ে আগৰ পৰাই চেদীৰাজ শল্বক বৰিবলৈ স্থিৰ কৰি থৈছিল। তেওঁ ভীষ্মক সেই কথা জনোৱাত তেওঁক শাল্বৰজাৰ ৰাজধানীত থোৱাই দিয়ে। ইয়াৰ পৰাই ভীষ্মৰ নাৰীৰ প্ৰতি শ্ৰদ্ধাভাৱৰ প্ৰকাশ পাইছে।

শাস্ত্ৰৰ ওপৰত ভীষ্মৰ অগাধ বিশ্বাস আছিল। শান্তনুৰ মৃত্যুৰ পাছত তেওঁ পিতৃৰ উদ্দেশ্যে হৰিদ্বাৰত পিণ্ডদান কৰিছিল।

পিতা মম মহাতেজাঃ শান্তনুৰ্নিধনং গতঃ
তস্য দিৎসুৰহং শ্ৰাদ্ধং গঙ্গাদ্বাৰমুপাগময় ॥ ১।৮৪

ভীষ্মৰ এই কাৰ্য্যত পিতৃসকল আনন্দিত হৈছিল বিচিত্ৰবীৰ্য্যে অতিশয় স্ত্ৰীসঙ্গমৰ কাৰণে অকাল মৃত্যু হোৱাত ভীষ্মই কুৰুবংশ লোপ পোৱাৰ সাম্ভাৱনা দেখি নিয়োগ প্ৰথামতে পুত্ৰোৎপাদন কৰিবলৈ সত্যবতীয়ে ভীষ্মক অনুৰোধ কৰে। মাহীমাকৰ অনুৰোধ সবিনয়ে অগ্ৰাহ্য কৰি ভীষ্মই পূৰ্বকৃত প্ৰতিজ্ঞা সুঁৱৰি কয়

পৰিত্যাগজেয়ং ত্ৰৈলোকং ৰাজং দেবেষু বা পুনঃ।
যদ্বাপ্যাধিকং এতাভ্যাং ন তু সত্যং কথঞ্চন॥
ত্যজেচ্চ পৃথিবী গন্ধমাপশ্ব ৰসমাত্মনঃ।
জ্যোতি স্তথা ত্যজেদ্ৰূপং বায়ুঃ স্পৰ্শগুনংত্যজেৎ॥
প্ৰভাং সমুসৃজেদৰ্কো ধূমকেতুস্ত যোষ্ণতাম্।
ত্যজে চ্ছব্দং তথাকাশং সোমঃ শীতাংশুতাং ত্যজেৎ॥
বিক্ৰমং বৃত্ৰহা জহ্যাদ্ধৰ্মং জহ্যাচ্চ ধৰ্মৰাট।
ন ত্বহং সত্যমুৎ স্ৰষ্টুং ব্যৱস্যেয়ং কথঞ্চন॥
এৱমুক্তা তু পুত্ৰেন ভূৰিদ্ৰবিনতেজসা।
মাত্ৰা সত্যবতী ভীষ্মমুৱাচ তদনন্তৰম্॥
জানামি তে স্থিতিং সত্যেপৰাং সত্যপৰাক্ৰম।
ইচ্ছন্ সৃজেথাস্ত্ৰী ল্লোকানন্যাংস্ত্বং সেন্ব তেজমা।
জানামি চৈব সতংতন্মমাথে যজ্ঞ ভাষিতম্।
আপদ্ধৰ্মমৱেক্ষস্ব ৱহৈতাঃ মহতীং ধূৰম্॥
যথা তে কুলতন্তুশ্চ ধৰ্মশ্চ ন পৰাভৱেৎ।
সুহৃদশ্চ প্ৰহৃষেবং স্তথা কুৰু পৰন্তপ॥
লালপ্যমানাং তামেবং কৃপানাং পুত্ৰ গৃদ্ধিনীম্।
ধৰ্মাদপেতং ব্ৰুবতীং ভীষ্মো ভূয়োৎব্ৰবী দিদম্॥
ৰাঞ্জি; ধৰ্মানৱেক্ষস্ব মানঃ সৰ্বান ব্যলীনশঃ।
সত্যাচ্চ্যুতিঃ ক্ষত্ৰিয়স্য ন ধৰ্মেষু প্ৰশস্যতে॥
শান্তনোৰপি সন্তানং যথা স্যাদক্ষয়ং ভুবি।
তত্তে ধৰ্মং প্ৰবক্ষামিং ক্ষাত্ৰং ৰাঞ্জি সনাতনম॥
শ্ৰুত্বা তৎ প্ৰতিপদ্যস্ব প্ৰাজ্ঞৈঃ সহ পুৰোহিতৈঃ
আপদ্ধৰ্মাৰ্থ কুশলৈ লোক তন্ত্ৰম ৱেক্ষচ। ১।৯৭

মই ত্ৰিভুবন পৰিত্যাগ কৰিব পাৰো, অথবা স্বৰ্গৰাজ্যত বা দেৱলোক পৰিত্যাগ কৰিব পাৰো কিন্তু কেতিয়াও সত্য পৰিত্যাগ কৰিব নোৱাৰো। পৃথিবীয়ে গন্ধ পৰিত্যাগ কৰিব পাৰে, জলে ৰস পৰিত্যাগ কৰিব পাৰে, তেজে ৰূপ পৰিত্যাগ কৰিব পাৰে, আৰু বায়ুৱে নিজৰ স্পৰ্শ গুণ এৰিব পাৰে সূৰ্য্যই পোহৰ ত্যাগ কৰিব পাৰে, অগ্নিয়ে উষ্ণতা আকাশে শব্দ আৰু চন্দ্ৰই শীতলতা ত্যাগ কৰিব পাৰে, ইন্দ্ৰই পৰাক্ৰম ধৰ্মৰাজ যমে ধৰ্ম ত্যাগ কৰিব পাৰে। মই কোনো প্ৰকাৰ সত্যক ত্যাগকৰিব নোৱাৰোঁ।

অতিশয় পৰাক্ৰমশীল ভীষ্মই এইদৰে উত্তৰ দিয়াত মাতা সত্যৱতীয়ে ভীষ্মক কলে, “সত্যপৰাক্ৰম ভীষ্ম, তুমি যে দৃঢ় ভাৱে সত্যক আঁকোৱালি আছা সেই কথা মই জানো। তুমি ইচ্ছা কৰিলে সত্যৰ বলত নতুন এখন সৃষ্টি নিৰ্মাণ কৰিব পাৰা, ভীষ্ম ; মই তোমাৰ সত্য প্ৰতিজ্ঞাৰ কথা জানো আৰু মোৰ নিমিত্তে যি কৈছিলা তাকো জানো। তথাপি আপৎকালৰ কথা ভাবি চোৱা আৰু গুৰুভাৰ বহন কৰা। তোমাৰ ধৰ্ম আৰু বংশৰ সূত্ৰ ছিঁগি নাযায় আৰু সুহৃদবৰ্গও সন্তুষ্ট থাকে তেনে কাৰ্য্য কৰা উচিত”।

পুত্ৰাৰ্থিনী সত্যৱতীয়ে কাতৰ ভাৱে বাৰে বাৰে ভীষ্মক এইদৰে কৈছিল আৰু তাৰ মাজত ধৰ্মহীন কথাও কৈছিল। তেতিয়া ভীষ্মই এইদৰে কলে—“মহাৰাণী, আপুনি ধৰ্ম পৰ্য্যালোচনা কৰি চাওক আমাক ধৰ্মভ্ৰষ্ট নকৰিব। ক্ষত্ৰিয়ৰ ধৰ্মভ্ৰষ্ট হোৱা ধৰ্মশাস্ত্ৰই অনুমোদন নকৰে। যাতে শান্তনুৰ বংশ জগতত অক্ষয় হৈ ৰয়, ক্ষত্ৰিয়ৰ মাজত চিৰ প্ৰচলিত সেই ধৰ্ম মই আপোনাক কম। আপুনি সেই কথা শুনি আপদ ধৰ্মপাৰদৰ্শী পুৰোহিত সকলৰ লগত লোকাচাৰ পৰ্য্যালোচনা কৰি সেই ধৰ্ম স্বীকাৰ কৰক। পুৰণিকালত জমদগ্নি ৰামে পিতৃবধ সহ্য কৰিব নোৱাৰি কুঠাৰেৰে কাৰ্ত্তবীৰ্য্যাৰ্জুনক বধ কৰিছিল। তেওঁ কাৰ্ত্তবীৰ্য্যৰ সহস্ৰ বাহু ছেদন কৰি পিতৃ তৰ্পণ কৰিছিল আৰু সাধাৰণ মানুহৰ পক্ষে যিটো দুষ্কৰ তেনে ধৰ্ম অৰ্জন কৰিছিল। তেওঁ ৰথাৰূঢ় হৈ ধনু ধাৰণ পূৰ্বক পৃথিৱী জয় কৰি ক্ষত্ৰিয়কুল বাৰে বাৰে ধ্বংস কৰিছিল। নানাবিধ অস্ত্ৰপ্ৰয়োগৰ দ্বাৰা একৈশবাৰ নিঃক্ষত্ৰিয় কৰিছিল। পৃথিৱীক এইদৰে নিঃক্ষত্ৰিয় কৰাৰ ফলত ক্ষত্ৰিয় নাৰীসকলে বেদ পাৰদৰ্শী ব্ৰাহ্মণ সকলৰ লগত পুত্ৰাৰ্থিনী হৈ মিলন হোৱাত সন্তান লাভ কৰে আৰু ক্ষত্ৰিয় কুল ৰক্ষা কৰে। ক্ষত্ৰিয় ৰমণী সকলে ধৰ্মভাৱ ৰাখিয়ে ব্ৰাহ্মণ সকলৰ কাষ চাপিছিল। এই ক্ষেত্ৰজ সন্তানবিলাকৰ পৰাই ধ্বংস প্ৰাপ্ত ক্ষত্ৰিয়কুল পুনৰ উদ্ভৱ হয়।

এই বুলি তেওঁ নিয়োগ প্ৰথাৰ উদাহৰণ স্বৰূপ কেবাটাও দৃষ্টান্ত দাঙি ধৰে। তাৰ ভিতৰত উতথ্যৰ কাহিনী বিশেষ ভাৱে উল্লেখযোগ্য। তেওঁ মাকক কলে “আপুনি কোনো গুণবান ব্ৰাহ্মণক নিয়োগ কৰক তেওঁৰেই আপোনাৰ বংশৰক্ষা কৰিব।” এই বুলি তেওঁ সত্যৱতীৰ প্ৰথম সন্তান ব্যাসৰ কথা কলে। সত্যৱতীয়ে সানন্দে ব্যাসক স্মৰণ কৰাত ব্যাস উপস্থিত হয় আৰু মাতৃৰ আদেশ অনুসাৰে অম্বিকা আৰু অম্বালিকা ৰমণ কৰে। অম্বিকাৰ সন্তান ধৃতৰাষ্ট্ৰ ; অম্বালিকাৰ সন্তান পাণ্ডু আৰু এজনী দাসীৰ সন্তান মহাত্মা বিদুৰ।

ধৃতৰাষ্ট্ৰ, পাণ্ডু আৰু বিদুৰৰ জন্মৰ পাছত তেওঁলোকৰ লালন-পালন, শিক্ষা-দীক্ষাৰ ব্যৱস্থা ভীষ্মই যথাৰীতি সম্পাদন কৰে। তেওঁ লোকক নাৱালক অৱস্থাত পিতামহেই ৰাজ্য শাসন কৰিছিল। তেওঁৰ সুসাশনত কুৰুৰাজ্যৰ প্ৰজা সকল সুখেৰে বাস কৰিছিল।

সদেশঃ পৰৰাষ্ট্ৰানি বিমৃজ্যাভি প্ৰৱৰ্দ্ধিত ঃ।
ভীষ্মেন বিহিতং ৰাষ্ট্ৰে ধৰ্মচক্ৰম্ ৱৰ্ত্তিত ॥

সুখ শান্তিত নিবাস কৰিবৰ নিমিত্তে বেলেগ ৰাজ্যৰ প্ৰজাও হস্তিনাপুৰলৈ বসবাস কৰিবৰ নিমিত্তে আহিছিল। ভীষ্মৰ দ্বাৰা ৰাজ্যত ধৰ্মচক্ৰ প্ৰবৰ্ত্তিত হৈছিল। "ধৰ্মচক্ৰ শব্দটোৱে মহাভাৰত যুদ্ধৰ পাছত সম্পূৰ্ণ হোৱাৰ ইঙ্গিত দিয়ে। পাণ্ডু আৰু ধৃতৰাষ্ট্ৰৰ বিৱাহ, ধৃতৰাষ্ট্ৰ অন্ধকাৰণে পাণ্ডুক ৰাজসিংহাসন অৰ্পণ আদি সকলো দায়িত্বপূৰ্ণ কাম ভীষ্মৰ দ্বাৰা সম্পাদিত হৈছিল। পাণ্ডুৰ মৃত্যুৰ পাছত পাণ্ডৱ আৰু কৌৰৱৰ শিক্ষাৰ ভাৰ তেওঁৰ ওপৰতে ন্যস্ত আছিল। প্ৰথমতে কৃপাচাৰ্য্য আৰু পাছত দ্ৰোণাচাৰ্য্যক শিশু সকলৰ শিক্ষাৰ ভাৰ ভীষ্মকে অৰ্পণ কৰে। আচাৰ্য্য দ্ৰোণক পাই কৃপাচাৰ্য্যৰ ঠাইত তেওঁক বহুৱাই শিশু সকলক ক্ষত্ৰিয়বিদ্যাত পাৰঙ্গত কৰি তোলে। দ্ৰোণাচাৰ্য্যক গুৰু হিচাপে অধিক দক্ষ যেন দেখি অথচ কৃপাচাৰ্য্যকো অৱমাননা নকৰি, দুয়োজনকে গুৰুপদত সসম্মানে অধিষ্ঠিত কৰে। দৰিদ্ৰ দ্ৰোণাচাৰ্য্যক গুৰুপদত বহুৱাই ভীষ্মই সবিনয়ে কলে,

কুৰুণামস্তি যদ্বিত্তং ৰাজ্যঞ্চেদং সৰাষ্ট্ৰকম্।
ত্বমেৱ পৰমো ৰাজা সৰ্বে চ কুৰৱ স্তৱ ॥
যজ্ঞতে প্ৰাৰ্থিতং ব্ৰহ্মণ কৃতং অদিতি চিন্ত্যতাম্।
দিষ্ট্যা প্ৰাপ্তোহসি বিপ্ৰৰ্ষে সহান্মেহনু গ্ৰহোকৃতঃ ॥

(কুৰুকুলৰ বিত্ত, ৰাষ্ট্ৰ প্ৰভৃতি সকলো আপোনাৰ অধীন ; আপুনি এই কুৰু-ৰাজ্যৰ ৰজা, কুৰুসকল আপোনাৰ অনুগত আপোনাৰ সকলো বাসনা পূৰ্ণ হব। মোৰ পৰম সৌভাগ্য যে আপুনি কৃপা কৰি ইয়াত উপস্থিত হৈছেহি।)

ভীষ্মই নাতি সকলক আচাৰ্য্যৰ হাতত সমৰ্পণ কৰে। প্ৰভূত ধন বস্ত্ৰ সমন্বিত এটা আট্টালিকাও দান কৰে। পুত্ৰৰ হাতৰ পুতলা স্বৰূপ .অন্ধ ৰজা ধৃতৰাষ্ট্ৰ আৰু দুৰ্যোধনৰ কু-অভিপ্ৰায়ৰ ফলত পাণ্ডৱ আৰু কৌৰৱৰ মাজত মনোমালিন্য ঘটে। যুধিষ্ঠিৰৰ ৰাজসুয় যজ্ঞৰ সাফল্য আৰু প্ৰতিপত্তি দেখি দুৰ্যোধনৰ ঈৰ্ষা হয়। তেওঁ মোমায়েক শকুনিৰ কু-পৰামৰ্শ মতে যুধিষ্ঠিৰক পাশাখেলিবলৈ নিমন্ত্ৰণ কৰে। ভীষ্মই এই কাৰ্য্যত যথাসাধ্য বাধা দিছিল। তেওঁ পাশাখেলৰ ভয়াবহ পৰিণতিৰ কথা জানিয়েই বাধা দিছিল। আৰু ধৃতৰাষ্ট্ৰক অনুমতি 'নিদিবলৈ বাৰে বাৰে সঁকিয়াই দিছিল। কিন্তু শকুনিৰ পৰামৰ্শহে বাজিল। ভীষ্মৰ সাৱধান' বাণী অথলে গ'ল। ক্ষত্ৰিয়ৰ এটা নীতি আছিল যে যুদ্ধলৈ আৰু পাশাখেললৈ নিমন্ত্ৰণ কৰিলে পৰাপক্ষত ৰক্ষা কৰিব লাগে। সেই নীতি মানি যুধিষ্ঠিৰে পাশাখেলি শকুনিৰ হাতত পৰাজয় হৈ সৰ্বস্বান্ত হয়। আনকি দ্ৰৌপদীকো পণত হেৰুৱাই ভীষ্ম আৰু দ্ৰোণাচাৰ্য্যই দুৰ্যোধন ; দুঃশাসন আৰু শকুনিৰ কাৰ্য্যত বাধা দি বিফল হব লগা হয়। ভীষ্ম দ্ৰোণৰ উপদেশ অনুসৰি দ্ৰৌপদীক অন্ধ ৰজাই দাসত্বৰ পৰা মুকলি কৰি দিয়ে। খেলৰ পণ অনুসাৰে পাণ্ডৱে ৰাজ্য কৌৰৱক এৰি দি বাৰ বছৰ বনবাস আৰু এবছৰ অজ্ঞাতবাস খাটিব লগা হয়।

কৌৰৱ সকলে, বিশেষকৈ দুৰ্য্যোধন, শকুনি, আৰু ধৃতৰাষ্ট্ৰৰ দুৰভিসন্ধিৰ ফলত পাণ্ডৱ সকল নানা দুৰ্যোগ-বিপদৰ সন্মুখীন হ'ব লগা পৰিছিল। ভীমক বিষ প্ৰয়োগ, জতুগৃহলৈ নিৰ্বাসন (লাৰ ঘৰত সুমুৱাই জুই জ্বলাই দিয়া কাৰ্য্য) আদি যিবোৰ মাৰাত্মক উপায় অৱলম্বন কৰিছিল সেই সকলোবোৰ ব্যৰ্থ হয়। তদুপৰি কৃষ্ণা বা দ্ৰৌপদীক স্বয়ম্বৰত লাভ কৰি পাঞ্চালৰাজ দ্ৰুপদক পৰমাত্মীয় ৰূপে পাই শক্তিশালী হয়। তেওঁলোক বনৰ পৰা উভতি আহি অৰ্দ্ধৰাজ্য দাবী কৰে। কৰ্ণই দাবী প্ৰত্যাখ্যান কৰি যুদ্ধ কৰিবলৈ পৰামৰ্শ দিয়ে। ধৃতৰাষ্ট্ৰই ভীষ্মৰ পৰামৰ্শ বিচৰাত তেওঁ কলে "পাণ্ডৱৰ লগত বিবাদ কৰা উচিত নহয়; বিশেষতঃ তেওঁলোক আমাৰ জ্ঞাতি। মোৰ মনত তুমি আৰু পাণ্ডু, উভয়েই সমান। তোমালোকৰ পুত্ৰসকল সমভাবে মোৰ স্নেহভাজন। দুয়োপক্ষৰ মাজত যুদ্ধবিগ্ৰহ হোৱা মই কামনা নকৰোঁ। পাণ্ডৱৰ নায্য দাবী পূৰণ কৰি কলে "বৎস দুৰ্যোধন, তুমি যেনেকৈ ৰাজ্যখন তোমাৰ পৈত্ৰিক সম্পত্তি বুলি ভাবা; পাণ্ডৱ সকলেও সেইদৰে পৈত্ৰিক সম্পত্তি বুলিয়ে ভাবে। তেওঁলোকে যদি ৰাজ্য নাপায়; তুমিয়েই বা কেনেকৈ পাবা? তোমাৰ ৰাজ্যলাভৰ পূৰ্ব্বেই তেওঁলোকে ৰাজ্যভোগ কৰিছে, ৰাজসূয় যজ্ঞই তাৰ প্ৰমাণ। অতএৱ মোৰ উপদেশ এই যে তোমালোকে যুদ্ধ বিগ্ৰহ নকৰি সমানে ৰাজ্য বিভাগ কৰি ৰাজ্য ভোগ কৰা। ইয়াৰ দ্বাৰা তোমালোক উভয় পক্ষৰ উপকাৰ হ'ব, অপকাৰ নহয়। মোৰ উপদেশ অগ্ৰাহ্য কৰিলে মঙ্গল নহয় আৰু তোমাৰো অকীৰ্তি হ'ব। কীৰ্তি ৰক্ষা কৰা, নষ্টকীৰ্তি মানুহৰ জন্মই বিফল। ধৰ্মক অনুসৰণ কৰি পূৰ্বপুৰুষ অনুসৰণ কৰি পূৰ্বপুৰুষৰ অনুৰূপ কীৰ্তি জীৱনৰ ব্ৰতী হোৱা। আমাৰ সৌভাগ্যবশতঃ পাণ্ডৱ সকল সমাতৃক এতিয়াও জীবিত আছে। পাপাত্মা পুৰোচন যে সকল কাম নহৈ মৃত্যুমুখত পতিত হৈছে সেইটো আমাৰ ভাগ্যৰে ফল। যেতিয়াৰ পৰা কুন্তীপুত্ৰ গণদগ্ধ হোৱা বুলি শুনিছো তেতিয়াৰ পৰা লাজত মুখ উলিয়াব নোৱাৰা হৈছো। কুন্তীৰ সেই অৱস্থা বুলি জানি লোকে তোমাক যিমান দোষ দিয়ে পুৰোচনক সিমান নিদিয়ে। পা ডৱ সকল যে এতিয়াও জীৱিত আছে সেই কথা জানি তোমাৰ অপকীৰ্তি কিছু হ্ৰাস পাইছে। পাণ্ডৱ জীৱিত থাকিলে বা থকালৈকে স্বয়ং ইন্দ্ৰয়ো তেওঁলোকৰ পৈত্ৰিক সম্পত্তি হৰণ কৰিব নোৱাৰে। যদি তুমি মোৰ প্ৰিয় কাৰ্য্য কৰিব খোজা; যদি সকলোকে কামনা কৰা তেন্তে পাণ্ডৱক আধা ৰাজ্য ঘূৰাই দিয়া।" ওপৰত উল্লেখ কৰা ভীষ্মৰ উক্তিৰ পৰা ভীষ্মৰ স্পষ্টবাদিতা আৰু উভয় পক্ষৰ প্ৰতি সমদৃষ্টি সুন্দৰকৈ প্ৰকাশ হৈছে।

ভীষ্ম, দ্ৰোণ আৰু বিদুৰৰ উপদেশে কাম কৰিলে। ধৃতৰাষ্ট্ৰই আধাৰাজ্য পাণ্ডৱ সকলক এৰি দিয়ে। পাণ্ডৱ সকলে ইন্দ্ৰপ্ৰস্থত তেওঁলোকৰ ৰাজধানী নিৰ্মাণ কৰি যুধিষ্ঠিৰক সিংহাসনত বহুৱাই চক্ৰৱৰ্তী ৰজা পাতিবলৈ ৰাজসূয় যজ্ঞৰ আয়োজন কৰে। যজ্ঞৰ দিনত সকলোকাৰ্য্য যাতে সুকলমে হয়, তাৰ কাৰণে তত্ত্বৱধায়ক ৰূপে

নিযুক্ত কৰে ভীষ্ম আৰু দ্ৰোণাচাৰ্য্যক আচাৰ-বিচাৰ, নীতি-নিয়ম সম্পৰ্কে গভীৰ জ্ঞান থকা কাৰণেই কৃষ্ণৰ নিৰ্দেশক্ৰমে যুধিষ্ঠিৰে ভীষ্ম, দ্ৰোণক উক্ত কাৰ্য্যত নিয়োগ কৰিছিল।

যজ্ঞাৰম্ভত ভীষ্মই যুধিষ্ঠিৰক কলে "হে ভৰতনন্দন, সমাগত নৃপতি সকলক যথাযোগ্য অভ্যৰ্থনা কৰা। আচাৰ্য্য, ঋত্বিক, সম্বন্ধী, স্নাতক, প্ৰিয়জন আৰু নৃপতি—এই ছয়জনক প্ৰথমেই অৰ্চনা কৰিব লাগে। উপস্থিত ৰজাসকলৰ প্ৰত্যেকৰ নিমিত্তে অৰ্ঘ্য আনা আৰু অৰ্চনা কৰা। ৰজাসকলৰ আৰু উপস্থিত সজ্জনৰ মাজত যি জনক শ্ৰেষ্ঠ বুলি ভাবা, তেওঁক প্ৰথমেই অৰ্ঘ্য প্ৰদান কৰা।" এই নিৰ্দেশৰ পৰা ভীষ্মৰ ৰাজনীতি জ্ঞান আৰু সামাজিক জ্ঞানৰ পৰিচয় পোৱা যায়। যুধিষ্ঠিৰে প্ৰথমে অৰ্ঘ্য প্ৰদান কৰিবলৈ কোনজন ব্যক্তি শ্ৰেষ্ঠ সোধাত ভীষ্মই কৃষ্ণকে প্ৰথমে অৰ্ঘ্যদান কৰিবলৈ দিয়ে।

"বাৰ্ষ্ণেয়ং মন্যতে কৃষ্ণমৰ্হনীয় গ্ৰবং ভূবি" ২।৩৬।২৭

ভীষ্মৰ আদেশক্ৰমে আৰু যুধিষ্ঠিৰৰ নিৰ্দেশ অনুসাৰে সহদেৱে কৃষ্ণক প্ৰথমে অৰ্ঘ্যদান কৰে। এই কাৰ্য্য, চেদিৰাজ শিশুপাল জ্বলি উঠি কৃষ্ণৰ বদনাম ৰতিবলৈ ধৰে। ভীষ্ম নপুংসক, কুলাঙ্গাৰ আদি শব্দ প্ৰয়োগ কৰি গালি দিবলৈ ধৰে আৰু অশ্ৰাব্য ভাষাত কৃষ্ণক নিন্দা কৰে। চেদিৰাজৰ অশালীন ব্যৱহাৰত তেওঁ অতিশয় ব্যথিত হৈ যুধিষ্ঠিৰক সান্ত্বনা দি কয় "তুমি ভয় নাখাবা কুকুৰে কেতিয়াও সিংহক বধ কৰিব নোৱাৰে দুৰ্মতি শিশুপাল আৰু তেওঁৰ সমৰ্থক সকলৰ বুদ্ধি ভ্ৰংশ হৈছে। অচিৰে ধ্বংস হ'ব। নৰব্যাঘ্ৰ শ্ৰীকৃষ্ণই তাক ধ্বংস কৰিব খোঁজে; তেওঁলোকৰ এই দৰেই বুদ্ধি বিপৰ্যয় ঘটায়।"

ভীষ্মৰ কথা শুনি চেদিৰাজ অত্যন্ত উত্তেজিত হৈ কৃষ্ণক গালি আৰু ভীষ্মকো তিৰস্কাৰ কৰে। ভীষ্মই কৃষ্ণক অৱতাৰী পুৰুষ বুলি জানিছিল আৰু ভক্তি কৰিছিল। সেই কাৰণেই তেওঁ ৰাজসূয়ত কৃষ্ণক প্ৰথমে অৰ্ঘদান কৰিবলৈ উপদেশ দিছিল।

শকুনিৰ কপট পাশাখেলত ভীষ্মও উপস্থিত আছিল। যুধিষ্ঠিৰে খেলত পণ ৰাখি সভ্ৰাতৃক; দ্ৰৌপদীকো হেৰুৱাই। দুৰ্যোধনৰ নিৰ্দেশত দুঃশাসনে ঋতুমতী একবস্ত্ৰা দ্ৰৌপদীক সভা গৃহলৈ টানি আনি বিবস্ত্ৰা কৰিবলৈ চেষ্টা কৰে। সভাগৃহত উপস্থিত ভীষ্ম-দ্ৰোণক দ্ৰৌপদীয়ে প্ৰশ্ন কৰে তেওঁ প্ৰকৃততে কৌৰৱৰ দাসী হৈছেনে নাই। কিন্তু তেওঁলোক নিমাত থকাত দ্ৰৌপদীয়ে তেওঁলোকক ভৎসনা কৰাত ভীষ্মই কলে, "হে সুভাগ, ধৰ্মতত্ত্ব পৰম সূক্ষ্ম, সেইকাৰণে তোমাৰ প্ৰশ্নৰ উত্তৰ দিব পৰা নায়। যিজন আনৰ অধীন, নিজৰ ওপৰত প্ৰভুত্ব নথকা ব্যক্তিয়ে পৰৰ সম্পত্তিক পণ ৰাখিব নোৱাৰে অথচ পত্নীৰ ওপৰত স্বামীৰ প্ৰভুত্বও আছে। যুধিষ্ঠিৰে নিজেই কৈছে যে খেলত পৰাজিত হৈছে এই কাৰণে মই তোমাৰ প্ৰশ্নৰ উত্তৰ দিবলৈ টান পাইছোঁ।"

দৰাচলতে দ্ৰৌপদীক পণত হেৰুৱাইছিল কিন্তু এই অপ্ৰিয় সত্য কোৱা উচিত

বুলি ভীষ্মই একো নকলে। ইয়াৰ দ্বাৰা তেওঁৰ সত্যনিষ্ঠা প্ৰকাশ পালেও এই ক্ষেত্ৰত ভীষ্ম চৰিত্ৰত সামান্য কলঙ্কৰ চেকা পৰিছে শকুনিৰ কপট পাশাখেল, দুৰ্যোধন, কৰ্ণ আৰু দুঃশাসন আদিৰ অশ্ৰাব্য উক্তি আৰু কুল বধূৰ ওপৰত নিন্দনীয় অত্যাচাৰ এইবোৰ ঘটনাত তেওঁ উপস্থিত থকা উচিত আছিল জানো? ইচ্ছা কৰা হলে তেওঁ এইবোৰ কাৰ্য্য নিন্দা কৰি তেওঁ সভাস্থল কৰিব পাৰিলে-হেঁতেন। দুৰ্যোধনৰ অৰ্থৰ তেওঁ দাস যদিও তেওঁৰ দৰে সৰ্বত্যাগী পুৰুষে কেৱল উদৰান্নৰ নিমিত্তে কিয় এই গ্লানি সহ্য কৰিব লগা হল? পাছত নানা অকল্যাণ সূচক কাৰ্য্য দেখি সভাগৃহ ত্যাগ কৰিছে যদিও আগতেই তেওঁ প্ৰতিবাদ কৰি ওলাই যাব লাগিছিল, কিন্তু তাকে নকৰি তেওঁ নিৰাসক্ত ভাব দেখুৱাই অন্যায়ক প্ৰশ্ৰয় দিছে। তেওঁৰ এই অসঙ্গত ব্যৱহাৰৰ যুক্তি নাই।

পাণ্ডৱ দ্বৈত বনত বাস কৰোতে দুৰ্যোধন, কৰ্ণাদিয়ে পৰামৰ্শ কৰি তেওঁলোকৰ বৈভৱ দেখুৱাবলৈ ঘোষ যাত্ৰা কৰে, অৰ্থাৎ তেওঁলোকৰে প্ৰতিপালিত গুৱাল সকলৰ গো-ভূমিলৈ যাত্ৰা কৰে। কিন্তু শক্তি দেখুৱাবলৈ যাওঁতে চিত্ৰৰথ, গন্ধৰ্বৰ হাতত বন্দী হয়। শেষত যেনিবা অৰ্জুনে চিত্ৰৰথ গন্ধৰ্বক পৰাজয় কৰি তেওঁলোকক মুক্তি কৰে। মুক্ত হৈ হস্তিনাপুৰলৈ উভতি অহাত ভীষ্মই তিৰস্কাৰ কৰি কলে "মই তোমাক যাত্ৰাৰ কথা শুনি আগতেই তোমাক নিষেধ কৰিছিলো ই ধৰ্মজ্ঞ পাণ্ডৱ সকলে তোমালোকক মুক্ত কৰে। তোমালোকৰ লাজ লগা নাইনে? পাণ্ডৱৰ বিক্ৰম শক্তি প্ৰত্যক্ষ কৰিলা, কৰ্ণ-শকুনিৰ ওপৰত নিৰ্ভৰ নকৰিবা। পাণ্ডৱৰ লগত সদ্ভাৱে থাকিলে বংশৰ মঙ্গল হব।" কিন্তু ভীষ্মৰ উপদেশ অৰণ্য ৰোদনত পৰিণত হ'ল। দুৰ্যোধনে বিদ্ৰূপৰ অট্টহাস্য কৰি ভীষ্মৰ কাষৰ পৰা আঁতৰি গ'ল। ভীষ্মই দুৰ্যোধনৰ উদ্ধতালি আৰু অশিষ্টতাত ক্ষুণ্ণ হৈ নিজগৃহ লৈ প্ৰত্যাবৰ্তন কৰে। কুৰু বংশৰ মঙ্গল আৰু উন্নতিয়েই তেওঁৰ কাম্য আছিল। তেওঁ বুজিছিল যে দুৰ্যোধনৰ পাণ্ডৱ-ঈৰ্ষাই কুৰু-কুল ধ্বংসৰ কাৰণ হ'ল।

পাণ্ডৱৰ অজ্ঞাতবাসৰ পুং উলিয়াবলৈ দুৰ্যোধন চাৰিওদিশে গুপ্তচৰ পঠিয়াই বিফল হয়। তেওঁলোকে ভাবি ললে যে পাণ্ডৱক বনত হিংস্ৰ জন্তুৱে খাই মাৰিলে, কিন্তু দুৰ্যোধনে এই কথাত বিশ্বাস কৰিবলৈ টান পালে। তেওঁ ভীষ্ম · দ্ৰোণ আৰু বিদুৰক এই বিষয়ে সোধাত ভীষ্মই কলে—"পাণ্ডৱ সকল সৰ্বগুণ সম্পন্ন, সাধুব্ৰত, বিদ্বান, ক্ষত্ৰধৰ্মপৰায়ণ, সত্যব্ৰত কৃষ্ণৰ অনুগত, বিৰ্য্যমান। গতিকে কোনোপধ্যেই তেওঁলোকৰ অমঙ্গল হব নোৱাৰে। তেওঁলোক আত্মবল আৰু ধৰ্মবলৰ দ্বাৰা সুৰক্ষিত। তেওঁলোকে উচিত সময়ৰ কাৰণে অপেক্ষা কৰি আছে। এই কথা মই নিশ্চয়কৈ কব পাৰো তেওঁলোক মৰা নাই। ৰজা যুধিষ্ঠিৰ সাভ্ৰাতৃক যি নগৰ বাসস্থানত বাস কৰিছে সেই ঠাইৰ লোকসকল ধৰ্মপৰায়ণ, দানশীল, প্ৰিয়ভাষী আৰু সত্যবাদী

১। মা বৈষাস্তং ন কৌন্তেয় ! শ্বা সিংহং হন্তুমৰ্হতি।
শিবঃ পন্থাঃ সুনীথোহত্ৰ ময়া পূৰ্ব্বতমং বৃতঃ ॥ ৬ ॥ ২।৪০।৩০

হ'ব। সেই ঠাই সকলো সময়তে কল্যাণময় পাণ্ডব সকল নিশ্চয় ত্রানে কোনো ঠাইতে ছদ্মবেশত বাস কৰিছে। সাধাৰণ চৰে জানো পাণ্ডবৰ সম্ভেদ পাব।"

পাণ্ডব সকলক ভীষ্মই যে ভালকৈ জানিছিল সেইটো ওপৰত উদ্ধৃত কৰা তেওঁৰ উক্তিয়ে প্রমাণ কৰে। পাণ্ডব আৰু কৌৰৱ দুয়োপক্ষৰ প্রধান চৰিত্র সমূহক তেওঁ জানিছিল আৰু বুজিছিল। কৌৰৱবিলাকে বিৰাট ৰজাৰ ষাঠি হাজাৰ গৰু অপহৰণ কৰি নিয়ে এই কাৰ্য্যত ভীষ্ম-দ্রোণাদি সৎপুৰুষ কেইজনো লিপ্ত আছিল। গো উদ্ধাৰ কৰিবলৈ বৃহন্নলাৰূপী অর্জুন আৰু বিৰাটৰাজৰ পুত্র উত্তৰ কুৰুক্ষেত্রলৈ যাত্রা কৰে। বৃহন্নলা গৈছিল ৰথৰ সাৰথি ৰূপে কিন্তু উত্তৰে যেতিয়া বিৰাট কুৰুসৈন্য দেখা পালে তেতিয়া অত্রাহি হৈ পলাবলৈ উপক্রম কৰাত বৃহন্নলাই তেওঁক বাধা দিয়ে। বৃহন্নলাই ছদ্মবেশ পৰিত্যাগ কৰি আত্মপৰিচয় দিয়ে আৰু উত্তৰক ৰথৰ সাৰথি কৰি কুৰুসৈন্যৰ সম্মুখীন হয়। ক্লীববেশধাৰী অর্জুনক কিন্তু ভীষ্ম আৰু দ্রোণই চিনি পালে। অর্জুনে অস্ত্র-শস্ত্র ৰখা ঠাইলৈ গৈ গাণ্ডীৱ আৰু অন্য অস্ত্র সংগ্রহ কৰে। গাণ্ডীৱৰ টঙ্কাৰ আৰু দেৱদত্ত শংখৰ নিনাদে কুৰুবীৰ সকলক অর্জুনৰ উপস্থিতি জনাই দিছে। দুর্যোধনে অজ্ঞাতবাসৰ সীমা পাৰ নৌ হওঁতেই অর্জুনক দেখা পাই আনন্দিত হ'ল। কাৰণ অজ্ঞাতবাসৰ সীমা পাৰ নৌ হওঁতেই পাণ্ডৱক জানিব পাৰিলে অধিকন্তু বাৰ বছৰ বনবাস আৰু এবছৰ অজ্ঞাতবাস খাটিব লাগিব এয়ে পাশাখেলৰ অন্যতম চৰ্ত আছিল। হিচাপ কৰি দেখে যে অজ্ঞাতবাসৰ সীমা অতিক্রম কৰাত হে অর্জুনে ছদ্মবেশ পৰিত্যাগ কৰি সেই দিনা নিজৰ প্রকৃত ৰূপ ধাৰণ কৰিছে। দুর্যোধনৰ আনন্দ খন্তেকতে মাৰ গ'ল। অর্জুনক ছদ্ম বৃহন্নলা ৰূপত প্রথমতে দেখা পাই ভীষ্মই দ্রোণক হেঁয়ালি ভাষাত কৈছিল ঃ—

লঙ্কাৰ ঈশ্বৰ বনবিপু যাৰ ধ্বজ।
নগনামে নাম যাৰ নাগাৰি অঙ্গজ ॥
অঙ্গনাৰ বেশধাৰী দুষ্ট অন্তকাৰী।
গো ধেনু লইব আজ কুৰু সৈন্য মাৰি ॥

ওপৰত উদ্ধৃত কৰা সাঁথৰটোৰ ভাঙনি এনে শ্ৰৱণৰ লঙ্কাৰ ঈশ্বৰ হৈছে ৰাৱণ, তেওঁৰ সংৰক্ষিত বন হ'ল মধুফলৰ বন সেই বনৰ, ৰিপু হৈছে হনুমান। হনুমানে সাগৰ পাৰ হৈ লঙ্কাৰ মধুবনত সোমাই ফল-মূল খায় বনখন ধ্বংস কৰে। সেই হনুমান যাৰ ৰথৰ ধ্বজ আছে অর্থাৎ কপিধ্বজ অর্জুন, নগ মানে পর্বত কাৰণ পর্ব্বতবোৰে গমন কৰিব নোৱাৰে। কথিত আছে পূৰ্বকালত পর্বতবোৰে হেনো উৰিব পাৰিছিল আৰু উৰি-ফুৰি গাওঁ বন ধ্বংস কৰিছিল। ইন্দ্রই পৰ্ব্বতবোৰৰ ধ্বংস কাৰ্য্য দেখি পাখিবোৰ বজ্র মাৰি কাটি পেলোৱাত উৰিব নোৱাৰা হ'ল। সেই কাৰণে পর্বত পাহাৰবোৰে নাম পালে নগ অর্থাৎ নগচ্ছতি ইতি নগ আৰু ইন্দ্রও নগাৰি (নগৰ অৰি) নামত পৰিচিত হ'ল। নগাৰ অগ্রজ অর্থাৎ ইন্দ্রৰ পুত্র (নগাৰি অংগজ) অর্জুন। অঙ্গনাৰ বেশধাৰী নাৰীৰ বেশ ধাৰণ কৰি বৃহন্নলাক বুজাইছে। উর্বশীৰ শাপত

অৰ্জুনে এবছৰ ক্লীৱত্ব প্ৰাপ্ত হৈছিল আৰু নাৰীৰ পোছাক পৰিধান কৰিব লগা হৈছিল। নাৰীৰ বেশধাৰণ সেই অৰ্জুনে কুৰু সৈন্যক পৰাজয় কৰি গৰুৰ পাল উদ্ধাৰ কৰি নিব।

ভীষ্মই হেয়ালি ভাষাত কৈছিল অৰ্জুনক ৰক্ষা কৰিবৰ উদ্দেশ্যে। যদি অজ্ঞাত-বাসৰ সময় সীমা পাৰ নৌ হওঁতে তেন্তে দুৰ্যোধনে পাণ্ডৱক আকৌ বাৰ বছৰ বনলৈ খেদিব। ভীষ্মই গণি চাই অজ্ঞাতবাসৰ সময়-সীমা পাৰ হোৱা দেখি অতিশয় আনন্দ লাভ কৰে। বিৰাট ৰজাৰ গো হৰণত তেওঁৰ দৰে স্থিতধী; বুদ্ধিমান আৰু অভিজ্ঞ লোকে কিয় অংশ গ্ৰহণ কৰিছিল সেই কথা বুজা কঠিন। হয়তো দুৰ্যোধনৰ ইচ্ছামত বাধা নিদি পাণ্ডৱৰ বীৰত্ব প্ৰকাশ কৰাৰ সুযোগ দিবলৈ আৰু লগতে দুৰ্যোধনৰ আদেশ মানি ৰাজানুগত্য প্ৰকাশ কৰিবলৈ গো হৰণত অংশ গ্ৰহণ কৰিছিল। অৰ্জুনৰ গো-উদ্ধাৰ অভিযানত ভীষ্মৰ পৰাজয় হ'ল। যুদ্ধত সংজ্ঞা-হীন হোৱা ভীষ্মক সাৰথিয়ে ৰণক্ষেত্ৰৰ পৰা তেওঁক আতৰাই নিলে। ভীষ্মই সংজ্ঞা পাই পুনৰ ৰণক্ষেত্ৰলৈ উভতি আহিল। এইবাৰ অৰ্জুনে ঐন্দ্ৰাস্ত্ৰ প্ৰয়োগ কৰি সকলোকে মূৰ্চ্ছিত কৰিলে, কেৱল সংজ্ঞা লাভ কৰি থাকিলে ভীষ্ম আৰু দ্ৰোণাচাৰ্য্য। আচাৰ্য্যই প্ৰিয় শিষ্য অৰ্জুনৰ পৰাক্ৰম দেখা পাই প্ৰশংসা কৰিবলৈ ধৰে আৰু পৰাজয় আশঙ্কা কৰে। অৰ্জুনৰ প্ৰশংসা কৰ্ণই সহ্য কৰিব নোৱাৰি প্ৰতিবাদ কৰাত দ্ৰোণ অশ্বত্থামা আৰু কৰ্ণৰ মাজত বিবাদ লাগে। ভীষ্মই মধ্যস্থতা কৰি তেওঁলোকৰ বিবাদ মিতাই দিয়ে ভীষ্মৰ নিৰপেক্ষতা আৰু গাম্ভীৰ্য এই ক্ষেত্ৰতো মন কৰিব লগীয়া।

অৰ্জুনে গো-উদ্ধাৰৰ অৰ্থে কুৰুক্ষেত্ৰত অৱতীৰ্ণ হোৱাত দুৰ্যোধনে ভুলকৈ গণনা কৰি অজ্ঞাতবাস অন্ত পৰাৰ আগতে আত্মপ্ৰকাশ কৰা বুলি ভাবি আনন্দত বিভোৰ হোৱাত ভীষ্মই গণনা কৰি দেখিলে যে বনবাস আৰু অজ্ঞাতবাসৰ তেৰ বছৰৰ ভিতৰত পাঁচটা মলমাস আছে। আৰু তদুপৰি বাৰ দিন অতিক্ৰান্ত হৈছে। চান্দ্ৰ গণনাত এই মাহ আৰু বাৰ দিন গৃহীত হৈছিল। দুৰ্যোধনে সৌৰ গণনা কৰি পাছৰ বিজয়া দশমী পৰ্য্যন্ত প্ৰতিজ্ঞাত অজ্ঞাতবাসৰ সময় বুলি ভুল গণনা কৰিছিল। পৰন্তু গ্ৰীষ্মকালত বিৰাটৰজাৰ গো হৰণ হয় আৰু তেতিয়াই অৰ্জুনে আত্মপ্ৰকাশ কৰে। ভীষ্মৰ গণিত জ্ঞান ইয়াৰ পৰাই অনুমান কৰিব পাৰি।

অৰ্জুনে সকলোকে পৰাজয় কৰি ব্যূহ ভেদ কৰি ৰণক্ষেত্ৰৰ পৰা ওলাই যায়। তেতিয়া দুৰ্যোধনে পিতামহক শোধে "হে পিতামহ, অৰ্জুনে আপোনাৰ হাতৰ পৰা নিষ্কৃতি পালে ? আপুনি এনে ভাৱে অস্ত্ৰ প্ৰয়োগ কৰক যাতে তেওঁ নিষ্কৃতি নাপায়। ভীষ্মই মিচিকিয়া হাঁহি মাৰি কলে, "ইমান পৰে তোমাৰ বুদ্ধি আৰু বীৰত্ব ক'ত লুকাই আছিল ? অৰ্জুন ধৰ্মপৰায়ণ কাৰণেই তোমালোক এই যুদ্ধত বাচি গলা। সাহস আৰু দেখুৱাব নালাগে, সত্বৰ হস্তিনাপুৰলৈ পলায়ন কৰা আৰু অৰ্জুনে বিৰাটৰ গৰুৰ পাল লৈ উভতি যাওক" এইক্ষেত্ৰত ভীষ্মৰ ৰসিকতা আৰু সদুপদেশ লক্ষ্য কৰিব লগীয়া।

বিৰাট কন্যা উত্তৰাৰ অভিমন্যুৰ লগত বিয়া হয় আৰু তাৰ ফলত পাণ্ডৱ পক্ষ শক্তিশালী হৈ পৰে। ইয়াৰ আগতে পাঞ্চালৰাজ দ্ৰুপদৰ লগত বৈবাহিক সম্বন্ধৰ ফলত শক্তিশালী হৈছিল। এতিয়া দুজন ৰজা পাণ্ডৱ পক্ষত। তদুপৰি যদুবংশৰ সহায় আছেই। তথাপি যুদ্ধ এৰাবৰ কাৰণে পাণ্ডৱ পক্ষই দূত প্ৰথমতে ধৌম্য পুৰোহিতক হস্তিনাপুৰলৈ সন্ধিৰ প্ৰস্তাৱ কৰি পঠায়। পুৰোহিতে হস্তিনাপুৰৰ ৰাজসভাত উপস্থিত হৈ আধা ৰাজ্য দাবী কৰি সন্ধিৰ প্ৰস্তাৱ আগবঢ়ায়। ব্ৰাহ্মণৰ ভাষা কিছু কঠোৰ আছিল। ভীষ্মই ব্ৰাহ্মণক প্ৰশংসা কৰি দুৰ্যোধন আৰু ধৃতৰাষ্ট্ৰৰ আগত সন্ধিৰ প্ৰস্তাব দাঙি ধৰে। ধৃতৰাষ্ট্ৰই দুৰ্যোধনৰ মুখলৈ চোৱাত দুৰ্যোধনে বেজিৰ আগত উঠা ধুলি কণাও পাণ্ডৱক এৰি নিদিয়ে বুলি এক বাক্যে কয়।

কৰ্ণই সন্ধিৰ প্ৰস্তাব অগ্ৰাহ্য কৰে। ভীষ্মই কৰ্ণৰ বৃথা আস্ফালন লক্ষ্য কৰি কয় "হে কৰ্ণ, বৃথা আস্ফালন নকৰিবা। তোমাৰ বিৰত্বৰ নমুনা দেখা গৈছে। বিৰাট ৰজাৰ গো-হৰণৰ সময়ত একাকী অৰ্জুনে তোমালোকৰ ছয়জন মহাবীৰক পৰাজয় কৰি গোধন উদ্ধাৰ কৰি নিলে। তোমালোকে বাধা দিব নোৱাৰিলা। পাণ্ডৱৰ দূতৰ কথা উপেক্ষা কৰিলে শীঘ্ৰে পাৰ্থৰ শৰত ধাৰাশায়ী হ'ব লাগিব। কিন্তু ভীষ্মৰ উপদেশে কাম নকৰিলে, যুদ্ধ অনিবাৰ্য্য হৈ উঠিল। ভীষ্মই ধৃতৰাষ্ট্ৰক শেষ বাৰ ভাবি চাবলৈ উপদেশ দিয়ে।" কৰ্ণই বাৰে বাৰে দৰ্প কৰি কৈছে যে তেওঁ পাণ্ডৱক বধ কৰিব। মই ভাবো কৰ্ণ বীৰত্বত পাণ্ডৱৰ ষোল ভাগৰ এ ভাগো নহয়। তোমাৰ দুৰাত্মা পুত্ৰ সকলৰ সকলো দুৰ্নীতিৰ মূলতে হৈছে সূতপুত্ৰ কৰ্ণ, পাণ্ডৱৰ শক্তিৰ তুলনাত কৰ্ণ, দুৰ্যোধন আদি যে কিমান অসহায় আৰু দুৰ্ব্বল সেইকথা প্ৰমাণিত হৈছে ঘোষ যাত্ৰা আৰু বিৰাট নগৰত হোৱা ঘটনাৱলীত। তুমি সতৰ্ক হোৱা উচিত। এওঁলোকৰ মিছা আশ্বাসত ভোল নাযাবা যুদ্ধ কামনা নকৰিবা।" তেওঁৰ সদুপদেশক উপেক্ষা কৰি দুৰ্যোধনে কৰ্ণৰ কথাকে সাৰোগত কৰিলে। কৰ্ণৰ শক্তিৰ ওপৰত তেওঁ সৰ্ব-ভৰসা। ধৃতৰাষ্ট্ৰ ও কৰ্ণৰ শক্তিৰ ওপৰত অস্থাবান। গতি যুদ্ধ অনিবাৰ্য্য হৈ উঠিল। যুদ্ধ এৰাবলৈ শেষবাৰ চেষ্টা কৰিবৰ উদেশ্যে শ্ৰীকৃষ্ণক দূতৰূপে হস্তিনাপুৰলৈ পঠালে। মন্দমতি ধৃতৰাষ্ট্ৰ কৃষ্ণক ধনৰ দ্বাৰা বশীভূত কৰি পাণ্ডৱৰ পৰা আতৰাই অনাৰ চিন্তাত আছিল। দুৰ্যোধনে কৃষ্ণক বন্দী কৰি ৰখাৰ কুচেষ্টাত ধৃতৰাষ্ট্ৰৰ সম্মতি আছিল। ভীষ্মই এই কথা গম পাই ধৃতৰাষ্ট্ৰক কলে "ধৃতৰাষ্ট্ৰ তোমাৰ মন্দমতি পুত্ৰ দুৰ্যোধনৰ নিশ্চয় মতিভ্ৰম হৈছে আৰু তুমিও বন্ধু বৰ্গৰ উপদেশ তুচ্ছ কৰি সেই পুত্ৰৰ অনুগমন কৰিছা। অধিক কি কম? সেই দুৰাত্মাই যদি সভাত কোনো প্ৰকাৰে কৃষ্ণক অপমান কৰে তেন্তে অমাত্য আৰু বন্ধু বৰ্গৰ সৈতে অচিৰে নষ্ট হব।" এইদৰে সতৰ্কবাণী শুনাই ভীষ্মই সভা ত্যাগ কৰে।

ভীষ্মই হয়তো ভাবিছিল যে কৃষ্ণক অপমান কৰিলে পুনৰ শিশুপাল বধৰ দৰে কাণ্ড ঘটিব পাৰে। সেই কাৰণেই সাৱধান বাণী শুনাই সভা ত্যাগ কৰে। এই

কাৰ্য্যত ভীষ্মৰ ভবিষ্যৎ দৃষ্টি গাম্ভীৰ্য, আৰু বিজ্ঞতা প্ৰকাশ পাইছে। শ্ৰীকৃষ্ণৰ চেষ্টা বিফল হ'ল। গৰ্বিত দুৰ্যোধনে কাৰো কথা, উপদেশলৈ কাণষাব নিদিলে। শ্ৰীকৃষ্ণই অৱশেষত যুদ্ধৰ ভীষণ পৰিণতিৰ কথা কোৱাত ধৃতৰাষ্ট্ৰই ভয়খালে পুতেকক কি জানি মাকে সৎ পথলৈ আনিব পাৰে এই ভাবি দীৰ্ঘদৰ্শিনী গান্ধাৰীক সভা গৃহলৈ অনা হল। গান্ধাৰীয়ে স্বামীকো ভৎসনা কৰি দুৰ্যোধনক দৃঢ়ভাৱে যুদ্ধ পৰিহাৰ কৰিবলৈ উপদেশ দিয়ে। কিন্তু দুৰ্যোধন অটল হৈ ৰ'ল।

বিফল কাম শ্ৰীকৃষ্ণ পাণ্ডৱ শিবিৰলৈ উভটি অহাৰ পথত বিদুৰৰ পঁজা ঘৰত সোমায়। বনলৈ যাওঁতে কুন্তী মাতাক বিদুৰৰ ঘৰত থৈ গৈছিল। কুন্তী শ্ৰীকৃষ্ণৰ পেহীয়েক, সেই কাৰণে পেহীৰ খবৰ লবলৈ বিদুৰৰ ঘৰত সোমাল আৰু সকলো কথা পেহীয়েকক জনালে। বীৰাঙ্গনা কুন্তীয়ে ক্ষত্ৰিয় ৰমণী বিদুলাৰ পুত্ৰ ভৎসনাৰ কাহিনী শুনাই পুতেক হতলৈ বীৰত্ব সূচক বাণী শুনাই ন্যায্য প্ৰাপ্য যুদ্ধৰ দ্বাৰা আদায় কৰিবলৈ উপদেশ দিলে। কৃষ্ণক কলে যে তেওঁ যেন বাৰে বাৰে পাণ্ডৱ সকলক দুখ দুৰ্গতিৰ কথা সোঁৱৰাই থাকে, যাতে ক্ষত্ৰিয় তেজ গৰম হৈ উঠে।

কুন্তীৰ কথা শুনিলে ভীমাৰ্জুনৰ প্ৰতিজ্ঞা কিমান সুদৃঢ় হব। সেই কথা বুজিবলৈ ভীষ্ম দ্ৰোণৰ সৰহ সময় নালাগিল। তেওঁলোকে শেষ বাৰ চেষ্টা কৰি চালে। তেওঁলোকে দুৰ্যোধনক কলে, "হে পুৰুষ ব্যাঘ্ৰ, তুমি নিশ্চয় কুন্তী দেৱীয়ে পাণ্ডৱলৈ পঠোৱা উৎসাহ বাণীৰ কথা শুনিছা। কৃষ্ণৰ প্ৰিয় পাত্ৰ পাণ্ডৱে নিশ্চয় জননীৰ বাক্য আখৰে পালন কৰিবলৈ চেষ্টা কৰিব। ৰাজ্য নাপালে তেওঁলোক ক্ষান্ত নহয়। দ্যূত খেলাত তোমালোকে দ্ৰৌপদীক সভাগৃহলৈ একবস্ত্ৰা কৰি টানি আনিছিলা আৰু অত্যাচাৰ কৰিছিলা, সেই অত্যাচাৰ পাণ্ডৱ সকলে ধৰ্মপাশত আৱদ্ধ থকাৰ নিমিত্তেহে সহ্য কৰি আছিল। অস্ত্ৰ বিশাৰদ অৰ্জুন, প্ৰতিজ্ঞাবদ্ধ ভীমসেন, বীৰ্য্যৱান নকুল আৰু সহদেৱ, অৰ্জুনৰ গাণ্ডীৱ, অক্ষয় তুণীৰ, কপি ধ্বজ ৰথ আৰু কৃষ্ণ যাৰ সহায় সেই যুধিষ্ঠিৰে অন্যায়ক কেতিয়াও প্ৰশ্ৰয় নিদিয়ে। বিৰাট নগৰত অকলশৰে পাৰ্থই আমাক পৰাজয় কৰিছিল। ঘোৰ কৰ্মা নিবাতকবচ দানৱবিলাক যাৰ বাণত দগ্ধ হৈছিল, ঘোষ যাত্ৰাৰ কৰ্ণ প্ৰভৃতি বীৰসকল আৰু কবচধাৰী ৰথাৰূঢ় তুমি যাৰ বাহুবলত গন্ধৰ্বৰ হাতৰ পৰা মুক্ত হৈছিল তেওঁ বীৰত্বৰ কথা বেছি কোৱাৰ প্ৰয়োজন নাই। হে দুৰ্যোধন, ভাতৃসকলৰ লগত অমিল মিল হৈ ৰাজ্য উপভোগ কৰা, সন্ধি স্থাপন কৰা। মৃত্যুৰ গ্ৰাসৰ পৰা পৃথিৱীক ৰক্ষা কৰা। যুধিষ্ঠিৰ তোমাৰ জ্যেষ্ঠ ভ্ৰাতা, ধৰ্মশীল, ক্ষমাৱান, প্ৰিয়বাক আৰু পণ্ডিত এইবোৰ কাৰণত, পাপ চিন্তা ত্যাগ কৰি তেওঁৰ লগত মিল হোৱাই তোমাৰ উচিত। মিলিত হৈ ভ্ৰাতৃসকলৰ লগত এক যোগে সমস্ত পৃথিৱী শাসন কৰা। যুদ্ধাৰ্থে গোট খোৱা ৰজা সকলে পৰস্পৰ আলিঙ্গন কৰি নিজ নিজ ৰাজ্যলৈ উভতি যাওক। বন্ধুবৰ্গৰ হিত বচন লৈ কাণ দিয়া যুদ্ধৰ কোনো প্ৰয়োজন নাই। যুদ্ধ হলে ক্ষত্ৰিয় কুল সমূলণে বিনাশ পাব। প্ৰকৃতিৰ ক্ষেত্ৰত ভয়াৱহ চিন দেখা পোৱা গৈছে। জ্যোতিষ্ক সমূহে প্ৰতিকূল ৰূপ

ধাৱণ কৰিছে। পশু-পক্ষীবোৰে কৰুণ ভাবে আকাশলৈ চাই চিঞৰিব লাগিছে। অন্যান্য বিবিধ উৎপাত যি দেখা পাইছা সেইবোৰ ক্ষত্ৰ নাশকাৰী বুলি অনুভৱ হয়। হে মহাবাহু, তোমাৰ জনক-জননী আৰু আমাৰ দৰে হিতৈষী লোকৰ পৰামৰ্শ গ্ৰহণ কৰা। যদি তোমাৰ হিতৈষী আৰু বন্ধুবৰ্গৰ কথা নুশুনা তেতিয়া তোমাৰ বাহিনী পাৰ্থৰ বাণত প্ৰপীড়িত দেখি পাছত অনুতপ্ত হবা। ভীমসেনৰ ভীষণ গৰ্জন, আৰু গাণ্ডীবৰ ভয়াবহ নিঃস্বন শ্ৰৱণ কৰি আমাৰ এই হিত বচনলৈ তেতিয়া মনত পৰিব। আমাৰ কথা নুশুনিলে আমি যি কৈছো সেই কথা অৱশ্যে ফলিব।”

ওপৰত উদ্ধৃত কৰা ভীষ্মৰ সাৰগৰ্ভ উপদেশৰ যুক্তি আৰু ভাৱ অতুলনীয়। কিন্তু মদান্ধ দুৰ্যোধনক এই জ্ঞানাঞ্জন শলাক স্বৰূপ বাণীয়ে চক্ষু উন্মিলিত কৰিব নোৱাৰিলে। কৃষ্ণ পাণ্ডৱ শিবিৰলৈ শুদামুখে উভটিব লগা হ'ল। ভীষ্মৰ ভৱিষ্যত দৃষ্টি মন কৰিব লগীয়া।

কৃষ্ণ পাণ্ডৱ শিবিৰলৈ উভটি গৈ দূত কাৰ্য্যৰ বিফলতাৰ সকলো কথা বিবৰি কলে। কুৰু সভাত শ্ৰীকৃষ্ণৰ সন্ধিৰ প্ৰস্তাৱ শুনি দুৰ্যোধনে অট্টহাস্য কৰি যি উত্তৰ দিলে সেই কথাও ব্যক্ত কৰিলে। ফলত যুদ্ধ অনিবাৰ্য্য হৈ উঠিল। কুলৰক্ষা আৰু পিতাকৰ অভিলাষ পূৰণৰ উদ্দেশ্যে যি দুষ্কৰ প্ৰতিজ্ঞা পালন কৰিছিল সেই কথা দুৰ্যোধনক সোঁৱৰাই দি দুৰ্যোধনক কৈছিল—

প্ৰতিজ্ঞাং দুষ্কৰাংকৃত্বা পিতুৰৰ্থে কুলস্যচ।
অ ৰাজা চোৰ্দ্ধৰেতাশ্চ যথা সুবিদিতং তৱ ॥
প্ৰতীতো নিবসাম্যেষ প্ৰতিজ্ঞামনু পালয়ন ॥

উদ্যোগ পৰ্ব ১৪৭।২০

( কুল ৰক্ষা আৰু পিতাৰ অভিলাষাৰ্থে মই দুষ্কৰ প্ৰতিজ্ঞা পালন কৰিছিলো। সেই প্ৰতিজ্ঞা ৰক্ষাৰ্থে মই ৰাজপদ গ্ৰহণ কৰা নাই আৰু উৰ্দ্ধৰেতা ( অবিবাহিত ) হৈ আছো। এই কথা তোমালোকৰ অবিদিত নহয়। মই যে প্ৰতিজ্ঞা পালন কৰিলো তাৰ আনন্দতে ইমান বছৰ কাল কটাব পাৰিছো ) এই উক্তিৰ পৰা তেওঁৰ যে ৰাজপদ নোপোৱাৰ কাৰণে কোনো ক্ষোভ নাছিল সেইটো জনা যায়। বিধিৰ বিধানত বাৰে বাৰে তেওঁৱেই কুৰু ৰাজ্য পৰিচালনা কৰিব লগা হৈছিল, কিন্তু কোনো দিনে তেওঁক সিংহাসনে আকৰ্ষণ কৰিব পৰা নাছিল। কুৰু ৰাজ্যৰ তেওঁ এজন সামান্য সেৱক মাত্ৰ। সেৱাৰ গৌৰৱে তেওঁক ৰাজচক্ৰৱৰ্তীতকৈয়ো অধিক গৌৰৱে গৌৰৱান্বিত কৰিছিল। মহাৰাজ পাণ্ডু যেতিয়া ৰাজধানীত অনুপস্থিত আছিল অথবা দিগ্বিজয়লৈ গৈছিল; তেতিয়া ভীষ্মই ৰাজ্য পৰিচালন কৰিছিল। শ্ৰীকৃষ্ণই বুজিব পাৰিছিল যে ভীষ্ম, দ্ৰোণ কৰ্ণাদিৰ শক্তিৰ ওপৰত নিৰ্ভৰ কৰি দুৰ্যোধনে পাণ্ডৱৰ লগত যুদ্ধ কৰিবলৈ সাহস কৰিছে ( বলৱত্তাং হি মন্যন্তে ভীষ্ম, দ্ৰোণ কৃপাদিভিঃ ) তেওঁ এই প্ৰসঙ্গত কৈছে ( স ভীষ্মঃ সুসমৰ্থোহয়মস্মাভিঃ সহিতে ৰণে” )।

কাশীৰাজ কন্যা ত্ৰয়ীৰ স্বয়ম্বৰ সভাত ভীষ্মই অকলশৰে সকলো ৰজাক পৰাস্ত কৰি কন্যাগণক হৰণ কৰিছিল। সেই অশেষ পৰাক্ৰমশীল ভীষ্মই আমাৰ পক্ষে যুদ্ধ কৰিব; গতিকে ভয়ৰ কোনো কাৰণ নাই। পিতামহ ভীষ্ম শান্তনুতকৈ অধিক বলৱান। তেওঁ ব্ৰহ্মৰ্ষি সদৃশ, আৰু দেৱতা সকলৰো ভীতি সঞ্চাৰক। বিশেষতঃ তেওঁ ইচ্ছা মৃত্যু। তেওঁক কোনেও পৰাজয় কৰিব পাৰে? এনেকুৱা এজন বীৰপুৰুষ সহায় থাকোঁতে ভয় কৰিব লগীয়া কোন আছে?

দীৰ্ঘদৰ্শিনী গান্ধাৰীয়ে দুৰ্যোধনৰ মনোভাৱ বুজিব পাৰি পুতেকক কৈছিল—

যচ্চ ত্বং মন্যচে মূঢ় ; ভীষ্ম দ্ৰোণ কৃপাদয়ঃ ॥
যোৎস্যন্তে সৰ্বশক্ত্যেতি নৈত্যদদ্যোপ পদ্যতে

উদ্যোগ ১২৯।৫১-৫৩

["হে মূঢ়ঃ তুমি ভাবিছা যে ভীষ্ম, দ্ৰোণ,-কৃপ প্ৰভৃতি বীৰ সকলে সৰ্বশক্তি নিয়োগ কৰি তোমাৰ পক্ষে যুদ্ধ কৰিব। সেইটো কেতিয়াও সম্ভৱ নহয়, তেওঁলোকৰ দৃষ্টিত দুয়োপক্ষ সমান, অধিকন্তু পাণ্ডৱ সকল ধৰ্মপৰায়ণ। ৰাজ প্ৰদত্ত অন্ন ভোগ কৰিছে বুলি যদি এওঁলোকে যুদ্ধত যোগ দিয়ে, এওঁলোক বৰং যুদ্ধত প্ৰাণত্যাগ কৰিব, তথাপি যুধিষ্ঠিৰৰ মুখলৈ এওঁলোকে লাজত চাব নোৱাৰিব।"

দুৰ্যোধনৰ যুদ্ধৰ মনোভাৱ সকলোৱে বুজিব পাৰিছিল। মহামতি বিদুৰে ক্ষোভ আৰু দুখত এদিন ভৎসনাও কৰিছিলা। তেওঁ কৈছিল "নষ্টপ্ৰায় কৌৰৱ বংশক তুমিয়ে এদিন উদ্ধাৰ কৰিছিলা। মই বাৰে বাৰে বিলাপ কৰিছোঁ তুমি কিন্তু মোৰ শোক উপেক্ষা কৰি আছিছা। লোভী দুৰ্যোধনৰ অভিপ্ৰায় অতিক্ৰম কৰিবলৈ তুমি অসমৰ্থ। তুমি জীৱিত থকা পৰ্য্যন্ত কুলাঙ্গাৰ দুৰ্যোধন কোন? অনাৰ্য্য আৰু অকৃতজ্ঞ লোভীৰ দোষতে কুৰুকুল বিনষ্ট হব। হে কুৰুপতি, বংশক ৰক্ষা কৰা। মই আৰু ধৃতৰাষ্ট্ৰ তোমাৰ চিত্ৰিত আলেখ্য মাত্ৰ, তুমিয়েই সকলো কৰিছা মহাৰাজ; তোমাৰ ৰক্ষিত এই কুৰুকুল তোমাৰ উপেক্ষাৰ কাৰণে যেন বিনষ্ট হয়। আজি এই দুৰ্যোগত যদি তোমাৰ বুদ্ধিভ্ৰংশ ঘটে, তেন্তে ধৃতৰাষ্ট্ৰ আৰু মোকলৈ বনলৈ প্ৰস্থান কৰা। অথবা দুৰ্মতি দুৰ্যোধনক বন্দী কৰি তুমিয়ে পাণ্ডৱৰ সহায়ত ৰাজ্য শাসন কৰা। হে নৃপশাৰ্দুন প্ৰসন্ন হোৱা। অগণিত নৃপক্ষয় আৰু কুলক্ষয় নিবাৰণ কৰা।"

বিদুৰৰ কাতৰ প্ৰাৰ্থনাৰ প্ৰত্যুত্তৰ স্বৰূপে ভীষ্মই ইচ্ছা কৰা হলে দুৰ্যোধনক নিগ্ৰহিত কৰি পাণ্ডৱ সকলক তেওঁলোকৰ ন্যায্য প্ৰাপ্য দিব পাৰিলেহেঁতেন। অন্ততঃ অন্যায়ৰ পক্ষে ভীষ্মই যুদ্ধ নকৰো বুলি কোৱাহেঁতেন দুৰ্যোধনক ভয় দেখুৱাই নিৰস্ত্ৰ কৰা টান নাছিল। দুৰ্যোধনে যে তেওঁৰ শক্তিৰ ওপৰত বহুখিনি নিৰ্ভৰ কৰিছিল সেইটো তেওঁৰ অবিদিত নাছিল।

কৌৰৱ সভাত দৌত কাৰ্য্যত ব্যৰ্থকাম হৈ কৃষ্ণই পাণ্ডৱ শিবিৰলৈ উভতি আহি যুধিষ্ঠিৰক সকলো কথা কলে যে দুৰ্বুদ্ধি দুৰ্যোধনে কোনো প্ৰস্তাৱেই গ্ৰাহ্য নকৰে।

ভীষ্ম-বিদুৰ প্ৰভৃতিৰ শান্তিৰ বাণীতো তেওঁ কৰ্ণপাত নকৰে। দুৰাত্মা কৰ্ণক সাৰথিৰূপে পাই তেওঁৰ ঔদ্ধত্য অধিক বৃদ্ধি পাইছে। সেই পাপাত্মাই মোকো বন্দী কৰিব খুজিছিল। কিন্তু সফলকাম নহল।

ন চ ভীষ্মো ন চ দ্ৰোণো যুক্তং তত্ৰাহতুৰ্বচঃ
সৰ্বে তমমুৱৰ্তন্তে ঋতে বিদুৰমচ্যুত ॥

ভীষ্ম আৰু দ্ৰোণই দুৰ্যোধনক হিতবচন কোৱাটো সত্য ; কিন্তু যিমান কব লাগিছিল সিমান নকলে। তেওঁলোকে দুৰ্যোধনৰ পক্ষে যুদ্ধ নকৰে বুলি কেৱোহেঁতেন দুৰ্যোধনে যুদ্ধলৈ ইমান সাহস নকৰিলেহেতেঁন। ভীষ্ম আৰু দ্ৰোণৰ পক্ষে পৰোক্ষ অনুমোদন তীক্ষ্ণবুদ্ধি শ্ৰীকৃষ্ণৰ অবিদিত নাছিল, ভীষ্ম আৰ দ্ৰোণই যে দুৰ্যোধনৰ সপক্ষে যুদ্ধ কৰিব এই কথা তেওঁলোকৰ মৌনতাৰ পৰা বুজিব পৰা গৈছিল। ভীষ্মই বহু উপদেশ দুৰ্যোধনক দিছিল যদিও পৰোক্ষে প্ৰশ্ৰয় দিছিল এইটো কৃষ্ণই অনুমান কৰিছিল। এইটো ভীষ্ম চৰিত্ৰৰ অন্যতম দুৰ্বলতা।

যুদ্ধৰ আয়োজন পূৰ্ণদমে চলিছে। দুৰ্যোধনৰ সপক্ষে একাদশ অক্ষৌহিনী আৰু পাণ্ডৱৰ পক্ষে সাত অক্ষৌহিনী সেনা সংগৃহীত হয়। দুৰ্যোধন, স্বপক্ষীয় ৰজা সকলক লগত লৈ ভীষ্মৰ ওৰচত উপস্থিত হয়। আৰু তেওঁক সেনাপতিত্ব গ্ৰহণ কৰিবলৈ অনুৰোধ কৰে। ভীষ্মই এই অনুৰোধ ৰক্ষা কৰি কলে, "হে নৰাধিপ, মই পাণ্ডৱক হিত উপদেশ দিম আৰা তোমালোকৰ সপক্ষে যুদ্ধ কৰিম নৰ ব্যাঘ্ৰ অৰ্জুন ব্যতিত মোৰ সমকক্ষ যোদ্ধা মই দেখা নাই। কিন্তু তেওঁ সাক্ষাৎ সমৰত মোক পৰাজয় কৰিব নোৱাৰে। ক্ষণ কালতে মই পৃথিৱী ধ্বংস কৰিব পাৰো, কিন্তু পাণ্ডুৰ পুত্ৰ কেইজনক মাই বধ কৰিব নোখোজো। মই প্ৰত্যেক দিনা দশ হাজাৰ সৈন্য নিধন কৰিম। আৰু এটা কথা মই কব খোজো হয় কৰ্ণই আগতে যুদ্ধ কৰক নহয় মই কৰো। এই সুতপুত্ৰই মোৰ লগত সততে ফেৰ মাৰি থাকে।" এই কথাত ভীষ্ম জীৱিত থকা পৰ্য্যন্ত যুদ্ধ নকৰো বুলি প্ৰতিজ্ঞা কৰি কৰ্ণ ওলাই যায়।

দুৰ্যোধনৰ স্তুতি বাক্যত ভীষ্ম সহজে দৃঢ় ভাবে থিয় হবলৈ তেজস্বিতা তেওঁ নেখুৱাব নোৱাৰিলে। প্ৰত্যহ দশ হাজাৰ পাণ্ডৱ সৈন্য বধ আৰু অন্য আত্মশ্লাঘা বোধ কৰো দুৰ্যোধনক আশ্বস্ত কৰিবৰ কাৰণেই কৈছিল। ভীষ্মই সাধাৰণতে আত্মশ্লাঘা নকৰিছিল। মূলত এইদৰে কৈছে—

সৈন্যাপত্যম অনুপ্ৰাপ্য ভীষ্মঃ শান্তনকো নৃপঃ
দুৰ্যোধনমুবাচেদং ৱচনং হৰ্ষয়ন্নিব। উদ্যোগ ১৬৪।৬

ওপৰত উদ্ধৃত শ্লোকৰ পৰা অনুমান কৰিব পাৰি যে ভীষ্মৰ স্বগুন-কীৰ্তন দুৰ্যোধনৰ প্ৰীতি বৰ্দ্ধনৰ উদ্দেশ্যে কথিত হৈছে। দুৰ্যোধনৰ অসঙ্গত লোভেই যে যুদ্ধৰ কাৰণ সেই কথা জানিও ভীষ্মই কিয় অন্যায়ৰ পক্ষে যুদ্ধ কৰিছিল সেই কথা ৰথস্যাবৃত যদিও তেওঁ এঠাইত কৈছে যে অৰ্থৰ দাস পুৰুষ, অৰ্থ পুৰুষৰ দাস নহয়। ধৃতৰাষ্ট্ৰ, দুৰ্যোধনে ৰজাৰ দৰে সকলো সা-সুবিধা দান কৰি তেওঁক

ঋণগ্ৰস্ত কৰি ৰাখিছিল। গতিকে দুৰ্যোধনৰ পক্ষত যোগ নিদি উপায় নাছিল। ইও তেওঁৰ এক প্ৰকাৰ দুৰ্বলতা, কিন্তু আনুগত্যৰ নিদৰ্শন।

দুৰ্যোধনৰ অনুনয়ক তেওঁ ৰাজাজ্ঞা বুলি সেনাপতিত্ব গ্ৰহণ কৰিছিল। কিন্তু তেওঁৰ দুটা প্ৰতিজ্ঞাৰ কথা দুৰ্যোধনক সোঁৱৰাই দিছিল। প্ৰথম, তেওঁ যুদ্ধত শিখণ্ডীক বধ নকৰে, কাৰণ জন্মগত ভাৱে শিখণ্ডী নাৰী পাছত পুৰুষত্ব প্ৰাপ্ত হয়। গতিকে নাৰীৰ বিৰুদ্ধে তেওঁ অস্ত্ৰ গ্ৰহণ নকৰে। এই প্ৰতিজ্ঞাৰ সুবিধা লৈয়ে শিখণ্ডীক ৰথৰ আগত ৰহুৱাই ভীষ্মক শৰ শয্যাত পেলায়। অৰ্জুনৰ সম্মুখত শিখণ্ডী ৰথত ৰহি থকা কাৰণেই ভীষ্মই ধনুশৰ এৰি দিয়ে, কাৰণ শৰ মাৰিলেই শিখণ্ডীৰ গাত পৰিব। দ্বিতীয় প্ৰতিজ্ঞা আছিল যে পঞ্চপাণ্ডৱক তেওঁ বধ নকৰে, বিশেষতঃ তেওঁলোকো কৌৰৱ সকলৰ দৰেই তেওঁৰ নাতি কিন্তু ধৰ্ম-পৰায়ণ। কৌৰৱৰ দৰে লোভী আৰু অত্যাচাৰী নহয়। তেওঁ এই দুই প্ৰতিজ্ঞা ৰক্ষা কৰাত অটল আছিল। কোনো প্ৰকাৰে C›mpromise কৰাৰ পক্ষপাতী নাছিল।

যুদ্ধৰ সময়ত ভীষ্ম প্ৰায় তিনিশ বছৰীয়া বৃদ্ধ। তেওঁৰ পাগুৰী বা মস্তক আৱৰণ বগা আছিল, ৰথৰ ঘেৰাও বগা, ৰথৰ ধ্বজত স্বৰ্ণময় তাল, ধ্বজাটো আছিল চিত্ৰিত। তাত পাঁচটা আৰু সূৰ্য্যৰ চিত্ৰ অঙ্কিত আছিল। যুদ্ধক্ষেত্ৰত উপস্থিত ভীষ্মক শ্বেত মেঘখণ্ডৰ মাজত অৱস্থিত সূৰ্য্যৰ দৰে দেখা গৈছিল। (শ্বেত ইৱ তীক্ষ্ণাংশুং দদৃশুঃ কুৰু পাণ্ডৱাঃ) ৰাতিপুৱা শুই উঠিয়ে পাণ্ডৱ সকলৰ বিজয় প্ৰাৰ্থনা কৰিছিল, কিন্তু সেনাপতিত্ব লাভ কৰি কৌৰৱৰ পক্ষে দেহে কেহে যুদ্ধ কৰিছিল। ধৰ্মৰ প্ৰতি তেওঁৰ নিষ্ঠা আৰু আকৰ্ষণ "জয়হস্তু পাণ্ডু পুত্ৰানামঃ" এই প্ৰাতঃকালীন তেওঁৰ আশীস বাক্যত প্ৰকাশ পাইছে। বিপক্ষৰ ধৰ্মপৰায়ণতা তেওঁ মনে প্ৰাণে অনুভৱ কৰিছিল। আৰু সেই কাৰণেই বিপক্ষক (শত্ৰুপক্ষক নহয়, কাৰণ তেওঁৰ কোনো শত্ৰুপক্ষ নাছিল, দুয়োদলেই তেওঁৰ নাতি)।

যুদ্ধাৰম্ভত যুধিষ্ঠিৰে শুদা ভৰিৰে খোজ কাঢ়ি শত্ৰু সেনাৰ মাজলৈ খোজ কাঢ়ি গৈ পিতামহৰ চৰণত সেৱা কৰি আশিস প্ৰাৰ্থনা কৰে। ভীষ্মই যুধিষ্ঠিৰক কলে, 'বৎস, তুমি যদি আশীৰ্বাদ লবলৈ আজি নাহিলাহেঁতেন মই তোমাক অভিসম্পাত দিলোহেঁতেন। তোমাৰ ব্যৱহাৰত মই অতিশয় সন্তুষ্ট। তুমি যুদ্ধত জয় লাভ কৰা এয়ে মোৰ আশীৰ্বাদ। তোমাৰ অন্য প্ৰাৰ্থনা আছে যদি মোক কোঁৱা মই পূৰণ কৰিম। যুধিষ্ঠিৰে তেওঁক যুদ্ধৰ পৰা বিৰত থাকিবলৈ প্ৰাৰ্থনা জনোৱাত তেওঁ কয়।

"অৰ্থস্য পুৰুষো দাসো, দাসস্ত্বৰ্থো ন কস্যচিৎ"
ইতি মতাং মহাৰাজ,-বদ্ধোহস্ম্যৰ্থেন কৌৰবৈঃ
অতস্ত্বাং ক্লীৱবদ বাক্যং ব্ৰবীমি কুৰু নন্দন
ভৃত্যোহ স্মাৰ্থেন কৌৰব্য যুদ্ধদনাৎ কিমিচ্ছসি

(মহাৰাজ, মানুহ অৰ্থৰ (ধনৰ) দাস, অৰ্থ কাৰো দাস নহয় এয়ে

সত্য। মই কৌৰৱৰ দ্বাৰা ধনত আবদ্ধ হৈছো অৰ্থাৎ তেওঁলোকৰ দ্বাৰা প্ৰতিপালিত হৈছো। গতিকে মই অৰ্থৰ দ্বাৰা বদ্ধ হৈ তেওঁলোকৰ পক্ষে যুদ্ধ কৰিব লাগিব। ইয়াৰ বাহিৰে অন্য প্ৰাৰ্থনা কিবা আছে যদি কোৱা)।

যুধিষ্ঠিৰে ভীষ্মৰ কথাৰ উত্তৰত কলে, "হে মহাবাহো কৌৰৱ পক্ষত থাকি যুদ্ধ কৰক। মোক লাগে আপোনাৰ সুমন্ত্ৰণ, আৰু হিত কামনা।" এইবাৰ যুধিষ্ঠিৰে আচল কথাটো কলে; কি উপায়ে আপোনাক পৰাজয় অথবা নিধন কৰিব পৰা যাব, আপুনি যে ইচ্ছামৃত্যু। ভীষ্মই হাঁহি মাৰি কলে মোৰ মৃত্যুকাল এতিয়াও হোৱা নাই, তুমি কিছুদিনৰ পিছত আহিবা।" এই প্ৰশ্নোত্তৰৰ পৰা জনা যায়, তেওঁ যে সত্যসন্ধ আৰু মৃত্যু বিজয়ী সেই কথা প্ৰকট হৈ পৰিছে। ভীষ্মৰ সত্যনিষ্ঠাৰ কথা নাজানিলে যুধিষ্ঠিৰে এই প্ৰাৰ্থনা নকৰিলেহেঁতেন।

যুদ্ধ আৰম্ভ হ'ল। ভীষ্মই দিনে দহ হাজাৰ সৈন্য বধ কৰিবলৈ ধৰে। তৃতীয় দিনৰ যুদ্ধত ভীষ্ম অতিশয় ভয়াবহ হৈ উঠে। তেওঁৰ সন্মুখীন হবলৈ কোনেও সাহস কৰা নাই। তাৰ আগদিনাৰ ঘটনাৰ লগত তৃতীয় দিনৰ যুদ্ধৰ ঘটনা জড়িত। দুৰ্যোধনক সন্তুষ্ট কৰিবলৈ পাঁচপাট শৰ বাছি থৈছিল পাণ্ডৱক বধ কৰাৰ ইচ্ছাৰে। কৃষ্ণই প্ৰতিজ্ঞাৰ কথা জানি অৰ্জুনৰ লগ লাগি ৰাতি দুৰ্যোধনৰ বেশ ধাৰণ কৰি শৰ কেইপাত হস্তগত কৰে। ভীষ্মই এইকথা পাছত জানি প্ৰতিজ্ঞা কৰে তেওঁ কৃষ্ণকো যুদ্ধত অস্ত্ৰ ধৰিবলৈ বাধ্য কৰিব। তৃতীয় দিনৰ যুদ্ধত সেই কাৰণে তেওঁ অৰ্জুনক যুদ্ধত মূৰ্চ্ছিত কৰাৰ উপৰিও কৃষ্ণকো বাণেৰে থকা সৰকা কৰে। কৃষ্ণই শেষত তত্ নাপায় খঙত নিজ প্ৰতিজ্ঞা পাহৰি সুদৰ্শন চক্ৰলৈ ভীষ্মক মাৰিবলৈ খেদি যায়। ভীষ্মই ধনুশৰ পেলাই কৃষ্ণৰ চৰণত ধৰি মাৰিবলৈ ডিঙিপাতি দিয়ে। অৰ্জুনে সম্বিত পাই কৃষ্ণৰ চৰণত ধৰি কাকুতি কৰি কৃষ্ণক ৰখলৈ ওভোটাই আনে। অসমীয়া চহা কৰিয়ে এই ঘটনাটোকে গীতৰ আকাৰত পায়।

ৰঙা চৰণৰ ভৰে, পৃথিৱী টল্-মল্ কৰে।
হাতে চক্ৰ ধৰি, খেদি যায় হৰি
ভীষ্মই কাতৰ কৰে ॥

শ্ৰীকৃষ্ণই ভক্তৰ বাঞ্ছা পূৰণ কৰিবলৈ এইদৰে নিজ প্ৰতিজ্ঞা (কুৰুক্ষেত্ৰৰ যুদ্ধত অস্ত্ৰ নধৰাৰ প্ৰতিজ্ঞা) ভঙ্গ কৰিছিল।

নৱম দিনৰ যুদ্ধতো ভীষ্মৰ প্ৰতাপ সহ্য কৰিব নোৱাৰি কৃষ্ণৰ ধৈৰ্য্যচ্যুতি ঘটিছিল। ভীষ্মৰ কৃষ্ণভক্তি মহাভাৰতৰ সভাপৰ্বৰ পৰা শান্তি পৰ্ব পৰ্য্যন্ত নানাস্থানত ব্যাপ্ত হৈ আছে। শান্তি পৰ্বত, নতুনকৈ ৰজা হোৱা যুধিষ্ঠিৰক ৰাজনীতি, ধৰ্মনীতি সম্পৰ্কে উপদেশ দি স্বেচ্ছাই মাঘ মাহৰ অৰ্থাৎ উত্তৰায়নত দেহ এৰে। ইচ্ছা কৰা হলে বহু বছৰ তেওঁ জীয়াই থাকিব পাৰিলেহেঁতেন, কিন্তু কলি যুগ সমাগত দেখি আৰু সৰহ দিন জীয়াই নথকাই মঙ্গল বুলি বিবেচনা কৰিলে।

যুদ্ধৰ অষ্টমদিনা, ৰাতি দুৰ্যোধন ভীষ্মৰ শিবিৰলৈ আহি ভীষ্মক পাণ্ডৱৰ প্ৰতি

স্নেহ ত্যাগ কৰি পাণ্ডবক বধ কৰিবলৈ অনুৰোধ কৰে। অন্যথা কৰ্ণক সেনাপতি কৰি যুদ্ধ কৰিবলৈ আজ্ঞা দিয়ক। এই কথা শুনি ভীষ্মৰ খং উঠি দুৰ্য্যোধনক কিছু তিৰস্কাৰ কৰে আৰু অৰ্জুনৰ অসাধাৰণ বিৰত্বৰ কথা সোঁৱৰাই দিয়ে।

নিবেদং পৰমং গত্বা বিনিন্দ্য পৰবশ্যতাম্।
দীৰ্ঘং দধৌ শান্তনবো যুদ্ধ কামোহৰ্জুনং ৰণে॥

( দুৰ্যোধনৰ অসঙ্গত বাক্য শুনি ভীষ্মই অপমানিত বোধ কৰিলে। অত্যন্ত দুঃখিত হৈ মনত পৰাধনতাৰ গ্লানি স্মৰণ কৰি অৰ্জুনৰ লগত যুদ্ধ কৰাৰ কথা কিছু সময় চিন্তা কৰিলে )।

ভীষ্মই নিজকে দুৰ্যোধনৰ অৰ্থদাস বুলি কৌৰবৰ পক্ষে যুদ্ধ কৰাৰ যুক্তি দাঙি ধৰিছে যদিও সেই যুক্তি পাতল। কাৰণ ভীষ্মৰ অনুগ্ৰহৰ বলতহে দুৰ্যোধনে ৰাজত্ব কৰিব পাৰিছিল। ইচ্ছা কৰা হলে তেওঁ দুৰ্যোধনক ৰজা ভাগিং আন এজনক ৰজা পাতিব পাৰিলেহেঁতেন। কিন্তু পূৰ্বাপৰ নীতি ভঙ্গ কৰিব নুখুজিলে, ৰজা ধৃতৰাষ্ট্ৰৰ মনো ক্ষুণ্ণ কৰিবলৈ ইচ্ছা নকৰিলে।

অষ্টম-নৱম দিনৰ যুদ্ধত বৃদ্ধ ভীষ্মৰ পৰাক্ৰম দেখি পাণ্ডৱ পক্ষ হতাশ হৈ পৰিল। কৃষ্ণৰ কথামতে যুধিষ্ঠিৰ ভীষ্মৰ ওচৰলৈ ৰাতি যাত্ৰা কৰিলে। ভীষ্মক সেবা কৰি তেওঁৰ আশীৰ্বাদ ললে। ভীষ্মই যুদ্ধত বিজয় হবলৈ আশীৰ্বাদ দি যুধিষ্ঠিৰক তেওঁৰ ওচৰলৈ যোৱাৰ কাৰণ শুধিলে। যুধিষ্ঠিৰে বিনয়াবনত ভাৱে পিতামহক বধ কৰা উপায় শুধিলে ঃ

ভবান্ হিনো বধোপায়ং ব্ৰবীতৃ স্বমমাত্মনঃ
ভৱন্তং সমৰে বীৰ বিষহেম কথং বয়ম্॥

আপুনি নিজেই আপোনাৰ বধৰ উপায় কওক। হে মহাবীৰ, যুদ্ধক্ষেত্ৰত আমি আপোনাৰ পৰাক্ৰম কেনেকৈ সহ্য কৰিম ?

যুধিষ্ঠিৰৰ এই অনুৰোধত অকনো ক্ষুণ্ণ নহৈ ভীষ্মই নিঃশঙ্কচিত্তে নিজৰ বধৰ ব্যক্ত কৰে।

অৰ্জুনঃ সমৰে শূৰঃ পুৰস্কৃত শিখণ্ডিনম্
মামেৱ বিশিখৈস্তী ক্ষৈৰভি দ্ৰৱতু দংশিত
মাং পাতয়তু বীভৎসুৰেবংতে বিজয়ো ধ্ৰুৱম।

ভী—১০৭।৮২-৮৬

"শিখণ্ডীক ৰথৰ সন্মুখত ৰহুৱাই অৰ্জুনে তীক্ষ্ণ কাণৰ দ্বাৰা আঘাত কৰিব। শিখণ্ডী জন্মগত ভাৱে নাৰী। তেওঁক ৰথৰ আগত ৰহুৱাই ললে মাই ধনুশৰ ত্যাগ কৰিম, কাৰণ নাৰীৰ বিৰুদ্ধে মই অস্ত্ৰ নধৰো। এই সুবিধা লৈ অৰ্জুনে মোক আঘাত কৰিলে মই নিপতিত হ'ম, আৰু তোমাৰ জয় হ'ব।" ভীষ্মৰ এই উক্তিয়ে তেওঁৰ নিৰ্ভীকতা ; মৃত্যুঞ্জয় চৰিত্ৰ আৰু আত্মত্যাগ সুন্দৰভাৱে ফুটি উঠিছে।

দশম দিনৰ যুদ্ধত শিখণ্ডীক ৰথৰ সন্মুখত ৰহুৱাই অৰ্জুনে ধাৰাযাৰে বাণ

বৰ্ষিবলৈ ধৰে কিন্তু শিখণ্ডীক অৰ্জুনৰ ৰথৰ সন্মুখ ভাগত দেখি ভীষ্মই ধনুশৰ এৰে, জানোচা তেওঁৰ শৰে শিখণ্ডীক আঘাত কৰে। তেওঁ বুজিব পাৰিলে যে তেওঁক আঘাত কৰা তীক্ষ্নবাণ সমূহ শিখণ্ডীৰ নহয়, অৰ্জুনৰহে। শিখণ্ডীৰ আঁৰত থাকি অৰ্জুনেহে শৰ নিক্ষেপ কৰিছে। তেওঁ এই কথা জানি দুঃশাসনক কৈছিল।

অৰ্জুনস্য ইসে বাণ, নেমে বাণা শিখণ্ডীনঃ
কৃন্তন্তি মম গাত্ৰানি মাঘমাং সেগৰা ইব

কেকোঁৰাৰ জঠৰস্থ পোৱালী জন্ম হৈয়ে যেনেকৈ মাকৰ বুকুখন খায়, সেইদৰে এই বাণবোৰেও মোৰ হৃদয় বিদীৰ্ণ কৰিছে। এইবোৰ অৰ্জুনৰ বাণ শিখণ্ডীৰ নহয়। অৰ্জুনৰ ক্ষিপ্ৰ বাণত তেওঁৰ শৰীৰ ক্ষত বিক্ষত হৈ শেষত মাটিত ঢলি পাৰে। কিন্তু দেহটো মাটিত নপৰিল, দেহ সৰ্বাং যোৱা শৰে তেওঁৰ শৰীৰটো অলাগতে ৰাখিলে ( ধৰনীংন পস্পৰ্শ শৰসংঘৈঃ সমাবৃতঃ ) তেওঁ আকাশবাণী শুনি দক্ষিণায়ত দেহ এৰিবলৈ মনতে স্থিৰ কৰি শৰশয্যাতে অপেক্ষা কৰি ৰ'ল।

এই প্ৰসঙ্গত ভীষ্মৰ কাৰ্য্য সম্পৰ্কে কেইটামান প্ৰশ্ন স্বাভাৱিকতে মনত উদয় হয়। প্ৰথম প্ৰশ্ন হয় কৌৰৱৰ সেনাপতি পদত অধিষ্ঠিত হৈ তেওঁৰ নিজৰ মৃত্যুৰ উপায় বিপক্ষক জনাই দিয়া উচিত হৈছে জানো ?

দুৰ্যোধন আৰু যুধিষ্ঠিৰ দুয়োজন নৰ। চাৰিশ বছৰীয়া ভীষ্মৰ বীৰত্বৰ ওপৰত আস্থা আছিল, নহেলেনো বৃদ্ধ ভীষ্মক সেনাপতি পদত দুৰ্যোধনে বহুৱাই নে ? আৰু যুধিষ্ঠিৰেও তেওঁক বধ কৰাৰ উপায় শুধিবলৈ যায় নে ? দুৰ্যোধনে ভীষ্মক সত্যসন্ধ ধাৰ্মিক আৰু মহাবীৰে ৰূপে শ্ৰদ্ধা কৰিছিল আৰু পিতামহ বুলি মৰম আদায় কৰিছিল। অৰ্জুনৰ ভীষ্মক পৰাজয় কৰিব পৰা শক্তি নথকা নহয়, বিৰাট পৰ্বত গোধন উদ্ধাৰ কৰা প্ৰসঙ্গতে আমি অৰ্জুনৰ বীৰত্ব পৰিচয় পাই, আহিছোঁ। পিতামহক বধ কৰিবলৈ তেওঁ প্ৰতিজ্ঞাও কৰিছিল। কিন্তু ভীষ্মৰ সন্মুখীন হলেই তেওঁৰ গাণ্ডীৱ হস্ত শিথিল হৈ পৰিছিল। তেওঁ এঠাইত কৈছে—

ক্ৰীড়তা হি ময়া বাল্যে বাসুদেৱ মহামনা
পাংশুৰুষিত গাত্ৰেন মমহাত্মা কলুষীকৃতঃ

হে বাসুদেৱ, লৰালি কালত শৰীৰত ধূলিবালি মাখি এই মহাত্মাৰ কোলাত বহি পিতা বুলি সম্বোধন কৰোতে যিজনে "হেৰা পোনাকন, মই তোমাৰ পিতাৰৰ পিতা বুলি মোক মৰম কৰিছিল সেইজনক মই কেনেকৈ বধ কৰিম ? অৰ্জুনৰ ৰণোদ্যম শিথিল নহবলৈ শ্ৰীকৃষ্ণই "গীতা' ব্যাখ্যা কৰিব লগীয়া হয়।"

শৰশয্যাত পৰিলত কুৰু-পাণ্ডৱ উভয় পক্ষ ভীষ্মৰ ওচৰ চাপি আহিল। মুৰটো শৰশয্যাৰ পৰা ওলমি থকা কাৰণে অসুবিধা পাই দুৰ্যোধনক বালিছ ( উপাধান ) বিচৰাত তেওঁ তুলাৰ কোমল গাৰু এটা আনি দিলে। তেওঁ মিচিকিয়া

হাহি মাৰি অৰ্জুনৰ ফালে চালে তেওঁ ইঙ্গিত বুজি পাই কেইডাল মান শৰৰ ওপৰত তেওঁৰ মূৰটো স্থাপন কৰে। দুৰ্যোধনে পিতামহৰ গাত বিন্ধি থকা শৰবোৰ উঘালিবলৈ শল্য চিকিৎসক নিয়োগ কৰিব খোজাত বাধা দিয়ে। কাৰণ তেওঁ ক্ষত্ৰিয়ৰ উপযুক্ত গতি লাভ কৰিছে। যুদ্ধত মৰিব পাৰিলে ক্ষত্ৰিয়ই পৰম গতি লাভ কৰে। দ্বিতীয় দিনা ভীষ্মই পিবলৈ পানী বিচৰাত দুৰ্যোধনে সোণৰ লোটাত পানী আনি দিয়াত ভীষ্মই না কৰি আকৌ অৰ্জুনৰ ফালে চালে অৰ্জুনে শৰ নিক্ষেপ কৰি পাতালৰ পৰা ভোগবতী গঙ্গাৰ পানীৰ ধাৰা ভীষ্মৰ মুখত পৰাকৈ আনি দিয়ে। তেওঁ অৰ্জুনক প্ৰশংসা কৰি দুৰ্যোধনক সিমানতে ভ্ৰাতৃঘাতী যুদ্ধ বন্ধ কৰিবলৈ উপদেশ দিয়ে, কিন্তু দুৰ্যোধন অচল হৈ ৰয়। (যুদ্ধং মদন্ত মেবাস্তু তাত সংশম্য পাণ্ডবৈঃ)।

বীৰ সকল নিজ নিজ শিবিৰলৈ উভতি যোৱাৰ পাছত অকলশৰে কৰ্ণই ভীষ্মৰ ওচৰ চাপি ভৰি ছুই প্ৰণাম কৰাত পিতামহে হিয়াভৰা আশীৰ্বাদ দি কয়, "কৰ্ণ, তুমি নহা হলে মই বেয়া পালোহেঁতেন তোমাৰো অকল্যাণ হল-হেঁতেন। বৎস, তুমি ৰাধাৰ পুত্ৰ নহয়, কুন্তীৰ পুত্ৰ। অধিৰথ সূত তোমাৰ পিতৃ নহয় সূৰ্য্য দেৱতা তোমাৰ পিতৃ। মই নাৰদ আৰু ব্যাসৰ পৰা এই কথা জানিব পাৰিছো। বৎস, দৰাচলতে তোমাৰ প্ৰতি মোৰ কোনো দ্বেষ নাই। হে সুব্ৰত, বিনা কাৰণত তুমি পাণ্ডৱক দ্বেষ আৰু শত্ৰুতা কৰিছা। ধৰ্মসংগত ভাবে অৰ্থাৎ সামাজিকতাৰ ভিত্তিত তোমাৰ জন্ম হোৱা নাই, সেই কাৰণে তোমাৰ বুদ্ধিৰ বিপৰ্যয় ঘটিছে। নীচ লোকৰ লগত থাকি গুণীজনক দ্বেষ কৰিবলৈ ধৰিছা। সেই কাৰণেই কুৰুসভাত তোমাক বহু কটু কথা শুনাব লগা হল। তোমাৰ দুঃসহ বিক্ৰম শৌৰ্য্য আৰু বদান্যতা মই ভালকৈ জানো। সত্যবাদিতা তেজ আৰু বল, পৰাক্ৰম আৰু বদান্যতাত তুমি দেবতাৰ সমকক্ষ। তোমাৰ প্ৰতি মোৰ যিকন অসন্তোষৰ ভাব আছিল আজি আতৰি গৈছে। পান্ডৱ সকল তোমাৰ সহোদৰ ভ্ৰাতৃ, তেওঁ-লোকৰ লগত সন্ধি কৰিলে মই পৰম আনন্দিত হম। মোৰ মৃত্যুৰ লগে লগে যেন যুদ্ধৰ পৰিসমাপ্তি ঘটে, ইয়াকে মই কামনা কৰো"। কৰ্ণই উত্তৰ দিলে যে তেওঁ সকলো জানে কিন্তু কোনোপধ্যেই আশ্ৰয়দাতা দুৰ্যোধনৰ পক্ষ ত্যাগ কৰিব নোৱাৰে। শেষত অশ্ৰুপূৰ্ণ নয়নে ভীষ্মৰ আশীৰ্বাদ গ্ৰহণ কৰি কৰ্ণই বিদায় লয়। ভীষ্ম কৰ্ণ সংবাদে ভীষ্মৰ স্পষ্টবাদিতা আৰু যুদ্ধ বন্ধ কৰাৰ ঐকান্তিক ইচ্ছা প্ৰকাশ পাইছে।

কুৰুক্ষেত্ৰৰ যুদ্ধ শেষ হল। যুধিষ্ঠিৰ সিংহাসনত বহিল, বিদুৰে মন্ত্ৰীত্ব গ্ৰহণ কৰে। তেওঁৰ উপদেশ, নিৰ্দেশ অনুসাৰে যুধিষ্ঠিৰে শৰশয্যাত পৰি থকা ভীষ্মৰ কাষ চাপি ৰাজনীতি জানিবলৈ ইচ্ছা প্ৰকাশ কৰে। তাৰ আগতে যুধিষ্ঠিৰে মৃত সকলৰ শ্ৰাদ্ধাদি প্ৰেতকৰ্ম সমাপন কৰি শ্ৰীকৃষ্ণৰ ওচৰলৈ যায়। গৈ দেখে শ্ৰীকৃষ্ণ ধ্যানস্থ অৱস্থাত বহি আছে। যুধিষ্ঠিৰে কৃতাঞ্জলি কৰি ধ্যানৰ উদ্দেশ্য জানিব খোজাত শ্ৰীকৃষ্ণই কলে,

শৰত লগ্নতো ভীষ্মঃ শামাল্লিৱ হুতাসনঃ
মাং ধ্যাতি পুৰুষ ব্যাঘ্ৰস্তুতো মে তদগতং মনঃ

নিৰ্বাণোন্মুখ অগ্নিৰ দৰে শৰশয্যাগত ভীষ্মই মোক স্মৰণ কৰিছে। সেই কাৰণে মই তেওঁৰ কথাই চিন্তা কৰি আছো। সেই পুৰুষ ব্যাঘ্ৰই পৃথিৱী এৰিলে অমাৱস্যাৰ ৰাতিৰ দৰে তমসাচ্ছন্ন হব। বিবাট জ্ঞান ৰাশি তিৰোহিত হব। এই কাৰণে তুমি তেওঁৰ ওচৰলৈ গৈ ৰাজধৰ্ম আৰু মোক্ষধৰ্মাদিৰ বিষয়ে তোমাৰ যি জানিব লগীয়া আছে তেওঁক সুধি পুছি লোৱা"। যুধিষ্ঠিৰে গৈ দেখে যে ব্যাস, নাৰদ, জৈমিনি প্ৰভৃতি ঋষি সকলে ভীষ্মক বেৰি আছে আৰু ভীষ্মই ভগবানক স্তুতি কৰি আছে। এনে সময়তে শ্ৰীকৃষ্ণ আগতলৈ পঞ্চপাণ্ডৱ, কৃপাচাৰ্য্য আদিক লগত লৈ যুধিষ্ঠিৰ উপস্থিত হয়। ভীষ্মই শুই থকা অৱস্থাতে তেওঁলোক যোৱাৰ উদ্দেশ্য সোধাত কৃষ্ণই যুধিষ্ঠিৰে যে তেওঁৰ ওচৰত ৰাজনীতি আৰু ধৰ্মনীতি সম্পৰ্কে উপদেশ লাভ কৰিবলৈ গৈছে সেই কথা জনায়। আৰু লগতে কয় যে তেওঁ যি উপদেশ দিব সেই উপদেশ পৃথিৱীত বেদবাক্যৰূপে আদৰণীয় হব।

যচ্চ তং বক্ষ্যসে ভীষ্ম পাণ্ডবায়া নু পৃচ্চতে।
বেদ প্ৰবাদ ইবতে স্থাস্যতে বসুধাতলে॥ শান্তিপৰ্ব ৫৪।২৯

কৃষ্ণই আকৌ কলে "ভবান হি বয়সা বৃদ্ধঃ শ্ৰুতাচাৰ দমান্বিতঃ
কুশলো ৰাজধৰ্মানাং সৰ্বেষাম পৰাশ্চ॥"

তুমি বয়োবৃদ্ধ, শাস্ত্ৰজ্ঞানী; আচাৰনিষ্ঠ আৰু সংযমী ৰাজধৰ্ম বিষয়ে পৰম বিজ্ঞ ব্যক্তি আৰু অন্যান্য বিষয়তো পাৰদৰ্শী। তুমি ন্যায়নিষ্ঠ আৰু পবিত্ৰ পুৰুষ। কৃষ্ণৰ মতে ভীষ্মই সেই কালত সৰ্বশ্ৰেষ্ঠ পুৰুষ আৰু উপদেশ দিয়াৰ যোগ্য ব্যক্তি। সুদীৰ্ঘ শান্তি পৰ্ব আৰু অনুশাসন পৰ্বত ভীষ্মই যি ৰাজনীতি তত্ত্ব দৰ্শন আৰু উপাখ্যান আদি বিবৃত কৰিছে তাৰ তুলনা নাই।

ওঠৰ দিন শৰশয্যাত পৰি থাকি মাঘ মাহৰ শুক্লা পক্ষৰ অষ্টমী তিথিত ভীষ্মই দেহত্যাগ কৰে। এগৰাকী দীৰ্ঘায়ু, মহাজ্ঞানী, নৈষ্ঠিক ব্ৰহ্মচাৰী মহাবীৰ পুৰুষে যোগ অৱলম্বন কৰি এইদৰেই ইচ্ছানুসাৰে দেহত্যাগ কৰে। 'যতে ধৰ্ম ততে জয়'— এই মহাবাক্য উচ্চাৰণ কৰি সত্যেষু যতিত ব্যং বঃ সত্যং হি পৰমং বলম্ (সত্যৰ কাৰণে যত্ন কৰিবা সত্যই পৰম শক্তি) এই উপদেশ দি ভীষ্মই ধৰাধাম ত্যাগ কৰে।

ভীষ্মৰ দৰে স্বাৰ্থত্যাগী, পিতৃভক্ত জিতেন্দ্ৰীয় আৰু মহাবীৰ সেইকালত দ্বিতীয় এজন নাছিল। বাধাধিৰাজৰ একমাত্ৰ পুত্ৰ হৈ ভীষ্মৰ দৰে সকলো স্বাৰ্থ ত্যাগ কৰি পৰসেৱাত জীৱন উছৰ্গা কৰা ব্যক্তি মহাভাৰত চৰিত্ৰাৱলীৰ ভিতৰত অনন্য।

হিন্দুৰ নিত্য তৰ্পণত ভীষ্ম তৰ্পণৰ ব্যৱস্থা আছে। পিতৃ পুৰুষ সকলৰ তৰ্পণৰ লগত ভীষ্মলৈ তৰ্পণ আগবঢ়োৱা হয়।

বৈয়াঘ্ৰপদ গোত্ৰায় সাংকৃতি প্ৰৱৰায়চ
অপুত্ৰায় দদাম্যেতৎ সলিলং ভীষ্ম বৰ্মনে

ভীষ্মঃ শান্তনবো বীৰঃ সত্যবাদী জিতেন্দ্ৰিয়ঃ
অভিৰদ্ভিৰৱাপ্নোতু পুত্ৰপৌত্ৰাচিতাং ক্ৰিয়াম।

( সাংকৃতি প্ৰৱৰ বৈয়াঘ্ৰপদ্যগোত্ৰ অপুত্ৰক ভীষ্ম বৰ্মাক মই জালৰ দ্বাৰা পৰিতৃপ্ত কৰিছো। শান্তনুনন্দন সত্যবাদী, জিতেন্দ্ৰিয় বীৰ ভীষ্ম এই জালৰ দ্বাৰা পুত্ৰ-পৌত্ৰোচিত ক্ৰিয়াৰ ফলপ্ৰাপ্ত হওক ) এই তৰ্পণৰ নাম ভীষ্ম তৰ্পণ ; এক প্ৰকাৰ বীৰ পূজা। মাঘৰ শুক্লাষ্টমীক ভীষ্মাষ্টমীৰূপে মনা হয়। প্ৰতিজ্ঞাৰ কথা কলে এতিয়াও ভীষ্ম প্ৰতিজ্ঞাৰ কথা মনলৈ আহে। আজি কালিও কোনোবাই যদি ডাঙৰ প্ৰতিজ্ঞা কৰে অথবা শপত খায়, তেন্তে সেই প্ৰতিজ্ঞাক 'ভীষ্ম প্ৰতিজ্ঞা' বুলি কোৱা হয়। মুঠতে ভীষ্ম মহাভাৰতৰ বয়োজেষ্ঠ আৰু শ্ৰেষ্ঠ বীৰ আছিল।

## ব্যাস ( কৃষ্ণ-দ্বৈপায়ন )

মহৰ্ষি ব্যাসৰ প্ৰকৃত নাম কৃষ্ণ, দ্বীপত জন্মিছিল কাৰণে তেওঁক দ্বৈপায়ণ বোলা হয়। তেওঁ বেদঃ সমূহ বিষয়ানুসাৰে বিভাগ কৰে। মহাভাৰতখনো তেওঁৰে ৰচনা। আনকি পুৰাণ সমূহো তেওঁৰ ৰচনাৰূপে পৰিচিত। মহাভাৰতৰ আদি পৰ্বত তেওঁৰ জীৱনীৰ কিছু অংশ পাইছে। আধুনিক পণ্ডিতে ব্যাস শব্দৰ অৰ্থ সংগ্ৰাহক-সম্পাদক বুলি কব খোজে ; কোনো ব্যক্তি বিশেষৰ নাম বুলি কব নোখোজে। মহৰ্ষি বশিষ্ঠ তেওঁৰ প্ৰপিতামহ, মহৰ্ষি পৰাশৰ ঔৰসত দাসৰজাৰ কন্যা সত্যবতীৰ গৰ্ভত তেওঁৰ জন্ম হৈছিল। অদ্ৰিকা নামে এক অপ্সৰাৰ গৰ্ভত তেওঁৰ জন্ম হৈছিল। পিতা আছিল চেদিৰাজ উপৰিচৰ বসু, চেদিৰাজে কন্যাটিৰ জন্মৰ পাছতে গাত মাছৰ গোন্ধ থকা কাৰণে ধীবৰ ৰজাক ডাঙৰ দীঘল কৰিবলৈ দি দিয়ে। এই মৎস্য গন্ধা কন্যাটিৰ নাম সত্যৱতী। পালক পিতা ধীৱৰ ৰাজৰ সাহাৰ্য্যাৰ্থে মৎস্যগন্ধাই যমুনা নদীত নাও বাই যাত্ৰী পাৰ কৰি দিছিল। তীৰ্থ ভ্ৰমণ কৰিবলৈ মহৰ্ষি পৰাশৰ এদিন যমুনাৰ ঘাটত উপস্থিত হয়। তেওঁ মৎস্য গন্ধাৰ ৰূপ লাবণ্য দেখি মোহ যায়। তেওঁৰ ধৈৰ্য্যচ্যুতি ঘটে। তেওঁক সুৰতি ভিক্ষা কৰে। উত্তৰত মৎস্যগন্ধাই প্ৰকাশ্য স্থানত সকলোৱে দেখাকৈ সুৰতি দান কৰিবলৈ ইতস্ততঃ কৰাত মহৰ্ষিয়ে নদীৰ মাজতে তপস্যাৰ বলত এটি দ্বীপ নিৰ্মাণ কৰি মৎসগন্ধাক ৰমন কৰিবলৈ ইচ্ছা প্ৰকাশ কৰে। সত্যৱতীয়ে তেতিয়া অনুনয়-বিনয় কৰি কয় "ভগৱন মই কুমাৰী আৰু পিতাৰ অধীন। মোৰ কুমাৰীত্ব দূষিত হলে মই কেনেকৈ পিতাৰ আগত উপস্থিত হম। এই বুলি কোৱাত ঋষিয়ে ঘন কুৱঁলীৰে আবৃত কৰি নদীৰ মাজতে এটি দ্বীপ সৃষ্টি কৰি মৎসগন্ধাক ৰমণ কৰে। আৰু মৎসগন্ধাৰ পৰিবৰ্তে পদ্মগন্ধা হবলৈ বৰ দিয়ে। আৰু আশ্বাস দিয়ে যে ৰমণ কৰিলেও তেওঁৰ কুমাৰীত্ব অব্যাহত থাকিব। "তুমি আৰু কি বৰ চোৱা মোক কোৱা"। মোৰ কৃপাত তোমাৰ সকলো মনস্কামনা পূৰ্ণ হ'ব।

এৱমুক্তবা বৰং বব্ৰে গাত্ৰ সৌগন্ধ্যমুত্তমম্।
স চাস্যৈ ভগৱান প্ৰাদম্মনসঃ কাঙ্ক্ষিতং ভুবি॥ ১।৬৩।৮০

ৱেদানধ্যা পয়ামাস মহাভাৰত পঞ্চমান্
সুমন্তুং জৈমিনিং পৈলং শুকঞ্চৈব স্বমাত্মসম্
প্রভুৱৰ্বৰিষ্ঠো বৰদো বৈশম্পায়নমেবচ ॥

মহৰ্ষিৰ প্রজ্ঞা, প্রতিভা আৰু মনস্বিতা আছিল অনন্যসাধাৰণ তেওঁ বেদবিভাগ-কাৰী, পুৰাণসমূহৰ ৰচয়িতা আৰু মহাভাৰতৰ গ্রন্থকাৰ। অৱশ্যে আজি-কালি ইমানবোৰ গ্রন্থ একেজন লোকে ৰচনা কৰা সম্পৰ্কে সন্দেহ প্রকাশ কৰা হৈছে। ব্যাস শব্দটোৱে সংগ্রাহক, প্রকাশক সম্পাদক অৰ্থ প্রকাশ কৰে। ই কোনো ব্যক্তি বিশেষক বুজোৱা নাই। বাদৰায়ণ এজন আৰু প্রথম ব্যাস। এওঁৰ বৰ্ণনা মহাভাৰতত এইদৰে আছে।

তস্য কৃষ্ণস্য কপিলাং জটাং দীপ্তে চ লোচনে
বভ্ৰূনি চৈব শ্ম শ্রূনি………

আদি ১০৬।৫

তেওঁৰ গাৰ বৰণ আছিল কৃষ্ণবৰ্ণ মূৰত কপিল বৰ্ণৰ জটা চকু দুটা উজ্জ্বল আৰু মুখত পিঙ্গল বৰ্ণৰ দাড়ি গোফ। তেওঁৰ চেহেৰা দেখি নিয়োগ প্রথা মতে অম্বিকাৰ কাষ চাপোতে ভয়ত চকু দুটা মুদি দিয়াত পুত্ৰ সন্তানটি অন্ধ হয়। এওঁৱেই ধৃতৰাষ্ট্র। অম্বালিকাৰো ভয়ত পাণ্ডুবৰ্ণ ধাৰণ কৰিছিল কাৰণে সন্তানটো পাণ্ডুৰ বৰ্ণৰ হৈছিল। সেই কাৰণে তেওঁৰ নাম হৈছিল পাণ্ডু। দাসীজনীয়ে ঋষিক ভালকৈ সেৱা শুশ্রূষা কৰিছিল যাৰ ফলত ধৰ্মপ্রাণ বিদুৰৰ জন্ম হৈছিল। ধৰ্মৰাজেই বিদুৰ ৰূপে দাসীৰ গৰ্ভত জন্ম লৈছিল। সিদ্ধ পুৰুষ বাবেই ব্যাসদেৱ নানা অলৌকিক শক্তিৰ অধিকাৰী আছিল। মাকে স্মৰণ কৰিলেই সূক্ষ্ম ৰূপত আহি মাকৰ ওচৰত উপস্থিত হব পাৰিছিল। পাণ্ডৱ আৰু কৌৰৱ—দুয়োপক্ষ ব্যাসদেৱৰ নাতি। যেতিয়াই, কৌৰৱ বা পাণ্ডৱ বিপদত বা উভয়-সংকটত পৰিছিল তেতিয়াই ব্যাসদেৱে জানি উপস্থিত হৈ সদুপদেশ দান কৰিছিল। পাণ্ডৱ আৰু কৌৰৱৰ মাজত আত্মীয়-ঘাতী যুদ্ধ নহয়, তাৰ কাৰণে তেওঁ বহু চেষ্টা কৰিছিল। ধৃতৰাষ্ট্র আৰু দুৰ্যোধনক যুদ্ধৰ পৰা বিৰত কৰিবলৈ সজ উপদেশ দিছিল। ধৃতৰাষ্ট্ৰই যাতে কুৰুক্ষেত্ৰৰ যুদ্ধখনৰ সকলো কথা জানিব পাৰে সেই উদ্দেশ্যে সঞ্জয়ক দিব্য চক্ষু দান কৰিছিল। তেওঁ সঞ্জয়ক দিব্য চক্ষু নিদি ধৃতৰাষ্ট্ৰক দিব পাৰিলেহেঁতেন। কিন্তু ধৃতৰাষ্ট্ৰই স্বচক্ষে দেখা পালে অধীৰ হৈ পৰিব বুলি ভাবি মন্ত্ৰী বিদুৰক সেই চক্ষু দান কৰে। বিদুৰে যুদ্ধ দেখা পাই প্রতিটো ঘটনা অন্ধৰাজক জনাই আছিল। ফলত ধৃতৰাষ্ট্ৰই যুদ্ধখন নিজে দেখাৰ দৰেই হৈছিল। তেওঁৰ প্রসাদতে ধৃতৰাষ্ট্র প্রভৃতিয়ে লোকান্তৰিত বন্ধু-বান্ধৱ সকলক দেখা পাইছিল। তেওঁ জীৱনমুক্ত পুৰুষ আছিল যদিও সমাজৰ মঙ্গলাৰ্থে বহুতকে অযাচিত ভাৱেই উপদেশ দিছিল। শান্ত প্রকৃতিৰ ব্যাস চৰিত্রত উগ্ৰতা নাই। মহাভাৰতৰ কবি ৰূপে তেওঁ অমৰত্ব লাভ কৰিছে আৰু কৰি থাকিব।

## চিত্ৰাঙ্গদ আৰু বিচিত্ৰবীৰ্য ঃ

মহাৰজা শান্তনুৰ দ্বিতীয়া পত্নী সত্যৱতীৰ গৰ্ভত চিত্ৰাঙ্গদ আৰু বিচিত্ৰবীৰ্যৰ জন্ম হয়। চিত্ৰাঙ্গদ ডাঙৰ আৰু বিচিত্ৰবীৰ্য সৰু আছিল। চিত্ৰাঙ্গদ সৰুৰে পৰা যুদ্ধপ্ৰিয় আছিল। ভীষ্মৰ অভিভাৱকত্বত সিংহাসনত উঠি দিগ্বিজয় কৰিবলৈ গৈ এজন গন্ধৰ্বৰ হাতত মৃত্যু বৰণ কৰে। চিত্ৰাঙ্গদ, গন্ধৰ্বটো নাম আছিল। গতিকে নাম লৈয়ে দুই চিত্ৰাঙ্গদৰ কাজিয়া লাগে আৰু যুদ্ধ হয়। যুদ্ধত চিত্ৰাঙ্গদ নিহত হয়। এই যুদ্ধ কুৰুক্ষেত্ৰতে সংঘটিত হৈছিল। চিত্ৰাঙ্গদ উদ্ধত আছিল কাৰণেই অকালতে মৃত্যু মুখত পৰিবলগীয়া হয়।

চিত্ৰাঙ্গদৰ মৃত্যুৰ পাছত বিচিত্ৰবীৰ্য ৰজা হয়। ভীষ্মই তেওঁক শিক্ষা-দীক্ষা দি ককায়েকৰ মৃত্যুৰ পাছত সিংহাসনত বহুৱায়। কাশীৰাজৰ তিনিজনী কন্যা ( অম্বা, অম্বিকা, অম্বালিকা ) স্বয়ম্বৰ সভাৰ পৰা হৰণ কৰি আনে বিচিত্ৰবীৰ্য্যৰ কাৰণে, তাৰে প্ৰথমজনী কন্যা অম্বাই চেদি ৰাজক বৰণ কৰি থৈছিল বুলি কোৱাত ভীষ্মই তেওঁক চেদি ৰাজ্যত থোৱাই দিয়ে। অম্বিকা আৰু অম্বালিকাৰ লগত বিচিত্ৰবীৰ্যৰ বিৱাহ সম্পন্ন কৰে। বিচিত্ৰবীৰ্য অতিশয় কামপৰায়ণ আছিল। সেই কাৰণে বিবাহৰ সাত বছৰৰ পাছত যক্ষ্মাৰোগত আক্ৰান্ত হৈ মৃত্যু মুখত পৰে। এই দুই ককাই-ভাইৰ অল্পকালীন ৰাজত্বত কোনো গুৰুত্বপূৰ্ণ ঘটনা ঘটা নায়। বিচিত্ৰবীৰ্যৰ প্ৰথমা পত্নী অম্বিকাৰ গৰ্ভত জন্ম গ্ৰহণ কৰে জন্মান্ধ ধৃতৰাষ্ট্ৰই আৰু অম্বালিকাৰ পৰা জন্ম হয় পাণ্ডুৰ। এজনী ৰক্ষিতা দাসীৰ গৰ্ভত জন্ম লয় বিদুৰে। এওঁলোক মহৰ্ষি ব্যাসৰ ক্ষেত্ৰজ পুত্ৰ।

## ধৃতৰাষ্ট্ৰ ঃ

হংস নামে গন্ধৰ্ব পতিয়েই পৰজন্মত বিচিত্ৰবীৰ্য্যৰ জেষ্ঠাপত্নী অম্বিকাৰ গৰ্ভত মহৰ্ষি কৃষ্ণদ্বৈপায়নৰ ঔৰসত ধৃতৰাষ্ট্ৰই জন্ম গ্ৰহণ কৰে। মহৰ্ষিৰ ভয়ানক ৰূপ দেখি অম্বিকাই চকু মুদি দিয়ে। ইয়াৰ ফলত যি সন্তান অম্বিকাই প্ৰসৱ কৰিলে তেওঁ জন্মান্ধ হল। এওঁৱেই ধৃতৰাষ্ট্ৰ, কৌৰৱৰ শত পুত্ৰ আৰু এগৰাকী কন্যাৰ পিতা আৰু ধৰ্মপৰায়ণা গান্ধাৰীৰ স্বামী। মহামতি ভীষ্মই প্ৰতিপালন কৰি শিক্ষাদীক্ষাৰ ব্যৱস্থা কৰে। বেদ, ধনুৰ্বেদ, গদাযুদ্ধ, অসিযুদ্ধ, গজশিক্ষা, নীতি শাস্ত্ৰ, ইতিহাস, পুৰাণ—এই সকলো বিষয়ত পাৰ্গতালি লাভ কৰে। যথাসময়ত গান্ধাৰৰাজৰ কন্যা গান্ধাৰীক বিয়া কৰে। গান্ধাৰী অতিশয় ধৰ্মপৰায়ণা আছিল। তেওঁৰ এশজন পুত্ৰ আৰু এজনী কন্যা জন্ম হয়। কন্যাটিৰ নাম দিয়া হয় দুঃশীলা। যথাসময়ত সিন্ধুৰাজ জয়দ্ৰথলৈ এওঁক বিয়া দিয়া হ'ল। ধৃতৰাষ্ট্ৰৰ বৈশ্য জাতীয় এজনী ৰক্ষিতা আছিল। তাইৰ গৰ্ভতে যুযুৎসু নামে এটি পুত্ৰৰ জন্ম হয়। ধৃতৰাষ্ট্ৰ জন্মান্ধ কাৰণে ভীষ্মই তেওঁক সিংহাসনত নবহুৱাই ভায়েক পাণ্ডুক ৰজা পাতে। ধৃতৰাষ্ট্ৰৰ মনত এই বিষয়ে কিছু ক্ষোভ নোহোৱাকৈ নাছিল।

দুৰ্যোধনৰ জন্ম মুহূৰ্ত্তত নানা বিমঙ্গলে দেখা দিয়াত ধৃতৰাষ্ট্ৰই সভাস্থ ভীষ্ম, বিদুৰ আৰু অন্য সভাসদ সকলক যুধিষ্ঠিৰৰ পাছত জন্মলাভ কৰা তেওঁৰ পুত্ৰই ৰাজ্যলাভ কৰেনে নকৰে এই বিষয়ে প্ৰশ্ন কৰাত সকলো সভাসদে এক বাক্যে ল’ৰাটোক ত্যাগ কৰিবলৈ কয়।

ব্যক্তং কুলান্ত কৰণ্যে ভৱিতৈষ সুতস্তৱ।
তস্য শান্তিঃ পৰিত্যাগে গুপ্তাব পনয়ো মহান্

( তোমাৰ এই পুত্ৰটি কুলক্ষয়কাৰী হব। ইয়াক ত্যাগ কৰিলে শান্তি হব, কিন্তু ৰক্ষা কৰিলে মহা অনিষ্ট হব। )

কিন্তু ধৃতৰাষ্ট্ৰই পুত্ৰ স্নেহত ল’ৰাটি ত্যাগ কৰিব নোৱাৰিলে।

মহাৰাজ পাণ্ডুৰ বনগমনত ধৃতৰাষ্ট্ৰ অতিশয় বিচলিত হৈ পৰে। ভায়েকক ধৃতৰাষ্ট্ৰই অতিশয় মৰম কৰিছিল। তেওঁৰ শোক বৰ্ণাই লিখিছে—

ধৃতৰাষ্ট্ৰে নৰশ্ৰেষ্ঠঃ পাণ্ডুমেৱান্বশোচত
ন শয্যাসন ভোগেষু ৰতিং বিদতি কৰ্হিচি;
ভ্ৰাতৃশোক সমাবিষ্ট স্ত মেৱ্যৰ্থং বিচিন্তয়ন্

আদিপৰ্ব ১১৯।৪৫।৪৬

মহাৰাজ ধৃতৰাষ্ট্ৰই পাণ্ডুৰ নিমিত্তে শোক কৰি শয্যা, আসন, ভোগ্যবস্তু—এই সকলোবোৰ ত্যাগ কৰিছিল। ভায়েকৰ কথা চিন্তা কৰি কেৱল শোকত কাল কটাইছিল।

পাণ্ডুৰ অন্ত্যেষ্টিক্ৰিয়া যথাৰীতি সম্পন্ন কৰাই যুধিষ্ঠিৰক যৌৱৰাজ পতদ অভিষিক্ত কৰিছিল। পাণ্ডৱ সকল ধৈৰ্য, বল, শক্তি, সামৰ্থ্যত অচিৰেই সুপৰিচিত হৈ উঠিছিল। ভীমৰ দৈহিক শক্তি আৰু গদাযুদ্ধত পাৰদৰ্শিতা, অৰ্জুনৰ ধনুৰ্বিদ্যা আৰু ৰণকৌশল আৰু যুধিষ্ঠিৰৰ সত্যবাদিতা সমস্ত ভাৰতবৰ্ষত পৰিব্যাপ্ত হোৱাত ধৃতৰাষ্ট্ৰৰ মনলৈ কিছু অশান্তি কঢ়িয়াই আনিছিল। তেওঁ ঈৰ্যান্বিত হোৱাত ৰাতি টোপনি নহা হৈছিল।

ততো বলমতিখ্যাতং বিজ্ঞায় দৃঢ়ধন্বিনাম্
দূষিতঃ সহসা ভাৱো ধৃতৰাষ্ট্ৰস্য পাণ্ডুষু
স চিন্তা পৰমো ৰাজা ন নিদ্ৰা মল ভন্নিমাঃ আদি—১৩৯।২৭

অশান্তি অপনয়ৰ অৰ্থে সুধিবলৈ কনিক নামৰ ব্ৰাহ্মণ মন্ত্ৰীক মাতি আনিলে। তেওঁ আছিল কূটৰাজ ধৰ্মবিদ মহামন্ত্ৰী। পাণ্ডৱ সকলক কেনে ব্যৱহাৰ কৰা উচিত বুলি সোধাত, কূটবুদ্ধি কনিকে নানা পৰামৰ্শ আগবঢ়াই ধৃতৰাষ্ট্ৰৰ ঈৰ্যাবহ্নি জ্বলাই দিলে আৰু কলে।

ভ্ৰাতৃব্যা বলিনো যস্মাৎ পাণ্ডুপুত্ৰা নৰাধিপ।
ব্ৰবীমি তস্মাদ বিস্পষ্টং যৎ কৰ্ত্তব্যমৰিন্দম॥
স পুত্ৰঃ শৃনু তদ্ ৰাজন্ শ্ৰুত্বা চ ভৱ যত্নবান্।

যথা ভয়ং ন পাণ্ডুভ্যস্তথা কুৰু নৰাধিপ
পশ্চাত্তাপো যথা ন স্যাত্তথা নীতি বিধীয়গম্

আদি ১৪০।৯২-৯৩

(হে ৰাজন্ যিহেতু তোমাৰ ভতিজা কেইজন শক্তিশালী সেই কাৰণে আপোনাৰ যি কৰ্ত্তব্য মই স্পষ্ট ভাষাত কৈছোঁ। পাণ্ডৱ কেইজনৰ পৰা তোমাৰ যাতে ভয় পাব লগীয়া নহয় আৰু পাছত অনুতাপ কৰিবলগীয়া নহয়। তাব উপযুক্ত নীতি অৱলম্বন কৰক। তুমি আৰু দুৰ্যোধনে মোৰ কথা শুনা আৰু সেই বিষয়ে যত্নৱান হোৱা।)

কনিকে আৰু বহু কথা কলে। তাৰ মৰ্মাত হৈছে যে পাণ্ডৱ কেতিয়াও ধৃতৰাষ্ট্ৰৰ মিত্ৰ হৱ নোৱাৰে। সুবিধা পালেই তেওঁলোকে কৌৰবৰ শত্ৰুতা আচৰণ কৰিব। সোনকালে তাৰ প্ৰতিকাৰ নকৰিলে তেওঁলোকে সকলোকে গ্ৰাস কৰিব। ধৃতৰাষ্ট্ৰই যদি তেওঁৰ ঈৰ্ষাজনিত মনো ব্যথা বিদুৰ বা গান্ধাৰীক কলেহেঁতেন তেতিয়া হয়তো কুৰুক্ষেত্ৰব যুদ্ধই নহলহেঁতেন। ধৃতৰাষ্ট্ৰৰ অন্তৰত ঈৰ্ষানলৰ যি অগ্নিকণা প্ৰজ্বলিত হৈছিল সেই অগ্নিকণাই ভীষণ দাবানললৈ পৰিণত হৈ কুৰুকুল ধ্বংস কৰে আৰু তাব ফলত তেওঁ সেই অগ্নিত ছাৰখাৰ হৈ তেওঁ সমস্ত জীৱন দগ্ধ হয়। দুৰ্যোধন-দুঃশাসন আদিৰ সকলো অপকৰ্মৰ মূলতে ধৃতৰাষ্ট্ৰই দায়ী। তেওঁ যদি তেওঁলোকৰ কুল ধ্বংসী অপকৰ্মবোৰ পৰোক্ষে উদগনি নিদিলেহেঁতেন, তেন্তে দুৰ্যোধনে পাণ্ডবৰ অপকাৰ কৰিবলৈ সাহস নকৰিলে হয়।

কনিকৰ কু-পৰামৰ্শ শুনি ধৃতৰাষ্ট্ৰৈই দুৰ্যোধন, কৰ্ণ প্ৰভৃতিৰ লগত গোপন পৰামৰ্শ কৰি পাণ্ডৱক বধ কৰিবলৈ স্থিৰ কৰে। প্ৰথমতে বাহিৰৰ পৰা ধৰিব নোৱাৰাকৈ এটা লাৰ ঘৰ সাজি তাত পাণ্ডৱক প্ৰবেশ কৰাই পুৰি মাৰিবৰ দিহা কৰে। কিন্তু তেওঁলোকৰ ইঙ্গিত-ভাষণ বিদুৰে বুজি পালে। তেওঁ কুন্তিক ক'লে—

এষ জাতঃ কুল কুলস্যাস্য কীৰ্ত্তিবংশ প্ৰনাশনঃ।
ধৃতৰাষ্ট্ৰঃ পৰিত্ৰাত্মা ধমং ত্যজতি শ্বাশ্বতস॥ আদিপৰ্ব

(বংশৰ কীৰ্ত্তি নাশ কৰিবৰ নিমিত্তে আৰু বংশক ধ্বংস কৰিবৰ উদ্দেশ্যে ধৃতৰাষ্ট্ৰই জন্ম গ্ৰহণ কৰিছে। বিপৰীত বুদ্ধি ধৃতৰাষ্ট্ৰই শাশ্বত ধৰ্ম পৰিত্যাগ কৰিছে)।

কনিকৰ কথা শুনি ধৃতৰাষ্ট্ৰ দ্বিধাচিত্ত আৰু শোকাৰ্ত্ত হৈ পৰিল।

কনিকস্য চ বাক্যানি তানি শ্ৰুত্বা স সৰ্বশঃ
ধৃতৰাষ্ট্ৰো দ্বিধাচিত্তঃ শোকাৰ্ত্তঃ সমপদ্যত আদি ১৪২।২

পাণ্ডৱ সকলক হত্যা কৰাৰ পৰিকল্পনা শুনি তেওঁ দ্বিধাগ্ৰস্ত আৰু শোকাকুল হ'ল। কিন্তু দুৰ্যোধনে যেতিয়া নানা যুক্তি দৰ্শাই কলে যে পাণ্ডৱ জীয়াই থাকিলে কৌৰবৰ কোনো কালে কল্যাণ নহ'ব। তেতিয়া তেওঁৰ বিৱেক আতৰি গ'ল।

দুৰ্যোধন মমাপ্যেতদ্ধৃত সম্পৰিৱৰ্ত্ততে।
অভিপ্ৰায়স্য পাপাত্মান্নৈৱ তু বিবৃনোম্যহম॥

ন চ ভীষ্মো ন চ দ্ৰোণো ন চ ক্ষত্তা ন গৌতমঃ
বিৰস্য মানান্ কৌন্তেয়ানন্ মাংস্যন্তি কাৰ্হি চিৎ ॥

দুৰ্যোধন, মোৰো একে অভিপ্ৰায় কিন্তু পাপ অভিপ্ৰায় বুলি মই প্ৰকাশ কৰিব পৰা নায়। ভীষ্ম, দ্ৰোণ, বিদুৰ, কৃপাচাৰ্য্য আদিয়ে এই কাৰ্য্য অনুমোদন নকৰিব। কিন্তু দুৰ্যোধনে নানাভাৱে প্ৰৰোচিত কৰাত ধৃতৰাষ্ট্ৰই শেষত পাণ্ডৱক বাৰণাৱত নগৰলৈ যাবলৈ কোৱাত তেওঁলোক উক্ত নগৰলৈ যাত্ৰা কৰে। বিদুৰে কিন্তু ম্লেচ্ছ ভাষাত যুধিষ্ঠিৰক সাৱধানে থাকিবলৈ সকিয়াই দিয়ে। তেজস্বী ব্ৰাহ্মণ সকলে তীব্ৰ ভাষাত ধৃতৰাষ্ট্ৰক নিন্দা কৰে। ভীষ্মও নিষ্ক্ৰিয়তাৰ কাৰণে নিন্দাৰ পাত্ৰ হয়।

তত্ৰ কেচিদ্ ব্ৰুবন্তি স্ম ব্ৰাহ্মণা নিৰ্ভয়স্তদা।
দীনান্ দৃষ্টৱা পাণ্ডু সুতালতীৱ ভৃশ দুঃখিতাঃ
বিষমং পশ্যতে ৰাজা সৰ্বথা স সুমন্দধাঃ।
কৌৰব্যো ধৃতৰাষ্ট্ৰ স্তু ন চ ধৰ্মং প্ৰপশ্যতি ॥

( পাণ্ডৱ সকল দীন অৱস্থাত দেখি ব্ৰাহ্মণ সকলে "অতিশয় মন্দবুদ্ধি ৰজা ধৃতৰাষ্ট্ৰই পাণ্ডৱ সকলক বিষম দৃষ্টিৰে চাইছে তেওঁ ধৰ্মচ্যুত হৈছে।)

মহামতি বিদুৰৰ চেষ্টাত পাণ্ডৱ সকল জতুগৃহত দাহ যোৱাৰ পৰা দৈৱক্ৰমে ৰক্ষা পালে। পাঁচটা পুত্ৰসহ এজনী নিষাদ ৰমণী আৰু পুৰোচন পুৰি মৰিল। পাছ-দিনা ৰাতিপুৱা বাৰণৱতবাসীয়ে পাঁচটা দগ্ধ মৃত পুত্ৰসহ নিষাদী দেখি কুন্তীসহ পাঁচ পুত্ৰ জতুগৃহত দাহ যোৱা বুলি ভাবি দুৰ্যোধন আৰু ধৃতৰাষ্ট্ৰই মৌখিক শোক প্ৰকাশ কৰি অন্ত্যেষ্টি ক্ৰিয়া আদি শাস্ত্ৰীয় কাৰ্য্য ৰীতিমতে সম্পন্ন কৰে। পুৰবাসীয়ে ধৃতৰাষ্ট্ৰক 'দুৰাত্মা', 'পাপমতি' আদি ভূষণে ভূষিত কৰি পাণ্ডৱৰ মৃত্যু সংবাদ প্ৰদান কৰিছিল।

তে বয়ং ধৃতৰাষ্ট্ৰস্য প্ৰেষয়ামো দুৰাত্মনঃ
সংবৃত্তস্তে পৰঃ কামঃ পাণ্ডৱান দগ্ধবানসি আদি—১৫০।৬

মৃত সংবাদ শুনি লোকক দেখুৱাই ধৃতৰাষ্ট্ৰই "বিললাপ সুদুঃখিতঃ" কিন্তু পেটে পেটে দুৰ্যোধন নিষ্কণ্টক হ'ল বুলি আনন্দ লাভ কৰিছিল প্ৰচুৰ অৰ্থ ব্যয় কৰি শ্ৰাদ্ধাদি কাৰ্য্য সম্পন্ন কৰে।

ভীমৰ হিড়িম্বা বিবাহ, দ্ৰৌপদীৰ স্বয়ংবৰত লক্ষ্যভেদ কৰি দ্ৰৌপদী লাভ আৰু পাঞ্চাল ৰাজৰ মিত্ৰতা লাভ আদি ঘটনা বিদুৰে ধৃতৰাষ্ট্ৰক জনোৱাত তেওঁ আনন্দ লাভ কৰে। অন্ধ বজাই ভুলকৈ বুজি ললে যে দুৰ্যোধনেহে দ্ৰৌপদীক লাভ কৰে। কাৰণ তেওঁ দুৰ্যোধন স্বয়ংম্বৰ সভালৈ যোৱা সংবাদ পাইছিল। তেওঁৰ আদেশত নৱবধূক আদৰিবলৈ প্ৰচুৰ অলংকাৰ পঠোৱা হয়। কিন্তু যেতিয়া জানিলে যে পাণ্ডৱেহে কৃষ্ণাক লাভ কৰিছে তেতিয়া মনত বৰ আঘাত পালেও বিদুৰৰ আগত নিজৰ দুৰ্বলতা প্ৰকাশ নকৰি মুখেৰে আনন্দ পোৱা যেন দেখুৱাই তৈয়াৰ কৰা

অলংকাৰ সমূহ কৃষ্ণালৈ পঠাই দিয়ে। কৰ্ণ আৰু দুৰ্যোধনে এই কথা জানি ধৃতৰাষ্ট্ৰক ভৎসনা কৰি কয় "হে মহাৰাজ আপুনি এইবোৰ কি কৰিছে? শত্ৰুৰ সৌভাগ্য ত আনন্দ প্ৰকাশ কৰিছে! যি কোনো উপায়ে পাণ্ডৱৰ বিনাশ সাধন কৰিব লাগে। আনন্দ কৰাৰ ইয়াত থল নাই"। বৃদ্ধ ধৃতৰাষ্ট্ৰই হাঁহি মাৰি কলে—

অহমপ্যেৱ মেৰৈবিতচ্চি কীষামি যথা যুৱাম
বিবেক্তুং নাহামিচ্ছামি স্বাকাৰং বিদুৰং প্ৰতি ॥

আদিপৰ্ব ২০১/১

( তোমালোকৰ দৰে ময়ো বিনাশ চাওঁ কিন্তু বিদুৰৰ ওচৰত সেই ভাৱ প্ৰকাশ কৰা উচিত নহয় ) ভতিজাক কেইজনৰ প্ৰতি অন্ধৰাজৰ এই মনোভাৱ কাব্যৰ সকলো ঠাইতে প্ৰকাশ পাইছে।

পাঞ্চাল ৰাজ দ্ৰুপদ কৃষ্ণাৰ বিয়াৰ পাছত পৰম মিত্ৰ হোৱাত পাণ্ডৱ অধিক শক্তিশালী হোৱাত ধৃতৰাষ্ট্ৰ ঈৰ্ষান্বিত হৈ পৰে। পাণ্ডৱ কেইজন কৌৰৱতকৈ অধিক শক্তিশালী আৰু প্ৰতিভাসম্পন্ন। গতিকে দুৰ্যোধন আৰু কৰ্ণৰ কুমন্ত্ৰণাত তেওঁ যোগ দিব নোৱাৰিলে। কিন্তু তেওঁলোকৰ মন্ত্ৰণা আৰু সিদ্ধান্তত তেওঁ একমত হব নোৱাৰি, ভীষ্ম, দ্ৰোণ আৰু বিদুৰৰ পৰামৰ্শ অনুসৰি আৰু পুত্ৰ সকলৰ মংগল কামনা কৰি বিদুৰক পঠাই কুন্তীসহ পাঁচ পাণ্ডৱক হস্তিনানগৰলৈ ওভতাই অনাব দিহা কৰে। তেওঁলোকক আধা ৰাজ্য শাসন কৰিবলৈ নিৰ্দেশ দিয়ে। পাণ্ডৱ সকলেও হাবি ভাঙি, পৰ্ব্বত খহাই ইন্দ্ৰপ্ৰস্থ নগৰ নিৰ্মাণ কৰি সুখেৰে ৰাজ্য-শাসন কৰিবলৈ ধৰে বহুকাল অতীত হল। পাণ্ডৱক দূৰলৈ পঠাই কিছুদিন ধৃতৰাষ্ট্ৰই সুখেৰে বাস কৰিলে যদিও পাণ্ডৱৰ ৰাজসূয় যজ্ঞ নিৰ্বিঘ্নে সমাপন আৰু যুধিষ্ঠিৰৰ ৰাজ চক্ৰৱৰ্তী পদত অধিষ্ঠান আদি কাৰ্য্যই তেওঁক চিন্তিত কৰিলে। অৱশ্যে এই যজ্ঞত দুৰ্যোধন, দুঃশাসন, কৰ্ণ, ভীষ্ম, আদি কৌৰৱ পক্ষীয় সকলোৱে খাটিছিল। তেওঁলোকক বিশেষ বিশেষ কাৰ্য্যত নিয়োগ কৰা হৈছিল। যুধিষ্ঠিৰৰ এই শ্ৰীসম্পদ দুৰ্যোধনে সহ্য কৰিব পৰা নাছিল। চিন্তাত তেওঁ শ্ৰীহীন হৈ শুকাই ক্ষীণাই যাবলৈ ধৰিলে। ধৃতৰাষ্ট্ৰই দুৰ্যোধনৰ অৱস্থা দেখি চিন্তিত হৈ প্ৰতিকাৰৰ উপায় ভাবিবলৈ ধৰে তেনেতে শকুনিয়ে যুধিষ্ঠিৰৰ লগত প্ৰস্তাৱ দাঙি ধৰাত ধৃতৰাষ্ট্ৰই তাত সানন্দে সম্মতি জনায়। বিদুৰৰ হিত উপদেশ কোনো কামত নাহিল। তেওঁ অৱশ্যে পুতেকক পাশা খেলৰ পৰা বিৰত থাকিবলৈ প্ৰথমতে উপদেশ দিছিল যদিও শেষত শকুনিৰ প্ৰস্তাৱ মানি লব লগা হল। পাশা খেলৰ বিৰুদ্ধে তেওঁ "অনাৰ্য্য চৰণং তাত পৰস্ব স্পৃহনং ভৃশম্" ( হে বৎস পৰস্থ গ্ৰহণৰ প্ৰতি অনাৰ্য্য সকলৰ অভিলাষ হয় ) বুলি প্ৰথমতে বাধা দিছিল, কিন্তু পিছ মুহূৰ্ততে বিবেকবুদ্ধি তলপেলাই নীচতা আৰু পৰশ্ৰীকাতৰতাই প্ৰাধান্য লাভ কৰি শকুনিৰ প্ৰস্তাৱত তেওঁ মান্তি হয়। দুৰ্যোধনৰ মায়াই তেওঁক আবৃত কৰি ৰাখে।

সকলো কথাতে তেওঁ দুৰ্যোধনৰ কথা মতে পৰিচালিত হৈ কলৰ পুতলাৰ দৰে অনুমোদন কৰিছিল। দুৰ্যোধনৰ কথা মতে চলি যেতিয়া বিপদত পৰিছে তেতিয়া তেওঁ দৈৱক দোষাৰোপ কৰিছে—

ধাত্ৰা তু দিষ্টস্য বশে কিলেদং,
সৰ্বং জগচ্চে ষ্টাতি ন স্বতন্ত্ৰম ॥

সভা / ৫৭ / ৪

(জন্মান্তৰৰ কৰ্ম অনুসাৰে মানুহে সুখ-দুখ লাভ কৰে। জগতৰ সকলোৱেই নিজৰ কৰ্ম অনুসাৰে পৰিচালিত হয়। কোনো স্বাধীন নহয়।) এইদৰে অদৃষ্টৰ দোহাই দি বুঢ়া ৰজাই মাজে মাজে সান্ত্বনা লাভ কৰিছিল। তেওঁৰ অসৎ চিন্তা দৈৱৰ ওপৰত পেলাই দি পাণ্ডৱৰ অহিত চিন্তা কৰিছিল। যিকোনো উপায়ে সাধুৱেই হওঁক বা অসাধুৱেই হওঁক, নিজৰ পুত্ৰ সকলক পাণ্ডৱতকৈ অধিক শক্তিশালী হোৱা ইচ্ছা কৰে। দ্যূতক্ৰীড়াত যুধিষ্ঠিৰে সৰ্বস্ব হেৰুৱাই, ভ্ৰাতৃসকলৰ সৈতে পত্নী দ্ৰৌপদীকো হেৰুৱায়। ধৃতৰাষ্ট্ৰৰই পুত্ৰসকলৰ বিজয়ত মনে মনে আনন্দ লাভ কৰিছিল। কিন্তু বাহ্যিক প্ৰকাশ নকৰিছিল। মুখেৰে পাণ্ডৱৰ প্ৰতি সহানুভূতি দেখুৱাই শোক কৰিছিল। কিন্তু শেষলৈ লুকুৱাই ৰখা গোপন আনন্দৰ ভাব প্ৰকাশ নাপাই নাথাকিল।

ধৃতৰাষ্ট্ৰস্ত সংহৃষ্টঃ পৰ্য্য পৃচ্ছৎ পুনঃ পুনঃ
কিং জিতং কিং জিতমিতিহ্যাকাৰং নাভ্য ৰক্ষত ॥

সভা ৬৫ / ৪৩

ধৃতৰাষ্ট্ৰই আনন্দ লাভ কৰি পুনঃ পুনঃ সঞ্জয়ক সুধিবলৈ ধৰে, “এইবাৰ আমাৰ পক্ষই কি জিকিলে কি জিকিলে?” তেওঁ অন্তৰৰ ভাৱ গোপন কৰি ৰাখিব নোৱাৰা হ'ল।

কুট পাশাখেলত পাণ্ডৱ হাৰিলত ভীমে দুৰ্যোধনৰ উৰুভঙ্গ আৰু দুঃশাসনৰ ৰক্তপানৰ প্ৰতিজ্ঞা কৰে, চাৰিওদিশে অমঙ্গলৰ চিন প্ৰকাশ পাবলৈ ধৰে। ভীষ্ম, দ্ৰোণ, কৃপ আৰু বিদুৰ প্ৰমুখ্যে সৎ লোক সকল বিষণ্ণ। তেওঁলোকে শকুনি, দুৰ্যোধন, দুঃশাসন আদিৰ কুকাৰ্য্য দেখি সভাস্থল ত্যাগ কৰে। গান্ধাৰী আৰু বিদুৰে ভৱিষ্য বিপদৰ সম্ভাৱনা সম্পৰ্কে ধৃতৰাষ্ট্ৰক বুজাই দিয়ে। ধৃতৰাষ্ট্ৰৰ সাময়িক আনন্দ আঁতৰি যায়। লবাহঁতৰ বিপদ আশংকা কৰি দ্ৰৌপদীক দাসীত্বৰ পৰা মুক্ত কৰি বৰ দিবলৈ ইচ্ছা প্ৰকাশ কৰে। কৃষ্ণাই পতিকেইজনৰ মুক্তি প্ৰাৰ্থনা কৰাত সেই প্ৰাৰ্থনা মঞ্জুৰ কৰি তেওঁলোকক দাসত্বৰ পৰা মুকলি কৰি দিয়ে।

দুষ্টবুদ্ধিৰ দুৰ্যোধনে পুনৰ পাশা খেলৰ উদ্দেশ্যে ধৃতৰাষ্ট্ৰৰ অনুমতি বিচৰাত সানন্দে অনুমতি দান কৰি পাণ্ডৱক পুনৰাই পাশা খেলিবলৈ নিমন্ত্ৰণ জনায়। দুৰ্যোধনে সময়ে সময়ে বুঢ়াৰজাক বৃহস্পতিৰ নীতিবাক্য শুনাই সহজে পাণ্ডৱৰ বিপক্ষে লোৱা কাৰ্য্যপন্থাৰ অনুমতি আদায় কৰে। বুঢ়া ৰজাই পুত্ৰ স্নেহত আৰু

পাণ্ডৱৰ ঈৰ্ষা ত বৰ পুতেক কথামতে চলি কুৰুকুল ধ্বংসৰ প্ৰত্যক্ষ নহলেও পৰোক্ষ ভাৱে দায়ী।

কুৰুকুল ধ্বংস হোৱাৰ পাছত যুধিষ্ঠিৰ ৰজা হৈ অন্ধৰজাক পত্নীসহ সকলো ৰাজকীয় সুবিধা দি ইন্দ্ৰপ্ৰস্থৰ ৰাজভৱনত আশ্ৰয় দিয়ে। কিন্তু তেওঁ বিলাস-ব্যসনৰ মাজত সুখেৰে থাকিব পাৰিলে জানো? গান্ধাৰীকে প্ৰমুখ্য কৰি কৌৰব বিধবা সকলৰ বিননিয়ে স্ত্ৰী-পৰ্ব শোকাকুল কৰি তুলিছে। পৰিত্যক্ত যুদ্ধ ক্ষেত্ৰলৈ গৈ গলিত মৃতদেহবোৰক আঁকোৱালি লৈ বিধবা নাৰীসকলে শোকৰ ৰাউচি টানিছে। গান্ধাৰীক লগত লৈ অন্ধৰজা ধৃতৰাষ্ট্ৰই পুত্ৰ সকলৰ মৃতদেহ বিচাৰি ফুৰা দৃশ্য সঁচাকৈয়ে বৰ কৰুণ। দীৰ্ঘ-দৰ্শিনী-ধৰ্মিষ্ঠা গান্ধাৰীয়ে পুতেক আৰু স্বামীক ধৰ্ম পথত থাকিবলৈ বাৰে বাৰে অনুৰোধ কৰিও বিফল হয়। শেষত দুৰ্যোধনক ত্যাগ কৰিবলৈকো উপদেশ দিয়ে।

"তস্মাদ্ অয়ংমদ্‌বচনাৎ ত্যজ্যতাং কুলপাংশনঃ।"

গান্ধাৰীৰ হিত কথায়ো ধৃতৰাষ্ট্ৰৰ মন ধৰ্মপথলৈ ঘূৰাই আনিব নোৱাৰিলে। পাশাখেলত হাৰি পাণ্ডৱ বনলৈ গল। এইবাৰ ধৃতৰাষ্ট্ৰৰ মনত পাণ্ডৱৰ প্ৰতি অনুকম্পা জন্মিল। তেওঁ পাণ্ডৱৰ কাৰণে শোক কৰিবলৈ ধৰে।

ৰাজা চ ধৃতৰাষ্ট্ৰস্ত পুত্ৰানামণয়ং তদা।
ধ্যায়ন্নু দ্বিগ্ন হৃদয়ো ন শান্তি মাধিজগ্মিবান॥

সভা ৭৯/৩৪

ৰজা ধৃতৰাষ্ট্ৰই পুত্ৰৰ দুৰ্নীতিৰ কথা চিন্তা কৰি উদ্বিগ্নচিত্তে অশান্তিৰ কাল কটাবলৈ ধৰে। বুঢ়া ৰজাৰ এই অশান্তি আৰু শোক সুবুদ্ধি জাত নহয়। ভীমসেন আৰু অৰ্জুনৰ হাতত পুত্ৰসকলৰ কি বিলাই হব সেই কথা চিন্তা কৰিহে অস্থিৰ মতি বৃদ্ধ ব্যাকুল হৈ পৰিছিল। বিদুৰৰ উপদেশ শুনিছিল যদিও সেইমতে কাম নকৰিছিল। এবাৰ বিদুৰৰ পাণ্ডৱ প্ৰশংসা শুনি পাণ্ডৱ-হিতৈষী বুলি ভাবি ৰাজসভাৰ পৰা বাহিৰ কৰি দিছিল। বিদুৰ গৈ কাম্যক বনত পাণ্ডৱসকলক, বিশেষকৈ যুধিষ্ঠিৰক দেখা কৰেগৈ। নিজৰ আচৰণত অনুতপ্তহৈ, বিশেষকৈ বিদুৰৰ পৰামৰ্শ পাই পাণ্ডৱ শক্তিশালী হব বুলি ধাৰণা কৰি সঞ্জয়ক পঠাই বিদুৰক ওভতাই আনে।

বিদুৰক মন্ত্ৰীৰূপে ৰখাত পাণ্ডৱৰ শক্তি বৃদ্ধি পাব বুলি ভাবি সঞ্জয়ক পঠাই বিদুৰক আঁতৰাই- আনিবৰ নিমিত্তে চেষ্টা কৰে। বিদুৰ উভতি আহে যদিও পাণ্ডৱৰ কল্যাণ কামনা কৰি থাকে।

পাণ্ডৱৰ বাৰবছৰ বনবাস আৰু এবছৰৰ অজ্ঞাতবাসৰ কালছোৱাত অশান্তিত ধৃতৰাষ্ট্ৰৰ ৰাতি টোপনি নাহিছিল। তেৰ বছৰ অতীত হোৱাত পাণ্ডৱ পক্ষই দ্ৰুপদ ৰজাৰ পুৰোহিতক দূতৰূপে সন্ধিৰ প্ৰস্তাৱ দাঙি ধৰিবলৈ কুৰু সভালৈ পঠায়। ধৃতৰাষ্ট্ৰই প্ৰমাদ গণে, পাণ্ডৱৰ বিক্ৰমৰ কথা শুনি তেওঁ চিন্তান্বিত হৈছিল।

মিঠা কথাৰে পাণ্ডৱক কিছুদিন ভুলাই ৰখাৰ উদ্দেশ্যে ধৃতৰাষ্ট্ৰই সঞ্জয়ক পাণ্ডৱৰ শিবিৰলৈ পঠায়। প্ৰত্যাৱৰ্তন কৰি সঞ্জয়ে ধৃতৰাষ্ট্ৰক পাশা খেলিবলৈ দিয়াৰ কাৰণে ভৰ্ৎসনা কৰে আৰু যুধিষ্ঠিৰৰ আধা ৰাজ্যৰ দাবী উত্থাপন কৰে। ধৃতৰাষ্ট্ৰৰ চিন্তাত ৰাতি টোপনি নহা হ'ল। বিদুৰক মাতি আনি সমস্ত ৰাতি নীতি কথা শুনিও শান্তি নাপালে। বিদুৰৰ কথা মতে ভগৱান সনৎ কুমাৰৰ (চাৰি সিদ্ধৰই অন্যতম) দীৰ্ঘ উপদেশ আৰু দাৰ্শনিক মতবাদ শুনিও মনস্থিৰ কৰিব নোৱাৰা হ'ল। তেওঁৰ ইচ্ছা আছিল যে পাণ্ডৱৰ পৰা অন্যায় ভাবে কাঢ়ি লোৱা অৰ্ধৰাজ্য দুৰ্যোধনৰ হাতত থাকক, কিন্তু যুদ্ধ নহওক। ভীষ্ম, দ্ৰোণ আৰু বিদুৰে দিয়া পৰামৰ্শ ভাল নাপালে অথচ ভীম-অৰ্জুনক তেওঁ অতিশয় ভয় কৰে। তেওঁ কৈছিল—

ভীম সেনাদ্ধি মে ভূয়ো ভয়ং সংজায়তে মহৎ
ক্ৰুদ্ধাদমৰ্ষণাত্তাত ব্যাঘ্ৰাদিৱ মহাৰুৰোঃ ॥

(ক্ৰুদ্ধ বাঘক হৰিণে যেনেকৈ ভয় কৰে, সেইদৰে ময়ো দুৰ্দ্ধৰ্ষ-ভীমক ভয় কৰোঁ।)

কুৰু পাণ্ডৱৰ যুদ্ধ হলে কৌৰৱৰ যে পৰাজয় হ'ব সেই বিষয়ে ধৃতৰাষ্ট্ৰ নিশ্চিত আছিল আৰু সেই কাৰণে বৃদ্ধৰজাই সঞ্জয়ক ভীতি বিহ্বল চিত্তে কৈছিল।

কিন্নু কুৰ্য্যাং কথং কুৰ্য্যাং ক্কনু গচ্ছামি সঞ্জয়।
এতে নশ্যন্তি কুৰৱো মন্দাঃ কালৱশং গতাঃ

(হে সঞ্জয়, মই ক'ত যাম কি উপায় কৰিম ? এই মন্দমতি কৌৰৱ কালগ্ৰস্ত হৈ বিনাশ প্ৰাপ্ত হব।)

সঞ্জয়ে ধৃতৰাষ্ট্ৰক অপ্ৰিয় সত্য কবলৈ সংকোচ নকৰিছিল। তেওঁ স্পষ্টবাদী আছিল। তেওঁ ৰজাৰ কটা ঘাত চেঙা তেল দি কৈছিল। "পাশাখেলৰ সময়ত ল'ৰাহতঁৰ বিজয়ৰ কথা শুনি আনন্দত উৎফুল্ল হৈ সৰু ল'ৰাৰ দৰে চিঞৰি উঠিছিল। আপোনাৰ লৰাই পাণ্ডৱক না-না প্ৰকাৰে অপমান কৰোঁতে আপুনি সেইবোৰ উপেক্ষাহে কৰিছিল। আপোনাৰ দুৰ্নীতিৰ কাৰণেই ঘটনা ইমানদূৰ আগবাঢ়িব পাৰিছে। এতিয়াও সময় আছে পুত্ৰ সকলক সংযত কৰক।"

দুৰ্যোধনৰ অহংকাৰ আৰু যুদ্ধ বিজয় মিথ্যা আশ্বাসত বৃদ্ধ-অন্ধ ধৃতৰাষ্ট্ৰ পতিয়ন গৈছিল যদিও ভীমাৰ্জুনৰ সাহস-বিক্ৰমৰ কথা শুনি চিন্তিতো হৈছিল। সঞ্জয়ক আহ্বান কৰি দুয়োপক্ষৰ বলাবলৰ কথা সোধে। এই অস্থিৰ চিত্ততাই পাঠকৰ সহানুভূতি লাভ কৰে। যেতিয়া তেওঁ ভাবে যে ভীমাৰ্জুনে শতভাই কৌৰৱক বধ কৰিবলৈ সক্ষম হব তেতিয়া দুৰ্যোধনক যুদ্ধ নকৰিবলৈ উপদেশ দিয়ে আৰু যেতিয়া দুৰ্যোধনৰ আস্ফালনে তেওঁক বিজয়ৰ আশা দাঙি ধৰে তেতিয়া তেওঁ দুৰ্যোধনৰ কথা মতে চলে। সঞ্জয় আৰু বিদুৰৰ উপদেশ মানি লব নোখোজে।

পাণ্ডৱৰ দূতৰূপে সন্ধিৰ প্ৰস্তাৱ লৈ কৃষ্ণ কৌৰৱৰ সভাত উপস্থিত হয়। তেওঁৰ যুক্তিসঙ্গত কথা শুনি সভাস্থ ভীষ্ম, দ্ৰোণ আদিয়ে শান্তিৰ প্ৰস্তাৱ মানি লয়। কিন্তু দুৰ্যোধনে এচিকতা মাটিও বিনাযুদ্ধে নিদিয়ে বুলি কয়। কৃষ্ণই যুদ্ধৰ

পৰিণামৰ কথাকৈ ধৃতৰাষ্ট্ৰক বুজাবলৈ চেষ্টা কৰে। দুৰ্যোধনক ৰাজ্যচ্যুত কৰি অথবা বন্দী কৰি পাণ্ডৱৰ লগত সন্ধি স্থাপনৰ পৰামৰ্শ আগবঢ়ায়। দুষ্ট বুদ্ধি ধৃতৰাষ্ট্ৰই অসহায় বোধ কৰি কয় ঃ

ত্বংহোবাত্র ভৃশং গাৰ্হ্যো ধৃতৰাষ্ট্ৰ সুতপ্রিয়ঃ।
যো জানন্ পাপতামস্য তৎ প্রজ্ঞা মনুৱৰ্তসে ॥

উদ্যোগ পৰ্ব ১২৯/১১

( হে ৰাজন, তুমিয়েই অধিক গৰিহণাৰ যোগ্য। জানি শুনি তুমি পুত্ৰৰ পাপ চক্ৰান্ত অনুবৰ্তন কৰিছো )।

শান্তিৰ চেষ্টা বিফল হ'ল। কৃষ্ণই কুৰুসভাৰ পৰা বিদায় ললে। ওলাই অহাৰ আগতে দুৰ্যোধন, কৰ্ণ আৰু শকুনিয়ে তেওঁক বন্দী কৰিবলৈ কৰা অপচেষ্টা ব্যৰ্থ কৰি সকলোকে মোহগ্ৰস্ত অৱস্থাত পেলাই সভাগৃহ ত্যাগ কৰে। ধৃতৰাষ্ট্ৰই আত্মদোষ ক্ষালণৰ উদ্দেশ্যে কৃষ্ণক কয় "পুত্ৰৰ ওপৰত মোৰ কিমান প্ৰভাৱ আপুনি নিজ চকুৰে দেখিলে। মই শান্তিৰ কাৰণে যথাসাধ্য চেষ্টা কৰিছো। অবাধ্য পুত্ৰই মোৰ কথা নুশুনিলে মই কি কৰিব পাৰো ?"

কৃষ্ণ যে কিমান চতুৰ, দূৰদৰ্শী আৰু অন্তদৰ্শী, বৃদ্ধ অন্ধ ৰজাই বুজি নাপালে, এই কাৰণেই আত্মদোষ ক্ষালনৰ বৃথা চেষ্টা কৰিছিল। ধৃতৰাষ্ট্ৰ যে বৰ বুদ্ধিমান আৰু চতুৰ আছিল তেনে নহয়। তেওঁৰ কুটবুদ্ধি আৰু চক্ৰান্ত সকলোৱে বুজি পাইছিল।

যুদ্ধৰ উদ্যোগ পূৰাদমে চলিছে। কুৰুক্ষেত্ৰত দুয়োপক্ষৰ সৈন্য সমাবেশ ঘটিছে। পাণ্ডৱৰ সাত অক্ষৌহিণী আৰু কৌৰৱৰ এঘাৰ অক্ষৌহিণী সেনা মুখা-মুখী হৈ আছে। এনে সময়ত শেষবাৰ শান্তি প্ৰতিষ্ঠাৰ চেষ্টা চলাবলৈ স্বয়ং ব্যাস ধৃতৰাষ্ট্ৰৰ সমীপত উপস্থিত হয়। তেওঁ অন্ধৰাজক অনুৰোধ কৰে যুদ্ধ বন্ধ কৰিবলৈ। "ধৰ্মাংদেশয় পন্থামং সমৰ্থোহ্যসি বাৰণে" বুলি ধৃতৰাষ্ট্ৰক অনুৰোধ কৰে। হে মহাৰাজ, তুমি যুদ্ধ নিবাৰণ কৰিবলৈ সমৰ্থ। পুত্ৰ সকলক ধৰ্ম পথ দেখুৱাই দিয়া।"

ব্যাসদেৱ ধৃতৰাষ্ট্ৰৰ পিতা। তেওঁক ধৃতৰাষ্ট্ৰই কপটতা ত্যাগ কৰি সৰলভাৱে নিজৰ স্বাৰ্থপৰতা স্বীকাৰ কৰি কলে, "স্বাৰ্থে হি সংমুহ্যন্তি তাত লোকঃ।" সকলো লোকেই স্বাৰ্থৰ বশীভূত। তেতিয়া ব্যাসদেৱে পুনৰ কলে, "যুদ্ধত তোমাৰ পক্ষৰ যি জয় হব তাৰ নিশ্চয়তা কি ? জয় হলেও যথেষ্ট ক্ষতি সাধন হব ; সেই প্ৰকাৰে জয় পৰাজয়ৰ তুল্য।"

কিন্তু যুক্তি উপদেশ একোৱেই কাম নিদিলে। ধৃতৰাষ্ট্ৰই দুৰ্যোধনক সমৰ্থন কৰি থাকিল। ব্যাসে সঞ্জয়ক দিব্যচক্ষু দান কৰিলে যাতে কুৰুৰাজ সভাত থাকিয়ে যুদ্ধত কি ঘটিছে দেখি থাকিব পাৰে আৰু অন্ধ ধৃতৰাষ্ট্ৰক যুদ্ধৰ বিবৰণ শুনাই থাকিব পাৰে। যুদ্ধ আৰম্ভ হল। সঞ্জয়ে ধৃতৰাষ্ট্ৰক পুনঃ পুনঃ স্বপক্ষৰ পৰাজয়

আৰু কৌৰৱ বীৰ সকলৰ মৃত্যুৰ খবৰ দি থাকে। পাণ্ডবৰ বিজয়ত ৰজাৰ মন মৰি গ'ল। সঞ্জয়ে সুবিধা বুজি কলে, "শৃণু ৰাজন স্থিৰো ভূত্বা তবৈবাপনয়ঃ মহান" ; ( হে মহাৰাজ, তোমাৰ দুৰ্নীতিৰ ফল শ্ৰৱন কৰা। সঞ্জয়ে স্পষ্ট ভাষাত বৃদ্ধ ৰজাক ভৎ'সনা কৰি দুষ্কৃতিৰ ফল বৰ্ণনা কৰোতে তেওঁ কান্দি কান্দি কৈছিল ঃ

কেন বধ্যা মহাত্মানঃ পাণ্ডোঃ পুত্ৰা মহাবলাঃ।
কেন দত্ত বৰস্তাত কিংবা জ্ঞানং বিদন্তিমে ॥

"মহাত্মা, মহাবলী পাণ্ডব সকল কি কাৰণে অবধ্য, তেওঁলোকক কোনে বৰ দিলে ? তেওঁলোকে কি বিদ্যা জানে ? সঞ্জয়, তুমি মোক কব পাৰানে ?"

ইয়াৰ পাছত তেওঁ বাৰে বাৰে মূৰ্চ্ছা গৈছে, বিলাপ কৰিছে আৰু নিজৰ দোষতে কুলক্ষয় হৈছে তাৰ কাৰণে অনুতপ্ত হৈছে আৰু নিজৰ দুষ্কৰ্মৰ কথা প্ৰকাশ কৰিছে। ধৃতৰাষ্ট্ৰই একশত পুত্ৰ, বন্ধু-বান্ধৱ সকলোকে হেৰুৱালে, তথাপি পাণ্ডৱ বিদ্বেষ নকমিল, তেওঁক সান্ত্বনা দিবলৈ ব্যাস, শ্ৰীকৃষ্ণ বিদুৰ আদিয়ে যথেষ্ট চেষ্টা কৰে। তেওঁলোকৰ উপদেশত তেওঁ কিছু প্ৰকৃতিস্থ হলেও পাণ্ডৱ-বিদ্বেষ কথা নাছিল। যুদ্ধৰ পাছত যুধিষ্ঠিৰে তেওঁক সেৱা কৰিবলৈ যাওঁতে ভীমক তেওঁ মৰম কৰিবলৈ ইচ্ছা প্ৰকাশ কৰে। শ্ৰীকৃষ্ণই তেওঁৰ অভিপ্ৰায় বুজি এটা লোহময় ভীম আগবঢ়াই দিয়ে। বুঢ়াই আকোঁৱালি লোৱাৰ চলেৰে লোহ ভীমক টিপি চূৰ্ণাকৃত কৰে। তাৰ পাছত শোকত বিহ্বল হৈ ৰক্তদমন কৰিবলৈ ধৰে। কামটো ভাল নহল বুলি ভাবি ভীমক হত্যা কৰা হেন ভাবি কান্দিবলৈ ধৰে। কৃষ্ণই তেওঁক সান্ত্বনা দি প্ৰকৃত অবস্থাটো বুজাই দিয়ে। লগতে মৃদু সুৰত কিছু তিৰস্কাৰো কৰে।

"আত্মা পৰাধাদাপন্নস্তৎ কিং জিঘাংসসি।"

যুদ্ধৰ পাছত যুধিষ্ঠিৰ সিংহাসনত উঠি ধৃতৰাষ্ট্ৰ আৰু গান্ধাৰীক অতি শ্ৰদ্ধা-ভক্তিৰে ৰাজভৱনত সকলো সুবিধা দি আশ্ৰয় দান কৰে। যুধিষ্ঠিৰৰ ব্যৱহাৰত তেওঁলোকে কোনো ত্ৰুটি দেখা নাপালে যদিও কৃতকৰ্মৰ মানসিক অশান্তিত কাল কটাবলৈ ধৰে। ধৃতৰাষ্ট্ৰই এই প্ৰসঙ্গত কোৱা কথাষাৰো প্ৰনিধানযোগ্য।

অশ্ৰুত্বাহিত কামস্য বিদুৰস্য মহাত্মনঃ।
বাক্যানি সুমহাৰ্থানি পৰিতপ্যামি দুৰ্মতিঃ ॥

( বিদুৰৰ হিত বচন নুশুনি মই এতিয়া পৰিতাপ কৰিছো )

যুধিষ্ঠিৰে আশ্ৰয় দিলেও ভীমে বুঢ়াৰ পূৰ্ব ব্যৱহাৰ পাহৰিব পৰা নাছিল। তেওঁ মাজে সময়ে বৰ পিতাকক দুই এষাৰ টান কথা শুনাইছিল। গান্ধাৰীয়েও ভীমৰ দুবাক্য শুনিব লগা হৈছিল। ভীমে শত ভাই কৌৰৱক বধ কৰা বুলি ধৃতৰাষ্ট্ৰ আৰু গান্ধাৰীৰ আগত আত্মশ্লাঘা কৰিছিল। এইটো ভীমৰ সদ্ব্যৱহাৰৰ মানেকি নহয়। তথাপিও পোন্ধৰ বছৰ কাল যুধিষ্ঠিৰৰ সেৱা শুশ্ৰূষা লাভ কৰি

ধৃতৰাষ্ট্ৰ ক্ৰমে সংসাৰৰ প্ৰতি বিতস্পৃহ হ'ল। তেওঁ আৰু গান্ধাৰীয়ে সংসাৰ ত্যাগ কৰিবলৈ মনস্থ কৰিলে।

ততঃ পঞ্চদশে বৰ্ষে সমতীতে নৰাধীপঃ।
ৰাজা নিৰ্বেদমাপদে ভীম বাগ্‌বাণপীড়িতঃ॥

( তাৰপাছত পোন্ধৰ বছৰ অতীত হল ৰজাৰ মনত নিৰ্বেদ ভাৱ জাগি উঠিল ভীমৰ ৰাক্যবাণৰ দ্বাৰা পীড়িত হৈ )। সেই হেতুকে তেওঁ সুহৃদবৰ্গক মাতি আনি বাষ্পৰুদ্ধ কণ্ঠে কলে।

বিদিতং ভৱতামেতদ্‌ যথাবৃত্তঃ কুৰুক্ষয়ঃ।
মমাপৰাধাত্তৎ সৰ্বমনুজ্ঞাতঞ্চ কৌৰৱৈঃ॥ আশ্ৰমিক ৩।১৭

কুৰুবংশ যিদৰে ক্ষয়প্ৰাপ্ত হ'ল আপোনালোকে ভাল দৰে জানে মোৰ অপৰাধৰ কাৰণেই সকবোৰ ঘটিছে মোৰ দোষতে কৌৰৱ বিলাকে দুষ্কাৰ্য্যত লিপ্ত হৈছিল। মই অতিশয় মন্দমতি আৰু পুত্ৰস্নেহাতুৰ। দুষ্টবুদ্ধি দুৰ্যোধনক ময়ে কৌৰৱ সকলৰ অধিপতি কৰিছিলো। ভীষ্ম, দ্ৰোণ আৰু বিদুৰৰ হিত বচন উপেক্ষা কৰি পাণ্ডৱসকলক তেওঁলোকৰ পৈত্ৰিক ৰাজ্যৰ পৰা বঞ্চিত কৰিছিলো। এইবোৰ দুষ্কাৰ্য্যৰ কথা ভাবি এতিয়া অনুতাপ অনলত দগ্ধ হৈছো। মই এতিয়া সেই পাপৰ প্ৰায়শ্চিত্ত কৰিবলৈ কঠোৰ ব্ৰত অৱলম্বন কৰিছো। এই কথা গান্ধাৰীয়ে জানে। “ধৃতৰাষ্ট্ৰৰ কৰুণ কথা শুনি যুধিষ্ঠিৰ বিচলিত হ'ল। তেওঁ নিজকে ধিক্কাৰ দিবলৈ ধৰে আৰু ৰাজ্যপৰিত্যাগৰ ইচ্ছা প্ৰকাশ কৰে। ধৃতৰাষ্ট্ৰই তেওঁক প্ৰবোধ দি নিজৰ সংকল্প জনালে।

তাপস্যে মে মনস্তাত বৰ্ত্ততে কুৰুনন্দন।
উচিতঞ্চ কুলে হস্মাকমৰন্য গমনং প্ৰভো॥
চিৰমধ্যুষিতঃ পুত্ৰ, চিৰং শুশ্ৰূষিতস্ত্বয়া।
বৃদ্ধং স্মাং আপি অনুজ্ঞাতুমৰ্হসি ত্বং নৰাধিপ॥

( বৎস, মোৰ মন তপস্যাৰ প্ৰতি ব্যগ্ৰ হৈছে। বুঢ়া কালত সংসাৰ ত্যাগ কৰি অৰণ্যবাসী হোৱা আমাৰ বংশৰ ধৰ্ম। বাচা, বহুদিন ধৰি তোমাৰ সেৱা শুশ্ৰূষা লাভ কৰি তোমাৰ লগত থাকিলো। এতিয়া মোক অৰণ্যবাসী হবলৈ অনুমোদন কৰা )। ধৃতৰাষ্ট্ৰৰ দেহত আগৰ বল নায়। তেওঁ বেছি কথা কব নোৱাৰিলে। গান্ধাৰীৰ হাতত ধৰি মুৰ্চ্ছিতৰ দৰে বহি ৰ'ল। যুধিষ্ঠিৰৰ শুশ্ৰূষাত সাংজ্ঞা লাভ কৰি যুধিষ্ঠিৰক সস্নেহে আশীৰ্বাদ কৰিলে। যুধিষ্ঠিৰে তেওঁৰ অৰণ্য যাত্ৰা অনুমোদন নকৰিলে তেওঁ আহাৰ নকৰে বুলি সংকল্পও জনালে। সেই সময়তে ব্যাসদেৱ তাত উপস্থিত হৈ যুধিষ্ঠিৰক সংকল্পত বাধা নিদিবলৈ অনুৰোধ কৰে। যুধিষ্ঠিৰে বেজাৰ মনে বৰ পিতাকক অৰণ্যবাসী হবলৈ অনুমোদন জনাই বিদায় দিয়ে। যোৱাৰ আগতে তেওঁ যুধিষ্ঠিৰক ৰাজ ধৰ্ম ৰাজনীতি সম্পৰ্কে বহুতো মূল্যবান উপদেশ দি যায়।

তাৰ পাছত ধৃতৰাষ্ট্ৰই প্ৰজাবিলাকক সম্বোধন কৰি নিজৰ আৰু পুত্ৰৰ দোষ-ত্ৰুটিৰ বাবে ক্ষমা প্ৰাৰ্থনা কৰি কয় ঃ

বৃদ্ধোঽয়ং হতপুত্ৰোঽয়ং দুঃখিতোঽয়ং নৰাধিপঃ
পূৰ্বৰাজাঞ্চ পুত্ৰোঽয়মিতি কৃত্বানুজানথ ॥
ইয়ং চ কৃপণা বৃদ্ধা হত পুত্ৰা তপস্বিনী।
গান্ধাৰী পুত্ৰশোকাৰ্ত্তা যুষ্মান যাচতি বৈ ময়া ॥

( এই ব্যক্তি বৃদ্ধ, হতপুত্ৰ, দুঃখিত আৰু ৰাজবংশৰ সন্তান এই কথা মনত ৰাখি তোমালোকে মোক বনগমনৰ অনুমতি দিয়া। এই গৰাকী দুঃখিতা, বৃদ্ধা, হতপুত্ৰা তপস্বিনী গান্ধাৰী, তেওঁ পুত্ৰ শোকাৰ্ত্তা জননী। তোমালোকে বনগমনলৈ আমাক অনুমতি দিয়া )

ধৃতৰাষ্ট্ৰ আৰু গান্ধাৰীৰ কৰুণ বিদায় প্ৰাৰ্থনা শুনি সকলোৰে চকু সিক্ত হ'ল। প্ৰজাবিলাকে কান্দিবলৈ ধৰে ( ৰুৰুদঃ শোক-সংতপ্তা মুহূৰ্ত্তং পিতৃমাতৃবৎ ) পিতৃ-মাতৃৰ বিয়োগত সন্তানে যেনেকৈ কান্দে ধৃতৰাষ্ট্ৰ-গান্ধাৰীৰ বিদায় কালত প্ৰজা-বিলাকেও তেনেকৈ কান্দিবলৈ ধৰে। প্ৰজাসকলৰ মুখপাত্ৰ স্বৰূপ এজন ব্ৰাহ্মণে ধৃতৰাষ্ট্ৰ আৰু দুৰ্যোধনৰ ৰাজ্য শাসনৰ সুখ্যাতি কৰি ধৃতৰাষ্ট্ৰক আশ্বস্ত কৰে। তাৰ পাছত যুধিষ্ঠিৰৰ পৰা অনেক ধন লাভ কৰি সুহৃদ-মিত্ৰ, পুত্ৰ-পৌত্ৰাদি, আৰু গান্ধাৰীসহ নিজৰ ঔৰ্দ্ধদৈহিক ক্ৰিয়া সম্পন্ন কৰে।

এৱং স পুত্ৰপৌত্ৰানাং পিতৃনামাত্মনঃ তথা।
গান্ধাৰ্য্যাশ্চ মহাৰাজ প্ৰদদাবৌধৱ দেহিকম্ ॥

কাৰ্ত্তিকী পূৰ্ণিমা তিথিত বেদজ্ঞ ব্ৰাহ্মণৰ দ্বাৰা যজ্ঞ কৰাই বাকলি আৰু অজীণ বসন পিন্ধি ধৃতৰাষ্ট্ৰই অৰণ্য যাত্ৰা কৰিলে। কুন্তী আৰু গান্ধাৰীক লগতে লৈ গ'ল। বিদুৰ আৰু সঞ্জয়েও প্ৰব্ৰজ্যা গ্ৰহণ কৰি যাত্ৰা কৰে। হস্তিনাপুৰীৰ সিংহদ্বাৰ অতিক্ৰম কৰি নগৰৰ বাহিৰ হ'ল।

প্ৰথম ৰাতি তেওঁলোকে গঙ্গাৰ পাৰত কুশশৰ্য্যা পাতি শয়ন কৰি দ্বিতীয় দিনত ৰাজৰ্ষি শতযূপৰ আশ্ৰমত কিছুদিন বাস কৰে। ইয়াতে যুধিষ্ঠিৰে তেওঁলোকক দেখা কৰিবলৈ আহে। ধৃতৰাষ্ট্ৰ আৰু বিদুৰ আদিৰ কৃচ্ছ্ৰসাধ্য ব্ৰত যাপন কৰা দেখি অভিভূত হয়। যুধিষ্ঠিৰৰ উপস্থিতিতে বিদুৰে দেহত্যাগ কৰে। এদিন ব্যাসদেৱ ধৃতৰাষ্ট্ৰক দেখা কৰিবলৈ আহে। তেওঁ আহিছিল ধৃতৰাষ্ট্ৰই তপস্যাৰ দ্বাৰা কিমান দূৰ চিত্ত শুদ্ধি হৈছে আৰু কিমান পুত্ৰশোক পাহৰিব পাৰিছে তাক জানিবলৈ ধৃতৰাষ্ট্ৰই ব্যাসক কলে—

দূয়তে মে মনো নিত্যং স্মৰতঃ পুত্ৰগৃদ্ধিনঃ।
অপাপাঃ পাণ্ডৱাঃ যেন নিকৃতাঃ পাপবুদ্ধিনা ॥

( ভগৱান মোৰ মনত শান্তি নাই। মই পাপ বুদ্ধিয়ে পুত্ৰস্নেহত ব্যাকুল হৈ অপাপা পাণ্ডৱক অযথা কষ্ট দিলোঁ। মোৰে দুৰ্বুদ্ধিৰ কাৰণে ভীষণ সৈন্য ক্ষয়

হয়। যিসকলে যুদ্ধত প্ৰাণ হেৰুৱাইছিল পৰলোকত তেওঁলোকৰ কি গতি হৈছে তাক চাবৰ কাৰণে মোৰ মন ব্যাকুল হৈছে। মোৰ পাপ কৰ্মৰ স্মৰণ কৰি মই দিনে নিশা দগ্ধ হৈছে। হে পিতা, শোক দুখত আকুলহৈ মই কোনো প্ৰকাৰে শান্তি পোৱা নাই।)

গান্ধাৰীয়েও মুনিক ধৃতৰাষ্ট্ৰৰ অৱস্থা বৰ্ণনা কৰি কলে—

"পুত্ৰশোক সমাবিষ্টো নিঃশ্বসন হ্যেষ ভূমিপঃ।
ন শেতে বসতীঃ সৰ্বাং ধৃতৰাষ্ট্ৰো মহামুনে ॥ আশ্ৰমিক ২৯।৩৯

(হে মহামুনি ৰাজা ধৃতৰাষ্ট্ৰই পুত্ৰশোকত কাতৰ হৈ দীৰ্ঘনিশ্বাস ত্যাগ কৰি কাল কটাইছে। তেওঁৰ টোপনি নাই। ষোল বছৰ অতীত হ'ল, তথাপিও পুত্ৰশোকৰ তীব্ৰতা কমা নাই।

সকলোৱে মনোভাৱ বুজিব পাৰি ব্যাসদেৱে তেওঁৰ অলৌকিক প্ৰভাৱেৰে এৰাতিৰ কাৰণে ধৃতৰাষ্ট্ৰক দিব্যচক্ষু দান কৰে আৰু মৃত বীৰ সকলক দৃষ্টি গোচৰ কৰে। ধৃতৰাষ্ট্ৰ, গান্ধাৰী, কুন্তী আদি সকলোৱে মৃত সকলক দেখা পাই শোকমুক্ত হ'ল।

ধৃতৰাষ্ট্ৰেস্তু গন্ সৰ্বান্ পশ্যন্ দিব্যেন চক্ষুষা।
মুমুদে ভাৰত শ্ৰেষ্ঠ প্ৰসদ্যোৎ তস্য বৈ মুনেঃ ॥

এমাহৰ অধিক দিন যুধিষ্ঠিৰে আশ্ৰমত কটাই ধৃতৰাষ্ট্ৰ, গান্ধাৰী, কুন্তীৰ সস্নেহ অনুৰোধত যুধিষ্ঠিৰে হস্তিনানগৰলৈ প্ৰত্যাবৰ্ত্তন কৰে।

যুধিষ্ঠিৰৰ প্ৰত্যাবৰ্ত্তনৰ দুবছৰ হ'ল। এদিন তীৰ্থ পৰ্যটন কৰি দেৱৰ্ষি নাৰদ আহি হস্তিনাপুৰত উপস্থিত হ'ল। যুধিষ্ঠিৰে তেওঁ বহু ঠাই ভ্ৰমণ কৰি অহা জানি ধৃতৰাষ্ট্ৰ, গান্ধাৰী আদিৰ সংবাদ সুধিলে। দেৱৰ্ষিয়ে কলে যে যুধিষ্ঠিৰৰ প্ৰত্যাবৰ্ত্তনৰ পাছত ধৃতৰাষ্ট্ৰ, গান্ধাৰী, কুন্তী আৰু সঞ্জয় মহৰ্ষি শতমুপৰ আশ্ৰম ত্যাগ কৰি হৰিদ্বাৰলৈ যায়। সেই ঠাইত এক গভীৰ অৰণ্যত বাস কৰি কঠোৰ তপস্যাত নিমগ্ন হয়। এদিন হঠাতে বনাগ্নি জ্বলি উঠে। ধৃতৰাষ্ট্ৰই সঞ্জয়ক দূৰলৈ যাবলৈ নিৰ্দেশ দি সেই অগ্নিত প্ৰাণাহুতি দিয়ে যোগালম্বন কৰি। কুন্তী আৰু গান্ধাৰীয়েও ধৃতৰাষ্ট্ৰক অনুগমন কৰে। তাপস পুত্ৰ ধৃতৰাষ্ট্ৰ, সতী কুন্তী আৰু গান্ধাৰীৰ দেহ দাবাগ্নিয়ে ভস্মসাৎ কৰে। সঞ্জয়ে দাবাগ্নিৰ পৰা ৰক্ষা পাই গঙ্গাতীৰত তপস্বীসকলৰ আগত এই কথা ব্যক্ত কৰোঁতে মই শুনিবলৈ পাইছিলো। সঞ্জয়ে পাছত গঙ্গাদ্বাৰ এৰি হিমালয়লৈ প্ৰস্থান কৰে। মই ধৃতৰাষ্ট্ৰ, গান্ধাৰী আৰু কুন্তীৰ ভস্মীভূত দেহ দেখা পাইছিলো।"

জীৱনত সিহঁতে নকৰক ধৃতৰাষ্ট্ৰই বৃদ্ধ অৱস্থাত পাপৰ প্ৰায়শ্চিত্ত কৰি যোগীৰ দৰে মৃত্যু বৰণ কৰি ব্যাসৰ উপযুক্ত পুত্ৰৰূপে চিনাকি দি গ'ল। ন্যায়পৰায়ণ ৰজাৰূপে তেওঁৰ খ্যাতি আছিল। তপস্যাৰ দ্বাৰা অজ্ঞান আৰু পাপ ভস্ম কৰি শেষত পৰমপদ লাভ কৰে। তথাপি জন মানসত তেওঁৰ কুট ব্যৱহাৰৰ অখ্যাতি ৰৈ গ'ল।

ধতৰাষ্ট্ৰ ৰজাৰ মই নুবুজিলো চিত,
বাহিৰে লট্‌পট্‌ ভিতৰি কপট।

**পাণ্ডু ঃ**

কুৰুপতি সান্তনুৰ তিনিজন পুত্ৰ, ভীষ্ম, চিত্ৰাঙ্গদ, আৰু বিচিত্ৰবীৰ্য্য। প্ৰথমা পত্নী অম্বিকাৰ পুত্ৰ ধৃতৰাষ্ট্ৰ, তেওঁ জন্মান্ধ। অম্বালিকাৰ পুত্ৰ আছিল পাণ্ডু ঋষিৰ শাপত তেওঁ পত্নীগমন কৰিব নোৱাৰিছিল। মৃগয়া কৰিব গৈ এটা হৰিণে-হৰিণীক ৰমণ কৰি থকা অৱস্থাত শৰ মাৰি হত্যা কৰাত ছদ্মবেশী ঋষিয়ে তেওঁক অভিশাপ দিয়ে, "মোক যেনেকৈ ৰমণ কৰি থকা অৱস্থাত হত্যা কৰিলি, পত্নীগমন কৰিলে তোৰো মৃত্যু হ'ব। ইয়াৰ অন্যথা কেতিয়াও নহয়।" পাণ্ডুৰ দুগৰাকী পত্নী আছিল। কুন্তীভোজ ৰজাৰ কন্যা কুন্তী বা পৃথা আৰু মদ্ৰৰাজ শৈল্যৰ ভগ্নী মাদ্ৰী। মাদ্ৰী কুন্তীতকৈ বয়সত সৰু, পাণ্ডুৰ মৃত্যুৰ সময়ত ভৰযৌৱনা, অতিশয় ৰূপৱতী। ভীষ্মই সান্তনুৰ কাৰণে মদ্ৰৰাজৰ তিনিজনী কন্যাক স্বয়ম্বৰ সভাৰ পৰা, ৰজা সকলক যুদ্ধত পৰাজয় কৰি হৰণ কৰি আনে। তেওঁ লোকৰ নাম আছিল অম্বা, অম্বিকা, আৰু অম্বালিকা। হস্তিনাপুৰত অম্বাই ভীষ্মক কলে যে তেওঁ ( অম্বা ) চেদীৰাজ্যৰ ৰজা শাল্বৰ প্ৰতি অনুৰক্তা আৰু বাগদত্তা, গতিকে তেওঁ শান্তনুক পতিৰূপে গ্ৰহণ কৰিব নোৱাৰে। অম্বাৰ কথা শুনি ভীষ্মই লগত ৰক্ষক দি অম্বাক চেদীৰাজৰ ওচৰলৈ পঠাই দিয়ে। কিন্তু চেদীৰাজে পৰপুৰুষে তেওঁক হৰণ কৰি নিয়া কাৰণে গ্ৰহণ নকৰিলে। অম্বাই ভীষ্মক তেওঁৰ দুৰ্ভাগ্যৰ কাৰণে জগৰীয়া বুলি ভাবি পোতক তুলিবৰ উদ্দেশ্যে ভীষণ তপস্যা কৰি পুনৰ জন্মত প্ৰতিশোধ লবলৈ শিখণ্ডীৰূপে জন্ম গ্ৰহণ কৰে। অম্বিকাই ধৃতৰাষ্ট্ৰক আৰু অম্বালিকাই পাণ্ডুক জন্ম দিয়ে। ধৃতৰাষ্ট্ৰ জন্মান্ধ হোৱাৰ কাৰণে পাণ্ডুক ৰজা পাতে। পাণ্ডু বৰ বিক্ৰমশীল আছিল আৰু দিগ্বীজয় কৰি কুৰুৰাজ্যক ভাৰতৰ শ্ৰেষ্ঠ ৰাজ্য ৰূপে প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হয়। কিন্তু ওপৰত উল্লেখ কৰা ঋষিৰ শাপত অপুত্ৰক হোৱাৰ উপক্ৰম হোৱাত কুন্তীয়ে তেওঁক দুৰ্ব্বাশা ঋষিয়ে দিয়া বৰৰ কথা কয়। ঋষিৰ অভিশাপত পাণ্ডুৱে ধৃতৰাষ্ট্ৰক ৰাজ্য গটাই দি পত্নীসহ অৰণ্যবাসী হয়। কুন্তীক বৰৰ কথা সোঁৱৰাই দিপুত্ৰলাভৰ বাঞ্ছা প্ৰকাশ কৰাত কুন্তীয়ে দুৰ্ব্বাশাই দিয়া মন্ত্ৰ মাতি ক্ৰমে ধৰ্মৰাজ যম, বায়ু দেৱতা আৰু দেৱৰাজ ইন্দ্ৰক আহ্বান কৰি যুধিষ্ঠিৰ, ভীম আৰু অৰ্জুনক জন্ম দিয়ে। পুত্ৰহীনা মাদ্ৰীক মন্ত্ৰটো শিকাই দিবলৈ কোৱাত কুন্তীয়ে সপত্নীবিদ্বেষবশতঃ মাত্ৰ এবাৰ শিকাই দিবলৈ মান্তি হয়। চতুৰা মাদ্ৰীয়ে এবাৰতে অশ্বিনীকুমাৰদ্বয়ক আহ্বান কৰি যমজ পুত্ৰদ্বয় নকুল আৰু সহদেৱক লাভ কৰে। নকুল আৰু সহদেৱ দুয়োজন দেখিবলৈ ধুনীয়া আছিল। সহদেৱ কালক্ৰমত বিদগ্ধ পণ্ডিত হ'ব পাৰিছিল।

অৰণ্যবাসী পাণ্ডুৱে ল'ৰা কেইটাক উপযুক্ত শিক্ষা দিবলৈ যত্ন কৰিছিল। কিন্তু ল'ৰাকেইটা সৰু হৈ থাকোঁতেই পাণ্ডুৱে মাদ্ৰীৰ বাধা সত্ত্বেও কামপৰবশ হৈ মাদ্ৰীক ৰমণ কৰিবলৈ চেষ্টা কৰোঁতে ঋষিৰ শাপত অচেতন হৈ শেষত মৃত্যুৰ মুখত পৰে। মাদ্ৰী পতিৰ চিতাত সহগমন কৰে।

এনে অৱস্থাত আশ্ৰমৰ ঋষিসকলে ল'ৰাকেইটাৰে সৈতে কুন্তীক হস্তিনাপুৰলৈ পঠাই দিয়াই যুক্তিসঙ্গত বুলি ভাবি তেওঁলোকক কেইজনমান ঋষিসহ ৰাজপুৰীলৈ পঠাই দিয়ে। ভীষ্মই কুন্তীক সাদৰি লয় আৰু ধৃতৰাষ্ট্ৰৰ পুত্ৰসকলৰ লগতে শিক্ষা-দীক্ষাৰ ব্যৱস্থা কৰে। ৰাজপুৰীত ভীষ্মই ধৃতৰাষ্ট্ৰক ৰজা পাতে আৰু কৌৰৱ সকলৰ শিক্ষাৰ নিমিত্তে প্ৰথমতে কৃপাচাৰ্য্যক আৰু পাছত দ্ৰোণাচাৰ্য্যক শাস্ত্ৰ আৰু ৰণবিদ্যা শিকাবৰ কাৰণে গুৰু নিযুক্ত কৰে। মৃত পাণ্ডু আৰু মাদ্ৰীৰ ঔৰ্দ্ধদৈহিক শাস্ত্ৰানুমোদিত ক্ৰিয়াসমূহ সম্পন্ন কৰে।

পাণ্ডুৱে ভীষ্মক নিজ পিতাৰ দৰে শ্ৰদ্ধা আৰু সন্মান কৰিছিল আৰু ককায়েক ধৃতৰাষ্ট্ৰকো ৰাজ্যশাসনৰ সকলো বিষয়ে বিশ্বাসত লৈছিল। অৱশ্যে ৰাজনীতিৰ ক্ষেত্ৰত বিদুৰৰ পৰামৰ্শ সততে গ্ৰহণ কৰিছিল। প্ৰজাবোৰ তেওঁৰ অনুৰক্ত আছিল। যুধিষ্ঠিৰে বাপেকৰ প্ৰজানুৰঞ্জন গুণ বহুখিনি লাভ কৰিছিল।

## বিদুৰ ঃ

মহাভাৰতৰ যি কেইটা চৰিত্ৰ ব্যাসদেৱে বিশিষ্ট চৰিত্ৰ বুলি উল্লেখ কৰিছে, সেই কেইজনৰ ভিতৰত বিদুৰো অন্যতম।

বিস্তৰং কুৰুবংশস্য গান্ধাৰ্য্যা ধৰ্মশীলতাম্।
ক্ষত্তঃ প্ৰজ্ঞাং ধৃতিং কুন্ত্যাঃ সম্যক্ দ্বৈপায়নোঽব্ৰবীৎ॥

আদি ১/৯৯

গান্ধাৰীৰ ধৰ্মশীলতা, খুৰা (ক্ষত্তা) বিদুৰৰ প্ৰজ্ঞা আৰু কুন্তীৰ ধৈৰ্য্য সম্যক ৰূপে বৰ্ণিত হৈছে।

অনিমাণ্ডব্য ঋষিৰ অভিশাপত স্বয়ং ধৰ্মৰাজ যমে বিদুৰৰূপে জন্মগ্ৰহণ কৰে। শান্তনুৰ পত্নী সত্যৱতীয়ে প্ৰাচীন কালত প্ৰচলিত নিয়োগ-প্ৰথা মতে যেতিয়া বোৱাৰীয়েক অম্বিকাক ব্যাসদেৱৰ কাষলৈ পুত্ৰলাভাৰ্থে পঠায়, তেতিয়া ব্যাসদেৱৰ ভয়ানক কলা ৰূপ দেখি ভয়ত চকু দুটা মুদি দিয়ে। এই চকু মুদা অৱস্থাতে ব্যাসদেৱে ৰমণ কৰি তপস্যালৈ গুচি যায়। ফলত অম্বিকাই এটি জন্মান্ধ পুত্ৰ প্ৰসৱ কৰে। অম্বিকাৰ এই জন্মান্ধ পুত্ৰটি ধৃতৰাষ্ট্ৰ। সত্যৱতীয়ে ল'ৰাটি জন্মান্ধ দেখি আৰু এবাৰ যাবলৈ কোৱাত এইবাৰ অম্বিকা নিজে নগৈ এজনী যুৱতী

দাসীক সজাই-পৰাই ঋষিৰ ওচৰলৈ পঠালে। দাসীয়ে ঋষিক শশ্ৰূষা কৰি সন্তুষ্ট কৰে। ফলত দাসীৰ গৰ্ভত ধৰ্মৰাজ যমে জন্মলাভ কৰে আৰু মাতৃৰ দাসীত্ব অপসৃত হয়। দাসীপুত্ৰই বিদুৰ। ব্যাসদেৱে এওঁৰ জন্ম সময়ত মাকক কৈছিল ঃ

অয়হত তে শুভে গৰ্ভঃ শ্ৰেয়ানুদৰমাগতঃ।
ধৰ্মাত্মা ভৱিতা লোকে সৰ্ব বুদ্ধিমতাং বৰঃ ॥

আদি ১০৯ / ২২

( হে কল্যাণী, তোমাৰ গৰ্ভত যি শ্ৰেষ্ঠ পুৰুষ জন্মিব, তেওঁ সকলোতকৈ বুদ্ধিমান আৰু ধৰ্মাত্মা হ'ব )

মহৰ্ষিৰ বাক্য আখৰে আখৰে ফলিল। তেওঁক ধৰ্মশীল, অৰ্থকুশল, ধীমান, মেধাবী, মহামতি সূক্ষ্মদৰ্শী, স্থিৰমতি আদি ভূষণেৰে ব্যাসদেৱে বৰ্ণনা কৰিছে।

ত্ৰিষু লোকেষু স ত্বাসীৎ কশ্চিদ্ বিদুৰসম্মিতঃ।
ধৰ্মনিত্যস্তথা ৰাজন ধৰ্মে চ পৰমং গতঃ ॥

আদি ১০৯

ভীষ্মই বিদুৰক দাসীপুত্ৰ হলেও পুত্ৰৱৎ পালন কৰি শিক্ষা-দীক্ষাৰ ব্যৱস্থা কৰিছিল। বিদুৰক ধনুৰ্বেদ, গজশিক্ষা, নীতিশাস্ত্ৰ, ইতিহাস, পুৰাণ আদি বিষয়ত পাৰ্গত কৰি তুলিলে।

ধৃতৰাষ্ট্ৰ আৰু পাণ্ডুৰ বিবাহৰ পাছত ভীষ্মই বিদুৰলৈ ৰজা দেৱকৰ সুন্দৰী কন্যা বিয়া কৰাই আনে। তেওঁৰ কেৰাজনো পুত্ৰ হয়। তেওঁলোকৰ কথা মহাভাৰতত বিশেষ পোৱা নাযায়। ধনুৰ্বিদ্যা, গজশিক্ষা আদি বিষয়ত শিক্ষা লাভ কৰিছিল যদিও এইবোৰ তেওঁ অনুশীলন কৰা নাছিল। ধৃতৰাষ্ট্ৰৰ প্ৰধান অমাত্য স্বৰূপেই আমি তেওঁক জানো। তেওঁ আছিল নীতি বিশাৰদ আৰু স্পষ্টবাদী। দুৰ্যোধনৰ জন্মৰ সময়ত নানা বিমঙ্গল হোৱাত বিদুৰে বুজিব পাৰিলে দুৰ্যোধনৰ কাৰণেই কুৰুকুল ধ্বংস হ'ব। সেই কাৰণে তেওঁ ধৃতৰাষ্ট্ৰক দুৰ্যোধনক ত্যাগ কৰিবলৈ উপদেশ দিছিল। এই প্ৰসঙ্গত তেওঁ কৈছিল যে কুলক ৰক্ষা কৰিবৰ কাৰণে ব্যক্তি-বিশেষক ত্যাগ কৰা উচিত, গ্ৰামক ৰক্ষা কৰিবলৈ দৰকাৰ হলে কুলত্যাগ কৰিব। জনপদৰ মঙ্গলৰ কাৰণে প্ৰয়োজন হ'লে গ্ৰামকো ত্যাগ কৰিব লাগে আৰু আত্ম-ৰক্ষাৰ্থে দেশক বা পৃথিৱীকো ত্যাগ কৰিব।

ত্যজেদেকং কুলস্যাৰ্থে গ্ৰামস্যাৰ্থে কুলং ত্যজেৎ।
গ্ৰামং জনপদস্যাৰ্থে আত্মাৰ্থে পৃথিৱীং ত্যজেৎ ॥

ধৃতৰাষ্ট্ৰই বিদুৰৰ হিতবচনলৈ কাণ নিদিলে। ফলত কুৰুকুল ধ্বংস হ'ল। ভীষ্মৰ দৰে বিদুৰো কুৰুবংশৰ সকলো কাৰ্য্যতে উপদেশদাতা আছিল। কুন্তীয়ে

বিদুৰক প্ৰধান হিতকাৰী বুলি মান্য কৰিছিল। সৰু কালত কুৰুবংশৰ ল'ৰাবিলাকে গঙ্গাত জলক্ৰীড়া কৰোতে দুৰ্যোধনে ভীমক বিষপান কৰাই পানীত উটুৱাই দিয়ে। গোধূলি চাৰি পাণ্ডৱ উভতি অহাত কুন্তীয়ে ভীমক নেদেখি ব্যাকুল হৈ বিদুৰক মতাই আনি নিজৰ দুঃচিন্তা প্ৰকাশ কৰে। দুৰ্যোধনে ভীমক হত্যা কৰা বুলি তেওঁ সন্দেহ কৰে। বিদুৰে তেওঁক আশ্বাস দি কয়ঃ

মৈবং বদস্ব কল্যাণি শেষ সংৰক্ষণং কুৰু।
প্ৰত্যাদিষ্টো হি দুষ্টাত্মা শেষেহপি প্ৰহৰেত্তৱ॥

আদি ১২৯/১৭

হে কল্যাণী, আপুনি এইদৰে ন'কব, আপোনাৰ বাকী চাৰিজন পুত্ৰক সাৱধানে ৰক্ষা কৰক। দুৰ্যোধনক দোষ দিলে বাকী চাৰিজন পুত্ৰক বিনাশ কৰিব পাৰে। ভীমৰ কাৰণে চিন্তা নকৰিব, তেওঁ নিশ্চয় উভতি আহিব। মহৰ্ষি ব্যাসে আপোনাৰ ল'ৰাকেইটা দীৰ্ঘায়ু হব বুলি কৈ গৈছে।

কুন্তীয়ে নিজৰ দুঃখৰ কথা বিদুৰ ব্যতিত আনক কবলৈ সাহস নকৰিছিল। বিদুৰেও সদায় তেওঁক সুপৰামৰ্শ হে দিছিল। নাগলোকত অমৃতৰসায়ন পান কৰি অধিক বলশালী হৈ অষ্টম দিনত ভীম উভতি আহে।

বিদুৰ ধৃতৰাষ্ট্ৰৰ মন্ত্ৰী আছিল যদিও পাণ্ডৱৰ শুভাকাংক্ষী আছিল আৰু পক্ষপাতদোষত লিপ্ত নাছিল। পুৰোচনৰ প্ৰৰোচনাত ধৃতৰাষ্ট্ৰই বাৰণাৱতত লাৰ ঘৰ সাজি পাণ্ডৱক তালৈ পঠোৱাৰ ব্যৱস্থা কৰে, তেতিয়া বিদুৰেই আনে বুজি নোপোৱা ম্লেচ্ছ ভাষাত যুধিষ্ঠিৰক সাৱধান কৰি দিয়ে আৰু এজন খনকক সুৰঙ খানিবলৈ পঠাই দিয়ে। এই খনককে জতুগৃহৰ পৰা গঙ্গাৰ তীৰলৈ এটি সুৰঙ খানি পাণ্ডৱক সুৰঙ পথেদি ওলাই যাবলৈ সুবিধা কৰি দিয়ে।

বিদুৰ-ভাষণ আছিল যুক্তিপূৰ্ণ আৰু ন্যায়নিষ্ঠ। তেওঁ কেতিয়াও দুৰ্যোধন বা ধৃতৰাষ্ট্ৰৰ অসাধু কাৰ্য্য বা চেষ্টা অনুমোদন নকৰিছিল। যেতিয়া যিটো কথা ক'ব লাগে বা কোৱা উচিত তেনে কথা কবলৈ তেওঁ সংকোচ বোধ নকৰিছিল। ধৃতৰাষ্ট্ৰয়ো তেওঁৰ দায়িত্ববোধ জানি তদুপযোগী কামত নিয়োগ কৰিছিল। দ্ৰুপদ ৰাজাৰ ৰাজধানীৰ পৰা দ্ৰৌপদীসহ পঞ্চপাণ্ডৱক আধা ৰাজ্য দি পঞ্চপাণ্ডৱক ফিৰাই আনিবলৈ বিদুৰকহে পঠাইছিল।

পাণ্ডৱে আধা ৰাজ্য লাভ কৰি খাণ্ডৱপ্ৰস্থত ৰাজধানী নিৰ্মাণ কৰে, আৰু নাম দিয়ে ইন্দ্ৰপ্ৰস্থ। ইয়াৰ পাছত পাণ্ডৱে দেশৰ সকলো ৰজাক পৰাজয় কৰি আৰু তেওঁলোকৰ উপস্থিতিত ৰাজসূয় যজ্ঞ অনুষ্ঠিত কৰে। এই যজ্ঞত বিদুৰক ব্যয়-বিভাগৰ দায়িত্ব অৰ্পণ কৰিছিল। ধৃতৰাষ্ট্ৰই পাশাখেলৰ কাৰণে অনুমতি দিবলৈ প্ৰথমে আপত্তি কৰিছিল বিদুৰৰ উপদেশ শুনি। তেওঁ সেই প্ৰসঙ্গত কৈছিল ঃ

অলং দ্যুতেন গান্ধাৰে বিদুৰো ন প্ৰশংসতি ।
ন হ্যসৌ সুমহাবুদ্ধিৰহিতং নো বদিষ্যতি
যৎ প্ৰাহ শাস্ত্ৰং ভগবান বৃহস্পতিৰুদাৰধীঃ ।
তৎ ৱেদ বিবুৰঃ সৰ্বং সৰহস্যং-মহাকৱিঃ ॥

হে গান্ধাৰীনন্দন, দ্যুতক্ৰীড়াৰ পৰা বিৰত হোৱা উচিত। বিদুৰে ইয়াক অনুমোদন কৰা নাই। মহামতি বিদুৰে কেতিয়াও আমাৰ অহিত কথা নকয়। মহাজ্ঞানী বৃহস্পতিয়ে ইন্দ্ৰক যি নীতিশাস্ত্ৰ আৰু ৰাজধৰ্ম সম্পৰ্কে উপদেশ দিছিল সেই উপদেশ বিদুৰৰ সম্পূৰ্ণই অৱগত। ব্যাসদেৱেও এঠাইত কৈছে যে বিদুৰ মহাবুদ্ধি, মহাযোগী আৰু মহাত্মা। দেৱগুৰু বৃহস্পতি আৰু দেৱাৰিগুৰু শুক্ৰাচাৰ্য্যতকৈ বিদুৰৰ প্ৰজ্ঞা অধিক।

বৃহস্পতিৰ্ব্বা দেৱেষু শুক্ৰো বাপ্যসুৰেষু চ ।
ন তথা বুদ্ধিসম্পন্নো যথা স পুৰুষৰ্ষভঃ ॥

দুৰ্যোধনে বিদুৰক ভাল নাপালেও মনে মনে ভয় কৰিছিল, কিন্তু হিত বচন তেওঁৰ স্বাৰ্থৰ অনুকূল নাছিল কাৰণে তেওঁ সহ্য কৰিবলৈ টান পাইছিল। বিদুৰে দুৰ্যোধনক মন্দবুদ্ধি বুলি কবলৈকো কুণ্ঠাবোধ নকৰিছিল। তেওঁ দুৰ্যোধনক স্পষ্টভাৱে কৈছিল "মই তোষামোদকাৰী নহওঁ। মন্ত্ৰীয়ে তোমাৰ সকলো কাৰ্য্যকে অনুমোদন কৰিব লাগে, তেনে হ'লে স্ত্ৰী জড় আৰু পঙ্গুক মন্ত্ৰীত্বত বৰণ কৰা। বিদুৰে দুৰ্যোধনক আৰু কৈছিল যে মুখেৰে ভাল লগোৱা প্ৰিয়বাক্য কোৱা মানুহৰ অভাৱ নাই। কিন্তু অপ্ৰিয় হিত বচন কোৱা বক্তা আৰু শ্ৰোতা বৰ দুৰ্লভ।

লভ্যতে খলু পাপীয়ান নৰঃ সুপ্ৰিয়বাগিহ ।
অপ্ৰিয়স্য হি পথ্যস্য বক্তা শ্ৰোতা চ দুৰ্লভ ॥

সভা—৬৪/১৬

দ্যুতক্ৰীড়াৰ শেষ পৰিণতি যে যুদ্ধ, এই কথা বিদুৰে ভালকৈ জানিছিল। শকুনিৰ অসাধু প্ৰৰোচনাত যুধিষ্ঠিৰে যেতিয়া পত্নী দ্ৰৌপদীকো পণ ৰাখিলে তেতিয়া সভাস্থ ভীষ্ম-দ্ৰোণাদিৰ মুখৰ পৰা ধিক্কাৰ ধ্বনি উঠিল তেতিয়া বিদুৰে মূৰত হাত দি আধোমুখে বিষধৰৰ দৰে নিশ্বাস ত্যাগ কৰিবলৈ ধৰে।

শিৰো গৃহীত্বা বিদুৰো গতসত্ত্ব ইবাভৱৎ ।
আস্তে ধ্যায়ন্নধোৱক্ত্ৰ নিঃশ্বসন্ ইব পন্নগঃ ॥ সভা—৬৫।৪২

যুধিষ্ঠিৰে পণত দ্ৰৌপদীকো হেৰুৱালে। দুৰ্যোধনে সভাস্থললৈ দ্ৰৌপদীক আনিবলৈ দুঃশাসনক আদেশ দিলে। বিদুৰে দুৰ্যোধনক কটূক্তি কৰি তেনে কৰিবলৈ নিষেধ কৰে, কিন্তু দুৰ্যোধন মদান্ধ হৈ সেই বাধা নামানি দ্ৰৌপদীক ৰজস্বলা অৱস্থাত সভালৈ টানি অনায়। প্ৰথমতে বিদুৰক সভালৈ অনাৰ কথা কোৱাত তেওঁ জ্বলি

উঠিল। তেওঁ কলে, "হে মন্দমতি, দুৰাচাৰ, তোৰ মুৰৰ ওপৰত বিষধৰ সৰ্পই ফণা মেলি আছে। তই মূগ হৈ বাঘক জোকাইছ।"

আশীবিষাস্তে শিৰসি পূৰ্ণাকোপাঃ মহাবিষাঃ।
মা কোপিষ্ঠাঃ সুমহাত্মন্ মা গমস্তৱং যমক্ষয়ম্ ॥

দুৰ্যোধনে বিদুৰৰ কথালৈ কাণনিদিলে। তেওঁ পুনঃ পুনঃ কুৰুবংশৰ ধ্বংস অনিবাৰ্য্য বুলি কোৱাতো যেতিয়া একো ফল নধৰিল বিদুৰে আৰু যুক্তি প্ৰদৰ্শন কৰি কৈছিল যে যুধিষ্ঠিৰৰ দ্ৰৌপদীক পণ ৰাখিবৰ অধিকাৰ নাই, কাৰণ তেওঁ আগতেই নিজকে পণত ৰাখি দাসত্ব গ্ৰহণ কৰিছে। দাসৰ পণ ৰাখিবৰ অধিকাৰ নাই। অহংকাৰী দুৰ্যোধনে তেওঁৰ কথা অগ্ৰাহ্য কৰিলে, উপৰন্তু তেওঁক ভৎসনা কৰি প্ৰতিকামীৰ দ্বাৰা দ্ৰৌপদীক সভালৈ অনাৰ ব্যৱস্থা কৰিলে, কিন্তু প্ৰতিকামীয়ে দ্ৰৌপদীক আনিবলৈ সাহস নকৰিলে তেতিয়া দুঃশাসনে দ্ৰোপদীক সভালৈ ৰজস্বলা অৱস্থাত টানি আনে। ভীষ্ম, দ্ৰোণ, কৃপাচাৰ্য্য আদিৰ কপালত বিন্দু বিন্দু ঘামে দেখা দিলে, বাকী সভাস্থ লোকসকলো নীৰৱ। অসহায় দ্ৰৌপদীয়ে নীৰৱ হৈ থকা দৰ্শকবৃন্দক ধিক্কাৰ দিলে। দুৰ্যোধনৰ ভায়েক বিকৰ্ণই দ্ৰৌপদীক সভাগৃহলৈ অনাৰ প্ৰতিবাদ কৰাত কৰ্ণই তেওঁক ধমকি দি বহুৱাই থলে। বিদুৰে তেতিয়া দুই বাহু ওপৰলৈ তুলি সভাসদসকলক উদ্দেশ্য কৰি কলে ঃ

বিকৰ্ণেন যথাপ্ৰজ্ঞমুক্তঃ প্ৰশ্নো নৰাধিপাঃ।
ভবন্তোঽপি হি তং প্ৰশ্নং বিব্ৰুৱন্ত যথামতি ॥

( দ্ৰৌপদীৰ ইমান লাঞ্ছনা দেখিও তোমালোক কোনেও প্ৰশ্নৰ উত্তৰ নিদিলা ; ইয়াৰ ফলত ধৰ্ম্মৰ গ্লানি হৈছে ) তেওঁ প্ৰশ্নৰ যথাযথ উত্তৰ দানৰ ফলাফল প্ৰকাশ কৰিবৰ উদ্দেশ্যে সুধন্বা আৰু প্ৰহ্লাদৰ কাহিনী কৈছে। দ্ৰৌপদীৰ এই লাঞ্ছনাত বিদুৰৰ দৰে আন কোনো বিচলিত হোৱা নাই। তেওঁৰ বাহিৰে আন সকলোৱে নীৰৱ দৰ্শকৰ ভূমিকা পালন কৰিলে।

ভীমে দুৰ্যোধনৰ উৰুভঙ্গ কৰিবলৈ প্ৰতিজ্ঞা কৰাত বিদুৰে ভৱিষ্যৎ দ্ৰষ্টাৰ দৰে চিঞৰি কলে, "হে ধাৰ্ত্তৰাষ্ট্ৰসকল, কুলনাৰীক পণ ৰাখি তোমালোকে পাশা খেলিলে তোমালোকৰ অকল্যাণ হ'ব।" কিন্তু তেওঁৰ কথা কোনেও নুশুনিলে। দ্ৰৌপদীৰ লাঞ্ছনাৰ সময়ত নানা বিমংগল দেখা দিয়াত ভীষ্ম, বিদুৰ প্ৰভৃতি বয়োজ্যেষ্ঠসকল বিচলিত হৈ পৰিল। বিদুৰৰ পৰামৰ্শ মতেই ধৃতৰাষ্ট্ৰই দ্ৰোপদীসহ পাণ্ডৱক দাসত্বৰ পৰা মুক্ত কৰি দিয়ে। পুনৰ যেতিয়া দ্বিতীয় বাৰ পাশা খেলৰ প্ৰস্তাৱ শকুনিয়ে দাঙি ধৰে, তেতিয়া বিদুৰে কঠোৰ ভাষাত আপত্তি কৰিছিল। কিন্তু ধৃতৰাষ্ট্ৰই সেই আপত্তি নুশুনিলে।

পাণ্ডৱসকল বনযাত্ৰাৰ সময়ত বিদুৰৰ অনুৰোধত কুন্তীদেৱীক বিদুৰৰ ঘৰতে

ৰাখি যোৱাৰ ব্যৱস্থা কৰে। বিদুৰে সেই সময়ত দুৰ্য্যোধনৰ সম্মুখত পাণ্ডৱক নানা হিত উপদেশ দিয়ে। তেওঁ যুধিষ্ঠিৰক কৈছিল ঃ

যুধিষ্ঠিৰ, বিজানীহি, মমেদং ভৰতৰ্ষভ।
না ধৰ্মেন জিতঃ কশ্চিদ্, ব্যথতে বৈ পৰাজয়ে ॥ ২।৭৫।৯

"( বৎস যুধিষ্ঠিৰ, ধৰ্মবিহীন উপায়ে যদি কোনোলোক জয়ী হয়, তেনে জয় বা পৰাজয়ত দুখ কৰিবলগীয়া একো নাই ) আশাকৰো তোমালোক সমংগল বনৰ পৰা উভতি আহিবা আৰু মই তোমালোকক কল্যাণযুক্ত ৰূপত দেখা পাম।" এই বুলি বিদুৰে পাণ্ডৱক বনলৈ বিদায় দিছিল। যুধিষ্ঠিৰে বিদুৰৰ পৰা বিদায় লওঁতে এইদৰে আশীৰ্বাদ দিছিল ঃ

ভূমেঃ ক্ষমা চ তেজশ্চ সমগ্ৰং সূৰ্য্যমণ্ডলাত্।
বায়োৰ্ব্বলং প্ৰাপ্নুহি ত্বং ভূতেভ্যশ্চাত্মসম্পদম্ ॥

( ভূমিৰ পৰা তুমি ক্ষমা, সূৰ্যমণ্ডলৰ পৰা তেজ, বায়ুৰ পৰা বল আৰু ভূত-সমূহৰ পৰা সম্পদ লাভ কৰা )

পাণ্ডৱ বনলৈ যোৱাৰ পাছত ধৃতৰাষ্ট্ৰই অত্যন্ত ভয় পাই বিদুৰক মাতি আনি পাণ্ডৱ কেনেকৈ বনলৈ গৈছে সুধিলে। বিদুৰে উত্তৰ দিলে যে যুধিষ্ঠিৰে মুখ আচ্ছাদন কৰি, ভীমে তেওঁৰ সবল বাহুযুগল ঘনে ঘনে নিৰীক্ষণ কৰি, অৰ্জুনে মুঠি মুঠি কৈ ধূলী বিকীৰ্ণ কৰি, সহদেৱে মুখত আলেপন কৰি আৰু নকুলে সকলো দেহাঙ্গত ধূলি মাখি গমন কৰিছে। দ্ৰৌপদীয়ে নিজৰ দীঘল চুলিৰে মুখ আচ্ছাদন কৰি সহগমন কৰিছে আৰু পুৰোহিত ধৌম্যই সামগান গাই আগবাঢ়িছে। ধৃতৰাষ্ট্ৰই পাণ্ডৱে কিয় এইদৰে গৈছে বুলি সোধাত বিদুৰে ব্যাখ্যা কৰি ক'লে যে কপট পাশাখেলত ৰাজ্যভ্ৰষ্ট যুধিষ্ঠিৰ ক্ৰোধান্বিত হৈছিল। সেই দৃষ্টি কাৰোবাৰ ওপৰত পৰিলে অমঙ্গল হ'ব বুলি ভাবি মুখখন ধাকি গৈছে। বিদুৰে যুধিষ্ঠিৰৰ উক্ত আচৰণ বৰ প্ৰশংসা কৰি উৎসাহ প্ৰদান কৰে। অন্যান্য পাণ্ডৱ, দ্ৰৌপদী আৰু ধৌম্যৰ আচৰণেও কৌৰৱৰ ধ্বংস সূচনা কৰে বুলি বিদুৰে ধৃতৰাষ্ট্ৰক সাৱধান কৰি দিয়ে।

যুধিষ্ঠিৰৰ বনগমনৰ সময়ত বহু ধৰণৰ নৈসৰ্গিক বিমঙ্গলে দেখা দিছিল। মেঘমুক্ত আকাশৰ পৰা উল্কাপাত, ভূমিকম্প, হঠাতে সূৰ্য্যগ্ৰহণ আদি অমংগলে দেখা দিছিল। ধৃতৰাষ্ট্ৰই এইবোৰ উৎপাতৰ কথা শুনি ( তেওঁ দেখা নাপায় ) সঞ্জয়ক কৈছিল যে দ্ৰৌপদীৰ লাঞ্ছনাৰ সময়তো এনে বিমংগলে দেখা দিছিল। কৃষ্ণাক পাশা খেলৰ সভালৈ অনাৰ কাৰণেই ভৰত বংশ নষ্ট পাব বুলি মহামতি বিদুৰে কৈছিল। পাঞ্চাল, যাদৱ আৰু পাণ্ডৱসকলে তাৰ প্ৰতিশোধ নোলোৱাকৈ নাথাকে।

অৰণ্যযাত্ৰাত প্ৰথমতে পাণ্ডৱ কাম্যক বনত বাস কৰিছিল। সেই সময়ত এদিন

ধৃতৰাষ্ট্ৰই বিদুৰক সুধিলে, "শুক্ৰাচাৰ্য্যৰ দৰে তোমাৰ প্ৰজ্ঞা ; তুমি সূক্ষ্ম ধৰ্মতত্ত্ব জানা, আৰু সমদৰ্শী লোক। যাতে পাণ্ডৱ আৰু কৌৰব দুটা দলৰে মংগল হয় তেনে উপদেশ মোক দিয়াঁ।" ধৃতৰাষ্ট্ৰই বুজিছিল যে পাণ্ডৱক ৰাজ্যচ্যুত কৰি বনলৈ পঠোৱাত প্ৰজাবৃন্দ বিদ্ৰোহী হৈ উঠিছে। তেওঁৰ নিজৰে ৰাজ্যচ্যুতি ঘটাৰ সম্ভাৱনাই দেখা দিছে। ধৃতৰাষ্ট্ৰৰ এই আশংকা বুজিব পাৰি বিদুৰে কলে, "মহাৰাজ, ধৰ্ম, অৰ্থ আৰু কাম—এই ত্ৰিবৰ্গৰ ভিতৰত ধৰ্মই প্ৰধান, ৰাজনীতিও ধৰ্মপ্ৰধান। তুমি ধৰ্মত নিষ্ঠাবান হৈ নিজৰ পুত্ৰগণক আৰু পাণ্ডৱক ৰক্ষা কৰা। দ্যুত সভাত শকুনি প্ৰভৃতি পাপাত্মাবিলাকে ধৰ্মৰ বিনাশ সাধন কৰিছে। তোমাৰ অপকৰ্মৰ একমাত্ৰ প্ৰতিকাৰ হৈছে পাণ্ডৱসকলক বনৰ পৰা ফিৰাই আনি ৰাজ্য প্ৰত্যাৰ্পণ কৰা। নিজৰ প্ৰাপ্যখিনিতে তুমি সন্তুষ্ট থাকা, পৰধন আৰু ৰাজ্যলৈ লোভ নকৰিবা। এতিয়া তোমাৰ কৰ্ত্তব্য হৈছে পাণ্ডৱক বনৰ পৰা ফিৰাই অনা আৰু শকুনিক অপমান কৰি খেদি দিয়া। যদি নকৰা, তেন্তে কুৰুবংশ অচিৰে ধ্বংস হ'ব। দুৰ্যোধনে যদি তোমাৰ কথা নুশুনে, তেন্তে তেওঁক নিগ্ৰহিত কৰি ৰাজ্য কাঢ়ি লোৱা। আগেয়েও তোমাক এই পৰামৰ্শ দিছিলো, তুমি কিন্তু নুশুনিলা। মোৰ কথা নুশুনিলে পাছত অনুতাপ কৰিবা। যুধিষ্ঠিৰক তেওঁৰ ৰাজ্যত পুনৰ প্ৰতিষ্ঠা কৰা, তেওঁ ৰজা হ'লে সকলো বিদ্ৰোহী প্ৰজা বশীভূত হ'ব। প্ৰকাশ্য সভাত দুঃশাসনে ভীম আৰু দ্ৰৌপদীক ক্ষমা খোজক।"

কিন্তু হিতেই বিপৰীত হ'ল। ধৃতৰাষ্ট্ৰ খঙত জ্বলি উঠিল। তেওঁ খঙেৰে কলে, "মই ভালকৈ জানিব পাৰিছো যে তুমি মোক ভাল পৰামৰ্শ দিয়া নাই। তুমি মোক কুটিল পৰামৰ্শহে দিছা। মই সদায় তোমাক সম্মান কৰি আহিছো, ফলত তুমি মোৰ অহিত চিন্তিছা। তুমি মোৰ কাষৰ পৰা গুছি যাব পাৰা, ইচ্ছা কৰিলে থাকিবও পাৰা। বহু সম্মান পালেও অসতী স্ত্ৰী বশীভূত নহয়।" এইদৰে কৈ খঙেৰে ধৃতৰাষ্ট্ৰ ভিতৰলৈ সোমাই গ'ল। ধৃতৰাষ্ট্ৰৰ এনে ব্যৱহাৰত বিদুৰে ভালকৈ বুজিলে যে কৌৰৱৰ বিনাশ অনিৰ্বায্য, ইয়াক কোনেও ৰক্ষা কৰিব নোৱাৰে।

বিদুৰে সভা ত্যাগ কৰি কাম্যক বনত যুধিষ্ঠিৰক লগ ধৰিলেহি আৰু ধৃতৰাষ্ট্ৰৰ মূঢ়তাৰ কথা কলে। ইফালে ধৃতৰাষ্ট্ৰই ভাবিলে যে বিদুৰৰ সুপৰামৰ্শ পালে পাণ্ডৱ অধিক শক্তিশালী হৈ উঠিব। গতিকে যি কোনো উপায়ে বিদুৰক পাণ্ডৱৰ পৰা আঁতৰাই আনিব লাগিব। এই ভাবি সঞ্জয়ক পঠাই ক্ষমা-প্ৰাৰ্থনা কৰি বিদুৰক পাণ্ডৱৰ পৰা আঁতৰাই আনে। ককায়েক অন্ধ ৰাজৰ ক্ষমা প্ৰাৰ্থনাত বিদুৰ সন্তুষ্ট হ'ল আৰু পুনৰ মন্ত্ৰীত্ব গ্ৰহণ কৰিলে। কিন্তু পাণ্ডৱৰ বনবাসৰ তেৰবছৰত বিদুৰে ধৃতৰাষ্ট্ৰক আৰু কোনো উপদেশ দিয়া নাই ; ধৃতৰাষ্ট্ৰয়ো উপদেশ বিচৰা নাই। বিদুৰে হয়তো ভাবিছিল যে ভীষ্ম-দ্ৰোণ আদি বয়োজ্যেষ্ঠ সকলে ধৃতৰাষ্ট্ৰৰ চাউল খাইছে ভাবি দুৰ্যোধনৰ অপকৰ্মতো সহায় কৰিছে, তেনে স্থলত খ্যাতি লাভ নাই, নমতাই ভাল। বিৰাটৰ গো-হৰণ কাৰ্য্যত ভীষ্ম আৰু দ্ৰোণই

বাধা দিয়ক চাৰি সহায়হে কৰিছিল। গো-হৰণ পৰ্বত কৰ্ণই যেতিয়া নিজৰ বীৰত্ব প্ৰশংসা কৰিছিল আৰু অশ্বত্থামাই সহ্য কৰিব নোৱাৰি কৰ্ণক কটু কথা শুনাইছিল তেতিয়া তেওঁ কৰ্ণক বিদুৰৰ হিত উপদেশৰ কথাও স্মৰণ কৰাই দিছিল, "একবস্ত্ৰা ৰজস্বলা দ্ৰৌপদীৰ বস্ত্ৰ-হৰণত তুমিও লিপ্ত আছিলা; তুমি ধৰ্মৰ মূলোচ্ছেদ কৰিছা। সেই সময়ত বিদুৰে যি কৈছিল স্মৰণ কৰা।"

পাণ্ডৱৰ বাৰ বছৰ বনবাস আৰু এ বছৰ অজ্ঞাতবাস পাৰ হ'ল। ইতিমধ্যে বিৰাট ৰজাৰ কন্যা উত্তৰাৰ বিবাহ হয় আৰু সেই সূত্ৰে বিৰাট ৰজাৰ সৈন্যশক্তিৰ সাহায্যও লাভ কৰে। মহাৰাজ দ্ৰুপদ, শ্ৰীকৃষ্ণ আৰু অন্যান্য সুহৃদবৰ্গৰ পৰামৰ্শ অনুসৰি সন্ধিৰ প্ৰস্তাৱসহ দ্ৰুপদ ৰজাৰ কুল-পুৰোহিতক কৌৰৱ সভালৈ পঠায়। তেওঁ ভীষ্ম, দ্ৰোণ, ধৃতৰাষ্ট্ৰ, দুৰ্যোধনকে আদি কৰি সকলোৰে আগত অৰ্দ্ধৰাজ্য বিচাৰি সন্ধিৰ প্ৰস্তাৱ দাঙি ধৰে। এই প্ৰস্তাৱ শুনি ধৃতৰাষ্ট্ৰই নিজৰ অভিপ্ৰায় জনাবৰ উদ্দেশ্যে সঞ্জয়ক দূতস্বৰূপে পাণ্ডৱ সভালৈ পঠায়। সঞ্জয়ে উপপ্লব্য নগৰলৈ গৈ ধৃতৰাষ্ট্ৰৰ নেতিবাচক উত্তৰ প্ৰদান কৰে। ধৃতৰাষ্ট্ৰৰ উত্তৰটো পাণীত ননমাকৈ মাছ ধৰিবলৈ ইচ্ছা কৰাৰ দৰে আছিল। তেওঁ যুধিষ্ঠিৰক জনাইছিল যে অৰ্দ্ধৰাজ্য নিদিয়ে, কিন্তু যুধিষ্ঠিৰে যেন যুদ্ধ নকৰে। ৰাজ্যও নিদিয়ে, অথচ যুদ্ধও কৰিব নালাগে—এইটো কেনে ধৰণৰ কথা? যুধিষ্ঠিৰে সন্ধিৰ প্ৰস্তাৱ অগ্ৰাহ্য কৰে। এইবাৰ তেওঁ মাত্ৰ পাঁচখন গাঁও বিচাৰিলে। সঞ্জয়ৰ প্ৰত্যাবৰ্তন কালত যুধিষ্ঠিৰে বিদুৰলৈ অভিবাদন জ্ঞাপন কৰি সঞ্জয়ক কৈছিল—

> স এব ভক্তঃ সগুৰুঃ সভৰ্ত্তা
> স বৈ পিতা স চ মাতা সুহৃচ্চ।
> অগাধবুদ্ধি বিদুৰো দীৰ্ঘদৰ্শী
> স নো মন্ত্ৰী কুশলং তস্য পৃচ্ছেঃ ॥ উঃ ৩০।৩১

যুধিষ্ঠিৰে সঞ্জয়ক উভতি যাওঁতে আৰু কৈছিল যে বিদুৰক এটি প্ৰাৰ্থনা মোৰ হৈ জনাবা, তেওঁ যেন ধৃতৰাষ্ট্ৰক সুপথে পৰিচালিত কৰে, যাতে যুদ্ধ নহয়।

সঞ্জয় উভতি আনি ধৃতৰাষ্ট্ৰক সকলো কথা কলে। পাণ্ডৱৰ বল-বীৰ্য আৰু শক্তি-সামৰ্থ্যৰ কথাও কলে। ধৃতৰাষ্ট্ৰৰ ৰাজ্যলোভ আৰু কপট ব্যৱহাৰৰ কাৰণেও তিৰস্কাৰ কৰে। ধৃতৰাষ্ট্ৰই বুজিছিল যে অৰ্দ্ধৰাজ্য নিদিলে যুদ্ধ হবই, অথচ ৰাজ্য লোভত তেওঁ অন্ধ আৰু যুদ্ধভয়ত শংকিত। দুঃচিন্তাত তেওঁ বিনিদ্ৰ ৰজনী যাপন কৰিবলৈ ধৰে। উদ্যোগপৰ্বৰ এই অংশৰ নাম প্ৰজাগৰ পৰ্ব। তেওঁ বিদুৰক মাতি পঠালে, হিত উপদেশ শুনাবলৈ। বিদুৰ আহি অন্ধ ৰাজক যি নীতিবচন শুনালে সেইয়া মহাভাৰতত বিদুৰ-নীতি ৰূপে পৰিচিত। উদ্যোগ-পৰ্বৰ বিদুৰৰ নীতিকথন এক অপূৰ্ব সম্পদ, জীৱনৰ সকলো অৱস্থাতে এই নীতি-

সমূহ প্ৰযোজ্য। পৰৱৰ্ত্তী নীতি শাস্ত্ৰ সমূহত বিদুৰৰ বচন বহুখিনি যথাযথভাবে উদ্ধৃত কৰা হৈছে। চাণক্য নীতি, হিতোপদেশ, পঞ্চতন্ত্ৰ আদি নীতিমূলক গ্ৰন্থ-সমূহত বহুখিনি বিদুৰ-নীতি পোৱা যায়। তেওঁ যে অল্পভাষী আৰু তত্ত্বানেষী আছিল সেই কথা বচনবোৰৰ পৰাই ধৰিব পাৰি। তেওঁ ধৃতৰাষ্ট্ৰক কৈছিল যে শূদ্ৰাজননীজাত কাৰণে অধ্যাত্মতত্ত্ব সম্পৰ্কে কব নোৱাৰে। সেই কাৰণে সিদ্ধ সনৎ কুমাৰক ধৃতৰাষ্ট্ৰক অধ্যাত্ম-তত্ত্ব কবলৈ নিয়োগ কৰিছিল। সনৎকুমাৰে দিয়া অধ্যাত্ম-তত্ত্বৰ উপদেশসমূহ 'সনৎসুজাতীয়' নামে প্ৰখ্যাত।

সনৎকুমাৰ স্বৰ্গত বিচৰণ কৰা চাৰি সিদ্ধৰ অন্যতম। বিদুৰে ধ্যান কৰি তেওঁক পৃথিবীলৈ নমাই আনি ধৃতৰাষ্ট্ৰক অধ্যাত্মতত্ত্বৰ জ্ঞান দিবলৈ অনুৰোধ কৰে। বিদুৰে অধ্যাত্মতত্ত্ব নজনা নহয়, কিন্তু অধ্যাত্মতত্ত্বৰ ওপৰত দ্বিজসকলৰহে অধিকাৰ, এই কথা জানি সনৎকুমাৰক নিয়োগ কৰিছিল। ইয়াৰ পৰা বিদুৰৰ বৰ্ণাশ্ৰম ধৰ্মৰ ওপৰত গভীৰ আস্থা থকাৰ প্ৰমাণ পোৱা যায়।

বিদুৰে অৰ্জুনৰ বীৰত্বৰ কথা কৈ ধৃতৰাষ্ট্ৰক কুটিলতা ত্যাগ কৰিবলৈ আৰু সন্ধিৰ প্ৰস্তাৱ মানি লবলৈ কয়। কিন্তু দুৰ্যোধনে সেই কথা মানি নোলোৱাত আৰু ধৃতৰাষ্ট্ৰয়ো পুত্ৰেকক সমৰ্থন জনোৱাত বিদুৰে কয় "মহাৰাজ, তোমাৰ পুত্ৰই কেৱল মধুচক্ৰ দেখিছে। কিন্তু মধুচক্ৰ যে তৃণাচ্ছাদিত কূপৰ মাজত ওলমি আছে সেইটো দেখা নাই।"

পাণ্ডৱ আৰু কৌৰৱৰ মাজত সন্ধি স্থাপনৰ প্ৰস্তাৱ লৈ শ্ৰীকৃষ্ণ কৌৰৱৰ সভালৈ যায়। ধৃতৰাষ্ট্ৰই ভাবিলে অৰ্থাদি উপচাৰৰ দ্বাৰা কৃষ্ণক নিজৰ ফাললৈ আনি পাণ্ডৱৰ পৰা আঁতৰাই আনিব পাৰিব। তেতিয়া কৃষ্ণৰ সহায় পৰামৰ্শৰ পৰা বঞ্চিত হৈ পাণ্ডৱ শক্তিহীন হ'ব। ধৃতৰাষ্ট্ৰৰ মনোভাৱ বিদুৰে বুজিব পাৰি সাৱধান বাণী শুনাই কলে, "মহাৰাজ, আপুনি অৰ্থৰ দ্বাৰা ভগৱান কৃষ্ণক কিনিব খুজিছে, কিন্তু সেইটো সম্ভৱ নহব। যি উদ্দেশ্যে তেওঁ দূত হৈ আহিছে, সেই উদ্দেশ্য সফল কৰিবলৈ চেষ্টা কৰক। সেয়ে হ'ব উপযুক্ত অভ্যৰ্থনা।" স্বাৰ্থত্যাগৰ কথা উঠিলেই ধৃতৰাষ্ট্ৰই বিৰক্ত অনুভৱ কৰে। বিদুৰৰ উপদেশ তেওঁ নাকচ কৰে।

শ্ৰীকৃষ্ণ কুৰুসভাত উপস্থিত হৈ সন্ধিৰ প্ৰস্তাৱ দাঙি ধৰে। তাৰ পৰা আহি বিদুৰৰ আতিথ্য গ্ৰহণ কৰে। বিদুৰৰ লগতে কুন্তীদেৱীও আছিল। পৰম ভক্ত বিদুৰে ভক্তিভাৱে শ্ৰীকৃষ্ণক প্ৰণাম জনাই কলে।

যা মে প্ৰীতিঃ পুষ্কৰাক্ষ ত্বদ্দৰ্শন সমুদ্ভৱা।<br>
সা কিমাখ্যায়তে তুভ্যমন্তৰাত্মাসি দেহিনাম্ ॥

(হে পদ্মলোচন, তোমাক দেখি যি প্ৰীতি লাভ কৰিছো, সেই আনন্দ তোমাক কেনেকৈ প্ৰকাশ কৰিম ? তুমি দেহধাৰীসকলৰ অন্তৰাত্মা ; তুমি সকলো দেখা পাই থাকা।) কুন্তীয়ে কৃষ্ণৰ আগত বিদুৰৰ অশেষ প্ৰশংসা কৰি কৈছিল।

তস্যাং সংসদি সৰ্বেষাং ক্ষত্তাৰং পূজয়াম্যহং।
বৃত্তেন হি ভৱত্যাৰ্য্যো ন ধনেন ন বিদ্যয়া ॥
তস্য কৃষ্ণ মহাবুদ্ধের্গম্ভীৰস্য মহাত্মনঃ।
ক্ষত্তুঃ শীলমলঙ্কাৰো লোকান্ বিষ্টভ্য তিষ্ঠতি ॥

পাশাখেলত উপস্থিত ব্যক্তিসকলৰ মাজত মই কেৱল বিদুৰক প্ৰশংসা কৰোঁ। ধন বা কেৱল বিদ্যাৰ দ্বাৰা মানুহ আৰ্য্য হ'ব নোৱাৰে। চৰিত্ৰৰ দ্বাৰাহে আৰ্য্য বা ভদ্ৰ হব পাৰে। হে কৃষ্ণ, সেই মহাবুদ্ধি, গম্ভীৰ মহাত্মা বিদুৰৰ চৰিত্ৰই তেওঁৰ অলংকাৰ। এই চৰিত্ৰৰ কথা ত্ৰিলোক ব্যাপ্ত হৈছে। বিদুৰে প্ৰভুত অন্নপানাদিৰ দ্বাৰা কৃষ্ণক পৰিতৃপ্ত কৰিছিল। কৃষ্ণই প্ৰথমতে সেই অন্নেৰে ব্ৰাহ্মণসকলক পৰিতৃপ্ত কৰে। তাৰ পাছত সাত্যকি প্ৰভৃতি পৰিজন সকলৰ লগত সেই পবিত্ৰ আৰু উপাদেয় খাদ্য ভোজন কৰে। ইয়াৰ পৰা অনুমান কৰিব পৰা যায় যে বিদুৰৰ আৰ্থিক অৱস্থাও স্বচ্ছল আছিল।

ৰাতিৰ আহাৰ আৰু বিশ্ৰামৰ পাছত কৃষ্ণৰ লগত বিদুৰে বহুসময় আলাপ-আলোচনা কৰে। বিদুৰে এই প্ৰসঙ্গত কৃষ্ণক কুৰুসভাত প্ৰৱেশ কৰোঁতে সাৱধান হবলৈ সতৰ্ক কৰি দিঁয়ে। বিদুৰে কৃষ্ণক সাৱধান কৰি কৈছিল, হে কৃষ্ণ, তুমি সন্ধিৰ প্ৰস্তাব লৈ কুৰুসভালৈ আহি ভাল কৰা নাই। দুৰ্যোধনে মানী ব্যক্তিৰ মান ৰাখিব নাজানে। সেই মূঢ় অজিতেন্দ্ৰিয় আৰু লোভী দুৰ্যোধনে পাণ্ডৱক কেতিয়াও প্ৰাপ্য ৰাজ্য নিদিয়ে। তোমাৰ সকলো যুক্তি নিৰৰ্থক হ'ব, বৰং ভাল কথা ক'লে সিহঁতে তোমাক অপমান কৰিব পাৰে। সেই দুষ্ট বুদ্ধিৰ ব্যক্তিসকলৰ মাজত তুমি প্ৰৱেশ কৰা উচিত নহয়। তোমাৰ প্ৰজ্ঞা আৰু পৌৰুষ মই ভাল দৰে জানো, তথাপি প্ৰীতি বশতঃ তোমাক এইখিনি সাৱধান বাণী শুনালো।"

কৃষ্ণই উত্তৰত কলে, "হে বিদুৰ, তোমাৰ দৰে মহাপ্ৰাজ্ঞ ব্যক্তিয়ে যেনেভাৱে কোৱা উচিত, তুমি সেইদৰেই কৈছা। পুত্ৰৰ কল্যাণাৰ্থে পিতামাতাই যেনেকৈ কয়, তুমিও মোক সেইদৰে কৈছো। কুৰু পাণ্ডৱৰ ভ্ৰাতৃকলহত আত্মীয় ৰূপে শান্তি প্ৰতিষ্ঠাৰ চেষ্টা নকৰিলে ভৱিষ্যতে মানুহে মোক দোষ দিব। সেই কাৰণে মই শান্তিৰ প্ৰস্তাৱ লৈ আহিব লগা হৈছে। কুৰু সভাত প্ৰৱেশ কৰিবলৈ মই ভয় নকৰো। সভাত থকা সকলো ৰাজণ্যবৰ্গই মোক যদি আক্ৰমণ কৰে, অকলশৰে তেওঁলোকক পৰাজয় কৰিবলৈ মোৰ সামৰ্থ্য আছে।" এইদৰে বিদুৰক আশ্বাস দি ৰাতি অতিবাহিত কৰে।

পাছদিনা ৰাতিপুৱা সূতমাগধবন্দিয়ে স্তুতিগান কৰি কৃষ্ণক জগাই দিয়ে। দুৰ্যোধন আৰু শকুনি আহি কৃষ্ণক আগবঢ়াই নিবলৈ বিদুৰৰ ঘৰত উপস্থিত হল। কৃষ্ণই প্ৰাতঃকৃত্য সমাপন কৰি বৃষ্ণি বীৰসকলৰ দ্বাৰা ৰক্ষিত আৰু কৌৰৱসকলৰ দ্বাৰা পৰিবৃত হৈ কুৰুসভালৈ প্ৰস্থান কৰে।

পাণৌ গৃহীত্বা বিদুৰং সাত্যকিঞ্চ মহাযশাঃ

কৃষ্ণ কুৰুসভাত সৰ্বতোভদ্ৰ আসনত উপৱেশন কৰিলে। তেওঁৰ কাষতে মণিপীঠত ( dais ) শুকুলা চৰ্মাসনত বিদুৰ বহিল। কৃষ্ণই গুৰুগম্ভীৰ স্বৰত ধৃতৰাষ্ট্ৰক সম্বোধন কৰি সন্ধিৰ প্ৰস্তাৱ দাঙি ধৰে। পাণ্ডৱসকলক তেওঁলোকৰ প্ৰাপ্য আধাৰাজ্য দিবলৈ অনুৰোধ কৰিলে আৰু লগতে যুদ্ধ পৰিহাৰ কৰি চলিবলৈকো ক'লে। সভাত থকা ঋষি-মুণি, ব্ৰাহ্মণ, ভীষ্ম-দ্ৰোণাদিয়েও প্ৰস্তাৱ গ্ৰহণৰ সপক্ষে মত দাঙি ধৰে। ভয় পাই ধৃতৰাষ্ট্ৰয়ো দুৰ্যোধনক প্ৰস্তাৱ গ্ৰহণ কৰিবলৈ উপদেশ দিয়ে। কিন্তু দুৰ্যোধনে এচিকতা মাটিও যুদ্ধবিনে এৰি নিদিয়ে বুলি কোৱাত পুতেকলৈ ভয় কৰি ৰজা মনে মনে থাকে।

এই সময়তে বিদুৰে মাত মাতে, "মই তোমাৰ কাৰণে দুখ নকৰো। তোমাৰ পিতা-মাতা পুত্ৰ-পৌত্ৰই বন্ধুহীন হৈ কাল কটাব লগা হ'ব, এই কাৰণেই মোৰ দুঃখ।" দুৰ্যোধনে পাণ্ডৱক কৰা অপব্যৱহাৰ আৰু অত্যাচাৰৰ কথা সোঁৱৰাই দি ন্যায্য প্ৰাপ্য অৰ্দ্ধৰাজ্য অথবা অন্ততঃ পাঁচখন গাঁও দিবলৈ অনুৰোধ কৰে। দুৰ্যোধনে খঙত তেওঁৰ অনুচৰ সকলৰ সৈতে সভাগৃহ ত্যাগ কৰে। কৃষ্ণই ধৃতৰাষ্ট্ৰক দুৰ্যোধনৰ অশিষ্ট আচৰণৰ কথা কৈ তেওঁক ৰাজ্যচ্যুত কৰিবলৈ অনুৰোধ কৰে। উপায়হীন হৈ ধৃতৰাষ্ট্ৰই বিদুৰৰ যোগেদি গান্ধাৰীক ৰাজসভালৈ মাতি আনে। গান্ধাৰীয়ে প্ৰথমতে দুৰ্যোধনক লাই দিয়া কাৰণে ধৃতৰাষ্ট্ৰৰ তিৰষ্কাৰ কৰে আৰু দুৰ্যোধনক বহুতো সজ উপদেশ দি পাণ্ডৱৰ প্ৰাপ্য ৰাজ্য ঘুৰাই দিবলৈ কয়। কিন্তু সকলো ব্যৰ্থ হয়।

দুৰ্যোধনে সভা ত্যাগ কৰি কৃষ্ণক বন্দী কৰি ৰাখিবৰ উদ্দেশ্যে কৰ্ণ, শকুনি আৰু দুঃশাসনৰ লগত মন্ত্ৰণা কৰে। সাত্যকিয়ে এই ষড়যন্ত্ৰ বুজিব পাৰি যদুবীৰ কেইজনক সতৰ্ক কৰি দিয়ে। বিদুৰ ষড়যন্ত্ৰৰ কথা জানি অতিশয় বিচলিত হয় আৰু ধৃতৰাষ্ট্ৰক ষড়যন্ত্ৰৰ কথা জনাই কৈছিল, "এনেকুৱা দুঃসাহসিক কামত লিপ্ত হলে, দুৰ্যোধন অচিৰে ধ্বংস হ'ব।

কৃষ্ণক বন্দী কৰিবলৈ গৈ দুৰ্যোধন অগ্নিত পতঙ্গৰ ঝাঁপ যোৱাৰ দৰে নাশ পাব।

ইমং পুৰুষশাৰ্দুলমপ্ৰধৃষ্যং দুৰাসদম্।

অসাদ্য ন ভবিষ্যন্তি পতঙ্গা ইৱ পাৱকম্ ॥

বিদুৰৰ বাক্যৰ পাছত কৃষ্ণই দুৰ্যোধনক অট্টহাস্য কৰি কলে, "দুৰ্বুদ্ধে, তুমি হয়তো ভাবিছা মই অকলশৰীয়া, মোক বন্দী কৰা সহজ হ'ব।" এই বুলি কৃষ্ণই অট্টহাস্য কৰে। সেই হাঁহিৰ লগে লগে তেওঁৰ বিশ্বৰূপ প্ৰকাশ পালে। উপস্থিত ৰাজন্যবৰ্গ আৰু অন্যান্য সভাস্থ লোকে ভয়ত চকু মুদি দিলে। ভীষ্ম, দ্ৰোণ, বিদুৰ, মহৰ্ষিসকল আৰু ধৃতৰাষ্ট্ৰই বিশ্বৰূপ দেখা পালে। ধৃতৰাষ্ট্ৰক সাময়িক ভাবে কৃষ্ণই দৃষ্টিদান কৰিছিল। পাছত বিশ্বৰূপ সম্বৰণ কৰি কৃষ্ণই সভাস্থল ত্যাগ কৰে আৰু কুন্তীক সকলো কথা জনাবলৈ বিদুৰৰ ঘৰত প্ৰৱেশ কৰে।

কৃষ্ণ উপপ্লব্য নগৰলৈ উভতি গৈ যুধিষ্ঠিৰক সকলো কথা জনালে, যুধিষ্ঠিৰে কৃষ্ণক বহুতো কথা সোধে। তাৰ ভিতৰত উল্লেখযোগ্য হৈছে, "আমাৰ খুড়া বিদুৰে পুত্ৰশোকত কাতৰ হৈ দুৰ্যোধনক কি কথা ক'লে।" যুধিষ্ঠিৰৰ দুখকষ্ট বিদুৰৰ মনত পুত্ৰশোকৰ সমান আছিল, এই উক্তিৰ পৰা যুধিষ্ঠিৰে বিদুৰক কিমান শ্ৰদ্ধাৰ চকুৰে চাইছিল সেইটো জানিব পাৰি। অৰ্থনীতি সম্পৰ্কেও বিদুৰৰ যথেষ্ট জ্ঞান আছিল। মহাৰাজ পাণ্ডু অৰণ্যবাসী হোৱাত ধৃতৰাষ্ট্ৰই ৰাজ্য চলায়। ধৃতৰাষ্ট্ৰৰ প্ৰধান অমাত্য আছিল বিদুৰ, ৰাজকোষ আৰু কৰ্মচাৰীসকলক পৰিচালনাৰ ভাৰ আছিল বিদুৰৰ ওপৰত।

দুৰ্যোধনৰ পাপচক্ৰান্ত আৰু কূট-কৌশলত অস্থিৰ হৈ পিতৃকল্প ভীষ্মকো বিদুৰে তিৰস্কাৰ কৰিছিল। ৰাজসভাত প্ৰকাশ্যভাৱে কৈছিল ঃ

কোঽয়ং দুৰ্যোধনো নাম কুলেঽস্মিন্ কুলপাংসনঃ।
যস্য লোভাভিভূতস্য মতিং সমনুৱৰ্ত্তসে ॥

উদ্যোগ ১৪৮/১৯

( কুলকলঙ্ক দুৰ্যোধন এই বংশৰ কোন? প্ৰনষ্ট কৌৰৱ বংশ তুমিয়ে উদ্ধাৰ কৰিছা আৰু ৰক্ষা কৰিছা। তুমি কিয় লোভাবিষ্ট দুৰ্যোধনৰ অভিমতৰ অনুগামী হৈছা ?

বিদুৰে ভীষ্মদেৱক পিতৃৰ দৰে ভক্তি কৰিছিল। ভীষ্মৰ স্নেহযত্নত তেওঁ লালিত-পালিত হৈছিল— এই কথা তেওঁ কেতিয়াও পাহঁৰা নাছিল। ভীষ্ম যতে নাথাকক, তেওঁ ভীষ্মৰ অধীন বুলি ভাৱিছিল। সেই কাৰণে দুৰ্যোধনৰ অসঙ্গত ৰাজ্যলোভ দেখি তেওঁ ভীষ্মক কৈছিল,

মাঞ্চৈৱ ধৃতৰাষ্ট্ৰঞ্চ পূৰ্ব্বমেৱ মহাদ্যুতে।
চিত্ৰকাৰ ইৱালেখ্য কৃত্বা স্থাপিত বালহাসি ॥

( মই আৰু ধৃতৰাষ্ট্ৰ তুমি অঁকা চিত্ৰৰ দৰে। তোমাৰ ইচ্ছাৰ বিৰুদ্ধে কোনো কাম কৰিবলৈ আমাৰ সামৰ্থ্য নাই। তেওঁ পৰম দুঃখত কৈছিল ঃ

অথ তেঽদ্য মতিৰ্নষ্টা বিনাশে প্ৰত্যুপস্থিতে।
বনং গচ্ছ ময়া সাৰ্দ্ধং ধৃতৰাষ্ট্ৰেণ চৈৱ হে ॥

( ভৰতবংশৰ সমূহ বিনাশৰ কাল উপস্থিত হৈছে। এই বিপৎকালত যদি তোমাৰ বুদ্ধি লোপ পাইছে তেন্তে ধৃতৰাষ্ট্ৰ আৰু মোক লৈ বনলৈ যাত্ৰা কৰা )

ভীষ্মৰ ওপৰত তেওঁৰ যি গভীৰ আস্থা আছিল আৰু ভৰতবংশৰ কিমান অকৃত্ৰিম হিতৈষী আছিল, সেইটো ওপৰৰ উক্তিৰ পৰা বুজিব পাৰি।

দৌত্য কাৰ্য্যত বিফল হৈ কৃষ্ণ পাণ্ডৱ শিবিৰলৈ উভতি আহে। বুদ্ধিমান কৃষ্ণই কুৰুসভাৰ সকলোৰে মনোভাৱ বুজিব পাৰিছিল। তেওঁ যুধিষ্ঠিৰক কথা প্ৰসঙ্গত কৈছিল ঃ

ন চ ভীষ্মো ন চ দ্ৰোণো যুক্তং তত্ৰাহতুৰ্ব্বচঃ।
সৰ্বে তমনুৱৰ্ত্তন্তে ঋতে বিদুৰমচ্যুত ॥

(ভীষ্ম আৰু দ্ৰোণই সভাস্থলত যি কৈছিল, সিও সঙ্গত বুলি মনে নধৰে একমাত্ৰ বিদুৰৰ বাহিৰে সকলোৱে দুৰ্যোধনৰ মতকে সমৰ্থন কৰে) শ্ৰীকৃষ্ণৰ এই উক্তিৰ পৰা বিদুৰৰ ন্যায়পৰায়ণতাৰ কথা জানিব পাৰি। তোষামোদ কৰা বিদুৰৰ স্বভাৱ নাছিল। তেওঁ নিজে কাকো অন্যায় নকৰিছিল আৰু আনে কৰাও সহ্য নকৰিছিল। কুৰুক্ষেত্ৰৰ মহাযুদ্ধত তেওঁ কোনো পক্ষতে যোগ দিয়া নাছিল। নিৰ্লিপ্তভাৱে নিজৰ ঘৰতে থাকি দিব্যদৃষ্টিৰে মহাযুদ্ধখন দৰ্শন কৰিছিল আৰু ধৃতৰাষ্ট্ৰক যুদ্ধৰ বিৱৰণি শুনাইছিল।

যুদ্ধ শেষ হ'ল। ধৃতৰাষ্ট্ৰ আৰু গান্ধাৰী পুত্ৰশোকত ম্ৰিয়মান। বিদুৰে ধৃতৰাষ্ট্ৰক নানা উপায়ে সান্ত্বনা দিবলৈ চেষ্টা কৰে। কেতিয়াবা সংসাৰৰ অনিত্যতাৰ কথা আৰু কেতিয়াবা নিয়তিৰ অলংঘনীয় বিধানৰ কথা কৈ সান্ত্বনা দিবলৈ চেষ্টা কৰিছে। ধৃতৰাষ্ট্ৰক সময়ে সময়ে তেওঁৰ কপট ব্যৱহাৰৰ কাৰণে তিৰস্কাৰ কৰিছে যদিও কটূক্তি বা অসৎ আচৰণ কৰা নাই, বৰং সমবেদনাৰে তেওঁৰ কথা পৰিপূৰ্ণ। এইবোৰ কাৰণেই বিদুৰ সকলোৰ নমস্য ব্যক্তি। ধৃতৰাষ্ট্ৰৰ নিৰ্দেশত বিদুৰে কৌৰৱনাৰী সকলক কুৰুক্ষেত্ৰলৈ নিয়ে। তাত নাৰীসকলে স্বামী, পুত্ৰ, পিতা, ভ্ৰাতা আদিৰ মৃত দেহ বিচাৰি ফুৰা দৃশ্য আৰু তেওঁলোকৰ মৃতদেহ আকোৱালি কৰুণ ক্ৰন্দন কৰা অৱস্থা অতি মৰ্মন্তুদ। বিদুৰো বিচলিত হৈছিল, কিন্তু বাহিৰত শোকৰ লক্ষণ প্ৰকাশ নকৰি মাটিত বাগৰি কান্দি থকা ধৃতৰাষ্ট্ৰ আৰু গান্ধাৰীক সান্ত্বনা দিবলৈ চেষ্টা কৰিছিল। স্ত্ৰী পৰ্বত এই শোকৰ বিৱৰণ আৰু বিদুৰৰ সান্ত্বনা বাণীৰ কথা আৰু দৃশ্য দেখা যায়।

উত্তিষ্ঠ ৰাজন্ কিংশেষে ধাৰয়াত্মনমাত্মনা।
এষা বৈ সৰ্বসত্ত্বানাং লোকেশ্বৰ পৰাগতিঃ ॥
সৰ্বে ক্ষয়ান্তা নিচয়াঃ পতনান্তাঃ সমুচ্ছ্ৰয়াঃ।
সংযোগ্য বিপ্ৰযোগান্তা মৰণান্তঞ্চ জীৱিতম ॥
অদৰ্শনাদাপতিতাঃ পুনশ্চাদৰ্শনং গতাঃ।
ন তে তৱ ন তেষাং ত্বং তত্ৰ কা পৰিদেৱনা ॥
ক্ষত্ৰিয়াস্তে মহাত্মানঃ শূৰা সমিতিশোভনাঃ।
আশিসং পৰমাং প্ৰাপ্তা ন শোচ্যা সৰ্ব এৱ হি ॥
মাতাপিতৃসহস্ৰানি পুত্ৰদাৰাশত্যানি চ।
সংসাৰেষ্বনুভূতানি কস্যতে কস্য বা বয়ম্ ॥
ভৈষজ্যমেতদ্দুঃখস্য যদেতন্নানুচিন্তয়েৎ।
চিন্ত্যমানং হিন ব্যেতি ভূয়শ্চাপি প্ৰৱৰ্দ্ধতে ॥

(হে ৰাজন, তুমি মাটিত পৰি নাথাকিবা; উঠা নিজেই নিজক আশ্বস্ত কৰা।

মৃত্যু প্ৰানী সকলৰ শেষ পৰিণতি। সকলো সঞ্চয়ৰ পৰিণামত ক্ষয় হয়; পতনত উত্থানৰ পৰিসমাপ্তি। মিলনৰ শেষফল বিচ্ছেদ। মৃত ব্যক্তিসকলক জন্মৰ আগতে দেখা নগৈছিল আৰু মৃত্যুৰ পাছতো দেখা নাযাব। তেওঁলোক তোমাৰ একো নহয়, তুমিও তেওঁলোকৰ একো নোহোবা। তেন্তে শোকৰ কাৰণ কি? সেই মহাত্মা সকল ক্ষত্ৰিয় আছিল, জন্মমৃত্যু তেওঁলোকৰ কাৰণে আশীৰ্বাদ স্বৰূপ আছিল। সেই কাৰণে তেওঁলোকৰ নিমিত্তে শোক কৰা অনুচিত। জন্ম-জন্মান্তৰত সহস্ৰ-সহস্ৰ মাতাপিতাৰ লগত সম্বন্ধ ঘটে। আমাৰ লগত তেওঁলোকৰ স্থায়ী সম্পৰ্ক কত? দুঃখৰ কাৰণ চিন্তা নকৰায় ভাল। দুঃখ নিবৃত্তিৰ একমাত্ৰ উপায় চিন্তা কৰিলে দুখৰ উপশম নহয়, বৰং দুঃখ বহুগুণে বৃদ্ধি পায়।)

বিদুৰৰ সান্ত্বনা বাণীত ধৃতৰাষ্ট্ৰ কিছু আশ্বস্ত হয় আৰু শান্তি লাভ কৰে। ইয়াৰ পাছত, ধৃতৰাষ্ট্ৰৰ বহু প্ৰশ্নৰ উত্তৰত বিদুৰে সময়োচিত বহু উপদেশৰ দ্বাৰা বৃদ্ধ ৰজাক সান্ত্বনা দান কৰে। হতভাগ্য ধৃতৰাষ্ট্ৰই সকলো ক্ষেত্ৰত বিদুৰৰ উপদেশ অনুসাৰে কাম নকৰিলেও, তেওঁৰ শুদ্ধ বুদ্ধিক সমাদৰ নকৰাকৈ নাছিল।

উলুকৰ (দুৰ্যোধনৰ পুত্ৰ) মৃত্যুত শকুনিয়ে দুৰ্যোধনক বিদুৰৰ হিতবাক্য সোঁৱৰাই দিছিল। দুৰ্যোধনেও দ্বৈপায়ন হ্ৰদত প্ৰৱেশ কৰা মুহূৰ্তত বিদুৰ বাক্য স্মৰণ কৰি দুঃখ কৰিছিল, "সম্মাৰ বচনং ক্ষত্তঃ ধৰ্মশীলস্য ধীমতঃ" (পলা পৰ্ব ২৯ / ২৬)।

শোক-সন্তপ্ত ধৃতৰাষ্ট্ৰই শোকাভিভূত হৈ এসময়ত কৈছিল, 'মই নিতান্তই দুৰ্মতি আৰু বুদ্ধিহীন, হিতকামী বিদুৰৰ উপদেশ নুশুনি আজি শোকত দগ্ধ হৈছো। মন্দবুদ্ধি দুৰ্যোধনক পৰিত্যাগ কৰিবলৈ পুনঃ পুনঃ বিদুৰে কোৱা সত্বেও আৰু পাশাখেল বন্ধ কৰিবলৈ কোৱাতো মই একো নকৰিলোঁ। দীৰ্ঘদৰ্শী বিদুৰৰ একো কথাতে মই কাণ নিদিলো। পাপাত্মা দুৰ্যোধনক অনুমোদন কৰিছিলোঁ। তাৰে ফল এতিয়া ভোগ-কৰিছোঁ।"

কুৰুক্ষেত্ৰৰ যুদ্ধৰ পাছত বিদুৰক আশ্ৰয় কৰি ধৃতৰাষ্ট্ৰ আৰু গান্ধাৰীয়ে পাণ্ডৱৰ লগত বাস কৰিব পাৰিছিল। ৰাজ্য উদ্ধাৰ কৰি যুধিষ্ঠিৰ ৰজাই বিদুৰক প্ৰধান মন্ত্ৰী ৰূপে নিযুক্ত কৰে। সভাপৰ্বত আছে যে ৰাজসূয় যজ্ঞৰ সময়ত যুধিষ্ঠিৰে বিদুৰক টকা-পইচা লেনদেনৰ ক্ষেত্ৰত বিদুৰকে কৰ্তৃত্ব দান কৰিছিল। যুধিষ্ঠিৰে ধৃতৰাষ্ট্ৰ-গান্ধাৰীক বিনয় কৰি আশ্ৰয় দিলে যদিও ভীমে মাজে মাজে ধৃতৰাষ্ট্ৰক কটু কথা শুনাইছিল। ভীমৰ কটুক্তিত বুঢ়া ৰজাৰ নিৰ্বেদ অৰ্থাৎ সংসাৰৰ প্ৰতি বিৰক্তিৰ ভাব উদয় হয়। তেওঁ বিদুৰক এই ভাব জনোৱাত বিদুৰে বনগমনৰ সুবিধা কৰি দিয়ে। গান্ধাৰী, কুন্তী, সঞ্জয়, ধৃতৰাষ্ট্ৰক লৈ তেওঁ বনগমন কৰে।

ভাগীৰথীতীৰৰ পৰা কুৰুক্ষেত্ৰলৈ গৈ ৰাজৰ্ষি শতযূপৰ আশ্ৰমত গৈ তেওঁলোকে বাস কৰিবলৈ লয়। কিছুদিনৰ পাছত পাণ্ডৱসকল সপৰিবাৰে ধৃতৰাষ্ট্ৰৰ আশ্ৰমত উপস্থিত হয়। সেই ঠাইত বিদুৰক নেদেখি প্ৰশ্ন কৰাত ধৃতৰাষ্ট্ৰই ক'লে যে বিদুৰ ভালেই আছে, তেওঁ ঘোৰ তপস্যাত নিমগ্ন।

কুশলী বিদুৰঃ পুত্ৰ, তপো ঘোৰং সমাশ্ৰিতঃ।
বায়ুভক্ষো নিৰাহাৰ কৃশো ধৰ্মনিসন্ততঃ ॥

আশ্ৰম / ২৬

যুধিষ্ঠিৰ বিদুৰৰ সন্ধানত ওলাই গ'ল। দূৰৰ পৰাই নগ্ন, মলিন আৰু বনৰ ধূলিকণাৰে দেহ আচ্ছন্ন বিদুৰক দেখা পালে। কেতিয়াবা তেওঁ দেখা দিয়ে আৰু বনত লুকাই যায়। "মই আপোনাৰ অতি প্ৰিয় ৰজা যুধিষ্ঠিৰ" বুলি চিঞৰি গভীৰ অৰণ্যত বিদুৰক অন্বেষণ কৰে। বিদুৰে যোগবলে যুধিষ্ঠিৰৰ দেহত প্ৰবেশ কৰে। বিদুৰৰ প্ৰৱেশত যুধিষ্ঠিৰে অধিক বলশক্তি অনুভৱ কৰে। যুধিষ্ঠিৰে দেখিবলৈ পায় যে গতপ্ৰাণ বিদুৰে এজোপা গছত আউজি নিঃসাৰ হৈ আছে। তেওঁৰ দেহটোৰ অগ্নিসংস্কাৰ কৰিবলৈ লওঁতে আকাশবাণী যুধিষ্ঠিৰে শুনিবলৈ পায়—

ভো ভো ৰাজন্ ন দগ্ধব্যম এতদ্ বিদুৰসংজ্ঞকম্।
যতিধৰ্মমবাপ্তোঽসৌ নৈষ শোচ্যঃ পৰন্তপ ॥

"হে ৰাজন্ বিদুৰে যতিধৰ্ম গ্ৰহণ কৰিছিল। এই কাৰণে তেওঁৰ দেহৰ অগ্নিসংস্কাৰ নহয়। তেওঁৰ কাৰণে শোক কৰা অনুচিত।" আশ্ৰমলৈ উভতি আহি যুধিষ্ঠিৰে সকলোকে বিদুৰৰ প্ৰয়াণৰ কথা জনালে। ধৃতৰাষ্ট্ৰ প্ৰভৃতি সকলো আচৰিত হ'ল।

মহামতি বিদুৰৰ প্ৰাণ যুধিষ্ঠিৰৰ দেহত বিলীন হোৱাৰো এক তাৎপৰ্য আছে। যুধিষ্ঠিৰ ধৰ্মৰ পুত্ৰ বুলি খ্যাত, বিদুৰো ধৰ্মৰ অংশৰ পৰা জন্ম লাভ কৰিছিল। এই কাৰণেই বিদুৰে যুধিষ্ঠিৰত লীন গৈছিল। কৌৰৱবিলাকে তেওঁৰ উপদেশ নুশুনাৰ কাৰণেই ধ্বংসপ্ৰাপ্ত হয়।

বিদুৰৰ চৰিত্ৰত কোনো চেকা নাই ; নিষ্কলুষ চৰিত্ৰ আছিল তেওঁৰ। এই জন ধৰ্মৰ বিগ্ৰহস্বৰূপ পুৰুষ প্ৰায় এশ বছৰ জীয়াই আছিল।

**দুৰ্যোধন ঃ**

মহাভাৰতৰ মতে কলিৰ অংশত দুৰ্যোধনৰ জন্ম। মহাভাৰতকাৰ বেদব্যাসে দুৰ্যোধনক, দুৰ্বুদ্ধি, দুৰাচাৰ আৰু কুৰুবংশৰ কীৰ্তিনাশক ৰূপে বৰ্ণনা কৰিছে। তেওঁৰ দোষতে ভাৰতবৰ্ষ বীৰশূন্য হৈছিল আৰু বহুত প্ৰসিদ্ধ ক্ষত্ৰিয় বংশ লোপ পালে। দুৰ্যোধনৰ আন এটা নাম আছিল সুযোধন। দুৰ্যোধন যুধিষ্ঠিৰতকৈ বয়সত সৰু, ভীমৰ সমবয়স্ক, তেওঁৰ জন্ম বৃত্তান্তও আচৰিত ধৰণৰ। দুৰ্যোধন আৰু তেওঁৰ শতভাই দুবছৰ মাতৃগৰ্ভত বাস কৰিছিল। দুবছৰৰ মূৰত গান্ধাৰীয়ে এক মাংস পেশীৰ জন্ম দিছিল। তাৰপৰা শতভাইৰ জন্ম হয়।

জন্মৰ সময়ত দুৰ্যোধনে গাধৰ দৰে চিৎকাৰ কৰিছিল। শগুন, শিয়াল আদিয়ে একেলগে ৰাও দি চাৰিদিশ কঁপাই তুলিছিল, এনে অমঙ্গল দেখি সভাত থকা ব্ৰাহ্মণ আৰু বিদুৰ প্ৰমুখ্যে অন্যান্য বিদ্বান ব্যক্তিসকলে ধৃতৰাষ্ট্ৰক সন্তানটি পৰিত্যাগ

কৰিবলৈ পৰামৰ্শ দিছিল, কিন্তু পিতৃস্নেহৰ বশবৰ্তী হৈ ধৃতৰাষ্ট্ৰই লালন-পালন কৰি ডাঙৰ কৰে। লাহে লাহে তেওঁ শৈশৱ অতিক্ৰম কৰি যৌৱনত ভৰি দিয়ে। লৰা-কালৰ পৰাই দুৰ্যোধনে পাণ্ডৱক ঈৰ্ষাৰ চকুৰে চাইছিল। বিশেষকৈ তেওঁৰ সমপৰ্যায়ৰ পৰাক্ৰমী ভীমক। ঈৰ্ষাৰ প্ৰকোপত তেওঁ পাণ্ডৱৰ বিৰুদ্ধে যিবোৰ অপকৰ্ম কৰিছিল তাৰ পৰা তেওঁ যে নীচমনো বৃত্তিৰ আছিল সেই কথা জানিব পাৰি। ভীমক হত্যা কৰিবলৈ খাদ্যৰ লগত বিষ মিহলাই অচেতন কৰি পানীত উটুৱাই দিছিল। দৈৱবলত বলবান ভীমে নাগলোকৰ নাগসকলক পৰাজয় কৰি উভতি আহিবলৈ সক্ষম হয়। লৰালি কালত আৰু যৌৱনত পাণ্ডৱক যি কোনো প্ৰকাৰে তেওঁ নাশ কৰিবলৈ চেষ্টাৰ ত্ৰুটি কৰা নাছিল। ভীম আৰু দুৰ্যোধন দুয়োজনে বলৰামৰ ওচৰত গদাযুদ্ধ শিকিছিল আৰু দ্ৰোণাচাৰ্য্যৰ পৰা ধনুৰ্বিদ্যা শিকিছিল। গদাযুদ্ধত ভীম-দুৰ্যোধন দুয়োজনে বিশেষ পাৰদৰ্শিতা লাভ কৰিছিল। ভীম আৰু দুৰ্যোধনৰ শেষ যুদ্ধত (শৈল্যপৰ্ব) শ্ৰীকৃষ্ণই ভীমক সাৱধান কৰি উৰুভঙ্গৰ কথা সোঁৱৰাই দি যুধিষ্ঠিৰক কৈছিল।

বলী ভীমঃ সমৰ্থশ্চ কৃতী ৰাজা সুযোধনঃ।
বলবান বা কৃতী বেতি কৃতী ৰাজন্ বিশিষ্যতে ॥
নাহি পশ্যামি তংলোকে যোহদ্য দুৰ্যোধনংবান।
গদা হস্তং বিজেতুং বৈশক্ত স্যাদমৰোহপিহি ॥
নত্বং ভীমো ন নকুলঃ সহদেবোহথ ফাল্গুনঃ।
জেতুং ন্যায়েন শক্তো বৈ কৃতী ৰাজা সুযোধনঃ ॥ শল্য ৩৩/১১/১৯-১২

'ভীম বলবান আৰু সমৰ্থ, কিন্তু দুৰ্যোধন অধিক কৌশলজ্ঞ। বলবান আৰু কৌশলজ্ঞৰ মাজত কৌশলজ্ঞই শ্ৰেষ্ঠ)। গদাযুদ্ধত দুৰ্যোধনক পৰাজয় কৰিব পৰা বীৰ মই কাকো দেখা নাই। আনকি দেৱতাও আজি তেওঁক জয় কৰিবলৈ সমৰ্থ নহব। তুমি ভীম, নকুল, সহদেৱ আনকি অৰ্জুনো তেওঁক জয় কৰিব নোৱাৰিব।

দ্ৰোণাচাৰ্য্যই শিক্ষা দিয়া কিশোৰ কুৰুকুমাৰ সকলৰ ৰণকৌশল প্ৰদৰ্শন কৰিবৰ উদ্দেশ্যে যি আখৰাৰ আয়োজন কৰিছিল কৰ্ণৰ তাত প্ৰৱেশ নিষেধ আছিল, কাৰণ কৰ্ণ আছিল সূতপুত্ৰ। ৰজা বা ৰাজপুত্ৰসকলেহে, আন কথাত ক্ষত্ৰিয় কুমাৰ সকলেহে তাত যোগ দিব পাৰিছিল। কৰ্ণই তাত উপস্থিত হৈ অৰ্জুনৰ কৃতিত্ব ch llenge কৰাত দ্ৰোণাচাৰ্য্যই ক্ষত্ৰিয়ৰ লগত ক্ষত্ৰিয়ই হে যুদ্ধ কৰাৰ নীতি সোঁৱৰাই কৰ্ণক সেই প্ৰদৰ্শনিত সোমাবলৈ বাধা দিয়ে। দুৰ্যোধনে কৰ্ণৰ পৰাক্ৰম বুজিব পাৰি তেওঁৰ লগত মিত্ৰতা সূত্ৰত আৱদ্ধ হৈ অঙ্গৰাজ্যৰ অধিপতি পাতে। ধৃতৰাষ্ট্ৰ, ভীষ্ম আৰু বিদুৰৰ লগত পৰামৰ্শ নকৰাকৈ তেওঁ এনে গুৰুত্বপূৰ্ণ কাম কৰে। এই কাৰ্য্যত তেওঁৰ হঠকাৰিতা প্ৰকাশ পাইছিল যদিও সৰুকালতে প্ৰতিভা চিনিব পৰা শক্তিৰো এই কাৰ্য্যই ইঙ্গিত দিয়ে। কৰ্ণক মিত্ৰ ৰূপে পাই তেওঁৰ শক্তি-সামৰ্থ্য বহু গুণে বৃদ্ধি পাইছিল।

ভীমে যেতিয়া কৰ্ণক সূতপুত্ৰ বুলি উপহাস কৰিছিল তেতিয়া দুৰ্যোধনে ভীমক বাধা দি কৈছিল "ভীমসেন তুমি এইদৰে উপহাস কৰা উচিত হোৱা নাই। শক্তিয়েই ক্ষত্ৰিয়ৰ পৰম সম্পদ। বীৰ পুৰুষৰ শক্তি আৰু নদীৰ উৎপত্তি স্থান জনা টান। পানীৰ পৰা অগ্নিৰ উৎপত্তি হয়, দধিচীৰ অস্থিৰ পৰা বজ্ৰ নিৰ্মিত হয়। ভগৱান কাৰ্ত্তিকক আগ্নেয়, গুহ, ৰৌদ্ৰ আৰু গাঙ্গেয় ইত্যাদি নামে জনা যায়, তেওঁৰো জন্ম বৃত্তান্ত ৰহস্যাবৃত। বিশ্বামিত্ৰকে আদি কৰি ক্ষত্ৰিয় সকলে তপস্যাৰ প্ৰভাৱত যে ব্ৰাহ্মণত্ব লাভ কৰিছিল সেই কথাও তোমাৰ অবিদিত নহয়। আচাৰ্য্য দ্ৰোণ কলহ এটাৰ পৰা উৎপত্তি হৈছিল। তোমালোকৰ উৎপত্তিৰ আমাৰ অবিদিত নহয়। সকুণ্ডল-কবচধাৰী সৰ্ব্বলক্ষণ সম্পন্ন সূৰ্য্য সদৃশ এই নৰশাদূলৰ মাতৃজানো মৃগী হব পাৰে ?"

কিশোৰ দুৰ্যোধনৰ ওপৰৰ কথাৰ পৰা তেওঁৰ ব্যক্তিত্ব আৰু নীতি জ্ঞানৰ পৰিচয় পোৱা যায়। পাণ্ডৱৰ জন্ম বৃত্তান্তত ৰহস্যাবৃত। এই কাৰণেই দুৰ্যোধনে সম্ভৱতঃ তেওঁলোকক কুৰুবংশৰ সন্তানৰূপে মানি লবলৈ কুণ্ঠা বোধ কৰিছিল আৰু ৰাজ্য ভাগাভাগি কৰিব নুখুজিছিল। কিন্তু সেই বুলি যে তেওঁলোকক জাৰজ ৰূপে গণ্য কৰিছিল সিও নহয়। যুধিষ্ঠিৰৰ ৰাজসূয় যজ্ঞত দুৰ্যোধনৰ শত ভায়ে সহযোগ কৰিছিল আৰু পাণ্ডৱৰ লগত কোনো বাহিৰা শত্ৰুৰ বিৰোধ ঘটিলে দুৰ্যোধনে সহায়ৰ হাত আগবঢ়াইছিল। যুধিষ্ঠিৰে সেই কাৰণেই কব পাৰিছিল "আমাৰ মাজত বিৰোধ ঘটিলে তেওঁলোক এশ আৰু আমি পাঁচজন কিন্তু আনৰ লগত বিৰোধ হলে আমি এশ পাঁচজন।"

অস্মাকং তু বিৰোধে চ বয়ং পঞ্চতে শতম্।
অনৈঃ সহ বিৰোধেতু বয়ং পাঞ্চোত্তৰং শতম ॥

কৰ্ণৰ লগত বন্ধুত্বৰ পৰিণামতে কুৰুক্ষেত্ৰৰ মহাযুদ্ধ হয়। কৰ্ণ আৰু শকুনিয়ে তেওঁৰ পাণ্ডৱ বিদ্বেষ দুগুণে জ্বলাইছিল। তেওঁৰ পৌৰুষ আৰু ব্যক্তিত্ব থকা স্বত্বেও একমাত্ৰ পাণ্ডৱ বিদ্বেষে তেওঁৰ চৰিত্ৰ কলঙ্কিত কৰিছে। জতুগৃহৰ আয়োজন, পুৰোচনৰ লগত পাপ পৰামৰ্শ, পাণ্ডৱক পৈত্ৰিক অৰ্দ্ধৰাজ্যৰ পৰা বঞ্চিত কৰা আদি পাপকাৰ্য্যই তেওঁৰ চৰিত্ৰত কলংক আনিছে।

কলিঙ্গৰাজ চিত্ৰসেনৰ কন্যাক স্বয়ম্বৰ সভাৰ পৰা অপহৰণ কৰি বিবাহ কৰে তেওঁৰ অন্যতমা পত্নী ভানুমতী।

পাণ্ডৱৰ ৰাজসূয় যজ্ঞত অতিথি সকলক অভ্যৰ্থনা কৰা আৰু তেওঁলোকে অনা উপঢৌকন গ্ৰহণ কৰা কাৰ্য্যত যুধিষ্ঠিৰে তেওঁক নিয়োগ কৰিছিল। দায়িত্ব পালনত তেওঁ শিথিলতা কৰা নাছিল। কিন্তু পাণ্ডৱৰ শ্ৰী দেখি তেওঁ জ্বলি পুৰি মৰিছিল। পাণ্ডৱৰ অনিষ্ট চিন্তা কৰি তেওঁ শকুনিক কৈছিল ঃ

বহ্নিমেৱ প্ৰৱেক্ষ্যামি ভক্ষয়িষ্যামি বা বিষম্ ॥
অপোৱাপি প্ৰৱেক্ষ্যামি ন হি শক্যামি জীৱিতুম ॥

( মই জুইত জাপ দি বা বিষ খাই অথবা জলত প্ৰবেশ কৰি দেহত্যাগ কৰিম। শত্ৰুৰ শ্ৰী দেখি মই বাচি থাকিব নোখোজো )

দুৰ্যোধনৰ এই উক্তিত তেওঁৰ পাণ্ডৱৰ প্ৰতি ঈৰ্ষা আৰু পৰশ্ৰীকাতৰতা নগ্ন ভাৱে প্ৰকাশ পাইছে। তেওঁৰ দুৰ্বৃদ্ধ প্ৰজাপালক আৰু লোক সংগ্ৰাহক নৃপতি দুৰ্লভ। জন্মান্ধ ধৃতৰাষ্ট্ৰই সিংহাসন নোপোৱাৰ কাৰণে তেওঁৰ সৰুনি ভায়েক পাণ্ডু ৰজা হৈছিল। পাণ্ডুৰ পাছত যুধিষ্ঠিৰ আৰু দুৰ্যোধন ৰজা হয় আৰু ৰাজ্য দুভাগ হয়। স্নেহাতুৰ পিতাৰ ব্যক্তিত্বক তেওঁ মোহাচ্ছন্ন কৰি ৰাখিছিল। সময় বিশেষে তেওঁ ধৃতৰাষ্ট্ৰৰ প্ৰতি যি কঠোৰ ভাষা প্ৰয়োগ কৰিছিল সি শিষ্ট সম্মত নহয়। ধৃতৰাষ্ট্ৰই প্ৰথম ছোৱাত দুৰ্যোধনৰ পাণ্ডৱ বিদ্বেষ হ্ৰাস কৰিবৰ কাৰণে চেষ্টা নকৰা নহয়; তেওঁ উপদেশৰ দ্বাৰা পুতেকক সজপথলৈ আনিবলৈ চেষ্টা কৰিছিল কিন্তু সফল নহল। ইন্দ্ৰপ্ৰস্থত ৰাজসূয় যজ্ঞত পাণ্ডৱৰ যি বৈভৱ দেখা পালে সিও তেওঁৰ ঈৰ্ষা অধিক বঢ়াই দিলে। দৰ্যোধনে বাপেকৰ ওচৰত পাণ্ডৱৰ ঐশ্বৰ্য্যৰ কথা বৰ্ণনা কৰি শেষত এইদৰে কৈছে ঃ

এতাং দৃষ্টবা শ্ৰিয়ং পাৰ্থে হৰিশ্চন্দ্ৰে যথা বিভো।
কথং নু জীবিতং শ্ৰেয়ো মম পশ্যামি ভাৰত ॥

( হৰিশ্চন্দ্ৰৰ দৰে কুন্তীতনয়ৰ ইমান ঐশ্বৰ্য্য দেখি আমি জীয়াই থকাৰ লাভ কি ? সৰু মানুহৰ শক্তি ঐশ্বৰ্য্য বৃদ্ধি পাইছে আৰু উচ্চ লোকৰ হীন অৱস্থা হৈছে )

ধৃতৰাষ্ট্ৰই পুতেকক প্ৰবোধ দিবলৈ চেষ্টা কৰি কলে "বাচা তুমি মোৰ জেষ্ঠ্যপুত্ৰ, পাণ্ডৱক হিংসা নকৰিবা। যুধিষ্ঠিৰে তোমাক হিংসা নকৰে, তেওঁ তোমাক বন্ধু বুলিয়ে ভাৱে। তুমি তেওঁলোকৰ সমানে ৰাজ্য সম্পত্তি ভোগ কৰিছা। পৰধন স্পৃহা সৎলোকৰ আচৰণ নহয়। তুমি মিত্ৰদ্ৰোহ নকৰিবা।"

পিতাৰ উপদেশ শুনি দুৰ্যোধন শান্ত হওক ছাৰি খঙত উত্তেজিত হৈ ধৃতৰাষ্ট্ৰক কঠোৰ ভাৱে কবলৈ ধৰে।

যস্য নাস্তি নিজা প্ৰজ্ঞা কেৱলন্তু বহুশ্ৰুতঃ।
ন স জানাতি শাস্ত্ৰাথং দৰ্বী সুপৰসানিৱ ॥
জানন্ বৈ মোহয়সি মাং নাৱি নৌৰিৱ সংযতা।
স্বাৰ্থে কিং নাৱধানং তে উতাহো দ্বেষ্টি মাং ভৱান ॥
ন সন্তীমে ধাৰ্ত্তৰাষ্ট্ৰা যেষাং ত্বমনুশাসিতা।
প্ৰতিপন্নান্ স্বকাৰ্যেষু সম্মোহয়সি নো ভৃশম্ ॥
শত্ৰুশ্চৈৱ মিত্ৰঞ্চ ন লেখ্যং ন চ মাতৃকা।
যা বৈ সন্তাপয়তি যংস শত্ৰুঃ প্ৰোচ্যতে নৃপ ॥
নাস্তি বৈ জ্ঞাতিতঃ শত্ৰুঃ পুৰষশ্য বিশাম্পতে।
যেন সাধাৰণী বৃত্তিঃ স শত্ৰুৰ্নেতৰো জনঃ
নাপ্ৰাপ্য পাণ্ডবৈশ্চৰ্য্যং সংশয়ো মে ভবিষ্যতি

অবাপ্স্যে বা শ্ৰিয়ং তাংহি শিষ্যে বা নিহতো সুধি ॥

সভা—৫৩।১-২০

( ব্যঞ্জনৰ বসন সিক্ত হলেও হেতাই ব্যঞ্জনৰ সোৱাদ নাপায় সেইদৰে প্ৰজ্ঞাহীন লোকে শাস্ত্ৰ জানিলেও শাস্ত্ৰৰ মৰ্মাৰ্থ বুজি নাপায়। তুমি যিবিলাক ধৃতৰাষ্ট্ৰ তনয়ৰ উপদেষ্টা তেওঁলোকৰ বাচি থকাৰ উপায় নাইকীয়া হৈছে। আমি স্ব কৰ্মত আত্মনিয়োগ কৰিলে তুমি আমাক উপদেশ দি মোহগ্ৰস্ত কৰা। শত্ৰু আৰু মিত্ৰৰ কোনো ধৰা বন্ধা সংজ্ঞা নাই। যিজনে তাপিত বা অত্যাচাৰ কৰে তেওঁকে শত্ৰু বুলি গণ্য কৰা হয়। হে ৰাজন জ্ঞাতিত কৈ ডাঙৰ শত্ৰু নাই। যাৰ জীৱিকাৰ উপায় একে পৰ্য্যায়ৰ তেওঁলোকেই পৰস্পৰৰ শত্ৰু। পাণ্ডৱৰ ধন সম্পত্তি হস্তগত কৰিব নোৱাৰিলে আমাৰ জীৱন থাকিবনে নাথাকে এই বিষয়ে সন্দেহ আছে। মই সেই ঐশ্বৰ্য্য হস্তগত কৰিম, কিম্বা যুদ্ধত নিহত হৈ ভূমি শয্যা গ্ৰহণ কৰিম"।

ওপৰত উদ্ধৃত কৰা দুৰ্যোধনৰ নিজ মুখৰ কথাৰ পৰা তেওঁৰ পাণ্ডৱ-বিদ্বেষ, পৰশ্ৰীকাতৰতা, ঐশ্বৰ্য্য লিপ্সা আৰু পিতাকৰ প্ৰতি অসন্মান ব্যৱহাৰ প্ৰকাশ পাইছে। তেওঁ গুৰুজনক নামানিছিল। ভীষ্ম, দ্ৰোণ আৰু বিদুৰৰ সজ উপদেশ ফু-তে উৰুৱাই দিছিল। এদিন বিদুৰে সজ উপদেশ দিওঁতে অকথ্য ভাষাত বিদুৰক অপমান কৰি সভাগৃহ ত্যাগ কৰিবলৈ বাধ্য কৰিছিল।

যুধিষ্ঠিৰে পাশাখেলত হাৰি অৱশেষত দ্ৰৌপদীকো পণত ৰাখি যেতিয়া তেওঁকো হেৰুৱালে তেতিয়া দ্ৰৌপদীক সভাস্থললৈ আনিবৰ কাৰণে মদমত্ত দুৰ্যোধনে প্ৰথমতে বিদুৰক অনুৰোধ কৰে। বিদুৰে তেওঁক তিৰস্কাৰ কৰি দ্ৰৌপদীক আনিবলৈ অস্বীকাৰ কৰে। তেতিয়া দুৰ্যোধনে প্ৰতিকামীক আদেশ দিয়ে। কিন্তু তেৰোঁ যাবলৈ থেৰো পেথো কৰাত দুঃশাসনক কামৰ ভাৰ অৰ্পণ কৰে। দুঃশাসনে দ্ৰৌপদীক ৰজস্বলা অৱস্থাত একবস্ত্ৰ-পৰিহিতা কৰি সভাস্থললৈ টানি আনে আৰু নগ্ন কৰিবলৈ চেষ্টা চলায আৰু দুৰ্যোধনে সেই সুযোগতে বাম ঊৰু প্ৰদৰ্শন কৰে। চৰম নিৰ্লজ্জতাৰ প্ৰকাশ দেখি সভাত থকা ভীষ্ম, দ্ৰোণ, বিদুৰ আদিয়ে দুৰ্যোধনক ধিক্কাৰ দিয়ে আৰু নিজে লজ্জিত হয়। এইটো দুৰ্যোধনৰ ৰাজোচিত ব্যৱহাৰ হোৱা নাই, বৰং ইতৰ লোকৰ নীচ মনোবৃত্তিৰহে পৰিচায়ক। ইয়াৰ পাছত ভবাতুৰ ধৃতৰাষ্ট্ৰই দ্ৰৌপদীক বৰদি দাসত্বৰ পৰা মুকলি কৰি দিয়ে আৰু ইন্দ্ৰপ্ৰস্থলৈ পঠাই দিযে। দুৰ্যোধনে শকুনিৰ প্ৰবোচনাত পুনৰ যুধিষ্ঠিৰক পাশা খেলিবলৈ আহ্বান কৰে আৰু দুৰ্ব্বলচিত্ত ধৃতৰাষ্ট্ৰই অনুমোদন জনাই পাণ্ডৱক পাশা খেলিবলৈ পুনৰ আহ্বান কৰে। যুধিষ্ঠিৰেও সেই আহ্বান গ্ৰহণ কৰি সৰ্ব্বস্ব হেৰুৱায় আৰু বাৰ বছৰ বনবাসৰ উপৰিও এবছৰঅজ্ঞাত বাস খাটিব লগা হয।

দ্বিতীয়বাৰ পাশাখেলি যেতিয়া পাণ্ডৱসকল সভাৰ পৰা ওলাই যায় তেতিয়া দুৰ্যোধনে ভীমৰ খোজ কাটল অনুসৰণ কৰি তেওঁক উপহাস কৰে। এই কাৰ্য্যত

নিতান্ত শিশু সুলভ চপলতা। ঋষি মৈত্ৰেয়ৰ উপদেশ শুনি খঙত তেওঁ উৰুত আঘাত কৰি ঋষিক আশালীন ব্যৱহাৰ কৰাত ঋষিয়ে তেওঁক অভিশাপ দিয়ে যে ভীমৰ পদাঘাতত তেওঁৰ উৰ। ভঙ্গ হ'ব। পাণ্ডৱৰ অৰণ্য বাসৰ কষ্ট চাই আনন্দ উপভোগ কৰিবলৈ তেওঁ কুৰুনাৰী সকলক লগত লৈ ঘোষ-পল্লী দৰ্শন কৰিবলৈ যায়। কিন্তু তাতে চিত্ৰৰথ গন্ধৰ্বৰ লগত সংঘৰ্ষ হৈ বন্দী হয়। নাৰীসকলো লগতে বন্দী হয়। এই সংবাদ কেই জনমান পলৰীয়া সৈন্যই যুধিষ্ঠিৰক দিয়াত অৰ্জুনক পঠাই গন্ধৰ্বক যুদ্ধত পৰাজয় কৰি নাৰী সমেত দুৰ্যোধনক মুক্ত কৰি দিয়ে। পাণ্ডৱে তেওঁক বন্দীত্বৰ পৰা মুকলি কৰি দিব লগা হোৱাত অত্যন্ত লাজ পায়। আৰু অপমান বোধ কৰি আত্মহত্যাৰ সংকল্প লয়। এই সময়ত তেওঁৰ সাময়িকভাৱে বিবেক বুদ্ধি জাগ্ৰত হৈ কৰ্ণক মৈছিল ঃ

> দুৰ্বিনীতাঃ শ্ৰিয়ং প্ৰাপ্য বিদ্যামৈস্বৰ্যমেৱ চ।
> তিষ্ঠন্তি ন চিৰং ভদ্ৰে যথাহং মদগৰ্বিতঃ ॥

(দুৰ্বিনীত লোকে শ্ৰী, বিদ্যা আৰু ঐশ্বৰ্য্য লাভ কৰিলেও সৰহ দিন তাক ভোগ কৰিব নোৱাৰে, ময়েই তাৰ প্ৰকৃষ্ট উদাহৰণ)

উক্ত ক্ষণিক আত্মসংবিত অৱস্থাৰ পৰা আমি অনুভৱ কৰিব পাৰো যে বিবেকৰ দংশন সময়ে সময়ে তেওঁ অনুভৱ নকৰাকৈ নাছিল। নীচাশয় হলেও বিবেক বুদ্ধি একেবাৰে লোপ পোৱা নাছিল। শকুনি, কৰ্ণ আৰু দুঃশাসনৰ সান্ত্বনা বাক্যত তেওঁ আত্মহত্যাৰ বাসনা ত্যাগ কৰে। উপায়হীন হৈ তেওঁ নগৰলৈ প্ৰত্যাবৰ্ত্তন কৰে। এই সময়ত ভীষ্মই অনেক সান্ত্বনা বচনেৰে তেওঁক প্ৰবোধ দিয়ে। লগতে কয়, "ঘোষযাত্ৰাৰ সময়ত পাণ্ডৱৰ বীৰত্ব আৰু মাহাত্ম্য দেখা পালা। এতিয়াও সময় আছে সন্ধি কৰা, আধা ৰাজ্য পাণ্ডৱক এৰি দিয়া।" ভীষ্মৰ কথাত দুৰ্যোধনে অট্টহাস্য কৰি শকুনি আৰু দুঃশাসনক লৈ স্থান ত্যাগ কৰে।

তাৰ পাচত মন পাতলাবলৈ কৰ্ণৰ লগত দিগবিজয়ত যাত্ৰা কৰে। বহু দেশ জয় কৰি ধন-ৰত্ন সংগ্ৰহ কৰে। ৰাজসূয় পাতিবলৈ যো-যা কৰে। কিন্তু বংশৰ এজনে ৰাজসূয় কৰাৰ পাছত তেওঁৰ জীৱিত কালত সেই বংশৰ আন এজনে ৰাজসূয় পাতিব নোৱাৰে বুলি জানি সেই যজ্ঞৰ পৰিবৰ্ত্তে বৈষ্ণৱ যজ্ঞৰ অনুষ্ঠান কৰে। তেওঁৰ অভ্যুদয়ৰ অৱস্থা চাই পাণ্ডৱে মনত ব্যথা পাব বুলি ভাবি পাণ্ডৱক নিমন্ত্ৰণ কৰি আনিবলৈ দূত পঠায়। দূতে গৈ সবিশেষ ঘটনা বিৱৰি পাণ্ডৱক জনালে।

> আমন্ত্ৰয়ামি হে ৰাজা ধাৰ্ত্তৰাষ্ট্ৰো জনেশ্বৰঃ।
> মনোভিলষিতং ৰাজস্তং ক্ৰতুং দ্ৰষ্টুমৰ্হত ॥ বন-২৫৫।১১

যুধিষ্ঠিৰে নিমন্ত্ৰণ পাই কোনো কটু কথা নকলে। ভীমে অৱশ্যে খং উঠি কিছু কথা শুনালে। যুধিষ্ঠিৰে ভীমক মনে মনে থাকিবলৈ নিৰ্দ্দেশ দিয়াত ভীম মনে মনে থাকে।

এদিন অতিশয় ক্ৰোধপৰায়ণ মহৰ্ষি দুৰ্বাসা শিষ্য সমন্বিতে হস্তিনাপুৰত উপস্থিত হয়। দুৰ্যোধনে তেওঁক খুৱাই বুৰাই শুশ্ৰূষা কৰি সন্তুষ্ট কৰে। মহৰ্ষিয়ে বৰ দিব খোজাত কৰ্ণ আৰু দুঃশাসনৰ লগত পৰামৰ্শ কৰি কলে, "হে মহৰ্ষি, আপুনি যেনেকৈ আকস্মিকভাৱে আমাৰ ইয়াত উপস্থিত হৈ আমাক শুশ্ৰূষাৰ সুবিধা দান কৰি বৰভাগী কৰিলে, সেইদৰে আমাৰ বংশৰে জেষ্ঠ আৰু শ্ৰেষ্ঠ ৰজা যুধিষ্ঠিৰৰ পৰ্ণ কুটিৰত দুপৰীয়া উপস্থিত হৈ অন্ন ভিক্ষা কৰি তেওঁক আপনাৰ শুশ্ৰূষাৰ ভাগী কৰি বৰভাগী কৰক, এয়ে আমাৰ প্ৰাৰ্থনা। সকলো কেইজন পাণ্ডৱ আৰু দ্ৰৌপদীয়ে দুপৰীয়া আহাৰ খোৱাৰ পাছত যদি আপুনি শিষ্যসহ উপস্থিত হৈ অন্নপ্ৰাৰ্থী হয় তেন্তে আমাক বৰ দিয়াৰ সমতুল্য হব।" দুৰ্ব্বাসাই দুৰ্যোধনৰ অনুৰোধ ৰাখিবলৈ সন্মত হোৱাত দুৰ্যোধনে কৃতকৃত্য জ্ঞান কৰি বিশেষ উৎফুল্ল হয়। দুৰ্যোধনে ভাবিছিল যে দ্ৰৌপদীয়ে আহাৰ কৰাৰ পাছত কোনো অন্ন নাথাকিব আৰু দুৰ্ব্বাসাক ভোজন কৰাবও নোৱাৰিব। ফলত দুৰ্ব্বাসাৰ অভিশাপ লাভ কৰিব। কি উপায়ে পাণ্ডৱক বিপদত পেলাব পাৰি আৰু কি উপায় কৰিলে তেওঁলোকে অধিক কষ্ট পাব এই চিন্তাই অহৰহ তেওঁৰ মনত জাগ্ৰত হৈ আছিল। কিন্তু তেওঁ ভৰা মতে কাম নহ'ল। শ্ৰীকৃষ্ণই দ্ৰৌপদী সহ পাণ্ডৱক শেষ মুহূৰ্ত্তত ৰক্ষা কৰে।

পাণ্ডৱ সকলে ত্ৰয়োদশ বৰ্ষত বিৰাট ৰজাৰ ঘৰত অজ্ঞাত ভাবে বাস কৰিছিল। তাত থাকোঁতে দ্ৰৌপদীক অশিষ্ট আচৰণ কৰাৰ কাৰণে বিৰাট ৰজাৰ সেনাপতি আৰু ৰাণী সুদেষ্ণাৰ ভ্ৰাতৃ কীচকক ভীমে বধ কৰে। সেনাপতিৰ মৃত্যুৰ সুবিধালৈ দুৰ্যোধনে ভীষ্ম-দ্ৰোণ-কৰ্ণক লগত লৈ বিৰাট ৰজাৰ সকলো গৰু-গাই অপহৰণ কৰে। ক্লীববেশধাৰী অৰ্জুনে বিৰাট পুত্ৰ উত্তৰক লগত লৈ সমস্ত কৌৰৱ বাহিনীক অকলশৰে যুদ্ধত পৰাজয় কৰি গৰুবিলাক উদ্ধাৰ কৰি আনে। ক্লীববেশধাৰী বৃহন্নলাই ভীষ্ম-দ্ৰোণাদি মহাবীৰ সকলক পৰাজয় কৰে আৰু দুৰ্যোধনে নিজৰ প্ৰাণলৈ পলায়ন কৰে, শেষত অৰ্জুনে সকলোকে মোহিনী বাণ মাৰি অচেতন কৰে আৰু ভীষ্ম দ্ৰোণৰ বাহিৰে বাকীবোৰৰ শৰীৰৰ পৰা ভাল আচ্ছাদন বস্ত্ৰ সমূহ উত্তৰাক দিবলৈ বুলি সোলোকাই লৈ আহে।

যাদৱসকল কুৰু বংশৰ লগত দুফালেদি মিত্ৰ আছিল। কৃষ্ণৰ পুত্ৰ সাম্বই দুৰ্যোধনৰ কন্যা লক্ষণাক বিয়া কৰাইছিল। আনহাতে কৃষ্ণৰ ভনী সুভদ্ৰাক অৰ্জুনে বিয়া কৰাইছিল। পাণ্ডৱৰ মাতৃ কুন্তী কৃষ্ণৰ পেহীয়েক আছিল। তদুপৰি কৃষ্ণৰ লগত অৰ্জুনৰ বন্ধুত্বৰ গাঢ় সম্পৰ্ক আছিল। ইত্যাদি কাৰণত, কুৰুবংশ আৰু যাদৱবংশ ঘনিষ্ঠ ভাবে মিত্ৰতা সূত্ৰত আবদ্ধ আছিল। যুদ্ধৰ আগে আগে যাদৱ সকলৰ সহায় প্ৰাৰ্থনা কৰি অৰ্জুন আৰু দুৰ্যোধন দ্বাৰকালৈ যায়। কৃষ্ণই তেওঁলোকৰ আগমনৰ আগতীয়া বাৰ্ত্তা পাই ভৰি-পথানত এখন আসন আৰু মুৰশিথানত আন এখন আসন থৈ কপট নিদ্ৰাত চকু মুদি থাকে। অৰ্জুন প্ৰথমতে সোমাই ভৰি পথানত থকা

আসনখনত কৃষ্ণ সাৰ পাবলৈ বাট চায় থাকে। এনেতে দুৰ্যোধন সোমাই গৈ মূৰ শিথানৰ আসনখনত বহে আৰু কৃষ্ণ সাৰ পাবলৈ অপেক্ষা কৰে। কিছু সময়ৰ পাছত কৃষ্ণই সাৰ পোৱাৰ ভাও জুৰি উঠি বহে আৰু প্ৰথমতে অৰ্জুনক দেখা পাই যোৱাৰ কাৰণ সোধে। অৰ্জুনে কৃষ্ণৰ সাহায্য আৰু সাৰথিত্ব বিচাৰে, কৃষ্ণক পালে, তেওঁৰ যাদব সেনাৰ প্ৰয়োজন নাই। কৃষ্ণই সাৰথিত্ব স্বীকাৰ কৰি অৰ্জুনৰ ৰথৰ চালক হবলৈ মান্তি হয়। তাৰ পাছত ঘূৰি চাই মূৰ শিথানত দুৰ্যোধনক দেখা পাই কিয় আহিলে প্ৰশ্ন কৰাত দুৰ্যোধনেও সাহায্যৰ কথাই কলে, তেতিয়া কৃষ্ণই আগতে অৰ্জুনক প্ৰতিশ্ৰুতি দিয়াৰ কথাকৈ দুৰ্যোধনক নাৰায়ণী সৈন্যবাহিনী যাচে। দুৰ্যোধনেও কৃষ্ণৰ প্ৰয়োজনতকৈ সৈন্যবাহিনীৰ সহায় যুদ্ধত অধিক প্ৰয়োজন হব বুলি ভাবি তাকে লৈ আনন্দ মনে প্ৰস্থান কৰে। ইয়াৰ পৰা বুজিব পাৰি অৰ্জুন আৰু কৃষ্ণতকৈ দুৰ্যোধনৰ বুদ্ধি কিছু ভোটা আছিল। কিন্তু শল্যক নিজ পথলৈ অনা চাই তেওঁৰ দূৰদৰ্শিতা থকা যেন লাগে। নকুল আৰু সহদেৱ শল্যৰ নিজ ভাগিন আছিল। মাদ্ৰী তেওঁৰ ভনী আছিল। যুধিষ্ঠিৰক যুদ্ধত সহায় কৰিবলৈ আহোঁতে বাটত দুৰ্যোধনে খোৱা-বোৱাৰ সকলো সুবিধা কৰি শল্যক নিজৰ ফলীয়া কৰি লয়। শল্য দুৰ্যোধনৰ শুশ্ৰূষাত অতিশয় সন্তুষ্ট হয় আৰু আত্মীয়তাতকৈ কৃতজ্ঞতাক প্ৰাধান্য দি দুৰ্যোধনৰ পক্ষ গ্ৰহণ কৰে।

যুধিষ্ঠিৰৰ মহানুভৱতা আৰু ত্যাগক দুৰ্যোধনে দুৰ্বলতা বুলিয়ে গণ্য কৰিছিল। যুধিষ্ঠিৰে যেতিয়া অৰ্দ্ধৰাজ্যৰ দাবী এৰি মাত্ৰ পাঁচখন গাওঁ বিচাৰিবলে দুৰ্যোধনে দৃঢ় ভাবে ধৃতৰাষ্ট্ৰক কলে—

যুধিষ্ঠিৰঃ পুৰং হিত্বা পঞ্চ গ্ৰামান্ স যাচতি
ভীতো হি মামকাৎ সৈন্যাৎ প্ৰভাৱচ্চৈৱ মে বিভো। উদ্যোগ ॥ ৫৫।১০

যুধিষ্ঠিৰে ইন্দ্ৰপ্ৰস্থৰ দাবী পৰিত্যাগ কৰি কেৱল পাঁচখন গাঁও বিচাৰিছে, আমাৰ সৈন্য দেখি, আমাৰ প্ৰভাৱ দেখি ভয় খাই তেওঁ এইদৰে দাবী হ্ৰাস কৰিছে। এইদৰে নিজৰ শক্তিৰ প্ৰাবল্য দেখুৱাই তেওঁ বাপেকৰ মনত আত্মবিশ্বাস জন্মাবলৈ চেষ্টা কৰিছে।

দুৰ্যোধন অতিশয় আত্মবিশ্বাসী আছিল। নিজে যিটো ভাল বুলি ভাবিছিল তাৰ পৰা কেতিয়াও পাছ হুহকি নাহিছিল আৰু নিজৰ জেদ এৰি নিদিছিল। ভীমে শ্ৰীকৃষ্ণক দুৰ্যোধনৰ চৰিত্ৰ সম্বন্ধে দিয়া মন্তব্য প্ৰণিধানযোগ্য।

ম্ৰিয়েতাপি ন ত্যজেৎ নৈৱ জহ্যাৎ শ্বকংমতম্।
( তেওঁ প্ৰাণত্যাগ কৰিব তথাপি নিজৰ মত এৰি নিদিয়ে )

এনে জেদে সাধাৰণতে ভাল ফল নিদিয়ে কিন্তু প্ৰত্যেক তেজস্বী পুৰুষৰ ক্ষেত্ৰত এনে জেদ দেখা যায়।

পাণ্ডৱৰ দৌত্যকাৰ্য্যত যেতিয়া শ্ৰীকৃষ্ণ কুৰু সভালৈ আহে তেতিয়া দুষ্ট বুদ্ধি শকুনি আৰু কৰ্ণৰ পৰামৰ্শ অনুসৰি দুৰ্যোধনে তেওঁক বন্দী কৰি ৰাখিবলৈ অপচেষ্টা

কৰিছিল। শ্ৰীকৃষ্ণৰ সমান চতুৰ কৌশলী আৰু বলবান লোক সেই সময়ত আন কোনো নাছিল। এই কথা দুৰ্যোধনেও জানিছিল, তথাপি মৰ সাহ দিয়ে কৃষ্ণক বন্দী কৰিবলৈ চেষ্টা কৰিছিল। এইটো তেওঁৰ দুঃসাহস নুবুলি নোৱাৰি।

মহামতি বিদুৰ স্পষ্টবাদী, সাহসী আৰু সত্যবাদী। তেওঁ দুৰ্যোধনৰ চৰিত্ৰ সম্পৰ্কে কৃষ্ণক যি কৈছিল, সেই মন্তব্য অলপো অত্যুক্তি নহয়। তেওঁ কৈছিল, "হে কেশৱ, তুমি পাণ্ডৱৰ দৌত্য কৰ্ম কৰি ভাল কৰা নাই। দুৰ্যোধনে জানো তোমাৰ কথা শুনিব? তেওঁ অৰ্থ আৰু ধৰ্মৰ পৰ চ্যুত, অহংকাৰী, মন্দমতি, গৰ্বিত, আনৰ সন্মান-নাশক, কিন্তু নিজে সন্মানবিচৰা, বৃদ্ধসকলৰ শাসনাতীগ, ধৰ্মশাস্ত্ৰ বিৰোধী, মূঢ়, দুৰাত্মা, কামাত্মা, মিত্ৰদ্ৰোহী, অকৃতজ্ঞ, মিথ্যাবাদী আৰু অসংযত। তেওঁৰ চৰিত্ৰ দোষৰ অন্ত নাই। এনে এজন দুৰাত্মাই তোমাৰ কথা শুনিব জানো? "বিদুৰৰ কথাই ফলিল। দুৰ্যোধনে দম্ভ কৰি কৈছিল ঃ

যাবদ্ধি তীক্ষ্ণয়া সূচ্যা বিধ্যেদগ্ৰেণ কেশৱ।
তাবদপ্যপৰিত্যাজং ভূমেৰ্ণঃ পাণ্ডৱান্ প্ৰতি ॥

(হে কেশৱ, শাণিত চোকা বেজিৰ আগত যিকণ মাটি লাগি আহে সিমানকণ ভূমিও পাণ্ডৱক বিনা যুদ্ধে নিদিওঁ)।

এই উত্তৰত যিমানেই লোভ অহঙ্কাৰ প্ৰকাশ পাওক লাগে উগ্ৰ পুৰুষকাৰৰ আস্ফালন ইয়াৰ যোগেদি প্ৰকাশ পাইছে। আনকি তেওঁৰ শক্তি সম্পৰ্কে ভীমক সাৱধান কৰি দিছে। সামাজিক শিষ্টাচাৰ হয়তো তেওঁৰ কম আছিল। নিজে ভাল বুলি ভৰা কাৰ্য্য কৰিবলৈ তেওঁ যিকোনো উপায় অৱলম্বন কৰিবলৈ দ্বিধা নকৰিছিল। ভীষ্ম, দ্ৰোণ, ধৃতৰাষ্ট্ৰৰ উপদেশ-হিতবচন অগ্ৰাহ্য কৰি যুদ্ধ কৰিবলৈ তেওঁ দৃঢ় প্ৰতিজ্ঞ হৈ কৃষ্ণৰ সন্ধিৰ প্ৰস্তাৱ দলিয়াই পেলালে আৰু সভাস্থল ত্যাগ কৰে। আনকি মাতৃ গান্ধাৰীৰ উপদেশলৈকো কৰ্ণপাত নকৰিলে।

যুদ্ধ আৰম্ভ হ'ল। প্ৰত্যেক দিনেই পিতৃ-মাতৃক সেৱা কৰি দুৰ্যোধনে যুদ্ধ যাত্ৰা কৰিছিল। ধৃতৰাষ্ট্ৰই কি আশীৰ্বাদ দিছিল মহাভাৰতত উল্লেখ নাই। কিন্তু মহাসতী গান্ধাৰীয়ে "যতে ধৰ্ম, ত'তে জয়" বুলিহে আশীৰ্বাদ দিছিল (যতো ধৰ্মো স্ততো জয়ঃ)। শল্য ৬৩।৬০

যুদ্ধ আৰম্ভ হোৱাৰ আঠদিনৰ ভিতৰত কৌৰৱৰ অশেষ ক্ষতি সাধন হয়। দুৰ্যোধনে ভাবিছিল যে ভীষ্ম, দ্ৰোণ, কৰ্ণ প্ৰভৃতি মহাবীৰসকল আৰু এঘাৰ অক্ষৌহিণী সৈন্য যাৰ পক্ষত আছে সেই কৌৰৱ পক্ষৰ সহজে জয় হ'ব। কিন্তু কাৰ্য্যতঃ পাণ্ডৱৰ প্ৰতি দিনে জয়হে হবলৈ ধৰে। ভীষ্ম সেনাপতিয়ে পাণ্ডৱৰ প্ৰতি স্নেহবশতঃ যুদ্ধ ঢিলাই দিছে বুলি ভাবি পিতামহক বিনীত সুৰে কলে, "হে পিতামহ, পাণ্ডৱৰ প্ৰতি দয়াবশতঃ অথবা মোৰ প্ৰতি দ্বেষবশতঃ পাণ্ডৱক জয়ী হবলৈ সুবিধা দিছে, তেন্তে প্ৰৱল পৰাক্ৰমী কৰ্ণক যুদ্ধ পৰিচালনা কৰিবলৈ অনুমতি দিয়ক। তেওঁ সবান্ধৱে পাণ্ডৱক জয় কৰিবলৈ সমৰ্থ হব।" পিতামহে দুৰ্যোধনৰ

বাক্য শুনি অপমানিত বোধ কৰে। তেওঁ পাঁচ পাট শৰ উলিয়াই পাঁচ দিনা পাণ্ডৱক বধ কৰিব বুলি দুৰ্যোধনক আশ্বাস দিয়ে। কিন্তু কৃষ্ণাৰ্জুনে কৌশল কৰি সেই পাঁচ পাট শৰ হস্তগত কৰে। পিতামহক পক্ষপাতিতা দোষত অভিযুক্ত কৰা দুৰ্যোধনৰ ধৃষ্টতাৰে পৰিচায়ক। শৰশয্যাশায়ী ভীষ্মৰ সন্ধিৰ উপদেশ তেওঁ অগ্ৰাহ্য কৰি যুদ্ধ চলাই গৈছিল।

ভীষ্মৰ পাছত আচাৰ্য্য গুৰু দ্ৰোণ সেনাপতি হয়। দুৰ্যোধনে তেওঁক যুধিষ্ঠিৰক বন্দী কৰি হস্তিনাপুৰলৈ নিবলৈ অনুৰোধ কৰে। তেওঁৰ কথা মতে দ্ৰোণাচাৰ্য্যই যুধিষ্ঠিৰক বন্দী কৰিবলৈ চেষ্টা কৰি অৰ্জুনৰ পৰাক্ৰমৰ কাৰণে বিফল হয়। দুৰ্যোধনে ভাবিছিল যে যুধিষ্ঠিৰক বন্দী কৰিব পাৰিলে পুনৰ পাশা খেলি বনবাসলৈ পঠাব পাৰিব আৰু যুদ্ধ নকৰাকৈয়ে পাণ্ডৱৰ ৰাজ্য আত্মসাৎ কৰিব পাৰিব। দুৰ্যোধনৰ এই আশা গোপন হৈ নাথাকিল ; পাণ্ডৱশিবিৰে এই কথা জানি যুধিষ্ঠিৰক ৰক্ষা কৰিবলৈ অৰ্জুনৰ দ্বাৰা পৰিচালিত এদল শক্তিশালী সৈন্যদল নিয়োজিত কৰিলে। অৰ্জুনক পৰাজয় কৰি দ্ৰোণাচাৰ্য্যৰ পক্ষে যুধিষ্ঠিৰৰ কাষ চপাই টান হ'ল। দুৰ্যোধন বীৰ আছিল যদিও গাণ্ডীৱধাৰীৰ আগত সৰহপৰ যুদ্ধত তিষ্ঠিব পৰা শক্তি তেওঁৰ নাছিল, পলায়ন কৰিবলৈ বাধ্য হৈছিল।

যি অভিমানী দুৰ্যোধনে কাকো বীৰ বুলি গণ্য নকৰিছিল সেই দুৰ্যোধনেই অৰ্জুনৰ বীৰত্ব দেখি স্বীকাৰ কৰিবলৈ বাধ্য হৈছিল। দ্ৰোণ, কৰ্ণ কৃপ, অশ্বত্থামা আদি বীৰ সকলৰ কোনো জনেই বীৰত্বত অৰ্জুনৰ সমকক্ষ নহয়। যাৰ বাহু বলৰ ওপৰত নিৰ্ভৰ কৰি শ্ৰীকৃষ্ণই আগবঢ়োৱা সন্ধিৰ প্ৰস্তাৱো অগ্ৰাহ্য কৰিছিলে সেই পৰাক্ৰমী কৰ্ণও অৰ্জুনৰ সমকক্ষ নহয়।

দুৰ্যোধনৰ অনুতাপ যেতিয়া পলমকৈ জাগ্ৰত হ'ল, তেতিয়া উৰ্ভতিবৰ সময় নাছিল। তেওঁ কেৱল মৃদু ভৰ্ৎসনাৰ সুৰতে দ্ৰোণাচাৰ্য্যক অধিক শক্তি প্ৰয়োগ কৰি যুধিষ্ঠিৰক বন্দী কৰিবলৈ অনুৰোধ কৰে ( ভবানুপেক্ষাং কুৰুতে শিষ্যত্বাদৰ্জুনস্য হি ) অৰ্জুন আপোনাৰ শিষ্য সেই কাৰণে আপুনি গা লাগি যুদ্ধ কৰা নাই ) দুৰ্যোধনে ভীষ্মকো এইদৰে দোষাৰোপ কৰিছিল। এইদৰে নিজৰ অক্ষমতা থাকিবলৈ আনৰ ওপৰত দোষ জাপি দি কিছু সান্ত্বনা লাভ কৰিছিল। দুৰ্যোধনৰ গভীৰ সন্দেহ আছিল যে পিতামহ ভীষ্ম আৰু আচাৰ্য্য দ্ৰোণই পাণ্ডৱৰ প্ৰতি স্নেহবশতঃ যুদ্ধ-ধিলাই দি তেওঁলোকক বিজয় হবলৈ সুবিধা দিছিল। নিজৰ দুৰ্বলতা ঢাকি আনৰ গাত দোষ জাপি দিয়া স্বভাৱ মানসিক দুৰ্বলতাৰ লক্ষণ। দুৰ্যোধনৰ এনে ব্যবহাৰ একাধিকবাৰ প্ৰকাশ পাইছে। শিষ্টাচাৰ আৰু সংযম অতিক্ৰম কৰি যোৱা প্ৰবৃত্তি তেওঁৰ আছিল। অৰ্জুনৰ বীৰত্ব দেখি এদিন তেওঁ অৰ্জুনৰ বিৰুদ্ধে যুদ্ধ যাত্ৰা কৰে। এনে সময়তে অশ্বত্থামাই তেওঁক বাধা দিয়াত দুৰ্যোধনে খণ্ডত কৈছিল "হে, দ্বিজোত্তম তুমিও পিতাবৰ দৰে পাণ্ডৱৰ পক্ষপাতী। মোৰ দুৰ্ভাগ্যবশতঃ অথবা যুধিষ্ঠিৰৰ প্ৰতি প্ৰীতিবশতঃ, নাইবা দ্ৰৌপদীৰ প্ৰিয়সাধনৰ উদ্দেশ্যে তোমাৰ এই

শিথিলতা প্ৰকাশ পাইছে। মই বুজিব পৰা নাই।" শেষোক্ত আশংকাৰ কোনো ভেটি নাছিল, অথচ সন্দেহবাদী দুৰ্যোধনৰ তেনে অসামাজিক ভাবো মনলৈ আহিছিল। অশ্বত্থামায়ো তাৰ যোগ্য প্ৰত্যুত্তৰ কঠোৰ ভাষাত দিছিল।

"হে ৰাজন, তুমি অতিশয় লোভী আৰু প্ৰবঞ্চক, সকলো কথাতে সন্দেহ কৰা তোমাৰ স্বভাৱ, তুমি মহা অহংকাৰী। সেই কাৰণে মোৰ ওপৰতো তোমাৰ সন্দেহ জন্মিছে। তুমি নীচাশয়, কুৎসিৎ, পাপাসক্ত, পাপী। বোধ হয়, সিহেতু আমাক আৰু অন্যকো সন্দেহ কৰা।

ত্বন্তু লুব্ধতমো ৰাজন নিকৃতিজ্ঞশ্চ কৌৰব।
সৰ্বাভিশংকী মানীচ ততোঽস্মানভিশঙ্কসে॥
মনো ত্বং কুৎসিতো ৰাজন্ পাপাত্মা পাপপুৰুষঃ।
অন্যানপি স নঃ ক্ষুদ্ৰ শঙ্কসে পাপভাবিতঃ

দ্ৰোণ—১৫৮।৯-১০

অশ্বত্থামাৰ এই কঠোৰ তিৰস্কাৰৰ মাজেদি দুৰ্যোধনৰ প্ৰকৃত স্বভাৱ প্ৰকাশ পাইছে। এগৰাকী আশ্ৰিত ব্যক্তিয়ে এনেকুৱা তীব্ৰ ভাষাত স্বামীক অৰ্থাৎ ৰজাক তিৰস্কাৰ কৰিব পাৰে সেইটো ধাৰণাৰ অতীত। দুৰ্যোধন প্ৰকৃততে সেই শ্ৰেণীৰ ব্যক্তি বুলিয়ে অশ্বত্থামাক প্ৰত্যুত্তৰ দিব নোৱাৰিলে। আচাৰ্য্য দ্ৰোণৰ মৃত্যুৰ পাছত দুঃচিন্তাত দুৰ্যোধন, শকুনি আৰু কৰ্ণৰ ৰাতি টোপনি নহ'ল। দুৰ্যোধনৰ মনত পৰিল তেওঁৰ পাপকাৰ্য্য সমূহ।

যত্তে দ্যূত পৰিক্লিষ্টাঃ কৃষ্ণা চানায়িতা সভাম্।
তং স্মৰন্তোঽন্বতপ্যন্ত ভৃশমুদ্বিগ্নচেতসঃ॥

কৰ্ণ পৰ্ব—১।৭

কপট দ্যূতক্ৰীড়াৰ ফলত হোৱা পাণ্ডৱৰ দুখ-কষ্ট, দ্ৰৌপদীৰ সভাত হোৱা চৰম লাঞ্ছনা আৰু বনবাস আদি পাপকৰ্ম স্মৰণ কৰি তেওঁলোকে (দুৰ্যোধন, শকুনি কৰ্ণ, দুঃশাসন) অনুতাপ ভোগ কৰিছিল আৰু ভৱিষ্যতৰ চিন্তাত উদ্বিগ্ন হৈ পৰিছিল। কিন্তু এই অনুতাপ বেছি সময় নাথাকিল, পুনৰ দম্ভ অহঙ্কাৰে তেওঁক আচ্ছন্ন কৰি পেলালে। আচাৰ্য্য পুত্ৰ অশ্বত্থামাই দুঃশাসনৰ মৃত্যুৰ পাছত শ্ৰীকৃষ্ণই অনা সন্ধিৰ প্ৰস্তাৱ পুনৰ বিবেচনা কৰিবলৈ অনুৰোধ কৰে। কিন্তু মোহাবিষ্ট দুৰ্যোধনে কৰ্ণৰ বাহুবলৰ ওপৰত ভৰষা কৰি সেই অনুৰোধ আওকাণ কৰে। কৰ্ণৰ মৃত্যুৰ পাছত স্বকীয় দুষ্কৃতিৰ কথা স্মৰণ কৰি তেওঁ দীৰ্ঘনিশ্বাস ত্যাগ কৰিছিল। আচাৰ্য্য কৃপই এই সুযোগতে তেওঁক কৃষ্ণৰ প্ৰস্তাৱ পুনৰ বিবেচনা কৰিবলৈ পুনৰ অনুৰোধ কৰে। "হে মহাৰাজ; আপোনাৰ পিতা আৰু কৃষ্ণৰ দ্বাৰা অনা সন্ধিৰ প্ৰস্তাৱ যদি উত্থাপিত কৰা হয়, পাণ্ডৱসকলে নিশ্চয় সেই প্ৰস্তাৱ গ্ৰহণ কৰিব। তেওঁ কলে ঃ

ন ত্বাং ব্ৰবীমি কাৰ্পণ্যান্নপ্ৰাণ পৰিৰক্ষণাৎ।
পথ্যং ৰাজন্ ব্ৰবীমি ত্বাং তৎ পৰাসুঃ
স্মৰিষ্যসি ॥

"মই ভয়ত অথবা প্ৰাণৰক্ষাৰ উদ্দেশ্যে তোমাক এই কথা কোৱা নাই। তোমাৰ নিমিত্তেহে কৈছো। মোৰ পৰামৰ্শ গ্ৰহণ নকৰিলে মৃত্যুৰ সময়ত নিশ্চয় স্মৰণ কৰিবা।" ইয়াৰ পাছত আচাৰ্য্য শাৰদ্বতে দীৰ্ঘ নিশ্বাস ত্যাগ কৰি শোক কৰিবলৈ ধৰে আৰু মূৰ্চ্ছিত হৈ যায়। দুৰ্যোধন খন্তেক মৌন হৈ কলে, "আপোনালোকে মোৰ মঙ্গলৰ কাৰণে প্ৰাণৰ মায়া পৰ্য্যন্ত ত্যাগ কৰিছে। আপুনি মোৰ পৰম বন্ধু, মুমূৰ্ষ ব্যক্তিৰ যেনেকৈ ঔষধলৈ অৰুচি হয় ময়ো আপনাৰ পথ্য স্বৰূপ হিত বচন মানিব নোৱাৰা হৈছো। আমি ছলনাৰে যুধিষ্ঠিৰৰ ৰাজ্য অধিগ্ৰহণ কৰিছোঁ। তেওঁ কেনেকৈ আমাৰ কথাত বিশ্বাস ৰাখিব? সন্ধিৰ প্ৰস্তাৱ লৈ শ্ৰীকৃষ্ণ আমাৰ সভালৈ আহিছিল। আমি তেওঁৰ প্ৰস্তাৱ অগ্ৰাহ্য কৰাৰ লগতে তেওঁকো অপমানিত কৰিছোঁ। তেওঁনো আমাৰ প্ৰস্তাৱ কি বুলি বিশ্বাস কৰিব? কৃষ্ণাৰ্জুন এক প্ৰাণ, এই কথা শুনিছিলো। এতিয়া প্ৰত্যক্ষ দেখিলো। দ্ৰৌপদীৰ লাঞ্ছনাৰ প্ৰতিশোধ পাণ্ডৱসকলে নোলোৱাকৈ জানো এৰিব? অন্যায় ভাৱে কৃষ্ণৰ ভাগিন আৰু অৰ্জুনৰ পুত্ৰ অভিমন্যুক যুদ্ধত বধ কৰিছোঁ। কৃষ্ণ আৰু অৰ্জুনে অভিমন্যুৰ বধ কেনেকৈ পাহৰিব? ভীমে মোৰ উৰু ভঙ্গ কৰিবলৈ ভীষণ প্ৰতিজ্ঞা কৰিছিল। তেওঁ প্ৰতিজ্ঞাৰ কথা কিয় পাহৰিব? তেওঁ বৰং প্ৰাণ এৰিব, তথাপি প্ৰতিজ্ঞা ভঙ্গ নকৰে। আৰু মই ৰাজাধিৰাজ হৈ কেনেকৈ যুধিষ্ঠিৰৰ অনুগত হ'ম? ঘৰত থাকি শয্যাত মৃত্যুবৰণ কৰিবলৈ মোৰ ইচ্ছা নাই। যুদ্ধত মৃত্যু হোৱাকে ক্ষত্ৰিয়ই কামনা কৰে। আত্মীয়-স্বজন, গুৰুজন আৰু অনেকে মোৰ কাৰণে যুদ্ধক্ষেত্ৰত প্ৰাণ এৰিছে। এতিয়া নিজৰ প্ৰাণ-ৰক্ষাৰ্থে সন্ধি কৰি লোক সমাজত নিন্দিত হব নোখোজোঁ। যুদ্ধক্ষেত্ৰত প্ৰাণ এৰিবলৈ মই মনস্থ কৰিছো।" দুৰ্যোধনৰ কথাৰ পৰা তেওঁৰ ক্ষত্ৰিয় জনোচিত মনোবৃত্তি প্ৰকাশ পাইছে। তেওঁ নিজৰ অপকৰ্ম স্মৰণ কৰাৰ লগতে, যুদ্ধৰ অনিবাৰ্য্যতা স্বীকাৰ কৰি সন্ধিৰ প্ৰস্তাৱ যি কাৰণত অগ্ৰাহ্য কৰিলে সেই কৈফিয়তৰ পৰা আত্মসম্মান বোধ আৰু অনমনীয় মনোভাৱ প্ৰকাশ হৈছে। কৃতকৰ্মৰ কাৰণে অনুশোচনা আৰু দম্ভ দুয়োটাই একেলগে ফুটি উঠিছে।

মানুহৰ আশাৰ অন্ত নাই। দুৰ্যোধনে আশা কৰিছিল যে মদ্ৰপতি শল্যই পাণ্ডৱক পৰাজয় কৰিব পাৰিব। সঞ্জয়ে দুৰ্যোধনৰ মনৰ অৱস্থা দেখি ধৃতৰাষ্ট্ৰক শল্য পৰ্বত কৈছে:

আশা বলৱতী ৰাজন পুত্ৰানাং তেহভৱত্তদা।
হতে দ্ৰোণে চ ভীষ্মে চ সুতপুত্ৰ চ পাতিতে
শলঃ পাৰ্থান্ ৰণে সাৰ্বান্ নিহনিষ্যতি মাৰিষ।

শল্য: ৮/১৬

ভীষ্ম, দ্ৰোণ, কৰ্ণ প্ৰভৃতি বীৰ সকল নিহত হ'ল। কিন্তু দুৰ্যোধনৰ বলৱতী আশা আছিল যে শল্যই পাণ্ডৱক বিনাশ কৰিব পাৰিব। এই আশাতে শল্যক সেনাপতি পদত বৰণ কৰা হ'ল। কিন্তু মদ্ৰৰাজ শল্য যুধিষ্ঠিৰৰ হাতত নিহত হ'ল। ভায়েক সকলো ভীমৰ হাতত সিপুৰীয়া হ'ল। উলূক, শকুনি, দুঃশাসন প্ৰভৃতি কোনো ইহ জগতত নাই। অসহায় দুৰ্যোধনে চাৰিওদিশে শূন্য দেখা পালে। উপায়হীন হৈ দুৰ্যোধনে ৰণক্ষেত্ৰৰ পৰা পলায়ন কৰাই স্থিৰ কৰে। অভিমানী ৰজা দুৰ্যোধনৰ পৰ্বত প্ৰমাণ অভিমান চূৰ্ণ হ'ল। এথাৰ অক্ষৌহিনী সেনাৰ অধিপতিয়ে নগ্নপদে, অকলশৰে দ্বৈপায়ন হ্ৰদৰ ফালে যাত্ৰা কৰে। তেওঁ বাৰে বাৰে স্মৰণ কৰে ধৰ্মমতি বিদুৰৰ পৰামৰ্শাৱলী।

> সস্মাৰ বচনং ক্ষত্তুৰ্ধৰ্মশীলস্য ধীমতঃ।
> ইদ নূনং মহাপ্ৰাজ্ঞো বিদুৰো দৃষ্টবান পুৰা
> মহদ্ বৈশসমস্কামং ক্ষত্ৰিয়ানাঞ্চ সংযুগে॥

শল্য ঃ ২৯/২৬/২৭

তেওঁ ধৰ্মশীল বিদুৰৰ কথাবোৰ বাৰে বাৰে স্মৰণ কৰিবলৈ ধৰে। মনে মনে ভাবিবলৈ ধৰে যে বিদুৰে যুদ্ধত লোকক্ষয় আৰু কুৰুকুলৰ বিনাশ আগতেই জানিছিল। যাঁওতে বাটত সঞ্জয়ক লগ পাই বৰ কৰুণ ভাৱে তেওঁৰ হাতখন ধৰি কলে, "সঞ্জয়, তুমি পিতাক মোৰ সংবাদ দিবা আৰু তেওঁক কবা

> সুহৃদ্ভিস্তাদৃশৈৰ্হীনঃ পুত্ৰৈৰ্ভ্ৰাতৃভিৰেৱচ।
> পাণ্ডবৈশ্চ হৃতে ৰাজ্যে কোনু জীৱেত যাদৃশঃ॥

মহাপৰাক্ৰমী বন্ধু মিত্ৰ সকলক হেৰুৱাইছো। পুত্ৰ ভ্ৰাতৃ সকলোৱে ইহলোক এৰিছে। পাণ্ডৱে ৰাজ্য অধিকাৰ কৰিব। এই অৱস্থাত মোৰ দৰে ব্যক্তি কোন জীয়াই থাকিব পাৰে ?

ইয়াৰ পাছত দ্ৰুতগতিত দ্বৈপায়ন হ্ৰদত প্ৰৱেশ কৰি জলস্তম্ভন কৰি পানীৰ তলত লুকাই থাকিল। চিকাৰীৰ মুখত তেওঁৰ আত্মগোপনৰ কথা গম পাই কৃষ্ণক লগতলৈ পাণ্ডৱ সকল হ্ৰদৰ তীৰত উপস্থিত হ'ল। ধৃষ্টদ্যুম্ন, সাত্যকি, শিখণ্ডী প্ৰভৃতি বীৰ সকলো হ্ৰদৰ পাৰত উপস্থিত হয়। তেওঁলোকক দেখি অশ্বত্থামা, কৃপাচাৰ্য্য কৃতবৰ্মা, আঁতৰি যায়। কৃষ্ণৰ পৰামৰ্শ মতে যুধিষ্ঠিৰে দুৰ্য্যোধনক ৰণক্ষেত্ৰৰ পৰা পলায়ন কৰাৰ কাৰণে ভৎসনা কৰে। বিশেষকৈ এঘাৰ অক্ষৌহিনী সৈন্য ধ্বংস কৰি শেষত পলায়ন কৰা কাৰ্য্য নিন্দা কৰে। দাম্ভিক দুৰ্যোধনে পানীৰ মাজৰ পৰাই উত্তৰ দিলে, "মহাৰাজ, তুমি কৈছা যে মই প্ৰাণৰ ভয়ত আত্মগোপন কৰিছো, প্ৰাণীৰ মৃত্যু-ভয় একো আচৰিত কথা নহয়। মই কিন্তু মৃত্যু ভয়ত পলোৱা নাই। মোৰ ৰথ, সাৰথি আৰু সহযোগী সকলো গৈছে, বিশ্ৰামৰ নিমিত্তে মই হ্ৰদত প্ৰৱেশ কৰিছোঁ। তুমি আশ্বস্ত হোৱা, মই পুনৰ যুদ্ধ কৰিম"

নৈতাচ্চিতং মহাৰাজ যদ্ ভীঃ প্ৰাণিনমাবিশেৎ।
ন চ প্ৰাণভয়াদ্ভীতো ব্যপয়াতো ঽস্মি ভাৰত ॥
শল্য—৩১/৩৬

যুধিষ্ঠিৰে তেওঁক পানীৰ পৰা উঠি যুদ্ধ কৰিবলৈ আহ্বান কৰে। যুধিষ্ঠিৰৰ কথাৰ উত্তৰত যি তীব্ৰ বাক্য প্ৰয়োগ কৰি পানীৰ পৰা উঠি আহিল সেই কথাই যুধিষ্ঠিৰকো বিচলিত কৰিলে।

দুৰ্যোধনে কলে, "এই বীৰশূন্য বসুন্ধৰা তোমাৰ হাতত অৰ্পণ কৰিলো, ভ্ৰাতা, পুত্ৰ, সুহৃদ, মিত্ৰ সকলোৱেই যুদ্ধত প্ৰাণ ত্যাগ কৰিলে, এতিয়া মোৰ ৰাজ্যৰ কোনো প্ৰয়োজন নাই। ধন ৰত্ন সকলো নিঃশেষ হ'ল। হে ৰাজন, মই বল্কল ধাৰণ কৰি অৰণ্যত প্ৰৱেশ কৰিম, শ্মশান তুল্য ৰাজ্যত মোৰ প্ৰয়োজন নাই। তুমি এতিয়া হতবীৰ, নষ্টৰত্ন, গতশ্ৰী বিধবাৰ ৰাজ্য ভোগ কৰা।" যুধিষ্ঠিৰে যে সমৃদ্ধশালী ৰাজ্য ভোগ কৰিবলৈ নাপাব, ইয়াতেই দুৰ্যোধনৰ অন্তিম আনন্দ। যুধিষ্ঠিৰৰ ভৎসনা শুনি শুনি দুৰ্যোধন শেষত পানীৰ পৰা উঠি আহিল।

তথাসৌ বাক্‌প্ৰতোদেন তুল্যমানঃ পুনঃ পুনঃ
বচো ন মমৃষে ৰাজাত্নুত্তমাশ্বঃ কশামিৱ।
শল্য—১২/৩৫

(উত্তম অশ্বই যেনেকৈ চাবুকৰ আঘাত সহ্য কৰিব নোৱাৰে, দুৰ্যোধনেও সেইদৰে যুধিষ্ঠিৰৰ বাক্যৰূপ চাবুকৰ আঘাত সহ্য কৰিব নোৱাৰি উঠি আহিল। তেওঁৰ গদাদাল সোণৰ পাটেৰে মেৰিওৱা অতিশয় গধুৰ। তেওঁক দেখি পাণ্ডৱ আৰু পাঞ্চাল সৈন্য আনন্দিত হ'ল। দুৰ্যোধনে পাণ্ডৱৰ উপহাস সহ্য কৰিব নোৱাৰি খঙত যুধিষ্ঠিৰক প্ৰত্যেক পাণ্ডৱ-পক্ষৰ বীৰৰ লগত দ্বন্দ্বযুদ্ধ কৰিবলৈ প্ৰস্তুত বুলি জনোৱাত যুধিষ্ঠিৰে ভীমক আগবঢ়াই দিয়ে। দুৰ্যোধনে কোনো এজন পাণ্ডৱৰ নাম নকৈ যিকোনো এজন পাণ্ডৱৰ লগত দ্বন্দ্বযুদ্ধ কৰিবলৈ প্ৰস্তুত বুলি কোৱা কথাষাৰে তেওঁৰ আত্ম-অভিমান আৰু ৰাজকীয় মৰ্যাদাবোধ প্ৰকাশ কৰিছে। তেওঁ যুধিষ্ঠিৰৰ কথা মতে যি কোনো এজনক বিশেষকৈ যুধিষ্ঠিৰ, নকুল বা সহদেৱক বাছি লোৱা হলে সহজে যুদ্ধত জয়ী হব পাৰিলেহেঁতেন। কিন্তু দুৰ্যোধনে যুদ্ধত তেওঁৰ সমকক্ষ ভীমকহে আহ্বান কৰিলে, আনকেইজনক নহয়। তেওঁৰ আত্মাভিমানৰ কাৰণেই বাকী কেইজন পাণ্ডৱ ৰক্ষা পৰিল।

ভীম আৰু দুৰ্যোধনৰ গদাযুদ্ধ আৰম্ভ হ'ল। দুয়োজনেই সমান যোদ্ধা যদিও ৰণকৌশলত দুৰ্যোধন অধিক পাৰ্গত আছিল। দুয়োজনৰ মাজত কোন অধিক শক্তিশালী, এই বিষয়ে অৰ্জুনে কৃষ্ণক প্ৰশ্ন কৰাত কৃষ্ণই ভীমক শাৰীৰিক শক্তিত অধিক বলী আৰু দুৰ্যোধন গদাযুদ্ধত অধিক কৌশলী বুলি ক'লে। গদাযুদ্ধত নীতিনিয়ম অনুসৰণ কৰি যুদ্ধ কৰিলে ভীম যুদ্ধত কেতিয়াও জিকিব

নোবাৰে।” কেশৱে এইদৰে কোৱাত অৰ্জুনে ভীমে দেখাকৈ কৰঙণত ( উৰুত ) চাপৰ মাৰি উৰু ভঙ্গৰ প্ৰতিজ্ঞাৰ কথা ভীমক সোঁৱৰাই দিয়ে।

ধনঞ্জয়স্তু শ্ৰুত্বৈতৎ কেশৱস্য মহাত্মনঃ।
প্ৰেক্ষতো ভীমসেনস্য সব্যমূৰুমতাৰয়ৎ ॥

শল্য—৪৮/২০

ভীমে তাৰ তাৎপৰ্য্য বুজি পাই সুযোগ বুজি দুৰ্যোধনৰ উৰুত গদাৰে প্ৰচণ্ড আঘাত কৰে। উৰুভঙ্গ হৈ দুৰ্যোধন মাটিত পৰি যায়। গেলাত টেঙাদি ভীমে পৰি থকা ৰজাজনৰ মূৰত কেবাবাৰো পদাঘাত কৰে, আৰু তেওঁ কৰা দুষ্কাৰ্যবোৰ মনত পেলাই দিয়ে। যুধিষ্ঠিৰে ভীমক অন্যায় যুদ্ধ আৰু পদাঘাত কৰা কাৰণে তিৰষ্কাৰ কৰি দুৰ্যোধনক প্ৰবোধ দিবলৈ চেষ্টা কৰে। যুদ্ধ চাই থকা বলৰামে তেওঁৰ নাঙলেৰে ভীমক মাৰিবলৈ খেদি যোৱাত শ্ৰীকৃষ্ণই বাধা দি বুজাই-বঢ়াই শান্ত কৰে। বলৰামে খঙত ৰণক্ষেত্ৰ এৰি গুচি যায়।

পাঞ্চাল আৰু সৃঞ্জয়সকলে আনন্দত ভীমক প্ৰশংসা আৰু দুৰ্যোধনক বাক্য-বাণেৰে বিদ্ধ কৰিবলৈ ধৰাত কৃষ্ণই বাধা দি কয় যে নিহত শত্ৰুক পুনৰাই বাক্য-বাণেৰে আঘাত কৰিব নাপায়। “পাপ-মতিয়ে যেতিয়া ভীষ্ম-দ্ৰোণাদিৰ হিত বচন নুশুনি অধৰমী কৰ্ণ, শকুনি আদিৰ পৰামৰ্শ অনুসৰি পাণ্ডৱক ন্যায্য প্ৰাপ্যৰ পৰা বঞ্চিত কৰে, তেতিয়াই তেওঁৰ মৃত্যু হৈছে। এতিয়া মৰাক মাৰি লাভ নাই।”

কৃষ্ণৰ তিৰষ্কাৰ বাক্যত দুৰ্যোধন থিৰে থাকিব নোৱাৰিলে। তেওঁ কিলা-কুটিৰ ওপৰত ভেজা কৃষ্ণৰ প্ৰতি ভ্ৰূকুটি নিক্ষেপ কৰি উত্তৰ দিলে ঃ

অৰ্দ্ধোন্নিত শৰীৰস্য ৰূপমাসী ন্নৃপস্যতু।
ক্ৰুদ্ধস্যাশীবিষস্যেৱ ছিন্নপুচ্ছস্য ভাৰত ॥
প্ৰাণান্তকৰণীং ঘোৰাং বেদনামপ্যচিন্তয়ন।
দুৰ্যোধনো বাসুদেৱং বাগ্‌ভিৰুগ্ৰাভিৰাৰ্দয়ৎ ॥

( তেতিয়া অৰ্ধোন্নিতশৰীৰ দুৰ্যোধনক ছিন্নপুচ্ছ বিশাল সাপৰ দৰে দেখা গৈছিল। প্ৰাণান্তকৰ বিষ উপেক্ষা কৰি তেওঁ তীব্ৰ বাক্যৰ দ্বাৰা কৃষ্ণক আঘাত কৰি কলে। ) কৃষ্ণক তেওঁ কংসৰ দাসীপুত্ৰ বুলিহে সম্বোধন কৰিছিল, “হে কংসৰ দাসী পুত্ৰ ( দৰাচলতে ভনীয়েক ) তুমিয়েই মোক অন্যায় ভাৱে উৰুত আঘাত কৰিবলৈ অৰ্জুনৰ দ্বাৰা ভীমক সংকেত দিলা। তুমি সকলো অনৰ্থৰ মূল। তোমাৰ বুদ্ধিতে যদি পাণ্ডৱে অন্যায় ভাৱে ভীষ্ম, দ্ৰোণ, কৰ্ণ আৰু মোক বধ নকৰিলেহেতেঁন, তেন্তে এই যুদ্ধত কেতিয়াও জয়লাভ কৰিব নোৱাৰিলে হয়।” উত্তৰত কৃষ্ণয়ো পুনৰ তেওঁৰ ( দুৰ্যোধনৰ ) অতিলোভজনিত দুষ্কৰ্মৰাজীৰ কথা আৰু পৰিণতিৰ কথা শুনাব লগা হ'ল।

তাৰ পাছত দুৰ্যোধনে তেওঁৰ জীৱনৰ সাফল্যৰ কথা বৰ্ণনা কৰি কৃষ্ণক কলে, “জগতৰ নানাবিধ ভোগ্য বস্তু মই ভোগ কৰিলো, সসাগৰা পৃথিৱী শাসন কৰিলো,

দানাধ্যয়ন কৰ্মও যথেষ্ট কৰিলো। স্বধৰ্মনিৰত ক্ষত্ৰিয়ই যি মৃত্যু কামনা কৰে তেনে মৃত্যু পাইছো। মোক আৰু কি লাগে? মই মহৎ ভাগ্যৱান। হে অচ্যুত, সুহৃদ আৰু অনুজসকলক লৈ স্বৰ্গলৈ যাওঁ। তোমালোকৰ সংকল্প অপূৰ্ণ হৈ ৰ'ল। এই বীৰশূন্য শ্মশানতুল্য বিধবাৰ ৰাজ্য ভোগ কৰি তোমালোক সুখী হব নোৱাৰিবা।"

দুৰ্যোধনৰ শেষ বাণীৰ পাছত আকাশৰ পৰা পুষ্পবৃষ্টি হ'ল। যুদ্ধত জয়ী হলেও পাণ্ডৱবিলাকে সমৃদ্ধ ৰাজ্য ভোগ কৰিবলৈ নাপায়, ইয়াতে মৰণযাত্ৰী দুৰ্যোধনে আনন্দ লাভ কৰিছিল আৰু নিজৰ কীৰ্ত্তি স্মৰণ কৰি তৃপ্তি লাভ কৰিছিল। এই সময়ত তেওঁ দৈৱৰ প্ৰাধান্যও স্বীকাৰ কৰে। তেওঁ শেষ মুহূৰ্ত্তত কৈছিল ঃ

একাদশ চমূভৰ্ত্তা সোঽহমেতাং দশাং গতঃ।
কালং প্ৰাপ্য মহাবাহো নকশ্চিদতিবৰ্ত্ততে॥

শল্য—৬৪/৯

(মই একাদশ অক্ষৌহিনীৰ অধিপতি আছিলো। মোৰ আজি এই দশা। হে মহাবাহো, কাল প্ৰাপ্তহ'লে কোনেও নিয়তিক অতিক্ৰম কৰিব নোৱাৰে। সঞ্জয়ক ওচৰলৈ মাতি কলে "মই পৰম ভাগ্যবান, স্বধৰ্মনিৰত ক্ষত্ৰিয়ৰ অভিলষিত যুদ্ধ মৃত্যুক মই বৰণ কৰিছো। অন্যায় যুদ্ধত মোক নিহত কৰা বুলি অশ্বত্থামা, কৃপাচাৰ্য্য আৰু কৃতবৰ্মাক কৰা।"

যদিষ্টং ক্ষত্ৰবন্ধূনাং স্বধৰ্মমনুতিষ্ঠতাম্।
নিধনং তন্ময়া প্ৰাপ্তং কোনু স্বন্ততৰো ময়া॥

মৃত্যুৰ আগ মুহূৰ্ত্তত কৃপাচাৰ্য, কৃতবৰ্মা আৰু অশ্বত্থামা তেওঁৰ কাষলৈ আহে। এইখিনিতে দুৰ্যোধনৰ শাৰীৰিক অৱয়ৱৰ এটি চমু পৰিচয় পোৱা যায়। তেওঁ দীৰ্ঘবাহু, মাতঙ্গসমবিক্ৰমী আৰু গৌৰকান্তি আছিল। মূৰত দীঘল ক'লা চুলি। তেওঁৰ মাটিত পৰি থকা ধূলিধূসৰ দেহটো তুষাৰাবৃতমণ্ডল পূৰ্ণচন্দ্ৰৰ দৰে শোভা পাইছিল। চকুপানী মচি তেওঁ সহবীৰ কেইজনক কলে, "এয়ে সকলো প্ৰাণীৰ শেষ পৰিণাম, বিধাতানিৰ্দিষ্ট পৰিণাম। আপোনালোকে দুখ নকৰিব।

দুখৰ বিষয় সেই অৱস্থাতো তেওঁৰ পাণ্ডৱ বিদ্বেষ কমা নাছিল। অশ্বত্থামাই পাঞ্চাল (পাণ্ডৱ) বধৰ প্ৰতিজ্ঞা কৰাত তেওঁ হৃষ্টচিত্তে দ্ৰৌণিক সেনাপতি পদত অভিষিক্ত কৰে। অশ্বত্থামাই পিতৃবধৰ প্ৰতিশোধ লবলৈ নিশা পৰীয়াবোৰক বধ কৰি পাণ্ডৱ শিবিৰত প্ৰৱেশ কৰে। তেওঁ শুই থকা ধৃষ্টদ্যুম্নক জগাই হত্যা কৰে। তাৰ পাছত পাণ্ডৱৰ পাঁচজন শুই থকা পুত্ৰক বধ কৰি শিবিৰৰ পৰা ওলাই আহে। সোমাওঁতে, পাণ্ডৱ শিৱিৰ ৰক্ষা কৰি থকা মহাকাল শিৱক বলে নোৱাৰি স্তুতি প্ৰাৰ্থনা কৰি আশুতোষ ভোলানাথক সন্তুষ্ট কৰে আৰু শিৱিৰৰ দ্বাৰ উন্মুক্ত

কৰি শুই থকা সকলক পৈশাচিক ভাবে হত্যা কৰে। সেই প্ৰসংগত দ্ৰোণিয়ে দুৰ্যোধনক মুণ্ডকেইটা উপহাৰ দি কয় ঃ

দুৰ্যোধন জীৱসি ত্বং বাক্যং শ্ৰোত্ৰসুখং শৃণু।
সপ্ত পাণ্ডৱতঃ শেষা ধাৰ্ত্তৰাষ্ট্ৰাস্ত্ৰয়ো বয়ম্ ॥
তে চৈব ভ্ৰাতৰঃ পঞ্চ বাসুদেবোঽথ সাত্যকিঃ।
অহং চ কৃতবৰ্মা চ কৃপঃ শাৰদ্বতো তথা ॥

(দুৰ্যোধন তুমি শুনি সুখী হবা যে পাণ্ডৱ পক্ষত পঞ্চপাণ্ডৱ, কৃষ্ণ আৰু সাত্যকিৰ বাহিৰে কোনো জীৱিত নাই। তোমাৰ পক্ষত আমি তিনিজন এতিয়াও জীৱিত আছো)।

এই সংবাদ শুনি দুৰ্যোধন আনন্দিত হয় আৰু তাৰ পাছতে তেওঁ স্বৰ্গগামী হয়। দুৰ্যোধন পটু শাসক আছিল আৰু প্ৰজাৰঞ্জক ৰজা আছিল। প্ৰজা তেওঁৰ অনুগত নাথাকিলে আৰু ভাৰতৰ সৰহভাগ ৰজা তেওঁৰ প্ৰতি বন্ধুভাৱাপন্ন নহলে একাদশ অক্ষৌহিণী সেনা সংগ্ৰহ কৰা তেওঁৰ পক্ষে সম্ভৱ নহ'লহেঁতেন। ভাৰতৰ অধিকাংশ ৰজাই তেওঁৰ পক্ষত থাকি যুদ্ধত যোগ দিছিল। গদাযুদ্ধত তেওঁ ভীমতকৈ পটু আছিল। কৃষ্ণৰ বাক্যই ইয়াৰ প্ৰমাণ। মিত্ৰ সংগ্ৰহ আৰু মিত্ৰতা ৰক্ষাৰ কৌশলো ভালকৈ জানিছিল। শল্যক নিজ পক্ষীয় কৰা কাৰ্য্যই ইয়াৰ প্ৰমাণ।

## দুঃশাসন ঃ

দুঃশাসন আছিল ধৃতৰাষ্ট্ৰৰ তৃতীয় পুত্ৰ। বৈমাত্ৰীয় ভ্ৰাতৃ যুযুৎসু তেওঁতকৈ ডাঙৰ আছিল। ধৃতৰাষ্ট্ৰৰ সকলো ল'ৰাই শস্ত্ৰ আৰু শাস্ত্ৰত পাৰ্গত আছিল। দুঃশাসনো যুদ্ধবিদ্যাত নিপুণ আছিল। তেওঁৰ লৰাই কুৰুক্ষেত্ৰৰ যুদ্ধতে প্ৰাণ এৰে। দুঃশাসন দুৰ্যোধনৰ টেমেকা আছিল। তেওঁ প্ৰায়ে দুৰ্যোধনৰ লগে লগে ফুৰিছিল আৰু দুৰ্যোধনৰ আদেশ আখৰে আখৰে পালন কৰিছিল। পাণ্ডৱ সম্বন্ধে তেওঁ ককায়েকৰ দৰে ঈৰ্ষাপৰায়ণ আৰু নীচাশয় আছিল। জেষ্ঠ ভ্ৰাতাৰ চাৰিত্ৰিক দোষ তেওঁলৈকো সংক্ৰামিত হৈছিল। দুৰ্যোধনে তেওঁক যুৱৰাজ পদত অভিষিক্ত কৰিছিল। পাণ্ডৱক পুৰি মাৰিবলৈ নিৰ্মাণ কৰা জতুগৃহ ষড়যন্ত্ৰত তেওঁ সমানেই লিপ্ত আছিল।

সভাপৰ্বত দ্যূতক্ৰীড়াৰ সময়ত তেওঁ যি পৈশাচিক কাৰ্য্য কৰিলে সি নিতান্তই নিন্দনীয়। দুৰ্যোধনৰ আদেশত পাণ্ডৱৰ মহিলা মহলত জোৰকৈ প্ৰৱেশ কৰি দ্ৰৌপদীক একবস্ত্ৰা-ৰজস্বলা অৱস্থাত পাশাখেলৰ সভাস্থলীলৈ চুলিত ধৰি টানি আনি নগ্ন কৰিবলৈ কৰা প্ৰচেষ্টা অতি জঘণ্য মনোবৃত্তিৰ পৰিচায়ক। চুলিত ধৰোতেই কৃষ্ণাই কৈছিল, "মই ৰজস্বলা আৰু একবস্ত্ৰা, মোক সভাগৃহলৈ নৈ

যোৱা উচিত নহব।" ইয়াৰ উত্তৰত দুঃশাসনে খঙেৰে উত্তৰ দিছিল "তুমি একবস্ত্ৰা বা বিবস্ত্ৰা যি অৱস্থাতে নাথাকা দ্যূতক্ৰীড়াত তোমাক আমি লাভ কৰিছো ; তুমি আমাৰ দাসী। দাসীৰ পোছাক-পৰিচ্ছদ প্ৰভুৰ ইচ্ছাধীন।" এই বুলি তেওঁ দ্ৰৌপদীক চুলিত ধৰি টানি নিয়ে আৰু দ্যূতক্ৰীড়াৰ সভাস্থলীত উপস্থিত কৰায়। সভাস্থলত কৃষ্ণাক দাসী বুলি সম্বোধন কৰি কৰ্ণৰ নিৰ্দেশক্ৰমে তেওঁক বিবস্ত্ৰা কৰিবলৈ চেষ্টা চলায়। কিন্তু কৃষ্ণক দ্ৰৌপদীয়ে আকুল কণ্ঠে ৰক্ষা কৰিবলৈ মতাত কৃষ্ণই তেওঁক বিপদৰ পৰা ৰক্ষা কৰে। যিমানেই শাড়ীখন খোলে সিমানেই শাড়ীখন বাঢ়ি যায়। অৱশেষত দুঃশাসন ভাগৰি যায আৰু শাড়ী খোলাৰ চেষ্টা এৰি দিয়ে। দুঃশাসনৰ এই কদৰ্য্য আচৰণত উত্তেজিত হৈ ভীমে তেওঁৰ ৰক্তপান কৰিবলৈ প্ৰতিজ্ঞা কৰে। দুৰ্যোধনৰ সকলো কাৰ্য্যত সোঁহাত আছিল কৰ্ণ আৰু বাওঁ হাত আছিল দুঃশাসন। দুৰ্যোধনৰ অপকাৰ্য্যত তেওঁ প্ৰধান উৎসাহদাতা আৰু excculor আছিল। ককায়েকৰ ক্ৰোধ আৰু অহংকাৰ বহ্নিত ইন্ধন যোগোৱাই আছিল তেওঁৰ কাম।

যুদ্ধত সততে তেওঁ পলায়ন কৰিছিল। ভীম, সাত্যকি, ধৃষ্টদ্যুম্ন প্ৰভৃতিৰ লগত যুদ্ধ কৰি অলপ টান পালেই পলাই আত্মৰক্ষা কৰিছিল। দ্ৰোণ পৰ্বত ভীমে দুঃশাসনক মাটিত পেলাই পেট, বুকু ফালি ৰক্তপান কৰে আৰু পাশা খেলত কৰা প্ৰতিজ্ঞা পূৰণ কৰে। যুদ্ধত সঘনে পলায়ন কৰা দুঃশাসনক এদিন দ্ৰোণাচাৰ্য্যই ভৰ্ৎসনা কৰি কৈছিল "হে পলৰীয়া বীৰ, তুমি ৰাজপুত্ৰ, ৰাজভ্ৰাতা, আৰু যুৱৰাজ, দ্যূতক্ৰীড়াত দ্ৰৌপদীক দাসীৰূপে পাইছিলা। তোমাৰ সেই মান, সেই দৰ্প আৰু সেই বীৰ গৰ্জন এতিয়া ক'ত? এতিয়া যুদ্ধৰ পৰা পলাইছা কিয়? মুঠতে ককায়েকৰ অনুগত ভ্ৰাতৃৰূপে দুঃশাসনৰ চিনাকি। তেওঁৰ ভাল গুণ বুলিবলৈ অন্য একো নাছিল।

## বিকৰ্ণ ঃ

ধৃতৰাষ্ট্ৰৰ এশজন ল'ৰাৰ মাজত মাত্ৰ চাৰিজনৰ নাম আৰু কাৰ্য্য জনা যায়। তেওঁলোক হল জ্যেষ্ঠানুসাৰে দুৰ্যোধন, বিকৰ্ণ, দুঃশাসন আৰু যুযুৎসু। কিন্তু মহাভাৰতৰ বিভিন্ন স্থানত জ্যেষ্ঠানুসাৰে তেওঁৰ স্থান বিভিন্ন ৰূপে পোৱা যায়। কোনো ঠাইত অষ্টম, কোনো ঠাইত উনবিংশ বুলি আছে। বিকৰ্ণৰ স্বভাব দুৰ্যোধন-দুঃশাসনৰ বিপৰীত আছিল। তেওঁ ধৰ্ম্মপৰায়ণ আছিল। তেওঁৰ লগত আমাৰ প্ৰথম পৰিচয় হয় পাশাখেলৰ সময়ত। দ্ৰৌপদীক টানি আনি যেতিয়া সভাত থিয় কৰোৱা হয় তেতিয়া তেওঁ প্ৰশ্ন কৰিছিল যে পাশাখেলত নিজে হাৰি দাসত্ব অৱস্থা পোৱাৰ পাছত তেওঁৰ স্ত্ৰীক পণ ৰাখিবৰ অধিকাৰ থাকে জানো? পিতামহ ভীষ্মই প্ৰশ্নৰ উত্তৰ এৰাই যোৱাৰ উদ্দেশ্যে কলে, "ধৰ্মৰ গতি অতি সূক্ষ্ম, গতিকে প্ৰশ্নৰ উত্তৰ দিবলৈ তেওঁ অসমৰ্থ। অন্যান্য সভাসদ মৌন হৈ ৰল, কেৱল

বিকৰ্ণই যুক্তি দাঙি ধৰি কলে যে যুধিষ্ঠিৰৰ দ্ৰৌপদীক পণত ৰখাৰ অধিকাৰ নাই। তেওঁ নিজে আগতে পণত বিক্ৰীত হৈ দ্ৰৌপদীৰ ওপৰত অধিকাৰ হেৰুৱাই পেলাই-ছিল। তেওঁ বিজিতা নহয়। এজন আগতে বিক্ৰীত হোৱা দাসে তেওঁৰ অজিতা পত্নীক পণত ৰাখিব নোৱাৰে। দুৰ্যোধন, দুঃশাসন, আৰু শকুনিক তেওঁ "কিতৱ" (শঠ) বুলি নিন্দা কৰিবলৈকো কুণ্ঠা বোধ কৰা নাই। যুধিষ্ঠিৰক তেওঁক "দ্যুত-ব্যসনী' বুলি নিন্দা কৰিছে।

বিকৰ্ণৰ নিন্দা বাক্যত কৰ্ণ অতিশয় ক্ৰোধান্বিত হৈ তেওঁক 'প্ৰাজ্ঞবাদিক" আখ্যা দি বিদ্ৰূপ কৰিছে, বিদুৰে কিন্তু তেওঁৰ সৎসাহসৰ কাৰণে প্ৰশংসাহে কৰিলে। পুনৰ যেতিয়া ধৃতৰাষ্ট্ৰ, দুৰ্যোধন, আৰু শকুনিয়ে দ্বিতীয়বাৰ পাশা খেলৰ কাৰণে নিমন্ত্ৰণ কৰে, তেতিয়াও বিকৰ্ণই বাধা দিছিল আৰু সন্ধিৰ নিমিত্তে উপদেশ দিছিল।

দৌত্য কাৰ্য্যত বিফল হৈ শ্ৰীকৃষ্ণ যেতিয়া কুৰুসভাৰ পৰা ওভতে তেতিয়া ভীষ্ম দ্ৰোণ আৰু বিদুৰৰ লগতে বিকৰ্ণয়ো শ্ৰীকৃষ্ণক অনুগমন কৰিছিল। এইবিলাক ব্যৱহাৰ আৰু কথাৰ পৰা বুজা যায় যে বিকৰ্ণৰ স্বভাৱ ধৃতৰাষ্ট্ৰৰ আন পুত্ৰ সকলৰ লগত নিমিলে। তেওঁ ধাৰ্মিকা, দীৰ্ঘদৰ্শিনী গান্ধাৰীৰ উপযুক্ত পুত্ৰ। পিতাৰ "বাহিৰে লট্ পট্'স্বভাৱ তেওঁ অনুসৰণ নকৰিছিল। কুৰুক্ষেত্ৰৰ যুদ্ধত এওঁ কুৰুপক্ষত থাকিয়ে যুদ্ধত ভীমৰ হাতত নিহত হয়।

## যুযুৎসু ঃ

যুযুৎসু ধৃতৰাষ্ট্ৰৰ পুত্ৰ। ধৃতৰাষ্ট্ৰৰ বৈশ্য জাতিৰ পৰিচাৰিকাৰ গৰ্ভত তেওঁৰ জন্ম হয়। তেওঁ ধৃতৰাষ্ট্ৰৰ বিবাহিতা পত্নীৰ সন্তান নহয়। যুযুৎসু সেই কাৰণে ক্ষত্ৰিয় নাছিল, কৰণ জাতিৰহে আছিল। সৰুকালৰ পৰা যুযুৎসু সৎ স্বভাৱৰ আছিল। শিশু অৱস্থাত দুৰ্যোধনে ভীমক বিহ খুৱাই পানীত উটুৱাই দিয়া খবৰটো তেঁৱেই কুন্তীক দিছিল। পাণ্ডৱক বনবাস দিবলৈ দ্বিতীয়বাৰ পাশাখেলৰ ষড়যন্ত্ৰত তেওঁ বাধা দিছিল। কিন্তু ধৃতৰাষ্ট্ৰই তেওঁৰ বাধা নামানিলে। যুধিষ্ঠিৰে তেওঁক মহাপ্ৰজ্ঞ বুলিছে। (মহাপ্ৰজ্ঞো ৰাজপুত্ৰো যুযুৎসু") বিকৰ্ণৰ দৰে তেঁৱো সত্যপ্ৰিয় বিনয়ী আৰু ভদ্ৰস্বভাৱৰ আছিল।

কুৰুপাণ্ডৱৰ যুদ্ধ যেতিয়া অনিবাৰ্য্য হৈ উঠিল তেতিয়া তেওঁ কুৰুপক্ষ এৰি পাণ্ডৱ পক্ষত যোগ দিয়ে; অধৰ্মৰ পক্ষ ত্যাগ কৰি ধৰ্মপক্ষত যোগ দিছিল। ৰণক্ষেত্ৰত তেওঁৰ কৃতিত্ব বিশেষ দেখা নাযায়। মহা ভয়ঙ্কৰ, লোকক্ষয়কাৰী, মহাযুদ্ধৰ পাছত তেওঁ সাশ্ৰুলোচনে হস্তিনাপুৰত প্ৰৱেশ কৰে। যুধিষ্ঠিৰ সিংহাসনত অভিশিক্ত হোৱাৰ পাছত যুধিষ্ঠিৰে যুযুৎসুক এজন সভাসদ পাতে।

পাণ্ডৱসকলে প্ৰব্ৰজ্যা গ্ৰহণ কৰি মহাপ্ৰস্থানৰ পথত যোৱাৰ আগতে যুধিষ্ঠিৰে পৰীক্ষিতক ৰাজ্যাভিষিক্ত কৰি যুযুৎসুক প্ৰধান অমাত্যৰূপে নিয়োগ কৰে। সমস্ত

ৰাজ্য পৰিচালনাৰ ভাৰ যুযুৎসুৰ ওপৰত অৰ্পণ কৰি যায়। মহাযুদ্ধৰ পাছত ধৃতৰাষ্ট্ৰৰ এশ পুত্ৰৰ ভিতৰত কেৱল মাত্ৰ যুযুৎসুহে জীৱিত আছিল। পৰীক্ষিতৰ পৰামৰ্শদাতাৰূপেই তেওঁ শেষকালছোৱা কটায় পৰীক্ষিতৰ সৰ্প দংশনৰ পাছত তেওঁৰ কথা আৰু পোৱা নাযায়।

## বসুষেন ( কৰ্ণ ) ঃ

কুন্তীদেৱী কৰ্ণৰ জননী। অনূঢ়া অৱস্থাতে কুন্তীয়ে কৰ্ণক জন্ম দিয়ে। কিন্তু লোক অপবাদলৈ ভয় কৰি জন্মৰ পাছততেই ভেল বান্ধি উটাই দিয়ে। তেওঁ পিতৃগৃহত মহৰ্ষি দুৰ্বাসাক শুশ্ৰূষা কৰি বৰ স্বৰূপে এটা মন্ত্ৰ লাভ কৰিছিল। সেই মন্ত্ৰ মাতি যি দেৱতাকে আহ্বান কৰা যায়, সেই দেৱতা উপস্থিত হৈ পুত্ৰ দান কৰি গুছি যায়। কৌতূহলাম্বিতা কুন্তীয়ে মন্ত্ৰৰ প্ৰমাণ চাবৰ মনে সূৰ্য্য দেৱতাক আহ্বান কৰাত সূৰ্য্য দেৱতাই তেওঁক ৰমণ কৰি এটি পুত্ৰ দান কৰে। প্ৰসৱৰ পাছত অবিবাহিতা কুন্তীয়ে অপবাদৰ ভয়ত ল'ৰাটি পানীত উটাই দিয়ে। গঙ্গাৰ পানীত উটি অহা লৰাটি অধিৰথ নামৰ ৰথচালকে পাই পত্নীক ( ৰাধা ) অৰ্পণ কৰে। অধিৰথ অপুত্ৰক আছিল কাৰণে লৰাটিক পুত্ৰ ৰূপে লালন-পালন কৰি ডাঙৰ কৰে। সেই কাৰণে কৰ্ণক ৰাধেয় আৰু সূতপুত্ৰ বুলি কোৱা হয়। শৰীৰত কৱচ আৰু কাণত কুণ্ডল সহ কৰ্ণই জন্ম লাভ কৰিছিল বুলি মহাভাৰতত উল্লেখ আছে। অসামান্য ৰূপ সৌন্দৰ্য্যৰ তেওঁ অধিকাৰী আছিল। শৰীৰত বসু ( স্বৰ্ণ ) নিৰ্মিত কৱচ আৰু কুণ্ডল ধাৰণ কৰি আহিছিল কাৰণে ব্ৰাহ্মণ সকলে তেওঁৰ নাম ৰাখিলে বসুষেন। লৰা কালৰ পৰা বিক্ৰমশালী, ধাৰ্মিক, দাতা আৰু সত্যৱাদী আছিল। তেওঁৰ ৰূপৰ বৰ্ণনা মহাভাৰতকাৰে এনেকৈ দিছে ঃ

(১) নিষ্টপ্তং হেমবপুষং জ্বলনাৰ্ক সমপ্ৰভম্।

(২) পদ্মায়ত বিশালাক্ষং পদ্মতাম্ৰদলোজ্জ্বলম্॥
সুললাটং সুকেশান্তং·········বন ৩০৭।১৯
দীপ্তি কান্তি দ্যুতি গুণৈঃ সূৰ্যেন্দু জ্বলনোপমঃ।

(৩) প্ৰাংশুকনকতালাভ সিংহসংহননো যুৱা আদি ১৩৬।৪
অণ্টৰ্বৰ্ষিমহাবাহুৰ্ ব্যূঢ়োৰস্কঃ সুদুৰ্জয়ঃ
অভিমানী চ শূৰশ্ব প্ৰবীৰ প্ৰিয়দৰ্শনঃ॥

বসুষেনৰ গাৰ ৰং তপ্তকাঞ্চন সদৃশ। জ্বলি থকা সূৰ্য্যৰ দৰে তেওঁ প্ৰভাযুক্ত আছিল। পদুম পাহিৰ দৰে আয়তলোচন, সুপ্ৰশস্ত, উন্নত ললাট আৰু সুন্দৰ কেশ কলাপৰ সৈতে দেখাত সুন্দৰ আছিল। সূৰ্য্যৰ দৰে দীপ্তি, চন্দ্ৰৰ দৰে কান্তি আৰু অগ্নিৰ দৰে দ্যুতিবিশিষ্ট, দীৰ্ঘকায়, বিশাল দেহ, সিংহবিক্ৰম, বিশাল বক্ষ, বৃষ-স্কন্ধ, অভিমানী, মহাবীৰ কৰ্ণ যথাৰ্থতে 'প্ৰবীৰ আৰু প্ৰিয়দৰ্শন আছিল। তেওঁৰ শৰীৰ আছিল সাত ফুট লম্বা। তেওঁৰ পদযুগল কুন্তীৰ পদদ্বয়ৰ নিচিনা

আছিল। যথা সময়ত অধিৰথে বসুষেনক অস্ত্ৰ আৰু বিদ্যালাভৰ উদ্দেশ্যে হস্তিনা-পুৰলৈ পঠায়। বসুষেনে আচাৰ্য্য দ্ৰোণ, কৃপ আৰু শেষত পৰশুৰামৰ ওচৰত অস্ত্ৰ বিদ্যা লাভ কৰিছিল।

বসুষেনে গুৰু দ্ৰোণৰ ওচৰত ব্ৰহ্মাস্ত্ৰ বিদ্যা প্ৰয়োগৰ বিদ্যা শিকিব খোজাত গৰুজনে প্ৰত্যাখ্যান কৰে। ব্ৰাহ্মণ আৰু ক্ষত্ৰিয়ৰ বাহিৰে আনক তেওঁ সেই বিদ্যা দান কৰিব নোৱাৰে বুলি কৰ্ণক ওভোতাই পঠায়। কৰ্ণ মহেন্দ্ৰ পৰ্ব্বতত থকা পৰশুৰামৰ কাষ পালেগৈ, আৰু নিজকে ব্ৰাহ্মণ বুলি পৰিচয় দি অস্ত্ৰশিক্ষা লাভ কৰে। কিন্তু তেওঁৰ প্ৰতি বিধি বাম আছিল। এদিন তেওঁ আশ্ৰমৰ কাষত, সমুদ্ৰ তীৰত শস্ত্ৰ অভ্যাস কৰি থাকোতে এজন অগ্নিহোত্ৰী ব্ৰাহ্মণৰ হোমধেনু বধ কৰে। অনেক অনুনয়-বিনয় কৰিও ব্ৰাহ্মণৰ খং মাৰ নিয়াব নোৱাৰিলে। ব্ৰাহ্মণে অভিসম্পাত দিলে যে যাৰ লগত প্ৰতিযোগিতা কৰিবলৈ শস্ত্ৰ অভ্যাস কৰিছা তেওঁৰ লগত যুদ্ধ হলে মেদিনীয়ে তোমাৰ ৰথচক্ৰ গ্ৰাস কৰিব। এই সুবিধাতে প্ৰতিপক্ষই তোমাৰ শিৰচ্ছেদ কৰিব।

কৰ্ণই ব্ৰাহ্মণ বুলি পৰিচয় দি পৰশুৰামৰ পৰা অস্ত্ৰবিদ্যা শিকে। এদিন তেওঁৰ কোলাত মূৰ থৈ দুপৰীয়া পৰশুৰাম শুই আছিল। এনেতে এটা বিশাল কীটে তেওঁৰ উৰুত কামুৰি তেজ উলিয়াই দিয়ে। কিন্তু লৰচৰ কৰিলে গুৰুৰে সাৰ পাব বুলি ভাবি উৰু লৰচৰ নকৰাকৈ সহি থাকিল। তেজ ধাৰাসাৰে বৈগৈ গুৰুৰ মুখ মণ্ডল স্পৰ্শ কৰাত গুৰুজনে সাৰ পায়। তেওঁ উঠি কৰ্ণৰ উৰুত তেজ আৰু তেজ খাই থকা পোকটো দেখা পাই কৰ্ণৰ ব্ৰাহ্মণত্ব সম্পৰ্কে সন্দেহ হয়, বামুণৰ ইমান কষ্টসহিষ্ণু গুণ সাধাৰণতে দেখা পোৱা নাযায়। তেওঁ বসুষেনক প্ৰশ্ন কৰিলে ঃ—

অতি দুঃখমিদং মূঢ় ন জাতু ব্ৰাহ্মণঃ সহেৎ।
ক্ষত্ৰিয়স্যেৱ তে ধৈৰ্য্যং কাময়া সত্যমুচ্যতাম ॥

(হে মূঢ় বামুনৰ ইমান সহ্য গুণ নাই, তোমাৰ ধৈৰ্য্য ক্ষত্ৰিয়ৰ দৰে, সত্য কথা কৱা, তুমি ক্ষত্ৰিয় নোক ? ) বসুষেনে তেতিয়া নিজকে সুতপুত্ৰ বুলি স্বীকাৰ কৰে। তেতিয়া পৰশুৰামে খং কৰি অভিশাপ দি কলে, "যিহেতু তুমি ব্ৰাহ্মণ বুলি পৰিচয় দি মোক প্ৰতাৰণা কৰিছা, সেই দোষত তোমাক অভিশাপ দিছো যে তুমি মৃত্যুৰ সময়ত ব্ৰহ্মাস্ত্ৰ বিদ্যা পাহৰি যাবা"। এই শাপ দি গুৰুৱে কৰ্ণক বিদায় দিয়ে।

শাস্ত্ৰবিদ্যাতো তেওঁ পাৰ্গত আছিল। তেওঁ প্ৰত্যহ বেদপাঠ, উপাসনা আদি কাৰ্য্য নিয়মিতভাবে কৰিছিল। তেওঁ সূৰ্য্যৰ উপাসক আছিল, মধ্যাহ্ন পৰ্য্যন্ত তেওঁ সূৰ্য্য উপাসনা কৰিছিল। উপাসনাৰ পিছত ব্ৰাহ্মণক উদাৰচিত্তে দান দিছিল। কোনো প্ৰাৰ্থীকে তেওঁ বিমুখ বা নিৰাশ নকৰিছিল। এই বিষয়ে পাছৰ কৰি সকলে তেওঁৰ দানশীলতা সম্পৰ্কে বহুতো কাহিনী ৰচনা কৰিছে।

বসুষেন প্ৰথমৰ পৰাই দুৰ্যোধনৰ পক্ষপাতী আছিল। তেওঁৰ পাণ্ডৱ বিদ্বেষ দুৰ্যোধনৰ সমানেই আছিল। বিশেষকৈ অৰ্জুনক তেওঁ দেখিব নোৱাৰিছিল।

দ্ৰোণাচাৰ্য্যৰ প্ৰধান আৰু প্ৰিয় শিষ্য অৰ্জুনক তেওঁ প্ৰধান প্ৰতিদ্বন্দ্বী বুলি ভাবিছিল। কুমাৰ সকলৰ শিক্ষা শেষ কৰি দ্ৰোণাচাৰ্যই তেওঁলোকৰ মহলা লবলৈ এখন প্ৰদৰ্শনীমূলক খেলা আয়োজন কৰিছিল। বসুষেনো তাত প্ৰবেশ কৰি যুদ্ধপটুতা প্ৰদৰ্শন কৰে। দুৰ্যোধনে তেওঁৰ ৰণবিদ্যাৰ কৌশল দেখি প্ৰীতিপূৰ্বক তেওঁক আলিঙ্গন কৰি বন্ধুতা স্থাপন কৰে। বসুষেনে অৰ্জুনৰ লগত দ্বন্দ্ব যুদ্ধ প্ৰাৰ্থনা কৰাত আচাৰ্য্য কৃপই অৰ্জুনৰ বংশ পৰিচয় দি কৰ্ণক পৰিচয় সোধে, "তোমাৰ বংশ পৰিচয় জানিলেহে অৰ্জুনে তোমাৰ লগত যুদ্ধ কৰিব" বুলি কোৱাত বসুষেন লজ্জাৱনত দৃষ্টিৰে থিয়হৈ ৰ'ল।

এৱ মুক্তস্য কৰ্ণস্য ব্ৰীড়াৱণত মানসম্।
বভৌ বৰ্ষাম্বুবিক্লিন্নং পদ্মমাগলিতং যথা ॥

(এই কথাত বসুষেন অতিশয় লজ্জিত হৈ অধোমুখে থিয় হৈ ৰ'ল তেওঁৰ মুখ বৰ্ষা জলাসিক্ত বৃন্তচ্যুত পদ্মৰ দৰে দেখা গৈছিল।)

কুৰু নন্দন, পাণ্ডুপুত্ৰ, পৃথাতনয়, অৰ্জুনৰ লগত যুদ্ধ কৰিবলৈ যি কৌলিন্যৰ প্ৰয়োজন সেই কৌলিন্য তেওঁৰ নাছিল। সুতপুত্ৰ ৰূপেই তেওঁ পৰিচিত আছিল। সেই কাৰণেই পৰিচয় নিদি তেওঁ মৌন হৈ ৰ'ল। দুৰ্যোধনে তেওঁৰ অৱয়ব আৰু চেহেৰা দেখি তৎক্ষণাত বন্ধুত্ব পাতি অঙ্গ ৰাজ্যৰ ৰজা পাতে। এতিয়া ৰজাৰ লগত ৰাজপুত্ৰৰ যুদ্ধত কোনো বাধা নাথাকিল। কৰ্ণই দুৰ্যোধনৰ বদান্যতা জীৱন ভৰি পাহৰা নাছিল।

থিক এনে সময়তে অধিৰথ, পুত্ৰৰ অমঙ্গল হব পাৰে বুলি ভাবি সেই ঠাইত উপস্থিত হোৱাত কৰ্ণই তেওঁক সাষ্টাঙ্গে প্ৰণিপাত কৰে। ভীমে তেওঁৰ প্ৰতি ইতিকিংসূচক মন্তব্য কৰাত তেওঁ আকাশলৈ চাই মৌন হৈ ৰ'ল। (গগনস্থং বিনিঃশ্বস্য দিবাকৰং উদৈক্ষত) দুৰ্যোধনে ভীমৰ মন্তব্যৰ উত্তৰস্বৰূপে তৎক্ষণাত অঙ্গৰাজ্য দান কৰাৰ লগে লগে কলে "কথমাদিত্য সদৃশং মৃগী ব্যাঘ্ৰং জনিষ্যতি" (আদিত্য সদৃশ বাঘক মৃগীয়েজন্ম দিব পাৰে জানো?) ৰঙ্গভূমিত কৰ্ণৰ যুদ্ধ কৌশল দেখি যুধিষ্ঠিৰে ভাবিছিল যে কৰ্ণ সদৃশ বীৰ বোধহয় পৃথিৱীত নাই। ৰঙ্গভূমি প্ৰদৰ্শনীৰ পৰা অৰ্জুনৰ প্ৰতি ঈৰ্ষা আৰু নীচতা ক্ৰমে বৃদ্ধি পাবলৈ ধৰে। জতুগৃহদাহ ষড়যন্ত্ৰত তেওঁ সক্ৰিয়ভাবেই লিপ্ত আছিল।

ৰঙ্গভূমিত অপমান পোৱাৰ অলপ পাছতে দ্ৰৌপদীৰ স্বয়ম্বৰত তেওঁ অপমানিত হয়। তেওঁ ধেনুত কাড় লগাবলৈ উঠোতেই দ্ৰৌপদীয়ে সুতপুত্ৰক বৰণ নকৰে বোলাত মৌন হৈ বহি যায়। সূৰ্য্যলৈ এবাৰ চাই বহি থাকে। এইবোৰ অপমানৰ জ্বালাতে তেওঁৰ পাণ্ডৱ বিদ্বেষ ক্ৰমে বাঢ়ি যায়। ভীষ্ম, দ্ৰোণ আৰু বিদুৰে যি সজ পৰামৰ্শ দিছিল, কৰ্ণৰ লগত পৰামৰ্শ কৰি দুৰ্যোধনে সেই পৰামৰ্শ নাকচ কৰিছিল। কৰ্ণই এই সময়ত গুৰু দুজনক নীচভাৱে আক্ৰমণ কৰিবলৈকে কুণ্ঠাবোধ কৰা নাছিল।

সকলো কামতে তেওঁ দুৰ্যোধনৰ সৌহাত আছিল। দুৰ্যোধনৰ সংসৰ্গ দোষত তেওঁৰ চাৰিত্ৰিক পতন হৈছিল। পাণ্ডৱ সম্পৰ্কে তেওঁ দুৰ্যোধনৰ দৰেই অশিষ্ট আৰু নীচ মনোবৃত্তিৰ আছিল। কলিঙ্গৰাজৰ স্বয়ম্বৰ সভাৰ পৰা অপহৰণ কৰোঁতে তেওঁ দুৰ্যোধনৰ প্ৰধান সহায়ক আছিল। মগধৰাজ জৰাসন্ধক দ্বৈৰথ যুদ্ধত পৰাজয় কৰি মালিনী নামৰ নগৰ লাভ কৰিছিল।

সূত কুলত লালিত পালিত হোৱাৰ কাৰণে সূতকুলৰ সংস্কাৰ লাভ কৰিছিল। তেওঁ সূতকুলীয়া কন্যাৰ পাণিগ্ৰহণ কৰিছিল বুলিও জনা যায়। তেওঁৰ তিনিজন পুত্ৰ, বৃষসেন, ভানুসেন আৰু সুষেন ; কুৰুক্ষেত্ৰৰ যুদ্ধত তিনিওজন নিহত হয়।

দ্যূত সভাত দুঃশাসনে যেতিয়া দ্ৰৌপদীক দাসী বুলি সম্বোধন কৰি বিবস্ত্ৰা কৰিবলৈ চেষ্টা কৰিছিল তেতিয়া তেওঁ নীচভাবে দুঃশাসনক উৎসাহ দিছিল আৰু সেই কাৰ্য্যক প্ৰশংসা কৰিছিল। ধৃতৰাষ্ট্ৰ পুত্ৰ বিকৰ্ণই সভাস্থলত দ্ৰৌপদীক লাঞ্ছনা দিয়াৰ বাবে কুৰুপক্ষক ধিক্কাৰ দিয়াত তেওঁ বিকৰ্ণক কটু কথা শুনাইছিল আৰু দ্ৰৌপদীক বেশ্যা বুলি সম্বোধন কৰিছিল। তেওঁৰ আদেশ মতে দুঃশাসনে কৃষ্ণাক নগ্ন কৰিবলৈ উৎসাহ পাইছিল। স্বয়ম্বৰ সভাত কৰা অপমানৰ পোতক তুলিবলৈ কৃষ্ণাক নগ্ন কৰাৰ প্ৰস্তাৱ দিছিল।

পাণ্ডৱ বনলৈ যোৱাৰ পাছৰ ঘটনা ; পাণ্ডৱ সকল আছিল কাম্যক বনত। কৰ্ণই পৰামৰ্শ দিলে যে দুখ-কষ্টত দুৰ্ব্বল হৈ থকা পাণ্ডৱক অৰণ্যত আক্ৰমণ কৰি বধ কৰিবলৈ সহজ হব। গতিকে পাণ্ডৱক বধ কৰিবলৈ কাম্যক বনলৈ যাত্ৰা কৰিব লাগে। এই প্ৰস্তাৱ দুঃশাসনে সমৰ্থন কৰে। ভীষ্ম, দ্ৰোণই বাধা দিয়া স্বত্বেও সদলবলে কাম্যক বনলৈ যাত্ৰা কৰি চিত্ৰৰথ গন্ধৰ্ব্বৰ হাতত কুৰুবীৰসকল বন্দী হয়। খবৰ পায় যুধিষ্ঠিৰে ভীম, অৰ্জুনক পঠাই কুৰুবীৰ সকলক মুক্ত কৰে। শত্ৰুৰ সাহায্যতে মুক্ত হোৱাত দুৰ্যোধনৰ মনত গ্লানি হয়। তেওঁ হস্তিনাপুৰৰ বাহিৰত থাকি অনশনত দেহত্যাগ কৰিবলৈ সংকল্প লয়। বসুষেনে সেই সময়ত যি যুক্তি আৰু কথাৰে দুৰ্যোধনক প্ৰবোধ দিছিল সেয়া নিতান্তই বালকোচিত যুক্তি। তেওঁৰ বাক্য চৰম নিলজ্জতাৰ পৰিচায়ক। তেওঁৰ যুক্তি হল যে যুধিষ্ঠিৰাদি দুৰ্যোধনৰ প্ৰজা, ৰজাৰ বিপদত প্ৰজাই সহায় কৰা কৰ্ত্তব্য। গতিকে তেওঁৰ গ্লানি হবৰ কোনো যুক্তি নাই।

দ্ৰোণাচাৰ্য্যৰ মৃত্যুৰ পাছত কাক সেনাপতি পদত অভিষেক কৰিব এই বিষয়ে কৌৰৱ পক্ষত দুৰ্যোধনে আলোচনা কৰি মহাবীৰ কৰ্ণক সৰ্ব্বসম্মতিক্ৰমে সেনাপতি পদত অভিষিক্ত কৰে। পৰশুৰামৰ শিষ্য অজেয় মহাবীৰ, জেষ্ঠ পাণ্ডৱ কৰ্ণৰ বীৰত্বৰ প্ৰশংসা কৰি বীৰসকলে তেওঁক অভিনন্দিত কৰে। কৰ্ণই সেনাপতিত্ব গ্ৰহণ কৰি দুৰ্যোধনক কলে যে অৰ্জুনৰ ৰথৰ সাৰথি স্বয়ং কৃষ্ণ আৰু তেওঁৰ মন্ত্ৰণা আৰু সাৰথ্যৰ কাৰণেই অৰ্জুন সৰ্বত্ৰ বিজয়ী হব পাৰিছে। "মোৰ উপযুক্ত সাৰথি নাই। আন সকলো ক্ষেত্ৰত মই অৰ্জুনৰ সমকক্ষ অথবা উৎকৃষ্ট বীৰ, সেই কাৰণে

মোক এজন উপযুক্ত সাৰথি দিয়ক। উপযুক্ত সাৰথি পালে মই অৰ্জুনসহ পাণ্ডৱৰ বাহিনীক নিৰ্মূল কৰিব পাৰিম।" কৰ্ণৰ এই কথা শুনি দুৰ্যোধনে মদ্ৰ-অধিপতি মহাবীৰ শল্যক সাৰথি হবলৈ অনুৰোধ জনায়। শল্য মল্ল যুদ্ধত পাৰ্গত আছিল। তদুপৰি ৰথচালনাতো সমানে পটু আছিল। সেই কাৰণে দুৰ্যোধনৰ প্ৰস্তাৱ শুনি গৰ্জি উঠি কলে, "মই মদ্ৰদেশৰ অধিপতি, পাণ্ডৱৰ মাতুল। কি সাহসত তুমি মোক সূতপুত্ৰ কৰ্ণৰ সাৰথি হবলৈ অনুৰোধ কৰিছা? মোক তুমি হীনবল বুলি ভাবিছানে কি? মই অকলেই পাণ্ডৱ বাহিনী ধ্বংস কৰিব পাৰো, মই ক্ষত্ৰিয় বীৰ, উচ্চ কুলজাত। উচ্চ জাতিয়ে নীচ জাতিৰ সেৱা নকৰে। আপুনি নীচক উচ্চ আৰু উচ্চক নীচ অৱস্থালৈ নিব খুজিছে আৰু চাতুৰ্বৰ্ণ ধ্বংস কৰিবলৈ ইচ্ছা কৰিছে। গতিকে মই ক্ষত্ৰিয় হৈ নীচ সূতপুত্ৰৰ সাৰথিত্ব নকৰোঁ। মই বিশেষকৈ ৰাজৰ্ষি* কুলত জন্মা মূৰ্দ্ধাভিষিক্ত ৰজা। কৰ্ণক আপুনি অঙ্গৰাজ্যৰ অধিপতি কৰিছে যদিও তেওঁ ৰাজৰ্ষি কুলত জন্মলাভ কৰা নাই, সূতকুলতহে জন্ম, অধিৰথৰ পুত্ৰ। কৰ্ণৰ সাৰথিত্ব মোক কৰিবলৈ কোৱা মানে মোক অৱমাননা কৰিছে অথবা মোক বিপক্ষীয় বুলি সন্দেহ কৰিছে; মোক হেয় জ্ঞান কৰি কৰ্ণক প্ৰশংসা কৰিছে। যুদ্ধত কৰ্ণ মোৰ সমকক্ষ বুলি মই নাভাবো। সি যি কি নহওক মই আপোনাৰ পক্ষে যুদ্ধ কৰি আহিছো অথবা মই একাকী যুদ্ধ কৰি পান্ডৱক জিনিম। বজ্ৰৰ দৰে কঠিন মোৰ বাহু যুগল বিচিত্ৰ ধনু আৰু সৰ্পসদৃশ বাণসমূহ নিৰীক্ষণ কৰক। মোৰ বিচিত্ৰ সজ্জিত ৰথ আৰু স্বৰ্ণপট্টভূষিত গদাও চাই লওক। খং উঠিলে মই ভূমি বিদীৰ্ণ কৰিব পাৰো, পৰ্ব্বত ভাঙি চূৰ্ণ-বিচূৰ্ণ কৰিব পাৰো, সমুদ্ৰ শোষণ কৰিব আৰু সূৰ্য্যক ভূমিত নিপাতিত কৰিব পাৰো। তথাপি আপুনি মোক সূতপুত্ৰৰ অধীনত সাৰথিত্ব কৰিবলৈ কিয় অনুৰোধ কৰিছে।" শল্যৰ ক্ৰোধ উপশম কৰিবলৈ দুৰ্যোধনে বিনয়পূৰ্ব্বক উত্তৰ দিলে "মদ্ৰৰাজ, কৰ্ণ বা অন্য ৰজা শক্তিত আপোনাৰ ওচৰ চাপিব নোৱাৰে। আপোনাৰ পূৰ্বপুৰুষ সকল সত্যবাদী আছিল সেই কাৰণে মানুহে আপোনাক "আৰ্ত্তায়ন" আখ্যা দিছে। আপুনি যি হেতুকে শত্ৰুগণৰ শল্যস্বৰূপ, সেই কাৰণে আপোনাক 'শল্য' আখ্যা দিছে। আপুনি এটা পুৰাবৃত্ত শুনক। প্ৰাচীন কালত দেৱতা আৰু অসুৰৰ ভীষণ যুদ্ধ হয়। দেৱতা-বিলাক যুদ্ধত ঘাটি দিহিঙে-দিপাঙে পলাব লগা হয়। অৱশেষত ইন্দ্ৰকে প্ৰমুখ্য কৰি দেৱতা সকলে ব্ৰহ্মাক স্তুতি কৰি তেওঁলোকৰ বিলাই বিপত্তিৰ কথা কয়। ব্ৰহ্মাই তেতিয়া অসুৰৰ অবধ্যতাৰ কাৰণ বিবৰি কয়। পুৰাণ কালত দেৱাসুৰ যুদ্ধত দেৱতা জয় হোৱাত তাৰাক্ষ, কমলাক্ষ আৰু বিদ্যুন্মালী নামে তাৰকাসুৰৰ তিনি পুত্ৰই ভীষণ তপস্যা কৰি ব্ৰহ্মাক সন্তুষ্ট কৰি অমৰত্ব বিচাৰে। ব্ৰহ্মাই অমৰত্বৰ বাহিৰে অন্য বৰ খুজিবলৈ কোৱাত দানৱসকলে তিনিখন উৎকৃষ্ট পুৰ বিচাৰিলে। হেজাৰ বছৰৰ মূৰত তিনিখন বিমান এখন হৈ যাব। যদি কোনো দেৱতাই এই তিনিখন ভাঙি এখন কৰিব পাৰে তেওঁৱেই আমাৰ মৃত্যুৰ কাৰণ হব। ব্ৰহ্মাই

'তথাস্তু' বুলি স্বলোকলৈ উভতি গল। এই একোখন বিমান এখন নগৰৰ সমান ডাঙৰ আছিল। তাত আবাস গৃহ, হাটবজাৰ সকলো আছিল। তাতে থাকি দৈত্যবোৰে ত্ৰিভুবন জয় কৰি আনন্দত কাল কটাবলৈ ধৰে। এই সকলোবোৰ ময়দানৱৰ দ্বাৰা অনুষ্ঠিত হৈছিল। তাৰকাক্ষৰ হৰি নামে এজন পুতেক আছিল। তেওঁ তপস্যা কৰি ব্ৰহ্মাক সন্তুষ্ট কৰে আৰু বৰ মাগে। তেওঁ বিচাৰিলে আমাৰ তিনিওখন পুৰত মৃতসঞ্জীবনী তিনিখন হ্ৰদ হওক। মৃত্যু হলে তাত পেলাই দিলে মৃতক যেন পুনৰ সজীৱ হৈ উঠে। ব্ৰহ্মাই তাতো "তথাস্তু" কৰিলে। গতিকে সিহঁতৰ সংখ্যা বাঢ়ি যাবলৈ ধৰে আৰু দেৱতাক খেদি স্বৰ্গপুৰো দখল কৰে। দেৱতাই উপাই নাপায ব্ৰহ্মাৰ শৰণ লোৱাত ব্ৰহ্মাই ক'লে "যি জনে এপাট শৰে তিনিওখন পুৰ ধ্বংস কৰিব পাৰিব তেওঁৰ দ্বাৰা তোমালোক সুখী হব পাৰিবা। মহাদেৱ ব্যতিৰেকে এই কাৰ্য্য আনে সম্পন্ন কৰিব নোৱাৰে"। ব্ৰহ্মাৰ কথা মতে দেৱতাসকলে মহাদেৱৰ শৰণ লৈ ব্ৰহ্মাৰ কথা কৈ ত্ৰিপুৰক ধ্বংস কৰিবলৈ অনুৰোধ কৰে। দেৱতাসকলে স্ব স্ব তেজ মহাদেৱক অৰ্পণ কৰে। আৰু এখন মহাশক্তিশালী ৰথ নিৰ্ম্মাণ কৰি মহাদেৱক অৰ্পণ কৰে। সেই ৰথৰ বিভিন্ন স্থানত সমস্ত দেৱবৃন্দ নিজ নিজ শক্তি ধাৰণ কৰি অন্তৰ্নিহিত হৈ থাকে। কিন্তু ৰথৰ সাৰথি নাই। দেৱতা সকলৰ অনুৰোধত ব্ৰহ্মাই সাৰথিত্ব কৰিবলৈ স্বীকাৰ কৰে। ব্ৰহ্মা ৰথাৰোহণ কৰি আপোন তেজেৰে দীপ্তিমান হৈ বল্গা আৰু কশা গ্ৰহণ কৰিলে মহাদেৱে ৰথাৰোহণ কৰি বিষ্ণু, অগ্নি আৰু চন্দ্ৰসম্ভূত বাণটো হাতত লৈ একেবাৰতে দানৱপুৰী তিনিখন ধ্বংস কৰে। তদন্তৰে দেৱতা, গন্ধৰ্ব, ঋষি আৰু পাৰিষদবৰ্গ মহাদেৱৰ জয় প্ৰাৰ্থনা কৰি স্তুতি কৰিবলৈ ধৰে। স্তুতিত সন্তুষ্ট হৈ দেৱতা সকলক অভীষ্ট বৰদান কৰি মহাদেৱ স্বস্থানলৈ গমন কৰে আৰু দেৱতা সকলো নিজ নিজ স্থানলৈ প্ৰত্যাৱৰ্ত্তন কৰে। গতিকে হে মদ্ৰৰাজ, আপুনিও সাৰথিত্ব কৰি পাণ্ডাল সকলৰ ধ্বংস সাধন কৰক। কৰ্ণ মহাদেৱৰ তুল্য আৰু আপুনিও ব্ৰহ্মা সদৃশ, ব্ৰহ্মা আৰু মহাদেৱে যেনেকৈ অসুৰবোৰক ধ্বংস কৰিছিল সেইদৰে দুয়ো একযোগ হৈ পাণ্ডৱক নিৰ্মূল কৰক। কৃষ্ণসাৰথি অৰ্জুনক যাতে বধ কৰিব পাৰি তাৰ ব্যৱস্থা কৰক। আপোনাৰ আৰু কৰ্ণৰ ওপৰত মোৰ ৰাজ্য, ৰাজত্ব আৰু জয় নিৰ্ভৰ কৰিছে। অতএৱ আপুনি কৰ্ণৰ সাৰথিত্ব গ্ৰহণ কৰি মোক ৰক্ষা কৰক। এই বিষয়ে আৰু এটা কাহিনী শুনক। কোনো এক ধৰ্মজ্ঞ ব্ৰাহ্মণে আমাৰ পিতাক এই কাহিনীটো কৈছিল; হেতু আৰু কাৰ্য্যযুক্ত এই কাহিনী শ্ৰৱণ কৰি নিশ্চয়পূৰ্বক কাৰ্য্য কৰক।"

"ভৃগুৰ বংশত জমদগ্নি নামে এক মহা তপস্বী আছিল। তেওঁৰ ৰাম নামে এটি তেজ আৰু গুণসম্পন্ন পুত্ৰ আছিল। তেওঁ অস্ত্ৰ লাভ কৰিবলৈ সংযতেন্দ্ৰিয় হৈ তীব্ৰ তপস্যা কৰি দেৱাদিদেৱ মহাদেৱক প্ৰসন্ন কৰে, তেওঁৰ তপস্যাত সন্তুষ্ট হৈ আৰু অভীষ্ট বিষয় জানি দৰ্শন দান কৰে। মহাদেৱে দেখা দিলত জামদগ্নিয়ে অস্ত্ৰ ভিক্ষা কৰে। তেওঁক সংযতেন্দ্ৰিয় আৰু ভক্তিপৰায়ণ দেখি মহাদেৱে অস্ত্ৰ শিক্ষা দি পাশুপাত অস্ত্ৰ আৰু অন্য বহু দিব্যাস্ত্ৰ মন্ত্ৰসহ দান কৰে। এইদৰে ৰামক শিক্ষাদি

দেৱশত্ৰুক বধ কৰিবলৈ নিৰ্দ্দেশ দিয়ে। ৰামে গুৰুৰ আদেশ ক্ৰমে দৈত্যবোৰক যুদ্ধলৈ আহ্বান কৰি সিহঁতক সমূলে ধ্বংস কৰে। সেই ভৃগুপতি ৰামেই কৰ্ণক অস্ত্ৰশিক্ষা দি দেৱশত্ৰুক বধ কৰিবলৈ নিৰ্দেশ দিয়ে। ৰামে গুৰুৰ আদেশক্ৰমে দৈত্যবোৰক যুদ্ধলৈ আহ্বান কৰি সিহঁতকে সমূল ধ্বংস কৰে। সেই ভৃগুপতি ৰামেই কৰ্ণক অস্ত্ৰশিক্ষা দান কৰে। কৰ্ণক মই সূতকুলত উৎপত্তি বুলি নাভাবো। অধিৰথৰ পুত্ৰ তেওঁ সম্ভৱতঃ নহয়। ক্ষত্ৰিয় ৰমণীৰ গৰ্ভত কোনো দেৱতাৰ ঔৰসত এওঁৰ জন্ম বুলি মোৰ ধাৰণা হয়। জন্মতেই কবচকুণ্ডলধাৰী, দীৰ্ঘবাহু মহাৰথ, সূৰ্য্যৰ দৰে তেজস্বী আৰু বাঘৰ দৰে শক্তিশালী কৰ্ণক কেতিয়াও সূত কুলীয়া ৰমণীয়ে প্ৰসৱ কৰা নাই। এওঁৰ বাহু যুগল হাতীৰ শুৰৰ দৰে শকত আৰু শত্ৰুনিবাৰক। সেই কাৰণেই মই কওঁ বৈৰাজৰ্জুন কৰ্ণ সাধাৰণ লোক নহয়, এওঁ মহাত্মা, পৰশুৰামৰ শিষ্য আৰু প্ৰভাৱশালী।"

দুৰ্যোধনে আৰু কলে, "মদ্ৰৰাজ, পিতামহ ব্ৰহ্মাই এইদৰে ত্ৰিপুৰাসুৰ বধত মহাদেৱৰ সাৰথি হৈ অসুৰক বধ কৰিছিল। ৰথী অপেক্ষা শ্ৰেয়স লোকক সাৰথি কৰা উচিত। ইয়াকে চাই আপুনি কৰ্ণৰ সাৰথ্য গ্ৰহণ কৰা উচিত। দেৱতা সকলে যেনেকৈ ব্ৰহ্মাক সাৰথি কৰিছিল, সেইদৰে আমিও অপোনাক কৰ্ণৰ সাৰথি হবলৈ অনুৰোধ কৰিছোঁ।"

মদ্ৰৰাজে তেতিয়া সন্তুষ্ট হৈ কলে, "ব্ৰহ্মা আৰু মহাদেৱৰ এই অলৌকিক কাহিনীটো মই শুনিছো। কৃষ্ণয়ো এই কথা নজনা নহয়। কৃষ্ণৰ ভূত ভৱিষ্যত আৰু বৰ্ত্তমান জানা আছে। তেওঁ কাহিনীটো জানিয়েই অৰ্জুনৰ সাৰথিপদ গ্ৰহণ কৰিছে। কৰ্ণই যদি কোনো প্ৰকাৰে অৰ্জুনক বধ কৰিব পাৰে তেন্তে কৃষ্ণই নিজেই অস্ত্ৰধাৰণ কৰি কৌৰৱ সৈন্য ধ্বংস কৰিব। কৃষ্ণই অস্ত্ৰধাৰণ কৰিলে তেওঁৰ বিপক্ষে কোনেও থিয় দিব নোৱাৰিব।

মদ্ৰৰাজে এইদৰে কোৱাত শত্ৰু দমনকাৰী, মহাবাহু আৰু অকাতৰ চিত্ত দুৰ্যোধনে প্ৰত্যুত্তৰ দিলে, "মহাৰাজ শৈল্য আপুনি যুদ্ধত বৈকৰ্ত্তন কৰ্ণক অৱজ্ঞা নকৰিব। কাৰণ এওঁ সৰ্ব্বশ্ৰেষ্ঠ বীৰ আৰু সৰ্ব্বশাস্ত্ৰত পাৰদৰ্শী। এওঁৰ ধনুষ্টঙ্কাৰ শুনি শত্ৰু-পক্ষ চাৰিওদিশে পলায়ন কৰে। মায়াবিদ ভীমপুত্ৰ ঘটোৎকচক এওঁহে বধ কৰিবলৈ সক্ষম হয়। কৰ্ণই ভীমক পৰাস্ত কৰি ধনুৰ আগেৰে আকৰ্ষণ কৰি হাতত ধৰি স্পষ্ট ভাষাত কৈছিল, 'তুমি পেটুক (ঔদৰিক) আৰু মূঢ়, সাৱধানে যুদ্ধ কৰিবা। এই বুলি কুন্তীক দিয়া বাক্য স্মৰণ কৰি ভীমক নাকাটি এৰি দিছিল। নকুল আৰু সহদেৱক যুদ্ধত পৰাজয় কৰি বধ নকৰি স্নেহত এৰি দিছিল। বৃষ্ণিবংশীয় বীৰশ্ৰেষ্ঠ সাত্যকিক পৰাজয় কৰি এওঁ ৰথবিহীন কৰিছিল। যুদ্ধত এওঁ সৃঞ্জয় বীৰ সকলক বহুবাৰ পৰাস্ত কৰিবলৈ সক্ষম হৈছে আৰু ধৃষ্টদ্যুম্ন প্ৰভৃতি বীৰগণক হেলাই জয় কৰিছে। এওঁ ক্ৰোধান্বিত হলে ইন্দ্ৰকো বধ কৰিব পাৰে। পাণ্ডৱে এনেহেন বীৰক কেনেকৈ পৰাস্ত কৰিব? হে মহাৰাজ, আপুনিও সৰ্বশাস্ত্ৰবিদ

আৰু সৰ্ব্ববিদ্যাত পাৰদৰ্শী। পৃথিৱীত আপোনাৰ সমান বাহুবলী মল্লযোদ্ধা নাই। শত্ৰুপক্ষৰ আপুনি শল্য (শাল) স্বৰূপ আৰু পৰাক্ৰমত অসহনীয়। সাত্বতবংশীয় বহুবীৰ আপোনাৰ সংশ্ৰৱত আহি যুদ্ধত তিষ্ঠিব পৰা নাই। কৃষ্ণও অপোনাতকৈ বাহুবলত অধিক শক্তিশালী নহয়। অৰ্জুন নিহত হলে কৃষ্ণই যেনেকৈ পাণ্ডৱ পক্ষক ৰক্ষা কৰিবলৈ আগবাঢ়ি আহিব, কৰ্ণৰ অবিহনে আপুনি কৌৰৱ পক্ষক ৰক্ষা কৰিবলৈ সক্ষম হব। আমি আপোনাৰ সহায়ত যুদ্ধত নিহত ভাই সকল, বীৰগণ আৰু সমস্ত ৰাজাৰ ঋণ পৰিশোধ কৰিবলৈ বাঞ্ছা কৰোঁ।"

প্ৰত্যুত্তৰত শল্যই কলে, "গান্ধাৰী নন্দন, মই কৰ্ণৰ সাৰথ্য স্বীকাৰ কৰিলোঁ, যিহেতুকে আপুনি মোক কৃষ্ণৰ সমকক্ষ বীৰ বুলি স্বীকৃতি দিলে। কিন্তু মই এটা চৰ্ত্ততহে কৰ্ণৰ সাৰথিত্ব কৰিম। মই ইচ্ছানুসাৰে কৰ্ণক কথা কম, মোক বাধা দিব নোৱাৰিব। দুৰ্যোধন আৰু কৰ্ণ দুয়ো সম্মত হোৱাত শল্যই কৰ্ণৰ সাৰথিত্ব গ্ৰহণ কৰে। দুৰ্যোধনেও আনন্দত কৰ্ণক আলিঙ্গন কৰে। কৰ্ণই দুৰ্যোধনক পুনৰপি শল্যক আনন্দদায়ক বাক্য কবলৈ অনুৰোধ কৰাত কুৰুপতিয়ে কবলৈ ধৰে, "হে মদ্ৰৰাজ, কৰ্ণ আৰু অৰ্জুনৰ মাৰাত্মক যুদ্ধত আপুনি ৰথ পৰিচালনা কৰি অৰ্জুনক বধ কৰাত সহায় কৰক। কৃষ্ণ যেনেকৈ অৰ্জুনৰ মন্ত্ৰণাদাতা সাৰথি আপুনিও তেনেকৈ সৰ্বপ্ৰকাৰে কৰ্ণক ৰক্ষা কৰি বিজয়ী কৰক।" এই কথাত মদ্ৰৰাজ শল্য সন্তুষ্ট হৈ দুৰ্যোধনক হৰ্ষচিত্তে কলে, "আপুনি যিহেতুকে মোক কৃষ্ণৰ লগত তুলনা কৰিলে সেই কাৰণে মই আপোনাৰ সকলো প্ৰিয় কাৰ্য্য সাধন কৰিম। মই সকলো কাৰ্য্যত নিপুণ, গতিকে মোক যি কামতে নিয়োগ কৰক, মই সুচাৰুৰূপে তাক পালন কৰিম।" দুৰ্যোধনে পুনৰ কৰ্ণক সম্বুধি কয়, "এই মদ্ৰৰাজ কৃষ্ণ অপেক্ষাও উত্তম সাৰথি, ইন্দ্ৰৰ মাতলিৰ সমকক্ষ। মাতলিয়ে যেনেকৈ ইন্দ্ৰৰ ৰথ চালনা কৰে, তদ্ৰূপ মদ্ৰৰাজে তোমাৰ ৰথ চালনা কৰিব। তুমি ৰথাৰোহণ কৰি ৰথ চালনা কৰিলে নিশ্চয় কৰ্ণই অৰ্জুনক পৰাভৱ কৰিব পাৰিব"। এই কথাত শল্যই ৰথ স্পৰ্শ কৰি 'তথাস্তু' বুলি ৰথাৰোহণ কৰে। বেদবিৎ পুৰোহিতে ৰথসজ্জিত হোৱাৰ পাছত মাংগলিক বাক্য উচ্চাৰণ কৰে। কৰ্ণই যথাৰীতি ৰথপূজা কৰি প্ৰদক্ষিণ আৰু সূৰ্যোপাসনা কৰি আৰোহণ কৰে। সিংহই যেনকৈ পৰ্বতাৰোহণ কৰে সেইদৰে শল্যয়ো কৰ্ণৰ বিশাল ৰথত আৰোহণ কৰে। সূৰ্য্য আৰু অগ্নিৰ দৰে তেজস্বী শল্য আৰু কৰ্ণ ৰথত উঠাৰ পাছত আকাশত মেঘাৰূঢ় সম্মিলিত সূৰ্য্য আৰু অগ্নিৰ দৰে প্ৰকাশ পাবলৈ ধৰে। শল্যই ৰথৰ অশ্ব কেইটাক সংযত কৰোঁতে কৰ্ণই ভয়ংকৰ ধনু বিস্ফাৰিত কৰি মণ্ডলাস্থিত সূৰ্য্যৰ দৰে প্ৰকাশ পাবলৈ ধৰে। অমিত তেজা কৰ্ণই ৰথত অৱস্থান কৰাৰ লগে লগে দুৰ্যোধনে এইদৰে কলে "হে অধিৰথ নন্দন, ভীষ্ম আৰু দ্ৰোণই যি দুষ্কৰ কাৰ্য্য কৰিব নোৱাৰিলে তুমি তাক সম্পাদন কৰা। মোৰ মনত আশা আছিল যে ভীষ্ম অথবা দ্ৰোণই নিশ্চই ভীম আৰু অৰ্জুনক বধ কৰিব। কিন্তু তেওঁলোকে স্নেহবশতঃ সেই কাৰ্য্য নকৰি নিজে মৃত্যুক

আকোৱালি ললে। তেওঁলোকে যি কাম কৰিব নোৱাৰিলেতুমি দ্বিতীয় ইন্দ্ৰৰ দৰে সেই কাৰ্য্য সম্পাদন কৰা। তুমি যুধিষ্ঠিৰক ধৰা আৰু বাকী কেইজনক যুদ্ধত বধ কৰা। যোঁৱা বীৰ, যুধিষ্ঠিৰৰ সকলো সৈন্য ভস্মসাৎ কৰাঁ। ৰথস্থিত কৰ্ণই দুৰ্যোধনৰ কথা শুনি শল্যক কলে 'আপুনি যুদ্ধৰ মাজলৈ ৰথ চলাই দিয়ক, মই পাণ্ডৱক বধ কৰোঁ। মোৰ শক্তি আৰু সামৰ্থ্য অৰ্জুনে দেখক। মই আজি পাণ্ডৱৰ বিনাশ আৰু দুৰ্যোধনৰ জয়ৰ নিমিত্তে মহাশক্তিশালী বাণসমূহ নিক্ষেপ কৰিম।" শল্যাই প্ৰত্যুত্তৰত কলে, "সূতপুত্ৰ, পাণ্ডৱ সকলোবেই সৰ্ব্বশাস্ত্ৰজ্ঞ, মহাধনুৰ্দ্ধৰ শক্তিশালী, যুদ্ধত অপৰাঙমুখ, অজেয় আৰু মহাভাগ; তেওঁলোকে ইন্দ্ৰৰো ভয় জন্মাব পাৰে, তুমি তেওঁলোকক কিয় অৱজ্ঞা কৰিছা? তুমি যুদ্ধত যেতিয়া গাণ্ডীৱৰ টঙ্কাৰ শুনিবা তেতিয়া এই দৰে ফুটনি মৰা কথা বোধকৰো নকবা। ভীমে যেতিয়া হাতীৰ দাঁত উঘালি তাৰেই যুদ্ধহস্তী বধ কৰা দেখিবা তেতিয়া এইদৰে নিশ্চয় নকবা, আৰু যেতিয়া দেখিবা যুধিষ্ঠিৰ, নকুল, সহদেৱ, আৰু পাণ্ডৱ পক্ষীয় অন্যান্য ৰজাই শৰৰ দ্বাৰা মেঘাচ্ছন্ন কৰিছে, অনবৰত অস্ত্ৰক্ষেপ কৰি কৌৰৱ সৈন্য বিদীৰ্ণ কৰিছে, তেতিয়া এইদৰে দাম্ভিকোপ মৰা কথা নকবা।" তাৰ পাছত কৰ্ণই ৰথ চলাই নিবলৈ শল্যক আদেশ দিয়াত বাদ্যকাৰ সকলে ভেৰী-দুন্দুভি বজাবলৈ ধৰে আৰু ধনুৰ টংকাৰ, বাণৰ নিৰ্ঘোষ শব্দৰ লগে লগে যোদ্ধাসকল যুদ্ধলৈ আগবাঢ়ি গ'ল। পৃথিৱী কঁপিবলৈ ধৰে আৰু সাতোটা মহাগ্ৰহক সূৰ্য্যমণ্ডলৰ পৰা নিৰ্গত হোৱা দেখা পালে। সঘনে উল্কাপাত, বিনাবৃষ্টিত বজ্ৰপাত আৰু প্ৰবল বায়ু ববলৈ ধৰে। পশু-পক্ষীয়ে মহাভয়ৰ সূচনা কৰি কৌৰৱ পক্ষৰ বাওঁ ফালেদি যাবলৈ ধৰে। কৰ্ণৰ ৰথৰ ঘোঁৰা কেইটা পদস্খলিত হৈ মাটিত পৰি গ'ল আৰু আকাশৰ পৰা অস্থি, হাড়-মূৰ বৰ্ষণ হবলৈ ধৰে। অস্ত্ৰবোৰ আপোনা আপুনি জ্বলিবলৈ ধৰে, ধ্বজবোৰ কঁপিবলৈ ধৰে আৰু বাহনবোৰে অশ্ৰু বিসৰ্জন কৰিবলৈ ধৰে। কৌৰৱৰ বিনাশ-সূচক এইদৰে বহু উৎপাত দেখিবলৈ পোৱা গল। কিন্তু দৈৱাদিমোহিত কৌৰৱ সকলে সেইবোৰ গণ্য নকৰিলে, বৰং কৰ্ণৰ জয়ধ্বনি কৰিবলৈ ধৰে। কৰ্ণ আৰু শল্যৰ সম্মিলিত শক্তিক তেওঁলোকে অপৰাজেয় বুলি ভাবিলে। তাৰ পাছত ৰথস্থিত কৰ্ণই সূৰ্য্য আৰু অগ্নিৰ দৰে প্ৰকাশমান, ৰথিশ্ৰেষ্ঠ আৰু বিপক্ষীবীৰহন্তা কৰ্ণই ভীষ্ম-দ্ৰোণাদি বীৰ নিহত হোৱা দেখি অৰ্জুনৰ অতুলনীয় কাৰ্য্য চিন্তা কৰি, অভিমান আৰু অহঙ্কাৰত দগ্ধহৈ থওত জ্বলিবলৈ ধৰে আৰু দীৰ্ঘ নিশ্বাস ত্যাগ কৰি শল্যক এইদৰে কলে। "মই ধনুধাৰণ কৰি ৰথত থাকিলে ইন্দ্ৰলৈকো ভয় নকৰো আৰু ভীষ্ম-দ্ৰোণাদি বীৰ সকল নিহত হোৱা দেখিও ধৈৰ্য্য ধাৰণ কৰি আছো। ইন্দ্ৰ আৰু বিষ্ণুৰ তুল্য শক্তিশালী, অনিন্দিত স্বভাৱ, যুদ্ধত চতুৰঙ্গ সৈন্য বধ কৰোতা ভীষ্ম-দ্ৰোণক যি বিপক্ষই বধ কৰিছে, সেই বিপক্ষলৈ মোৰ ভয় জন্মা নাই। বিপক্ষই যুদ্ধত মহাবলবান ৰজা-মহাৰজাসকলক বধ কৰা দেখিও ব্ৰাহ্মণ শ্ৰেষ্ঠ, অস্ত্ৰশস্ত্ৰবিদ দ্ৰোণাচাৰ্য্যই শত্ৰুপক্ষক কিয় বধ কৰা নাছিল? দ্ৰোণাচাৰ্য্য নিহত হোৱা শুনি

মই সত্য কৰিছো, 'হে কৌৰৱগণ আপোনালোকে শুনক, আপোনালোকৰ ভিতৰত মোৰ বাহিৰে মৃত্যুৰ দৰে ভীষণ মূৰ্ত্তি অৰ্জুনৰ পৰাক্ৰম সহ্য কৰিব পৰা আন কোনো নাই। দ্ৰোণ শিক্ষা, শক্তি, ধৈৰ্য্য, মহাস্ত্ৰজ্ঞান, আৰু গুৰুৰ প্ৰতি নম্ৰভাৱ—এই সকলোবোৰ গুণ থকা স্বত্ত্বেও মৃত্যুৰ বশীভূত হ'ল। এই জগতত একোৱেই নিত্য বা স্থায়ী নহয়। এই কথা মই ভালকৈ জানো। আজি দ্ৰোণাচাৰ্য্য নিহত হোৱাত কোনে কব পাৰে যে তেওঁ চিৰকাল জীৱিত থাকিব? বল, পৰাক্ৰম, ধৰ্মকাৰ্য্য কৌশল অস্ত্ৰ কিম্বা মহাস্ত্ৰ এইবোৰে মানুহৰ সুখ উৎপাদন কৰিব নোৱাৰে, কাৰণ এইবোৰ থকা স্বত্ত্বেও দ্ৰোণাচাৰ্য্য নিহত হল। দ্ৰোণাচাৰ্য্য সূৰ্য্য আৰু অগ্নিৰ তুল্য তেজস্বী, পৰাক্ৰমত ইন্দ্ৰ আৰু বিষ্ণুৰ তুল্য আছিল, নীতি বিষয়ে বৃহস্পতি বা শুক্ৰৰ তুল্য আছিল তথাপি অতি দুঃসহ অস্ত্ৰ থকা স্বত্ত্বেও নিহত হল। দ্ৰোণ নিহত হোৱাত সৈন্যবোৰে উচ্চস্বৰে ৰক্ষক বিচাৰিবলৈ ধৰে। নাৰী আৰু শিশুবোৰে কান্দিবলৈ ধৰে আৰু দুৰ্যোধনৰ পৌৰুষ খৰ্ব্ব হ'ল। তেতিয়া মই যুদ্ধত মোৰ প্ৰয়োজন অনুভৱ কৰিলোঁ। অতএৱ, মদ্ৰৰাজ সৈন্যৰ মাজলৈ ৰথ চলায় দিয়ক্ যি ঠাইত ধৰ্ম্মৰাজ যুধিষ্ঠিৰ, ভীমসেন, অৰ্জুন, মাদ্ৰীপুত্ৰদ্বয়, কৃষ্ণ, সাত্যকি আদি অৱস্থান কৰিছে মোৰ বাহিৰে আন কোনে তেওঁলোকৰ পৰাক্ৰম সহ্য কৰিব পাৰিব? সেই হেতুকে হে মদ্ৰৰাজ, আপুনি সোনকালে পাণ্ডৱ আৰু সৃঞ্জয়সকলৰ মাজলৈ ৰথ লৈ বলক। মই হয় যুদ্ধত তেওঁলোকক বধ কৰিম নহয় দ্ৰোণৰ অনুগামী হম মানুষ প্ৰাজ্ঞই হওক বা মূৰ্খই হওঁক দৈৱক কোনেও অতিক্ৰম কৰিব নোৱাৰে আৰু যমৰ হাতৰ পৰা নিস্তাৰ নাপায়। সেই হেতুকে মই পাণ্ডৱৰ অভিমুখে যাওঁ, আপুনি ৰথ চলাই দিয়ক। ৰজা দুৰ্যোধন সদাই মোৰ প্ৰিয় সাধনাত নিৰত। গতিকে। তেওঁৰ কাৰ্য্য সাধনাৰ নিমিত্তে মই প্ৰিয়তম প্ৰাণ আৰু দুস্ত্যজ জীৱন ত্যাগ কৰিবলৈ সাজু। মদ্ৰৰাজ, গুৰুদেৱ পৰশুৰামে মোৰ ওপৰত সন্তুষ্ট হৈ এই উত্তম ৰথখন মোক দান কৰিছিল। ইয়াৰ লগতে যুদ্ধৰ সমল অস্ত্ৰশস্ত্ৰাদিও দিছিল। শুভ্ৰবৰ্ণ এটা শংখও দিছিল। পতাকাযুক্ত, বজ্ৰপতন-শব্দকাৰী, শ্বেতাশ্বযুক্ত আৰু সুন্দৰ তূণশোভিত এই ৰথত উঠি মই আজি অৰ্জুনক বধ কৰিম। কিন্তু সৰ্বহাৰী মৃত্যুৱে যদি অৰ্জুনক ৰক্ষা কৰে তেন্তে ময়ে ভীষ্মাদিৰ অনুগমন কৰি যমলোকলৈ গমন কৰিম। অধিক কি কম, ইন্দ্ৰ, যম, বৰুণ আৰু কুবেৰ আদিয়ে সানুচৰে অৰ্জুনৰ সপক্ষে যুদ্ধ কৰি ৰক্ষা কৰিব খোজে তথাপি তেওঁলোকৰ সৈতে মই অৰ্জুনক জয় কৰিম।" মদ্ৰৰাজ শল্যাই আত্মশ্লাঘাকাৰী কৰ্ণৰ এনে বাক্য শুনি অৱজ্ঞাসূচক হাঁহি মাৰি পুনৰাই তেনে আত্মগৰিমাসূচক কথা কবলৈ নিষেধ কৰি কলে, 'তুমি আত্ম-শ্লাঘাৰ পৰা বিৰত হোৱা, তুমি বৰ অহংকাৰী আৰু অসঙ্গতভাষী, কাৰণ পুৰুষ শ্ৰেষ্ঠ অৰ্জুনেই বা ক'ত আৰু পুৰুষাধম তুমি ক'ত? অৰ্জুনৰ বাহিৰে কোন ব্যক্তিয়ে ইন্দ্ৰৰক্ষিত স্বৰ্গৰ দৰে কৃষ্ণৰক্ষিত দ্বাৰকাৰ পৰা কৃষ্ণভগিনী সুভদ্ৰাক হৰণ কৰিব পাৰে? ইন্দ্ৰতুল্য অৰ্জুনৰ বাহিৰে এই জগতত বৰাহবধকলহত সৃষ্টিকৰ্ত্তা

লোকপালসকলৰ অধীশ্বৰ মহাদেৱক যুদ্ধলৈ আহ্বান কৰিব পাৰে? অৰ্জুনে অগ্নিদেৱতাৰ সন্তোষবিধানাৰ্থে যুদ্ধত বাণদ্বাৰা দেৱতা, অসুৰ, মহানাগ, মানুহ, পশু-পক্ষী, পিশাচ, যক্ষ, ৰাক্ষসক খাণ্ডৱবন দাহ কৰোতে জয় কৰিছিল আৰু বাসুদেৱ ভগ্নীক হৰণ কৰিছিল। হেৰা কৰ্ণ তোমাৰ মনত আছেনে, ঘোষযাত্ৰাৰ সময়ত গন্ধৰ্বই যেতিয়া দুৰ্যোধনক যুদ্ধত পৰাজয় কৰি বন্দী কৰি লৈ গৈছিল, তেতিয়া অৰ্জুনেহে সূৰ্যপ্ৰভ বাণৰ দ্বাৰা গন্ধৰ্বক পৰাজয় কৰি দুৰ্যোধনক ভ্ৰাতৃগণ সহ মুক্ত কৰি আনিছিল। যেতিয়া দুৰ্যোধনে সকলো সৈন্যসামন্ত, ভীষ্ম, দ্ৰোণ, অশ্বত্থামা প্ৰভৃতি বীৰক লগতলৈ বিৰাট ৰজাৰ গো হৰণ কৰিছিল, তেতিয়া পুৰুষ-শ্ৰেষ্ঠ অৰ্জুনে অকলশৰে তোমালোকক জয় কৰি গো উদ্ধাৰ কৰিছিল। তেতিয়া অৰ্জুনক জয় কৰা নাছিলা কিয়? আজি তোমাৰ মৃত্যুৰ নিমিত্তে যুদ্ধ উপস্থিত হৈছে, তুমি যদি নপলোৱা, তেন্তে এই যুদ্ধতেই তুমি নিহত হবা"। প্ৰসন্নচিত্তে শল্যই এইদৰে বহুপ্ৰকাৰে নিষ্ঠুৰ ভাৱে শত্ৰুৰ প্ৰশংসা কৰিবলৈ ধৰে। শত্ৰু সন্তাপকাৰী কৰ্ণই অত্যন্ত ক্ৰোধান্বিত হৈ শল্যক কলে "আপুনি অৰ্জুনক ইমান প্ৰশংসা কৰিছে কিয়? মোৰ আৰু অৰ্জুনৰ মাজত যুদ্ধ উপস্থিত হৈছে। এই যুদ্ধত তেওঁ যদি মোক জয় কৰে তেতিয়া তোমাৰ প্ৰশংসা সত্য হব!" শল্যই 'সেয়ে হওক" বুলি মৌন হ'ল, কৰ্ণই শল্যক ৰথ চলাবলৈ নিৰ্দেশ দিলে। সূৰ্য্যই যিদৰে অন্ধকাৰ নাশ কৰি আগবাঢ়ে সেইদৰে শ্বেতঘোড়াযুক্ত শল্যসাৰথিচালিত ৰথখনে শত্ৰুসংহাৰ কৰিবলৈ শত্ৰুপক্ষৰ প্ৰতি ধাবিত হ'ল। প্ৰীতিপ্ৰফুল্লচিত্ত কৰ্ণই ব্যাঘ্ৰচৰ্মাবৃত শ্বেতাশ্ব যুক্ত ৰথত উঠি যুদ্ধলৈ যাত্ৰা কৰি পাণ্ডৱ সৈন্যক দেখা পাই অৰ্জুনক'ত এই প্ৰশ্ন কৰে, 'যিজনে মোক মহাত্মা অৰ্জুনক দেখুৱাই দিব তেওঁক মই অভীষ্ট প্ৰদান কৰিম। যিলোকে অৰ্জুনৰ সন্ধান দিব তেওঁক মই সোণেৰে পৰিপূৰ্ণ এখন গাড়ী দান কৰিম। অৰ্জুনক দেখুৱাই দিয়া লোকে যদি ইচ্ছা কৰে তেওঁক নিত্য দুগ্ধদানকাৰী কাঁহৰ দোহনপাত্ৰ-যুক্ত এশ গাভী প্ৰদান কৰিম। যি লোকে অৰ্জুনক দেখুৱাই দিব তেওঁক মই এশ শ্ৰেষ্ঠ গাওঁ দান কৰিম। অথবা অশ্বতৰী আৰু কৃষ্ণকেশী যুৱতীসহ এখন শ্বেতবৰ্ণ ৰথ দান কৰিম। অথবা সালংকৃতা, তপ্তকাঞ্চনবৰ্ণা বক্ষভূষণভূষিতা, গীতবাদ্যত নিপুণা এশ যুৱতী দান কৰিম।" এইদৰে কৰ্ণই সংবাদদাতাক দিবপৰা দানৰ সংখ্যা বঢ়াই নিয়ে। আনকি পুত্ৰ, কলত্ৰ, দাস-দাসী, উদ্যান আৰু তেওঁৰ যি ধন সম্পত্তি আছে সকলো সংবাদদাতাক দিবলৈ তেওঁ প্ৰতিজ্ঞাবদ্ধ হয়। কৰ্ণই এইদৰে দায় বদ্ধহৈ শঙ্খধ্বনি কৰে। দুৰ্যোধনে কৰ্ণৰ প্ৰতিজ্ঞা শুনি আনন্দ প্ৰকাশ কৰে। দুৰ্যোধনৰ আনন্দত সঁহাৰি দি সৈন্যবোৰে দুন্দুভি, ভেৰি, গোমুখ, শঙ্খ আদি বাদ্য বজাবলৈ ধৰে। হস্তীৰ বৃংহন, অশ্বৰ হ্ৰেষ, সৈন্যৰ চিঞৰ আদি ধ্বনিৰে ৰণভূমি মুখৰিত হৈ পৰিল। শল্যই কৰ্ণৰ কথা শুনি ঈষৎ হাস্য কৰি কলে "সূতপুত্ৰ, তোমাৰ পুৰস্কাৰ দান কৰিবৰ প্ৰয়োজন নাই আৰু যিজনে অৰ্জুনৰ সংবাদ দিব তেওঁক সোণৰ হাতী আৰু ছয়টা সোণৰ গৰু দান কৰিবৰো প্ৰয়োজন নাই। স্বাভাৱিক

ভাৱেই অৰ্জুনক দেখা পাবা, চিন্তা নাই। তুমি ল'ৰাকালৰ পৰা এইদৰে ধন সম্পত্তি বিলাই আহিছা। চিন্তা নকৰিবা, অৰ্জুনক আজি ভালকৈ দেখা পাবা। তুমি মূঢ়ৰ দৰে বহুত ধন দান কৰি অপব্যয় কৰিছা, তাৰ দ্বাৰা যজ্ঞ কৰিব পাৰি। গতিকে সেই ধন দান নকৰি যজ্ঞকে কৰা। তুমি মোহবশতঃ কৃষ্ণাৰ্জুনক বধ কৰাৰ কথা কৈছা, সেই আশা তোমাৰ বৃথা, কাৰণ এটা শিয়ালে দুটা সিংহক বধ কৰাৰ কথা আমি ক'তো শুনা নাই। অন্যই যিটো বস্তু প্ৰাৰ্থনা কোনো কালে কৰা নাই তুমি সেইটো বিচাৰিছা। তোমাৰ দ্ৰুতগতিত পতন ঘটিছে। তোমাৰ এনে বন্ধু নাই যি তোমাক বাধা দিব পাৰে বা তোমাক অধঃপতনৰ পৰা ৰক্ষা কৰিব পাৰে। তুমি কৰ্ত্তব্য-অকৰ্ত্তব্য একো নবুজা, তুমি অকাল পক্ক, নহলে জীৱনাৰ্থী কোনো লোকে এইদৰে অসম্বন্ধ আৰু অশ্ৰাব্য প্ৰলাপ নবকে। ডিঙিত শিলা বান্ধি দুই বাহুৰ দ্বাৰা সমুদ্ৰ লঙ্ঘনৰ ইচ্ছা, পৰ্বতৰ ওপৰৰ পৰা জাপ দিয়া যেনে তোমাৰ ইচ্ছাও তেনে। হে কৰ্ণ, তুমি যদি মঙ্গল কামনা কৰা তেন্তে সমস্ত বীৰ আৰু সৈন্যসকলৰ লগত একত্ৰিত হৈ আৰু সমস্ত সৈন্যৰ দ্বাৰা ৰক্ষিত হৈ যুদ্ধ কৰা, তেন্তে তোমাৰ মঙ্গল হব। দুৰ্যোধনৰ হিতৰ কাৰণেই তোমাক এইখিনি কথা কৈছো, হিংসা কৰি নহয়। গতিকে তোমাৰ যদি জীয়াই থকাৰ ইচ্ছা আছে তেন্তে মোৰ কথাত বিশ্বাস কৰা।"

কৰ্ণই কলে "মোৰ বাহুবলত নিৰ্ভৰ কৰিয়েই যুদ্ধলৈ অৰ্জুনক আহ্বান কৰিছোঁ। আপোনাৰ মুখখন মিত্ৰৰ তুল্য, কিন্তু প্ৰকৃত পক্ষে আপুনি শত্ৰু, সেই কাৰণেই আপুনি মোৰ মনত ভয় উৎপাদন কৰিবলৈ চেষ্টা কৰিছে। কিন্তু আজি মোক মোৰ অভিপ্ৰায়ৰ পৰা বিচলিত কৰিব নোৱাৰে। আনকি বজ্ৰ উত্তোলন কৰি স্বয়ং ইন্দ্ৰয়ো নোৱাৰে। মানুহে কেনেকৈ পাৰিব ?"

কৰ্ণৰ বাক্যৰ প্ৰত্যুত্তৰত মদ্ৰৰাজ শল্যই কৰ্ণৰ ক্ৰোধ উৎপাদন কৰিবৰ উদ্দেশ্যে এইদৰে ক'লে, 'অৰ্জুনে যেতিয়া শিক্ষিত, অভ্যস্ত হাতেৰে অতিশয় বেগত জ্যা-নিক্ষিপ্ত শৰ লক্ষ্যভ্ৰষ্ট নোহোৱাকৈ তোমালৈ এৰিব, চোকা বাণসমূহ তোমাৰ দেহত প্ৰৱেশ কৰিব, তেতিয়া তুমি অৰ্জুনৰ বিষয়ে প্ৰশ্ন কৰা কাৰণে অনুতাপ কৰিবা। সুতপুত্ৰ, পৃথানন্দন অৰ্জুনে যেতিয়া দিব্য ধনুলৈ কৌৰৱ পক্ষক সন্তপ্ত কৰি তোমাক ক্ষুৰধাৰ বাণেৰে পীড়ন কৰিব, তেতিয়া তুমি অনুতপ্ত নহৈ নোৱাৰিবা। বালকে যেনেকৈ মাকৰ কোলাত বহি চন্দ্ৰক ধৰিব খোজে তেনেকৈ তুমিও মোহবশতঃ দীপ্তিমান অৰ্জুনক জয় কৰিবলৈ ইচ্ছা প্ৰকাশ কৰিছা যেহেতু তীক্ষ্ণধাৰ ত্ৰিশূলৰ দৰে কাৰ্য্যকাৰী অৰ্জুনৰ লগত যুদ্ধ কৰিবলৈ প্ৰয়াস কৰিছা। তুমি সুতীক্ষ্ণ ত্ৰিশূলেৰে নিজৰ শৰীৰৰ বিভিন্ন অঙ্গ ঘৰ্ষণ কৰিব খুজিছা। এটা কোমল বয়সীয়া, মূঢ় কিন্তু বেগবান মৃগই যেনেকৈ খঙাল আৰু বিৰাট সিংহক যুদ্ধলৈ আহ্বান কৰি মৰা পৰে, সেইদৰে তুমিও অৰ্জুনক যুদ্ধলৈ আহ্বান কৰি মৰিব খুজিছো, সুতপুত্ৰ। হাবিৰ মাজত মাংস ভক্ষণত তৃপ্ত শিয়ালে সিংহৰ ওচৰলৈ মাংসৰ অংশ বিচাৰি নিহত হোৱাৰ দৰে তুমিও অৰ্জুনৰ হাতত বিনষ্ট হ'বা। হে শহাপহসদৃশ কৰ্ণ, যাৰ

দন্ত নাঙলৰ ফাল সদৃশ তীক্ষ্ণ আৰু যাৰ গাল দুখন ( গণ্ডদ্বয় ) আৰু মুখৰ পৰা মদজল নিৰ্গত হয় সেই মহাহস্তীস্বৰূপ পাৰ্থক তুমি যুদ্ধলৈ আহ্বান কৰিছা ! তুমি যে অত্যন্ত ক্ৰুদ্ধ অৰ্জুনৰ সৈতে যুদ্ধ কৰিব খুজিছা, তুমি মুৰ্খতাবশতঃ কাঠৰ মাৰিৰে গাঁতৰ ফেটি গোমক মাৰিবলৈ ইচ্ছা কৰিছা । কৰ্ণ, তুমি যিহেতু মুৰ্খ সেই কাৰণে শিয়াল হৈ ক্ৰোধী, কেশৰযুক্ত সিংহ স্বৰূপ অৰ্জুনক লংঘন কৰি গৰ্জ্জন কৰিছা । কৰ্ণ, সৰ্পই যেনেকৈ পক্ষীশ্ৰেষ্ঠ গৰুড়ক যুদ্ধলৈ আহ্বান কৰে, তেনেকৈ তুমিও অৰ্জুনক আহ্বান কৰিছা । মহাতৰঙ্গসংকুল আৰু হিংস্ৰ জলজন্তুৰে পৰিপূৰ্ণ ভীষণ সমুদ্ৰ যেতিয়া চন্দ্ৰৰ উদয়ত বৃদ্ধি পায় তেতিয়া তুমি মহাসমুদ্ৰ তৰণিশূন্য হৈ পাৰ হবলৈ ইচ্ছা কৰিছা । বৎস কৰ্ণ, দুন্দুভিৰ দৰে গ্ৰীবাযুক্ত, তীক্ষ্ণ শৃঙ্গ আৰু প্ৰহাৰ নিপুণ বৃষসদৃশ অৰ্জুনক যুদ্ধলৈ আহ্বান কৰিছা । তুমি চুকৰ ভেকুলী হৈ মহাভয়ংকৰ আৰু প্ৰচুৰ বৰ্ষণশীল মেঘ সদৃশ অদ্বিতীয় বাণবৰ্ষী নৰশ্ৰেষ্ঠ অৰ্জুনক আহ্বান কৰিছা । কুকুৰে যেনেকৈ গৃহস্থৰ ঘৰত থাকি বনৰ পশুৰাজ সিংহক ভূক ভুকায় তুমিও তেনেকৈ ভূকভুকনি মাৰিছা । হে কৰ্ণ, শহাপহু পৰিবেষ্টিত শিয়ালে যেনেকৈ সিংহৰ অনুপস্থিতিত নিজকে সিংহ বুলি ভাবে, তেনেকৈ তুমিও নিজকে সিংহ বুলি ভাবিছা । কৰ্ণ, যি পৰ্য্যন্ত তুমি এক ৰথস্থিত চন্দ্ৰ আৰু সূৰ্য্যৰ দৰে তেজস্বী কৃষ্ণ আৰু অৰ্জুনক দেখা নোপোৱা সেই পৰ্য্যন্ত নিজকে তুমি বাঘ বুলি ধাৰণা কৰিছা । যি পৰ্য্যন্ত যুদ্ধত গাণ্ডীৱৰ টংকাৰ শুনি নোপোৱা সেই পৰ্য্যন্ত তুমি যি ইচ্ছা তাকে কবলৈ ধৰিছা । গৰ্জনকাৰী সিংহৰ দৰে অৰ্জুনৰ ৰথৰ আৰু গাণ্ডীৱৰ শব্দ শুনাৰ লগে লগে তুমি শিয়াল হৈ যাবা । তুমি সদায় শিয়াল আৰু অৰ্জুন সিংহ, বীৰসকলৰ বিদ্বেষ-উৎপাদনকাৰী তোমাক শিয়ালৰ দৰেই দেখা গৈছে । প্ৰবলতা আৰু দুৰ্বলতা বিষয়ে নিগনি আৰু মেকুৰী, কুকুৰ আৰু বাঘ, শিয়াল আৰু সিংহ আৰু শহাপহু আৰু হস্তী যেনে তুমি আৰু অৰ্জুন তেনে । তোমালোকৰ কাৰ্য্যৰ দ্বাৰাও মিথ্যা-সত্য আৰু বিষ অমৃতৰ তুল্য ।'

অমিত তেজা শল্যই ওপৰত কোৱা কথা শুনি কৰ্ণ অতিশয় ক্ৰোধান্বিত হৈ "বাক্যশল্যই তোমাৰ শল্য নাম হোৱাৰ কাৰণ" এই বুলি শল্যক কলে, "গুণবান লোকেই আন গুণবান লোকৰ গুণ দেখা পায়, কিন্তু নিৰ্গুণ লোকে দেখা নাপায় । তুমি গুণহীন কাৰণে আনৰ গুণাগুণ দেখা পোৱা নাই । মই মহাত্মা অৰ্জুনৰ মহাস্ত্ৰ, ক্ৰোধ, বল, ধনু, বাণ আৰু বিক্ৰমৰ কথা ভালেদৰে জানো । ক্ষত্ৰিয় শ্ৰেষ্ঠ কৃষ্ণৰ মাহাত্ম্য মই যিদৰে জানো তুমি নাজানা । মই নিজৰ শক্তি আৰু অৰ্জুনৰ শক্তি জানো কাৰণেই তেওঁক যুদ্ধলৈ আহ্বান কৰিছো । পতঙ্গই যেনেকৈ অগ্নিক আহ্বান কৰে তেনেকৈ নহয় । সুন্দৰ তীক্ষ্ণ মুখ, ৰক্তপায়ী, তূণস্থিত, কঙ্কপক্ষযুক্ত পৰিমাৰ্জিত আৰু সম্যক অলংকৃত বাণ মোৰ আছে, । বহু বছৰ ব্যাপি চন্দন চূৰ্ণৰ দ্বাৰা পূজিত, সৰ্পতুল্য, বিষাক্ত মুখ, ভীষণ মূৰ্ত্তি, বহুকাৰ্য্যকৰী, মহাপ্ৰখৰ, বৰ্মঅস্থিবিদাৰণক্ষম আৰু মানুহ হস্তী অশ্বনাশক বাণ মোৰ হাতত

আছে। মোৰ খং উঠিলে সেই বাণৰ দ্বাৰা সুমেৰু পৰ্বতো ভেদিব পাৰো ; অৰ্জুন আৰু কৃষ্ণৰ বাহিৰে আনৰ ওপৰত সেই বাণ কেতিয়াও নিক্ষেপ নকৰোঁ। মই খণ্ডত সেই বাণ অৰ্জুন আৰু কৃষ্ণলৈ নিক্ষেপ কৰিবলৈ ৰাখি থৈছো ; সেয়ে মোৰ উপযুক্ত কাৰ্য্য হব। কৃষ্ণৰ ওপৰতে সমস্ত বৃষ্ণি বংশৰ সম্পদ প্ৰতিষ্ঠিত আৰু অৰ্জুনৰ ওপৰত পাণ্ডৱ পক্ষৰ জয় নিৰ্ভৰ কৰিছে। গতিকে এই দুজনক পালে কোন নিবৰ্ত্তিব পাৰে ? সেই পুৰুষ শ্ৰেষ্ঠ দুজন মিলিত হৈ এতিয়া মোৰ ফালে আহিছে, মোৰ কি ভাগ্য ! অপৰাজিত পেহীৰ পুতেক ভাইৰ লগত মোমায়েকৰ পুতেক ভাই এক সূত্ৰে মণিগাঁথাৰ দৰে মিলিত হৈ যুদ্ধলৈ আহিছে। তথাপি মই তেওঁলোক দুয়োজনকে বধ কৰিম। অৰ্জুনৰ গাণ্ডীৱ ধনু আৰু কপিধ্বজ, কৃষ্ণৰ গৰুড়ধ্বজ আৰু সুদৰ্শন চক্ৰই ভীৰুবোৰক ভয় জন্মাব পাৰে। কিন্তু মোৰ আনন্দ উৎপাদনহে কৰিছে। তুমি দুষ্ট প্ৰকৃতি, মূৰ্খ, যুদ্ধত অনভিজ্ঞ আৰু ভয়ত তোমাৰ বিদীৰ্ণ হৃদয়। সেই কাৰণেই বহু অসংলগ্ন কথা কৈছা। হে কুদেশজাত মহাৰাজ, তুমি কি কাৰণে কৃষ্ণাৰ্জুনৰ প্ৰশংসা কৰিছা ? মই আজি তেওঁলোক দুয়োকে বধ কৰি তোমাকো বধ কৰিম। পাপদেশজাত ক্ষত্ৰিয়াধম, ক্ষুদ্ৰবুদ্ধি, তুমি বন্ধু হৈ শত্ৰুৰ দৰে কৃষ্ণাৰ্জুনৰ বীৰত্ব বৰ্খানি মোৰ ভয় জন্মাবৰ চেষ্টা কৰিছা। হয় তেওঁলোকে আজি মোক বধ কৰিব, নহয় মই তেওঁলোকক বধ কৰিম। মোৰ শক্তি সম্পৰ্কে মই সচেতন কাৰণে মই তেওঁলোকক ভয় নকৰোঁ। সহস্ৰ কৃষ্ণ বা শত অৰ্জুন আহক, মই অকলেই তেওঁলোকক বধ কৰিম। তুমি মনে মনে থাকা, বাকি নাথাকিবা। হে শল্য, নাৰী, বালক, বৃদ্ধ আৰু ক্ৰীড়াৰত লোকে মদ্ৰদেশ সম্পৰ্কে যি গাঁথা গাই থাকে আৰু ব্ৰাহ্মণসকলে পূৰ্বে ৰজাৰ ওচৰত যি কৈছিল, মদ্ৰদেশীয় দুৰাত্মাৰ সেই গাথা শুনা। একাগ্ৰচিত্তে সেই গাথা শুনি হয় ক্ষান্ত হোৱা কিম্বা উত্তৰ দিয়া। বিনা কাৰণে যি বিদ্বেষ কৰে সেই জনেই মদ্ৰক আৰু তেওঁ সৰ্বদায় মিত্ৰদ্ৰোহী। তুচ্ছভাষী আৰু নৰাধম মদ্ৰকৰ লগত কাৰো সৌহাৰ্দ নহয়। মদ্ৰক সদায় দুৰাত্মা, সদাই মিথ্যাবাদী আৰু সদাই কুটিল। আমি শুনিবলৈ পাইছো মদ্ৰদেশবাসীৰ দৌৰাত্ম্য মৃত্যু পৰ্য্যন্ত থাকে। সক্তুসংযুক্ত মৎসভোজী আৰু অশিষ্ট মদ্ৰকবোৰৰ পিতা, পুত্ৰ, মাতা, শ্বশ্ৰু, শ্বশুৰ, মাতুল, জামাতা, দুহিতা, ভ্ৰাতা, পৌত্ৰ, বয়স্য, অভ্যাগত, আৰু দাস-দাসী আদিয়ে পুৰুষবিলাকৰ লগত আপোন ইচ্ছানুসাৰে জ্ঞাত বা অজ্ঞাত ভাৱে গোমাংসৰ লগত মদ্যপান কৰি হাঁহে, কান্দে, অসংলগ্ন গান গায় আৰু কামজনিত কাৰ্য্যত প্ৰবৃত্ত হয়। সেই অৱস্থাতে তেওঁলোকে পৰস্পৰ কামত পাপ কৰে। গতিকে পাপ-কাৰ্যকাৰী আৰু গৰ্বিত মদ্ৰকৰ ধৰ্ম কেনেকৈ হব ? মদ্ৰদেশীয় লোকৰ লগত শত্ৰুতা বা মিত্ৰতা কৰা অনুচিত। তেওঁলোকৰ লগত মিলন হ'ব নোৱাৰে, কাৰণ তেওঁলোক সদায় পাপী।

মদ্ৰদেশীয় লোকৰ নিকট ৰক্ষিত ধন, গান্ধাৰ দেশীয় লোকৰ পবিত্ৰতা আৰু ক্ষত্ৰিয় যাজ্য ব্ৰাহ্মণক দিয়া হবি যেনেকৈ নষ্ট হয় শূদ্ৰযাজী ব্ৰাহ্মণে যেনেকৈ পৰাভৱ পায়, বেদ-বিদ্বেষী লোক যেনেকৈ পৰাভূত হয়, সেইদৰে মদ্ৰদেশীয় লোকৰ লগত বন্ধুত্ব কৰিলে লোক পতিত হয়। মদ্ৰদেশীয় লোকৰ প্ৰণয়ো যেনেকৈ নষ্ট হয় তেনেকৈ মই যেতিয়া অথৰ্ৱবেদীয় মন্ত্ৰেৰে শান্তি কৰিলো তোমাৰ বিষ নষ্ট হ'ল। এনেকৈ বিষ চিকিৎসক বোৰে বিছাই ডকা লোকক চিকিৎসা কৰে আৰু সফলো হয়। গতিকে তোমাৰ বিষ নষ্ট হোৱা বুলি জানি নীৰৱ হৈ থাকা। মোৰ আৰু কথা শুনা, মদ্ৰদেশীয় নাৰীসকলে মদ্যপানত ধৈৰ্য্য হেৰুৱাই পৰিহিত বস্ত্ৰ ত্যাগ কৰি উলংগ হৈ নৃত্য কৰে, স্বেচ্ছাচাৰিণী হৈ মৈথুনৰ সময়ত অসংযত কথা কয়। যিবোৰ নাৰীয়ে উলংগত হৈ থিয়ৈ থিয়ৈ প্ৰস্ৰাৱ কৰে, সেই নাৰীৰ পুত্ৰই কি প্ৰকাৰে ধৰ্মৰ কথা কব পাৰে? হে শল্য, ধৰ্মভ্ৰষ্ট আৰু নিৰ্লজ্জ তেনে নাৰীৰ পুত্ৰ হৈ তুমি ধৰ্মৰ কথা কব খোজা! কোনোবাই যদি কাঞ্জি মদ বিচাৰে; তেন্তে মদ্ৰ নাৰীয়ে কটীৰ পশ্চাৎ ভাগ খজুৱাই অনিচ্ছুক হৈ এইদৰে কয়, "কোনেও যেন কাঞ্জি নোখোজে, কাৰণ কাঞ্জি মোৰ বৰ প্ৰিয় বস্তু। গতিকে মই পতি পুত্ৰ দান কৰিব পাৰো, কিন্তু কাঞ্জি দান কৰিব নোৱাৰো।" আমি শুনিবলৈ পাইছো, মদ্ৰদেশীয় নাৰী প্ৰায়ে গৌৰবৰ্ণ, দীৰ্ঘাকৃতি, নিৰ্লজ্জ, কম্বলাবৃত, সৰ্বদা ভোজনশীল আৰু অপবিত্ৰ। কেশাগ্ৰৰ পৰা ভৰিৰ নখাগ্ৰ পৰ্য্যন্ত নিন্দনীয় আৰু কুকৰ্ম নিৰত; মদ্ৰদেশীয় লোকৰ বিষয়ে আৰু বহু কথা শুনিছো আৰু কব পাৰো। মদ্ৰ, সিন্ধু আৰু সৌবীৰ দেশীয় মানুহবোৰ পাপ দেশত জন্মা, ম্লেচ্ছাচাৰ আৰু ধৰ্ম বিষয়ত অনভিজ্ঞ তেওঁলোকে কেনেকৈ ধৰ্ম জানিব? আমি শুনিছো ক্ষত্ৰিয় যুদ্ধত নিহত হলে সজ্জনৰ দ্বাৰা প্ৰশংসিত হৈ মহাশয়ন কৰে। সেয়ে তেওঁলোকৰ প্ৰধান ধৰ্ম। মই অস্ত্ৰযুদ্ধত যদি জীৱন ত্যাগ কৰোঁ তেন্তে সেয়ে মোৰ কাৰণে মহান ধৰ্ম, কাৰণ মৃত্যুৰ পাছত মই স্বৰ্গলাভ কৰিবলৈ ইচ্ছা কৰোঁ। মই বুদ্ধিমান দুৰ্যোধনৰ প্ৰিয় সখা, সুতৰাং মোৰ প্ৰাণ আৰু ধন দুৰ্যোধনৰ নিমিত্তেই উছৰ্গিত আছে। হে পাপাদশ জাত শল্য, তুমি নকুল আৰু সহদেৱৰ মাতুল কাৰণে দৰাচলতে তেওঁলোকৰ পক্ষৰেই লোক। পাণ্ডৱে কৌৰৱপক্ষত ভেদ ঘটাবৰ উদ্দেশ্যেই তোমাক কৌৰৱ পক্ষত ৰাখিছে, এই কথা স্পষ্ট হৈ পৰিছে তোমাৰ কথা আৰু ব্যৱহাৰত তথাপি নাস্তিকে যেনেকৈ আস্তিকক ধৰ্মৰ পৰা বিমুখ কৰিব নোৱাৰে, সেইদৰে তোমাৰ দৰে শত শল্যয়ো মোক যুদ্ধৰ পৰা বিমুখ কৰিব নোৱাৰে। গতিকে গ্ৰীষ্মপীড়িত হৰিজনৰ দৰে যথেষ্ট বিলাপ কৰা আৰু শুষ্ক কণ্ঠ হোৱা, তথাপি ক্ষত্ৰিয় ধৰ্মস্থিত মোৰ ভয় উৎপাদন কৰিব নোৱাৰিবা। পূৰ্বে গুৰুদেৱ পৰশুৰামে যুদ্ধত অপলায়নকাৰী নিহত সৈন্য সকলৰ যি গতিৰ কথা কৈছিল সেই কথা মোৰ মনত আছে। তুমি জানি ৰখা ভাল যে মই কৌৰৱৰ ৰক্ষাৰ নিমিত্তে আৰু পাণ্ডৱ পক্ষৰ নিধনৰ কাৰণে উদ্যত হৈছো। মদ্ৰপতি, ত্ৰিভুবনত এনে প্ৰাণী দেখা নাই যি মোক মোৰ অভিপ্ৰায়ৰ পৰা বিৰত কৰিব পাৰে। মদ্ৰকাধম,

তুমি মোৰ অভিপ্ৰায় জানি মনে মনে থকাই ভাল ; বেছি কথা কলে তোমাক বধ কৰি মাংসভোজীবোৰক তোমাৰ দেহ দান কৰিম। তিনিটা কাৰণত মই তোমাক বধ নকৰো—(১) তুমি দুৰ্যোধনৰ মিত্ৰ (২) তোমাক বধ কৰিলে লোকে আমাক মিত্ৰঘাতী বুলি নিন্দা কৰিব (৩) মোৰ ক্ষমাগুণ আছে—এই তিনিটা কাৰণত তুমি এতিয়াও জীবিত। মদ্ৰৰাজ, তুমি যদি আকৌ এইদৰে কথা কোৱা তেন্তে গদা দ্বাৰা তোমাৰ মস্তক চূৰ্ণ কৰিম। সি যি কি নহওক, হে শল্য আজি এই যুদ্ধত মানুহে শুনিব যে কৰ্ণই কৃষ্ণাৰ্জুনক বধ কৰিছে কিম্বা কৰ্ণ নিহত হৈছে", কৰ্ণই এইদৰে কৈ শল্যক ৰথ চলাবলৈ নিৰ্দেশ দিয়ে।

যুদ্ধাভিনন্দী কৰ্ণৰ ওপৰুক্ত কথা শুনি শল্যই পুনৰ কলে 'যথাবিধি দানে কৃতযজ্ঞ, যুদ্ধত অনিৱৰ্তী আৰু যুদ্ধাভিষিক্ত ৰজাৰ ঘৰত মোৰ জন্ম আৰু মই নিজেও ধৰ্মপৰায়ণ। কিন্তু হে বৃষভ, তোমাক মদ্যপানত মত্তৰ দৰে দেখা পাইছো। তথাপি ধৈৰ্য্যশূন্য হোৱা দেখি তোমাক উপযুক্ত চিকিৎসা কৰাৰ প্ৰয়োজন বোধ কৰিছো। তোমাক এটা কাউৰীৰ কাহিনী কম, মন দি শুনিবা। নিষ্কৃষ্ট কুলাধম, তাকে শুনি তুমি ইচ্ছানুসাৰে কাৰ্য্য কৰিবা। মই নিজৰ কোনো দোষ দেখা পোৱা নাই যি কাৰণে তুমি মোক বধ কৰিব খুজিছা। তোমাৰ হিত-অহিত চিন্তা কৰি উপযুক্ত কথা কোৱা মোৰ কৰ্ত্তব্য। বিশেষতঃ মই তোমাৰ সাৰথি আৰু দুৰ্যোধনৰ হিতৈষী।"

"অনুকূল-প্ৰতিকূল অৱস্থা, ৰথীৰ সবলতা-দুৰ্বলতা, ৰথী আৰু ঘোড়াবোৰৰ পৰিশ্ৰম কাতৰতা, অস্ত্ৰৰ অৱস্থা, পশুপক্ষীৰ আৰাও, অস্ত্ৰক্ষত চিকিৎসা, অস্ত্ৰপ্ৰয়োগ, যুদ্ধৰ শুভাশুভ লক্ষণ এই সকলোবোৰ বুজি যুদ্ধত নামিব লাগে, কাৰণ মই ৰথ-ৰথীৰ হিতৈষী, সেই কাৰণে হে কৰ্ণ, মই তোমাৰ আগত এটা দৃষ্টান্ত দাঙি ধৰিছো।"

"পুৰাণ কালত সমুদ্ৰৰ কাষৰ এখন দেশত প্ৰচুৰ ধন-ধান্যশালী, যজ্ঞকাৰী, দাতা, ক্ষমাশীল আপোন বৈশ্যবৃত্তিনিষ্ঠ আৰু পবিত্ৰ এজন বৈশ্য আছিল। সৰ্বভূতৰ প্ৰতি দয়ালু সেই বৈশ্যই কোনো এজন দয়ালু ৰজাৰ ৰাজ্যত বাস কৰিছিল। তেওঁৰ বহু পুত্ৰ আছিল আৰু সন্তান কেইটাক বৰ মৰম কৰিছিল, অশিক্ষিত অথচ যশস্বী বৈশ্যৰ পুত্ৰবোৰৰ উচ্ছিষ্ট ভোজন কৰি এটা কাউৰী সেই ঘৰতে নিৰাস কৰিছিল। বৈশ্যপুত্ৰ সকলে অন্ন, মাংস, দধি, ক্ষীৰ, পায়স, মধু আৰু ঘিউ তাক খাবলৈ দিছিল। সেই কাউৰীয়ে বৈশ্য পুত্ৰৰ উচ্ছিষ্ট ভোজন কৰি পৰিপুষ্ট হৈ আনবোৰ পক্ষীক অৱজ্ঞা কৰিবলৈ ধৰে। তাৰ পাছত কোনো সময়ত গৰুড়ৰ দৰে দ্ৰুতগামী আৰু চক্ৰবাক চৰাইৰ দৰে বিচিত্ৰ ৰূপৰ কিছুমান হাঁহ আহি সেই বিলত পৰিল। তদনন্তৰ, সেই বৈশ্য পুত্ৰ কেইটাই কাউৰীটোক কলে তই এই পক্ষীবোৰৰ ভিতৰত শ্ৰেষ্ঠ। অল্পবুদ্ধি সেই বৈশ্যপুত্ৰই প্ৰতাৰণা কৰা বাক্যটোকে কাউৰীয়ে সচাঁ বুলি ভাবিলে। উচ্ছিষ্ট ভক্ষণকাৰী কাউৰীয়ে দূৰগামী হংসক গৈ সুধিলে—"দূৰগামী পক্ষীৰ ভিতৰত কোন শ্ৰেষ্ঠ ? ৰাজহংসই বহুবক্তী 'কাউৰীৰ কথা শুনি হাঁহিবলৈ

ধৰে। হংসসকলে কলে "আমি মানস সৰোবৰগামী, ইচ্ছানুসাৰে আমি পৃথিবী পৰিভ্ৰমণ কৰিব পাৰো। দুৰ্মতি কাউৰী, দূৰগমন পক্ষীৰ মাজত আমি সৰ্বদা গৌৰব লাভ কৰো। তই সামান্য কাউৰী হৈ দূৰ গমনত অভিজ্ঞ, বলৱান, আমাক কিয় উৰিবলৈ আহ্বান কৰিছ? তই আমাৰ লগত কেনেকৈ ফেৰ মাৰি উৰিব পাৰিবি?" আত্মশ্লাঘাকাৰী, নীচ জাতীয় কাউৰীয়ে হংসৰ বাক্য নিন্দা কৰি উত্তৰ দিলে—'উৰণৰ ভিতৰত শতপ্ৰকাৰ উৰণ আছে আৰু তাৰ ভিতৰতে আকৌ বিচিত্ৰ আৰু বিবিধ প্ৰকাৰৰ সহায়ত মই এক শত যোজন উৰিব পাৰো, এই বিষয়ে সন্দেহ নাই। উৰ্দ্ধগতি, অধোগতি, বেগগতি, সমগতি, ধীৰগতি, সম্যকগতি, তীৰ্য্যকগতি, বিচিত্ৰ গতি, সৰ্বদিশেগতি, পশ্চাদগতি, সুন্দৰগতি, প্ৰচণ্ডগতি, দূৰগতি, আকাশগতি, মণ্ডলগতি, বেগে অধোগতি, বেগে উৰ্দ্ধগতি, বেগে সম্যকগতি, মণ্ডলাকাৰে উৰ্দ্ধগতি, মণ্ডলাকাৰে তীৰ্য্যক গতি, বেগে মণ্ডলাকাৰে উৰ্ধগতি, বেগে মণ্ডলাকাৰে তীৰ্য্যক গতি, বেগে মণ্ডলাকাৰে অধোগতি, আক্ৰমণ কৰিবলৈ শেন পক্ষীৰ দৰে নিম্নগমন, সেইভাবে উৰ্দ্ধে, পাৰ্শ্বে গমন, গতাগত, প্ৰতিগত আৰু অৱশিষ্ট চৌসত্তৰ প্ৰকাৰ নৃত্যগমন প্ৰভৃতি বিভিন্ন প্ৰকাৰ গমন আছে। হংসসকল, মই আজি তোমালোকৰ সাক্ষাতত এই সকলো প্ৰকাৰ গমন দেখুৱাম আৰু তোমালোকে মোৰ শক্তি দেখা পাবা। কোন গতিত মই আজি আকাশত উৰিম, তোমালোকে মোক নিৰ্দেশ দিয়া। সমস্ত গতি বা তাৰ কোনো এটা অৱলম্বন কৰি মই নিৰালম্ব আকাশত উৰি যাব, তোমালোকে মোৰ লগত উৰা।" কাউৰীয়ে এইদৰে কোৱাত কোনো এক ৰাজহংসই হাঁহি যি কৈছিল তাক শুনা, "হে কাক তুমি একাধিক শতপাতৰ (গমন) সহায়ত উৰিবা, আমি তোমাৰ লগত কেনেকৈ উৰিম"? তাৰ পাছত সিহঁতে উৰিবলৈ আৰম্ভ কৰে; হংসই একপাত আৰু কাউৰীয়ে শতপাত অৱলম্বন কৰি উৰিবলৈ ধৰে। কাউৰীৰ শতপাত দেখি আনবোৰ কাউৰীয়ে হংসগণক বিদ্ৰূপ কৰিবলৈ ধৰে আৰু অপ্ৰিয় বাক্য কবলৈ ধৰে। নানাবিধ ৰব কৰি সেই কাউৰীৰ জয় আশা কৰি এবাৰ মাটিত, এবাৰ গছৰ ওপৰত পৰি বৰ্মলিয়াবলৈ ধৰে। হংসই মৃদু গতিত যাবলৈ আৰম্ভ কৰে আৰু খন্তেক সময় কাউৰীত কৈ পাছ পৰা যেন ধাৰণা হল। কাউৰীবোৰে হংসক অৱজ্ঞা কৰি কবলৈ ধৰে, "চোৱা হংস পাছ পৰিল, কাক আগবাঢ়িল।" ইয়াকে শুনি হংসবোৰে সমুদ্ৰৰ ওপৰেদি যাবলৈ ধৰে। কিছুদূৰ যোৱাৰ পাছত কাউৰী পৰিশ্ৰান্ত হৈ পৰিল আৰু গছ বা মানুহৰ ঘৰ নেদেখি বিহ্বলচিত্ত আৰু ভীতিগ্ৰস্ত হৈ পৰিল। "ক'ত পৰিম? সমুদ্ৰত পৰিব নোৱাৰোঁ, সমুদ্ৰ ভীষণ জল-জন্তুৰ আশ্ৰয়-স্থল, ইয়াৰ ভিতৰত মহাপ্ৰাণী সমূহ বাস কৰে। গতিকে সমুদ্ৰ আকাশত কৈয়ো বৃহৎ"। কৰ্ণ, সমুদ্ৰচাৰী মানুহেও ইয়াৰ গভীৰতা আৰু বিস্তীৰ্ণতা জুখিব নোৱাৰে। সামান্য কাউৰীয়ে সমুদ্ৰৰ অগাধ জলৰাশিৰ অতি দূৰপাৰি নিবন্ধনৰ অৱসান কেনেকৈ জানিব? হংসবোৰে কিছুদূৰ গৈ কাউৰীৰ বাবে বাট চাবলৈ এঠাইত ৰ'ল আৰু উভতি চাবলৈ ধৰে। অতি পৰিশ্ৰান্ত অৱস্থাত কাউৰীয়ে পাখী দুখন

পাখি আৰু ঠোটেৰে পানীত ধপধপাবলৈ ধৰে। হংসই কাউৰীৰ অৱস্থা দেখি সহায় কৰিবলৈ ইচ্ছুক হৈ এইদৰে কলে, "হে কাক, তুমি বহু পাতৰ কথা কৈছিলা আৰু কোৱা স্বত্ত্বেও এই গোপণীয় পাতৰ কথা কোৱা নাছিলা। তোমাৰ পাখি দুখন বাৰে-পতি পানীত ধপধপাইছে, তুমি এতিয়া যি পাত প্ৰয়োগ কৰিছা, তাৰ নাম কি? তুমি শত পাতে যাব পৰা কাৰণে মোতকৈ যে শ্ৰেষ্ঠ সেই বিষয়ে সন্দেহ নাই। তথাপি পৰিশ্ৰান্ত হৈ পানীত পৰিলা কিয়?" হংসক ওপৰত দেখি অনুনয় কৰি কাউৰীয়ে কলে "মই বৈশ্য পুত্ৰৰ উচ্ছিষ্ট খাই অহংকাৰত নিজকে গৰুড় বুলি ভাবিছিলো আৰু অন্য পক্ষীক অৱজ্ঞা কৰিছিলো? এতিয়া আপোনাৰ ওচৰত শৰণাপন্ন হৈছোঁ, আপুনি মোক পাৰলৈ লৈ যাওক। মই যদি কুশলে স্বস্থানলৈ যাব পাৰোঁ তেন্তে কাকো অৱজ্ঞা নকৰো। এই বিপদৰ পৰা আপুনি মোক ৰক্ষা কৰক।" কাতৰ আৰু প্ৰায় জলমগ্ন অৱস্থাত কা-কা কৰি মহাসমুদ্ৰত নিমগ্ন হবলৈ ধৰা কাউৰীক নিজৰ পিঠিত তুলি যি দ্বীপৰ পৰা আহিছিল তালৈ প্ৰস্থান কৰে। মনৰ দৰে দ্ৰুতগামী হংসই কাউৰীক দ্বীপত নমাই অভীষ্ট স্থানলৈ প্ৰস্থান কৰে। বৈশ্য পুত্ৰ সকলৰ উচ্ছিষ্ট খাই পুষ্ট হোৱা কাউৰীয়ে এইদৰে হংসৰ দ্বাৰা পৰাজিত হৈ অভিমান অহংকাৰ পৰিত্যাগ কৰি শান্তি লাভ কৰে।

"কৰ্ণ, কাউৰীয়ে যে বৈশ্য গৃহত উচ্ছিষ্ট খাই পৰিপুষ্ট হৈ নিজৰ সমান আৰু তাত কৈ উৎকৃষ্ট প্ৰধান লোকক অৱজ্ঞা কৰিবলৈ ধৰিছিল, এই বিষয়ে সন্দেহ নাই। মই প্ৰশ্ন কৰিছো—বিৰাট নগৰত উত্তৰ গোগ্ৰহৰ সময়ত ভীষ্ম, দ্ৰোণ, কৃপ, অশ্বত্থামা আদি মহাবীৰ সকলে ৰক্ষা কৰা স্বত্ত্বেও তুমি অকলশৰীয়া অৰ্জুনক কিয় বধ নকৰি পলায়ন কৰিলা? সিংহৰ বিৰুদ্ধে যেনেকৈ শিয়ালবোৰ পৰাজিত হয় তেনেকৈ অৰ্জুনৰ বিৰুদ্ধে গাইগুটীয়া যুদ্ধত আৰু সম্মিলিত যুদ্ধত তোমালোক সকলো পৰাজিত হৈছিলা। তেতিয়া তোমাৰ শক্তি ক'ত লুকাই আছিল? সেই যুদ্ধত তোমাৰ ভাইৰ মৃত্যু দেখি তুমিয়েই প্ৰথমে পলায়ন কৰিছিলা? হে কৰ্ণ, দ্বৈত বনত ঘোষযাত্ৰাৰ সময়ত অৰ্জুনে অকলে যুদ্ধ কৰি চিত্ৰসেন-গন্ধৰ্ব আৰু সেনাবাহিনীক পৰাজিত কৰি তোমাৰ সৈতে দুৰ্যোধনক বন্দী অৱস্থাৰ পৰা মুক্ত কৰিছিল। পৰশুৰামে হস্তিনাপুৰৰ ৰাজসভাত প্ৰকাশ্যে কৃষ্ণাৰ্জুনৰ প্ৰভাৱ বৰ্ণনা কৰিছিল, তুমি শুনা নাছিলানে? দ্ৰোণ আৰু ভীষ্মই সদাই ৰজা সকলক কৈছিল যে কৃষ্ণ আৰু অৰ্জুন অবধ্য। সেই কথা তুমি নিশ্চয় শুনিছিলা। ব্ৰাহ্মণ যেনেকৈ সকলো জাতিৰ ভিতৰত শ্ৰেষ্ঠ সেইদৰে অৰ্জুন তোমাত কৈ যি যি গুণত শ্ৰেষ্ঠ, সেই কথা আৰু কিমান ক'ম? শ্ৰেষ্ঠ ৰথত অৱস্থিত বসুদেৱনন্দন কৃষ্ণ আৰু কুন্তীনন্দন অৰ্জুনক তুমি অলপ পাচতে দেখা পাবা। আগতে কোৱা কাউৰীয়ে জীৱন ৰক্ষাৰ্থে হংসৰ শৰণাপন্ন হৈছিল, তুমিও সেইদৰে জীৱন ৰক্ষাৰ্থে বাসুদেৱ-অৰ্জুনৰ ওচৰত শৰণাপন্ন হোৱা। হে ৰাধেয়, তুমি যেতিয়া ৰণস্থলত এক ৰথত বিক্ৰমশালী কৃষ্ণাৰ্জুনক দেখা পাবা তেতিয়া এনে গৰ্জন মৰা

কথা আৰু বোধহয় নকবা। অৰ্জুনে যেতিয়া শাণিত অস্ত্ৰেৰে তোমাৰ দৰ্প চূৰ্ণ কৰিব তেতিয়া তুমি তোমাৰ আৰু অৰ্জুনৰ বৈষম্য দেখা পাবা। যি নৰশ্ৰেষ্ঠদ্বয় দেৱতা, অসুৰ আৰু মনুষ্যৰ মাজত সৰ্বপ্ৰধান বীৰ বুলি প্ৰখ্যাত তেওঁলোকক তুমি মূৰ্খতাবশতঃ জোনাকি পৰুৱাই চন্দ্ৰ-সূৰ্য্যক অৱজ্ঞা কৰাৰ দৰে অৱজ্ঞা নকৰিবা। চন্দ্ৰ আৰু সূৰ্য্য যেনেকৈ পোহৰ বিকীৰণ কৰাত অতিশয় প্ৰখ্যাত সেইদৰে কৃষ্ণাৰ্জুনো বীৰত্বত অতি প্ৰখ্যাত। মনুষ্যৰ মাজত তুমি জোনাকী পৰুৱাৰ সদৃশ। সূত পুত্ৰ তুমি, তেওঁলোকক এইদৰে জানি নৰশ্ৰেষ্ঠ আৰু মহাত্মা কৃষ্ণ আৰু অৰ্জুনক অৱজ্ঞা নকৰিবা ; আত্মশ্লাঘা নকৰিবা।"

সঞ্জয়ে কলে—মহাত্মা কৰ্ণই শল্যৰ অপ্ৰিয় বাক্য শুনি অসন্তুষ্ট হৈ কলে, "তুমি নকলেও হ'ব, কৃষ্ণাৰ্জুন কেনে মোৰ ভালকৈ জনা আছে। ৰথচালক কৃষ্ণ আৰু পাণ্ডুৰ নন্দন অৰ্জুনৰ শক্তি আৰু মহাস্ত্ৰ সমূহ মোৰ জনা আছে। মই যিমান জানো, তুমি সিমান নাজানা।"

"তথাপি মই অস্ত্ৰধাৰী শ্ৰেষ্ঠ কৃষ্ণ আৰু অৰ্জুনৰ বিৰুদ্ধে যুদ্ধ কৰিম। কিন্তু গুৰু আৰু ব্ৰাহ্মণ শ্ৰেষ্ঠ পৰশুৰামৰ অভিশাপে মোক বৰ উদ্‌বিগ্ন কৰিছে। শল্য, মই দিব্যাস্ত্ৰ শিকিবৰ উদ্দেশ্যে ব্ৰাহ্মণ-পুত্ৰ বুলি পৰিচয় দি পৰশুৰামৰ শিষ্যত্ব গ্ৰহণ কৰোঁ। এদিন গুৰুদেৱে মোৰ উৰুত উপাধান কৰি শুই থাকোতে ইন্দ্ৰই অৰ্জুনৰ হিতাৰ্থে কীটৰ ৰূপ ধৰি মোৰ উৰুত ভীষণ কামোৰ মাৰি বিদীৰ্ণ কৰে। উৰু ইফাল সিফাল কৰিলে কেনেবাকৈ গুৰুৱে সাৰ পাই বুলি মই কোনোমতে সহ্য কৰি থাকো। উৰুৰ পৰা ধাৰাসাৰে তেজ বৰলৈ ধৰাত গুৰুৱে সাৰ পাই মোক 'তুমি ব্ৰাহ্মণ নহয়, তুমি সঁচা কথা কোৱা কোন তুমি" তেতিয়া মই সূত বুলি পৰিচয় দি ক্ষমা প্ৰাৰ্থনা কৰাত অত্যন্ত ক্ৰুদ্ধ হৈ মোক অভিসম্পাত দি কলে, 'সূত, তুমি ছলনা কৰি যি হেতুকে ক্ষত্ৰবিদ্যা শিকিলা সেই কাৰণে প্ৰয়োজনৰ সময়ত অস্ত্ৰ মনত নপৰিব, কিন্তু মৃত্যু কালৰ বাহিৰে আন সময়ত কিন্তু মনত পৰিব। কাৰণ অব্ৰাহ্মণত বেদমন্ত্ৰ যুক্ত মহাস্ত্ৰ স্থায়ী হব নোৱাৰে। আজি অতি ভয়ঙ্কৰ যুদ্ধত মহাস্ত্ৰ সমূহ কামত লাগিব আৰু সেয়ে যথেষ্ট হব। শল্য, বীৰ সকলৰ আকৰ্ষণ-কাৰী সৰ্বনাশক আৰু অতি ভয়ঙ্কৰ এই মহাযুদ্ধ ভৰত বংশীয়সকলৰ মাজত আজি উপস্থিত হৈছে। এই যুদ্ধই সমস্ত ক্ষত্ৰিয় বীৰ সকলক সন্তপ্ত কৰিব বুলি মনে ধৰে। আজি এই উগ্ৰধন্বা, বীৰশ্ৰেষ্ঠ, বলবান, ভয়ঙ্কৰ কৰ্মা, অসহ্যবীৰ্য্য আৰু সত্যপ্ৰতিজ্ঞ পাণ্ডুনন্দন অৰ্জুনক বধ কৰিম। জলৰ নিয়ন্তা বেগৱান আৰু পৰিমাণশূন্য সমুদ্ৰই বহুলোকক নিমগ্ন কৰিব পাৰে বুলিয়েই গুৰুতৰ বেগ ধাৰণ কৰে, আকৌ সমুদ্ৰতীৰেও পৰিমাণ শূন্য সমুদ্ৰক বাধা দান কৰে। মহাবল, মহাস্ত্ৰ-ধাৰী, দুৰ্দ্ধৰ্ষ ভীষণ মূৰ্ত্তি আৰু মহাবাণযুক্ত অৰ্জুনে যেতিয়া কুৰুপক্ষীয় ৰজা সকলক সমুদ্ৰৰ দৰে মগ্ন কৰিব খুজিব, তেতিয়া তীৰে সমুদ্ৰক বাধা দান কৰাৰ দৰে মই বাণ দ্বাৰা অৰ্জুনক বাধা প্ৰধান কৰিম। অন্য ধনুৰ্দ্ধৰ মনুষ্যক যাৰ লগত

তুলনা কৰা নাযায় আৰু যিজনে সুৰাসুৰ সকলক হেলাৰঙে জয় কৰিব পাৰে, আজি সেই অৰ্জুনৰ লগত মোৰ ভয়ঙ্কৰ যুদ্ধ দৰ্শন কৰক। অত্যন্ত অভিমানী অৰ্জুনে যুদ্ধাভিলাষী হৈ অলৌকিক মহাস্ত্ৰ সমূহ ক্ষেপণ কৰিব, তেতিয়া মই অস্ত্ৰৰ দ্বাৰা অস্ত্ৰ প্ৰতিহিত কৰি উত্তম বাণৰ দ্বাৰা তেওঁক বধ কৰিম। মেঘে যেনেকৈ সূৰ্য্যক আবৃত কৰে তেনেকৈ সূৰ্য্যৰ তুল্য তাপকাৰী, তেজস্বী আৰু যশস্বী অৰ্জুনক বাণ দ্বাৰা আবৃত কৰিম। মেঘে যেনেকৈ জল বৰ্ষণ কৰি ধোঁৱা, শিখাযুক্ত, প্ৰজ্বলিত, তেজস্বী আৰু জগতদাহকাৰী অগ্নিক নিৰ্বাপিণ কৰে, ময়ো সেইদৰে বাণবৰ্ষণ কৰি যুদ্ধত অৰ্জুনক প্ৰশমিত কৰিম। বিষবৈদ্যই যেনেকৈ ঔষধৰ দ্বাৰা দুৰ্দ্ধৰ্ষ ভীষণ, সুতীক্ষ্ণ দন্ত আৰু অগ্নিৰ দৰে বিষশক্তি যুক্ত সাপক বশ কৰে ময়ো তেনেকৈ ভল্লাস্ত্ৰৰ দ্বাৰা ক্ৰোধান্বিত আৰু শত্ৰুহন্তা অৰ্জুনক বধ কৰিম। হিমালয় পৰ্বতে যেনেকৈ আলোড়নকাৰী, বলবান, প্ৰহাৰদক্ষ, তৰুলতাদি ভঙ্গকাৰী ভীষণ বায়ুক সহ্য কৰে ময়ো তেনেকৈ যুদ্ধত ক্ৰোধী আৰু অসহিষ্ণু অৰ্জুনক সহ্য কৰিম। নানা প্ৰকাৰ ৰথপথত বিচৰণ কৰাত নিপুণ, শত্ৰুসংহাৰ কৰাত সমৰ্থ, সদাই যুদ্ধত সপক্ষ ৰক্ষা কৰাত অভ্যস্ত, প্ৰধান বীৰ আৰু জগতৰ সৰ্ব্বশ্ৰেষ্ঠ ধনুৰ্দ্ধৰ অৰ্জুনক যুদ্ধত মই নিশ্চয় সহ্য কৰিব পাৰিম। অন্য ধনুৰ্দ্ধৰক যাৰ লগত তুলনা কৰা নাযায় আৰু যি সমগ্ৰ পৃথিৱী জয় কৰিছিল, মই তেওঁৰ বিষয়ে ভালকৈ জানিও যুদ্ধ কৰিম। যি অৰ্জুনে খাণ্ডৱদাহৰ সময়ত দেৱতা সমন্বিতে সমস্ত প্ৰাণীক জয় কৰিছিল, মোৰ বাহিৰে আন কোন মানুহ জীৱন ৰক্ষাৰ্থীহৈ অৰ্জুনৰ লগত যুদ্ধ কৰিবলৈ সাহস কৰিব পাৰে? অৰ্জুন দৃঢ়াস্ত্ৰ, অভিমানী, শিক্ষিতহস্তে, যুদ্ধকাৰী দিব্যাস্ত্ৰবিদ আৰু বিপক্ষ আলোড়নকাৰী হলেও মই চোকা অস্ত্ৰৰ দ্বাৰা অতিৰথ অৰ্জুনৰ দেহৰ পৰা মস্তক বিচ্ছিন্ন কৰিম। হে মদ্ৰৰাজ, আজি মই যুদ্ধত জয় বা মৃত্যু অঙ্গীকাৰ কৰি অৰ্জুনৰ লগত যুদ্ধ কৰিম। মোৰ বাহিৰে এনে কোনো বীৰ নাই যি যমতুল্য অৰ্জুনৰ লগত যুদ্ধ কৰিবলৈ সমৰ্থ হ'ব। হে শল্য, মই আনন্দচিত্তে ক্ষত্ৰিয় সমাজত যুদ্ধ বিষয়ে পাণ্ডুনন্দন অৰ্জুনৰ পুৰুষকাৰৰ কথা কব পাৰো। তুমি মূৰ্খ আৰু অত্যন্ত মূঢ়চিত্ত, অৰ্জুনৰ বীৰত্বৰ কথা কেনেকৈ কৰা? অপ্ৰিয়, নিষ্ঠুৰ, ক্ষুদ্ৰহৃদয় আৰু ক্ষমাশূন্য যি মানুহে ক্ষমাশীল মানুহক নিন্দা কৰে মই তেনেকুৱা শতশত লোকক বধ কৰিছোঁ। কিন্তু বৰ্ত্তমান সময় বৰ গুৰুতৰ, সেই কাৰণে ক্ষমা গুণেৰে তোমাৰ অগ্নিময় বচন উপেক্ষা কৰিলোঁ। তুমি পাপকৰ্মা, সেই কাৰণে মূঢ়ৰদৰে মোক আক্ৰমণ কৰি অৰ্জুনৰ নিমিত্তে অপ্ৰিয় বাক্য কৈছা। মোৰ লগত তুমি সৰল হোৱা উচিত আছিল। কিন্তু এই অৱস্থাত তুমি কুটিলমতি হৈ মিত্ৰদ্ৰোহীৰ কাম কৰিছা আৰু পাপত নিমগ্ন হৈছা। কোনো ব্যক্তিৰ লগত সাত খোজ একেলগে গলেই তেওঁৰ লগত মিত্ৰতা হয়। এতিয়া দাৰুণ সময় উপস্থিত কাৰণে দুৰ্যোধন যুদ্ধলৈ গমন কৰিছে। মই তেওঁৰ কাৰ্য্য সিদ্ধিৰ কামনা কৰিছো। কিন্তু যাতে তেওঁৰ কাৰ্য্যসিদ্ধিৰ সম্ভাৱনা নাথাকে, তাকেই তুমি অহৰহ কামনা কৰি আছা।

মিদ, নন্দ, প্ৰী, ত্ৰা, মি, মুদ ধাতুৰ পৰা মিত্ৰ শব্দ নিষ্পন্ন হৈছে। শল্যৰাজ তোমাক কৈছো দুৰ্যোধনৰ লগত সেই সেই ধাতুৰ পৰা নিষ্পন্ন হোৱা সকলো সম্বন্ধ মোৰ আছে, অৰ্থাৎ স্নেহ, আনন্দন, প্ৰীনন, ত্ৰান, সস্নেহ দৰ্শন, আৰু আমোদ— এইবোৰ মোৰ আছে। ৰজা দুৰ্যোধনে সেই সকলোবোৰ জানে। শদ, শাস, শো, শূ, শ্বস, ষদ আদি বহুবিধ উপসৰ্গপূৰ্ব্বক সূদ ধাতুৰ পৰা "শত্ৰু"—এইৰূপ নিষ্পন্ন হৈছে—এইবোৰৰ সকলো সম্বন্ধই তোমাৰ লগত আছে, অৰ্থাৎ মোৰ মানহানি কৰা, শাসন কৰা, উৎসাহ খৰ্ব কৰা, হিংসা কৰা, অৱসাদন কৰা আৰু দমন কৰা — এই সকলোবোৰেই তোমাৰ আছে, নাই কেবল উচ্ছ্বাসন কৰা অতএব দুৰ্যোধনৰ হিত, তোমাৰ প্ৰীতি, নিজৰ যশৰ নিমিত্তে যত্নপূৰ্বক কৃষ্ণ আৰু অৰ্জুনৰ লগত যুদ্ধ কৰিম। তুমি আজি মোৰ কাৰ্য চাই লোৱা।"

"শল্য তুমি আজি মোৰ উত্তম ব্ৰাহ্ম, স্বৰ্গীয় আৰু মাননীয় অস্ত্ৰবোৰ দৰ্শন কৰা। মত্তহস্তীয়ে যেনেকৈ আন এটা মত্তহস্তীক আক্ৰমণ কৰে মযো তেনেকৈ উগ্ৰবীৰ্য অৰ্জুনক আক্ৰমণ কৰিম। মই আজি অজেয় আৰু অজ্ঞেয় শক্তি ব্ৰাহ্ম অস্ত্ৰ, জয়ৰ নিমিত্তে অৰ্জুনৰ প্ৰতি নিক্ষেপ কৰিম। মোৰ ৰথচক্ৰ যদি গাঁতত নোসোমায় তেতিয়া হলে অৰ্জুনে আজি মুক্তি নাপায়। তুমি এই কথা জানি ৰাখা যে দণ্ডহস্ত যম, পাশহস্ত বৰুণ, গদাহস্ত কুবেৰ আৰু বজ্ৰধাৰী ইন্দ্ৰকো আজি মই ভয় নকৰো কিম্বা অস্ত্ৰধাৰী আন কোনো শত্ৰুকে মই ভয় নকৰো। গতিকে কৃষ্ণাৰ্জুনৰ পৰাও মোৰ ভয় নাই ; তেওঁলোকৰ লগত মোৰ যুদ্ধও দেখা পাবা। হে ৰাজন, কোনো এক সময়ত বিজয় নামৰ এজন ব্ৰাহ্মণৰ আশ্ৰমৰ দাঁতিত মই অস্ত্ৰাভ্যাসৰ কাৰণে ধনুশৰ লৈ বিচৰণ কৰোঁতে অসাৱধান আৰু অজ্ঞানবশতঃ সেই ব্ৰাহ্মণৰ হোমধেনুজনীৰ পোৱালীটো বধ কৰোঁ। তাৰ পাছত সেই নিৰ্জন ঠাইত ব্ৰাহ্মণে মোক অভিশাপ দি কৈছিল "যিহেতু তুমি অসাৱধানহৈ মোৰ হোমধেনুৰ পোৱালীটো বধ কৰিলা, সেই কাৰণে গুপ্তৰ যুদ্ধত ভয়াবহ অৱস্থাত উপনীত হবা। তেতিয়া তুমি সময়ৰ শৰ পাহৰিবা আৰু পৃথিৱীয়ে তোমাৰ ৰথচক্ৰ গ্ৰাস কৰিব।" উক্ত ব্ৰাহ্মণৰ বাক্য সম্বন্ধে মই নৰ ভয় খাইছো। এওঁলোকৰ (ব্ৰাহ্মণৰ) ৰজা চন্দ্ৰ, গতিকে বাক্য দ্বাৰাই লোকৰ সুখ দুখৰ এওঁলোক নিয়ামক। মই ব্ৰাহ্মণক সহস্ৰ গাভী আৰু ছশ বৃষ দিব খুজিলো, তথাপি তেওঁৰ অনুগ্ৰহ লাভ কৰিব নোৱাৰিলো। নাঙলৰ দণ্ড যেন দীৰ্ঘ দন্তযুক্ত সাত শ হাতী আৰু কেবা শ দাসদাসী দিব খোজাতো সেই ব্ৰাহ্মণে মোক অনুগ্ৰহ নকৰিলে। বৎসযুক্ত চৌদ্ধশ পোৱালী থকা বগা গাই গৰু দান কৰিম বুলি কোৱা সত্ত্বেও সেই ব্ৰাহ্মণক প্ৰসন্ন কৰিব নোৱাৰিলোঁ। সৰ্বকাম্য বস্তুসহ সমৃদ্ধিশালী এটা ঘৰ আৰু মোৰ যি ধন সম্পত্তি আছিল সেই সকলোখিনি দান স্বৰূপে আগবঢ়োৱাতো তেওঁ গ্ৰহণ কৰিবলৈ ইচ্ছা প্ৰকাশ নকৰিলে। মই দোষ কৰিছিলো সেই কাৰণে তেওঁৰ ওচৰত ক্ষমা খোজাতো তেওঁ মাত্ৰ কলে, "সূত, মই যি কৈছো তাৰ অন্যথা নহ'ব। মিছা কথাই জগতৰ তথা লোকৰ অহিত কৰে, তেনে কৰিলে মই

পাপ ভাগী হ'ম। সুতৰাং ধৰ্মৰক্ষাৰ্থে মই মিছা কথা কব নোৱাৰো ? তুমি ব্ৰাহ্মণৰ দ্ৰব্য নষ্ট নকৰিবা। অনুতপ্ত হৈ তুমি পাপৰ প্ৰায়শ্চিত্ত কৰিছা। জগতত কোনেও মোৰ বাক্য মিথ্যা প্ৰতিপন্ন কৰিব নোৱাৰে। তুমি অভিসম্পাতৰ ফল পাবা।"

শল্য, তুমি মোক নিন্দা কৰি আছা যদিও তোমাক এইখিনি কথা কলো ; তুমি মোক নিন্দা কৰিছা বুলি জানিও, তোমাক এইখিনি কথা ক'লো। তুমি মনে মনে থাকা আৰু মোৰ পৰবৰ্তী বাক্য শুনা।

সঞ্জয়ে কলে, মহাৰাজ তাৰ পাছত অৰিন্দম কৰ্ণই শল্যৰ কথাত বাধা দি পুনৰাই কবলৈ আৰম্ভ কৰে। "তুমি দৃষ্টান্ত দেখুৱাবৰ উদ্দেশ্যে যি জল্পনা কৰিছা তাৰ দ্বাৰা মোৰ ভয় সৃষ্টি কৰিব নোৱাৰিবা। ইন্দ্ৰকে প্ৰমুখ্য কৰি সমস্ত দেৱতাও মোৰ বিৰুদ্ধে যদি যুদ্ধলৈ আহে তথাপি মই ভয় নকৰো। অৰ্জুন আৰু কৃষ্ণলৈ ভয় কিহৰ ? তুমি কেৱল বাক্য দ্বাৰা কোনো প্ৰকাৰে মোৰ বাধা জন্মাব নোৱাৰা। বাক্যৰ দ্বাৰা ভয় খোৱা অন্য লোকক অন্বেষণ কৰা। নীচ লোকেহে তোমাৰ দৰে নীচ কথা কব পাৰে, তেওঁলোকৰ ক্ষমতা সেই পৰ্য্যন্তহে। দুৰ্মতি, তুমি মোৰ গুণৰ কথা কব নোৱাৰি কেৱল ধৃষ্টতা প্ৰকাশ কৰিছা। মদ্ৰক, কৰ্ণই এই জগতত ভয় খাবলৈ জন্ম গ্ৰহণ কৰা নাই, মই বিক্ৰম প্ৰকাশ কৰিবলৈ আৰু যশ বৃদ্ধিৰ নিমিত্তে হে জন্মলাভ কৰিছোঁ। হে শল্য, মোৰ সহিষ্ণুতা, প্ৰণয় আৰু মিত্ৰতা—এই তিনিটা কাৰণে তুমি এতিয়াও জীৱিত আছা। সহস্ৰ শল্য ব্যতিত মই বিপক্ষক জয় কৰিব পাৰিম, মিত্ৰদোহ গুৰুতৰ পাপ কাৰণেই তুমি এতিয়াও জীৱিত আছা। ৰজা ধৃতৰাষ্ট্ৰৰ গুৰুতৰ সমস্যা উপস্থিত হৈছে আৰু তাৰ সমাধানৰ ভাৰো মোৰ ওপৰত ন্যস্ত হৈছে। সেই কাৰণেই তুমি ক্ষণকাল জীৱিত আছা। হে মদ্ৰৰাজ, মই পূৰ্বতে শপথ লৈছো যে তোমাৰ অপ্ৰিয় বাক্য ক্ষমা কৰিম। সেই শপত মই ৰক্ষা কৰিব লাগিব। সেই হেতুকে তুমি এতিয়াও জীৱিত হৈ আছা।"

শল্যই যথোচিত উত্তৰ দি কলে। "তুমি বিপক্ষৰ বিৰুদ্ধে যি বাক্য প্ৰয়োগ কৰিছা, সেয়া প্ৰলাপ মাত্ৰ। তোৰা, মুয়ো সহস্ৰ কৰ্ণ ব্যতিৰেক শত্ৰুক জয় কৰিব পাৰিম।" শল্যই এইদৰে নিষ্ঠুৰ বাক্য প্ৰয়োগ কৰাত, কৰ্ণই খণ্ডত অধীৰ হৈ পুনৰ দুগুণে কথা কবলৈ ধৰে। "মদ্ৰৰাজ, তুমি একাগ্ৰচিত্তে এটা বৃত্তান্ত শুনা। কোনো এজন ব্ৰাহ্মণে ধৃতৰাষ্ট্ৰৰ আগত এই বৃত্তান্তটো কৈছিল আৰু ময়ো শুনিছিলোঁ। ব্ৰাহ্মণ সকলে নানা বিচিত্ৰ দেশ আৰু প্ৰাচীন ৰজাসকলৰ কাহিনী কৈ ধৃতৰাষ্ট্ৰৰ সন্তোষ বিধান কৰিছিল। তেওঁলোকৰ মাজৰে কোনো এজন বৃদ্ধ ব্ৰাহ্মণে বাহ্লীক আৰু মদ্ৰদেশৰ কুৎসা ৰতনা কৰি প্ৰাচীন উপাখ্যান আৰু এই সকল কথা কৈছিল।

যি দেশ হিমালয়ৰ ওচৰ নহয় আৰু যি দেশত গংগা, যমুনা, সৰস্বতী আৰু কুৰুক্ষেত্ৰ তীৰ্থ নাই আৰু যি দেশ সিন্ধু, শতদ্ৰু, বিপাশা, ইৰাৱতী, চন্দ্ৰভাগা, বিতস্তা নদীৰ বাহিৰত, সেই বাহিক দেশ ধৰ্মৰ বহিৰ্ভূত আৰু অপবিত্ৰ, গতিকে বৰ্জনীয়। গোবৰ্দ্ধন নামে এজোপা বটগাছ আৰু সুভাণ্ড নামে এখন চত্বৰ

( মুকলি ঠাই বাহীক দেশৰ ৰাজবাটীৰ দুৱাৰ মুখত আছে। মোৰ ল'ৰাকালৰ পৰা এই কথা মনত আছে। মই কোনো এটা অতি গোপণীয় কাৰ্য্য উপলক্ষ্যে বাহিক দেশত বাস কৰিছিলো। গতিকে তাত বাস কৰা কাৰণে সেই দেশৰ আচাৰ নীতি মোৰ জনা আছে। সেই দেশত 'শাকল' নামে এখন নগৰ আছিল। আৰু 'আপগা' নামে এখন নদী আছে আৰু বাহিক দেশৰ নাম 'জৰ্ত্তিক' আৰু সিহঁতৰ চৰিত্ৰ অতিশয় নিন্দিত। এই চৰিত্ৰহীন বাহিকবোৰে আখৈযুক্ত গুৰৰ মদ আৰু নহৰুৰ লগত গো-মাংস ভাজি ভক্ষণ কৰে আৰু পিষ্টক ( পিঠা ) অন্য মাংসৰ লগত সিজাই বিকৃত অন্নভোজন কৰে। সেই দেশৰ নাৰীবিলাকে মদ্যপানত মত্তহৈ আৰু বিবস্ত্ৰা হৈ মাল্য অনুলেপন ত্যাগ কৰি নগৰ বা ঘৰৰ প্ৰাচীৰৰ বাহিৰত হাস্যালাপ আৰু নৃত্য কৰে। মদ্যপানত উন্মত্তা, গাধ আৰু উটৰ চিঞৰৰ দৰে নানা প্ৰকাৰ গীতত মত্তা, সৰ্ব্বপ্ৰকাৰে স্লেচ্ছাচাৰিণী সেই ৰমণীবিলাকে অনাবৃত্ত স্থানত মৈথুনত প্ৰবৃত্ত হয় আৰু পৰস্পৰৰ প্ৰণয়ালাপ কৰোতে অশ্লীল বাক্যও উচ্চাৰণ কৰে। আচাৰ সংস্কাৰহীন সেই নাৰীবোৰে অসংযত ভাবে ( অন্য নাৰীক উদ্দেশ্য কৰি ) "হে তাড়িতা, হে পতিতাড়িতা, হে উপপতিতাড়িতা—এইদৰে গালি দি নৃত্য কৰে। বাহিক দেশীয় সেই দুষ্টা ৰমণীবোৰৰ কোনো এজনৰ উপপতিয়ে এই কুৰুদেশত বাস কৰি থাকোঁতে অনতিহৃষ্টচিত্তে গাই ফুৰিছিল।" "মই বাহিক দেশৰ লোক, কুৰুদেশত আহি বাস কৰিছো গতিকে নিশ্চয় মই পূৰ্ণযৌৱনা, গৌৰাঙ্গী, সুক্ষ্ম কম্বলধাৰিণী নাৰীগণক দেখা পাম? যিবিলাকৰ নয়নপ্ৰান্ত মনঃশিলা লেপনৰ দ্বাৰা উজ্জ্বল কপাল আৰু নয়ন যুগলত কজ্জ্বল, আৰু দেহটো কম্বল-মৃগচৰ্মাবৃত, সেই গৌৰবৰ্ণা, প্ৰিয়দৰ্শনা, ৰমণীসকলে কেতিয়া মোৰ আমোদ সম্পাদন কৰিব? আমি মদ্যপানত মত্ত হৈ গাধ, উট, আৰু অশ্বতৰত আৰোহণ কৰি মৃদঙ্গ, আনক, দুন্দুভি, শঙ্খ আৰু মাদলৰ ধ্বনিৰ লগে লগে কেতিয়া আমি সুখত গমন কৰিব পাৰিম। যি স্থানৰ বাট পথ সৰ্পিল, সেই সৰ্পিল, কৰীবনৰ মাজত পিষ্টক আৰু তক্ৰযুক্ত মদ্য ভক্ষণ কৰি সবল হৈ বস্ত্ৰহৰণ পূৰ্ব্বক পথাচাৰী বহু পথিকক কেতিয়া তাড়ন কৰিব পাৰিম?" এনে ধৰণৰ চৰিত্ৰ, সংস্কাৰহীন দুৰাত্মাবাহিকবিলাকৰ মাজত কোন জীৱিত লোক মুহূৰ্ত্তকাল বাস কৰিব পাৰে? শল্য সেই ব্ৰাহ্মণে ব্যৰ্থকাম বাহিকবোৰৰ ওপৰুক্ত ধৰণে স্বভাৱ বৰ্ণনা কৰিছিল। তুমি ৰজা কাৰণে সিহঁতৰ পাপপুণ্যৰ ষষ্ঠ ভাগ পাইছা। মহাৰাজ শল্য, অশিক্ষিত বাহিকবিলাকৰ বিষয়ে এইদৰে কৈ সেই সাধু ব্ৰাহ্মণে পুনৰ যি কৈছিল তাক শুনা। ৰাক্ষসীবোৰে কৃষ্ণপক্ষৰ চতুৰ্দশী তিথিত সেই বিশাল শাকল নগৰত ৰাতি দুন্দুভি বজাই এইদৰে গীত গায়, "মই অলংকৃত আৰু গো-মাংস ভক্ষণ কৰি পৰিতৃপ্ত হৈছো। গুৰৰ মদ্যপান কৰি পলাণ্ডুযুক্ত বহু মেষ মাংস ভক্ষণ কৰি থাকোঁতে গৌৰবৰ্ণা আৰু পূৰ্ণ যৌৱনা বাহিক* ৰমণী সকলৰ লগত মিলিত হৈ এই শাকল নগৰত বাহীকবোৰ

* মহাভাৰতত 'বাহিক' আৰু 'বাহীক'—দুয়োটাৰে ব্যৱহাৰ দেখা যায়।

সম্বন্ধে কৌতিয়াবা আকৌ এইদৰে গীত গাম।” “যিবিলাক মানুহে বৰাহ, কুক্কুট, গো, গদৰ্ভ, উট, আৰু ভেড়, ছাগলীৰ মাংস ভক্ষণ নকৰে তেওঁলোকৰ জীৱন ব্যৰ্থ।” যি লোকে শাকল দেশীয় বালক, যুবা আৰু বৃদ্ধৰ লগত মিলিত হৈ আৰু মদ্য পানত আসক্ত হৈ উচ্চস্বৰে এইদৰে গীত গায় তেওঁলোকৰ ধৰ্ম কেনেকৈ হব? শল্য, অন্য এক ব্ৰাহ্মণে কৌৰৱসভাত যি কৈছিল তাক কওঁ শুনা।

হিমালয়ৰ পৰা কিছুদূৰত য'ত পীলুবন আছে সেই ঠাইত পাঁচখন নদী প্ৰবাহিত হৈছে—শতদ্ৰু, বিপাশা, চন্দ্ৰভাগা, ইৰাৱতী, বিতস্তা আৰু সিন্ধু নদী; সেই দেশৰ নাম “আৰট্ট”। তাত কোনো ধৰ্ম নাই। তালৈ কোনো ধাৰ্মিক লোক যোৱা অনুচিত। সংস্কাৰহীন, ভাৰ্যাজাৰ সম্পাদক, জাৰজোৎপন্ন, অকৃতজ্ঞ আৰু ধৰ্মশূন্য এই বাহ্লীকবোৰৰ কোনো দ্ৰব্যকে দেৱতা, পিতৃসকলে আৰু ব্ৰাহ্মণে গ্ৰহণ নকৰে। এই কথা মোৰ জনা আছে। কোনো বিদ্বান ব্ৰাহ্মণে সাধুসভাত এই কথা কৈছিল।

কাষ্ঠকুণ্ড আৰু মৃন্ময় পাত্ৰত ছাতু আৰু পইতাঁ ভাত থাকে, কুকুৰে চেলেকে আৰু তাকে বাহ্লীকবোৰে ভক্ষণ কৰে। তেওঁলোকে ভেড়া, উট, আৰু গাধৰ গাখীৰ খায় আৰু ছানা খায়। জাৰজ পুত্ৰ উৎপাদনকাৰী, নীচ, সকলো জাতিৰ অন্নভোগী সকলো পশুৰ দুগ্ধভোজী বাহিকবোৰৰ নামো ‘আৰট্ট’। শাস্ত্ৰজ্ঞলোকে সিহঁতক বৰ্জন কৰিব।

মহাৰাজ শল্য, কৌৰৱ সভাত অন্য ব্ৰাহ্মণে মোক যি কৈছিল সেই কথাও তোমাক ব্যক্ত কৰিছো, তুমি সাৱধানে শুনা। যুগন্ধৰ দেশত দুগ্ধপান, অচ্যুতস্থলে প্ৰবাস আৰু ভূতিলয় দেশত স্নান কৰি মানুহ কি প্ৰকাৰে স্বৰ্গলৈ যাব? শতদ্ৰু প্ৰভৃতি পাঁচখন নদী হিমালয়ৰ পৰা নিৰ্গত হৈ যি দেশলৈ বৈ গৈছে সেই দেশৰ নাম ‘আৰট্ট’ আৰু ‘বাহিক’। সাধুলোকে দুদিনো তাত বাস কৰা অনুচিত। বিপাশা নদীত ‘বহী’ নামে এজনী পিশাচী আৰু ‘হিক’ নামে এটা পিশাচ বাস কৰিছিল। সিহঁতৰে সন্তান বাহ্লীকবিলাক, কিন্তু সিহঁত মানুহৰ দ্বাৰা উৎপন্ন প্ৰজাপতিৰ সৃষ্টি নহয়। গতিকে হীনযোনি বাহ্লীকবিলাকে কেনেকৈ বেদ বিহিত ধৰ্ম জানিব?

ধৰ্মহীন কাৰস্কৰ, মাহিষক, কলিঙ্গ, কেৰল, আৰু কৰ্কোটক, বীৰক দেশ বৰ্জনীয়। বিশাল উৰাল মেখলা স্বৰূপে পৰিধান কৰা এজনী ৰাক্ষসীয়ে এজন তীৰ্থগামীৰ ঘৰত এৰাতি থাকি তেওঁক কৈছিল, “যি দেশত প্ৰাচীনতম অথচ নিকৃষ্টতম ব্ৰাহ্মণ বাস কৰে সেই দেশৰ নাম ‘আৰট্ট’ আৰু দেশবাসীৰ নাম বাহ্লীক। উপনয়নাদি সংস্কাৰ বিহীন আৰু জাৰজ সেই ব্ৰাহ্মণ সকলৰ বেদাবিহিত আচাৰ, বেদশাস্ত্ৰ জ্ঞান, যজ্ঞ আৰু দেৱপূজাদি নাই। দেৱতা সকলে সিহঁতে দিয়া অন্ন ভোজন নকৰে। প্ৰস্থল, মদ্ৰ, গান্ধাৰ, আৰট্ট, খশ, বসাতি, সিন্ধু আৰু সৌবীৰ দেশ বহু বিষয়ে নিন্দিত।

শল্য, পুনৰ যি কথা কম, একাগ্ৰচিত্তে তুমি শুনিবা। বহুদিনৰ আগতে আমাৰ ঘৰলৈ এজন ব্ৰাহ্মণ অতিথিৰূপে আহিছিল। তেওঁ আচাৰ দেখি সন্তুষ্ট হৈ কৈছিল, “মই অকলশৰে বহুদিন ধৰি হিমালয়ত বাস কৰিছিলো। নানা ধৰ্মসমন্বিত

বহু দেশ দেখিছো সেই দেশবোৰৰ ধৰ্মৰ পাৰস্পৰিক বিৰোধ নাই। বেদজ্ঞ সকলে যি ধৰ্ম সম্বন্ধে যি কৈছে সেই সকলোখিনি তেওঁলোকেও কৈছে। মহাৰাজ, তাৰ পাছত মই নানা ধৰ্ম সমন্বিত নানা দেশ পৰ্যটন কৰি বাহীক দেশলৈ আহি শুনিলো যে, সেই দেশত একেজন বাহীকে প্ৰথমতে ব্ৰাহ্মণ হৈ ক্ৰমে ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰ হয়। তাৰ পাছত নাপিত হৈ পুনৰায় ব্ৰাহ্মণ হয়। ব্ৰাহ্মণ হৈ পাছত দাসলৈ অৱস্থান্তৰিত হয়। গান্ধাৰ, মদ্ৰ, আৰু বাহীক দেশীয় স্বেচ্ছাচাৰী আৰু অল্পচেতা, ব্ৰাহ্মণ-বিলাকে নিজৰ বংশতে বিয়াবাৰু সম্বন্ধ স্থাপন কৰে। মই বাহীক দেশৰ ধৰ্ম-সংস্কাৰক আচৰণৰ কথা শুনিছো আৰু সমগ্ৰ পৃথিৱী পৰ্যটন কৰি বাহীক দেশত ধৰ্মৰ বিপৰ্যয় দেখিছো। বাহীক সম্বন্ধে অন্য পৰিব্ৰাজকেও যি কুৎসিৎ কথা কৈছিল সেই কথা তোমাক পুনৰায় কওঁ শুনা।

পুৰণি কালত দস্যুৱে বাহীক দেশৰ পৰা কোনো এজনী সতী স্ত্ৰীক হৰণ কৰি অধৰ্মানুসাৰে উপভোগ কৰিছিল। সেই সতীয়ে সিহঁতক শাও দিছিল এই বুলি, "মই বালিকা, মোৰ আত্মীয়-স্বজনো আছে। এনে অৱস্থাত তোমালোকে মোক যি হেতুকে অধৰ্মানুসাৰে উপভোগ কৰিলা, সেই পাপৰ ফল স্বৰূপে তোমালোকৰ বংশৰ নাৰীবিলাক বহুপুৰুষগামিনী ব্যাভিচাৰিণী হব। সুতৰাং নৰধামগণ, তোমালোকে এই পাপৰ পৰা কেতিয়াও নিষ্কৃতি নোপোৱা।" গতিকে ইহঁতৰ উত্তৰাধিকাৰী হয় ভাগিনেয়বিলাক, পুত্ৰ নহয়। কিন্তু কুৰু, পাঞ্চাল, শাল্ব, মৎস্য, নৈমিষ, কোশল, কাশী, অঙ্গ, কলিঙ্গ, মগধ, আৰু চেদী দেশীয় প্ৰায় মহাত্মা আৰু অন্য দেশবো বেদ-বিদ পণ্ডিত সকলে চিৰন্তন ধৰ্ম জানে কিন্তু নিম্নবৰ্ণৰ লোকে নাজানে। গতিকে মৎস্য দেশৰ পৰা কুৰু পাঞ্চালদেশ নৈমিষ দেশৰ পৰা চেদি দেশত বিশিষ্ট সজ্জন আছে তেওঁলোকে প্ৰাচীন ধৰ্ম অৱলম্বন কৰি জীৱন নিৰ্বাহ কৰে। কিন্তু মদ্ৰ আৰু কুটিল পঞ্চনদ দেশীয় লোকে সেই ধৰ্মক আশ্ৰয় কৰি জীৱন নিৰ্বাহ নকৰে। অতএৱ শল্য, তুমি এই কথা জানি জড়ৰ দৰে ধৰ্ম কথাত নীৰৱ হৈ থাকা, কাৰণ সেই দেশৰ ৰজা বুলি সিহঁতৰ পাপ আৰু পুণ্যৰ ষষ্ঠভাগ পাবা। তুমি পাপৰ পৰা সেই দেশীয় লোকক ৰক্ষা নকৰা কাৰণে সিহঁতৰ পাপৰ ষষ্ঠভাগ পাবা। ৰজাই প্ৰজাক পাপৰ পৰা ৰক্ষা কৰিলে সিহঁতৰ পুণ্যভাগী হয়। পুৰণি কালত সমস্ত দেশত চিৰন্তন ধৰ্মৰ প্ৰশংসা চলা কাৰণে ব্ৰহ্মাই বাহীক দেশৰ ধৰ্ম দেখি ধিক্কাৰ দিছিল। সংস্কাৰ বিহীন সত্য যুগতো পাপ কৰ্মকাৰী জাৰজ বাহীকবোৰৰ ধৰ্ম ব্ৰহ্মাৰ সৃষ্টি হোৱাহেঁতেন, কোনে সিহঁতক ধিক্কাৰ দিব পাৰিলে হয়? সেই কাৰণেহে সেই দেশৰ ব্ৰাহ্মণাদি বৰ্ণ-নাম মাত্ৰ স্বধৰ্মত থাকিলেও ব্ৰহ্মাই সেই দেশৰ ধৰ্মক অৱজ্ঞা কৰি বাহীকৰ প্ৰশংসা কৰা নাই। শল্য, তুমি ভালকৈ জানি থোৱা যে এদিন এটা ৰাক্ষসে কম্পাষপাদ সৰোবৰত নিমগ্ন থাকি কৈছিল, ক্ষত্ৰিয়ৰ মল ভিক্ষাবৃত্তি, ব্ৰাহ্মণৰ শাস্ত্ৰবিহিত নিয়ম পালন নকৰা পৃথিৱীৰ মল বাহীকবিলাক আৰু নাৰীৰ মল মদ্ৰদেশীয় নাৰী। সেই ৰাক্ষস জলত নিমগ্ন হোৱাত কোনো এজন ৰজাই উদ্ধাৰ কৰি

তাক প্ৰশ্ন কৰাত সি যি উত্তৰ দিছিল তাক শুনা, মানুহৰ মল ম্লেচ্ছবোৰ, ম্লেচ্ছৰ মাজত মল উটৰ ব্যবসায়ী, উট ব্যৱসায়ীৰ ভিতৰত মল, নপুংষকবিলাকৰ মাজত মল ক্ষত্ৰিয় যাজ্যবোৰ। মহাৰাজ তুমি যদি মোক পৰিত্যাগ নকৰা, তেন্তে ক্ষত্ৰিয় যাজ্য-বিলাকৰ আৰু মদ্ৰদেশীয়ৰ যি পাপ আছে তোমাৰো সেই পাপ হব।"

ৰাক্ষসাক্ৰান্ত আৰু তাৰ বিষ প্ৰভাৱত হতপ্ৰায় লোকবিলাকৰ বিষয়ে এই সিদ্ধবাক্যকে ৰাক্ষসনাশক আৰু বিষবীৰ্য্য নিবাৰক ঔষধ বুলি গণ্য কৰা হয়। পাঞ্চাল সকলৰ ব্ৰহ্মধ্যান, কুৰুদেশীয়ৰ দান ধৰ্ম, মৎস দেশীয় সত্যধৰ্ম আৰু শূৰসেন দেশীয় লোকে যজ্ঞধৰ্ম পালন কৰে। পূৰ্বদেশী লোক পৰসেৱক আৰু দাক্ষিণাত্যৰ লোক শূদ্ৰ, বাহীকবোৰ চোৰ আৰু সৌৰষ্ট্ৰবাসী বৰ্ণসংকৰ।

কৃতঘ্নতা, পৰধনাপহৰণ, মদ্যপান, গুৰুপত্নী গমন, নিষ্ঠুৰ বাক্য উচ্চাৰণ, ৰাতি ঘৰৰ বাহিৰত ভ্ৰমণ, পৰবস্ত্ৰ পৰিধান—এইৰূপ যাৰ ব্যৱহাৰ সিহঁতৰ ধৰ্ম নাই অধৰ্মহে আছে। গতিকে পঞ্চনদীৰ অন্তৰ্গত আৰট্টবিলাক ধিক্। পাঞ্চালৰ পৰা আৰম্ভ কৰি নৈমিষ আৰু মৎস দেশীয়বিলাকে ধৰ্ম জানে আৰু উত্তৰ অঙ্গ আৰু মগধ দেশীয় বৃদ্ধ সকলে শাস্ত্ৰোক্ত ধৰ্ম অৱলম্বন কৰি জীৱন যাত্ৰা নিৰ্বাহ কৰে।

অগ্নি প্ৰভৃতি দেৱতা সকল পূৰ্ব দিশক আশ্ৰয় কৰি থাকে। পিতৃ সকল পুণ্য কৰ্মা কাৰণে যমৰ দক্ষিণ দুৱাৰত বাস কৰে। বলশালী বৰুণ দেৱতাই দেৱতাবিলাকক ৰক্ষা কৰি পশ্চিম দিশত থাকে আৰু ভগৱান চন্দ্ৰদেৱে ব্ৰাহ্মণ সকলৰ সৈতে উত্তৰ দিশ পালন কৰে। মহাৰাজ শল্য, ৰাক্ষস পিশাচবোৰ হিমালয়ক আৰু গুহ্যক-বোৰে গন্ধমাদন পৰ্ব্বত ৰক্ষা কৰে। সনাতন বিষ্ণুৱে সৰ্বভূতক ৰক্ষা কৰে। মগধ দেশবাসীয়ে ইঙ্গিত মাত্ৰে অৰ্থ বুজে আৰু কোশল দেশবাসীয়ে নয়নভঙ্গীতেই অৰ্থ বুজে। কুৰু-পাঞ্চালবাসীয়ে আধা কলেই বাকীখিনিৰ অৰ্থ বুজি লয়, শাল্ব-দেশীয়ে গোটেইখিনি কথা কলে বুজি পায় আৰু পৰ্বতীয়া শিবিবোৰে সমস্ত কথা কলেও বুজি নাপায়। মহাৰাজ, যৱন দেশবাসী বিশেষতঃ শূৰসেন দেশবাসীয়ে সকলো উপায়ে অৰ্থ বুজিব পাৰে। আৰু ম্লেচ্ছগণে নিজৰ সংকেত ভাষাত অৰ্থ বুজে। কিন্তু অন্যদেশৰ লোকে সম্পূৰ্ণকৈ নকলে নুবুজে।

বাহীকবোৰে এবাৰ ক'লে নুবুজে আৰু কিছুমান মদ্ৰকে কোনোপধ্যেই অৰ্থ বুজি নাপায়। তুমি মদ্ৰদেশৰ কাৰণে বুজি পোৱা নাই, উত্তৰ দিব পৰা নাই। মদ্ৰদেশ পৃথিৱীৰ দেশবোৰৰ মল স্বৰূপ আৰু মদ্ৰদেশীয় নাৰীবিলাক সকলো দেশৰ নাৰীৰ মাজত মল স্বৰূপ।

সুৰাপান, গুৰুপত্নী হৰণ, ভ্ৰূণহত্যা, পৰস্বাপহৰণ এইবোৰ যাৰ ব্যৱহাৰ তেওঁ-লোকৰ ধৰ্ম নাই, অধৰ্মহে আছে, গতিকে পঞ্চনদী সংশ্লিষ্ট বাহীকবোৰক ধিক্কাৰ। হে মহাৰাজ, তুমি এইবোৰ জানি নিৰৱ থাকা, মোৰ প্ৰতিকূল আচৰণ নকৰিবা। মই যেন তোমাক বধ কৰি কৃষ্ণাৰ্জুনক বধ কৰিব লগীয়া নহয়।"

শল্যই কলে, "কর্ণ তুমি যি দেশৰ ৰজা সেই অঙ্গ দেশত শৰণাগত আৰু পীড়িত সকলক পৰিত্যাগ আৰু নিজ ভাৰ্য্যাপুত্ৰক বিক্ৰী কৰা ৰীতি আছে। ৰথী আৰু মহাৰথী গণনা কৰোতে পিতামহ ভীষ্মই তোমাক যি কথা কৈছিল তুমি সেইখিনি স্মৰণ কৰি ক্ৰোধশূন্য হোৱা, খং নকৰিবা। কৰ্ণ সকলো দেশতে ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰ আছে আৰু সকলো দেশতে সতী, সাধ্বী স্ত্ৰীও আছে। সকলো দেশতে পুৰুষবিলাকে অন্য পুৰুষক উপহাস কৰি পৰস্পৰ নিন্দা কৰে। নাৰীক ৰমণ কৰে। সকলো লোকেই পৰনিন্দাত নিপুণ, কিন্তু নিজৰ দোষ দেখা নাপায় আৰু দেখা পালেও প্ৰকাশ নকৰে। সকলো দেশতে ধৰ্মানুচাৰী ৰজা আছে আৰু দুষ্টক দমন কৰে আৰু সকলো দেশত ধাৰ্মিক লোকো আছে। কৰ্ণ, একদেশবাসী হলেও সকলোলোকে পাপ আচৰণ নকৰে; যেনেকৈ দেৱতাসকল স্বস্বভাৱত থাকে, মানুহ কিন্তু নাথাকে।

তাৰ পাছত ৰজা দুৰ্যোধনে কৰ্ণ আৰু শল্যক নিবাৰণ কৰিলে। বন্ধুভাৱে কৰ্ণক আৰু আত্মীয় বুলি শল্যক বাদানুবাদৰ পৰা বিৰত কৰে। দুৰ্যোধনে বাধা দিয়াত কৰ্ণই কোনো উত্তৰ নিদিলে আৰু শল্যও বিপক্ষৰ অভিমুখী হ'ল। তাৰ পাছত কৰ্ণই ৰথ চলাবলৈ নিৰ্দেশ দি হাঁহিমুখে কলে, "মদ্ৰৰাজ, আপুনি সৌহাৰ্দ্দ-বশতঃ মোক নিন্দা কৰিছিল আৰু ময়ো সৌহাৰ্দ্দবশতঃ নিন্দাসূচক বাক্য প্ৰয়োগ কৰিছিলো।"

সঞ্জয়ে কলে, "ভৰতশ্ৰেষ্ঠ, তাৰ পাছত পাণ্ডৱপক্ষত বিপক্ষীয় সৈন্যৰ আক্ৰমণ সহাকাৰী অতুলনীয় ব্যূহ ৰচিত হোৱা আৰু মহাবীৰ ধৃষ্টদ্যুম্নই সেই ব্যূহ ৰক্ষা কৰা দেখি মহাতেজা যুদ্ধমত্ত আৰু পৰন্তপ কৰ্ণই ৰথৰ শব্দ, সিংহনাদ আৰু বাদ্য ধ্বনিৰে পৃথিৱী কঁপোৱা যেন কৰি আৰু খণ্ডত অধীৰ হৈ (কম্পমান হৈ) যথা নিয়মে প্ৰতিব্যূহ ৰচনা কৰি যুদ্ধত অগ্ৰসৰ হবলৈ ধৰে। ইন্দ্ৰই যেনেকৈ অসুৰ সৈন্য বিনাশ কৰিছিল, সেইৰূপে কৰ্ণয়ো পাণ্ডৱ সৈন্য বিনাশ কৰিবলৈ ধৰে। তেওঁ যুধিষ্ঠিৰক প্ৰহাৰ কৰি বামাৱৰ্ত্তী কৰিলে।

ধৃতৰাষ্ট্ৰই কলে, "পাণ্ডৱ সকল আৰু ধৃষ্টদ্যুম্ন প্ৰভৃতি মহাধনুৰ্দ্ধৰ বীৰ আৰু ভীমসেন ৰক্ষিত কাৰণে দেৱতাৰো অজেয়, সুতৰাং কৰ্ণই তেওঁলোকৰ বিপক্ষে কেনেকৈ ব্যূহ ৰচনা কৰিলে? হে সঞ্জয়, কোন কোন যোদ্ধা ব্যূহৰ পক্ষ আৰু প্ৰপক্ষ হৈছিল আৰু কি প্ৰকাৰে বিভক্ত হৈ অৱস্থান কৰিছিল। পাণ্ডৱ সকলে বা আমাৰ যোদ্ধাৰ বিপক্ষে কি প্ৰকাৰ ব্যূহ ৰচনা কৰিছিল আৰু কি প্ৰকাৰ দাৰুণ যুদ্ধ সংঘটিত হৈছিল? কৰ্ণই যুধিষ্ঠিৰৰ অভিমুখে যাঁওতে অৰ্জুন ক'ত আছিল? কাৰণ কোন ব্যক্তি অৰ্জুন থাকোঁতে যুধিষ্ঠিৰৰ কাষলৈ যুদ্ধাভিলাষী হৈ যাব পাৰে? পূৰ্বে খাণ্ডৱদাহৰ সময়ত যি জনে অকলশৰে সমস্ত প্ৰাণীক জয় কৰিছিল সেই বীৰৰ বিপক্ষে কৰ্ণ ব্যতীত আন কোন জীৱনাৰ্থী লোকে যুদ্ধ কৰিব পাৰে?

সঞ্জয়ে কলে, "আপোনাৰ সপক্ষে যেনেকৈ ব্যূহ ৰচিত হৈছিল, অৰ্জুন যি দিশে

গৈছিল আৰু নিজ নিজ ৰজাক পৰিবেষ্টন কৰি দুয়োপক্ষই যেনেকৈ যুদ্ধ কৰিছিল ভালকৈ শুনক। শৰদ্বানৰ পুত্ৰ কৃপাচাৰ্য্য, বলৱান মগধ সৈন্য আৰু সাত্বত বংশীয় কৃতবৰ্মা, এওঁলোকে আপোনাৰ ব্যূহৰ দক্ষিণ পক্ষ ৰক্ষা কৰিছে।"

"নিৰ্মল প্ৰাসধাৰী, অবিচলিত, পতঙ্গৰ দৰে শ্ৰেণীবদ্ধ, পিশাচৰ দৰে দুৰ্দ্ধৰ্ষ আৰু দুৰ্জেয় গান্ধাৰ দেশীয় অশ্বাৰোহী সৈন্য পৰ্বতীয়া সৈন্যৰ লগত মিলিত হৈ মহাৰথী শকুনি আৰু উলুক সেই কৃপসৈন্যৰ প্ৰপক্ষ হৈ আপোনাৰ সৈন্য ৰক্ষা কৰিছে। যুদ্ধমত্ত আৰু অনিবৰ্ত্তী চৌত্ৰিশ হাজাৰ সংশপ্তক সৈন্য আপোনাৰ পুত্ৰ সকলৰ লগত মিলিত হৈ কৃষ্ণাৰ্জুনক বধ কৰিবলৈ ব্যূহৰ বামপক্ষ ৰক্ষা কৰিছে। অশ্ব, ৰথ আৰু পদাতিক সৈতে কাম্বোজ, শক আৰু যবন সৈন্যই কৰ্ণৰ আদেশত মহাবল অৰ্জুন আৰু কৃষ্ণক যুদ্ধলৈ আহ্বান কৰি সংশপ্তকবোৰৰ পাৰ্শ্বৰ্বৰ্ত্তী হৈ আছে। যুদ্ধসজ্জাত সজ্জিত, বিচিত্ৰবৰ্মা কেয়ুৰধাৰী আৰু মাল্যবান কৰ্ণই ব্যূহৰ মধ্যস্থানত সৈন্য সন্মুখত অৱস্থান কৰি আছে। অত্যন্ত উৎসাহী কৰ্ণপুত্ৰই কৰ্ণক ৰক্ষা কৰি ব্যূহৰ সন্মুখত শোভা কৰি আছে। চন্দ্ৰ আৰু অগ্নিৰ দৰে তেজস্বী মহাবাহু আৰু প্ৰিয়দৰ্শন কৰ্ণ মহাহস্তীৰ স্কন্ধত বহি থকা পিঙ্গল নয়ন অগ্নিদেৱৰ দৰে শোভা পালে।"

মহাৰাজ, দুঃশাসন বহুসৈন্য পৰিবেষ্টিত হৈ ব্যূহৰ পশ্চাদভাগত থাকিল। ৰজা স্বয়ং দুৰ্যোধনে তেওঁক অনুসৰণ কৰিবলৈ ধৰে। সেই সময়ত বিচিত্ৰাশ্ব আৰু বিচিত্ৰ পৰিচ্ছেদ পৰিহিত ভায়েকসকলে, মদ্ৰ আৰু কেকয় দেশীয় মহাবীৰ সকলে দুৰ্যোধনক ৰক্ষা কৰি থাকিল। গতিকে ইন্দ্ৰ যেনেকৈ দেৱতাৰ দ্বাৰা পৰিবেষ্টিত হৈ শোভা পায় সেইদৰে দুৰ্যোধনেও শোভা পালে। কুৰুপক্ষত যিবিলাক মহাৰথী বীৰ আছিল তেওঁলোকৰ ভিতৰত অশ্বত্থামাও আছিল। সৰ্ব্বদা মত্ত হস্তীকুলে ম্লেচ্ছ বীৰবোৰৰ লগত মিলিত হৈ জলবৰ্ষী মেঘৰ দৰে সেই ৰথী সৈন্যৰ লগত যাবলৈ ধৰিলে। ধ্বজ, পতাকা, উজ্জ্বল উত্তমাস্ত্ৰ আৰু আৰোহীবিলাক বৃক্ষযুক্ত পৰ্বতৰ দৰে শোভা পাবলৈ ধৰে। পট্টিশ আৰু তৰোৱালধাৰী, অনিবৰ্ত্তী সহস্ৰ-সহস্ৰ বীৰ আৰু পদাতি হস্তীবোৰৰ পাৰ্শ্বৰক্ষক হৈ থাকিল। দেৱতা আৰু অসুৰৰ ব্যূহৰ সদৃশ সেই মহাব্যূহ অলংকৃত ৰথী ৰথ আৰু হস্তীগণ সহিত শোভা পাবলৈ ধৰে। এই কাৰণে, বিশাল বিপক্ষ সৈন্য দেখি এনে যুদ্ধনীতি অৱলম্বন কৰা যাতে আমাৰ পৰাভৱ নহয়।"

যুধিষ্ঠিৰে এইদৰে কোৱাত অৰ্জুনে কৃতাঞ্জলি কৰি উত্তৰ দিলে, "মহাৰাজ আপুনি যি কলে সেই সকলো কথা সত্য। ব্যূহ বিনাশৰ যি উপায় যুদ্ধ শাস্ত্ৰত বিহিত কৰিছে, মই তাকেই কৰিম, প্ৰধানৰ বধেই ইয়াৰ প্ৰতিবিধান, গতিকে মই তাকেই কৰিম।" যুধিষ্ঠিৰে পুনৰ কলে, "হে অৰ্জুন তুমি কৰ্ণৰ প্ৰতি ধাৱমান হোৱা, ভীমে দুৰ্যোধনৰ প্ৰতি, নকুল বৃষসেনৰ প্ৰতি, সহদেৱ শকুনিৰ প্ৰতি, শতানীক দুঃশাসনৰ প্ৰতি, সাত্যকি কৃতবৰ্মাৰ উদ্দেশ্যে, পাণ্ড্য অশ্বত্থামাৰ প্ৰতি

গমন কৰক আৰু মই নিজে কৃপাচাৰ্য্যক বাধা দিম। দ্ৰৌপদীৰ পুত্ৰ কেইজনে শিখণ্ডীৰ লগত মিলিত হৈ অবশিষ্ট ধাৰ্ত্তৰাষ্ট্ৰগণৰ প্ৰতি ধাৱমান হওক। এইদৰে বিভিন্ন বীৰে মই কোৱা বিভিন্ন বীৰক বধ কৰক।"

যুধিষ্ঠিৰে এইদৰে কোৱাত অৰ্জুনে 'সেয়ে হব' বুলি সৈন্যক যুদ্ধ কৰিবলৈ আদেশ দিয়ে আৰু নিজেও যুদ্ধাভিমুখে গমন কৰে। সমস্ত দেৱতাৰ নেতা আৰু প্ৰথমোৎপন্ন অগ্নি বেদৰ স্তৱত প্ৰজ্জ্বলিত হৈ অশ্বত্ব প্ৰাপ্ত হৈছিল আৰু এই কাৰণেই যি পূৰ্বতে জন্মলাভ কৰিছিল সেই ৰথক দেৱতা সকলে বেদসম্বন্ধী বুলি ধাৰণা কৰে। যি ৰথে পূৰ্বতে ক্ৰমশঃ ব্ৰহ্মা, শিৱ, ইন্দ্ৰ আৰু বৰুণক বহন কৰিছিল সেই আদিম ৰথত আৰোহণ কৰি কৃষ্ণাৰ্জুন যুদ্ধলৈ প্ৰস্থান কৰিলে। সেই অদ্ভুত দৰ্শন ৰথ অহা দেখি শল্যই যুদ্ধ দুৰ্দ্ধৰ্ষ কৰ্ণক কলে, "শ্বেতাশ্বযুক্ত আৰু কৃষ্ণ সাৰথিসহ সোৱা ৰথ আহিছে, কৰ্মৰ পৰিণামৰ দৰে সমস্ত সেন্যৰ দুৰ্নিবাৰণীয় আৰু তুমি যাৰ বিষয়ে সুধি আছিলা সেই অৰ্জুনো শত্ৰু-সংহাৰ কৰি এই ফালে আহি আছে। যি হেতুকে মেঘৰ শব্দৰ দৰে মহাতুমুল শব্দ শুনা গৈছে, নিশ্চয় কৃষ্ণাৰ্জুন এই ফালে আহিছে। কৰ্ণ, ধূলিজাল উৰি আকাশ আবৃত হৈ পৰিছে আৰু পৃথিৱী যেন ৰথচক্ৰচালিত হৈ কঁপিবলৈ ধৰিছে। তোমাৰ সৈন্যৰ সকলো দিশতে এই মহাবায়ু বইছে। মাংসভোজী জন্তুবোৰে চিঞৰিবলৈ ধৰিছে, আৰু হৰিণবোৰে কান্দি আছে। হে কৰ্ণ, চোৱা, মহাভীষণাকৃতি, ভয়জনক আৰু লোমহৰ্ষণকাৰী মেঘতুল্য এটা কন্ধে (কবন্ধ) সূৰ্য্যমণ্ডল আবৃত কৰি আছে। চোৱা, নানাবিধ পশু আৰু বলবান বাঘবোৰে সূৰ্য্যলৈ চাই আছে। ভয়ংকৰ হেজাৰ হেজাৰ কঙ্ক আৰু শগুণ সমবেত হৈ ইটোৱে সিটোৰ মুখলৈ চাই চিঞৰিবলৈ ধৰিছে। তোমাৰ বিশাল ৰথত নিবদ্ধ ৰঙিন উত্তম চোৰ্বৰ (চামৰ) বোৰ আৰু ধ্বজ কঁপিবলৈ ধৰিছে। বিশালদেহী, মহাবেগশালী আৰু সুন্দৰ অশ্বগণ কঁপি কঁপি যেন গৰুড়ৰ ন্যায় আকাশত বিচৰণ কৰিছে। এইবোৰ অমঙ্গল প্ৰকাশ পোৱাত নিশ্চয় শত সহস্ৰ ৰথী মহাৰথী ৰণভূমিত শয়ন কৰিব বুলি ধাৰণা হয়। ৰাধা-নন্দন, সকলো দিশতে শঙ্খ, আনক আৰু দুন্দুভিৰ তুমুল লোমহৰ্ষক শব্দ শুনা গৈছে, নানাবিধ বাণৰ শব্দ, মানুহ, ঘোঁৰা আৰু ৰথৰ ধ্বনি, ধনুষ্টঙ্কাৰ আৰু হস্তাবৰণৰ শব্দ ধ্বনিত হৈছে। ৰথবোৰত সোণ-ৰূপ খচিত শিল্পনিৰ্মিত, নানা বৰণৰ পতাকা বায়ুৰ দ্বাৰা আন্দোলিত হৈ প্ৰকাশ পাইছে। কৰ্ণ চোঁৱা, সোণবৰণীয়া চন্দ্ৰ, নক্ষত্ৰ আৰু সূৰ্য্য চিহ্নৰ দ্বাৰা চিহ্নিত আৰু কিঙ্কিনীযুক্ত অৰ্জুনৰ ৰথৰ পতাকা মেঘত বিজুলিৰ দৰে দেখা গৈছে। ধ্বজবোৰে বায়ু সঞ্চালিত হৈ কনকন শব্দ কৰিছে আৰু দেৱবিমানৰ ধ্বজৰ ন্যায় শোভা পাইছে আৰু মহাত্মা পাঞ্চালসকলৰ ৰথবোৰ আহিব লাগিছে। মহাবীৰ, অপৰাজিত, কপিধ্বজ, কুন্তীনন্দন অৰ্জুন আক্ৰমণৰ উদ্দেশ্যে আহিব লাগিছে। সকলো দিশৰ পৰা দৰ্শনীয়, ভীষণমূৰ্তি আৰু শত্ৰুবলাকৰ ভয় উৎপাদক হনুমানক ধ্বজাগ্ৰে দেখা গৈছে। ধীমান কৃষ্ণৰ শঙ্খ চক্ৰ গদা পদ্ম আৰু কৌস্তুভ

মণি শোভা কৰিছে, শাৰ্ঙ্গ ধনু, গদাধাৰী, মহাবল কৃষ্ণই শ্বেতবৰ্ণ আৰু বায়ুৰ দৰে বেগবান ঘোঁৰা চাৰিটাক পৰিচালন কৰি আহিব লাগিছে। শিক্ষিতহস্ত অৰ্জুনৰ আকৰ্ষণত গাণ্ডীব ধনুৱে অব্যক্ত শব্দ (কুজতি) কৰিছে আৰু তেওঁৰ দ্বাৰা নিক্ষিপ্ত বাণে শত্ৰু বিনাশ কৰিছে। যুদ্ধত পলায়ন নকৰা ৰজাবিলাকৰ মুণ্ডেৰে সমৰ ভূমি আবৃত হৈ পৰিছে। মৃত ৰজাবিলাকৰ চকু আয়তাকাৰ, বিস্তৃত আৰু তাম বৰণীয়া, মুখবোৰ পূৰ্ণচন্দ্ৰ তুল্য। বীৰবিলাকে অস্ত্ৰ দণ্ডাৰ লগে লগে তেওঁলোকৰ পৰিঘতুল্য, পবিত্ৰ গন্ধদ্ৰব্যলিপ্ত বাহুবোৰ নিপাতিত হবলৈ ধৰে। চকু, জিভা আৰু নাড়ী ছেদন হোৱাত অশ্ববোৰে আৰোহীবোৰৰ সৈতে ক্ষীণ অৱস্থাত পতন ঘটি মাটিত শয়ন কৰিছে। অৰ্জুনে পৰ্বত শৃঙ্গ সদৃশ হস্তীবোৰক ছিন্ন-ভিন্ন আৰু বধ কৰাত সেইবোৰ পৰ্বতৰ দৰে পৰি যাবলৈ ধৰে।

আৰোহী ৰজাবিলাক বধ হোৱাত গন্ধৰ্বনগৰতুল্য ৰথবোৰ, পুণ্যক্ষয়ৰ পাছত স্বৰ্গবাসীগণৰ বিমানৰ দৰে ভূপতিত হবলৈ ধৰিছে। হে কৰ্ণ, সিংহই যেনেকৈ হৰিণক আকুল কৰি তোলে সেইদৰে অৰ্জুনে কৌৰৱ সৈন্যক আকুল কৰিছে। কুৰুপক্ষীয় ৰজাবিলাকে আক্ৰমণ কৰাত বীৰ পাণ্ডৱ সকলে তেওঁলোকক বধ কৰিছে আৰু আপোনাৰ পক্ষৰ হাতী, অশ্ব, ৰথ, পদাতিয়ে বিপক্ষক আক্ৰমণ কৰাত সেইবোৰক ধ্বংস কৰিছে।

মেঘে যেনেকৈ সূৰ্য্যক আবৃত কৰে, তেনেকৈ কৌৰৱ সৈন্যই অৰ্জুনক আবৰি আছে। সুতৰাং তেওঁক দেখা নাযায়। কেৱল ধ্বজাগ্ৰ, দৃষ্টিগোচৰ হৈছে আৰু ধনুৰ টংকাৰ শুনা গৈছে। কৰ্ণ, তুমি যাৰ কথা সুধি আছিলা শ্বেতাশ্ব আৰু কৃষ্ণ সাৰথি বীৰ অৰ্জুনক যুদ্ধত শত্ৰু সংহাৰ কৰা দেখা পাবা। আজি সেই পুৰুষ শ্ৰেষ্ঠ, ৰক্তনয়ন, শত্ৰুদমনকাৰী কৃষ্ণ আৰু অৰ্জুনক একেখন ৰথত দেখা পাবা। ৰাধা নন্দন, কৃষ্ণ যাৰ সাৰথি আৰু গাণ্ডীব যাৰ ধনু তুমি যদি তেওঁক বধ কৰিব পাৰা, তেন্তে তুমিয়েই আমাৰ ৰজা হবা।"

"সংশপ্তকবিলাকে যুদ্ধলৈ আহ্বান কৰাত বলবান অৰ্জুনে সেই দিশে গমন কৰে আৰু যুদ্ধত শত্ৰুক পীড়ন কৰিবলৈ ধৰিছে।"

শল্যই এইদৰে কোৱাত কৰ্ণই অত্যন্ত খঙত উত্তৰ দিলে, "মদ্ৰৰাজ, চাওক ক্ৰুদ্ধ সংশপ্তকবিলাকে সকলো দিশৰ পৰা অৰ্জুনক আক্ৰমণ কৰিছে। মেঘে যেনেকৈ সূৰ্য্যক আবৃত কৰে তেনেকৈ সংশপ্তক সৈন্যই অৰ্জুনক আবৃত কৰিছে, গতিকে দেখা নেপোৱা হৈছে। অৰ্জুন যুদ্ধ সাগৰত নিমগ্ন হৈছে, এয়ে তেওঁৰ শেষ। শল্যই কলে, "কৰ্ণ, কোন ব্যক্তিয়ে জলবৰ্ষণ কৰি বৰুণক বধ কৰিব পাৰে? কাঠ পেলাই অগ্নিক নিৰ্বাপণ কৰিব পাৰে কোন ব্যক্তিয়ে? কোনে বায়ুক ধৰি ৰাখিব পাৰে? কিম্বা মহাসমুদ্ৰ পান কৰিব পাৰে? অৰ্জুনক যুদ্ধত বধ কৰাও মই তেনে কাৰ্য্য বুলি ভাবো, কাৰণ ইন্দ্ৰ সহিত দেৱগণ আৰু অসুৰগণ মিলিত হৈয়ো অৰ্জুনক পৰাজয় কৰিব নোৱাৰিলে (খাণ্ডৱ দাহত), অথবা বাক্যৰ দ্বাৰা

'জয় কৰিছো' ভাবিয়েই সন্তোষ লাভ কৰিছা, তেন্তে তাকে ভাবিয়েই পৰিতুষ্ট থাকা। বাস্তবিকতে অৰ্জুনক জয় কৰা অসম্ভৱ, সেই কাৰণে অন্য অভিলাষ কৰা। যি জনে অৰ্জুনক জয় কৰিব পাৰিব, তেওঁ বাহু যুগলৰ দ্বাৰা পৃথিৱী দাঙিবলৈ সমৰ্থ হ'ব। খণ্ডত পৃথিৱী জয় কৰিব পাৰিব আৰু স্বৰ্গৰ পৰা দেৱতা সকলক নমাই আনিব পাৰিব।"

"কৰ্ণ, চোৱা কুন্তীনন্দন বীৰ, মহাবাহু অনায়াসে যুদ্ধবিজয়ী আৰু বীৰ তেজত দীপ্যমান ভীমসেন সুমেৰু পৰ্বতৰ দৰে অৱস্থান কৰিছে। অসহিষ্ণু সদায় খঙাল আৰু বলবান ভীমসেনে পূৰ্বশত্ৰুতা স্মৰণ কৰি জয়াভিলাষী হৈ ৰণস্থলত বিৰাজ কৰিছে। এই যুদ্ধত বিপক্ষৰ শত্ৰুনগৰবিজয়ী, দুৰ্জয়, আৰু ধৰ্মনিষ্ঠ যুধিষ্ঠিৰ অৱস্থান কৰিছে। পুৰুষ শ্ৰেষ্ঠ, দুৰ্জয়, যমজ-ভাতৃদ্বয়, অশ্বিনীকুমাৰ সদৃশ সুন্দৰ নকুল আৰু সহদেৱ আছে। দ্ৰৌপদীৰ পঞ্চপুত্ৰকো যুদ্ধত দেখা গৈছে। এওঁলোক সকলো অৰ্জুনৰ তুল্য, এওঁলোক যুদ্ধাৰ্থী হৈ একোটা পৰ্বতৰ দৰে যুদ্ধক্ষেত্ৰত অৱস্থান কৰিছে। গৰ্বোৎফুল্ল, প্ৰকৃত বিজয়ী বীৰ আৰু মহাতেজা ধৃষ্টদ্যুম্ন প্ৰভৃতি দ্ৰুপদপুত্ৰসকলক যুদ্ধত দেখা গৈছে। ইন্দ্ৰৰ দৰে অসহ্য বিক্ৰম, সাত্বত বংশশ্ৰেষ্ঠ সেৌ সাত্যকী যুদ্ধাৰ্থী হৈ ক্ৰুদ্ধ যমতুল্য হৈ আমাৰ ফালে আহিব লাগিছে।"

পুৰুষশ্ৰেষ্ঠ কৰ্ণ আৰু শল্যাই এইদৰে কথোপকথন কৰি থাকোঁতে উভয় পক্ষৰ সেনাই গঙ্গা আৰু যমুনাৰ দৰে পৰস্পৰ গুৰুতৰ ভাৱে মিলিত হয়।

ধৃতৰাষ্ট্ৰই সঞ্জয়ক সুধিলে, "হে সঞ্জয় উভয় পক্ষই এইদৰে সন্নিৱেশিত আৰু মিলিত হোৱাৰ পাছত অৰ্জুনে সংশপ্তকবোৰৰ প্ৰতি কিদৰে ধাবিত হ'ল বা কৰ্ণই কিদৰে পাণ্ডৱৰ বিপক্ষে যাত্ৰা কৰিলে, মোক কোৱা। তুমি কথা কোৱাত বৰ নিপুণ, গতিকে বিস্তৰ ভাৱে এই যুদ্ধৰ বিষয়ে কোৱা, যুদ্ধত বীৰ সকলৰ বিক্ৰমৰ কথা শুনি মই তৃপ্তি লাভ কৰিব পৰা নাই।"

সঞ্জয়ে কলে, "মহাৰাজ তাৰ পাছত অৰ্জুনে বিপক্ষীয় বিশাল সৈন্যক তেওঁৰ অভিমুখী হৈ অহা দেখি আপোনাৰ পুত্ৰৰ দুৰ্নীতি হেতুকে নিজ সৈন্যকো ব্যূহ ৰূপত সন্নিবিষ্ট কৰিলে। তেতিয়া হস্তী, অশ্ব, ৰথ আৰু পদাতিক সমূহেৰে পৰিপূৰ্ণ আৰু ধৃষ্টদ্যুম্নপৰিচালিত বিশাল পাণ্ডৱসৈন্য ব্যূহৰূপে শোভা পাবলৈ ধৰে। চন্দ্ৰ আৰু সূৰ্য্যৰ দৰে তেজস্বী আৰু ধনুৰ্দ্ধাৰী ধৃষ্টদ্যুম্ন মূৰ্তিমান কালৰ দৰে শোভা পালে আৰু তৎকালে তেওঁৰ ৰথত কপোতবৰ্ণৰ চাৰিটা ঘোঁৰা সংযোজিত হ'ল। চন্দ্ৰৰ কাষত নক্ষত্ৰ সমূহৰ দৰে ধৃষ্টদ্যুম্নৰ দুয়োকাষে বাঘৰ তুল্য বিক্ৰমশীল, দিব্য বৰ্ম, আৰু অস্ত্ৰধাৰী তেজোদীপ্ত দ্ৰৌপদীৰ পুত্ৰসকল যুদ্ধাৰ্থী হৈ ৰণভূমিত অৱস্থান কৰে।

তাৰ পাছত সৈন্য সন্নিবিষ্ট হোৱাত, অৰ্জুনে ৰণভূমিত সংশপ্তকবোৰক দেখি খঙত গাণ্ডীৱ ধনু আকৰ্ষণ কৰি যুদ্ধলৈ ধাৱিত হ'ল। সংশপ্তকবিলাকেও অৰ্জুনৰ

বধ কামনা কৰি আৰু জয়াভিলাষী হৈ মৃত্যুক নিবৃত্তিৰ কাৰণ ভাবি অৰ্জুনৰ বিপক্ষে আগবাঢ়ি গ'ল। ক্ৰমে অশ্বাৰোহী, গজাৰোহী, ৰথী, পদাতি আৰু বীৰ সকলে দ্ৰুতভাৱে অৰ্জুনক আক্ৰমণ কৰিলে। তেতিয়া নিবাতকবচবিলাকৰ লগত অৰ্জুনৰ যেনে যুদ্ধ হৈছিল বুলি আমি শুনি আছো, তেনে তুমুল যুদ্ধই অৰ্জুনৰ লগত কুৰুবীৰ সকলৰ ঘটিল। অৰ্জুনে ৰণস্থলৰ শত্ৰুৰ ৰথ, অশ্ব, ধ্বজ, হস্তী পদাতি, বাণ, ধনু, খড়্গ, চক্ৰ, পৰশু অস্ত্ৰ সহ উত্তোলিত বাহু নানাবিধ অন্যান্য অঙ্গ আৰু সহস্ৰ সহস্ৰ মস্তক ছেদন কৰিবলৈ ধৰিলে। সেই সময়ত অৰ্জুনৰ ৰথখন পাতাল তুল্য সৈন্যসাগৰ মহাবৰ্তত ডুবি গৈছে বুলি ভাবি সংশপ্তকবিলাকে আনন্দ কোলাহল কৰিবলৈ ধৰিলে। ৰুদ্ৰই যেনেকৈ পশুবধ কৰে সেইদৰে অৰ্জুনে খণ্ডত সম্মুখৰ শত্ৰুসংহাৰ কৰি পুনৰ বাম, সোঁ আৰু পশ্চাদভাগৰ শত্ৰু বধ কৰিবলৈ আৰম্ভ কৰে। মাননীয় মহাৰাজ, তাৰ পাছত আপোনাৰ পক্ষৰ বীৰ সকলৰ লগত পাঞ্চাল, চেদী আৰু সৃঞ্জয় সকলৰ অতি দাৰুণ যুদ্ধ হব ধৰিলে।"

অত্যন্ত ক্ৰুদ্ধ, ৰথী, সৈন্য প্ৰহাৰকাৰী আৰু যুদ্ধদুৰ্দ্ধৰ্ষ কৃপাচাৰ্য্য, কৃতবৰ্মা, সুবল পুত্ৰ শকুনি—এওঁলোকে পাণ্ডৱ পক্ষীয় কোশল, কাশী, মৎস্য, কাৰুষ, কেকয় আৰু শুৰসেনীয় বীৰসকলৰ বিপক্ষে যুদ্ধ কৰি থাকিল। সেই সময়ত ক্ষত্ৰিয়, বৈশ্য আৰু শুদ্ৰ জাতীয় বীৰ সকলে দেহ, পাপ আৰু প্ৰাণ নাশ কৰি ধৰ্ম, যশ, স্বৰ্গ উৎপাদন কৰিবলৈ ধৰে।

"ভৰতশ্ৰেষ্ঠ, এপিনে কৰ্ণই ৰণস্থলত পাণ্ডৱ সকল, চেদী দেশীয় বীৰ আৰু সাত্যকিৰ লগত যুদ্ধ কৰিবলৈ ধৰে। অন্য ফালে কুৰুবীৰ দুৰ্যোধনে ভাই সকলৰ লগত মিলিতহৈ সৰ্বতোভাবে কৰ্ণক ৰক্ষা কৰিবলৈ ধৰে। আনফালে কুৰুবীৰ-বিলাকে আৰু মদ্ৰদেশীয় সৈন্য সকলে দুৰ্যোধনক ৰক্ষা দিয়ে। কৰ্ণই চোকা বাণ সমূহৰ দ্বাৰা পাণ্ডৱ পক্ষীয় বিশাল সৈন্যক সংহাৰ কৰি ৰথী শ্ৰেষ্ঠ সকলক মৰ্দন পূৰ্বক যুধিষ্ঠিৰক আক্ৰমণ কৰে। তেওঁ সহস্ৰ-সহস্ৰ শত্ৰুৰ বম, অস্ত্ৰ, দেহ আৰু প্ৰাণ বিনাশপূৰ্বক তেওঁলোকক স্বৰ্গ আৰু যশৰ লগত সংযুক্ত কৰি আত্মীয় সকলৰ আনন্দ উৎপাদন কৰে।

মাননীয় ৰজা, যুদ্ধখন এইদৰে দেবাসুৰৰ যুদ্ধৰ তুল্যই হ'ল। এই যুদ্ধত কৌৰৱ আৰু পাণ্ডৱ পক্ষৰ বহুত মানুহ, ৰথ, হস্তী আৰু অশ্ব ধ্বংস পালে।"

ধৃতৰাষ্ট্ৰই সুধিলে "সঞ্জয়, কৰ্ণই পাণ্ডৱ সৈন্যৰ মাজত প্ৰবেশ কৰি সৈন্য ধ্বংস কৰি যুধিষ্ঠিৰক যে পীড়ন কৰিছিল তাক তুমি বিবৰি কোৱা। পাণ্ডৱ পক্ষৰ কোন কোন বীৰে কৰ্ণক বাধা প্ৰদান কৰিছিল আৰু কৰ্ণই কাক আক্ৰমণ কৰি অৱশেষত যুধিষ্ঠিৰক পীড়ন কৰিছিল? সঞ্জয়ে কলে, "শত্ৰুহন্তা কৰ্ণই ধৃষ্টদ্যুম্ন প্ৰভৃতি পাঞ্চাল আৰু পাণ্ডৱ সকলক দেখি লৰালৰিকৈ তেওঁলোকৰ ফালে গমন কৰিলে। মহাত্মা কৰ্ণক বেগে অহা দেখি হংসবোৰে মহাসমুদ্ৰৰ প্ৰতি ধাবিত হোৱাৰ দৰে বিজয়লোভী পাঞ্চালবিলাকে কৰ্ণ অভিমুখে গমন কৰে। তাৰ পাছত সহস্ৰ

সহস্ৰ শংখৰ মধুৰ শব্দ, ভেৰীৰ তুমুল ধ্বনি উভয় পক্ষৰ পৰা প্ৰকাশ পাবলৈ ধৰে। আৰু নানাবিধ বাদ্যধ্বনি, হস্তী, অশ্ব ৰথৰ শব্দ আৰু বীৰ সকলৰ সিংহনাদেৰে ৰণভূমি নিনাদিত হবলৈ ধৰে। ক্ৰমে পৰ্বত, বৃক্ষ আৰু সমুদ্ৰৰ লগত পৃথিবী, বায়ু আৰু মেঘৰ সৈতে আকাশ আৰু চন্দ্ৰ, সূৰ্য্য, গ্ৰহ-নক্ষত্ৰৰ লগত গগন যেন স্পষ্টভাৱে কঁপিবলৈ ধৰে। এইদৰে সমস্ত প্ৰাণীয়ে সেই শব্দ শুনিলে আৰু ব্যথিত হ'ল, যিবোৰ প্ৰাণী দুৰ্বল, সিহঁতৰ প্ৰায়ভাগেই মৰি গ'ল। পাছত অত্যন্ত ক্ৰুদ্ধ হৈ কৰ্ণই শৰ নিক্ষেপ কৰি, ইন্দ্ৰই যেনেকৈ অসুৰ সৈন্য সংহাৰ কৰিছিল, তেনেকৈ পাঞ্চাল সৈন্য ধ্বংস কৰিবলৈ ধৰে।

কৰ্ণই পাণ্ডৱ সৈন্যৰ মাজত সোমাই বাণ নিক্ষেপ কৰি সাতসত্তৰজন প্ৰধান প্ৰভদ্ৰক বধ কৰে। তদন্তৰ ৰথী শ্ৰেষ্ঠ কৰ্ণই স্বৰ্ণপুংখ আৰু তীক্ষ্ণ পঁচিশটা বাণ দ্বাৰা পঁচিশজন পাঞ্চাল সৈন্য বধ কৰে। ইয়াৰ পাছত মহাবীৰ কৰ্ণই স্বৰ্ণ-পুংখ আৰু পৰদেহ বিদাৰক নাৰাচৰ দ্বাৰা শত-সহস্ৰ চেদী দেশজ সৈন্যক বধ কৰে। মহাৰাজ, কৰ্ণই যুদ্ধত এইদৰে অলৌকিক কাৰ্য্য কৰা দেখি পাঞ্চাল দেশীয় ৰথী সকলে তেওঁক বেৰি ধৰিলে।

বৈকৰ্তণ কৰ্ণই তীক্ষ্ণ আৰু দুঃসহ পাঁচটা বাণ সন্ধান কৰি পাঁচজন পাঞ্চাল বীৰক বধ কৰে। সেই বীৰ কেইজন হ'ল ভানুদেৱ, চিত্ৰসেন, সেনাবিন্দু, তপন আৰু শূৰসেন। কৰ্ণই মহাযুদ্ধত বাণ দ্বাৰা পাঞ্চাল দেশীয় বীৰ সকলক এইদৰে বধ কৰিবলৈ ধৰে। তেতিয়া পাঞ্চাল দেশীয় দহজন ৰথীয়ে কৰ্ণক বেৰি ধৰাত কৰ্ণই তেওঁলোকক বাণ দ্বাৰা সত্বৰ বধ কৰে। মাননীয় ৰাজা, কৰ্ণৰ পুত্ৰ দুৰ্জ্জয়, সুষেন আৰু সত্যসেনে প্ৰাণৰ মমতা ত্যাগ কৰি কৰ্ণৰ চক্ৰৰক্ষক হৈ যুদ্ধ কৰিবলৈ ধৰে। তেওঁৰ বৰপুত্ৰ মহাৰথী বৃষসেনে স্বয়ং পৃষ্ঠৰক্ষক হৈ পিঠিফালে কৰ্ণক ৰক্ষা কৰিবলৈ ধৰে। ইফালে ধৃষ্টদ্যুম্ন, সাত্যকি, দ্ৰৌপদীৰ পুত্ৰ কেইজন, ভীমসেন, জনমেজয়, শিখণ্ডী, প্ৰধান বীৰ প্ৰভদ্ৰক কেইজন, চেদী, কেকয় আৰু পাঞ্চাল দেশীয় যোদ্ধা সকল, নকুল-সহদেৱ, যুদ্ধসজ্জাৰে সজ্জিত মৎস্য-দেশীয় বীৰসকল কৰ্ণক বধ কৰিবৰ ইচ্ছা কৰি তেওঁৰ ফালে খেদি গ'ল।

বাৰিষা কালত পৰ্বতৰ ওপৰত মেঘে যেনেকৈ প্ৰচুৰ বাৰি বৰ্ষণ কৰে, সেইদৰে ধৃষ্টদ্যুম্ন প্ৰভৃতি মৰ্দনকাৰী বীৰে কৰ্ণৰ বিৰুদ্ধে নানাবিধ অস্ত্ৰ আৰু বাণ বৰ্ষণ কৰিবলৈ ধৰিলে। এই সময়ত প্ৰহাৰ নিপুণ কৰ্ণপুত্ৰ কেইজনে কৰ্ণক ৰক্ষাৰ্থে আৰু আপোনাৰ (ধৃতৰাষ্ট্ৰ) পক্ষৰ আন বীৰসকলে তেওঁলোকক বাধা দিবলৈ ধৰে। কৰ্ণৰ পুত্ৰ সুষেণে এটা ভল্লৰ দ্বাৰা ভীমসেনৰ ধেনু ছেদন কৰি সাতটা নাৰাচ দ্বাৰা তেওঁৰ বক্ষস্থল ভেদ কৰে আৰু আনন্দত সিংহনাদ কৰি উঠে। তাৰ পাছত ভয়ঙ্কৰ বিক্ৰমশালী ভীমসেনে অন্য সুদৃঢ় ধনু লৈ তাত গুণ আৰোপণ কৰি সুষেণৰ ধনু ছেদন কৰে। তাৰ পাছত ভীমসেনে খণ্ডত নৃত্য কৰাৰ দৰে, দহোটা বাণৰ দ্বাৰা সুষেণক বিদ্ধ কৰিলে, আৰু সত্তৰটা তীক্ষ্ণ বাণেৰে কৰ্ণকো তাড়ন

কৰিলে। তাৰ পাছত তেওঁ দশটা বাণৰ দ্বাৰা নিৰীক্ষমান বন্ধু সকলৰ আগত অশ্ব, ৰথ, ধ্বজ আৰু সাৰথি সহ কৰ্ণৰ পুত্ৰ ভানুসেনক বধ কৰে। ক্ষুৰ প্ৰচ্ছিন্ন চন্দ্ৰতুল্য মুখযুক্ত ভানুসেনৰ সেই সুন্দৰ মুখখন নালচ্যুত পদ্মৰ দৰে সুন্দৰ দৰ্শন আছিল। মহাৰাজ কৰ্ণৰ পুত্ৰ ভানুসেনক বধ কৰি পুনৰায় আপোনাৰ সৈন্যক তাৰণ কৰে। আৰু তাৰ পাছত তেওঁ কৃপাচাৰ্য্য আৰু কৃতবৰ্ম্মাৰ ধেনুছেদন পূৰ্বক তেওঁলোককো পীড়ন কৰে। তিনি বাণেৰে দুঃশাসনক, ছয়টা নাৰাচ বাণৰ দ্বাৰা শকুণিক বিন্ধ কৰি উলুক আৰু পতিত দুয়োজনকে ৰথবিহীন কৰে। "হে সুষেন তই মৰা পৰিলি"—এই বুলি তেওঁ এটা শৰ লওঁতেই কৰ্ণই তেওঁৰ সেই বাণ ছেদন কৰি তিনটা বাণেৰে ভীমক তাড়ন কৰিলে। তদন্তৰ ভীমে সুপৰ্ব আৰু আন এটা উজ্জ্বল বাণ সুষেনৰ প্ৰতি নিক্ষেপ কৰে, সেই বাণো কৰ্ণই কাটে। পুত্ৰ সুষেনক ৰক্ষা কৰিবৰ ইচ্ছাৰে ভীমক বধ কৰিবৰ উদ্দেশ্যে তেসত্তৰটা কঠিন বাণৰ দ্বাৰা কঠিন স্বভাৱ ভীমক বিন্ধ কৰিলে। ইফালে সুষেনে দৃঢ় আৰু উত্তম ধনু গ্ৰহণ কৰি পাঁচটা বাণেৰে নকুলৰ বাহু যুগল আৰু বক্ষস্থল আঘাত কৰে, তেতিয়া নকুলে কঠিন তীক্ষ্ণ কুড়িটা বাণেৰে সুষেনক বিন্ধ কৰি আৰু কৰ্ণৰ ভয় উৎপাদন কৰি ভীষণ সিংহনাদ কৰে। ইয়াৰ পাছত মহাৰথ সুষেনে দহোটা বাণেৰে নকুলৰ ধনু ছেদন কৰে। তেতিয়া নকুল খঙত অধীৰ হৈ ক্ষুৰপ্ৰ বাণেৰে নকুলৰ ধনু ছেদন কৰে। তেতিয়া নকুল খঙত অধীৰ হৈ অন্য ধনুলৈ নটা বাণেৰে সুষেণক আক্ৰমণ কৰে।

তাৰ পাছত বিপক্ষ বীৰহন্তা নকুলে বাণেৰে সকলো দিশ আবৃত কৰি তিনটা বাণেৰে সুষেণ আৰু সাৰথিক আঘাত কৰে। আৰু তিনটা ভল্ল দ্বাৰা সুষেনৰ দৃঢ় ধনুখন তিনিখণ্ডত ভঙ্গ কৰে। তাৰ পাছত সুষেন খঙত অধীৰ হৈ অন্য ধনু ধাৰণ কৰি ষাঠি বাণেৰে সহদেৱক তাৰণ কৰে। তেতিয়া সুষেন, নকুল আৰু সহদেৱ পৰস্পৰ বধৰ প্ৰতি লক্ষ্য ৰাখি বাণ দ্বাৰা সঘনে আঘাত কৰিবলৈ ধৰে। তেওঁলোকৰ এই মহাযুদ্ধ দেৱাসুৰ যুদ্ধৰ দৰেই ভীষণ আছিল। ইফালে সাত্যকিয়ে তিনি বাণেৰে বৃষসেনৰ সাৰথিক বধ কৰি এটা ভল্ল দ্বাৰা ধনু ছেদন কৰি আৰু সাতোটা বাণেৰে চাৰিটা অশ্ব বধ কৰে। সাত্যকিয়ে একেবাণেৰে বৃষসেনৰ ধ্বজা ছেদন কৰি তিনি বাণেৰে বক্ষস্থল ভেদ কৰে। বৃষসেন ভূমিত পতিত হৈ মুহূৰ্তৰ পাছত পুনৰ উঠি ৰহিল।

সাত্যকিয়ে বৃষসেনৰ সাৰথি, অশ্ব, ৰথ আৰু ধ্বজা বিনষ্ট কৰাত, বৃষসেনে সাত্যকিক বধ কৰিবৰ উদ্দেশ্যে খড়্গ, চৰ্মলৈ তেওঁৰ প্ৰতি ধাবিত হল। বৃষসেনে জঁপিয়াই জঁপিয়াই খেদি অহা দেখি সাত্যকিয়ে দহোটা বৰাহকৰ্ণ বাণ দ্বাৰা কৰ্ণপুত্ৰৰ অসিচৰ্ম বিন্ধ কৰি আহত কৰে। সাত্যকিয়ে বৃষসেনক ৰথবিহীন আৰু নিৰস্ত্ৰ কৰা দেখি দুঃশাসনে তুৰন্তে গৈ বৃষসেনক নিজ ৰথত তুলি লয়, আৰু তাৰ পাছত অন্য ৰথত তুলি দিয়ে।"

হে ৰাজশ্ৰেষ্ঠ, তাৰ পাছত মহাৰথ বৃষসেনে অন্য ৰথত উঠি তেসত্তৰ বাণেৰে দ্ৰৌপদীৰ পঞ্চপুত্ৰক, পাঁচবানে সাত্যকিক, চৌষষ্ঠি বাণে ভীমসেনক, পাঁচবাণে সহদেৱক, ত্ৰিশ বাণে নকুলক, সাতবাণে সতানীকক, দহবাণে শিখণ্ডীক আৰু এশবাণে যুধিষ্ঠিৰক আৰু অন্যান্য জয়াভিলাষী বীৰসকলক আঘাত কৰে। তাৰ পাছত ধনুৰ্দ্ধৰ আৰু দুৰ্দ্ধৰ্ষ কৰ্ণপুত্ৰ বৃষসেনে কৰ্ণৰ পৃষ্ঠ ৰক্ষা কৰিবলৈ ধৰে।

ইফালে সাত্যকিয়ে নতুন-লৌহময় নটা বাণেৰে দুঃশাসনৰ ৰথ, অশ্ব আৰু সাৰথিক বিনষ্ট কৰি, তিনটা বাণৰ দ্বাৰা তেওঁৰ কপালত আঘাত কৰে। কিন্তু দুঃশাসনে যথাবিধানে অন্য এখন সজ্জিত ৰথত আৰোহণ কৰি কৰ্ণৰ বলবৃদ্ধি কৰতঃ পাণ্ডৱৰ লগত যুদ্ধ কৰিবলৈ ধৰে। তাৰ পাছত ধৃষ্টদ্যুম্নই দশবাণে, দ্ৰৌপদীৰ পুত্ৰ পঞ্চকে তেসত্তৰ বাণে আৰু সাত্যকিয়ে সাতবাণেৰে কৰ্ণক বিদ্ধ কৰে। তেতিয়া মহাবীৰ শত্ৰুদমন কৰ্ণই ৰথত বিচৰণ কৰি শিখাশূন্য দহদহটা বাণেৰে তেওঁলোক প্ৰত্যেককে প্ৰতিবিদ্ধ কৰে।

মহাৰাজ, এই সময়ত আমি মহাত্মা কৰ্ণৰ অস্ত্ৰশক্তি আৰু দ্ৰুতগতিত অস্ত্ৰক্ষেপণ শক্তি দেখিবলৈ পালো আৰু সেই শক্তি অদ্ভুত বুলি ধাৰণা কৰিলো। কাৰণ তাত থকা লোক সকলে ক্ৰুদ্ধ কৰ্ণৰ বাণ গ্ৰহণ, বাণ সন্ধান আৰু বাণ ক্ষেপণ মনিব নোৱাৰিলে, কেৱল নিপাতিত শত্ৰুৰ দেহ দেখা পালে। কৰ্ণৰ চোকা চোকা বাণে ওপৰ আৰু তলৰ আকাশ, ভূমি আৰু বাণক্ষেপণ মনিব নোৱাৰিলে কেৱল নিপাতিত শত্ৰুৰ দেহ দেখা পালে। কৰ্ণৰ চোকা চোকা বাণে ওপৰ আৰু তলৰ আকাশ, ভূমি আৰু সকলো দিশ পৰিপূৰ্ণ কৰিলে, আৰু সেই ঠাইৰ আকাশ অৰুণ বৰ্ণ, মেঘে আবৃত হৈ প্ৰকাশ পাবলৈ ধৰে। যিবিলাক যোদ্ধাই কৰ্ণক আঘাত কৰিছিল কাৰ্মুকহস্ত, প্ৰতাপশালী কৰ্ণই যেন নৃত্য কৰি তিনিগুণ বাণে তেওঁলোকৰ প্ৰত্যেকক প্ৰতিবিদ্ধ কৰিলে। পুনৰ কৰ্ণই দহ-দহটা বাণেৰে অশ্ব, ৰথ, সাৰথি আৰু ছত্ৰ সহিত তেওঁলোকক বিদ্ধ কৰি সিংহনাদ কৰে, পাছত তেওঁলোকে কৰ্ণক প্ৰবেশ কৰিবলৈ সুবিধা প্ৰদান কৰে। তেতিয়া শত্ৰুহন্তা কৰ্ণই বাণবৃষ্টিৰ দ্বাৰা মহাধনুৰ্দ্ধৰবিলাকক পীড়ন কৰি অবাধে যুধিষ্ঠিৰৰ সৈন্যৰ মাজত প্ৰবেশ কৰে। কৰ্ণই তীক্ষ্ণ বাণেৰে অনিৱৰ্তী চেদি সৈন্যৰ মাজৰ পৰা ত্ৰিশজন ৰথীক বধ কৰি যুধিষ্ঠিৰৰ ফালে গমন কৰিলে। তাৰ পাছত পাণ্ডৱ, শিখণ্ডী আৰু সাত্যকিয়ে কৰ্ণৰ হাতৰ পৰা যুধিষ্ঠিৰক ৰক্ষা কৰিবৰ মানসে তেওঁক পৰিবেষ্টন কৰে। সেইদৰেই আপোনাৰ পক্ষৰ মহাধনুৰ্দ্ধৰ বীৰ-সকলে যত্নবান হৈ যুদ্ধদুৰ্দ্ধৰ্ষ কৰ্ণক সকলো দিশত ৰক্ষা কৰিবলৈ ধৰে। নৰনাথ, সেই সময়ত নানা বাদ্যধ্বনি আৰু গৰ্জনকাৰী বীৰ সকলৰ সিংহনাদ হবলৈ ধৰে। তাৰ পাছত, পুনৰ কৌৰৱ আৰু পাণ্ডৱ সকল নিৰ্ভয় চিত্তে পৰস্পৰ মিলিত হল। যুধিষ্ঠিৰক অগ্ৰৱৰ্তী কৰি পাণ্ডৱসকল আৰু কৰ্ণক সন্মুখৱৰ্তী কৰি কৌৰৱবিলাক সম্মিলিত হল।

সঞ্জয়ে কলে, "মহাৰাজ, হস্তী, অশ্ব, ৰথ আৰু পদাতি সমূহেৰে পৰিবেষ্টিত

হৈ, পাণ্ডৱ সৈন্যক বিদীৰ্ণ কৰি কৰ্ণ যুধিষ্ঠিৰৰ প্ৰতি ধাবিত হল। এই সময়ত শত্ৰুবিলাকে নানাবিধ অস্ত্ৰ নিক্ষেপ কৰিলেও কৰ্ণই ধৈৰ্য্য সহকাৰে সেইবোৰ ছেদন কৰি ভীষণ বাণৰ দ্বাৰা তেওঁলোকক আঘাত কৰিবলৈ ধৰে। কৰ্ণই শত্ৰুৰ মস্তক, বাহু, উৰু ছেদন কৰাত তেওঁলোক নিহত হৈ ভূমিত বাগৰি পৰি যাবলৈ ধৰে আৰু অনেকে সংঘচ্যুত হৈ পলাবলৈ ধৰে। তেতিয়া সাত্যকিৰ প্ৰেৰণাত দ্ৰাবিড়, অন্ধ্ৰ আৰু নিষাদ দেশীয় পদাতিকবোৰে কৰ্ণক বধ কৰিবলৈ ইচ্ছা কৰি পুনৰ তেওঁৰ প্ৰতি ধাবিত হ'ল। ক্ৰমে তেওঁলোক কৰ্ণৰ বাণত আহত আৰু বাহু-শিৰস্ত্ৰাণ শূন্য হৈ ছিন্ন শালবনৰ দৰে এদিনাতে ভূমিত নিপতিত হ'ল। এইদৰে সহস্ৰ-সহস্ৰ অযুত-নিযুত সৈন্য যুদ্ধত নিহত হৈ যশ লাভ কৰি স্বৰ্গ-মৰ্ত্য পৰিপূৰ্ণ কৰি ভূমিত পতিত হবলৈ ধৰে। তাৰ পাছত চিকিৎসকে যেনেকৈ মন্ত্ৰ আৰু ঔষধৰ দ্বাৰা ৰোগ নিৰাময় কৰে সেইদৰে পাণ্ডৱ আৰু পাঞ্চালবিলাকে যমৰ দৰে ক্ৰুদ্ধ কৰ্ণক নিৰুদ্ধ কৰিলে।

অত্যন্ত প্ৰৱল ৰোগ যেনেকৈ মন্ত্ৰ আৰু ঔষধৰ ক্ৰিয়া অতিক্ৰম কৰি প্ৰবল হয়, সেইদৰে কৰ্ণই পাণ্ডৱ প্ৰভৃতিক পীড়নপূৰ্বক অতিক্ৰম কৰি যুধিষ্ঠিৰৰ প্ৰতি ধাবিত হল। কিন্তু মৃত্যুৱে যেনেকৈ ব্ৰহ্মজ্ঞ লোকক অতিক্ৰম কৰিব নোৱাৰে তেনেকৈ যুধিষ্ঠিৰ ৰক্ষাভিলাষী পাণ্ডৱ, পাঞ্চাল আৰু কেকয় সকলে বাধা প্ৰদান কৰাত কৰ্ণই তেওঁলোকক অতিক্ৰম কৰিব নোৱাৰিলে। তদুপৰি বিপক্ষ বীৰহন্তা কৰ্ণ নিবাৰিত হৈ অদূৰত থকাত, যুধিষ্ঠিৰ খঙত আৰক্ত নয়ন হৈ তেওঁক কলে।

"হে কৰ্ণ, মিথ্যাবুদ্ধি, সূতপুত্ৰ, তুমি মোৰ কথা শুনা। তুমি সদায় বলবান অৰ্জুনক স্পৰ্ধা কৰি যুদ্ধলৈ আহ্বান কৰি থাকা আৰু দুৰ্যোধনৰ মতত থাকি সদায় আমাৰ অনিষ্ট সাধন কৰা। অতএৱ তোমাৰ যিমান বল যিমান অস্ত্ৰৰ প্ৰভাৱ আৰু পাণ্ডৱৰ প্ৰতি যিমান বিদ্বেষ আছে, মহৎ পুৰুষকাৰ অৱলম্বন কৰি সেই সকলো দেখুৱাবা। মই আজি মহাযুদ্ধত তোমাৰ যুদ্ধাভিলাষ দূৰ কৰিম।" যুধিষ্ঠিৰে এইদৰে কৈ তেতিয়াই স্বৰ্ণপুংখ লোহময় দহোটা বাণৰ দ্বাৰা কৰ্ণক বিন্ধিলে। পাছত মহাধনুৰ্দ্ধৰ শত্ৰুদমন কৰ্ণই হাঁহি এটা মাৰি দহোটা বৎসদন্ড বাণ দ্বাৰা যুধিষ্ঠিৰক প্ৰতিবিদ্ধ কৰে। কৰ্ণই অৱজ্ঞাপূৰ্বক বিন্ধ কৰাত মহাবাহু যুধিষ্ঠিৰ ঘৃতাহুতিৰ দৰে জ্বলি উঠিল। তাৰ পাছত যুধিষ্ঠিৰে স্বৰ্ণভূষিত বিশাল ধনু বিস্ফাৰিত কৰি পৰ্বত বিদাৰক এটা চোকা বাণ সন্ধান কৰিলে। যুধিষ্ঠিৰে কৰ্ণক বধ কৰিবৰ ইচ্ছাৰে ধনুখন পূৰ্ণ আকৰ্ষণ কৰি বেগেৰে সেই যমদণ্ড তুল্য বাণ নিক্ষেপ কৰে। সেই নিক্ষিপ্ত বাণ বজ্ৰ আৰু বিদ্যুতৰ দৰে শব্দ কৰি তৎক্ষণাৎ মহাৰথ কৰ্ণৰ বাম পাৰ্শ্ব ভেদ কৰে। মহাবাহু কৰ্ণ সেই প্ৰহাৰত পীড়িতহৈ আৰু মোহিত হৈ ধনু ত্যাগ কৰি ৰথৰ ওপৰত ঢাল খাই পৰিল। কৰ্ণক সেই অৱস্থাত দেখি বিশাল কৌৰৱ পক্ষই হাহাকাৰ কৰিবলৈ ধৰে আৰু বহুতৰে মুখ মলিন হ'ল।

ইয়াৰ পাছত দুৰ্যোধনক খুচি কৰিবৰ কাৰণে দিগ্বিজয়ত ওলায়। নানা

দেশ জয় কৰি বহুত ধন ৰত্ন সংগ্ৰহ ক'ৰে। আৰু দুৰ্যোধনে তেওঁৰ সহায়ত ৰাজসূয়ৰ পৰিবৰ্তে বৈষ্ণৱ যজ্ঞসম্পন্ন কৰে। তাৰ পাছত তেওঁ প্ৰতিজ্ঞা কৰে অৰ্জুনক বধ নকৰা পৰ্যন্ত মই কাৰো দ্বাৰা পাদপ্ৰক্ষালন নকৰাওঁ, মাংস নাখাওঁ, আৰু সুৰা পান নকৰোঁ, মই প্ৰতিজ্ঞা কৰিছো কোনো প্ৰাৰ্থীক মই নিৰাশ নকৰোঁ।

পাণ্ডৱৰ বনবাস বাৰ বছৰ পূৰ্ণ হোৱাত ত্ৰয়োদশ বৰ্ষৰ প্ৰাৰম্ভতে এদিন ইন্দ্ৰই বুঢ়া বামনৰ বেশত কৰ্ণৰ কবচ আৰু কুণ্ডল ভিক্ষা কৰে। এই দুটা দিলে তেওঁক বধ কৰিবলৈ সহজ হব বুলি জানিও নিঃশঙ্কাচিত্তে কৱচ-কুণ্ডল দান কৰে। সূৰ্য্যদেৱে আগতেই বসুষেনক সাবধান কৰি দিছিল যদিও ভিক্ষাৰ্থী দেৱৰাজক তেওঁ চিনিব পাৰিও শত্ৰুঘাতিনী এক মৰণাস্ত্ৰৰ বিনিময়ত কবচ কুণ্ডল দান কৰে, স্বহস্তে কবচটো আৰু কুণ্ডল কাটি দিছিল কাৰণেই তেওঁ বৈকৰ্তন নাম পালে, আৰু কাণৰ পৰা কুণ্ডল খুলি দিয়াৰ নিমিত্তে নাম হ'ল কৰ্ণ। তেওঁৰ প্ৰকৃত নাম আছিল বসুষেন।

দানশীলতাৰ কাৰণে তেওঁ প্ৰসিদ্ধ আছিল। এই কথা আগতেই কোৱা হৈছে। আনকি ব্ৰাহ্মণক সন্তুষ্ট কৰিবলৈ নিজৰ পুত্ৰকো বলি দিছিল বুলি কোনো কোনো কাহিনীত পোৱা যায়। 'অতি দানে বলিৰ্বন্ধ' বুলি কথা এষাৰ আছে। কৰ্ণও অতি দানশীলতাৰ ফলত নিজৰ মৃত্যু সহজ কৰি দিলে।

বিৰাট ৰজাৰ গো হৰণ কাৰ্যত তেওঁ দুৰ্যোধনক সহায় কৰিছিল। ভীষ্ম, দ্ৰোণ আদিয়েও ইয়াত সহযোগ কৰিছিল। কিন্তু বিনা যুদ্ধে গোহৰণ কৰা সম্ভৱ নাছিল। গোহৰণ কৰা হ'ল। কিন্তু বৃহন্নলা বেশী অৰ্জুনে ভীষ্ম-দ্ৰোণ-কৰ্ণ সকলোকে যুদ্ধত পৰাজয় কৰি গো উদ্ধাৰ কৰি লৈ যায়। গোহৰণ পৰ্বত কৰ্ণৰ আত্মশ্লাঘা সীমা চেৰাই যোৱাত অশ্বত্থামাই তেওঁক কটু কথা শুনাব লগা হ'ল। পিতামহ ভীষ্মই তেওঁলোকৰ কাজিয়া ভাঙিব লগীয়া হ'য়। অচিৰেই তেওঁ আত্মশ্লাঘাৰ ফল পালে। বৃহন্নলাৰ হাতত দুবাৰকৈ ঘাটি প্ৰাণ লৈ পলাব লগীয়া হয়।

কৰ্ণৰ ৰথধ্বজৰ যি চমু বিবৰণ পোৱা যায় তাৰ পৰা জনা যায় যে তেওঁ ৰথৰ ঘোড়া আছিল বগা। ৰথৰ শুভ্ৰ পতাকাত হাতীবন্ধাৰ শিকলি অঙ্কিত আছিল। তেওঁৰ ধনুৰ পিঠিখন পাট সোণেৰে মেৰোৱা আছিল। কথিত আছে যে স্বয়ং বিশ্বকৰ্মাই এই ধনু ইন্দ্ৰৰ নিমিত্তে নিৰ্মাণ কৰিছিল। ইন্দ্ৰই সেই ধনু পৰশুৰামক দান কৰে আৰু পৰশুৰামে প্ৰিয়শিষ্য কৰ্ণক সেই ধনু দিয়ে। এই ধনুৰ নাম "বিজয়"। কেবাবাৰো অৰ্জুনৰ হাতত পৰাজয় হৈও তেওঁৰ আত্মশ্লাঘা কমা নাছিল আৰু নিজ পৰাক্ৰম সম্বন্ধে সচেতন নাছিল। এই শ্লাঘাৰ কাৰণেই ভীষ্ম-দ্ৰোণৰ গঞ্জনা শুনিব লগা হৈছিল।

বনবাসৰ পৰা উভতি আহি যুধিষ্ঠিৰে যেতিয়া অৰ্দ্ধৰাজ্য দাবী কৰে তেতিয়া ভীষ্ম, দ্ৰোণ, আৰু বিদুৰে দুৰ্যোধনক অৰ্দ্ধৰাজ্য পাণ্ডৱক এৰি দিবলৈ কোৱা স্বত্বেও

কৰ্ণ আৰু দুঃশাসনৰ উপদেশ শুনি দুৰ্যোধনে সূচ্যগ্ৰ ভূমিও নিদিবলৈ স্থিৰ কৰে। এই সময়ত কৰ্ণই নিজৰ বীৰত্ব বখানি পাণ্ডৱক সহজে বধ কৰিব বুলি দুৰ্যোধনক আশ্বাস দিছিল। ভীষ্মই কৰ্ণৰ এই আত্মশ্লাঘা আৰু প্ৰগল্ভতা সহ্য কৰিব নোৱাৰি অৰ্জুনৰ লগত বীৰত্বত তেওঁক কোনো ক্ষেত্ৰতে তুলনা কৰিব নোৱাৰি এই কথা স্পষ্ট ভাৱে কৈ দিছিল। ভীষ্মই কৰ্ণক অৰ্দ্ধৰথী হিচাবেহে গণ্য কৰিছিল ; মহাৰথীৰূপে নহয়। ইয়াতে কৰ্ণই বেজাৰ পাই ভীষ্মৰ লগত আৰু ভীষ্ম যুদ্ধ ক্ষেত্ৰত থকালৈকে যুদ্ধ নকৰোঁ বুলি প্ৰতিজ্ঞা কৰে। কৰ্ণৰ এই প্ৰতিজ্ঞাৰ ফলত দুৰ্যোধনৰ হে ক্ষতি হৈছিল।

শ্ৰীকৃষ্ণই সন্ধিৰ প্ৰস্তাৱ লৈ কুৰুসভালৈ যাওঁতে তেওঁক বন্দী কৰাৰ যি ষড়যন্ত্ৰ কৰিছিল, তাত আগ ভাগ লৈছিল শকুণি আৰু কৰ্ণই। শান্তি স্থাপনত বিফল কাম হৈ কৃষ্ণ উভতি আহোতে কৰ্ণক লগ ধৰে আৰু কৰ্ণক দুৰ্যোধনৰ পৰা বিচ্ছিন্ন কৰিবলৈ নানা প্ৰলোভন দেখুৱায় আৰু তেওঁ যে ৰাধাপুত্ৰ নহয়, কুন্তীপুত্ৰহে সেই কথা প্ৰকাশ কৰে। কিন্তু কোনো প্ৰলোভনেই তেওঁক দুৰ্যোধনৰ পৰা আঁতৰাই নিব নোৱাৰিলে। দুৰ্যোধনৰ প্ৰতি তেওঁৰ কৃতজ্ঞতা আছিল অপৰিসীম। এই ক্ষেত্ৰত কৰ্ণৰ যি মহত্ত্ব প্ৰকাশ পাইছে তাৰ তুলনা নাই। কৰ্ণই নিজৰ জন্মকথা ভালকৈ জানিছিল, কেনেকৈ জানিছিল কাৰ পৰা জানিছিল সেইটো স্পষ্ট নহয়। কুন্তী আৰু কৃষ্ণই তেওঁক জন্ম ৰহস্য কোৱাৰ আগতে তেওঁ কোনো অজ্ঞাত উৎসৰ পৰা এই ৰহস্য জানিছিল। তেওঁ কৃষ্ণক কৈছিল ঃ—

যদব্ৰৱমহং কৃষ্ণ কটুকানি স্ম পাণ্ডবান।
প্ৰিয়াৰ্থং ধাৰ্তৰাষ্ট্ৰস্য তেন তপ্যেহ্যকৰ্মণা ।।

উদ্যোগ ১৪১।৪৫

( হে কৃষ্ণ, দুৰ্যোধনৰ প্ৰিয় সাধনৰ উদ্দেশ্যে মই পাণ্ডৱক বহু কটু কথা কৈছো, সেই কাৰণে মই অনুতপ্ত। )

কুৰুক্ষেত্ৰ যুদ্ধৰ আগমুহূৰ্ত্তত এদিন কুন্তীয়ে কৰ্ণক গঙ্গাত স্নান কৰিবলৈ যাওঁতে লগ ধৰি জন্ম ৰহস্য ব্যক্ত কৰে।

আত্মজস্য ততস্তস্য ঘৃণিনঃ সত্যসন্ধিনঃ।
গঙ্গাতীৰে পৃথাশ্ৰৌষীদ্বেদাধ্যয়ন নিস্বনম্ ।।

(কুন্তীয়ে গঙ্গাতীৰত সত্যসন্ধ দয়াৰ্দ হৃদয় পুত্ৰৰ বেদ ধ্বনি শুনিবলৈ পালে। কৰ্ণই পূৱলৈ মুখ কৰি সূৰ্যোপাসনা কৰি আছিল। উপাসনাৰ অন্তত কুন্তীক দেখা পাই সাষ্টাঙ্গে প্ৰণিপাত জনায় আৰু হাত যোৰ কৰি কলে,

ৰাধায়োঽমাধিৰথিঃ কৰ্ণস্তামভিবাদয়ে।
প্ৰাপ্তা কিমৰ্থং ভৱতী ব্ৰুহি কিং কৰবাণিতে ।। উদ্যোগ ১৪৫/১

( ৰাধা আৰু অধিৰথৰ পুত্ৰ মই কৰ্ণই আপোনাক অভিবাদন জনাইছো। আপুনি কি উদ্দেশ্যে মোৰ লগ ধৰিছে ? মই আপোনাৰ কি কৰিব লাগে কওক। উত্তৰত কুন্তীয়ে কলে "বাচা, তুমি কুন্তীৰ পুত্ৰ, ৰাধা আৰু অধিৰথৰ পুত্ৰ নহয়। তুমি

মোৰেই পুত্ৰ, সূৰ্যদেৱ তোমাৰ পিতা। বৎস, তুমি অৰ্জুনৰ লগত মিল হৈ যুধিষ্ঠিৰৰ সৈতে বিশাল ঐশ্বৰ্য্য ভোগ কৰা। তুমি আৰু অৰ্জুন লগ লাগিলে কৃষ্ণ বলৰামৰ দৰে পৃথিৱীত তোমালোকৰ অসাধ্য একো নাথাকিব। দেৱগণৰ দ্বাৰা পৰিবৃত প্ৰজাপতিৰ দৰে তুমি পঞ্চ পাণ্ডৱৰ দ্বাৰা পৰিবৃত হৈ ৰাজ্য শাসন কৰা। তুমি সকলো গুণতে পাণ্ডৱৰ সমকক্ষ। তোমাক যেন কোনেও সূতপুত্ৰ বুলি নকয়।" থিক এই সময়তে সূৰ্যদেৱে আকাশৰ পৰা যেন কলে "বাচা, কুন্তীদেৱীয়ে কোৱা কথা সঁচা। তুমি কৌন্তেয়, ৰাধাপুত্ৰ নহয়। তুমি জননীৰ বাক্য পালন কৰিলে তোমাৰ কল্যাণ হব।"

জনক-জননীৰ বচনত সত্যপাল কৰ্ণৰ বুদ্ধি বিচলিত নহ'ল। তেওঁ কুন্তীক ক'লে, হে মাতা আপোনাৰ আদেশ পালন কৰা মোৰ কৰ্তব্য, তথাপি আপোনাৰ অনুৰোধ পালন কৰিব নোৱাৰি মই দুঃখিত।

অকৰোন্ময়ি যৎ পাপং ভৱতী সুমহাত্যয়ম্।
অপাকীৰ্ণোঽস্মি যন্মাতস্তদ যশঃকীৰ্তি নাশনম্ ॥
অহঞ্চেৎ ক্ষত্ৰিয়োঃ জাতো ন প্ৰাপ্তেঃ ক্ষত্ৰসংক্ৰিয়াম্।
ত্বৎকৃতে কিন্নু পাপীয়ঃ শত্ৰুঃ কুৰ্যান্মমাহিতম ॥ উদ্যোগ—১৪৫।৪৬

(হে মাতা, মোক ত্যাগ কৰি মোৰ প্ৰতি যি অবিচাৰ কৰিছে তাৰ ফলতে মোৰ জীৱন অভিশপ্ত হৈছে। মই ক্ষত্ৰিয় সন্তান হলেও ক্ষত্ৰিয় সংস্কাৰ মোৰ নহ'ল। সূত কুলৰ সংস্কাৰ হে হ'ল। আপোনাৰ অবিচাৰৰ কাৰণেই মোৰ এই দুৰ্গতি। ইয়াতকৈ আৰু ডাঙৰ শত্ৰুতা কি হব পাৰে? সেইবোৰ সংস্কাৰৰ সময়ত আপুনি মোক অনুকম্পা কৰা নাছিল। এতিয়া কিয় দয়া কৰিবলৈ আহিছে?)

নবৈ মৰ্মহিতং পূৰ্বং মাতৃবচ্চেষ্টিতম্ ত্বয়া।
সা মাং সংবোধয়স্যদ্য কেৱলাত্মহিতৈষিণী ॥ ১৪৬।৮

(আপুনি আগতে কোনো দিনে মাতৃৰ দৰে মোৰ হিত চিন্তা কৰা নাই। এতিয়া কেৱল আত্মহিতাৰ্থে মোক প্ৰবোধ দিছেহি)।

"কৃষ্ণাৰ্জুন মিলন হোৱাত পাণ্ডৱ বহু গুণে শক্তিশালী হয়। এই মিলনে কুৰুপক্ষৰ ভয় বৃদ্ধি কৰে। এনে সময়ত মই যদি কুৰুপক্ষ ত্যাগ কৰি আপোনালোকৰ পক্ষ লওঁ তেনে সকলোৱে মোক ভয়াতুৰ বুলি নকবনে? পাণ্ডৱ মোৰ ভাই বুলি কোনেও নাজানে। এনে অৱস্থাত মই পাণ্ডৱ পক্ষত যোগ দিলে ক্ষত্ৰিয় সকলে মোক কি ভাবিব? ধৃতৰাষ্ট্ৰ পুত্ৰই মোক যথেষ্ট সন্মান কৰে আৰু আপোনজন বুলি গণ্য কৰে। এনেস্থলত মই জানো অকৃতজ্ঞ হব পাৰো? মই সত্য কথা কৈছো যে ধৃতৰাষ্ট্ৰ পুত্ৰসকলৰ হিতাৰ্থে মই আপোনাৰ পুত্ৰ সকলৰ লগত যুদ্ধ কৰিম, গতিকে আপোনাৰ বাক্য পালন কৰিব নোৱাৰো। আপুনি মোৰ ওচৰলৈ পুত্ৰাহিতাৰ্থে আহিছে। মই আপোনাক কথা দিছো অৰ্জুনৰ বাহিৰে বাকী চাৰিজনক যুদ্ধত

বধ কৰিব পাৰিলেও মই বধ নকৰোঁ, কিন্তু অৰ্জুনৰ লগত মই প্ৰাণপণে যুদ্ধ কৰিম। আৰু পাৰিলে বধো কৰিম।''

নতে জাতু নশিষ্যন্তি পুত্ৰাঃ পঞ্চ যশস্বিনী।
নিৰজুৰ্নাঃ সকৰ্ণা বা সাৰ্জুনা বা হতে ময়ি ।।

( হে যশস্বিনী, আপোনাৰ পাঁচ পুত্ৰ কোঁতিয়াও বধ নহয়; অৰ্জুন নিহত হলে আপোনাৰ পাঁচ পুত্ৰ থাকিব। আৰু মই নিহত হলেও অৰ্জুন সহ পাঁচ পুত্ৰ থাকিব। )

কৰ্ণৰ কথা শুনি কুন্তীয়ে কঁপি কঁপি তেওঁক আলিঙ্গন কৰি বিদায় লয়। ) কৰ্ণয়ো অকম্পিত চিত্তে নিজৰ ঘৰলৈ প্ৰত্যাৱৰ্তন কৰে।

উক্ত কৰ্ণ-কুন্তী সংবাদত দেখা যায় যে কৰ্ণই অকপটে নিজৰ দুৰ্দশাৰ কাৰণে মাকক দায়ী কৰি সকলো ক্ষোভ প্ৰকাশ কৰিছে। কিন্তু তেওঁ ধৈৰ্য্য হেৰুৱা নাই। জননীৰ আগমন সাৰ্থক কৰিবৰ মনে তেওঁ যি প্ৰতিজ্ঞা কৰিছে সেয়ে তেওঁৰ উদাৰ চৰিত্ৰৰ পৰিচয় দিয়ে। কিন্তু এই প্ৰতিজ্ঞাৰ ফলত দুৰ্যোধনৰ যথেষ্ট ক্ষতি হয়। মাতৃৰ পৰিচয়ত তেওঁ কিছু ভাব-প্ৰৱণ হৈছিল।

কুৰুক্ষেত্ৰৰ যুদ্ধৰ প্ৰাৰম্ভতে দুৰ্যোধন ভীষ্মৰ কাষলৈ যায় আৰু কোন পক্ষত কিমান ৰথী-মহাৰথী আছে সেই বিষয়ে প্ৰশ্ন কৰে। উত্তৰত পিতামহ ভীষ্মই ৰথী-মহাৰথী সকলৰ চিনাকি দি কৰ্ণক ৰথী-মহাৰথীৰ শাৰীত নথৈ অৰ্দ্ধৰথীৰ শাৰীত হে থয়। ইয়াতে কৰ্ণই অতিশয় বেজাৰ পাই ভীষ্মক কটু কথা শুনায় আৰু ভীষ্মৰ সেনাপতিত্বত যুদ্ধ নকৰে বুলি প্ৰতিজ্ঞা কৰি যুদ্ধৰ পৰা আঁতৰি থাকে। ভীষ্মই এইদৰে কৈছিল ঃ—

বিমুক্ত কবচেনৈৱ সহজেন বিচেতন ঃ।
কুণ্ডলাভ্যাং চ দিব্যাভ্যাং বিযুক্তঃ সততং ঘৃণী
অভিশাপাচ্চ ৰামস্য ব্ৰাহ্মণস্য চ ভাষণাৎ।
কৰণানাং বিয়োগচ্চ তেন মে অৰ্দ্ধৰথো মতঃ ।।

( কবচ আৰু দিব্য কুণ্ডল বিহীন স্বভাবতঃ পৰনিন্দুক মুখৰ্‌ কৰ্ণক পৰশুৰাম আৰু ব্ৰাহ্মণৰ অভিশাপ হেতুকে মই অৰ্দ্ধৰথী জ্ঞান কৰোঁ ) দ্ৰোণাচাৰ্য্যয়ো যুদ্ধত সততে পলায়নকাৰী, অহংকাৰী, আৰু আত্মশ্লাঘী কৰ্ণক অৰ্দ্ধৰথী বুলি ভাবিছিল। ভীষ্মৰ মন্তব্যত কৰ্ণৰ অতিশয় খং উঠে আৰু কটু কথা শুনায়। শেষত ভীষ্মৰ সেনাপতিত্বত যুদ্ধ নকৰি আঁতৰি থাকে।

নাহং জীৱতি গাঙ্গেয়ে যোৎস্যে ৰাজন্‌ কথঞ্চন
হতে ভীষ্মে তু যোদ্ধাস্মি সৰ্বৈৰেব মহাৰথৈঃ ।। উ/১৬৭/২৯

তাৰ পাছত ভীমসেন যি ঠাইত আছিল, সেই ঠাইলৈ শল্যই ৰথ চলাই দিলে। ভীম আৰু কৰ্ণৰ ভীষণ যুদ্ধ আৰম্ভ হ'ল। দুয়ো বীৰে পৰস্পৰ সুতীক্ষ্ণ বাণ দ্বাৰা আঘাত কৰিবলৈ ধৰে, অৱশেষত ভীমৰ বজ্ৰ সদৃশ, ক্ষুৰধাৰ শৰৰ আঘাতত কৰ্ণ মূৰ্চ্ছা যোৱাত শল্যই যুদ্ধক্ষেত্ৰৰ পৰা কৰ্ণৰ ৰথ অপসাৰণ কৰে। দুৰ্যোধনে ভীমৰ

অৱস্থা সংকটজনক দেখি ভায়েক সকলক কৰ্ণক ৰক্ষা কৰিবলৈ পঠায়। তেওঁলোকে ভীমক বেৰি ধৰি বধ কৰিবলৈ অপচেষ্টা কৰোতে, ভীমৰ গদাৰ কোবত ধৰাশায়ী হৈ যমসদনলৈ প্ৰস্থান কৰে। পঞ্চাশজন ধাৰ্ত্তৰাষ্ট্ৰক বধ কৰি ভীমে সিংহনাদ কৰি কৰ্ণৰ সম্মুখ হয়। সুতীক্ষ্ণ বাণৰ দ্বাৰা ইজনে সিজনক পীড়িত কৰে। কৰ্ণই ভীমৰ গদা আৰু ধনু দুয়োটা ছেদন কৰি শেষত ৰথখনো বিনষ্ট কৰে। ভীমে অন্য গদা লৈ কৌৰৱ সৈন্যক বধ কৰে আৰু শ-শ মদমত্ত হস্তীক বিনাশ কৰে। তেনে অৱস্থাত পাচশ ৰথীয়ে ভীমক বেৰি ধৰি আক্ৰমণ চলাই কিন্তু এই সকলোবোৰ বীৰ ভীমৰ হাতত নিহত হয়। এইদৰে অশ্বাৰোহী সহস্ৰক আক্ৰমণ কৰি বধ কৰিবলৈ সক্ষম হয়। ভীমে যুদ্ধক্ষেত্ৰৰ আন এঠাইত যুদ্ধ কৰি থাকোতে কৰ্ণই যুধিষ্ঠিৰক আক্ৰমণ কৰে। এইদৰে প্ৰতিপক্ষক নানাপ্ৰকাৰে পীড়ন কৰি যুদ্ধক্ষেত্ৰ ৰক্তময় কৰি তোলে। এই যুদ্ধত হাতীবিলাকেও অংশগ্ৰহণ কৰি শত্ৰুপক্ষক এফালৰ পৰা বিদলিত কৰি নিছিল।

যুদ্ধক্ষেত্ৰৰ আন এটা দিশত অৰ্জুনে সংশপ্তক, কোশল আৰু নাৰায়ণী সৈন্যৰ লগত যুদ্ধ কৰি নিজকে ব্যস্ত ৰাখিছিল কিন্তু সেই সৈন্যবোৰক অৰ্জুনে বাণৰ দ্বাৰা পৰিব্যাপ্ত মেঘে সূৰ্য্য কিৰণে আতৰোৱাৰ দৰে দৰে উপযুক্ত শৰহানি সেই মেঘ আতৰাই দিছিল। অৰ্জুনে দহহাজাৰ সংশপ্তক-গণক হাতীয়ে কলগছ ভঙাৰদৰে এফালৰ পৰা উচ্ছেদ কৰি গৈছিল। সংশপ্তক গণৰ নেতা সুশৰ্মা অৰ্জুনৰ লগত যুদ্ধত তিষ্ঠিব পৰা নাছিল। অৰ্জুনে এইদৰে দহহাজাৰ সংশপ্তক বধ কৰি ধূম-শূন্য অগ্নিৰ দৰে জ্বলি প্ৰকাশ পাবলৈ ধৰিলে। এইদৰে শিখণ্ডি আৰু কৃপাচাৰ্য্য আৰু অন্যান্য বীৰসকলৰ পাৰস্পৰিক যুদ্ধ চলিবলৈ ধৰিলে। মহাভাৰতত এই বীৰসকলৰ পাৰম্পৰিক যুদ্ধৰ যি বিশদ বিৱৰণ আছে সেই বিৱৰণ সমূহ লিপিবদ্ধ কৰিলে অপ্ৰয়োজনীয় ভাবে দীঘল হৈ যায়। অৰ্জুন, ভীম আৰু কৰ্ণই যুদ্ধত বহু সৈন্য বধ কৰে আৰু ক্ষত্ৰিয়ৰ সংখ্যা হ্ৰাস পাবলৈ ধৰে। পৰ্বটোৰ ঊনসত্তৰ (৬৯) টা অধ্যায়ত কেৱল যুদ্ধৰ বিৱৰণেই প্ৰাধান্য লাভ কৰিছে। শেষৰ ফালে, কৰ্ণৰ বিপৰ্য্যয় আৰু মৃত্যুৰ বৰ্ণনা দি শেষ কৰিছে। কৰ্ণৰ ৰথৰ চকা মাটিত সোমাই যোৱাত ৰথখন অচল হৈ পৰে। তেওঁ ৰথৰ পৰা নামি চকা উঠাবলৈ চেষ্টা কৰে। অৰ্জুনক সময় খোজতে শ্ৰীকৃষ্ণই তেওঁৰ ( কৰ্ণৰ ) কুকৰ্মবোৰ মনত পেলাই দি অৰ্জুনক অস্ত্ৰ প্ৰয়োগ কৰিবলৈ উৎসাহিত কৰে। কৰ্ণই বিনাৰথে মাটিত নামি যুদ্ধ কৰিবলৈ বাধ্য হয়। অৱশেষত মানসিক বিপৰ্যয় ঘটি উপযুক্ত আৰু প্ৰতিৰোধী শৰ পাঁহৰি যোৱাত কৃষ্ণই অৰ্জুনক কৰ্ণক সেই অৱস্থাতে বধ কৰিবলৈ উৎসাহ দিয়ে। কৰ্ণই পৰশুৰামৰ শিষ্য হৈ, ব্ৰাহ্মণ বুলি পৰিচয় দি অস্ত্ৰশিক্ষা লাভ কৰিছিল। পাছত পৰশুৰামে কৰ্ণক সূতপুত্ৰ বুলি জানি বিপদৰ সময়ত উপযুক্ত শৰ পাঁহৰিব বুলি অভিশাপ দিয়ে। অৰ্জুনৰ লগত শেষ যুদ্ধত কৰ্ণৰ সেয়ে হ'ল। তেওঁ সময়ৰ শৰ পাঁহৰি গ'ল। সেই সুবিধাতে অৰ্জুনে 'অঞ্জলিক' নামৰ ভীষণ শৰ নিক্ষেপ কৰি কৰ্ণক বধ কৰে। উদীয়মান সূৰ্য্যৰ দৰে তেজস্বী, শৰৎকালৰ আকাশৰ মধ্যগত সূৰ্য্যসদৃশ, সূৰ্য্যতনয়

কৰ্ণৰ মস্তক খণ্ডিত হৈ মাটিত পৰি গ'ল। গৈৰিকস্ৰাৱী পৰ্বতৰ শৃঙ্গ যেনেকৈ বজ্ৰাহত হৈ খহি পৰে, তেনেকৈ শোভনকান্তি কৰ্ণৰ উন্নত শৰীৰটো প্ৰাণশূন্য হৈ মাটিত পৰিল। নিপাতিত কৰ্ণৰ দেহৰ পৰা উজ্জ্বল আভা প্ৰকাশ কৰি সূৰ্য্যমণ্ডলত বিলীন হ'ল, সাৰথি শল্যই ৰথীশূন্য ৰথখন কৌৰৱ শিবিৰলৈ ওভতাই নিলে। দুৰ্যোধনে এজন প্ৰধান মন্ত্ৰণাদাতা হেৰুৱালে আৰু পাণ্ডৱপক্ষই যুদ্ধজয় আৰু ৰাজ্যলাভৰ বাঙালি আভা দিগন্তত দেখা পালে।

**ইতি মহাভাৰতে কৰ্ণপৰ্বণি যুধিষ্ঠিৰহৰ্ষে উপসপ্ততিতম অধ্যায়ঃ সমাপ্তঃ।**

মহাবীৰ কৰ্ণ নিপাতিত হোৱাত শোকসন্তপ্ত দুৰ্যোধনে শল্যৰাজক সেনাপতিপদত অভিষিক্ত কৰে। শল্য মদ্ৰদেশৰ ৰজা আৰু নকুল-সহদেৱৰ মাতুল। পাণ্ডুৰজাৰ দ্বিতীয়া পত্নী মাদ্ৰীৰ ককায়েক। মদ্ৰৰাজ ৰথ চলোৱাত আৰু মল্ল যুদ্ধত পাৰ্গত আছিল। দৰাচলতে তেওঁ কুৰুক্ষেত্ৰৰ যুদ্ধত পাণ্ডৱক সহায় কৰিবলৈহে আহিছিল, কিন্তু দীৰ্ঘ বাটছোৱাত দুৰ্যোধনে কৌশল কৰি এনে অভ্যৰ্থনা কৰিলে যে অৱশেষত কৃতজ্ঞতাবশতঃ তেওঁ কৌৰৱ পক্ষত যোগ দিবলৈ বাধ্য হ'ল। এই কথা অৱশ্যে তেওঁ যুধিষ্ঠিৰক জনাইছিল আৰু ধৰ্মৰাজ যুধিষ্ঠিৰেও তেওঁৰ কাৰ্য্য সমৰ্থন কৰি সানন্দে প্ৰতিপক্ষত যোগ দিবলৈ অনুমতি প্ৰদান কৰিছিল। শত্ৰুপক্ষত যোগ দিলেও ভাগিন কেইটাক যিকোনো প্ৰকাৰে সহায় কৰিবলৈ কুণ্ঠা বোধ কৰা নাছিল। কৰ্ণৰ সাৰথিত্ব গ্ৰহণ কৰিছিল এটা চৰ্ত্তত যে সাৰথিৰূপে যুদ্ধত তেওঁ কৰ্ণক যি ইচ্ছা তাকে কব পাৰিব, বাধা দিলে সাৰথিত্ব ত্যাগ কৰিব। কৰ্ণৰ মৃত্যুৰ পাছত দুৰ্যোধনে তেওঁক সেনাপতি পদত বৰণ কৰে। কৰ্ণৰ পতনশুনি অন্ধৰাজ ধৃতৰাষ্ট্ৰ শোকত ম্ৰিয়মান হৈ পুত্ৰসকলৰ নিমিত্তে বিলাপ কৰাত বিদুৰে সান্ত্বনা বাক্যে তেওঁক আশ্বস্ত কৰে।

কৰ্ণৰ মৃত্যুৰ পাছত কৃপাচাৰ্য্যই দুৰ্যোধনক সন্ধি কৰিবলৈ বহুতো উপদেশ দিলে যদিও কোনো কামত নাহিল। দুৰ্যোধনে কৃপাচাৰ্য্যৰ উপদেশ একাণে শুনি ইকাণে উলিয়াই পঠালে। যুদ্ধ সম্বন্ধে তেওঁ কৃতনিশ্চয় হৈ ৰ'ল। তেওঁ অৱশ্যে, পাণ্ডৱক পূৰ্বে কৰা অন্যায়, অবিচাৰ আৰু অত্যাচাৰৰ কথা কৃপাচাৰ্য্যক সোঁৱৰাই দি বৰ্তমান দৈন্য অৱস্থাত সন্ধি কৰিবলৈ গ'লে নিজৰ ভীৰুতা আৰু মৃত বীৰসকলৰ প্ৰতি অবিচাৰ কৰা হ'ব বুলি কৃপাচাৰ্য্যৰ প্ৰস্তাব অগ্ৰাহ্য কৰে। কুৰুৰাজে মদ্ৰাধিপতি শল্যক সেনাপতি কৰাত উভয় পক্ষৰ পুনৰ যুদ্ধ আৰম্ভ হয়। তেওঁ আঢ়ৈ দিন (২½) সেনাপতিত্ব কৰি পাণ্ডৱপক্ষৰ বহুতো ৰথী আৰু সেনা বধ কৰে। সেই সময়ত কৌৰৱ পক্ষীয় মাত্ৰ কেইজনমান বীৰ জীৱিত আছিল। তেওঁলোক হ'ল—শল্য, চিত্ৰসেন, শকুনি, অশ্বত্থামা, কৃপাচাৰ্য্য, কৃতবৰ্মা, সুষেণ, অৰিষ্টসেন, বলৱান, ধৃতসেন, জয়ৎসেনকে প্ৰমুখ্য কৰি হতাৱশিষ্ট কেইজনমান বীৰ।

## যুধিষ্ঠিৰ ঃ

ধৃতৰাষ্ট্ৰৰ জন্মান্ধতাবশতঃ ভায়েক পাণ্ডু কুৰুৰাজ্যৰ অধিপতি হয়। কিছু কাল ৰাজ্য ভোগ কৰাৰ পাছত ভাৰ্য্যা দুগৰাকীক লৈ অৰণ্যবাসী হয়।

কোনো এক মুনিৰ শাপত তেওঁৰ মনত নিৰ্বেদ ভাৱৰ উদয় হয়। এই কাৰণে সম্ভৱতঃ তপস্যাৰ উদ্দেশ্যে অৰণ্যবাসী হৈছিল। হিমালয়ৰ শতশৃঙ্গ পৰ্বতত তেওঁ কিছুদিন তপস্যাত নিৰত আছিল। তেওঁ অপুত্ৰক থকাৰ কাৰণে ক্ষেত্ৰজ পুত্ৰ লাভৰ আশাত কুন্তীক সেই বিষয়ে অনুৰোধ কৰে। কুন্তীয়ে বিয়া হোৱাৰ আগতে এক তপস্বী ব্ৰাহ্মণক শুশ্ৰূষা কৰি যি কোনো দেৱতাকে পুত্ৰাৰ্থে আহ্বান কৰিব পৰা এক মন্ত্ৰ লাভ কৰে। পাণ্ডুৱে কুন্তীক সেই মন্ত্ৰ প্ৰয়োগ কৰি পুত্ৰলাভ কৰিবলৈ অনুৰোধ কৰে। কুন্তীয়ে সেই অনুৰোধ ৰক্ষা কৰি প্ৰথমতে ধৰ্মৰাজ যম-দেৱতাক আহ্বান কৰে। কুন্তীৰ আহ্বান ক্ৰমে যমদেৱতাই কুন্তীক এটি পুত্ৰদান কৰি আঁতৰি যায়।

ঐন্দ্রে চন্দ্রসমাযুক্তে মুহূর্তেঽভিজিতেঽষ্টমে।
দিৱা মধ্যগতে সূর্য্যে তিথৌ পূর্ণেঽতিপূজিতে॥
সমৃদ্ধযশসং কুন্তী সুষ্বায় প্রৱৰং সুতম।
জাতমাত্রে সুতে তস্মিন্ বাগুবাচাশৰীৰিণী।
এষ ধর্মভৃতাং শ্রেষ্ঠো ভৱিষ্যতি নৰোত্তমঃ
বিক্রান্তঃ সত্যবাক্ চৈৱ ৰাজা পৃথ্ব্যাং ভবিষ্যতি॥

আদি ১২৩ / ৬-৮

জ্যেষ্ঠা নক্ষত্ৰ, দিৱা অষ্টম মুহূৰ্তত, পূৰ্ণিমা তিথিত যুধিষ্ঠিৰ ভূমিষ্ঠ হয়। তেওঁৰ জন্ম মুহূৰ্তত দৈৱবাণী হয় যে জাতক নৰোত্তম, শ্ৰেষ্ঠ, ধাৰ্মিক, বীৰ, সত্যবাদী পৃথ্বীশ্বৰ হব। যুধিষ্ঠিৰ শিশুকালতে পিতৃহীন হয়। পাণ্ডু আৰু মাদ্ৰীৰ স্বৰ্গগমনৰ পাছত অৰণ্যবাসী ঋষি-সকলে কুন্তীসহ পাঁচ পাণ্ডৱক লৈ হস্তিনাপুৰত উপস্থিত হয় আৰু ধৃতৰাষ্ট্ৰক গতাই দি অৰণ্যলৈ প্ৰত্যাৱৰ্তন কৰে। ধৃতৰাষ্ট্ৰই যত্ন আৰু স্নেহেৰে তেওঁলোকক লালন-পালন আৰু ক্ষত্ৰিয় কুলোচিত সংস্কাৰ ক্ৰিয়া সম্পন্ন কৰে।

দুৰ্যোধন শৈশৱ কালৰ পৰাই পাণ্ডৱৰ বলবীৰ্য্য দেখি ঈৰ্ষান্বিত হৈছিল। আনফালে যুধিষ্ঠিৰ আছিল স্থিৰমতি, মেধাবী আৰু সত্যবাদী। লৰাকালতে ভীমৰ শক্তি দেখি ঈৰ্ষান্বিত হৈ দুৰ্যোধনে বিহ খুৱাই পানীত উটাই দিছিল। নাগলোকত উপস্থিত হৈ বাসুকিপ্ৰদত্ত ৰসায়ণ পান কৰি শক্তি বৃদ্ধি কৰে আৰু নাগবোৰক যুদ্ধত পৰাজয় কৰি উভতি আহিবলৈ সক্ষম হয়। যুধিষ্ঠিৰে ভীমক কৈছিল 'তুষ্ণীং ভৱ, নতে জল্পমিদং কাৰ্য্যং কথঞ্চন' (মনে মনে থাকা, এইবোৰ প্ৰকাশ কৰিবলগীয়া কথা নহয়)। কিছুদিনৰ পাছত ধৃতৰাষ্ট্ৰই পাণ্ডৱক হিংসা কৰিবলৈ ধৰে। তেওঁলোকক পুৰি মাৰিবৰ উদ্দেশ্যে বাৰণাৱতৰ জতুগৃহলৈ প্ৰেৰণ কৰে। যুধিষ্ঠিৰে বৰ্ৰাপিতাকৰ অসৎ উদ্দেশ্য ধৰিব পাৰিলে।

ধৃতৰাষ্ট্ৰৰ দুৰভিসন্ধি বুজিব পাৰি আৰু নিজৰ অসহায়তাৰ কথা চিন্তা কৰি যুধিষ্ঠিৰ বাৰণাৱতলৈ যাবলৈ সন্মত হ'ল। এইটো তেওঁৰ সূক্ষ্ম বুদ্ধিৰ পৰিচায়ক।

তেওঁ ধৃতৰাষ্ট্ৰৰ অসৎ পৰিকল্পনা ভালকৈ বুজিব পাৰি ৰাতিয়েই পলাবৰ নিমিত্তে সুৰঙ্গখানি ৰাখিছিল।

ধৃতৰাষ্ট্ৰস্য তং কামমনুবুধ্য যুধিষ্ঠিৰঃ
আত্মনশ্চাসহায়ত্বং তথেতি প্ৰত্যুবাচ তম্ ॥

ইতিপূৰ্বে ভীষ্মই আচাৰ্য্য কৃপ আৰু তাৰ পাছত দ্ৰোণাচাৰ্য্যক কুৰুবংশীয় কুমাৰ-সকলক অস্ত্ৰ আৰু শাস্ত্ৰ বিদ্যাৰ গুৰুৰূপে নিযুক্তি দিছিল। তেওঁলোকৰ শিক্ষাদানৰ ফলত কুমাৰ সকল বিভিন্ন বিষয়ত পাৰ্গত হৈ উঠিছিল। এদিন দ্ৰোণাচাৰ্য্যই তেওঁলোকৰ অস্ত্ৰকৌশল ভীষ্ম, ধৃতৰাষ্ট্ৰ আৰু বিদুৰ আদিৰ আগত প্ৰদৰ্শন কৰে। ভীমাৰ্জুন বা কৰ্ণৰ দৰে যুধিষ্ঠিৰ অস্ত্ৰচালনত কৌশলী নাছিল, বৰং তেওঁলোকৰ তুলনাত কিছু দুৰ্বল আছিল। কুৰুকুমাৰ সকলৰ ভিতৰত তেওঁ বয়োজ্যেষ্ঠ আছিল। মহাভাৰতৰ স্থান বিশেষে যুধিষ্ঠিৰৰ শাৰীৰিক অৱয়ৱ আৰু সৌষ্ঠৱৰ বৰ্ণনা পোৱা যায়, যথা—

(i) যোহসৌ পুৰস্তাৎ কমলায়তাক্ষ স্তনুৰ্ম্মহাসিংহগতিৰ্বিনীতঃ।
গৌৰ প্ৰলম্বোজ্জ্বলচাৰু ঘোণঃ বিনিঃসৃতঃ সোহচ্যুত ধৰ্মপুত্ৰঃ। আদি ১৮৯ / ২২
(ii) য এষঃ জাম্বুনদশুদ্ধ গৌৰঃ ॥ বনপৰ্ব ২৬৯ / ৭
(iii) য এষঃ জাম্বুনদশুদ্ধগৌৰতনুৰ্মহান্ সিংহ ইৱ প্ৰবৃদ্ধঃ।
(iv) প্ৰচণ্ডঘোণঃ পৃথুদীৰ্ঘনেত্ৰস্তাম্ৰায়তাস্যঃ কুৰুৰাজ এষঃ।
(v) বিশালবক্ষাঃ পৃথুলোহিতাক্ষঃ।

[ পদ্মপলাশৰ দৰে বিশাল আৰু দীৰ্ঘচকু, দীঘল নাক, উজ্জ্বল আৰু সুন্দৰ। ওষ্ঠধৰ ৰঙা, বহল বুকু, কেচাসোণৰ দৰে দেহৰ বৰণ, সিংহৰ দৰে পদক্ষেপী আৰু ব্যৱহাৰত বিনয়ী। ]

সকলো কেইজন পাণ্ডৱেই দীৰ্ঘদেহী আছিল।

আচাৰ্য্য দ্ৰোণৰ আদেশত অৰ্জুনে পাঞ্চাল ৰাজ্য জয় কৰি ৰজা দ্ৰুপদক বন্দী কৰি আনি গুৰুক দক্ষিণা দান কৰে। দ্ৰোণই দ্ৰুপদৰ পূৰ্বকৃত অপমানৰ প্ৰতিশোধ লৈ তেওঁক মুক্ত কৰি দিয়ে।

পাণ্ডৱৰ বীৰত্বৰ কথা সকলো দেশতে বিয়পি গ'ল।

ততঃ সংবৎসৰস্যান্তে যৌৱৰাজ্যায় পাথিৰ্ব।
স্থাপিতো ধৃতৰাষ্ট্ৰেণ পাণ্ডুপুত্ৰো যুধিষ্ঠিৰঃ ॥

[ এবছৰৰ পাছত ধৃতৰাষ্ট্ৰই যুধিষ্ঠিৰক যুৱৰাজ পদত অভিষিক্ত কৰে। ]

ধৃতি স্থৈৰ্য্যসহিষ্ণুত্বাদানৃশংস্যাৎ তথাৰ্জৱাৎ।
পিতুৰন্তদধে কীৰ্ত্তিং শীলবৃত্তসমাধিভিঃ ॥

যুধিষ্ঠিৰৰ ৰাজোচিত গুণাৱলী দেখি প্ৰজাবোৰ আকৃষ্ট হৈ পৰিছিল। এনে দেখি ধৃতৰাষ্ট্ৰই প্ৰমাদ গণিলে। পাণ্ডৱক কেনেকৈ অপকাৰ কৰিব পাৰে তাৰ চিন্তাত তেওঁৰ ৰাতি টোপনি নহা হ'ল। তেওঁ কণিকৰ সহায়ত জতুগৃহ নিৰ্মাণ কৰাই

পাণ্ডৱক সেই লাৰ প্ৰাসাদলৈ প্ৰেৰণ, বিদুৰৰ সহায়ত জতুগৃহৰ পৰা মুক্তিলাভ, একচক্ৰাপুৰীত হিড়িম্বাৰ লগত সংঘৰ্ষ, ইত্যাদি অশেষ কষ্টত যুধিষ্ঠিৰৰ তত্ত্বাৱধানত, পাণ্ডৱসকলে কাল কটাব লগা হৈছিল। যুধিষ্ঠিৰ শাস্ত্ৰজ্ঞ হোৱাৰ উপৰিও ম্লেচ্ছ ভাষাতো অভিজ্ঞ আছিল।

একচক্ৰাপুৰীত বাস কৰোঁতে অৰ্জুনে মৎস্যচক্ৰ ভেদ কৰি দ্ৰৌপদীক লাভ কৰে আৰু মাতৃৰ আদেশত পাঁচোজনে যাজ্ঞসেনীক বিয়া কৰে। যুধিষ্ঠিৰে কোনজন পতিৰ লগত দ্ৰৌপদীয়ে কোন সময়ত সহবাস কৰিব তাকো নিৰ্দিষ্ট কৰি দিয়ে। দ্ৰৌপদীক এজন তথাকথিত ব্ৰাহ্মণে লাভ কৰা দেখি ঈৰ্ষাপৰৱশ হৈ স্বয়ম্বৰত উপস্থিত ৰজা সকলে দ্ৰৌপদীক কাঢ়ি নিবলৈ চেষ্টা কৰাত ভীমাৰ্জুনে যুদ্ধ কৰি তেওঁলোকক পৰাজয় কৰি দ্ৰৌপদীক আৰু দ্ৰুপক ৰজাক ৰক্ষা কৰে। যুদ্ধৰ মাজতে নকুল সহদেৱক লগত লৈ নিজকুটীৰলৈ প্ৰত্যাৱৰ্তন কৰে। যুদ্ধৰ মাজত ভীমাৰ্জুনক এৰি থৈ উভতি ঘৰলৈ অহা কাৰ্য্যত তেওঁৰ ভীৰুতা পোৱা যেন লাগে যদিও দৰাচলতে যুধিষ্ঠিৰে দ্ৰৌপদী আৰু কোমল বয়সীয়া নকুল আৰু সহদেৱক যুদ্ধৰ মাজত এৰি অহা সমীচীন নহয় বুলি ভাবিলে। ভীমাৰ্জুনৰ পৰাক্ৰমত তেওঁৰ আস্থা আছিল। তেওঁলোকৰ বিজয় সম্পৰ্কে তেওঁ নিশ্চিন্ত আছিল। তদুপৰি দ্ৰুপদৰ ৰাজশক্তিৰ সহায় ভীমাৰ্জুনে লাভ কৰা কাৰণে তেওঁ অধিক নিশ্চিন্ত হ'ব পাৰিছিল।

পাণ্ডৱ সকলৰ পাৰস্পৰিক বয়সৰ ব্যৱধান মাত্ৰ এক বছৰৰ। সেই হিচাপে নকুল-সহদেৱ যুধিষ্ঠিৰতকৈ পাচ বছৰৰ সৰু। দ্ৰৌপদীক গৃহাগত দেখি যুধিষ্ঠিৰো তেওঁৰ প্ৰতি কিছু আকৃষ্ট নোহোৱাকৈ নাছিল। তাতে ভিক্ষালব্ধ বস্তু পাঁচোজনে সমানে ভগাই খাবলৈ মাকে নজনাকৈ আদেশ দিয়াত যুধিষ্ঠিৰ প্ৰথমতে বিপাঙত পৰিছিল যদিও শেষ মুহূৰ্তত নাবদে সমস্যা সমাধান কৰি পাঁচজনৰ উমৈহতীয়া পত্নীৰূপে স্বীকৃতি দিয়ে আৰু বছৰত কাৰ লগত কৃষ্ণা কেতিয়া পত্নীৰূপে সহবাস কৰিব তাৰো সময় নিৰ্দ্ধাৰণ কৰি দিয়ে। পাঞ্চালী যি সময়ত যাৰ লগত পত্নীৰূপে বাস কৰিব, সেই সময়ত আন চাৰিজনে শয়নকক্ষত প্ৰৱেশ কৰিব নোৱাৰিব। যদি প্ৰৱেশ কৰে তেন্তে ব্ৰহ্মচৰ্য্য ব্ৰত গ্ৰহণ কৰি বাৰ বছৰ অৰণ্যবাসী হ'ব লাগিব।

ধৃতৰাষ্ট্ৰই পাণ্ডৱৰ অভ্যুদয়ৰ সংবাদ শুনি চিন্তিত হৈ পৰে। শক্তিশালী পাণ্ডৱক বঞ্চিত কৰি ৰখা সম্ভৱ নহয় বুলি ভাবি বিদুৰক পঠাই পাণ্ডৱক মাতি আনে আৰু ভীষ্ম, দ্ৰোণাদিৰ পৰামৰ্শ মতে আধা ৰাজ্য এৰি দি ইন্দ্ৰপ্ৰস্থত নতুন ৰাজধানী স্থাপন কৰি ৰাজ্য শাসন কৰিবলৈ অনুমতি প্ৰদান কৰে। যুধিষ্ঠিৰে ইন্দ্ৰপ্ৰস্থত ৰজা হৈ বিভিন্ন ৰাজ্যৰ ৰজ্যসকলক পৰাজয় কৰি ৰাজসূয় যজ্ঞ সম্পন্ন কৰে। দ্ৰৌপদীৰ গৰ্ভত যুধিষ্ঠিৰৰ এটি পুত্ৰসন্তান হয়, নাম প্ৰতিবিন্ধ্য। যুধিষ্ঠিৰৰ আৰু এগৰাকী ভাৰ্যা আছিল, নাম লোঁথিকা। তেওঁ আছিল গোৱাসন শৈব্যৰ কন্যা। স্বয়ংবৰ সভাত তেওঁ যুধিষ্ঠিৰক বৰমাল্য দান কৰিছিল।

লেখিকাৰো এটি পুত্ৰ আছিল, তেওঁৰ নাম যৌধেয়। অশ্বত্থামাই অন্ধকাৰ নিশা পাণ্ডৱশিবিৰত প্ৰবেশ কৰি শুই থকা অবস্থাত আন কেইজন পাণ্ডবপুত্ৰৰ লগতে এওঁকো বধ কৰে।

অসুৰ শিল্পী ময়দানৱৰ দ্বাৰা ইন্দ্ৰপ্ৰস্থত ইন্দ্ৰপুৰীৰ দৰে ৰাজধানী নিৰ্মাণ কৰি যুধিষ্ঠিৰে কেইবছৰমান সুখে ৰাজ্য শাসন কৰে। তেওঁৰ সুশাসনত প্ৰজাবিলাক সুখী আছিল।

অনুগৃহ্ন্ প্ৰজাঃ সৰ্ব্বাঃ সৰ্বধৰ্ম ভৃতাং বৰঃ।
অবিশেষেণ সৰ্বেষাং হিতং চক্ৰে যুধিষ্ঠিৰঃ॥ সভা ১৩/৭

( সকলো প্ৰজাক সমভাবে অনুগ্ৰহ প্ৰকাশ কৰি ধাৰ্মিক শ্ৰেষ্ঠ যুধিষ্ঠিৰে সকলোৰে মঙ্গল সাধন কৰিছিল। )

ৰাজসূয় যজ্ঞ পতাৰ আগতে তেওঁ ভ্ৰাতৃবৰ্গ, মন্ত্ৰীসকল, ঋত্বিক পুৰোহিত, ধৌম্য, বেদব্যাস আৰু শ্ৰীকৃষ্ণৰ লগত পৰামৰ্শ কৰিহে সিদ্ধান্ত লৈছিল। পাত্ৰমিত্ৰ, সুহৃদবৰ্গ আৰু ভ্ৰাতৃ সকলৰ লগত পৰামৰ্শ নকৰাকৈ কোনো কাৰ্য্যই তেওঁ নকৰিছিল। মন্ত্ৰণাপ্ৰিয়তা তেওঁৰ চৰিত্ৰৰ অন্যতম বৈশিষ্ট্য আছিল। ৰাজসূয়ৰ সিদ্ধান্ত লবলৈ ভীষ্ম, দ্ৰোণ, কৰ্ণ, দুৰ্যোধন, ধৃতৰাষ্ট্ৰ আৰু গান্ধাৰীক নিমন্ত্ৰণ কৰি তেওঁলোকৰ লগত পৰামৰ্শ কৰিছিল। তদুপৰি বিভিন্ন ৰাজ্যৰ ৰজাসকলৰ লগতো পৰামৰ্শ কৰিহে শেষ সিদ্ধান্ত লৈছিল। যজ্ঞৰ বিভিন্ন কাৰ্য্যৰ ভাৰ তেওঁ যেনেকৈ বিভিন্ন লোকৰ ওপৰত ন্যস্ত কৰিছিল তাৰ পৰাই তেওঁৰ বিচক্ষণতাৰ পৰিচয় পোৱা যায়। ভোজন, ভক্ষ্য-ভোজ্যাদিৰ দায়িত্ব দিয়া হৈছিল দুঃশাসনক, ব্ৰাহ্মণৰ পৰিচৰ্য্যাৰ ভাৰ আছিল অশ্বত্থামাৰ। ৰজাসকলক অভ্যৰ্থনা কৰা দায়িত্ব পালন কৰিছিল মন্ত্ৰী সঞ্জয়ে। সকলো কাম সুচাৰু ভাৱে সম্পন্ন কৰা হৈছেনে, সেইটো চাৱৰ কাৰণে পিতামহ ভীষ্ম আৰু আচাৰ্য্য দ্ৰোণক অনুৰোধ কৰিছিল। সোণ আৰু অন্যান্য মণিমাণিক্য সংগ্ৰহৰ আৰু ব্যৱস্থাপনাৰ ভাৰ দিয়া হৈছিল কৃপাচাৰ্যক। বাহ্লিক ৰাজ, ধৃতৰাষ্ট্ৰ, সোমদত্ত আৰু জয়দ্ৰথক সকলো কাম চাবলৈ ক্ষমতা অৰ্পণ কৰা হৈছিল। ব্যয়বিভাগত বিদুৰ নিয়োজিত হৈছিল। ৰজা সকলে অনা উপঢৌকন গ্ৰহণ কৰিবলৈ দুৰ্যোধনক ভাৰ দিয়া হৈছিল। নিমন্ত্ৰিত অতিথি সকলৰ চৰণ-পখলাৰ ভাৰ লৈছিল শ্ৰীকৃষ্ণই। এই যজ্ঞৰ অন্তত ভীষ্মৰ নিৰ্দেশত শ্ৰীকৃষ্ণক শ্ৰেষ্ঠ ব্যক্তিৰূপে সন্মান যাচি যুধিষ্ঠিৰে অৰ্ঘ্যদান কৰে আৰু ইয়াৰ বিৰোধিতা কৰি শ্ৰীকৃষ্ণ আৰু যুধিষ্ঠিৰক শিশুপালে তীব্ৰ ভাষাত গালি পৰাত শ্ৰীকৃষ্ণই চক্ৰহানি তেওঁক বধ কৰে।

যজ্ঞৰ পাছত যুধিষ্ঠিৰে ব্যাসক সুধিছিল যে শিশুপালৰ মৃত্যুৱে কিবা অমঙ্গল সূচনা কৰেনে কি? তাৰ উত্তৰত ব্যাসে কলে, 'অমঙ্গল সূচনাই তেৰ বছৰ ব্যাপি ক্ষত্ৰিয়কুল বিনাশৰ এক প্ৰস্তুতি চলিছে, দুৰ্যোধনৰ অপৰাধৰ কাৰণে এই ধ্বংসলীলা অনুষ্ঠিত হব।" ব্যাসৰ এই কথা শুনি যুধিষ্ঠিৰ চিন্তান্বিত হৈ ভায়েকহঁতক কলে, "এতিয়াৰ পৰা তেৰ বছৰ শেষ নোহোৱা পৰ্য্যন্ত কাকো দুৰ্বাক্য নোবোলোঁ, জ্ঞাতি-

বৰ্গৰ অনুগত হৈ থাকিম। কোনো প্ৰকাৰ ভেদনীতি বা যুদ্ধবিগ্ৰহাদিত লিপ্ত নহও।” ভায়েক কেইজনও এই কথা সমৰ্থন কৰে।

ইফালে পাণ্ডৱৰ শ্ৰীসম্পদ দেখি দুৰ্যোধন ঈৰ্ষান্বিত হৈ পৰে। শকুনিৰ লগত পৰামৰ্শ কৰি পাণ্ডৱৰ ঐশ্বৰ্য্য কাঢ়ি লবলৈ ষড়যন্ত্ৰ কৰে, সেই উদ্দেশ্যে পণপূৰ্বক দ্যূতক্ৰীড়াৰ আয়োজন কৰি যুধিষ্ঠিৰক পাশা খেলিবলৈ নিমন্ত্ৰণ কৰে। যুধিষ্ঠিৰ পাশাখেলত আসক্ত আছিল। সেই কাৰণেই শকুনিয়ে পৰামৰ্শ দিছিল এই বুলি ঃ

দ্যূতপ্ৰিয়শ্চ কৌন্তেয়ো ন স জানাতি দেবিতুম্।
সমাহূতশ্চ ৰাজেন্দ্ৰো ন শক্ষ্যতি নিৱৰ্ত্তিতুম্॥

সভা, ৪৮/১৯

( মহাৰাজ যুধিষ্ঠিৰ দ্যূতক্ৰীড়াত আসক্ত, কিন্তু অভিজ্ঞ নহয়। তেওঁক নিমন্ত্ৰণ কৰিলে তেওঁ নহাকৈ থাকিব নোৱাৰে। )

শকুনিৰ পৰামৰ্শ মতে দুৰ্বলচিত্ত আৰু ঈৰ্ষাতুৰ ধৃতৰাষ্ট্ৰই মহাপ্ৰাজ্ঞ বিদুৰৰ নিষেধবাক্য অগ্ৰাহ্য কৰি যুধিষ্ঠিৰক নিমন্ত্ৰণ কৰিবলৈ পঠালে। এই ক্ৰীড়াৰ আয়োজন যে এটা ভীষণ ষড়যন্ত্ৰ, এই কথা বিদুৰৰ পৰা জানিও যুধিষ্ঠিৰে কলে,

আহূতোঽহং ন নিৱৰ্ত্তেয়েমিতি কদাচিৎ।
তদাহিতং শাশ্বতং বৈ ব্ৰতং মে॥

( আহূত হলে মই নিবৃত্ত নহওঁ। এইটো মোৰ চিৰকলীয়া অভ্যাস। )

এই সংকল্পৰ কথা কৈয়ে তেওঁ যোৱাৰ আয়োজন কৰে। ভাই সকল আৰু দ্ৰৌপদীৰ কথা শুনিবলৈ তেওঁৰ ধৈৰ্য্য নহল। ভবিষ্যতৰ শোচনীয় পৰিণামৰ কথা জানিও তেওঁ কাৰো কথা শুনাৰ প্ৰয়োজন বোধ নকৰিলে। এই কাৰ্য্য তেওঁৰ হঠকাৰিতাৰ ফল বুলিয়েই কব লাগিব। হস্তিনাপুৰৰ ৰাজসভাত উপস্থিত হৈ তেওঁ দুৰ্যোধন আৰু শকুনিৰ কথা-বাৰ্ত্তাৰ পৰা তেওঁলোকৰ দুৰভিসন্ধিৰ কথা নুবুজাকৈ নাথাকিল। শকুনিয়ে তেওঁক কলে “যুধিষ্ঠিৰ তুমি যদি ভয় কৰিছা, তেন্তে তুমি খেলৰ পৰা নিবৃত্ত হোৱাই ভাল ;” যুধিষ্ঠিৰে উত্তৰ দিলে,

আহূতো ন নিৱৰ্ত্তয়েমিতি যে ব্ৰতমাহিতম।
বিধিশ্চ বলৱান ৰাজন্ দিষ্টস্যাস্মি বশে স্থিতঃ॥

( দ্যূতক্ৰীড়ালৈ আহূত হলে মই নিবৃত্ত নহও, এয়ে মোৰ সংকল্প। অদৃষ্টৰ বশ আমি, নিয়তিৰ ইচ্ছাই পূৰ্ণ হব। )

যুধিষ্ঠিৰৰ এই সংকল্প জুৱাৰীৰ সংকল্প, পৌৰুষৰ নহয়। দ্যূত ক্ৰীড়াত তেওঁ এপদ এপদকৈ সৰ্বস্ব হেৰুৱালে, আনকি শেষত পত্নী দ্ৰৌপদীকো হেৰুৱাব লগা অৱস্থাত পৰিল। খেলাৰ নিচাত তেওঁ বিবেক বুদ্ধি হেৰুৱালে। তেতিয়া তেওঁ প্ৰকৃতিস্থ আছিল বুলি কব নোৱাৰি। সাধাৰণতে স্থিৰমতি যুধিষ্ঠিৰৰ এনে বুদ্ধিভ্ৰংশ হোৱা দেখি আমি আচৰিত নহৈ নাথাকোঁ। ভীম-অৰ্জুনৰ যুদ্ধ-প্ৰতিজ্ঞাৰ কথা শুনি ধৃতৰাষ্ট্ৰ কিছু বিচলিত হ'ল। ভীষ্মদ্ৰোণাদিৰ উপদেশ শুনি তেওঁ

দ্ৰৌপদীক বৰ দি পাণ্ডৱক দাসত্বৰ পৰা মুক্ত কৰি দিয়ে আৰু হৃতৰাজ্য আৰু দ্যূতজিত সকলো সম্পত্তি ঘূৰাই দিয়ে।

পাণ্ডৱ ইন্দ্ৰপ্ৰস্থলৈ ঘূৰি যোৱাৰ পাছত দুৰ্যোধনে পুনৰ ধৃতৰাষ্ট্ৰক বুজাবলৈ ধৰে যে পাণ্ডৱে সভাস্থলৰ লাঞ্ছনা কেতিয়াও সহ্য নকৰে। তেওঁলোকে প্ৰতিশোধ নোলোৱাকৈ নাথাকে। গতিকে বাৰ বছৰ বনবাস আৰু এবছৰ অজ্ঞাতবাসৰ পণ ৰাখি তেওঁলোকক আকৌ এবাৰ পাশা খেলিবলৈ নিমন্ত্ৰণ কৰিব লাগে। ধৃতৰাষ্ট্ৰই ভীষ্ম, দ্ৰোণ, গান্ধাৰী আৰু বিদুৰৰ নিষেধ বচন উপেক্ষা কৰি শকুনিৰ কথা মতে যুধিষ্ঠিৰক পুনৰ পাশা খেলিবলৈ মাতি পঠালে। যুধিষ্ঠিৰে শকুনিৰ কপট খেলাৰ কথা জানিও নিজক সংযত কৰি ৰাখিব নোৱাৰিলে। দ্যূত ক্ৰীড়ালৈ আহূত হলে ক্ষত্ৰিয় কেতিয়াও পাছ-হুহুকিব নাপায়—এই কথা সৰোগত কৰিয়েই যুধিষ্ঠিৰে দ্বিতীয়বাৰ পাশাখেলৰ নিমন্ত্ৰণ গ্ৰহণ কৰে। এই ৰীতিৰ দোহাই দি যুধিষ্ঠিৰৰ দ্যূতাসক্তিৰ দোষ মাফ কৰিব নোৱাৰি। কৃষ্ণয়ো পাছত যুধিষ্ঠিৰক কৈছিল যে তেওঁ যদি সেই সময়ত হস্তিনাপুৰত উপস্থিত থাকিলহেঁতেন, তেন্তে দ্যূতক্ৰীড়া হবলৈ নিদিলেহেঁতেন।

দ্যূত-ক্ৰীড়াৰ চৰ্ত্ত অনুসাৰে পাণ্ডৱ বাৰ বছৰ বনবাস আৰু এবছৰ অজ্ঞাতবাস খাটিবলৈ বনলৈ যাত্ৰা কৰে। দ্ৰৌপদীও তেওঁলোকৰ সহগামী হয়। কুন্তী বিদুৰৰ ঘৰত থাকে। প্ৰজাবৃন্দও ক্ষুব্ধ হৈ তেওঁলোকক অনুগমন কৰিছিল। যুধিষ্ঠিৰে তেওঁলোকক নানা প্ৰকাৰে বুজাই ওভতাই পঠায়। এই ঘটনাত অত্যন্ত মৰ্মাহত হৈ বিদুৰে পাণ্ডৱক প্ৰবোধ দিবলৈ চেষ্টা কৰে আৰু বোৱেক কুন্তীক নিজৰ ঘৰতে ৰাখে। পাণ্ডৱে প্ৰথমতে পশ্চিম দিশে গৈ সৰস্বতী নদীৰ তীৰত উপস্থিত হয় আৰু তাৰ পৰা ঋষিসকলে বাস কৰা কাম্যক বনত উপস্থিত হয়। এই কাম্যক বনতে ধৃতৰাষ্ট্ৰৰ দ্বাৰা অপমানিত হৈ বিদুৰে পাণ্ডৱক লগ ধৰিছিল।

দুৰ্যোধন, কৰ্ণ আৰু শকুনিয়েও পাণ্ডৱৰ ধৰ্মনিষ্ঠা আৰু সত্যনিষ্ঠাক শ্ৰদ্ধা আৰু প্ৰশংসা নকৰি নোৱাৰিছিল। বিদুৰৰ পৰামৰ্শত ধৃতৰাষ্ট্ৰই পুনৰ পাণ্ডৱক বনৰ পৰা ফিৰাই আনি আধা ৰাজ্য প্ৰদান কৰিব বুলি আশঙ্কা কৰি দুৰ্যোধনে শকুনিক কোৱাত শকুনিয়ে কৈছিল ঃ

সত্যবাক্যে স্থিতাঃ সৰ্বে পাণ্ডৱা ভৰতৰ্ষভ।
পিতুঃতে বচনং তাত ন গ্ৰহীষ্যন্তি কৰ্হিচিৎ ॥ বন ৭/৮

(হে ভৰতসন্তান পাণ্ডৱসকল সত্যত অৱস্থিত। তোমাৰ পিতাৰ বাক্য কেতিয়াও উলংঘা নকৰে।) কৰ্ণয়ো কৈছিল, "নাগমিষ্যন্তি তে ধীৰা অকৃত্বা কালসংবিদম।" (সেই ধীৰ বুদ্ধি পাণ্ডৱগণ প্ৰতিজ্ঞাত সময় অতিক্ৰম নকৰি উভতি নাহে।) ঘোষ যাত্ৰাৰ অলপ আগতে দুৰ্যোধনে পাণ্ডৱসকল থকা নিকটস্থ বনলৈ যোৱা উচিত হব নে নহয় সেই বিষয়ে পৰামৰ্শ কৰোঁতে ধৃতৰাষ্ট্ৰই যুধিষ্ঠিৰৰ সহিষ্ণুতাৰ কথা কওঁতে শকুনিয়ে কৈছিল ( ধৰ্মৰাজো ন সংক্ৰুধ্যেৎ ; ধৰ্মজ্ঞঃ পাণ্ডৱো জ্যেষ্ঠঃ )।

কাম্যক বন এৰি পাণ্ডৱসকল দ্বৈত বনলৈ যায়। সেই বনত বাস কৰা বহুত ঋষি মুনিৰ লগত যুধিষ্ঠিৰে ধৰ্ম আলোচনাত কাল কটাই সুখেৰে দিন নিয়াবলৈ ধৰে। এদিন সন্ধ্যা সময়ত তেওঁলোকে দুখৰ কথা স্মৰণ কৰিছিল। দুখ আৰু অপমানত ধৈৰ্য্য হেৰুওৱা দ্ৰৌপদীয়ে নিতান্ত অসহিষ্ণু হৈ যুধিষ্ঠিৰক অতিশয় ক্ষমাশীলতাৰ কাৰণে ভৎৰ্সনা কৰাত ধৰ্মৰাজে ক্ষমাৰ জয়গান গাই তেওঁলোকক সান্ত্বনা দিবলৈ চেষ্টা কৰিছিল।

এতদাত্মৱতাং বৃত্তমেষ ধৰ্মঃ সনাতনঃ।
ক্ষমাচৈৱানৃশং স্যঞ্চ তৎ কৰ্ত্তাস্ম্যহাঞ্জসা ॥

(ক্ষমা আৰু দয়াই মহাপুৰুষসকলৰ ধৰ্ম। মই সেই ধৰ্মকে অৱলম্বন কৰি আছো।)

দ্ৰৌপদীৰ নানা প্ৰকাৰ উত্তেজক বচনৰ পাছত ভীমেও সদম্ভ উক্তিৰ দ্বাৰা যুধিষ্ঠিৰক উত্তেজিত কৰিবলৈ চেষ্টা কৰি বিফল হয়। যুধিষ্ঠিৰে ধৰ্ম আৰু সত্যৰ দোহাই দি তেওঁক শান্ত কৰে। ভীষ্ম, দ্ৰোণ, কৰ্ণ প্ৰভৃতি বীৰসকলে যে কৌৰৱক সহায় কৰিব সেই কথা কৈ তেওঁলোকক শান্তিকামী হবলৈ অনুৰোধ কৰে।

এনে সময়তে ব্যাসদেৱ উপস্থিত হৈ "প্ৰতিস্মৃতি বিদ্যা অৰ্জুনক দান কৰে। এই বিদ্যাৰ প্ৰভাৱত অৰ্জুনে ইন্দ্ৰালয়, কৈলাশ আদি স্বৰ্গীয় স্থানলৈ গৈ দিব্যাস্ত্ৰ সংগ্ৰহ কৰিব পাৰিব আৰু যুদ্ধত কেতিয়াও পৰাজয় নহব। ইয়াৰ পাছত পাণ্ডৱক অন্য বনলৈ যাবলৈ নিৰ্দেশ দি প্ৰস্থান কৰে। বনবাসী আছিল যদিও, পাণ্ডৱ সকলে নিতৌ বহুত অৰণ্যবাসী ব্ৰাহ্মণ আৰু স্নাতকক ভোজন কৰাইছিল। তেওঁলোকে অৰণ্যৰ ফলমূল আৰু হৰিণাৰ মাংস খাই আনন্দত কাল কটাইছিল।

এদিন মহৰ্ষি বৃহদশ্ব কাম্যক বনত উপস্থিত হৈ যুধিষ্ঠিৰক সান্ত্বনা দিবৰ কাৰণে নল-দময়ন্তীৰ আখ্যান কয়। জয়দ্ৰথে পাণ্ডৱসকলৰ অনুপস্থিতিৰ সুবিধা লৈ দ্ৰৌপদীক লৈ পলায়ন কৰিছিল। দ্ৰৌপদীৰ আকুল চিঞৰত ভীমাৰ্জুনে খেদি গৈ জয়দ্ৰথক এশিকনি দি পত্নীক উদ্ধাৰ কৰে। জয়দ্ৰথ আছিল সিন্ধুদেশৰ ৰজা, কৌৰৱৰ জোৱায়েক। ধৃতৰাষ্ট্ৰৰ দুঃশলা নামৰ একমাত্ৰ কন্যাক এওঁ বিয়া কৰাইছিল। মহৰ্ষিয়ে যুধিষ্ঠিৰক 'অক্ষ-হৃদয়' নামৰ অক্ষ ক্ৰীড়া জিকাৰ বিদ্যা শিকায়। যাৱৰ সময়ত যুধিষ্ঠিৰক এই বিদ্যা দান কৰি যায়।

অৰ্জুন যেতিয়া দিব্যাস্ত্ৰ শিকিবলৈ আৰু নিবাত-কবচ আদি অসুৰক বধ কৰিবলৈ ইন্দ্ৰলোকলৈ যায়, তেতিয়া মহৰ্ষি লোমশ, দেৱৰ্ষি নাৰদ আৰু পুৰোহিত ধৌম্যই অনেক তীৰ্থস্থানৰ বিৱৰণ যুধিষ্ঠিৰক শুনাইছিল। এই বিৱৰণ শুনি যুধিষ্ঠিৰে লোমশ, ধৌম্য, দ্ৰৌপদী আৰু ভ্ৰাতৃসকলক লগত লৈ বিভিন্ন তীৰ্থস্থান ভ্ৰমণ কৰে, তাৰ পাছত বদৰিকাশ্ৰমৰ নৰ-নাৰায়ণ আশ্ৰমত বাস কৰিবলৈ লয়। এইদৰে কেবাবছৰো অতীত হৈ যোৱাত, হিমালয়ৰ গন্ধমাদন পৰ্বতত নিবাস কৰোঁতে অৰ্জুনে স্বৰ্গৰ পৰা নামি তেওঁলোকৰ লগ হয়। হিমালয়ত বাস কৰোঁতে

অভিশপ্ত, সৰ্পবেশী নহুষ ৰজাৰ লগত সাক্ষাৎ হয় আৰু তেওঁক মুক্তি দান কৰে। অজগৰৰ অনেক জটিল প্ৰশ্নৰ সন্তোষজনক উত্তৰ যুধিষ্ঠিৰে যেনেকৈ দিছিল, তাৰ পৰা তেওঁক অগাধ জ্ঞান আৰু বিদ্যাৱত্তাৰ পৰিচয় পোৱা যায়। বনপৰ্বৰ অন্তৰ্ভুক্ত এই প্ৰশ্নোত্তৰৰ পৰ্বটো 'অজগৰ পৰ্ব' নামে জনা যায়, মহৰ্ষি অগস্ত্যৰ অভিশম্পাতত ৰজা নহুষে অজগৰ অৱস্থা পায়।

তাৰ পাছত পাণ্ডৱসকল পুনৰায় কাম্যক বনলৈ উভতি আহে। এই সময়তে শ্ৰীকৃষ্ণ আৰু মহৰ্ষি মাৰ্কেণ্ডেয় যুধিষ্ঠিৰক দেখা কৰিবলৈ আহে। এই সাক্ষাৎকাৰৰ পাছতে শ্ৰীকৃষ্ণই যুধিষ্ঠিৰৰ চৰিত্ৰ সম্পৰ্কে যি কৈছিল সেই বিচাৰ নিৰপেক্ষ আৰু সমুচিত। তেওঁ অভিমত দিছিল ঃ—

ন গ্ৰাম্যধৰ্মেণ ৰতিস্তৱাস্তি।
কামান্ন কিঞ্চিৎ কুৰষে নৰেন্দ্ৰ ॥
ন চাৰ্থ-লোভাৎ প্ৰজহাসি ধৰ্মং ॥
তস্মাৎ প্ৰভাবাদসি ধৰ্মৰাজঃ

( হে মহাৰাজ, তুমি জিতেন্দ্ৰিয়, লোভবশতঃ কোনো কাম তুমি নকৰা, অৰ্থৰ লোভত তুমি ধৰ্মক ত্যাগ কৰা নাই। সেই ধৰ্মৰ প্ৰভাৱতে তুমি ধৰ্মৰাজৰূপে খ্যাত হৈছা। )

মাৰ্কণ্ডেয় মুনিৰ পৰা বহু ধৰ্মকথা আৰু লোকব্যৱহাৰৰ কথা যুধিষ্ঠিৰে শুনে। বনপৰ্বৰ অন্তৰ্গত এই অংশটো 'মাৰ্কণ্ডেয়-সমস্যাপৰ্ব' নামে খ্যাত। এই উপপৰ্বত যুধিষ্ঠিৰৰ প্ৰশ্নোত্তৰ পৰা তেওঁৰ ধৰ্মজ্ঞতা, বিচাৰবুদ্ধি, বুদ্ধিমত্তা, বিনয় আদি গুণাৱলীৰ পৰিচয় পোৱা যায়।

তেওঁলোক দ্বৈতবনত থাকোতে শকুনি আৰু কৰ্ণৰ কথামতে পাণ্ডৱৰ দুখ-দুৰ্গতি চাই আনন্দ লাভ কৰিবলৈ দ্বৈতবনৰ কাষত থকা গৱালবিলাকৰ কাৰ্য্য আৰু অৱস্থা চোৱাৰ অছিলা বা সুবিধা লৈ 'ঘোষ যাত্ৰা' কৰে। কিন্তু তালৈ গৈ সেই স্থানৰ অধিপতি গন্ধৰ্বৰাজ চিত্ৰসেনৰ লগত সংঘৰ্ষ হয় আৰু দুৰ্যোধন নাৰীসকলৰ সৈতে সমস্ত কৌৰৱবাহিনী বন্দী হয়। কৰ্ণ পলায়ন কৰে, উপায় নাপাই নাৰীবিলাকে মুক্তিৰ কাৰণে যুধিষ্ঠিৰলৈ দূত পঠাই আৱেদন কৰে। কৌৰৱৰ দশাৰ কথা শুনি ভীমে আনন্দত হাঁহিবলৈ ধৰে। কিন্তু যুধিষ্ঠিৰে ভীমক তিৰস্কাৰ কৰি কয়।

অস্মাকম, ( পৰস্পৰ ) তু বিৰোধেহিবয়ং পঞ্চ, তে শতম্ ।
অন্যৈঃ সহ বিৰোধেতু বয়ং পঞ্চোত্তৰং শতম ॥

( আমাৰ মাজত কন্দল লাগিলে আমি পাঁচ আৰু তেওঁলোক এশ। কিন্তু অন্যৰ লগত কাজিয়া বা যুদ্ধ লাগিলে আমি এশ-পাঁচ। )

এই বুলি ভীমাৰ্জুনক পঠাই, চিত্ৰসেন গন্ধৰ্বক পৰাজয় কৰি দুৰ্যোধন কৰ্ণাদিক মুক্ত কৰি আনে। যুধিষ্ঠিৰে এই প্ৰসঙ্গত ভায়েক কেইজনক কৈছিল যে যুদ্ধ নকৰি শান্তিপূৰ্ণ উপায়ে কাৰ্য্যসিদ্ধি কৰিব লাগে। শান্তিপূৰ্ণ উপায়ে কাম নিদিলহে

যুদ্ধৰ সহায় লব লাগে। দেৱৰাজ ইন্দ্ৰই দুৰ্যোধনৰ দুৰভিসন্ধি বুজি চিত্ৰসেন গন্ধৰ্বক কৰ্ণ দুৰ্যোধন আদিক এশিকনি দিবৰ নিমিত্তেই চিত্ৰসেন গন্ধৰ্বক পঠাইছিল, দুৰ্যোধনক মুক্ত কৰি যুধিষ্ঠিৰে তেওঁক উপদেশ দিছিল।

মাস্ম তাত পুনঃ কাৰ্ষীৰীদৃশং সাহসংক্বচিৎ।
নহি সাহসকৰ্ত্তাৰঃ সুখমেধন্তি ভাৰত ॥

( হে বৎস, কেতিয়াও এনে দুঃসাহস নকৰিবা। হঠকাৰী কেতিয়াও সুখী হব নোৱাৰে )।

অপমান আৰু লাজত দুৰ্যোধনে বিদায় লয়। পাণ্ডৱে দ্বৈতবনত তপস্বীসকলৰ লগত বাস কৰিবলৈ ধৰে। এদিন যুধিষ্ঠিৰে স্বপ্ন দেখিলে যে দ্বৈতবনৰ হৰিণবোৰে যুধিষ্ঠিৰক হৰিণবংশ ধ্বংস নকৰিবলৈ কাকুতি জনাইছে। পাছদিনা সকলোকে স্বপ্নৰ কথা কৈ কাম্যক বনলৈ উভতি যায়। এইদৰে এঘাৰ বছৰ অতিবাহিত কৰে। এঘাৰ বছৰ পূৰ্ণ হোৱাত মহৰ্ষি ব্যাস উপস্থিত হৈ তেওঁলোকক বহু উপদেশ দিয়ে আৰু তেৰ বছৰ পূৰ্ণ হলে হেৰোৱা ৰাজ্য-সম্পদ ঘূৰাই পাব বুলি আশ্বাস দিয়ে।

কোনো এক সময়ত অগ্নি-ঋষি দুৰ্বাসা দৰ্যোধনৰ আতিথ্যত সন্তুষ্ট হৈ বৰ দিব খোজাত দুষ্টবুদ্ধি দুৰ্যোধনে বৰ বিচাৰে "হে মহৰ্ষি আপুনি যদি বৰ দিব খুজিছে, তেন্তে পাণ্ডৱসকলে দুপৰীয়া আহাৰ কৰাৰ পাছত ( দ্ৰৌপদীৰ আহাৰৰ পাছত ) যদি অতিথি হয়, তেন্তে সেয়ে মোক বৰ দিয়া হব। মুনিয়ে সেই কথামতেই সশিষ্যে যুধিষ্ঠিৰৰ কুটীৰত উপস্থিত হয়। যুধিষ্ঠিৰে কিন্তু ভয় খোৱা নাছিল। সেই সংকট কৃষ্ণৰ কৃপাত অতিক্ৰম কৰিব পাৰিব বুলি তেওঁৰ আত্মবিশ্বাস আছিল। কৃষ্ণাই কৃষ্ণক কাতৰ প্ৰাৰ্থনা জনোৱাও গা ধুবলৈ যোৱা দুৰ্বাসাৰ পেটৰ ক্ষুধা নোহোৱা হ'ল, পেট পৰিপূৰ্ণ হোৱাত পাণ্ডৱৰ কুটীৰলৈ নাহি বাহিৰে বাহিৰে আশ্ৰমলৈ ধাপলি মেলিলে। তেওঁ শিষ্যসকলক কৈছিল ঃ

"আমি ৰাজৰ্ষি যুধিষ্ঠিৰৰ অতিথি হৈ মহান অপৰাধ কৰিছো। তেওঁ আমাৰ কাৰণে ভক্ষভোজ্যাদি পাক কৰি থৈ আছে। ক্ৰোধ কৰি আমাক যেন তেওঁলোকে দগ্ধ নকৰে ; পাণ্ডৱসকল ধীৰ, ধাৰ্মিক, বীৰ, কৃতবিদ্য আৰু তপস্বী" এইদৰে কৈ শিষ্যসহ দুৰ্বাসা পলায়ন কৰে। ( বনপৰ্ব ২৬২।৩২-৩৪ )। বনৰ পৰ্ণশালাত বাস কৰিলেও অতিথি সেৱা পাণ্ডৱৰ নিত্য কৰ্ম আছিল। পাঁচ ভায়ে মৃগয়া কৰি প্ৰচুৰ মৃগমাংস আহৰণ কৰিছিল আৰু ভিক্ষালব্ধ অন্নৰে তাক ভোজন কৰিছিল।

দুৰ্যোধনৰ নিৰ্দেশত জয়দ্ৰথে দ্ৰৌপদীক হৰণ কৰিবলৈ চেষ্টা কৰোতে ভীম আৰু অৰ্জুনৰ হাতত অতিশয় লাঞ্ছিত হয়। যুধিষ্ঠিৰৰ কৃপাত প্ৰাণটো বাঁচে। ভীমে জয়দ্ৰথৰ মূৰত পদাঘাত কৰি যুধিষ্ঠিৰৰ ওচৰলৈ লৈ যায় আৰু যুধিষ্ঠিৰৰ দাসত্ব স্বীকাৰ কৰায়। জয়দ্ৰথৰ দুৰ্দশা দেখি যুধিষ্ঠিৰে তেওঁক মুক্তি দি কয় ঃ

"অদাসো গচ্ছ মুক্তোহসি মৈৱং কাৰ্ষীঃ পুনঃ কশ্চিৎ"
ধৰ্মে তে বৰ্দ্ধতাং বুদ্ধিৰ্মা চাধৰ্মে মনঃ বৃথঃ ॥ বন, ২৭১/২১

অদাস কৰি তোমাক মুক্তি দিলো, আৰু কেতিয়াও তুমি এনে কাজ নকৰিবা। ধৰ্মত তোমাৰ মতি হওক, অধৰ্ম আচৰণ নকৰিবা।" এনে ধৰণৰ ক্ষমাৰ উদাহৰণ বিৰল। তেওঁ যেন ধৈৰ্য্য আৰু স্থৈৰ্য্যৰ প্ৰতিমূৰ্তি। দ্ৰৌপদীৰ লাঞ্ছনাৰ পাছত মহামুনি মাৰ্কণ্ডেও আহি যুধিষ্ঠিৰ আৰু দ্ৰৌপদীক সীতাৰ কাহিনী ( ৰামায়ণ ) আৰু সাবিত্ৰীৰ কাহিনী শুনাই প্ৰবোধ দিছিল।

ইয়াৰ পাছত পাণ্ডৱসকল আকৌ দ্বৈত বনলৈ উভতি গ'ল। এদিন এজন ব্ৰাহ্মণৰ অৰণী ( যজ্ঞৰ অগ্নিপ্ৰজ্বালক কাঠ ) আৰু মন্থ (অগ্নি প্ৰজ্বালক মন্থন দণ্ড) গছৰ ডালত ওলমাই থওঁতে হৰিণ এটাৰ শিঙত লাগিল। হৰিণে অৰণীমন্থ লৈ পলাল। ব্ৰাহ্মণে সেই অৰণী উদ্ধাৰ কৰি আনি দিবলৈ পাণ্ডৱক অনুৰোধ কৰে। ভীমাৰ্জুন তৎক্ষণাৎ যাত্ৰা কৰে। কিন্তু বহু অন্বেষণ কৰিও মৃগৰ কোনো সন্ধান নাপালে। গভীৰ অৰণ্যত অন্বেষণ কৰি পৰিশ্ৰান্ত হৈ পানী বিচাৰি যাঁওতে এক জলাশয় দেখা পালে। যুধিষ্ঠিৰৰ নিৰ্দেশত নকুল পানী আনিবলৈ যাত্ৰা কৰে। তেওঁ উভতি নহা দেখি সহদেৱক পঠায়। তেৰো ফিৰি নহাত এজন এজনকৈ ভীম আৰু অৰ্জুনক পঠায়। কিন্তু কোনো এজন উভতি নহাত অৱশেষত নিজেই যাত্ৰা কৰিলে। জলাশয়ৰ কাষ পাই চাৰিজন ভায়েকৰ মৃতদেহ পানীত ওপঙি থকা দেখা পায়। পানীত নামোতেই বকৰূপী ধৰ্মই মাত লগালে, "মই শেলুৱৈ আৰু মৎস্যভোজী বগলি, বক। তোমাৰ চাৰি ভাই মোৰ দ্বাৰা নিহত হৈছে। এই জলাশয় মোৰ অধিকাৰত। তুমিও অযথা সাহস নেদেখুৱাবা। মোৰ প্ৰশ্নৰ উত্তৰ নিদিয়াকৈ জলত নামিলে তোমাৰো ভাইহঁতৰ দশাই হব। প্ৰশ্নৰ উত্তৰ দি জল পান কৰা। যুধিষ্ঠিৰে প্ৰশ্নৰ উত্তৰ দিবলৈ সাজু হ'ল। বকে এটা এটাকৈ প্ৰশ্ন কৰি যাবলৈ ধৰিলে।

**প্ৰশ্ন**। কোনে সূৰ্য্যক আকাশত ওলমাই ৰাখিছে ? কোন গ্ৰহে সূৰ্য্যৰ চাৰিদিশে ঘূৰে ? কোনে সূৰ্য্যক অস্তাচললৈ প্ৰেৰণ কৰে ? সূৰ্য্যৰ অৱস্থান ক'ত ?

**উত্তৰ**: ব্ৰাহ্মণ সকলে সূৰ্য্যক ওপৰত ৰাখিছে ; গ্ৰহবিলাকে সূৰ্য্যৰ চাৰিওদিশে বিচৰণ কৰে। ৰাশিচক্ৰৰ ভ্ৰমণে সূৰ্য্যক অস্তাচললৈ প্ৰেৰণ কৰে আৰু সূৰ্য্যই ৰাশিচক্ৰক অৱলম্বন কৰি আকাশত অৱস্থান কৰিছে।

**প্ৰশ্ন**। কিং স্বিদাদিত্যমুন্নয়ত, কেচ তস্যাভিতশ্চৰাঃ।
ক্চৈনমস্তং নয়তি কস্মিংশ্চ প্ৰতিতিষ্ঠতি ?

ব্ৰাহ্মণ কোন গুণত শ্ৰোত্ৰিয় হয় ? মানুহে কি প্ৰকাৰে ব্ৰহ্মত্ব লভিব পাৰে ? একাকী থাকিলেও কোন গুণত সহায়কাৰী হ'ব পাৰে আৰু নিৰ্বোধ মানুহ কি উপায়ে বুদ্ধিমান হয় ?

**উত্তৰ**: ব্ৰাহ্মণ শাস্ত্ৰজ্ঞানৰ দ্বাৰা শ্ৰোত্ৰিয় হয়। মানুহে তপস্যাৰ দ্বাৰা ব্ৰহ্ম লাভ কৰে। অকলশৰীয়া হলেও ধৈৰ্য্য গুণত সহায়কাৰী হ'ব পাৰে আৰু নিৰ্বোধ ব্যক্তিও বুদ্ধৰ উপদেশত বুদ্ধিমান হয়।

**প্ৰশ্ন**। ব্ৰাহ্মণৰ দেৱত্বৰ কাৰণ কি? সাধু সকলৰ দৰে তেওঁলোকৰ কি ধৰ্ম? ব্ৰাহ্মণৰ মনুষ্য ভাৱ কি? তেওঁলোকৰ দুৰ্জনতুল্য আচৰণেই বা কি?

**উত্তৰ**ঃ বেদাধ্যয়নেই ব্ৰাহ্মণৰ দেৱত্বৰ কাৰণ। সাধু সকলৰ দৰে তপস্যাই প্ৰধান ধৰ্ম। মৃত্যু তেওঁলোকৰ মনুষ্য ভাৱ আৰু পৰনিন্দা তেওঁলোকৰ দুৰ্জনতুল্য আচৰণ।

**প্ৰশ্ন**। কিং ক্ষত্ৰিয়ানাং দেৱত্বং কশ্চ ধৰ্মঃ সত্যমিৱ।
কশ্চৈষাং মানুষো ভাৱ কিমেষাম সত্যমিৱ? ৪৫।

ক্ষত্ৰিয় দেৱত্বৰ কাৰণ কি? সাধু সকলৰ দৰে তেওঁলোকৰ কি ধৰ্ম? ক্ষত্ৰিয়ৰ মনুষ্য ভাৱ কি? তেওঁলোকৰ দুৰ্জনতুল্য আচৰণ বা কি?

**উত্তৰ**ঃ অস্ত্ৰশিক্ষানৈপুণ্যই ক্ষত্ৰিয়ৰ দেৱত্বৰ কাৰণ। সাধুসকলৰ দৰে যজ্ঞ কৰাই প্ৰধান কৰ্ম। ভয় তেওঁলোকৰ মনুষ্যভাৱ আৰু শৰণাগতক ত্যাগ তেওঁলোকৰ দুৰ্জনৰ দৰে আচৰণ।

ইষ্বস্ত্ৰমেষাং দেৱত্বং যজ্ঞ এষাং সতামিৱ।
ভয়ং বৈ মানুষোভাৱঃ পৰিত্যাগোঽসতামিৱ॥ ৪৬।

**প্ৰশ্ন**। কিমেকং যজ্ঞিয়ং সাম, কিমেকং যজ্ঞিয়ং যজুঃ।
কা চৈকা বৃনুতে যজ্ঞং কাং যজ্ঞো নাতি বৰ্ততে॥

যজ্ঞৰ প্ৰধান সাম কি? যজ্ঞৰ প্ৰধান যজুঃ কি? কোন বস্তু যজ্ঞৰ অধিক প্ৰয়োজনীয়? যজ্ঞই কোন বস্তুক অতিক্ৰম কৰিব নোৱাৰে।

**উত্তৰ**ঃ যুধিষ্ঠিৰে উত্তৰ দিলে "প্ৰাণ যজ্ঞৰ সাম, মন জ্ঞান যজ্ঞৰ যজুঃ, মন্ত্ৰ যজ্ঞত অধিক প্ৰয়োজনীয় আৰু যজ্ঞই মন্ত্ৰক অতিক্ৰম কৰিব নোৱাৰে।"

**প্ৰশ্ন**। যি সকলে দেৱতাক দান কৰে, তেওঁলোকৰ পক্ষে প্ৰধান কি? যি সকলে পিতৃলোকলৈ দান কৰে, তেওঁলোকৰ পক্ষে প্ৰধান কি? যি সকলে লোক সমাজত প্ৰতিষ্ঠা লাভ কৰিছে তেওঁলোকৰ পক্ষে প্ৰধান আৰু শ্ৰেষ্ঠ কি? আৰু সন্তান উৎপাদনকাৰী সকলৰ পক্ষেই বা শ্ৰেষ্ঠ কি?

**উত্তৰ**ঃ যুধিষ্ঠিৰে কলে, যি সকলে দেৱতাক দান কৰে, তেওঁলোকৰ পক্ষে বৃষ্টি প্ৰধান। যি সকলে পিতৃলোকলৈ দান কৰে, তেওঁলোকৰ পক্ষে শুক্ৰই প্ৰধান। যি সকলে লোকসমাজত প্ৰতিষ্ঠা লাভ কৰে তেওঁলোকৰ ধেনুৱেই প্ৰধান আৰু সন্তান উৎপাদনকাৰী সকলৰ পুত্ৰই প্ৰধান।

**প্ৰশ্ন**। বুদ্ধিমান, লোক সমাজত প্ৰতিষ্ঠিত আৰু সকলো লোকৰ মাজত আদৰণীয় কোন লোকে ইন্দ্ৰিয়ৰ বিষয় অনুভৱ আৰু শ্বাস-প্ৰশ্বাস কৰি থাকোঁতেও জীৱিত নাথাকে।

**উত্তৰ**ঃ যুধিষ্ঠিৰে কলে, দেৱতা, অতিথি, পোষ্যবৰ্গ, পিতৃলোক আৰু আপোনাক—এই পাঁচ শ্ৰেণীৰ লোকক যি দান নকৰে, সেই শ্ৰেণীৰ লোকে শ্বাস, প্ৰশ্বাস লৈ থাকিলেও জীৱিত বুলি কব নোৱাৰি।

**প্ৰশ্ন**। পৃথিৱীতকৈ গধুৰ বা গুৰুতৰ কি ? আকাশতকৈ উচ্চ কি ? বায়ুতকৈ বেগী কি ? কি তৃণতকৈ বহুতৰ ?

**উত্তৰ ঃ** মাতৃ পৃথিৱীতকৈ গুৰুতৰ, পিতা আকাশতকৈ উচ্চতৰ মন বায়ুতকৈ বেগৱান আৰু চিন্তা তৃণতকৈ বহুতৰ।

**প্ৰশ্ন**। কোন প্ৰাণীয়ে টোপনি অৱস্থাতো চকু মেলি থাকে ? কোন প্ৰাণীৰ জন্মৰ পাছতো স্পন্দিত নহয় ? প্ৰাণীস্বৰূপ কোন পদাৰ্থৰ হৃদয় নাই ? কোন পদাৰ্থ বেগৰ গতিৰ দ্বাৰা বৃদ্ধি পায় ?

**উত্তৰ ঃ** মাছে নিদ্ৰিত অবস্থাতো চকু মেলি থাকে। অণ্ড ( ডিমা ) জন্মাৰ পাছত স্পন্দিত নহয়। শিলৰ প্ৰতিমা বা বিগ্ৰহৰ হৃদয় নাই আৰু নদী বেগৰ দ্বাৰা বৃদ্ধি পায়।

**প্ৰশ্ন**। বিদেশগামীৰ মিত্ৰ কোন ? ৰোগীৰ মিত্ৰ কোন ? আসন্ন মৃত্যুৰ মিত্ৰ কোন্ ? গৃহস্থৰ মিত্ৰ কোন ?

**উত্তৰ ঃ** বিদেশগামীৰ মিত্ৰ লগৰ সহচৰ, গৃহস্থৰ মিত্ৰ ভাৰ্য্যা, ৰোগীৰ মিত্ৰ চিকিৎসক, আসন্ন মৃত্যুৰ মিত্ৰ দানকাৰ্য্য।

**প্ৰশ্ন**। সমস্ত লোকৰ অতিথি কোন ? সনাতন ধৰ্ম কি ? অমৃত কি ? এই জগৎখন কোন বস্তুৰ দ্বাৰাই সৃষ্ট ?

**উত্তৰ ঃ** অগ্নি সমস্ত লোকৰ অতিথি। সত্য ধৰ্মই সনাতন ধৰ্ম। সোমৰস আৰু গো দুগ্ধই অমৃত আৰু সমস্ত জগত বায়ুময়।

**প্ৰশ্ন**। কোনে বা কিহে একাকী বিচৰণ কৰে ? কি প্ৰাণী বা বস্তুৱে জন্ম লাভ কৰি আকৌ জন্মে ? হিমৰ ঔষধ কি ? আৰু বিশাল ক্ষেত্ৰ কি ?

**উত্তৰ ঃ** সূৰ্য্য একাকী বিচৰণ কৰে। চন্দ্ৰ জন্মি আকৌ জন্মে। অগ্নি হিমৰ ঔষধ আৰু পৃথিৱী বিশাল ক্ষেত্ৰ।

**প্ৰশ্ন**। ধৰ্মৰ একমাত্ৰ কাৰণ কি ? যশৰ কাৰণ কি ? স্বৰ্গৰ একমাত্ৰ কাৰণ কি ? সুখৰ বা একমাত্ৰ কাৰণ কি ?

**উত্তৰ ঃ** ধৰ্মৰ একমাত্ৰ কাৰণ যজ্ঞাদিত ক্ৰিয়ানৈপুণ্য. যশৰ একমাত্ৰ কাৰণ দান, স্বৰ্গৰ একমাত্ৰ কাৰণ সত্য, সুখৰ একমাত্ৰ কাৰণ সৎচৰিত্ৰ।

**প্ৰশ্ন**। মানুহৰ বহিভূৰ্ত আত্মা কি ? তেওঁৰ দৈৱকৃত সখা কোন ? তেওঁৰ জীৱিকা নিৰ্বাহৰ উপায় কি ? তেওঁৰ প্ৰধান আশ্ৰয় কি ?

**উত্তৰ ঃ** মানুহৰ বহিভূৰ্ত আত্মা পুত্ৰ, দৈৱকৃত সখা ভাৰ্য্যা, জীৱিকা নিৰ্বাহৰ উপায় মেঘ, আৰু প্ৰধান আশ্ৰয় দান।

**প্ৰশ্ন**। ধন্য লোকৰ গুণৰ মাজত কোনটো শ্ৰেষ্ঠ, ধনৰ মাজত কোন ধন শ্ৰেষ্ঠ ? লাভৰ মাজত কোন লাভ শ্ৰেষ্ঠ ? সুখৰ মাজত কোন সুখ উত্তম ?

**উত্তৰ ঃ** ধন্য লোকৰ গুণৰ মাজত কাৰ্য্য দক্ষতা শ্ৰেষ্ঠ, ধনৰ মাজত শাস্ত্ৰজ্ঞান উত্তম। লাভৰ ভিতৰত আৰোগ্য শ্ৰেষ্ঠ, লাভ আৰু সুখৰ মাজত সন্তুষ্টি শ্ৰেষ্ঠ।

**প্ৰশ্ন**। জগতত কোন ধৰ্ম প্ৰধান ? কোন ধৰ্মই সদায় ফল উৎপাদন কৰে ? কোন বস্তু সংযত কৰি শোক নাপায় ? কাৰ লগত সন্ধি কৰিলে কেতিয়াও নষ্ট নহয় ?

**উত্তৰ**ঃ দয়া পৰম ধৰ্ম। ৱেদোক্ত ধৰ্মই সৰ্বদা ফল-উৎপাদনকাৰী। মনক সংযত কৰিলে শোক নাপায়। আৰু সজ্জনৰ লগত সন্ধি কৰিলে (মিত্ৰতা কৰিলে) নষ্ট নহয়।

**প্ৰশ্ন**। মানুহে কি পৰিত্যাগ কৰিলে লোকৰ প্ৰিয় হয় ? কি পৰিত্যাগ কৰিলে সন্তাপ ভোগ নকৰে ? কি পৰিত্যাগ কৰি ধনী হয় ? কি পৰিত্যাগ কৰি সুখী হয় ?

**উত্তৰ**। গৰ্ব পৰিত্যাগ কৰিলে আনৰ প্ৰিয় হয়। ক্ৰোধ পৰিত্যাগ কৰিলে চিন্তা সন্তাপ ভোগ নকৰে। আকাংক্ষা পৰিত্যাগ কৰিলে ধনী হয়। আৰু লোভ পৰিত্যাগ কৰি মানুহ সুখী হয়।

**প্ৰশ্ন**। ব্ৰাহ্মণক কিয় দান কৰা হয় ? নট-নৰ্তকীক কিয় দান কৰা হয় ? কি উদ্দেশ্যে পোষ্যবৰ্গক বিতৰণ কৰা হয় ? কি কাৰণে ৰজা বা ৰাজপুৰুষক দান কৰা হয় ?

**উত্তৰ**। ধৰ্মৰ নিমিত্তে ব্ৰাহ্মণক দান কৰা হয়। যশৰ কাৰণে নৰ্ত্তকক দিয়া হয়। ভৰণ পোষণৰ কাৰণে পোষ্যবৰ্গক ধন বিতৰণ কৰা হয়। ভয় নিবৃত্তিৰ নিমিত্তে ৰজা বা ৰাজ পুৰুষক দান কৰা হয়।

**প্ৰশ্ন**। কোনে লোকসকলক আবৃত কৰি আছে ? কি কাৰণে মানুহ প্ৰকাশ নেপায় ? মানুহে কি কাৰণে মিত্ৰ ত্যাগ কৰে ? আৰু কি দোষত স্বৰ্গলৈ যাব নোৱাৰে ?

**উত্তৰ**ঃ অজ্ঞানতাই লোক সকলক আবৃত কৰি ৰাখিছে। তমোবশতঃ জীৱ আন জীৱৰ ওচৰত প্ৰকাশ নাপায়। মানুহে লোভৰ কাৰণেই মিত্ৰ ত্যাগ কৰে। আৰু অসৎ সংসৰ্গৰ কাৰণেই স্বৰ্গলৈ যাব নোৱাৰে।

**প্ৰশ্ন**। মানুহ জীৱিত অৱস্থাত কিয় মৃতৰ দৰে থাকে ? ৰাজ্য ঠিক থাকিলেও কিয় অৰাজকৰ দৰে, কিয় মৃতৰ দৰে ? শ্ৰাদ্ধ সাং হলেও কিয় মৃতৰ দৰে অসম্পূৰ্ণ যেন লাগে ? যজ্ঞ সুসম্পন্ন হলেও কিয় অসম্পূৰ্ণ যেন ধাৰণা হয় ?

**উত্তৰ**ঃ মানুহ জীৱিত থাকিলেও দৰিদ্ৰতাৰ কাৰণে মৃতৰ দৰে থাকে। ৰাজ্য ঠিক থাকিলেও অৰাজকতাৰ কাৰণে মৃততুল্য হৈ পৰে। শ্ৰাদ্ধ সাং হলেও পণ্ডিত ব্ৰাহ্মণ নহলে মৃতৰ দৰে পণ্ড হয়। আৰু যজ্ঞ সুসম্পন্ন হলেও দক্ষিণাশূণ্য হ'লে মৃততুল্য হয়।

**প্ৰশ্ন**। দিক্ কি ? জল কি ? অন্ন কি ? বিষ কি ? শ্ৰাদ্ধৰ কাল কি ? এইবোৰৰ উত্তৰ দিয়া আৰু তাৰ পাছত পানী খোৱা আৰু আহৰণ কৰা।

**উত্তৰ**ঃ সাধুজনেই দিক্, আকাশেই জল, গৰু অন্ন সংগ্ৰাহক, মানীলোকে

যাচাঞ্চা কৰাই বিষ, পংক্তিপাৱণ ব্ৰাহ্মণপ্ৰাপ্তি কালেই শ্ৰাদ্ধৰ কাল। হে যক্ষ, আপুনি বা কি ভাবিছে ?

**প্ৰশ্ন**। বাৰ্ত্তা কি ? আশ্চৰ্য্য কি ? পথ কি ? কোনে আমোদ কৰে ? মোৰ এই চাৰিটা প্ৰশ্নৰ উত্তৰ দি জলপান কৰা।

**উত্তৰঃ** সূৰ্য্যৰূপ অগ্নি, আৰু দিন-ৰাত্ৰিৰূপ কাষ্ঠৰ দ্বাৰা আৰু মাহ আৰু ঋতুৰূপ হেতা সঞ্চালিত কৰি প্ৰাণী সকলক মহামোহ ৰূপ কেবাহিত নিক্ষেপ কৰি মহাকালে সিহঁতক ভাজিছে। এয়ে বাৰ্ত্তা। প্ৰাণীবিলাক নিতৌ যমালয়লৈ যাব লাগিছে, এইটো দেখিও অৱশিষ্ট প্ৰাণীয়ে চিৰস্থায়ী বুলি ভাবে ইয়াতকৈ আশ্চৰ্য কি আছে ? বেদ বিভন্ন, স্মৃতিয়ো বিভিন্ন আৰু মুনি সকলৰ মতো বিভিন্ন। ধৰ্মৰ তত্ত্ব গুহাত নিহিত আছে। গতিকে মহাজন সকল যি পথে যায়, সেয়ে পথ। যি লোক অঋণী ( ধাৰ নাই ) আৰু অপ্ৰবাসী হৈ দিনৰ অষ্টম ভাগত ( সন্ধ্যা ) শাক কচুৰে খায় তেওঁৱেই সুখী।

**প্ৰশ্ন**। যক্ষই কলে, "পৰন্তপ যুধিষ্ঠিৰ, তুমি শুদ্ধভাৱে মোৰ প্ৰশ্নৰ উত্তৰ দিব পাৰিছা। এতিয়া যি সকলো ধনৰ অধীশ্বৰ, নিজৰ শ্ৰেষ্ঠ পুৰুষ তেওঁলোকৰ কথা কোৱা।

**উত্তৰ**ঃ—ধৰ্ম কৰ্ম নিবন্ধন হেতুকে যাৰ প্ৰশংসাবাদে স্বৰ্গ আৰু মৰ্ত্ত্যক স্পৰ্শ কৰে আৰু প্ৰশংসাবাদ পৃথিৱীত যিমান দিন থাকে, সিমান দিনেই তেওঁ পুৰুষ। যাৰ দৃষ্টিত প্ৰিয়, অপ্ৰিয়, সুখ-দুখ আৰু ভূত ভবিষ্যত এই সকলো সমান তেৱেঁই সকলো ধনৰ অধীশ্বৰ।

যক্ষই যুধিষ্ঠিৰৰ পৰা সকলো প্ৰশ্নৰ সদুত্তৰ পাই যুধিষ্ঠিৰক যি কোনো এজন ভাইক জীয়াই দিবলৈ মান্তি হয় আৰু তেওঁৰ নাম কবলৈ কয়। যুধিষ্ঠিৰে নকুলৰ নাম কয়। বকৰূপী যক্ষই ইয়াত আচৰিত হৈ কয় ; "মহাৰাজ, ভীমাৰ্জুন তোমাৰ সহোদৰ ভাই, তদুপৰী তেওঁলোক মহাবীৰ। আসন্ন যুদ্ধত তেওঁলোক নহলে যুদ্ধ জয় কৰিব নোৱাৰা, তেনে স্থলত বৈমাত্ৰীয় ভাই নকুলক কিয় জীয়াই দিবলৈ কৈছা ? যুধিষ্ঠিৰে কলে, কুন্তী আৰু মাদ্ৰী পিতাৰ দুই ভাৰ্য্যা। তেওঁ-লোক দুগৰাকীৰ মাজত মোৰ কোনো ভেদ জ্ঞান নাই গতিকে হে যক্ষ, নকুলক জীয়াই দিলে মই ভাল পাম।" যক্ষই কলে, "যিহেতু তুমি অৰ্থ আৰু কাম অপেক্ষা অনিষ্ঠুৰতাকে প্ৰধান ধৰ্ম বুলি কৈছা ; সেই কাৰণে, তোমাৰ চাৰিওজন ভাই জীৱিত হওক।"

যক্ষৰ কথা মতে চাৰিও ভাই জীৱিত হ'ল আৰু আগৰ ব'ল বীৰ্য্য লাভ কৰিলে। যুধিষ্ঠিৰে যক্ষৰ পৰিচয় সোধাত যক্ষই কলে, 'বৎস, মই তোমাৰ পিতা সনাতন ধৰ্ম। মই তোমাক চাবৰ কাৰণেই আহিছিলো। যশ, সত্য, দম, শৌচ, সৰলতা, লজ্জা, স্থৈৰ্য্য, দান, তপস্যা আৰু ব্ৰহ্মচৰ্য্য—এই দহোটা মোৰ মূৰ্ত্তি। অহিংসা, সমতা, শান্তি তপঃ, পৱিত্ৰতা আৰু কাকো বিদ্বেষ নকৰা, এই ছয়টা মোক

পোৱাৰ দুৱাৰ বুলি জানিবা। তুমি সৰ্বদা এইবোৰ অবলম্বন কৰি থকা কাৰণে মোৰ প্ৰিয় হৈছা। তুমি ভাগ্যবশতঃ শম, দম, উপৰতি, তিতিক্ষা আৰু সমাধি—এই পাঁচটাত অনুৰক্ত আছা। তুমি ক্ষুধা, পিপাসা, শোক, মোহ, জৰা আৰু মৃত্যু—এই ছয়টাক জয় কৰিছা। ইয়াৰ প্ৰথম দুটা প্ৰথম বয়সত মাজৰ দুটা মধ্যম বয়সত আৰু শেষৰ দুটা অন্তিম বয়সত হয়।"

"হে নিষ্পাপ ৰাজশ্ৰেষ্ঠ, তুমি বৰ প্ৰাৰ্থনা কৰা, মই তোমাক বৰ দিবলৈ ইচ্ছা কৰিছো। যিবোৰ লোক মোৰ ভক্ত তেওঁলোকৰ কেতিয়াও দুৰ্গতি নহয়।"

যুধিষ্ঠিৰে কলে, "হৰিণটোৱে যাৰ অৰণী-মন্থ লৈ গৈছে, সেই ব্ৰাহ্মণৰ যেন অগ্নিহোত্ৰ লোপ নহয়; এইটোৱেই মোৰ প্ৰথম বৰ হওক।

ধৰ্মই কলে, "প্ৰভাৱশালী যুধিষ্ঠিৰ; তোমাক পৰীক্ষা কৰিবৰ কাৰণে ময়ে অৰণীমন্থ হৰণ কৰিছিলো।" এই বুলি ধৰ্মই অৰণীমন্থ ঘূৰাই দিয়ে আৰু দ্বিতীয় বৰ খুজিবলৈ যুধিষ্ঠিৰক অনুৰোধ কৰে।

যুধিষ্ঠিৰে কলে, দেৱ, বাৰ বছৰ বনত কটালো, ত্ৰয়োদশ বছৰ আগত প্ৰায়, এই বছৰ আমাৰ অজ্ঞাত বাস। আমাক এনে স্থান দেখুৱাই দিয়ক যাতে দুৰ্যোধনৰ চোৰাংচোৱাই চিনিব নোৱাৰে। ধৰ্মই তথাস্তু বুলি কয়। "যদিও তোমালোকে নিজ ৰূপত এই পৃথিৱীত বিচৰণ কৰিবা, তথাপি তোমালোকক কোনেও চিনিব নোৱাৰিব।' কুৰশ্ৰেষ্ঠ, মোৰ অনুগ্ৰহত তোমালোকে বিৰাট ৰজাৰ ঘৰত গুপ্তভাৱে অজ্ঞাত বাস কৰিব পাৰিবা।" এই বুলি কৈ ধৰ্মৰাজ অন্তৰ্ধান হ'ল। তাৰ পাছত পাণ্ডৱ সকল ক্লান্তি শূন্য হৈ আশ্ৰমলৈ উভতি গৈ ব্ৰাহ্মণক অৰণীমন্থ দান কৰে।

ধৰ্মই এইদৰে অনুমতি দিয়াত, বিক্ৰমশালী জ্ঞানী আৰু দৃঢ়ব্ৰতপৰায়ণ পাণ্ডৱে অজ্ঞাতবাস কৰিবলৈ আলোচনাত বহিল। তেওঁলোকে আশ্ৰমবাসী সকলৰ অনুমতি লবলৈ তেওঁলোকক কলে, "আপোনালোকে জানে যে ধৃতৰাষ্ট্ৰৰ পুত্ৰ সকলে ছলনা কৰি আমাৰ ৰাজ্য হৰণ কৰিছে আৰু বহুত অত্যাচাৰো কৰিছে। আমি অতি কষ্টত বাৰ বছৰ অতিবাহিত কৰিলো। এতিয়া অৱশিষ্ট ত্ৰয়োদশ বছৰ উপস্থিত। এই বছৰ অজ্ঞাতবাসৰ কাল। আমি গুপ্ত ভাৱে দুৰ্যোধনে নজনাকৈ এবছৰ কাল কটাব লাগিব। আপোনালোকে আমাক অনুমতি দিয়ক আৰু গুপ্তভাৱে থকাৰ স্থান নিৰ্দেশ কৰক। দুৰ্যোধন, কৰ্ণ আৰু শকুনিয়ে আমাক বিচাৰিবলৈ চৰ নিযুক্ত কৰিছে। সিহঁতে জানিব পাৰিলে আমাৰ বৰ অনিষ্ট হব। আকৌ বাৰ বছৰ কাল বনবাস থাকিব লাগিব।" এই কথাকৈ ধৰ্মৰাজ শোক আৰু দুখত মূৰ্চ্ছিত হ'ল। ব্ৰাহ্মণসকলে আৰু ভীম আদিয়ে শুশ্ৰূষা কৰি তেওঁক সঞ্জীৱিত কৰে। পুৰোহিত ধৌম্যই যুধিষ্ঠিৰক সম্বোধন কৰি ক'লে, মহাৰাজ আপুনি জ্ঞানী, দাতা, সত্যপ্ৰতিজ্ঞ আৰু জিতেন্দ্ৰিয়। আপোনাৰ দৰে লোক কোনো অৱস্থাতে বিমূঢ় নহয়। দেৱৰাজ ইন্দ্ৰয়ো শত্ৰুদমনৰ উদ্দেশ্যে গুপ্তৰূপত বিচৰণ কৰিছিল। তেওঁ শত্ৰুদমনৰ কাৰণে নিষধ দেশলৈ গৈ গিৰিপ্ৰস্থাশ্ৰমত

বাস কৰি কাৰ্য্য সম্পন্ন কৰিছিল। স্বয়ং নাৰায়ণে বামন অৱতাৰ গ্ৰহণ কৰি তিনি পদ ভূমি লোৱাৰ ছলেৰে বলিৰ ৰাজ্য কাঢ়ি দেৱতাক পুনৰ স্বৰ্গত স্থাপন কৰিছিল। অগ্নিদেৱে পানীৰ ভিতৰত অনেক কাল গুপ্তভাবে থাকি দেৱতা সকলৰ কাৰ্য্য সম্পাদন কৰিছিল। বিষ্ণুৱে শত্ৰুদমনৰ উদ্দেশ্যে গুপ্তভাৱে ইন্দ্ৰৰ বজ্ৰৰ ভিতৰত প্ৰবেশ কৰি যি কৰিছিল আপুনি নজনা নহয়। ব্ৰহ্মৰ্ষি ঔৰ্ব গুপ্তভাৱে জননীৰ উৰুদেশত থাকি দেৱতা সকলৰ কাৰণে যি কৰিছিল তাকো আপুনি জানে, মহাতেজা সূৰ্য্যই গুপ্তভাৱে পৃথিৱীত থাকি সকলো বিনাশ কৰিছিল। নাৰায়ণে দশৰথৰ ঘৰত জন্মগ্ৰহণ কৰি ৰাৱণক বধ কৰিছিল। ধৌম্য পুৰোহিতে এইদৰে নানাভাৱে আশ্বাস দিয়াত যুধিষ্ঠিৰ শাস্ত্ৰজ্ঞান আৰু নিজ প্ৰজ্ঞাৰ বলত আশ্বস্ত হ'ল।

সেই সময়ত ভীমসেনে যুধিষ্ঠিৰক পাণ্ডৱৰ শক্তি সামৰ্থ্য আৰু বীৰত্বৰ কথা কৈ উৎসাহ যোগাই সাহস বঢ়ায়। ভীমসেনৰ কথাত সন্ন্যাসী, মুনি আৰু পবিত্ৰ ব্ৰাহ্মণ সকলে পাণ্ডৱক আশীৰ্বাদ কৰি প্ৰস্থান কৰে। পাণ্ডৱসকলেও ধনুধাৰণ কৰি দ্ৰৌপদীক লৈ ধৌম্যৰ লগত প্ৰস্থান কৰে।

পাণ্ডৱ সকলৰ প্ৰত্যেকেই পৃথক পৃথক শাস্ত্ৰ জানিছিল আৰু মন্ত্ৰণাত নিপুণ আছিল। সন্ধি-বিগ্ৰহৰ কাল জানিছিল। অজ্ঞাত বাস কটাবৰ উপযুক্ত স্থান আলোচনা কৰিবলৈ নিৰ্জন ঠাইত তেওঁলোক বহিল। যুধিষ্ঠিৰে অৰ্জুনক অজ্ঞাত বাসৰ উপযোগী দেশৰ নাম কবলৈ অনুৰোধ কৰে। অৰ্জুনে পাঞ্চাল, চেদি, মৎস্য, শূৰসেন, পটচ্চৰ, দৰ্শাৰ্ণ, নৱৰাষ্ট্ৰ, মল্ল, শাল্ব, যুগন্ধৰ, বিস্তীৰ্ণ, কুন্তীভোজ, সৌৰাষ্ট্ৰ আৰু অৱন্তী দেশৰ নাম কয়। এই দেশবিলাকৰ ভিতৰত যিখনেই অজ্ঞাত বাসৰ উপযোগী বুলিভাৱে সেইখন দেশ বাছি লবলৈ যুধিষ্ঠিৰক কয়। যুধিষ্ঠিৰে বিৰাট ৰজাৰ মৎস্য দেশ উপযুক্ত স্থান হব বুলি কোৱাত ভায়েক কেইজনো তাত মান্তি হয়। তাৰ পাছত যুধিষ্ঠিৰে কোনে কি বেশত কি কাম কৰিব সেই কথা কবলৈ কোৱাত অৰ্জুনে প্ৰথমতে যুধিষ্ঠিৰকে কবলৈ কয়। যুধিষ্ঠিৰে বিৰাট ৰজাক দ্যূতক্ৰীড়াপ্ৰবীণ বুলি চিনাকি দি কংক নামত আত্মপৰিচয় দিব বুলি কয়। তেওঁ আৰু কয় যে ৰজা যুধিষ্ঠিৰ তেওঁৰ পাশা খেলৰ সঙ্গী আছিল বুলিও চিনাকি দিব। ভীমে নিজকে বল্লৱ বুলি পৰিচয় দি ৰজা যুধিষ্ঠিৰৰ প্ৰধান সূপকাৰ (ৰান্ধনী) আছিল বুলি পৰিচয় দান কৰিব আৰু ৰন্ধন কাৰ্য্যৰ উপৰিও মূৰত বিৰাট বিৰাট খৰিৰ বোজা বহন কৰিব। মোৰ ৰন্ধন কাৰ্য্য আৰু অলৌকিক কাৰ্য্য দেখি বিৰাট ৰজা সন্তুষ্ট নহৈ নাথাকে। বিৰাটৰ অনুৰোধত যদি মত্ত হস্তী বা বলৱান বৃষভক বশ কৰিব লগা হয় অথবা মল্ল সকলৰ লগত যুদ্ধ কৰিব লগা হয়, মই আনন্দেৰে মল্ল যুদ্ধ কৰিম কিন্তু পৰাজিত মল্লক বধ নকৰো। মোক যদি কোনোবাই সোধে "তুমি আগতে কি কৰিছিলা? মই কম যে মহাৰাজ যুধিষ্ঠিৰৰ মই মত্ত হস্তী দময়িতা মহাবলী, বৃষবিজেতা বাহুযোদ্ধা আৰু পাচক আছিলো।"

যুধিষ্ঠিৰে অৰ্জুনে কি বেশত কি কৰিব বুলি সোধে ? "যি জনে কৃষ্ণৰ সহায়ত খাণ্ডৱ বন দগ্ধ কৰি, ইন্দ্ৰকো পৰাজিত কৰি, অগ্নিক তোষণ কৰিছিল, যিজনে নাগৰাজ বাসুকিৰ ভগ্নী উলুপীক নিজ শক্তি-সৌন্দৰ্য্যৰ দ্বাৰা আকৰ্ষণ কৰিবলৈ সমৰ্থ হৈছিল, তেওঁ কি কৰিব ? সূৰ্য্য প্ৰতাপশালীৰ মাজত শ্ৰেষ্ঠ, ব্ৰাহ্মণ মনুষ্যৰ মাজত শ্ৰেষ্ঠ, ফেটি সাঁপ, সৰ্পকুলৰ শ্ৰেষ্ঠ, অগ্নি তেজস্বীৰ মাজত শ্ৰেষ্ঠ, অস্ত্ৰৰ মাজত বজ্ৰ, গৰুৰ মাজত চুট থকা গৰু, হ্ৰদৰ মাজত সাগৰ, বৰ্ষণকাৰীৰ মাজত মেঘ, নাগৰ মাজত ধৃতৰাষ্ট্ৰ, হাতীৰ মাজত ঐৰাৱত, প্ৰিয় বস্তুৰ মাজত পুত্ৰ আৰু সুহৃদৰ মাজত ভাৰ্য্যা শ্ৰেষ্ঠা। সকলো ধনুৰ্ধাৰীৰ মাজত অৰ্জুন শ্ৰেষ্ঠ। ইন্দ্ৰ আৰু কৃষ্ণতকৈ কোনো প্ৰকাৰে হীন নোহোৱা গাণ্ডীৱধাৰী, শ্বেতাশ্বৰথ যুক্ত অৰ্জুনে বিৰাট নগৰত কি কাৰ্য্য কৰিব ? দেৱতাৰ তুল্য তেজস্বী এই অৰ্জুনেই পাশুপাত অস্ত্ৰ লাভ কৰি দেৱতাৰ ভৱনত পাঁচ বছৰ থাকি সমস্ত স্বৰ্গীয় অস্ত্ৰ লাভ কৰিছে। মই যাক দ্বাদশ ৰুদ্ৰ, ত্ৰয়োদশ আদিত্য, নৱম বসু আৰু দশম গ্ৰহ বুলি ভাবো, যাৰ বাহু যুগল সমান দীৰ্ঘ, যিজন পৰ্বতৰ মাজত হিমালয় সদৃশ, স্ৰোতৱতীৰ মাজত সাগৰ সদৃশ, দেৱতাৰ মাজত ইন্দ্ৰৰ দৰে, যিজন যোদ্ধাৰ মাজত শ্ৰেষ্ঠ সেই অৰ্জুনে কি ৰূপ, কি ভেশত অজ্ঞাত বাসত কটাব ?"

"অৰ্জুনে কলে, মই নপুংসক বুলি পৰিচয় দিম আৰু বৃহন্নলা মোৰ নাম হ'ব। উৰ্বশীৰ শাপত এবছৰ মই নপুংসক বেশত কটাব লাগিব। গতিকে এই সময় চোৱাই নপুংসক ৰূপ গ্ৰহণ কৰা উচিত সময় হ'ব। মই বিৰাটৰ অন্তেষপুৰত ছোৱালীবোৰক নৃত্যগীত শিকাই স্ত্ৰীবেশ পৰিধান কৰি এবছৰ কাল অতিবাহিত কৰিম। বিৰাট ৰজাই যদি মোক সোধে "তুমি আগেয়ে ক'ত আছিলা ?" তাৰ উত্তৰত মই কম যে মই দ্ৰৌপদীৰ পৰিচাৰিকা আছিলো।

যুধিষ্ঠিৰে তাৰ পাছত নকুলক সুধিলে তেওঁনো কি ৰূপত নিজকে চিনাকি দিব ? নকুলে কলে যে তেওঁ "গ্ৰন্থিক" নাম ধাৰণ কৰি বিৰাট ৰজাৰ অশ্বৰক্ষক হ'ব। অশ্বৰক্ষা আৰু অশ্ব চিকিৎসাত নিপুণ বুলি পৰিচয় দিব। লোকসকলক তেওঁ ৰজা যুধিষ্ঠিৰৰ অশ্বৰক্ষক আছিল বুলি চিনাকি দিব।

শেষত যুধিষ্ঠিৰে সহদেৱক একেই প্ৰশ্ন কৰাত পণ্ডিত সহদেৱে কলে "তেওঁ "তন্ত্ৰিপাল" নামে নিজৰ চিনাকি দিব আৰু গোৰক্ষা আৰু গো চিকিৎসা বিদ্যাত পাৰ্গত ৰূপে আত্ম-পৰিচয় দিব। প্ৰশস্ত লক্ষণযুক্ত বৃষবোৰক তেওঁ চিনি পায়, যিবিলাক গৰুৰ মূত্ৰ আঘ্ৰাণ কৰি বন্ধ্যা নাৰীয়েও গৰ্ভধাৰণ কৰিব পাৰে। এই ৰূপত মোক কোনেও চিনি নাপাব। আৰু ময়ো বিৰাটক সন্তোষ দিব পাৰিম বুলি বিশ্বাস আছে।"

যুধিষ্ঠিৰে এইবাৰ দ্ৰৌপদীলৈ চালে আৰু একেই প্ৰশ্ন কৰিলে।

তেওঁ কলে "আমাৰ এই ভাৰ্য্যা প্ৰাণকৈও প্ৰিয়তম, মাতাৰ দৰে পৰি পালনীয়া আৰু জেষ্ঠা ভগিনীৰ দৰে মাননীয়া, কোমলাঙ্গী, বালিকাৰ দৰে সৰলা, ৰাজপুত্ৰী,

যশস্বিনী, পতিব্ৰতা আৰু উদাৰ স্বভাৱা। এওঁ কি ৰূপত ; কি প্ৰকাৰে অজ্ঞাত বাস কৰিব ?”

দ্ৰৌপদীয়ে উত্তৰ দিলে, সৈৰীন্ধ্ৰী নামৰ একজাতীয় স্ত্ৰী আছে। তেওঁলোকে স্বাধীন ভাৱে বিচৰণ কৰে। গান-বাজনাত এওঁলোক পটু। এওঁলোকে বেতন নোলোৱাকৈ আনৰ ঘৰত দাসী বৃত্তি কৰে। মই কেশ বিন্যাস কাৰ্য্যত পটু সৈৰিন্ধ্ৰী-ৰূপে পৰিচয় দিম। কোনোবাই প্ৰশ্ন কৰিলে মই ক'ম যে মই দ্ৰৌপদীৰ পৰিচাৰিকা আছিলো। মই ৰাণী সুদেষ্ণাৰ পৰিচৰ্যা কৰিম আৰু তেওঁৰ দ্বাৰা সুৰক্ষিতাও হম।” যুধিষ্ঠিৰে দ্ৰৌপদীৰ কথাত হয়ভৰ দিলে। তাৰ পাছত যুধিষ্ঠিৰে ভায়েক আৰু পত্নীক অজ্ঞাত ভাৱে ৰজাঘৰত থাকিলে কেনেকৈ থাকিব লাগে, আৰু কেনেদৰে ব্যৱহাৰ কৰিব লাগে সেই বিষয়ে উপদেশ দিয়ে। যত্নপূৰ্বক অগ্নিৰ দৰে, দেৱতাৰ দৰে ৰজাক সেৱা কৰিব লাগে। মিথ্যা ভাৱে সেৱা কৰিলে সেৱক অচিৰে ৰজাৰ দ্বাৰাই বিনষ্ট হয়। ৰজাই যি সোধে তাৰহে উত্তৰ দিব লাগে। অসাৱধনতা, গৰ্ব আৰু খং পৰিত্যাগ কৰিব লাগে। যিজনে ৰজাৰ শত্ৰুৰ লগত মিলিত নহয়, ৰজাৰ অনিষ্ট সাধন নকৰে আৰু নিজৰ ঠাই এৰি আন ঠাইলৈ নাযায়, তেওঁহে ৰজাৰ ভৱনত বাস কৰিব পাৰে। বুদ্ধিমান লোক নীৰৱ হৈ ৰজাৰ সোঁ ফালে অথবা বাঁও ফালে বহিব লাগে। নীতিজ্ঞ পণ্ডিতে অস্ত্ৰধাৰী ৰাজপুৰুষৰ নিমিত্তে ৰজাৰ পশ্চাৎভাগ নিৰূপণ কৰিছে।

নীতিজ্ঞ পণ্ডিতে ৰজাৰ সন্মুখত বহিবলৈ নিষেধ কৰিছে আৰু সন্মুখত কোনো গুপ্ত আলোচনা হলেও, সেই আলোচনাৰ কথা আন ঠাইত প্ৰকাশ কৰিবলৈ নিষেধ কৰিছে। ৰজাৰ আগত হাত-ভৰি মেলি বহা উচিত নহয়। বিকট ভাৱে বাক্য উচ্চাৰণ নকৰিব। কোনো হাস্যকৰ ঘটনা হলেও, ৰজাৰ আগত অট্টহাস্য নকৰিব। যি লোকে লাভত অতিশয় আনন্দিত নেদেখুৱায়, যি লোক অপমানিত হলেও দুঃখ প্ৰকাশ নকৰে আৰু আলাপ আলোচনাদিতো মন দিয়ে সেই লোকেই ৰাজভৱনত বাস কৰিব পাৰে। যিজন বিচক্ষণ লোক ৰজাৰ অমাত্য হৈ সদায় ৰজাৰ স্তুতিবাদ কৰে, তেনে লোকেই ৰজাৰ অনুগ্ৰহ লাভ কৰি চিৰকাল ৰাজভৱনত সুখে থাকিবলৈ পায়। যি মন্ত্ৰীয়ে নিজৰ অপৰাধবশতঃ ৰজাৰ দণ্ড পায়ো ৰজাক নিন্দা নকৰে, তেওঁ পুনৰ সম্পদ লাভ কৰে। যিজন লোকে ৰজাৰ আশ্ৰিত হৈ ৰাজ্যত বাস কৰে তেনে লোকে ৰজাৰ সন্মুখত বা পৰোক্ষত ৰজাৰ গুণহে ক'ব, দোষ উল্লেখ নকৰিব। যি মন্ত্ৰীয়ে বলপূৰ্বক ৰজাক নিজৰ অধীনত ৰাখে তেওঁ চিৰকাল সেই পদত থাকিব নোৱাৰে, প্ৰাণৰ সংশয়ত থাকিব লগা হয়। নিজৰ অত্যন্ত সম্পদ সত্ত্বেও ৰজাৰ লগত সমান ভাৱে মিলিত নহয় আৰু ৰজাক উচ্চস্থানত ৰাখে তেওঁ ৰাজভৱনত থকাৰ উপযোগী। ৰজাই কাম বিশেষত অন্যলোকক পাচিলে যিলোকে “মই কৰিব লাগে” বুলি উপযাচি ৰজাৰ সন্মুখত উপস্থিত হয়, তেওঁ ৰাজভৱনত থকাৰ যোগ্য। যি লোকে নিজ ঘৰৰ পৰা গৈ ৰাজভৱনত তৎপৰতা নিবন্ধন ৰাজকাৰ্য কৰোঁতে নিজৰ ঘৰৰ প্ৰিয়জনক

স্মৰণ নকৰে আৰু ৰাজকাৰ্য্য কষ্টকৰ হলেও সুখকৰ বুলিয়েই ভাৱে তেনে লোকেই ৰাজভৱনত বাস কৰিব পাৰে।

সম্ভৱ হলেও ৰজাৰ দৰে পৰিচ্ছদ নিপিন্ধিব। ৰজাৰ আগত অট্টহাস্য নকৰিব আৰু মন্ত্ৰণা বহুলোকৰ গোচৰীভূত নকৰিব। এনে হব পাৰিলে ৰাজভৱনত বাস কৰিব পাৰে। ৰজাৰ ধন ৰক্ষক নিযুক্ত হলে, ধন হৰণ নকৰিব। ৰজাৰ ধন অপহৰণ কৰিলে হয় কাৰাগাৰত কাল কটাব লাগিব, নহয় প্ৰাণদণ্ডেৰে দণ্ডিত হব। ৰজাই যি পোছাক পৰিচ্ছদ, যানবাহন, অলংকাৰ আদি দান কৰে, তাকেহে পৰিধান কৰিব। তেনে কৰিলে ৰজাৰ প্ৰিয়পাত্ৰ হ'ব পাৰি। বৎস যুধিষ্ঠিৰ, তোমালোকে এটা বছৰ উক্ত প্ৰকাৰে চলিবলৈ চেষ্টা কৰা; বছৰৰ অন্তত ইচ্ছানুসাৰে চলিব পাৰিবা।"

যুধিষ্ঠিৰে কলে, "আৰ্য্য, আপুনি আমাক উৎকৃষ্ট উপদেশ দিলে। মহামতি বিদুৰ আৰু মাতা কুন্তীৰ বাহিৰে আমাক এনে সৎ-উপদেশ দিওঁতা নাই। অজ্ঞাত বাস দুখৰ পৰা উত্তীৰ্ণ হবৰ নিমিত্তে আৰু ভবিষ্যতে জয় লাভ কৰিবৰ নিমিত্তে যি কৰণীয়, সেইখিনি আপুনি কৰিব পাৰে।" যুধিষ্ঠিৰৰ এই কথা শুনি পুৰোহিত ধৌম্যই যাত্ৰা সময়ৰ বিহিত কৰ্তব্য সম্পন্ন কৰে। যাত্ৰা মঙ্গলৰ কাৰ্য্যবিধি সম্পূৰ্ণ হোৱাত পাণ্ডৱ আৰু দ্ৰৌপদীয়ে অগ্নি আৰু তপস্বী ব্ৰাহ্মণক প্ৰদক্ষিণ কৰি যাত্ৰা কৰিলে। তেওঁলোকে যাত্ৰা আৰম্ভ কৰাৰ পাছত ধৌম্যই অগ্নিহোত্ৰলৈ পাঞ্চাল দেশলৈ প্ৰস্থান কৰিলে। তেওঁলোকৰ ভৃত্য-পৰিচাৰকবোৰেও পাণ্ডৱৰ ৰথ আৰু অশ্ববোৰক লৈ দ্বাৰকালৈ যাত্ৰা কৰে।

তেওঁলোকে অস্ত্ৰ-শস্ত্ৰবোৰক লৈ যমুনাৰ দক্ষিণ পাৰেদি যাবলৈ ধৰে। এইদৰে দশাৰ্ণ দেশৰ উত্তৰ, পাঞ্চাল দেশৰ দক্ষিণ আৰু শূৰসেন দেশৰ মাজেদি গৈ বিৰাট ৰাজ্যত প্ৰবেশ কৰিলে। মলিন শৰীৰ, দাড়ি-গোফে ভোৰোকাৰ, হাতত ধেনু আৰু তৰোৱাল সহ পাঁচজনে নিজকে ব্যাধ বুলি পৰিচয় দিছিল। দ্ৰৌপদীৰ খোঁজ কাঢ়ি ভাগৰ লগাত অৰ্জুনে তেওঁক কান্ধত বহন কৰি লৈ যায় আৰু বিৰাট ৰজাৰ ৰাজ-ধানীৰ ওচৰত নমায় দিয়ে।

সশস্ত্ৰে ৰাজধানীত প্ৰবেশ কৰিলে বহুতৰে তেওঁলোকৰ প্ৰকৃত পৰিচয় সম্পৰ্কে উদ্বিগ্নতা সৃষ্টি কৰিব। বিশেষকৈ গাণ্ডীৱ ধনুৱে উদ্বিগ্নতা বৃদ্ধি কৰিব। গাণ্ডীৱ ধনু বহুতে দেখিছে। তেওঁলোকে সহজেই পাণ্ডৱ বুলি ধৰিব পাৰিব। দুৰ্যোধনে অথবা তেওঁৰ অনুচৰে চিনিলে, পুনৰ বাৰ বছৰ বনলৈ যাব লাগিব।

অৰ্জুনে কলে, "হে ৰাজন্, এই শ্মশানৰ কাষৰ পৰ্বতৰ শৃঙ্গত এজোপা বৃহৎ শমীবৃক্ষ আছে, ইয়াৰ শাখাবোৰ বৃহৎ আৰু উঠা দুষ্কৰ কাৰ্য্য। এই ঠাইত মানুহৰ জনবসতিও নাই। তদুপৰি ৰাজপথৰ পৰা আঁতৰত। হিংস্ৰ জন্তুৰে পৰিপূৰ্ণ, বিশেষকৈ ভয়ঙ্কৰ শ্মশানৰ কাষত এই শমীবৃক্ষ আছে। সেই শমীবৃক্ষত আমি অস্ত্ৰবোৰ ৰাখি নগৰত প্ৰৱেশ কৰিব পাৰোঁ। আৰু আমি নিৰুদ্বেগে ফুৰিব

পাৰিম।” অৰ্জুনে এইদৰে কৈ গছৰ ওপৰত অস্ত্ৰসমূহ ৰাখিবলৈ উপক্ৰম কৰিলে। তেওঁলোকে নিজ নিজ ধনুৰ গুণ খুলি পেলালে। তাৰ পাছত তৰোৱাল, তূণীৰ, যাঠি-শেল আদি অস্ত্ৰসমূহ ধনুৰ লগত একেলগে বান্ধিলে। নকুলে গছজোপাত উঠি পত্ৰপল্লৱে আগুৰা এটা ডাঙৰ ডালত অস্ত্ৰসমূহ বান্ধি থলে দৃঢ় ৰজ্জুৰ দ্বাৰা। তাৰ পাছত ওচৰ-পাঁজৰে পৰি থকা এটা মানুহৰ মৰাশ পাই সেইটো ওচৰতে ওলোমাই বান্ধি থলে। তেওঁলোকে মানুহক কবলৈ ধৰে “ওলমি থকা মৰাশটো আমাৰ মাতৃৰ, আমাৰ পূৰ্বাপৰ ৰীতি অনুসৰি আমি শটো ওপৰত বান্ধি ৰাখিছো।” এইদৰে গো-ৰক্ষক, মেষৰক্ষকবিলাকক কৈ লাহে লাহে তেওঁলোক ৰাজধানীৰ কাষ পালেহি। যুধিষ্ঠিৰে তেওঁলোকক নতুনকৈ নামাকৰণ কৰে। যুধিষ্ঠিৰৰ জয়, ভীমৰ জয়ন্ত, অৰ্জুনৰ বিজয়, নকুলৰ জয়সেন, সহদেৱৰ জয়দ্বল নামাকৰণ কৰে। তাৰ পাছত ত্ৰয়োদশ বছৰ কটাবৰ উদ্দেশ্যে বিৰাটৰ ৰাজধানীত প্ৰৱেশ কৰে।

যুধিষ্ঠিৰৰ কথা অনুসৰি তেওঁলোক এজন এজন কৰি বিৰাট ৰজাৰ প্ৰাসাদত প্ৰৱেশ কৰি যুধিষ্ঠিৰক কোৱা মতেই আত্ম-পৰিচয় দিয়ে। বিৰাট সভাত কৃষ্ণ-বলোৰামেও আসন গ্ৰহণ কৰি বহি আছিল আৰু অন্যান্য ৰথী-মহাৰথী, পাণ্ডৱ সকল অভিমন্যু বিৰাট পুত্ৰ উত্তৰ আৰু বিৰাট নিজেও আসনাধিষ্ঠ হৈ আছিল।

বিৰাট নগৰত প্ৰবেশ কৰাৰ আগতে যুধিষ্ঠিৰে দুৰ্গাদেৱীক স্তুতি কৰি তেওঁৰ আশীৰ্বাদ লাভ কৰিছিল। পাশাখেলৰ মণিময় গুটি ( অক্ষ ) কাপোৰে বান্ধি তেওঁ বিৰাটৰ-ৰাজসভাত প্ৰৱেশ কৰে। তেওঁৰ অনুপম কান্তি দেখি বিৰাট ৰজাই কোনো নৃপতি বুলিয়েই সন্দেহ কৰিছিল। তেওঁৰ কৃত্ৰিম পৰিচয় পাই পাশাখেলৰ সাথীৰূপে ৰাজসভাত ঠাই দিলে।

বিৰাটৰ শ্যালক আৰু সেনাপতি কীচক শক্তিশালী পুৰুষ আছিল। তেওঁ দ্ৰৌপদীক দেখি কামপৰায়ণ হৈ দ্ৰৌপদীক অপমান কৰে। প্ৰকাশ্যে ৰাজসভাত দ্ৰৌপদীয়ে কীচকৰ বিৰুদ্ধে অভিযোগ দিয়াতো ৰজাই একো নকৰিলে। দ্ৰৌপদীয়ে উপাই নাপাই কোনো প্ৰতিকাৰ নকৰাৰ কাৰণে পতিকেইজনকো ধিক্কাৰ দিয়ে। বিৰাটৰ অন্যায় কাৰ্য্য দেখি অক্ৰোধী যুধিষ্ঠিৰৰো খং উঠে ( যুধিষ্ঠিৰস্য কোপাত্তু ললাটে স্বেদ আগমৎ ) তেওঁ দ্ৰৌপদীক কলে “সূৰ্য্যৰ দৰে তেজস্বী তোমাৰ পতি গন্ধৰ্ব কেইজনে সম্ভৱতঃ ভাবিছে যে এতিয়া ক্ৰোধ প্ৰকাশৰ সময় নহয়।” ফলত কীচকক ভীমে বধ কৰে।

কৌৰৱ সকল বিৰাটৰ গো-হৰণ উপলক্ষে বৃহন্নলাৰূপী অৰ্জুনে সকলো কৌৰৱ বীৰক যুদ্ধত পৰাজয় কৰি গো উদ্ধাৰ কৰে। বিৰাটে ভুল কৈ ভাবিছিল যে তেওঁৰ পুতেক উত্তৰেহে কৌৰৱক পৰাজয় কৰি গো-উদ্ধাৰ কৰিছিল। বিৰাট ৰজাই এই বিজয় বাৰে বাৰে দোহাৰি গৌৰৱ প্ৰকাশ কৰাত যুধিষ্ঠিৰে কৈছিল যে বৃহন্নলা যাৰ সহায়, তাৰ পৰাজয় নাই। বৃহন্নলাক এইদৰে বাৰে বাৰে প্ৰশংসা কৰি থকাত বিৰাটৰ

খং উঠি যুধিষ্ঠিৰৰ কপালত পাশাটি ডাল মাৰি তেজ উলিয়াই দিয়ে। দ্ৰৌপদীয়ে লবালাৰিকৈ এটা পাত্ৰত তেজখিনি ধৰি থয়। মাটিত পৰিবলৈ নিদিয়ে। ঠিক সেই সময়তে অৰ্জুন সহ উত্তৰ ৰাজদ্বাৰত উপস্থিত হয়, যুধিষ্ঠিৰে দুৱৰীক কাণে কাণে কলে যে অৰ্জুনক যেন পলম কৰি ৰাজসভালৈ অনা হয়। অৰ্জুনৰ প্ৰতিজ্ঞা আছিল যে যদি কোনোবাই যুধিষ্ঠিৰৰ ৰক্তপাত কৰে আৰু সেই তেজ যদি মাটিত পৰে, তেন্তে অৰ্জুনে তেওঁক বধ কৰিব। উত্তৰ আহি যুধিষ্ঠিৰৰ সেই অৱস্থা দেখি ৰজাক বুজাই যুধিষ্ঠিৰৰ ওচৰত ক্ষমা খোজায়। "চিৰং ক্ষান্তমিদং ৰাজন্ ন মনুবিদ্যতে মম"। মই আগতেই ক্ষমা কৰিছো, মোৰ দুঃখ নাই। মোৰ তেজ মাটিত পৰাহেঁতেন সমস্ত ৰাজ্য সহিত আপুনি বিনাশ হ'লহেঁতেন। শক্তিশালী ব্যক্তিয়ে হঠাতে এনে কৰ্ম কৰে। সেই কাৰণে আপোনাৰ ব্যৱহাৰত মোৰ খং উঠা নাই।"

যুধিষ্ঠিৰৰ চৰিত্ৰত ক্ষমাৰ উদাহৰণ বহুতো দেখা যায়। তেওঁ যথাৰ্থতে ৰাজৰ্ষি আছিল। অৰ্জুনে পাছত মৎস্যৰাজক কৈছিল ঃ

> মহৰ্ষিকল্পো ৰাজৰ্ষিস্ত্ৰিষু লোকেষু বিশ্ৰুতঃ।
> বলৱান ধৃতিমান সৌম্যঃ সত্যবাদী জিতেন্দ্ৰিয়ঃ ॥

এওঁ মহৰ্ষি কল্প ৰাজৰ্ষি তিনিও লোকত বিখ্যাত। এওঁ বলৱান, ধৈৰ্য্যশীল, সৌম্য, সত্যবাদী আৰু জিতেন্দ্ৰিয়।

পাণ্ডৱৰ বাৰ বছৰ বনবাস আৰু এবছৰ অজ্ঞাত বাস পূৰ্ণ হ'ল। উত্তৰাৰ লগত অভিমন্যুৰ বিবাহ উপলক্ষে কৃষ্ণ, বলৰাম, দ্ৰুপদ, ধৃষ্টদ্যুম্ন প্ৰভৃতি সকলো আত্মীয় স্বজন বিবাহৰ সভাত মিলিত হয়। সেই সভাত শ্ৰীকৃষ্ণই পাণ্ডৱৰ বাৰ বছৰ বনবাস দুখ আৰু এবছৰ অজ্ঞাত বাসৰ দুঃখ, দুৰ্যোধনৰ তথা ধৃতৰাষ্ট্ৰৰ কুট-কৌশল আৰু ব্যৱহাৰৰ বৰ্ণনা দিয়ে। সভাত অৰ্দ্ধ-ৰাজ্য দাবী কৰি ধৃতৰাষ্ট্ৰৰ ওচৰলৈ এজন দূত পঠোৱাৰ স্থিৰ হয়। কিন্তু দুৰ্যোধন, আৰু ধৃতৰাষ্ট্ৰই যে শান্তিপূৰ্ণভাৱে অৰ্দ্ধৰাজ্য দিব তেনে আশা নকৰি যুদ্ধৰ কাৰণে সাজু হ'ব লাগে। বিভিন্ন দেশৰ ৰজা সকলৰ সাহায্য লাভাৰ্থে দেশে দেশে দূত প্ৰেৰণ কৰা হওক। ইয়াৰ পাছত শ্ৰীকৃষ্ণ বলৰাম দ্বাৰকালৈ উভতি যায়। বয়োবৃদ্ধ পাঞ্চালৰাজ দ্ৰুপদে মৎস্যৰাজৰ লগত যুদ্ধৰ বিষয়ে আলোচনা কৰে আৰু সেইমতে ব্যৱস্থা গ্ৰহণ কৰিবলৈ দ্ৰুপদ, মৎস্যৰাজৰ নগৰত কিছুদিনৰ কাৰণে থাকি গ'ল। দ্ৰুপদে তেওঁৰ পুৰোহিতক সন্ধিৰ প্ৰস্তাৱ সহ দূত ৰূপে কৌৰৱ সভালৈ পঠোৱাৰ স্থিৰ কৰে।

মদ্ৰৰাজ শল্য, নকুল আৰু সহদেৱৰ মোমায়েক। সেই হিচাপে যুধিষ্ঠিৰৰো মাতুল। যুধিষ্ঠিৰৰ আহ্বান পাই তেওঁ বিপুল সৈন্যবাহিনী লৈ ইন্দ্ৰপ্ৰস্থলৈ যাত্ৰা কৰে। এই কথা গম পাই সুচতুৰ দুৰ্যোধনে বাটত তেওঁক ঠায়ে ঠায়ে বিপুল অভ্যৰ্থনা আৰু শুশ্ৰূষা কৰাত অতিশয় সন্তুষ্ট হৈ কুৰুপক্ষত যোগ দিবলৈ দুৰ্যোধনক কথা দিয়ে। পাছত যুধিষ্ঠিৰক লগ ধৰি সকলো কথা প্ৰকাশ কৰাত যুধিষ্ঠিৰে উদাৰ চিত্তে শল্যক কুৰুপক্ষত যোগ দিবলৈ অনুমতি দিয়ে, আৰু কৰ্ণৰ

সাৰথিত্ব কৰি তেওঁৰ 'মতিভ্ৰম ঘটাবলৈ অনুৰোধ কৰে। মতিচ্ছন্ন নহলেও কৰ্ণক পৰাজয় কৰা সহজ নাছিল। ( অকৰ্ত্তব্যমপি হেতৎ কৰ্ত্তুমৰ্হসি মাতুল )।

উঃ ৮/৪৪

"অকৰ্তব্য হলেও এইখিনি আপুনি কৰিব বুলি আশা কৰিলো। হে মাতুল," শৈল্যাই যুধিষ্ঠিৰৰ এই অনুৰোধ ৰক্ষা কৰিলেও এই কাৰ্যত যুধিষ্ঠৰৰ দূৰদৰ্শিতা প্ৰকাশ পাইছে যদিও তেওঁৰ সত্যনিষ্ঠা ক্ষুণ্ণ কৰিছে।

পাঞ্চাল ৰজাৰ পুৰোহিতৰ দৌত্য কৰ্ম নিষ্ফল হ'ল। তেওঁৰ কথাখিনি তীক্ষ্ণ আৰু স্পষ্ট আছিল। তেওঁৰ কথা শুনি ভীষ্মই কৈছিল "অতি তীক্ষ্ণন্তুতে বাক্যং ব্ৰাহ্মণ্যাদিতি মে মতিঃ" ( ব্ৰাহ্মণ কাৰণেই বোধহয় আপোনাৰ কথা বৰ তীক্ষ্ণ )। পুৰোহিতৰ কঠোৰ বাক্য শুনি ভয় খাই ধৃতৰাষ্ট্ৰই পাণ্ডৱৰ শিবিৰলৈ সঞ্জয়ক দূতৰূপে পঠায়। ধৃতৰাষ্ট্ৰৰ কথা হল যে যি হেতু যুধিষ্ঠিৰ সত্যনিষ্ঠ আৰু আৰু শান্তিপ্ৰিয় সেই কাৰণে দুৰ্যোধনে যুধিষ্ঠিৰৰ প্ৰাপ্য ৰাজ্য নিদিলেও যুদ্ধ কৰা অনুচিত। ধৃতৰাষ্ট্ৰই যুধিষ্ঠিৰক মহাতপস্বী আৰু অজাতশত্ৰু বুলি জানিছিল। তেওঁ সঞ্জয়ক কৈছিল ঃ

ধৰ্মাৰামো হ্ৰীনিষেৱস্তৰস্বী কুন্তীপুত্ৰঃ পান্ডৱোঽজাত শত্ৰুঃ।
মহাতপা ব্ৰহ্মচৰ্যেণযুক্তঃ সংকল্পোহয়ং মানসস্তস্য সিধ্যেৎ ॥

উঃ ২২/৩০—৩৫

যুধিষ্ঠিৰে আগ্ৰহেৰে সঞ্জয়ক সম্ভাষণ কৰে। হস্তিনাপুৰৰ সকলোকে যথাযোগ্য সম্ভাষণ আৰু অভিবাদন জনাই যাতে কুৰুপাণ্ডৱৰ যুদ্ধ নঘটে সেই ভাৱ প্ৰকাশ কৰে। তাৰ পাছত দুৰ্যোধনলৈ বুলি কলে, "দদশ্ব বা শক্ৰপুৰীং মমৈৱ যুধ্যস্ব বা ভাৰতমুখ্য বীৰ।" ( হে বীৰ, মোক ইন্দ্ৰপ্ৰস্থ নগৰ প্ৰত্যাৰ্পণ কৰা, নতুবা যুদ্ধ কৰা। )

যুদ্ধ যাতে নহয়, তাৰ কাৰণে যুধিষ্ঠিৰে সযত্নে আৰু সৰ্বপ্ৰথম চেষ্টা কৰিছিল। সঞ্জৰ উভতি যোৱাৰ পাছত যুধিষ্ঠিৰে কৃষ্ণক দূতস্বৰূপে যাবলৈ অনুৰোধ কৰে। যাবৰ সময়ত তেওঁ কৃষ্ণক কৈছিল "বিশ্বক্‌সেন কুৰূণ্ গত্বা ভৰতান, সময়ে প্ৰভো। যথা সৰ্বে সুমনসঃ সহ স্যাম সুচেতসঃ" ( হে প্ৰভাৱশালী বীৰ তুমি কুৰু সভালৈ গৈ ভৰতবংশীয় সকলোকে শান্ত কৰিবা আৰু আমি উভয় পক্ষই যাতে মিলি জুলি থাকিব পাৰোঁ তাৰ ব্যৱস্থা কৰিবা। )

যুদ্ধ এৰাবৰ কাৰণে যুধিষ্ঠিৰে মাত্ৰ পাঁচখন গাঁও দাবী কৰিলে। ধৃতৰাষ্ট্ৰই ইয়াতো দুৰ্যোধনক মান্তি কৰাব নোৱাৰিলে। দুৰ্যোধনে সুচ্যগ্ৰ ভূমিও ( বেজিৰ মুৰত উঠা মাটিকণ ) নিদিয়ে বুলি কৈ পঠালে। ভীষ্ম, দ্ৰোণ, বিদুৰ আৰু মাতৃ গান্ধাৰীৰ উপদেশ অমান্য কৰি দুৰ্যোধন তেওঁৰ কথাত অবিচল থাকিল। অগত্যা কৃষ্ণৰ মুখৰ পৰাই যুদ্ধাৰম্ভৰ সাতদিন আগতে পাণ্ডৱে যুদ্ধ ঘোষণা কৰে। পাণ্ডৱ পক্ষৰ সাত অক্ষৌহিণী আৰু কৌৰৱৰ এঘাৰ অক্ষৌহিণী সৈন্য কুৰুক্ষেত্ৰত সমবেত

হয়। ইয়াৰ পাছত কুৰুদূত উলূকৰ দম্ভপূৰ্ণ অশ্ৰাব্য বাক্য শুনিও যুধিষ্ঠিৰে ধৈৰ্য্যধাৰি তেওঁক বিদায় দিয়ে।

উভয় পক্ষৰ সৈন্য বিশাল কুৰুক্ষেত্ৰৰ ময়দানত সমৱেত হ'ল। প্ৰত্যেক বীৰে শঙ্খধ্বনি কৰি যুদ্ধাৰম্ভৰ সূচনা কৰে। যুধিষ্ঠিৰৰ শংখৰ নাম আছিল 'অনন্ত-বিজয়'। তেওঁৰ ধনুৰ ৰং আছিল ইন্দ্ৰগোপচিত্ৰিত অৰ্থাৎ ৰঙাৰঙেৰে চিত্ৰিত। তেওঁৰ ৰথৰ ধ্বজা বা পতাকাত এটা মৃদঙ্গৰ চিত্ৰ অংকন কৰা আছিল। এই কাৰণে তেওঁক মৃদঙ্গ-কেতু বোলা হয়। যুদ্ধাৰম্ভৰ আগমুহূৰ্তত তেওঁ কবচ আৰু ধনুৰ্বাণ ত্যাগ কৰি শুদা ভৰিৰে বদ্ধাঞ্জলি হৈ শত্ৰুসেনাৰ ফালে অগ্ৰসৰ হয়। ভীমাৰ্জুনে প্ৰমাদ গণিলে, পাণ্ডৱসৈন্যই স্তব্ধ হৈ চাই থাকিল। কিন্তু কৃষ্ণই যুধিষ্ঠিৰৰ অভিপ্ৰায় বুজিব পাৰিছিল। যুধিষ্ঠিৰে যথাক্ৰমে ভীষ্ম, দ্ৰোণ, কৃপ আৰু শল্যক প্ৰণাম কৰি আশীৰ্বাদ ভিক্ষা কৰিলে। তেওঁলোকে পাণ্ডৱজ্যেষ্ঠক প্ৰাণভৰি যুদ্ধজয়ৰ আশীৰ্বাদ দিলে। এই কাৰ্য্যতঃ প্ৰণত আৰু প্ৰণম্য উভয়েৰে মহত্ত্ব প্ৰকাশ পাইছে। ভীষ্ম-দ্ৰোণাদিয়ে অন্নঋণ পৰিশোধ কৰাৰ উদ্দেশ্যেই যে দুৰ্যোধনৰ পক্ষত যোগ দিছিল সেই কথা তেওঁলোকৰ উক্তিৰ পৰাই জানিব পাৰি। যুধিষ্ঠিৰে এনে সময়ত ঘোষণা কৰে যে যি সকলে ইচ্ছা কৰে, তেওঁলোকে যি কোনো পক্ষত যোগ দিব পাৰে। এই ঘোষণাত ধৃতৰাষ্ট্ৰৰ পুত্ৰ যুযুৎসুৱে পাণ্ডৱ পক্ষ গ্ৰহণ কৰে। যুধিষ্ঠিৰৰ আচৰণত সকলো মুগ্ধ হয় আৰু তেওঁক সকলোৱে প্ৰশংসা কৰিবলৈ ধৰে।

যুদ্ধ আৰম্ভ হ'ল। ভীষ্মৰ সেনাপতিত্বত কৌৰৱ পক্ষই যুদ্ধ আৰম্ভ কৰে। প্ৰত্যেক দিনে ভীষ্মই দহ হাজাৰকৈ পাণ্ডৱ সৈন্য বধ কৰিবলৈ ধৰে। কৃষ্ণৰ উপদেশত যুধিষ্ঠিৰে ভীষ্মৰ ওচৰলৈ গৈ যথাৰীতি প্ৰণাম জনায়। ভীষ্ম অজেয় বীৰ, তদুপৰি ইচ্ছা মৃত্যুৰ অধিকাৰী। গতিকে তেওঁক পৰাজয় কৰা বা বধ কৰাৰ উপায় সোধে। ভীষ্মই যুধিষ্ঠিৰক সোধে

কিংবা কাৰ্য্যং কৰোম্যদ্য যুষ্মাকং প্ৰীতি বৰ্দ্ধনম্।
সৰ্বাত্মনাপি কৰ্ত্তাস্মি যদ্যপি স্যাৎ সুদুষ্কৰম॥

(তোমালোকৰ প্ৰীতিৰ অৰ্থে মই আজি কি কৰিব লাগে? সুদুষ্কৰ হলেও সৰ্বোপায়ে মই সম্পন্ন কৰিম।)

ভীষ্মৰ কথাত আশ্বস্ত হৈ যুধিষ্ঠিৰে বিনীতভাৱে কলে, "হে ধৰ্মজ্ঞ কি উপায়েনো আমি জয় লাভ কৰিব পাৰিম? এই লোকক্ষয় কেনেকৈ নিবাৰণ কৰা যাব? কি প্ৰকাৰে আপোনাৰ বিক্ৰম আমি সহ্য কৰিম? আপুনি স্বয়ং কৈ দিয়ক।"

শিখণ্ডীক সম্মুখত ৰাখি অৰ্জুনে শৰ নিক্ষেপ কৰিলে তেওঁক মাৰিব পাৰিব বুলি কলে। শিখণ্ডী নাৰী বেশত থাকে, নপুংসক। নপুংসকৰ বিৰুদ্ধে তেওঁ অস্ত্ৰ নধৰে। পিতামহৰ এই কথাই এহাতে যেনেকৈ তেওঁৰ মহত্ত্ব প্ৰকাশ কৰিছে

তেনেকৈ যুধিষ্ঠিৰৰ আপাত সৰলতাৰ মাজেদি বিচক্ষণতাও প্ৰকাশ পাইছে। অৰ্জুনে মৎস্যৰাজ বিৰাটক যুধিষ্ঠিৰৰ বীৰত্ব প্ৰশংসা কৰি কৈছিল।

এষোহস্ত্ৰং বিবিধং বেত্তি ত্ৰৈলোক্যে সচৰাচৰে।
ন চৈব্যনঃ পুমান বেত্তি ন বেৎস্যতি কদাচন॥

( এওঁ বিবিধ অস্ত্ৰ বিদ্যাত অভিজ্ঞ। ত্ৰিলোকত এওঁৰ সমান অস্ত্ৰবিদ্যাত অভিজ্ঞ কোনো নাই আৰু ভবিষ্যতেও নহব।)

দ্ৰোণাচাৰ্য্যৰ লগত যুদ্ধ কৰোতে তেওঁ বিবিধ অস্ত্ৰ জ্ঞানৰ পৰিচয় দিছে। অভিমন্যুৰ হত্যাৰ কাৰণে তেওঁ দ্ৰোণাচাৰ্য্য, কৰ্ণ, অশ্বত্থামা আৰু কৃতবৰ্মাক দায়ী কৰিছে। তেওঁ এই সম্পৰ্কত কৃষ্ণক কৈছিল যে যুদ্ধত জয়ী হবলৈ হলে দ্ৰোণ, অশ্বত্থামা আৰু কৰ্ণক বধ কৰিব লাগিব।

কৰ্ণ দ্ৰোণৌ ৰণে পূৰ্বং হন্তব্যমিতি মে মতিঃ
এতৌ হি মূলং দুঃখানামস্মাকং পুৰুষৰ্ষভ

দ্ৰোণ ঃ ১৮২ / ৪৬

( হে পুৰুষৰ্ষভ কৰ্ণ আৰু দ্ৰোণক আগেয়ে বধ কৰা উচিত। এই দুজনেই আমাৰ দুঃখৰ মূল )

ওপৰৰ উক্তিৰ পৰা জনা যায় যে দ্ৰোণৰ অভিমন্যু বধ সংক্ৰান্তত নৃশংস আচৰণৰ কাৰণে যুধিষ্ঠিৰ অত্যন্ত ক্ষুব্ধ হৈছিল। দ্ৰোণাচাৰ্য্যৰ অসাধাৰণ বীৰত্ব দেখি কৃষ্ণই পৰামৰ্শ দিলে যে যি কোনো উপায়ে আচাৰ্য্যক নিৰস্ত্ৰ কৰিব নোৱাৰিলে যুদ্ধ জিকা সম্ভৱ নহব। অশ্বত্থামাৰ মৃত্যু সংবাদ শুনিলেহে আচাৰ্য্যই অস্ত্ৰ ত্যাগ কৰিব, গতিকে অধৰ্মৰ আশ্ৰয় লৈ হলেও দ্ৰোণাচাৰ্য্যক অস্ত্ৰত্যাগ কৰাব লাগিব। কিন্তু এনে কৰাত প্ৰধান বাধা যুধিষ্ঠিৰ। তেওঁ কেতিয়াও মিছা কথা নকয়। ভীম, অৰ্জুন, ধৃষ্টদ্যুম্ন আদিয়ে প্ৰচাৰ কৰি দিলে যে অশ্বত্থামা যুদ্ধত নিহত হৈছে। দৰাচলতে অশ্বত্থামা নামৰ হাতী এটাহে ভীমৰ হাতত নিহত হৈছিল। দ্ৰোণাচাৰ্য্যই এই সংবাদৰ সত্যাসত্য নিৰ্ণয় কৰিবলৈ যুধিষ্ঠিৰ কাষ চাপে। আচাৰ্য্যই প্ৰশ্ন কৰাত যুধিষ্ঠিৰে কৌশলপূৰ্ণভাৱে উত্তৰ দিয়ে, "অশ্বত্থামা হত ইতি গজঃ"। "ইতি গজঃ" এই অংশ যাতে আচাৰ্য্যই শুনিব নোৱাৰে সেই উদ্দেশ্যে অৰ্জুনৰ বাদে বাকী সকলোৱে "অশ্বত্থামা হতঃ" এই ব্যাকাংশৰ ওপৰত জোৰ দি চিঞৰিবলৈ ধৰাত আচাৰ্য্যই "ইতি গজঃ" ব্যাকাংশ শুনিবলৈ নাপাই পুতেক যুদ্ধত মৰিলে বুলি ভাবি ধনুখনৰ আগটোত ডিঙিৰ ভেজা দি অশ্ৰুপাত কৰিবলৈ ধৰে। চকুৰ পানী বৈ আহি ডিঙিটো তিয়াই পেলালে। কৃষ্ণই ধৰ্ণুগুণেদি বৈ অহা চকুৰ পানী লৈ আঙুলিয়াই অৰ্জুনক কলে, "চোৱা, তোমাৰ গুৰুদেৱক এতিয়া সাপে খুটিব, শীঘ্ৰে সাপটো বধ কৰা।" কৃষ্ণৰ কথাত বিশ্বাস কৰি অৰ্জুনে শৰমাৰি গুণদাল কাটি পেলোৱাত ধেনুৰ আগটোৱে গুৰুজীৰ ডিঙিটো বিন্ধি পেলায়। সেই সুযোগতে ধৃষ্টদ্যুম্নই আগবাঢ়ি গৈ তৰোৱালেৰে দ্ৰোণাচাৰ্যক বধ কৰে। উক্ত

ঘটনাই যুধিষ্ঠিৰৰ চৰিত্ৰত কিছু কলঙ্ক সানিছে। 'ইতি গজ' বুলি নকৈ যদি চিধাচিধি অশ্বত্থামা যুদ্ধত মৰা নাই বুলি কলেহেঁতেন তেন্তে কলঙ্কিত নহলহেঁতেন।

অস্ত্ৰবিশাৰদ যদিও কৌশলৰ অভাৱ আৰু সহ্যগুণ নোহোৱাৰ কাৰণে তেওঁ একাধিকবাৰ যুদ্ধৰ পৰা প্ৰাণ লৈ পলায়ন কৰিব লগা হৈছিল, বিশেষকৈ ভীষ্ম, দ্ৰোণ আৰু কৰ্ণৰ লগত যুদ্ধ কৰি তেওঁ প্ৰায়ে পলায়ন কৰিছিল। কৰ্ণৰ লগত যুদ্ধ কৰি ক্ষত বিক্ষত দেহেৰে পলায়ন কৰি ঘৰত শুই থাকোঁতে অৰ্জুনে দেখা কৰিবলৈ যাওঁতে তেওঁ কৰ্ণৰ বীৰত্বৰ প্ৰশংসা কৰি অৰ্জুনক গাণ্ডীৱ ধাৰণৰ অনুপযুক্ত বুলি কৃষ্ণক গাণ্ডীৱধনু দিবলৈ কোৱাত অৰ্জুনে তেওঁৰ প্ৰতিজ্ঞা অনুসাৰে ককায়েকক কাটিবলৈ খোজোঁতে কৃষ্ণই বাধা দিয়ে। অৰ্জুনৰ প্ৰতিজ্ঞা আছিল যে যদি কোনোবাই গাণ্ডীৱক নিন্দা কৰে, তেন্তে নিন্দাকাৰীক বধ কৰিব, নহয় আত্মহত্যা কৰিব। গাণ্ডীৱক নিন্দা কৰা বা অন্যৰ হাতত অৰ্পণ কৰিবলৈ কোৱাজনক তেওঁ কেতিয়াও সহ্য নকৰে। কৃষ্ণই কয় যে ককায়েকক যি হেতুকে খণ্ডত "তুমি" বুলি সম্বোধন কৰিলে সেয়ে অপমান কৰাৰ তুল্য হ'ল। অৰ্জুনে কান্দি কান্দি জ্যেষ্ঠ ভাইৰ পদতলত পৰি আত্মগ্লানি কৰাত যুধিষ্ঠিৰে অশ্ৰুজলেৰে অৰ্জুনৰ শিৰ অভিষিক্ত কৰি তেওঁক আলিঙ্গন কৰে।

ৰুদিত্বা সুচিৰং কালং ভ্ৰাতৰৌ সুমহাদ্যুতী।
কৃত শোচৌ মহাৰাজ প্ৰীতিমন্তৌ বভূবতুঃ॥

(দীৰ্ঘকাল ৰোদন কৰি দুই ভ্ৰাতৃৰ মনৰ গ্লানি দূৰ হ'ল)

যুধিষ্ঠিৰে যুদ্ধক্ষেত্ৰত মাতুল শৈল্য আৰু তেওঁৰ অনুজক বধ কৰিছিল। ইয়াৰ বাহিৰে তেওঁৰ বীৰত্বৰ কথা পোৱা নাযায়। শল্যৰ মৃত্যুৰ পাছত দুৰ্যোধনে অসহায় বোধ কৰি পলাই গৈ দ্বৈপায়ন হ্ৰদত আশ্ৰয় লয়। লোক মুখে এই সংবাদ শুনি কৃষ্ণ সহ পাণ্ডৱগণ দ্বৈপায়ন হ্ৰদৰ তীৰত উপস্থিত হয়। যুধিষ্ঠিৰে ঈষৎ ব্যঙ্গভাৱে দুৰ্যোধনক সম্বোধন কৰি কলে, "হে ৰাজন, সমস্ত ক্ষত্ৰিয় কুল ধ্বংস কৰি এতিয়া কিয় আত্মগোপন কৰিছা? তোমাৰ পৌৰুষ কলৈ পলাল? উঠা, যুদ্ধ কৰা। হয় যুদ্ধ জয় কৰি অকণ্টকা ৰাজ্য ভোগ কৰা, নহয় ভূমি মৃত্যুশয্যা গ্ৰহণ কৰি স্বৰ্গলাভ কৰা।"

অভিমানী দুৰ্যোধনে যুধিষ্ঠিৰৰ আহ্বান গ্ৰহণ কৰিলে। তেওঁ পানীৰ পৰা উঠি আহিল, তেওঁ গদাহস্তে কলে, "তোমালোক মাজৰ যি কোনো এজনক মোৰ লগত গদাযুদ্ধ কৰিবলৈ মই আহ্বান কৰিলো"। যুধিষ্ঠিৰে পাঁচ ভাইৰ যি কোনো এজনক আহ্বান কৰিবলৈ কৈ পানীৰ পৰা উঠি আহিবলৈ ক'লে। যুধিষ্ঠিৰে তেওঁক গদা আৰু কবচ দিলে। শ্ৰীকৃষ্ণই যুধিষ্ঠিৰক যি কোনো এজনক বাছি লবলৈ দুৰ্যোধনক সুবিধা দিয়াত ভৎৰ্সনা কৰিলে। কাৰণ, তেওঁ জানিছিল গদা যুদ্ধত তেওঁৰ সমকক্ষ ভীমৰ বাহিৰে আন এজনো নহয়। ভীমৰ শাৰীৰিক শক্তি অধিক যদিও গদা যুদ্ধৰ কৌশলত দুৰ্যোধন অধিক অভিজ্ঞ। দুৰ্যোধনে যদি যুধিষ্ঠিৰ বা অন্য তিন জনৰ

এজনক বাছি ললেহেঁতেন, তেন্তে কি শোচনীয় পৰিণাম হ'লহেঁতেন যুধিষ্ঠিৰে সেইটো ভাবি চোৱা নাছিল। সৌভাগ্য ক্ৰমে অভিমানী দুৰ্যোধনে তেওঁৰ সমকক্ষ ভীমক যুদ্ধলৈ আহ্বান কৰিলে। যুদ্ধ আৰম্ভ হ'ল। সমানে সমানে যুদ্ধ চলিবলৈ ধৰে। কৃষ্ণৰ ইঙ্গিতত অৰ্জুনে ভীমে দেখাকৈ উৰুত চাপৰ মাৰি উৰু ভঙ্গ কৰাৰ প্ৰতিজ্ঞা সোঁৱৰাই দিয়াত অন্যায় ভাৱে ভীমে গদাঘাত কৰি দুৰ্যোধনৰ উৰুভঙ্গ কৰে। ভূপতিত ৰজাৰ মূৰত পূৰ্বপ্ৰতিজ্ঞা সুঁৱৰি পদাঘাত কৰে। এই ব্যৱহাৰত যুধিষ্ঠিৰে অতিশয় দুখ পাই কয় ঃ—

মা শিৰোঽস্য পদা মৰ্দীমা ধৰ্মস্তেঽতিগো ভৱেৎ
ৰাজাজ্ঞাতিৰ্হতশ্চায়ং নৈতন্যায্যং তবানঘ ॥
একাদশচমূনাথং কুৰূণামধিপং তথা।
মা স্প্ৰাক্ষীৰ্ভী পাদেন ৰাজানং জ্ঞাতিমেচ ॥
হতবন্ধুৰমাত্যো ভ্ৰষ্ট সৈন্যো হতো মৃধে।
সৰ্বাকাৰণে শোচ্যোঽয়ং ন্যৱহাস্যোঽয়মীশ্বৰঃ ॥

শল্য— ৬/১৬/১৮

( হে ভীম, দুৰ্যোধনৰ মূৰত পদাঘাত নকৰিবা, তুমি লাথি মাৰি ধৰ্ম লঙ্ঘন কৰিছা। এওঁ ৰজা, আমাৰ জ্ঞাতি, তদুপৰি ভূপতিত, তুমি অন্যায় কাম কৰিছা। এওঁ একাদশ অক্ষৌহিণীৰ অধিপতি, কুৰুৰাজ আৰু আমাৰ জ্ঞাতি। ভৰিৰে এওঁক আঘাত নকৰিবা। যুদ্ধত এওঁৰ বন্ধু, অমাত্য আৰু সকলো সৈন্য নিহত হৈছে. এওঁ নিজে মুমূৰ্ষ'। এনে অৱস্থাত এওঁ দয়াৰহে পাত্ৰ, উপহাসৰ নহয়"। )

এই বুলি ভীমক তিৰস্কাৰ কৰি যুধিষ্ঠিৰে দুৰ্যোধনক কলে, "ভাই দুখ নকৰিবা। তুমি কৃতকৰ্মৰ ফল ভোগ কৰিছা। লোভ, মোহ, অহংকাৰে আৰু নিবৰ্দ্ধিতাৰ কাৰণে তোমাৰ এই অৱস্থা হৈছে। তোমাৰ মৃত্যু শ্লাঘ্য, তুমি ক্ষত্ৰিয় কুলোচিত বীৰৰ মৃত্যু লাভ কৰিছা। আমিহে শোচনীয় অৱস্থা পালো। বন্ধু, বান্ধৱ, পুত্ৰ, পৌত্ৰাদিৰ শোকত ক্লিষ্ট হৈ আমি দুখ ভোগৰ কাৰণে জিয়াই থাকিলো। হে ৰাজন, তুমি স্বৰ্গলৈ যাবলৈ ওলাইছা, আমি নাৰকী। শোকদগ্ধা বিধবা নাৰীৰ অভিসম্পাত পাই আমি কেৱল দুঃখ ভোগ কৰি পৃথিৱীত জীয়াই থাকিম।"

অন্যায় যুদ্ধৰ কথা ভাবি 'গান্ধাৰীৰ তপঃশক্তিলৈ যুধিষ্ঠিৰ ভীত হ'ল। তেওঁ ভাবিলে ঃ—

স হি পুত্ৰবধং শ্ৰুত্বা কৃতমস্মাভিৰীদৃশং।
মানসেনাগ্নিনা ক্ৰুদ্ধা ভস্মসান্নঃ কৰিষ্যতি ॥

অন্যায় যুদ্ধত পুত্ৰ নিহত হোৱা শুনি ক্ৰুদ্ধা গান্ধাৰীয়ে মানসাগ্নিৰ দ্বাৰা আমাক ভস্ম কৰিব। এই বিপদত ৰক্ষা কৰিবৰ কাৰণে তেওঁ কৃষ্ণৰ শৰণাপন্ন হয়। কৃষ্ণই হস্তিনাপুৰলৈ গৈ নানা প্ৰকাৰ প্ৰবোধ বাক্যৰ দ্বাৰা ধৃতৰাষ্ট্ৰ আৰু গান্ধাৰীক শান্ত কৰিলে।

অশ্বত্থামাৰ ভয়াৱহ নৈশ অভিযানৰ কথা ধৃষ্টদ্যুম্নৰ সাৰথিয়ে কোনো মতে পলাই গৈ ৰাতিপুৱা পাণ্ডবক জনালে। এই দাৰুণ সংবাদ শুনি যুধিষ্ঠিৰ মূৰ্চ্ছা যায়। সাত্যকি আৰু ভায়েক কেইজনৰ শুশ্ৰূষাত সংজ্ঞা লাভ কৰি শোকত বিলাপ কৰিবলৈ ধৰে আৰু বাৰে বাৰে যুদ্ধজয়ক ধিক্কাৰ দিবলৈ ধৰে। বিশেষকৈ পিতা পুত্ৰাদিৰ নিধন সংবাদ শুনি দ্ৰৌপদীৰ কি অবস্থা হ'ব, সেই কথা চিন্তা কৰি ধৰ্মৰাজ অতিশয় ব্যথিত হ'ল। দ্ৰৌপদীক আনিবৰ কাৰণে নকুলক উপপ্লব্যলৈ পঠালে, শিবিৰত উপস্থিত হৈ মৃত ৰুধিৰাক্ত দেহ কেইটা দেখি যুধিষ্ঠিৰ আকৌ মূৰ্চ্ছা গ'ল। ভীমাৰ্জুন আদিৰো একে দশা।

পতিসকলৰ সমীপত উপস্থিত হৈ মৃত পুত্ৰ আৰু ভ্ৰাতৃক দেখা পাই দ্ৰৌপদী সংজ্ঞাহীন হ'ল। সচেতন হৈ তেওঁ আততায়ী অশ্বত্থামাক যুদ্ধত বধ কৰিবলৈ পতি কেইজনক উত্তেজিত কৰিবলৈ ধৰে। অশ্বত্থামা যে অমৰ সেই কথা তেওঁ পাহৰি গ'ল। যুধিষ্ঠিৰৰ সান্ত্বনা বাক্যত কিছু সুস্থিৰ হৈ অশ্বত্থামাৰ মূৰত থকা মণিটো আনি দিবলৈ পতি সকলক অনুৰোধ কৰে। ভীমে অনেক অনুসন্ধান কৰি গঙ্গাৰ পাৰত অশ্বত্থামাক বিচাৰি উলিয়ালে। অশ্বত্থামাই আত্মৰক্ষাৰ কাৰণে "ব্ৰহ্মশিৰ" নামৰ ভীষণ অস্ত্ৰ নিক্ষেপ কৰে। ভীমক ৰক্ষা কৰিবলৈ কৃষ্ণৰ নিৰ্দেশত অৰ্জুনেও দিব্যাস্ত্ৰ নিবাৰক অস্ত্ৰ নিক্ষেপ কৰিলে। প্ৰলয়াগ্নি সদৃশ দুই অস্ত্ৰৰ প্ৰভাৱত পৃথিৱী ধ্বংস হোৱাৰ সম্ভাৱনা দেখি দেৱৰ্ষি নাৰদ আৰু মহৰ্ষি ব্যাসে দুইজনকে অস্ত্ৰ সম্বৰণ কৰিবলৈ অনুৰোধ কৰাত অৰ্জুনে নিজৰ অস্ত্ৰ সম্বৰণ কৰে। কিন্তু অশ্বত্থামাই সম্বৰণ নকৰাত সেই অস্ত্ৰই অভিমন্যুৰ পত্নী উত্তৰাৰ গৰ্ভত থকা সন্তান নষ্ট কৰিবলৈ নিক্ষেপ কৰে, কিন্তু ভগবান কৃষ্ণই গৰ্ভত প্ৰৱেশ কৰি সন্তানটি ৰক্ষা কৰে। এই সন্তানটিয়েই পৰীক্ষিত। অশ্বত্থামাৰ মূৰৰ মণিটো কাটি আনি দ্ৰৌপদীক উপহাৰ দিয়ে। দ্ৰৌপদীয়ে সেই মণিটো যুধিষ্ঠিৰক ধাৰণ কৰিবলৈ কয়।

ততো দিব্যং মণিবৰং শিৰসাধাৰয়ন্ প্ৰভুঃ।
শুশুভে বা তদাৰাজা সচন্দ্ৰ ইৱ পৰ্বতঃ॥

( যুধিষ্ঠিৰে সেই মণিটো ধাৰণ কৰাত চন্দ্ৰযুক্ত পৰ্বতৰ দৰে শোভা পাবলৈ ধৰে।)

লোকক্ষয়কাৰী মহাযুদ্ধ শেষ হ'ল। লাখ লাখ সৈন্য নিহত হ'ল। বিদুৰে সুমধুৰ ভাষাৰে ধৃতৰাষ্ট্ৰ-গান্ধাৰীক সান্ত্বনা দিলে। শোকাৰ্ত ধৃতৰাষ্ট্ৰ-গান্ধাৰীয়ে পুৰনাৰী সকলক লৈ কুৰুক্ষেত্ৰ মহাশ্মশানলৈ যাত্ৰা কৰে। যুধিষ্ঠিৰে এই সংবাদ শুনি কৃষ্ণ, যুযুধান, যুযুৎসু, দ্ৰৌপদী আৰু ভায়েক কেইজনক লগত লৈ তেওঁ লোকক অনুসৰণ কৰে। যুধিষ্ঠিৰ তেওঁৰ কাষলৈ গৈ ভৰিত ধৰে শোকাৰ্ত্তা নাৰী সকলৰ কৰুণ বিননি শুনি তেওঁ ধৃতৰাষ্ট্ৰ আৰু গান্ধাৰীৰ সন্মুখত উপস্থিত হৈ আত্ম-পৰিচয় দিয়ে। শোকাৰ্ত্ত ধৃতৰাষ্ট্ৰই যুধিষ্ঠিৰক আকোঁৱালি ললে। শোকাতুৰা বৃদ্ধা গান্ধাৰীয়ে যুধিষ্ঠিৰক লগ পাব বিচৰাত যুধিষ্ঠিৰ তেওঁৰ কাষলৈ গৈ ভৰিত ধৰি সেৱা কৰে আৰু ক্ষমা খোজে।

পুত্ৰহন্তা নৃশংসোঽহং তৱ দেৱি যুধিষ্ঠিৰঃ।
শাপাৰ্হঃ পৃথিৱী নাশে হেতুভুতঃ শপস্ব মাম্ ॥

( দেৱী, "মই আপোনাৰ পুত্ৰহন্তা যুধিষ্ঠিৰ। ময়েই পৃথিৱী নাশৰ হেতু। মোক শাপ দি ভষ্ম কৰক।" )

গান্ধাৰীয়ে মৌনভাৱে কেৱল দীৰ্ঘনিশ্বাস ত্যাগ কৰিলে। তেওঁৰ কাপোৰেৰে ধাকি যোৱা নেত্ৰচ্ছদৰ ফাঁকেদি যুধিষ্ঠিৰৰ হাতৰ আঙুলি কেইটালৈ দৃষ্টি নিক্ষেপ কৰাত হাতৰ নখ কেইটা ক'লা হৈ গ'ল। অৰ্জুনে ভয়তে কৃষ্ণৰ দেহৰ আঁৰত আত্মগোপন কৰিলে; বাকীবোৰ দোৰী পলাল। কিছু সময়ৰ পাছত তেওঁৰ খং মাৰ গ'ল। তেওঁ পাণ্ডৱগণক মাতৃবৎ সান্ত্বনা দিলে।

গঙ্গাত মৃতসকললৈ তৰ্পণ দিওঁতে কুন্তীয়ে কৰ্ণলৈকো তৰ্পণ যাচিবলৈ যুধিষ্ঠিৰক অনুৰোধ কৰে। সেই প্ৰসঙ্গতে কৰ্ণ যে কুন্তীৰ পুত্ৰ আছিল সেই কথা প্ৰকাশ পায়। ইমান বছৰ কুন্তীয়ে কথাটো গোপন কৰি ৰখা কাৰণে যুধিষ্ঠিৰে নাৰী জাতিক কোনো কথা গোপনে ৰাখিব নোৱাৰিবলৈ অভিশাপ দিয়ে। ( অতো মনসি যদ্ গুহ্যং স্ত্ৰীণাং তন্ন ভৱিষ্যতি, স্ত্ৰী পৰ্ব্ব ২৭/২৯ )। কৰ্ণৰ উদ্দেশ্যেও যুধিষ্ঠিৰে শোকাকুল চিত্তে তৰ্পণ যাচিলে। তেওঁলোকে গঙ্গাৰ তীৰত এমাহ বাস কৰিলে। যুদ্ধৰ সময়ত তেওঁলোকে যি পাপ কৰিছিল তাৰ খণ্ডনৰ কাৰণেই এমাহ গঙ্গাস্নান কৰিলে।

ব্যাস, নাৰদ, দেৱল, প্ৰভৃতি ঋষিসকলো পাণ্ডৱৰ লগতে গঙ্গাবাসী হৈছিল। যুদ্ধত নিহত সুহৃদবৰ্গ, বিশেষকৈ কৰ্ণৰ কথা স্মৰণ কৰি যুধিষ্ঠিৰ অতিশয় ব্যাকুল হৈ পৰে। মহাযুদ্ধৰ কাৰণে নিজকে সম্পূৰ্ণ দায়ী ভাবি কৈছিল,

"ধিগস্তু ক্ষত্ৰিয়মাচাৰং ধিগস্তু বল পৌৰুষম"

( ক্ষত্ৰিয়ৰ আচাৰক ধিক্, বল আৰু পৌৰুষক ধিক্ )। তেওঁ বেজাৰত অৰ্জুনৰ ওপৰত ৰাজ্যভাৰ দি পুনৰ বন গমনৰ ইচ্ছা প্ৰকাশ কৰিছিল। ভায়েক, দ্ৰৌপদী, আৰু ঋষি-সকলৰ প্ৰবোধ বাক্য আৰু সান্ত্বনাত সেই ইচ্ছা শিথিল হয়। তাৰ পাছত হস্তিনাপুৰীত প্ৰৱেশ কৰি অভিষেক ক্ৰিয়া সম্পন্ন কৰে। ভীমক যথাৰীতি যুৱৰাজ পদত অভিষিক্ত কৰে। মহামতি বিদুৰক প্ৰধান মন্ত্ৰী, সঞ্জয়ক অৰ্থমন্ত্ৰী আৰু অন্যান্য উপযুক্ত ব্যক্তিক বিভিন্ন বিভাগৰ দায়িত্বত নিয়োগ কৰে। পুৰবাসী সকলক সম্বোধন কৰি তেওঁ কৈছিল :—

যদি চাহমনুগ্ৰাহেথা ভৱতাং সুহৃদাং তথা।
ধৃতৰাষ্ট্ৰে যথা পূৰ্বং বৃত্তিং বৰ্ত্তিতুমৰ্হথ ॥
এষ নাথো হি জাগতো ভৱতাঞ্চ ময়া সহ।
অস্যৈৱ পৃথিৱী কৃৎস্না পাণ্ডৱাঃ সৰ্ব এৱচ ॥

( আপোনালোকে আৰু সুহৃদ বৰ্গই যদি মোক অনুগৃহিত কৰিব খোজে তেন্তে ধৃতৰাষ্ট্ৰৰ প্ৰতি পূৰ্বৰ ব্যৱহাৰ অব্যাহত ৰাখিব। তেখেত আমাৰ পালক। সমগ্ৰ

পৃথিৱী আৰু আমি এওঁৰেই অধীন।) যুধিষ্ঠিৰৰ এই উক্তিয়ে গুৰুজনৰ প্ৰতি থকা তেওঁৰ শ্ৰদ্ধা আৰু ভক্তি প্ৰকাশ কৰিছে। বহুত অৰ্থ ব্যয় কৰি মৃতক সকলৰ শ্ৰাদ্ধাদিৰ ক্ৰিয়া সম্পন্ন কৰে। প্ৰচুৰ দান দক্ষিণাও দিয়ে। তাৰ পাছত তেওঁ ধৃতৰাষ্ট্ৰ; গান্ধাৰী, বিদুৰ, যুযুৎসু, কৃষ্ণ আৰু পুৰোহিত ধৌম্যৰ হাতত ৰাজ্যৰ শাসন ভাৰ এৰি দি শান্তি লাভ কৰিছিল। তেওঁ কৃষ্ণৰ লগত দেখা কৰিবলৈ গৈ ধ্যানস্থ অৱস্থাত কৃষ্ণক দেখা পায়। ধ্যান ভাগিলত সুধি জানিব পাৰিলে যে শৰ-শয্যাগত ভীষ্মই তেওঁক ধ্যান কৰি আছিল কাৰণেই কৃষ্ণৰ মনো পিতামহত লগ্ন হৈ আছিল। কৃষ্ণই লগতে এই কথাও জনায় যে তপস্বী, মহাজ্ঞানী ভীষ্মই দেহত্যাগ কৰিলে পৃথিৱীলৈ অমাৱস্যাৰ ঘোৰ অন্ধকাৰ নামিব। গতিকে যুধিষ্ঠিৰক পিতামহৰ ওচৰলৈ গৈ জ্ঞান আহৰণ কৰিবলৈ উপদেশ দিয়ে। অগ্ৰুনেত্ৰে যুধিষ্ঠিৰ কৃষ্ণক আগত লৈ ভীষ্মৰ ওচৰত উপস্থিত হ'ল। অনেক ঋষি-মুনিও তেওঁৰ লগত গ'ল। তেওঁলোক সকলোৱে কুৰুক্ষেত্ৰৰ মহাশ্মশানৰ কাষত ওখৱতী নদীৰ তীৰত মুনি-ঋষি পৰিবৃত ভীষ্মৰ কাষত উপস্থিত হ'ল। পিতামহৰ দেহত্যাগলৈ মাত্ৰ ত্ৰিশদিন বাকী। কৃষ্ণৰ অনুৰোধত ভীষ্মই যুধিষ্ঠিৰক উপদেশ দিবলৈ সম্মত হয় আৰু যুধিষ্ঠিৰৰ বহু গুণাৱলীৰ প্ৰশংসা কৰে।

ধৰ্মৰাজ যুধিষ্ঠিৰে বিনিতভাৱে পিতামহক ৰাজধৰ্ম, বৰ্ণাশ্ৰম ধৰ্ম আৰু মোক্ষধৰ্ম আৰু আপৎধৰ্ম সম্পৰ্কে বহুতো প্ৰশ্ন কৰে। ভীষ্মই সকলো প্ৰশ্নৰ উত্তৰ সৰল, বিস্তৃত আৰু উদাহৰণ সহ ব্যাখ্যা কৰি যুধিষ্ঠিৰক বুজাই দিয়ে। মহাভাৰতৰ শান্তি পৰ্বত এই ৰাজধৰ্ম (ৰাজনীতি, ৰজাৰ কৰ্তব্য) বৰ্ণাশ্ৰম ধৰ্ম, আপৎকালীন ধৰ্ম আৰু অনুশাসন পৰ্বত ১৬৭ তম অধ্যায় পৰ্যন্ত মোট চাৰিশ ছয়সত্তৰ অধ্যায়ত এই উপদেশাৱলী বিবৃত হৈছে। পিতামহে দেহত্যাগৰ প্ৰাক্-মুহূৰ্তলৈকে তেওঁৰ অমৃতময় বচনাৱলীৰে শ্ৰোতৃবৰ্গক আপ্যায়িত কৰি ৰাখে। এই বচনসমূহে মানৱ জীৱনৰ সকলো প্ৰকাৰ সমস্যাৰ সমাধান নিৰ্দেশ কৰিছে। চাৰিশ বছৰীয়া দীৰ্ঘ জীৱনৰ পৰিপুষ্ট অভিজ্ঞতাৰ ই ফলশ্ৰুতি।

ভীষ্মৰ আন্তোষ্টি ক্ৰিয়াৰ পাছত যুধিষ্ঠিৰ মূৰ্চ্ছিত হৈ পৰিল। কৃষ্ণ আৰু ধৃতৰাষ্ট্ৰৰ বুজনিত তেওঁ প্ৰকৃতিস্থ হ'ল। অৱশেষত ব্যাসে তেওঁক জ্ঞাতিবধ পাপৰ পৰা মুক্ত হবলৈ অশ্বমেধ যজ্ঞ কৰিবলৈ উপদেশ দিয়ে। যথা সময়ত যজ্ঞ সম্পন্ন হয়। ধৰ্মৰাজে ধৃতৰাষ্ট্ৰ আৰু গান্ধাৰীৰ শুশ্ৰূষা আৰু পৰিচৰ্যাৰ এনে সুব্যৱস্থা কৰিলে যে দুৰ্যোধনেও তেনে ব্যৱস্থা কৰিব পৰা নাছিল। ধৃতৰাষ্ট্ৰই যেতিয়া যি বিচাৰে বা যি কৰিব খোজে তাৰ সুব্যৱস্থা কৰি দিছিল। কিন্তু শোকাৰ্ত্ত ধৃতৰাষ্ট্ৰই কতো শান্তি নোপোৱা হ'ল। পুত্ৰ সকলৰ কুকৰ্ম আৰু নিজৰো অসৎ মতিৰ কথা স্মৰণ কৰি অনুতাপ কৰি থকা হ'ল।

এইদৰে পোন্ধৰ বছৰ অতীত হ'ল। ভীমে আনৰ অগোচৰত দুৰ্যোধনাদিৰ কুৰ্ম আৰু নিজৰ বাহুবলৰ কথা কৈ ধৃতৰাষ্ট্ৰক আমনি দিবলৈ ধৰাত ধৃতৰাষ্ট্ৰৰ

মনত নিৰ্বেদভাৰ উদয় হয় আৰু সেই মতে অৰণ্যবাসী হবলৈ মনস্থ কৰে। এদিন যুধিষ্ঠিৰৰ ওচৰত সেই সংকল্প প্ৰকাশ কৰে। যুধিষ্ঠিৰে এই কথা শুনি অতিশয় দুখ পায় আৰু ধৃতৰাষ্ট্ৰৰ মন কোমলাবলৈ নানা প্ৰকাৰে চেষ্টা কৰে। কিন্তু ধৃতৰাষ্ট্ৰৰ সংকল্প অটল থাকিল। নানা প্ৰকাৰ সস্নেহ বাক্যে যুধিষ্ঠিৰক সান্ত্বনা দি যাত্ৰাৰ আয়োজন কৰে। গান্ধাৰী, বিদুৰ আৰু সঞ্জয়ো লগতে যাবলৈ ওলাল। কুন্তীও যাবলৈ ওলোৱাত যুধিষ্ঠিৰে অনুনয় বিনয় কৰে যদিও মাকক ফিৰাব নোৱাৰিলে। এওঁলোকৰ প্ৰস্থানত ধৰ্মৰাজ অতিশয় বিচলিত হয়। অনেক অনুনয় বিনয় কৰিবও কুন্তীক শওভতাই আনিব নোৱাৰিলে।

যথা সময়ত তেওঁলোকে অৰণ্যলৈ যাত্ৰা কৰে। শোকাকুল পাণ্ডৱসকলে গুৰু স্থানীয় জ্ঞাতি সকলৰ অৰণ্য গমনৰ কথা চিন্তা কৰি কাল অতিবাহিত কৰিবলৈ ধৰে। অৱশেষত যুধিষ্ঠিৰে জ্ঞাতি সকলক চাবৰ কাৰণে অৰণ্য যাত্ৰা কৰে। তেওঁলোকে অৰণ্যত উপস্থিত হৈ ধৃতৰাষ্ট্ৰৰ চৰণ বন্দনা কৰিলে। এই সময়তে তপস্বী বিদুৰে যুধিষ্ঠিৰৰ দেহত প্ৰবেশ কৰি মহাপ্ৰয়াণ কৰে। ব্যাসৰ কৃপাত পৰলোকগত আত্মীয় সকলক দেখা পোৱাৰ সৌভাগ্য তেওঁ লাভ কৰে। এইদৰে এমাহ গুৰু সকলৰ সান্নিধ্য লাভ কৰি যুধিষ্ঠিৰে পুনৰায় হস্তিনালৈ প্ৰত্যাগমন কৰে।

দুবছৰৰ পাছত দেৱৰ্ষি নাৰদৰ মুখৰ পৰা ধৃতৰাষ্ট্ৰাদিৰ বনাগ্নিত মৃত্যু হোৱা সংবাদ শুনি যুধিষ্ঠিৰ অতিশয় ব্যথিত হয়। ৰাজ্য প্ৰাপ্তিৰ ছয়ত্ৰিশ বছৰ এইদৰেই অতিবাহিত হয়। প্ৰজাসকলে যুধিষ্ঠিৰৰ সুশাসনত সুখ-সমৃদ্ধিতে কাল কটায়। এই সময়ত যুধিষ্ঠিৰৰ বয়স হৈছিল এশ আঠ বছৰ। তেওঁ চাৰিদিশে অমঙ্গল দেখা পাবলৈ ধৰে। জ্ঞাতি সকলৰ মাজতে পৰস্পৰে কটাকটি মৰামৰি কৰি যদুবংশৰ ধ্বংস আৰু কৃষ্ণ বলৰামৰ স্বৰ্গাৰোহণৰ বাতৰি পাই পাণ্ডৱ সকল মৰ্মাহত হয়। অৰ্জুনে শ্মশান তুল্য দ্বাৰকালৈ গৈ যদুবংশীয় লোক সকলৰ অন্ত্যেষ্টি ক্ৰিয়া সম্পন্ন কৰে। কৃষ্ণ বিহীন অৰ্জুন এতিয়া অতিশয় দুৰ্বল। যাদৱ নাৰী সকলক হস্তিনাপুৰলৈ কাঢ়ি লৈ যায়। অৰ্জুনৰ গাণ্ডীৱ অচল হ'ল। এইবোৰ কাৰণত যুধিষ্ঠিৰে ভায়েক-হতঁৰ আগত মহায়নৰ সংকল্প প্ৰকাশ কৰে। আৰু তেওঁলোকেও অনুমোদন জনায়।

অভিমন্যুৰ পুতেক পৰীক্ষিতক সিংহাসনত বহুৱাই তেওঁলোক মহাপ্ৰস্থানৰ যাত্ৰী হয়। আৰু যুযুৎসুক মহামাত্য পদত নিযুক্ত কৰে। হস্তিনাপুৰত পৰীক্ষিত আৰু যদু বংশীয় বজ্ৰক ইন্দ্ৰপ্ৰস্থত ৰজা পাতি সুভদ্ৰাক দুয়োকে পৰিচালিত কৰিবৰ কাৰণে অভিভাৱিকা নিযুক্ত কৰে। বসুদেৱ, বলৰাম, কৃষ্ণ প্ৰভৃতিৰ পাৰলৌকিক ক্ৰিয়া সম্পন্ন কৰি যুধিষ্ঠিৰে প্ৰজাবৰ্গক নিমন্ত্ৰণ কৰি তেওঁৰ অভিপ্ৰায় জনালে। প্ৰজা সকলৰ অনুৰোধ-উপৰোধ উপেক্ষা কৰি পাঁচ ভাই আৰু দ্ৰৌপদীয়ে বল্কল পৰিধান কৰি নগৰৰ পৰা নিৰ্গত হ'ল। এটা ভতুৱা কুকুৰ তেওঁলোকৰ সঙ্গী হ'ল। উলুপীয়ে গঙ্গাত প্ৰাণ বিসৰ্জ্জন দিলে। আৰু চিত্ৰাঙ্গদা মনিপুৰলৈ উভটি গ'ল।

প্ৰথমতে পাণ্ডৱ সকলে পূৰ্বাভিমুখী গতি কৰি লৌহিত্য সাগৰৰ তীৰত উপস্থিত

হয়। তাৰ পাছত দক্ষিণাভিমুখী গতিৰে লৱন সমুদ্ৰৰ তীৰ পাই দক্ষিণ-পশ্চিম দিশে যাবলৈ ধৰে। তাৰ পাছত পশ্চিম দিশে গৈ দ্বাৰকা নগৰীত উপস্থিত হয়। এইবাৰ উত্তৰ মুখে যাবলৈ ধৰে। হিমাচল অতিক্ৰম কৰি বিশাল মৰুভূমিৰ মাজেদি গৈ উত্তৰ মেৰুৰ কাষত উপস্থিত হয়। বাটত দ্ৰৌপদী, নকুল আৰু সহদেৱ, অৰ্জুন আৰু সৰ্ব্বশেষত ভীম নিপাতিত হয়। কেৱল লগত থাকিল কুকুৰটো। যুধিষ্ঠিৰ তথাপি বিচলিত নহল, তেওঁ যাত্ৰা অব্যাহত ৰাখিলে। স্বৰ্গৰ পৰা দেৱৰাজ ইন্দ্ৰই তেওঁক আগবঢ়াই নিবলৈ আহিল। কিন্তু ভ্ৰাতৃগণ আৰু দ্ৰৌপদীক লগত লৈহে স্বৰ্গলৈ যাব বুলি কোৱাত দেৱৰাজে তেওঁলোকক স্বৰ্গত লগ পাব বুলি কয়। দেৱৰাজৰ ৰথত উঠিবলৈ গৈ কুকুৰটো লবলৈ বিচৰাত ইন্দ্ৰই আপত্তি দৰ্শায়। কুকুৰটো লগত নোলোৱাকৈ তেওঁ স্বৰ্গলৈ যাবলৈ আপত্তি কৰে আৰু মতৰ স্বপক্ষে বহুটো যুক্তি দাঙি ধৰে। দৰাচলতে স্বয়ং ধৰ্মৰাজ যমে কুকুৰৰ ৰূপত যুধিষ্ঠিৰৰ ধৰ্মনিষ্ঠা পৰীক্ষা কৰিবলৈ আহিছিল। তেওঁ নিজৰূপ ধাৰণ কৰিলে আৰু যুধিষ্ঠিৰক বাৰে বাৰে আশীৰ্বাদ দি ৰথত তুলি ললে। তেওঁ ভায়েক সকলৰ লগত একে লোকত বাস কৰাৰ অভিপ্ৰায় প্ৰকাশ কৰে।

স্বৰ্গলোকত দুৰ্যোধনাদিক দেখি তেওঁ বিস্মিত হয়। তেওঁৰ কুকৰ্মৰ কথা স্মৰণ কৰি তেওঁৰ ভাগ্য দেখি কিঞ্চিত ঈৰ্ষান্বিতো হোৱা যেন ধাৰণা কৰা যায়। কৰ্ণ, বাকী চাৰি ভাই আৰু দ্ৰৌপদীক লগ পাবলৈ ব্যাকুল হৈ পৰে। দেৱৰাজৰ নিৰ্দেশত দেৱদূতে দুৰ্গম, দুৰ্গন্ধ আৰু অন্ধকাৰ পথেদি পাপীবোৰৰ দুৰ্গতি দেখুৱাই তেওঁক আগবঢ়াই নিয়ে। এই নৰকত কৰ্ণ, বাকী চাৰি পাণ্ডৱ আৰু দ্ৰৌপদীক তেওঁ বৰ বিচলিত হৈ পৰে। তেওঁ দেৱদূতক সেইখিনিতে বিদায় দি বেজাৰত বহি পৰে। দেৱদূতৰ মুখেদি এই সংবাদ শুনি ইন্দ্ৰ প্ৰমুখ্যে দেৱসকল সেই ঠাইত উপস্থিত হৈ যুধিষ্ঠিৰক প্ৰবোধ দি কয় যে যি সকলৰ পাপৰ মাত্ৰা অধিক তেওঁলোকক আগতে স্বৰ্গভোগ কৰিবলৈ দিয়া যায়। তেওঁলোকে পাপ অনুসাৰি নৰক ভোগ কৰে। ছলপূৰ্ব্বক দ্ৰোণাচাৰ্য্যক বধ কৰাৰ অংশভাগী হৈ তেওঁ নৰক দৰ্শন কৰিব লগা হৈছে। তাৰ পাছত মন্দাকিনী নদীত স্নান কৰি ধৰ্মৰাজে মানৱ দেহ ত্যাগ কৰি দিব্য শৰীৰে স্বৰ্গত প্ৰবেশ কৰে। আত্মীয় সকলেও তেওঁক অনুগমন কৰে।

যুধিষ্ঠিৰৰ সমস্ত জীৱন পৰ্য্যালোচনা কৰিলে দেখা যায় যে তেওঁ আছিল অতিশয় প্ৰজ্ঞাৱান, ধৰ্মনিষ্ঠ, সত্যবাদী, আৰু স্থিৰ মতি। সহিষ্ণুতা তেওঁৰ অন্যতম প্ৰধান গুণ। তেওঁ অতিশয় দৃঢ় চিত্ত আছিল। ধৃতৰাষ্ট্ৰ, কৰ্ণ, দুৰ্যোধন আদিয়ে তেওঁক সম্মান কৰিছিল আৰু কেতিয়াও অমৰ্য্যাদা নকৰিছিল। কেৱল মূঢ়মতি দুঃশাসনে পাশাখেলৰ সময়ত এটা অসম্মান সূচক বাক্য প্ৰয়োগ কৰিছিল, যাৰ কাৰণে ভীষ্মাদিৰ পৰা ধমকি খাব লগা হৈছিল। তেওঁ সকলোৰে বিশ্বাসভাজন আছিল আৰু ধৰ্ম্মনিষ্ঠাত সকলোৰে আস্থা আছিল। শত্ৰুপক্ষয়ো তেওঁৰ কথাত বিশ্বাস কৰিছিল। তেওঁৰ ক্ৰোধ অতিশয় সংযত আছিল আৰু প্ৰতিশোধ প্ৰবৃত্তি

নাছিল। ক্ষমাহে তেওঁৰ চৰিত্ৰৰ ভূষণ আছিল। তেওঁ কিছু ভাৱ প্ৰৱণ আছিল, সেই কাৰণে বেজাৰ বা দুঃখত তেওঁ সঘনে মূৰ্চ্ছা গৈছিল। ক্ষমাক আশ্ৰয় কৰা কাৰণে কুন্তী আৰু ভীমৰ পৰা বহুক্ষেত্ৰত টান কথা শুনিব লগা হৈছিল। বিচাৰ বা আগ পিছ নভবাকৈ কোনো কৰ্য্যত তেওঁ লিপ্ত নহৈছিল। এইবোৰ সজগুণ থকা স্বত্ত্বেও এটা দোষৰ কাৰণে গোটেই জীৱন কষ্ট ভোগ কৰিব লগা হৈছিল। সেয়ে হৈছে তেওঁৰ দ্যুতাসক্তি। পাশাৰ ঢাল আৰু গুটি দেখিলে তেওঁ ৰ'ধ নোৱাৰিছিল। দ্যুতক্ৰিয়াত মত্ত হলে তেওঁ হিতাহিত জ্ঞান হেৰুৱাইছিল আৰু নিজৰ পত্নী আৰু সহোদৰ ভাইকো পণত ৰাখিবলৈ কুণ্ঠাবোধ নকৰিছিল।

ৰামচন্দ্ৰৰ বনগমনত মহত্ত্ব আছে। তেওঁ পিতৃ সত্য পালনৰ কাৰণে বনলৈ গৈছিল। কিন্তু যুধিষ্ঠিৰ দ্যুতাসক্তিৰ কাৰণে বনলৈ যাব লগা হৈছিল। বনবাস দুখ তেওঁৰ দুষ্কৰ্মৰ পৰিণতি। ধৃতৰাষ্ট্ৰই মৰম কৰি তেওঁলোকক দাসত্বৰ পৰা মুক্ত কৰি নিদিয়া হেঁতেন পাণ্ডৱ চিৰ দিনেই কৌৰৱৰ দাস হৈ থাকিব লগা হল হেঁতেন। ভাগ্যে দ্ৰৌপদীয়ে স্বামী সকলৰ মুক্তি ধৃতৰাষ্ট্ৰৰ পৰা বৰ স্বৰূপে ভিক্ষা কৰি ললে।

## ভীমসেন ঃ

ভীমসেন কুন্তীৰ তৃতীয় পুত্ৰ। প্ৰথম কৰ্ণ, দ্বিতীয় যুধিষ্ঠিৰ তৃতীয় ভীমসেন। পাণ্ডুৰ অনুবোধত কুন্তীয়ে বায়ুদেৱতাক মন্ত্ৰেৰে আহ্বান কৰি ভীমক পুত্ৰৰূপে লাভ কৰে। তেওঁ যুধিষ্ঠিৰতকৈ এবছৰৰ সৰু। চৈত্ৰ মাসৰ শুক্লা ত্ৰয়োদশীত শতশৃঙ্গ পৰ্বতত তেওঁৰ জন্ম হয়। সেই একেদিনাই ৰাতি দুৰ্যোধনৰো জন্ম হয়। ভীমৰ জন্মৰ লগে লগে দৈৱবাণী হয় "সৰ্বেষাং বলিনাং শ্ৰেষ্ঠো জাতোঽয়ম ইতি ভাৰত"। মহাভাৰতত কথিত আছে যে জন্মৰ পাছত তেওঁ শিল এছটাত পৰে আৰু শিলাখণ্ড চুৰ্ণকৃত হয়। এই দৃশ্য দেখি পাণ্ডু আচৰিত হয়। শিশুটিৰ মহাবাহু ভীম পৰাক্ৰম দেখি তেওঁৰ নাম হয় ভীমসেন। তেওঁৰ জঠৰত বৃক নামৰ অগ্নিয়ে নিবাস কৰিছিল কাৰণে নাম থোৱা হল বৃকোদৰ। বাঘপেটীয়া বুলিও ক'ব পাৰি।

পাণ্ডুৰ মৃত্যুৰ পাছত ভীষ্মই তেওঁলোকক হস্তিনাপুৰলৈ লৈ আছে। ধৃতৰাষ্ট্ৰৰ পুত্ৰ সকল আৰু পাণ্ডৱৰ মাজত তেওঁ সকলোতকৈ শক্তিশালী আছিল। ভীষ্মৰ তত্ত্বাৱধানত আৰু ধৃতৰাষ্ট্ৰৰ স্নেহত তেওঁলোক প্ৰতিপালিত হয় আৰু শিক্ষা দিক্ষাও লাভ কৰে। কুৰুকুমাৰ সকলৰ খেলা-ধূলা, দৌৰা-দৌৰি, সাঁতোৰা আদিত ভীমক কোনেও পাছ পেলাব নোৱাৰিছিল। আমাৰ বৈষ্ণৱ কবি ৰাম-সৰস্বতীৰ 'ভীম-চৰিত' নামৰ সৰু কাব্যখনত কুৰু পাণ্ডৱৰ লৰালি কালৰ খেলা-ধূলা, হাইকাজিয়াৰ আমোদজনক বিৱৰণ পোৱা যায়। ভীমৰ অপৰিমিত শক্তি সামৰ্থ্যৰ কথা মহাভাৰতৰ বহু ঠাইত পোৱা যায়। তলত তেওঁৰ শক্তি আৰু শাৰীৰিক সৌষ্ঠৱৰ কিছু বৰ্ণনা উদ্ধৃত কৰা হ'ল।

(১) অয়ং শ্যামো মহাবাহুঃ সিংহস্কন্ধো মহাদ্যুতিঃ
কম্বুগ্ৰীৱ পুষ্কৰাক্ষা ঃ আদি ১৫২।১৮
(২) নৱহেমাভং মহাৱলম। আদি ১৫৪।৭
(৩) য এষ নাগৰ্ষভতুল্য ৰূপঃ গৌৰো যুবা সংহননোপপন্নঃ। আদি ১৯২।৬
(৪) প্ৰাংশুঃ কনকবৰ্নাভঃ সিংহসংহনো যুবা
মওবাৰনবিক্ৰান্তঃ মওবাৰন বেগবান বন—১৪৬।২৮
(৫) সিংহোৰ্যভগতিঃ শ্ৰীমানুদাৰঃ কনকপ্ৰভঃ। বন—১৬০।২৮
(৬) সিংহোনুতাং সোহয়মতীৱ ৰূপৱান। বিৰাট—৮।৩
(৭) অয়ং পুৰ্ণমওগাজন্দ্ৰগামী প্ৰতপ্তচামীকৰ শুদ্ধ গৌৰঃ পৃম্বায়তাং সো যুগদীৰ্ঘ বাহু বৃকোদৰঃ পশ্যত পশ্যতৈনম্ ॥ বিৰাট—৭১।১৪
(৮) শুবস্তথাং প্ৰতি বলো গৌৰস্তাত ইবোন্নতঃ প্ৰমাণতো ভীমসেনঃ প্ৰদেশে নাধিক্যেহজুৰ্নাত ॥ উদ্যোগ—৫১।৯৯
(৯) তক্ষ তুবৰকং বালং বহুশিনম। উদ্যোগ—১৫৯।৬৩
দ্ৰোণ—১৩৭।৮৫

ওপৰত উদ্ধৃত কৰা বিৱৰণৰ পৰা জনা যায় ভীমৰ দেহ আছিল অতি উন্নত (ওখ) অজুৰ্নতকৈ বাব আঙুল ওখ। তেওঁৰ দেহৰ বৰণ গলোৱা সোণৰ দৰে, উজ্জ্বল আছিল। তেওঁৰ স্কন্ধদেশ সিংহ সদৃশ, গ্ৰীৱাদেশ শংখৰ দৰে পদুমৰ পাহিৰ দৰে উজ্জ্বল চকু। তেওঁৰ দেহ আছিল সিংহৰ দৰে সুদৃঢ়। তেওঁৰ গতি গমন মত্ত হস্তীৰ দৰে। তেওঁ যেন শাৰীৰিক ৰূপৰ অৱতাৰ স্বৰূপ আছিল। তেওঁৰ অংশদ্বয় প্ৰশস্ত আৰু বাহু যুগল অজানুলম্বিত আছিল। দেহৰ শক্তি আছিল অযুত হাতীৰ সমান, তেওঁৰ দাড়ি, গোফ নাছিল আৰু বলবান ষাড়ৰ দৰে শক্তিশালী আছিল। মূলত 'তুৰবক' শব্দটো আছে। টীকাকাৰ নীলকণ্ঠই তাৰ অৰ্থ কৰিছে বলবান ষাড়। তেওঁ বহুভুক পুৰুষ আছিল। অলপীয়া খাদ্যই তেওঁৰ ভোক নুগুচিছিল।

তেওঁৰ ৰথৰ ধ্বজত আছিল এটা সিংহৰ চিত্ৰ। সিংহৰ চকু দুটা বৈদুৰ্যমণিৰ। ৰথৰ ঘোড়া কেইটা কৃষ্ণ বৰ্ণৰ আছিল। যুদ্ধক্ষেত্ৰত সৌণ্ড্ৰ নামৰ শংখ ফুকি তেওঁ সকলোৰে মনত ত্ৰাসৰ সঞ্চাৰ কৰিছিল। তেওঁ গদাযুদ্ধত পাৰ্গত আছিল। এই বিষয়ত তেওঁৰ প্ৰায় সমকক্ষ আছিল দুৰ্যোধন আৰু মদ্ৰ ৰাজ শৈল্য। কিন্তু ভীমৰ শাৰীৰিক শক্তি বেছি হোৱাৰ কাৰণে যুদ্ধত সুবিধা কৰিব পাৰিছিল। তেওঁৰ গদাৰ বৰ্ণনা অন্ধৰাজ ধৃতৰাষ্ট্ৰই এঠাইত এনেকৈ কৈছে—

অষ্টাস্ত্ৰিমায়সীং ঘোৰাং গদাং কাঞ্চনভূষনম্।
মনসাহং প্ৰপশ্যামি ব্ৰহ্মদণ্ডমিৰোদ্যতম্ ॥
শক্যাং তাত চতুষ্কিস্কং ষড়াস্ত্ৰমমিতোজসম্
প্ৰহিতাং দুঃখ সংস্পৰ্শাং কথং সক্ষ্যাস্তিমে সুতা। উত্তৰা—৫১।২৮

আঠটা ফলা ( শিৰ) বিশিষ্ট কাঞ্চন ভূষিত, লোহ নিৰ্মিত দুহাত দীঘল, ব্ৰহ্মদণ্ড সদৃশ ভীষণ গদাৰ কোব মোৰ ল'ৰাহঁতে কেনেকৈ সহ্য কৰিব ?

হাতত গদালৈ ভীম ৰণক্ষেত্ৰত বিচৰণ কৰোঁতে তেওঁক "দণ্ডপাণিৰিবান্তকঃ ( গদাধাৰী যমসদৃশ ) যেন দেখা গৈছিল। এসময়ত ময়দানৱে ব্যৱহাৰ কৰা ভীষণ গদাডাল ভীমক দিবলৈ অৰ্জুনক খাণ্ডৱ দাহৰ সময়ত অগ্নিয়ে উপহাৰ দিছিল।

কুটিল ধৃতৰাষ্ট্ৰই বাৰণাৱতত জতুগৃহত পুৰি মাৰিবৰ উদ্দেশ্যে পাণ্ডৱসকলক তালৈ পঠাইছিল। বিদুৰৰ সাৱধান বাণীত তেওঁলোক বাচিল। মাজনিশা ভীমে ভায়েক কিজনক আৰু মাতৃ কুন্তীক বোকোছা আৰু কান্ধতলৈ জতুগৃহত জুই দি সুৰঙ্গ পথেদি পলায়ন কৰে। দুৰ্মতি পুৰোচন মন্ত্ৰী সেই জতুগৃহজুইত দগ্ধ হ'ল। নকুল সহদেৱক কোলাত লৈ কুন্তীক কান্ধত উঠাই আৰু অৰ্জুন যুধিষ্ঠিৰক হাতত ধৰি ঘোৰ অন্ধকাৰত অৰণ্য পথেদি ধুমুহাৰ দৰে গছ-গছনি ভাঙি ভীম আগবাঢ়ি যায়। ভীমক আশ্ৰয় কৰিয়ে মাতৃসহ চাৰি ভাই ৰক্ষা পৰে। ৰাতি হলে জাগ্ৰত থাকি বাকী চাৰি ভাই আৰু মাতৃক বিশ্ৰাম লবলৈ সুবিধা দিছিল। এই অৰণ্যতে নৰ মাংসলোভী ৰাক্ষস হিৰিম্বক বধ কৰি তেওঁৰ প্ৰেমাগ্ৰহী হিড়িম্বা ৰাক্ষসীক পত্নীৰূপে গ্ৰহণ কৰি পুত্ৰ নোহোৱা পৰ্যন্ত লগত ৰাখে আৰু ঘটোৎকচৰ জন্মৰ পাছতে হিড়িম্বা পুত্ৰসহ স্বস্থানলৈ প্ৰস্থান কৰে। ভীমে প্ৰথম অৱস্থাত হিড়িম্বাক প্ৰত্যাখ্যান কৰিছিল। যুধিষ্ঠিৰে হিড়িম্বাৰ প্ৰেমৰ একাগ্ৰতা দেখি হিড়িম্বাক গ্ৰহণ কৰিবলৈ কোৱাত ভীমে ৰাক্ষসীক পত্নীৰূপে গ্ৰহণ কৰে। যুধিষ্ঠিৰে হিড়িম্বাক ভীমৰ পত্নী হবলৈ দুটা চৰ্ত দিছিল। (১) ভীমৰ লগত দিনৰ বেলা যথেষ্টানুসাৰে ভ্ৰমণ কৰিব পাৰিব কিন্তু ৰাতি হ'লে তেওঁলোকৰ কাষত থৈ যাব লাগিব। ভীমে পুত্ৰ জন্মালৈকে হিড়িম্বাৰ লগত থাকিব বুলি দ্বিতীয় চৰ্ত্ত আৰোপ কৰে।

সেই ঠাই এৰি পাণ্ডৱসকলে ক্ৰমে মৎস্য, ত্ৰিগৰ্ত্ত, পাঞ্চাল প্ৰভৃতি দেশ অতিক্ৰম কৰে। এনেতে ব্যাসদেৱ উপস্থিত হৈ তেওঁলোকক একচক্ৰা নগৰীত কোনো এজন ব্ৰাহ্মণৰ ঘৰত অতিথিৰূপে থাকিবলৈ নিৰ্দ্দেশ দিয়ে। সেই ঠাইত পাণ্ডৱে বল্কল পিন্ধি ভিক্ষা কৰি তপস্বীৰ দৰে বাস কৰিবলৈ ধৰে। ( অৰ্দ্ধং সৰ্ব্বস্য ভৈক্ষ্যস্য ভীমো ভূঙক্তে মহাবলং ) ভিক্ষা কৰি অনা ভিক্ষান্নৰ আধা ভীমে ভক্ষণ কৰিছিল।

এদিন আশ্ৰয়দাতা ব্ৰাহ্মণৰ ঘৰত ক্ৰন্দনৰ বোল উঠিল। অনুসন্ধান কৰি কুন্তীয়ে জানিব পাৰিলে যে সেই নগৰৰ কাষত এটা ৰাক্ষস বাস কৰিছিল। তাৰ নাম বক বা বকাসুৰ। প্ৰতিদিনে সি এটা মানুহ ভক্ষণ কৰে। পালপাতি নগৰীয়া সকলে এজন মানুহ তাৰ ভক্ষণৰ নিমিত্তে আগবঢ়ায়। সেইদিনা ব্ৰাহ্মণ পৰিয়ালৰ পাল। তেওঁৰ একমাত্ৰ লৰাটোক ৰাক্ষসৰ খাদ্য কৰি পঠাব লগা হ'ল। কুন্তীয়ে ব্ৰাহ্মণক আশ্বাস দি ব্ৰাহ্মণৰ বাধা সত্ত্বেও ভীমক ৰাক্ষসৰ বলিৰূপে পঠায়। অযুত হস্তীৰ বল ধাৰণ কৰা ভীমে বকাসুৰক যমালয়লৈ পঠালে। ভীমৰ বল দেখি ৰাক্ষসৰ পৰিয়াল বৰ্গ সেই ঠাই এৰি পলাল।

ইয়াৰ কিছুদিন পিছত পাঞ্চাল নগৰত দ্ৰৌপদীৰ স্বয়ংবৰৰ কথা তেওঁলোকে শুনিবলৈ পালে। ব্ৰাহ্মণ বেশধাৰী পাণ্ডৱ সকলে সেই স্বয়ংবৰ সভালৈ যায়। অৰ্জুনে ওপৰত ঘূৰি থকা মৎস চক্ৰ ভেদ কৰি দ্ৰৌপদীক লাভ কৰে। এজন দীন ব্ৰাহ্মণে ৰাজকুমাৰ'ক লাভ কৰাটো ৰাজাসকলে সহ্য কৰিব নোৱাৰি দ্ৰৌপদীক কাঢ়ি নিবলৈ ওলোৱাত ভীমে ভায়েকৰ সাহায্যৰ অৰ্থে খেদি গ'ল। তেওঁলোক দুয়োজনে সমস্ত ৰাজণ্য বৰ্গক পৰাজয় কৰি দ্ৰৌপদীকলৈ পৰ্ণকুটীৰলৈ উভতি আহে। বাহিৰৰ পৰাই ভীমে মাকক সম্বোধন কৰি কলে, "আই আমি আজি এটি অপূৰ্ব্বস্তু পাই আনিছো।" বাহিৰলৈ নাচাই ভিতৰৰ পৰাই কলে "পাঁচ ভায়ে ভগাই উপভোগ কৰা"। মাতৃবাক্য উলঙ্ঘা নকৰি ব্যাসদেৱৰ উপদেশ মতে পাঁচ ভায়ে দ্ৰৌপদীক পত্নীৰূপে গ্ৰহণ কৰে। এই বিবাহৰ পাছত দ্ৰুপদ ৰজাৰ সহায় লাভ কৰা দেখি ধৃতৰাষ্ট্ৰই ভয় খাই বিদুৰক পঠাই পাণ্ডৱ সকলক হস্তিনাপুৰলৈ ওভোতাই নিয়ে।

দ্ৰৌপদীৰ গৰ্ভত ভীমৰ এটি সন্তান জন্মিছিল। তেওঁৰ নামৰ আছিল "সুত সোম" কিন্তু ভাগৱত পুৰাণে তেওঁৰ "শ্ৰুতসেন" বুলি কৈছে। ভীমৰ আৰু দুগৰাকী পত্নী আছিল। এগৰাকী কাশী ৰাজ দুহিতা "বলন্ধৰা"। তেওঁৰ গৰ্ভত "সৰ্বগ" নামৰ পুত্ৰ জন্ম হয়। তেওঁৰ আন গৰাকী ভাৰ্য্যা আছিল মদ্ৰৰাজ শল্যৰ দুহিতা কালীৰ গৰ্ভত আনজন পুত্ৰ হয়। তেওঁৰ নাম দিয়া হয় "সৰ্বগত"। মোমায়েকৰ জীয়েকক বিয়া কৰোৱা ৰীতি এতিয়াও দক্ষিণ ভাৰতত প্ৰচলিত আছে। ভীমৰ এই পুত্ৰদ্বয় শুই থাকোতে অশ্বত্থামাই নৃশংস ভাৱে হত্যা কৰে।

ভীমে সুযোগ পালেই কৰ্ণক সুতপুত্ৰ বুলি ব্যঙ্গ কৰিছিল। কৰ্ণয়ো ভীমক দাড়ি গোঁফ নোহোৱা "তুৱৰক" ( মাইকীমুৱা ) বুলি হাঁহিছিল আৰু মূঢ়, উদৰক ( ভতুৱা ) বুলি ব্যঙ্গ কৰিছিল। আচাৰ্য্য দ্ৰোণৰ শিষ্য সকলে শাস্ত্ৰবিদ্যাৰ কৌশল প্ৰদৰ্শন কৰাৰ সময়ত ভীমে প্ৰথমতে কৰ্ণক "সুতপুত্ৰ" বুলি হাঁহিছিল। এই উপহাস কৰ্ণই পাহৰিব পৰা নাছিল।

যুধিষ্ঠিৰৰ ৰাজসূয় যজ্ঞৰ আগে আগে কৃষ্ণই ক'লে, যে মগধাধিপতি জৰাসন্ধক বধ কৰিব নোৱাৰিলে যজ্ঞ নিৰ্বিঘ্নে সম্পন্ন কৰা টান। তেওঁৰ উপদেশ মতে ভীমাৰ্জ্জুনে কৃষ্ণৰ লগত জৰাসন্ধৰ ৰাজধানী গিৰিব্ৰজলৈ যাত্ৰা কৰে। জৰাসন্ধই বহুতো ৰজাক যুদ্ধত পৰাজয় কৰি বন্দী কৰি থৈছিল। বন্দী ৰজা সকলে মুক্তিৰ উদ্দেশ্যে কৃষ্ণলৈ আৱেদন কৰাত শ্ৰীকৃষ্ণই ভীমাৰ্জুনক লগত লৈ মগধৰ গিৰিব্ৰজপুৰলৈ যাত্ৰা কৰে। জৰাসন্ধই ৮৬ জন ৰজাক বন্দী কৰি ৰাখিছিল। এশজন হলেই "সাশুপত" যজ্ঞত তেওঁলোকক বলি দিবলৈ। এই বন্দী সকলক মুক্ত কৰিব নোৱাৰিবলে ৰাজসূয় যজ্ঞ সম্পূৰ্ণ নহয়। এই জৰাসন্ধৰ ভয়তে শ্ৰীকৃষ্ণই মথুৰা নগৰ ত্যাগ কৰি সাগৰৰ ওচৰ দ্বাৰকালৈ ৰাজধানী তুলি নিছিল। কৃষ্ণৰ প্ৰস্তাৱত যুধিষ্ঠিৰে প্ৰথমতে ইতস্ততঃ কৰিছিল যদিও কৃষ্ণৰ আশ্বাসত ভীমাৰ্জুনক পঠাবলৈ মান্তি হয়। তেওঁলোকে ব্ৰাহ্মণৰ বেশত গিৰিব্ৰজপুৰত প্ৰৱেশ কৰে। এই প্ৰসঙ্গতে ভীমৰ উক্তি তাৎপৰ্য্য পূৰ্ণ ঃ—

কৃষ্ণে নয়ো ময়ি বলং জয়ঃ পার্থে ধনঞ্জয়ে

( কৃষ্ণৰ বুদ্ধি, মোৰ শক্তি আৰু অৰ্জুনৰ কৌশলত অৱশ্যে কাৰ্য্যসিদ্ধি হব। )

জৰাসন্ধৰ যজ্ঞস্থলত তেওঁলোক উপনীত হোৱাত জৰাসন্ধই যথাবিধি তেওঁলোকক অভ্যৰ্থনা কৰে। কিন্তু তেওঁলোকৰ শাৰীৰিক অৱয়বলৈ লক্ষ্য কৰি ক্ষত্ৰিয় বুলি সন্দেহ প্ৰকাশ কৰে। তেতিয়া কৃষ্ণই পৰিচয় দি, হয় বন্দী ৰজা সকলক মুক্তি দিয়ক নহয় তেওঁলোকৰ যি কোনো এজনৰ লগত যুদ্ধ দিয়ক বুলি কোৱাত জৰাসন্ধই ভীমক বাছি লয়। মহাযুদ্ধৰ শেষত ভীমে কৃষ্ণৰ ইঙ্গিতত দুই ঠেঙত ধৰি মাজে মাজে দুফাল কৰি বধ কৰে। ( কৰে গৃহীত্বা চৰণং দ্বেধা চক্রে মহাবলঃ ) বিজয়ী ভীমৰ আটাইত আকাশ পাতাল নিনাদিত হ'ল।

কিন্নু স্যাদ্ধিমবান্ ভিন্ন কিন্নুঃ বিদীৰ্য্যতে মহী।

ইতি বৈ মাগধা জগ্মুভীম সেনস্য নিঃস্বনাৎ ॥ সভা—২৪।১০

মগধবাসীয়ে ভীম গৰ্জন শুনি হিমালয় পৰ্বত খহিল নেকি অথবা ধৰণীয়ে ফাট মেলিলে নেকি চিন্তা কৰিবলৈ ধৰে। )

ইয়াৰ পাছত বন্দী ৰজাসকলক মুক্ত কৰি দি জৰাসন্ধৰ পুত্ৰ সহদেৱক ৰজা পাতে। মুক্ত ৰাজণ্যবৰ্গকলৈ তেওঁলোক ইন্দ্ৰপ্ৰস্থলৈ প্ৰত্যাগমন কৰে। ৰজাসকল পাছত নিজ নিজ দেশলৈ উভতি যায়। ভীমৰ বাহুবলত এই কাৰ্য্য সম্ভৱ হৈছিল। ৰাজসূয় যজ্ঞৰ আগে আগে ভীমে ৰজাসকলক সেও মনাবলৈ পূৰ্বদিশে যুদ্ধযাত্ৰা কৰিছিল। গণ্ডক, দশাৰ্ণ, চেদি, কোশল, অযোধ্যা, কাশী, মগধ, মৎস্য, তাম্ৰলিপ্ত, সুহ্ম, লৌহিত্য, কামৰূপ আদি দেশ জয় কৰি প্ৰচুৰ ধন, ৰত্ন সংগ্ৰহ কৰি আনিছিল আৰু ৰজাসকলক ৰাজসূয়লৈ নিমন্ত্ৰণ কৰি আনিছিল।

শ্ৰীকৃষ্ণক সম্মান যাচি অৰ্ঘ্যদান কৰিবৰ সময়ত শিশুপালে সভাত থিয় হৈ শ্ৰীকৃষ্ণ আৰু ভীমক কঠোৰ ভাষাত ভৎৰ্সনা কৰিবলৈ ধৰে। লগতে ভীম আৰু অৰ্জুনকো জৰাসন্ধক অন্যায় উপায়ে বধ কৰা কাৰণে নিন্দা কৰিবলৈ ধৰে। ভীমে শিশুপালক ভালকৈ এশিকনি দিবৰ নিমিত্তে জাঁপ মাৰি উঠোঁতেই পিতামহ ভীষ্মই বাধা দিয়ে।

তস্য ভীমস্য ভীষ্মেন বাৰ্য্যমানস ভাৰত।

গৰুণা বিবিধৈ বাকৈঃ ক্ৰোধ প্ৰশমতা গতঃ

নাতিচক্রাম ভীষ্মস্য স হি বাক্য অৰিন্দমঃ ভীষ্মই বিবিধ বাক্যৰে ভীমক প্ৰবোধ দিয়ে। পিতামহ ভীষ্মৰ প্ৰবোধত শান্ত হ'ল।

ভীম চতুৰ আৰু কৌশলী নাছিল। সৰল চিত্তৰ ভীমে চিধা পথহে চিনি পাইছিল। গুৰুজনক যথেষ্ট সম্মান কৰিছিল। গুৰুজনৰ বাক্য কেতিয়াও লঙ্ঘন নকৰিছিল যুধিষ্ঠিৰ বা ভীষ্মই কিবা কলে তেওঁ আখৰে আখৰে মানিছিল। দ্যূত ক্ৰীড়াত দুৰ্যোধন আৰু শকুনিৰ অন্যায় খেল দেখি তেওঁ বাৰে বাৰে খঙত, থিয় হৈছিল। কিন্তু যুধিষ্ঠিৰে এবাৰ চকুলৈ চালেই বহি গৈছিল।

যুধিষ্ঠিৰে পাশা খেলত মত্ত হৈ ধনৰত্ন, ৰাজ্য আৰু চাৰি ভাইক পণত হেৰুৱালে তথাপি ভীমে মৌনভাৱে সকলো সহ্য কৰি থাকিল। কিন্তু যেতিয়া দ্ৰৌপদীক পণ ৰাখি হেৰুৱালে, দ্ৰৌপদী কৌৰৱৰ দাসী হ'ল। তেওঁ ক্ৰুদ্ধ হৈ যুধিষ্ঠিৰক কলে ঃ

ন চ মে তত্ৰ কোপোঽভূৎ সৰ্বস্যেশো হি নো ভৱান্।
ইমংত্বতি ক্ৰমং মন্যে দ্ৰৌপদী যত্ৰ পণ্যতে ॥
এষা হ্যনৰ্হতী বালা পাণ্ডবান প্ৰাপ্য কৌৰবৈঃ।
ত্বৎকৃতে ক্লিশ্যতে ক্ষুদ্ৰৈৰ্নৃশংং সৈবকৃত ত্মভিঃ ॥
অস্যাঃকৃতে মনুৰযং ত্বয়ি ৰাজন্ নিপাত্যাত।
বাহূতে সংপ্ৰধক্ষ্যামি সহদেবাগ্নি মানয় ॥ সভা—৬৮।৪-৬

তোমাৰ এতিয়ালৈকে কৰা কাৰ্য্যবোৰত মোৰ ক্ৰোধ হোৱা নাই ; যিহেতু তুমি আমাৰ সকলোৰে প্ৰভু কিন্তু দ্ৰৌপদীক পণ ৰক্ষা কাৰ্য্য মই অসঙ্গত বুলি ভাবো। এই পাণ্ডৱ ভাৰ্য্যা এতিয়াও বালিকা, তেওঁ এনে লাঞ্ছনাৰ যোগ্য নহয়। তোমাৰ দোষত্বে নৃশংস, নীচ, দুষ্টমতি কৌৰৱবিলাকৰ দ্বাৰা লজ্জিত হৈছে। হে ৰাজন্ তেওঁৰ লাঞ্ছনাৰ কাৰণে তোমাৰ ওপৰত মোৰ খং উঠিছে। তোমাৰ বাহুদ্বয় মই দগ্ধ কৰিম। সহদেৱ অগ্নি লৈ আহা।"

অৰ্জুনে ভীমক বহু প্ৰকাৰে বুজাই শান্ত কৰে। "তোমাৰ এই আচৰণত শত্ৰুৱে লাই পাব। আৰু ধৰ্ম নষ্ট হব" ইত্যাদি কথাৰে ভীমক কিঞ্চিত শান্ত কৰে।

কৰ্ণৰ আদেশত দুঃশাসনে কৌৰৱ সভাত দ্ৰৌপদীক বিবস্ত্ৰা কৰিবলৈ চেষ্টা কৰে। দ্ৰৌপদীৰ কাতৰ অনুৰোধত লোক চক্ষুৰ অন্তৰালত থাকি কৃষ্ণই কৃষ্ণাৰ লজ্জা নিবাৰণ কৰে। সভাৰ সকলোৱে দুঃশাসনৰ নিৰ্লজ্জ কৰ্মত ধিক্কাৰ দিবলৈ ধৰে। ভীমে এই সময়ত মনে মনে থাকিব নোৱাৰিলে।

শশাপ তত্ৰ ভীমস্তু ৰাজমধ্যে বৃহৎস্বনঃ।

ক্ৰোধা দ্বি স্ফুৰ মানৌষ্ঠো বিনি স্পৃশ্য কৰে কম্ম খণ্ডত ভীমৰ ওঁঠ কঁপিবলৈ ধৰে। তেওঁ এহাতেৰে আন হাত পিহি সভাৰ মাজত গৰ্জন কৰি প্ৰতিজ্ঞা কৰিলে। "হে ক্ষত্ৰিয়সকল, মোৰ প্ৰতিজ্ঞা শুনা, এনে প্ৰতিজ্ঞা পূৰ্বতে কোনেও কৰা নাই আৰু ভৱিষ্যতেও নকৰিব। মই যদি যুদ্ধক্ষেত্ৰত মন্দবুদ্ধি, পাপকৰ্মা, ভৰতকুল কলঙ্ক, দুঃশাসনৰ বুকু ফালি তেজ পিব নোৱাৰো তেন্তে আমাৰ পূৰ্ব পুৰুষৰ লগত একেলোকত যেন মোৰ বাস নহয়।" এই প্ৰতিজ্ঞাৰ কথা শুনি সকলো স্তম্ভিত হ'ল আৰু বহুতে তেওঁক ধন্যবাদ দিলে।

পণত পৰাজিত হৈ আত্মবিক্ৰয় কৰা যুধিষ্ঠিৰৰ দ্ৰৌপদীক পণত বাজি ৰাখিবৰ অধিকাৰ আছেনে ? এই প্ৰশ্ন দ্ৰৌপদীয়ে যুধিষ্ঠিৰক কৰাত ধৰ্মৰাজ মৌন হৈ ৰ'ল। সভাস্থ সকলো নিমাত। ভীমে তেনিয়া সক্ৰোধে কলে।

যদ্যেষ গুৰুৰস্মাকং ধৰ্মৰাজো মহামনাঃ
ন প্ৰভুঃ স্যাৎ কুলস্যাস্য ন বয়ং মৰ্ষয়েমহি ॥

ধৰ্মৰাজ আমাৰ গুৰু। এওঁ আমাৰ গুৰু নোহোৱা হলে, আমি কেতিয়াও ইমান

লাঞ্ছনা ভোগ নকৰিলোহেঁতেন। কিন্তু এওঁ আমাৰ প্ৰভু, আমাৰ পূজ্য আমাৰ তপস্যা"। ইয়াৰ পাছত ভীমে নিজ বাহুবলৰ ওপৰত ভৰষা কৰি কলে, "সিংহই যেনেকৈ ক্ষুদ্ৰ পশুক বধ কৰে, ধৰ্মৰাজৰ আদেশ পালে ময়ো এই পাপিষ্ঠ ধৃতৰাষ্ট্ৰৰ পুত্ৰবোৰক নিঃচিহ্ন কৰিব পাৰো"। ভীমৰ কথা শুনি ভীষ্ম, দ্ৰোণ বিদুৰ আদিয়ে ভীমৰ কথাত বিশ্বাস কৰি মৌন হৈ ৰ'ল। যুধিষ্ঠিৰক ব্যথিত আৰু মৌনী হৈ থকা দেখি নিলাজ দুৰ্যোধনে বস্ত্ৰ দাঙি দ্ৰৌপদীক নিজ উৰু প্ৰদৰ্শন কৰিলে। এই দেখি ভীম গৰ্জি উঠিল। তেওঁ সকলোকে শুনাই প্ৰতিজ্ঞা কৰিলে।

পিতৃভিঃ সহ সালোক্যং মাস্ম গচ্ছেদ বৃকোদৰঃ
যদ্যেত মুৰু গদয়া ন ভিন্দ্যাং তে মহাহবে ॥

( মহাযুদ্ধত গদাৰ আঘাতত তোমাৰ যদি উৰু ভাঙ্গিব নোৱাৰো তেন্তে পিতৃলোকত মোৰ বাস নহব )

খণ্ডত তেওঁ অস্থিৰ হৈ পৰিল বিদুৰে সকলোকে শুনাই সতৰ্ক বাণী উচ্চাৰণ কৰিলে। ভয়ত ধৃতৰাষ্ট্ৰই দ্ৰৌপদীক বৰদি পাণ্ডৱক দাসত্বৰ পৰা মুকলি কৰি দিয়ে। কিন্তু ভীমে অপমানত অতিশয় ক্ষুব্ধ হৈ প্ৰতিজ্ঞা কৰিলে কৌৰৱক ধ্বংস কৰিববলৈ। প্ৰশান্ত স্বভাৱ যুধিষ্ঠিৰে তেওঁক শান্ত কৰিববলৈ চেষ্টা কৰে। বীৰ্য্যবান মহাবাহু ভীম অন্তৰ্দাহত জ্বলিপুৰি ক্ষান্ত থাকিল।

দ্বিতীয়বাৰ পাশা খেললৈ নিমন্ত্ৰিত হৈ ভায়েকহঁতক নোসোধাকৈ যুধিষ্ঠিৰ হস্তিনাপুৰলৈ যায়। দ্যুতক্ৰীড়াত পৰাজিত হৈ দুঃশাসনৰ অশ্ৰাব্য বাক্যবাণত বিদ্ধ হৈ ভীমে হুংকাৰ কৰি কৈছিল।

যথা তুদসি মৰ্মানি বাক্‌শৰৈৰিহ নো ভৃশম
তথা স্মৰয়িতা তেঽহং কৃন্তন্ মৰ্মানি সংযগে

( বাক্যশৰৰ দ্বাৰা যি ভাৱে আমাক মৰ্মাহত কৰিছা সেইভাৱে তোমাৰ হৃদয় বিদাৰণ কৰি ৰক্ত পান কৰিম )

এইদৰে দুৰ্যোধনৰ উৰুভঙ্গ আৰু দুঃশাসনৰ ৰক্তপানৰ কথা কৈ তেওঁজ্যেষ্ঠ ভ্ৰাতাৰ লগত বনলৈ যাত্ৰা কৰিছিল। যাওঁতে বাৰে বাৰে নিজৰ বিশাল বাহুদ্বয়লৈ চাই চাই গৈছিল। প্ৰথমতে তেওঁলোকে সৰস্বতী নদীৰ পাৰত থকা কাম্যক বনত প্ৰবেশ কৰে। ইয়াত বকাসুৰৰ ভায়েক আৰু হিড়িম্বৰ মিত্ৰ কিৰ্ম্মীৰ ৰাক্ষসক ভীমে বধ কৰে। কিছুদিন পিচত তেওঁলোকে কাম্যক বন ত্যাগ কৰি দ্বৈত্য বনলৈ যায়। এদিন সন্ধ্যা সময়ত তেওঁলোকে বিষণ্ণ মনে বহি থাকোতে দ্ৰৌপদীয়ে যুধিষ্ঠিৰক ব্ৰাহ্মণ বৃত্তি এৰি ক্ষত্ৰিয় বৃত্তি লবলৈ উৎসাহিত কৰোঁতে যুধিষ্ঠিৰৰ ক্ষমা গুণ দেখি ভীমৰ খং উঠি ক্ষমা গুণক নিন্দা কৰি কবলৈ ধৰে, "দুৰ্যোধনে কপটতাপূৰ্বক আমাক ৰাজ্যভ্ৰষ্ট কৰিছে। আমি তাৰ প্ৰতিশোধ কিয় নলম? তোমাৰ দুৰ্বলতাৰ কাৰণেই আমাৰ এই অৱস্থা। তোমাৰ মুখলৈ চাই আমি সকলো কষ্ট সহ্য কৰি আছো। হে ৰাজন্, তুমি দুৰ্বলতা পৰিত্যাগ কৰা। পুৰবাসীসকল আমাৰ অনুকুল।

তোমাৰ ভ্ৰাতৃসকলৰ বীৰত্ব কম নহয়। মোৰ গদাৰ আঘাত কেইজনে সহ্য কৰিব পাৰে ? কেৱল ধৰ্মৰ দোহাই দি ক্লীবৰ দৰে জীৱন যাপন কৰা জানো উচিত ? যি আচৰণে নিজক আৰু পৰিয়াল বৰ্গক দুখ দিয়ে সি জানো ধৰ্ম ! সুদীৰ্ঘ তেৰ বছৰ এনে দুখ কষ্টৰ জীৱন যাপন কৰা কঠিন। ৰাজন্, তোমাৰ বুদ্ধি ব্ৰাহ্মণৰ দৰে, ক্ষত্ৰিয়ৰ এনে বুদ্ধি দেখা নাযায়। স্বয়ং মনুৱে কৈছে যে অন্যায়কাৰীক ক্ষমা কৰা অনুচিত। আমাৰ, বিশেষকৈ কৃষ্ণাৰ পক্ষে অজ্ঞাত বাস সম্ভৱ নহয়। আমি যিবোৰ গুপ্তচৰ হস্তিনাপুৰলৈ পঠাইছিলো তেওঁলোকৰ মুখৰ পৰা জনা গৈছে যে সাধু আচৰণ আৰু লোকপ্ৰিয় কাৰ্য্যৰ দ্বাৰা ক্ৰমশঃ দুৰ্যোধন জনপ্ৰিয় হৈছে। এতিয়াই আক্ৰমণ কৰিবলৈ আমাক অনুমতি দিয়া। ৰাজন্ তুমি প্ৰতিজ্ঞা ভঙ্গৰ ভয় নকৰিবা। আমি তেৰ মাহ বনে বনে বাস কৰিছো। মনীষীসকলে সোমৰসৰ অভাৱত পুতিকা ব্যৱহাৰ কৰাৰ দৰে বছৰৰ প্ৰতিনিধিৰূপে মাসক ( মাহ ) গ্ৰহণ কৰিছে। এটা গৰুক গোগ্ৰাস দি পৰিতৃপ্ত কৰিলেই প্ৰতিজ্ঞা ভঙ্গ পাপৰ প্ৰায়শ্চিত্ত হয়। অতএৱ ৰাজন্ তুমি শত্ৰু বধৰ নিমিত্তে কৃত নিশ্চয় হোৱা।"

ভীমৰ কথাত যুধিষ্ঠিৰে নানা প্ৰকাৰ বুজনিৰে ভায়েকক শান্ত কৰিবলৈ চেষ্টা কৰে। কেৱল জেষ্ঠ ভাইৰ কথা অমান্য কৰা অনুচিত ভাবি মন্ত্ৰ বশীভূত ফেটী সাপৰ দৰে ভীম মনে মনে থাকিল। আন এদিন তেওঁ দুখেৰে যুধিষ্ঠিৰক কৈছিল"।

ভৱতঃ দ্যূত দোষেণ সৰ্বে বয়ম পৰিপ্লুতাঃ।
অহীন পৌৰুষা বালা বলিভিৰ্ব্বলৱত্তৰাঃ ॥
ক্ষাত্ৰধৰ্মং মহাৰাজ স্বমৰেক্ষিতুমহাৰ্ষ।
নহি ধৰ্মো মহাৰাজ ক্ষত্ৰিয়স্য বনাশ্ৰয়ঃ ॥

( তোমাৰ দ্যূতাসক্তিৰ কাৰণেই আমাৰ এই দুৰ্দশা ; আমি অধিক বলবান আৰু পৌৰুষযুক্ত হলেও শত্ৰুৰ চক্ৰান্তত অসহায় হৈছো। মহাৰাজ, তুমি ক্ষত্ৰিয়ৰ ধৰ্ম অৱলম্বন কৰা। বনবাস ক্ষত্ৰিয়ৰ ধৰ্ম নহয়। )

অৰ্জুন দেৱলোকলৈ যোৱাৰ পাছত লোমস মুনিৰ লগত পাণ্ডৱসকলে নানা তীৰ্থ পৰ্য্যটন কৰি ফুৰে। পুৰোহিত ধৌম্যও লগত আছিল। তেওঁলোকে কৈলাস পৰ্বত অতিক্ৰম কৰি গন্ধমাদন পৰ্বতত উঠে। সেই ঠাইতে সহস্ৰদল পদ্মৰ দিব্য গন্ধত আপ্লুত হৈ পাঞ্চালীয়ে তেনে এটি পদ্ম বিচৰাত ভীম তাৰ অন্বেষণত যায়। ভীমে সেই সুগন্ধ অনুসৰণ কৰি অৱশেষত গন্ধমাদন পৰ্বতৰ সানুদেশত বহু যোজন বিস্তৃত কদলী বনত প্ৰবেশ কৰে। সেই বনৰ ভিতৰত এখন সৰোবৰত তেনে জাতীয় অসংখ্য পুষ্প ফুলি থকা দেখি ভীমে সৰোবৰত নামি অৱগাহন কৰে। তাৰ পাছত বাহুৰ আস্ফালন আৰু শংখধ্বনিৰ দ্বাৰা সেই বন নিনাদিত কৰি তোলে। সেই ঠাইৰ পৰা ওপৰলৈ উঠিলে ভীমৰ বিপদ বুলি জানি পৱন নন্দন হনুমান পথ ৰুদ্ধ কৰি পৰি থাকে। বাট এৰি দিবলৈ কোৱাত হনুমানে কয় যে তেওঁ বৃদ্ধ বয়সৰ বাৰ্দ্ধক্যৰ কাৰণে উঠিব নোৱাৰে, গতিকে নেজদাল আঁতৰাই পাৰ হৈ যাব পাৰে।

ভীমে আপ্ৰাণ চেষ্টা কৰিও হনুমানৰ নেজডালকে লৰাব নোৱাৰিলে। ভীমে সবিনয়ে তেওঁৰ পৰিচয় জানিব খোজাত হনুমানে আত্মপৰিচয় দি সস্নেহে ভীমক বহুতো উপদেশ দিয়ে। ভীমেও শিষ্যৰ দৰে উপদেশাৱলী শুনি কৃতাৰ্থ আৰু উপকৃত হয়। হনুমানে অৰ্জুনৰ ৰথধ্বজত থাকি চিঞৰত কৌৰৱ পক্ষত ত্ৰাসৰ সঞ্চাৰ কৰিব বুলিও আশ্বাস দিয়ে। তাৰ পাছত তেওঁ অন্তৰ্ধান যায়।

কুবেৰৰ ঘৰৰ কাষৰ সৰোবৰৰ পৰা সহস্ৰদল পদ্ম আহৰণ কৰি তেওঁ দ্ৰৌপদীক উপহাৰ দিয়ে। তাৰ পাছত তেওঁলোক পুনৰ নৰনাৰায়ণৰ স্থান বদৰিকাশ্ৰমলৈ উভতি যায়। সেই ঠাইত পাণ্ডৱৰ অস্ত্ৰ শস্ত্ৰ অপহৰণৰ উদ্দেশ্যে জতাসুৰে ব্ৰাহ্মণৰ বেশত উপস্থিত হৈ ভীম আৰু ঘটোৎকচৰ অনুপস্থিতিৰ সুযোগ লৈ দ্ৰৌপদী, চাৰি ভাই আৰু অস্ত্ৰ-শস্ত্ৰ লৈ পলায়ন কৰোঁতে বাটত ভীমে পাই অসুৰক বধ কৰে। এই অসুৰো বকাসুৰ আৰু হিড়িম্বৰ বন্ধু আছিল।

ইয়াৰ পাছত হিমালয়ত তপস্বী আৰ্ষ্টিষেণৰ আশ্ৰমত বাস কৰা সময়ত দ্ৰৌপদীয়ে এদিন হিমালয়ৰ শিখৰ দেশ চাবৰ কাৰণে ভীমক অনুৰোধ জনোৱাত ভীমে তৎমুহূৰ্তে পথ ঘাট চাই আহিবৰ উদ্দেশ্যে পৰ্বতাৰোহণ কৰে। বাটত আনেক যক্ষ ৰাক্ষসৰ বাধা নেওচি, শত্ৰুক বধ কৰি আগবাঢ়ি যায়। মণিমান নামেৰে এজন যক্ষই তেওঁক প্ৰৱলভাৱে বাধা দিয়ে, কিন্তু শেষত গদাৰ আঘাতত প্ৰাণ হেৰুৱায়। আন বহুতো যক্ষক ভীমে বধ কৰি পথ নিষ্কণ্টক কৰে।

এই ঘটনাৰ পাছত দেৱলোকৰ পৰা অৰ্জুন প্ৰত্যাৱৰ্তন কৰে। তেওঁলোক গৈ ৰাজৰ্ষি বৃষপৰ্বাৰ আশ্ৰমত উপস্থিত হয়। সেই আশ্ৰমৰ কাষত ভীম এদিন ঘূৰি ফুৰোঁতে এটা বিশাল সাপে মেৰিয়াই ধৰে। বহু চেষ্টাৰ পাছত তাক বধ কৰিবলৈ সক্ষম হয়। সেই সাপটো আছিল শাপগ্ৰস্ত ৰজা নহুষ। যুধিষ্ঠিৰক দৰ্শন আশাৰে তেওঁ ভীমক মেৰাই ধৰিছিল। ভীমৰ চিঞৰবাখৰতো এৰা নিদিলে। ভীমৰ কৰুণ আৰ্তনাদ শুনি যুধিষ্ঠিৰ আগবাঢ়ি আহিল। গভীৰ অৰণ্যত ভীমক তদৱস্থ দেখি অজগৰক নানা প্ৰকাৰ ভক্ষ্য বস্তু দি এৰুৱালৈ চেষ্টা কৰে। কিন্তু অজগৰ তাত সন্তুষ্ট নহল। তেওঁ যুধিষ্ঠিৰক কেইটামান প্ৰশ্নৰ উত্তৰ দিব পাৰিলেহে এৰি দিবলৈ মান্তি হ'ল। যুধিষ্ঠিৰে তেওঁক প্ৰশ্ন কৰিবলৈ কোৱাত তেওঁ প্ৰশ্ন কৰে আৰু যুধিষ্ঠিৰে সেই প্ৰশ্নৰ যথোচিত উত্তৰ দিয়াত ভীমক এৰি দিয়ে।

ধৃতৰাষ্ট্ৰই ভীমক সকলোতকৈ বৰ ভয় কৰিছিল। তেওঁ জানিছিল যে ভীম ক্ষমা কৰা পুৰুষ নহয়। সেই কাৰণে দুৰ্যোধনে ঘোষ যাত্ৰাৰ অনুমতি বিচৰাত তেওঁ ভীম থকা নিকটস্থ অৰণ্যলৈ নাযাবলৈ পৰামৰ্শ দিছিল যদিও দুৰ্যোধনে সেইটো নামানি পাণ্ডৱ থকা ঠাইলৈ গৈ পাণ্ডৱৰ দুখ-দুৰ্দশা চাই তৃপ্তি লাভ কৰিবলৈ যাত্ৰা কৰিলে। দৈৱৰ বলত তেওঁলোক গৈ চিত্ৰসেন গন্ধৰ্বৰ লগত বিৰোধ ঘটি যুদ্ধত বন্দী হব লগা হয়। দুৰ্যোধনৰ অমাত্যই পাণ্ডৱক এই সংবাদ দি সহায় প্ৰাৰ্থনা কৰে। ভীমে এই সংবাদ শুনি আনন্দত চিঞৰি কলে, "আমি বহুকষ্ট কৰি যিটো

কাম কৰিব লগা হ'লহেঁতেন দৈৱই সেই কাম সহজে কৰি দিলে। কিন্তু যুধিষ্ঠিৰে সেই কথা নামানি দুই ভাইক পঠাই চিত্ৰসেনক পৰাজয় কৰি কৌৰবক মুকলি কৰি দিয়ে।

সিন্ধুপতি জয়দ্ৰথ আছিল দুৰ্যোধনৰ ভনী জোঁৱাই। এদিন তেওঁ দুৰ্যোধনৰ প্ৰৰোচনাত পাণ্ডৱ বাস কৰা অৰণ্যলৈ গৈ পাণ্ডৱৰ অনুপস্থিতিত দ্ৰৌপদীৰ আতিথ্য গ্ৰহণ কৰি, পাণ্ডৱৰ অনুপস্থিতিৰ সুবিধা লৈ দ্ৰৌপদীক অপহৰণ কৰে। ভীমাৰ্জুনে ঘৰলৈ প্ৰত্যাৱৰ্তন কৰি, দ্ৰৌপদী আৰু জয়দ্ৰথক নেদেখি খেদি গৈ জয়দ্ৰথক ধৰে আৰু দ্ৰৌপদীক মুক্ত কৰে। ভীমে জয়দ্ৰথক মাটিত পেলাই গুৰিয়াবলৈ ধৰে। যুধিষ্ঠিৰে ভীমৰ গোৰত জয়দ্ৰথ মৰিব বুলি ভাবি মুক্ত কৰি দিয়ে। ভীমে তেওঁৰ চুলিখিনি খুড়াই দিয়ে। শেষত দ্ৰৌপদীক ক্ষমা খোজাত আৰু ভৱিষ্যতে তেনে কাৰ্য্য নকৰিবলৈ প্ৰতিজ্ঞা কৰাত তেওঁক এৰি দিয়ে।

এইদৰে বাৰ বছৰ পাৰ হ'ল। সন্মুখত এবছৰ অজ্ঞাত বাস। মৎসৰাজ বিৰাটৰ পুৰীত নিবাস কৰা স্থিৰ হ'ল। ভীমে কি বুলি পৰিচয় দিব? তেওঁ কলে যে "বল্লৱ" নামে পৰিচয় দিব আৰু "পৌৰোগৱ" শব্দৰ অৰ্থ হ'ল ৰন্ধনশালাৰ অধ্যক্ষ। ভীম এজন উৎকৃষ্ট পাচক আছিল। এই কাৰণে অজ্ঞাত বাসৰ সময়ছোৱা পাচক ৰূপে কাল কটাব। তদুপৰি মাজে মাজে অৰণ্যলৈ গৈ প্ৰচুৰ জ্বলানি কাষ্ঠ সংগ্ৰহ কৰি আনি বিৰাটৰ তুষ্টি বিধান কৰিব আৰু মল্লযুদ্ধত পটুতা দেখুৱাই সকলোকে আনন্দ দিব। বিৰাট ৰজাই পৰিচয় বিচাৰিলে ক'ব তেওঁ যুধিষ্ঠিৰৰ মল্ল যোদ্ধা আৰু পাচক আছিল।

নিজৰ মাজত প্ৰয়োজনীয় কথাবাৰ্তা হবৰ কাৰণে ভীমৰ নাম ৰখা হ'ল জয়ন্ত। যুধিষ্ঠিৰৰ প্ৰবেশৰ পাছত এহাতত হেতা খণ্টি লৈ আৰু অন্য হাতত এখন কোষমুক্ত তৰোৱাল লৈ ভীমে বিৰাট ৰজাৰ ৰান্ধনিশালাত প্ৰবেশ কৰে। তেওঁ ক'লা পোছাক পৰিধান কৰিছিল। বিৰাটে ভীমৰ শাৰীৰিক গঠন দেখি পাচকৰূপে বিশ্বাস কৰিবলৈ টান পাইছিল যদিও তেওঁক ৰন্ধন শালাৰ অধ্যক্ষ ৰূপে নিয়োগ কৰে। অজ্ঞাত বাসৰ চতুৰ্থ মাহত বিৰাটপুৰীত নৱধান্যোৎসৱ উপলক্ষে অনেক মল্লৰ আগমন হৈছিল আৰু প্ৰদৰ্শন মূলক মল্লযুদ্ধৰ আয়োজন কৰা হৈছিল। তেওঁলোকৰ মাজত জীমূত নামৰ মল্লক কোনেও পৰাজয় কৰিব নোৱাৰিলে। তেওঁ অমিত পৰাক্ৰমশীল আছিল। তেতিয়া বিৰাট ৰজাই ভীমক জীমূতৰ লগত মল্লযুদ্ধ কৰিবলৈ নিৰ্দেশ দিয়ে। অগত্যা ভীমে ৰজাৰ নিৰ্দেশ মানিব লগা হ'ল। বহু সময় যুদ্ধ কৰাৰ পিছত জীমূতে যুদ্ধত প্ৰাণ ত্যাগ কৰিব লগা হয়, সকলো মল্লক পৰাজয় কৰাৰ পাছত বিৰাটে বাঘ, সিংহ আদি বন্য জন্তুৰ বিৰুদ্ধে ভীমক নিয়োগ কৰি অদ্ভুত আনন্দ লাভ কৰিছিল।

বিৰাটৰ শ্যালক কীচক মহাশক্তিশালী পুৰুষ আছিল। তেওঁ ৰজাৰ সেনাপতিও আছিল। এদিন ৰাণী সুদেষ্ণাই দ্ৰৌপদীক কিবা কাৰণত কীচকৰ ওচৰলৈ পঠায়।

দ্ৰৌপদীক দেখি তাৰ কাম ভাৱ জাগ্ৰত হয়। তেওঁ দ্ৰৌপদীক প্ৰেমভিক্ষা কৰাত দ্ৰৌপদীয়ে তাক অপমান কৰি দৌৰি আহি ৰাজসভা পায়হি। তালৈকে খেদি আহি তেওঁ দ্ৰৌপদীক লাথি মাৰি খণ্ডত আঁতৰি যায়। দ্ৰৌপদীয়ে ৰজাক গোচৰ দিয়া সত্ত্বেও বিৰাটে একো বিচাৰ নকৰিলে। ভীমে এই দৃশ্য দেখি অজ্ঞাত বাসৰ কথা পাহৰি গ'ল। তেওঁ তেতিয়াই কীচকক এসেকা দিবলৈ উগ্ৰমূৰ্তি ধৰি থিয় হোৱাত যুধিষ্ঠিৰে প্ৰমাদ গণিলে। ভীমৰ স্বৰূপ প্ৰকাশ পাই যাব বুলি ভয় হ'ল। তেওঁ তৎক্ষণাত ভীমৰ হাতত সংকেত দিয়াত ভীম ক্ষোভত বহি থাকিল। ৰাতি দ্ৰৌপদীয়ে ভীমৰ ওচৰলৈ গৈ নিজৰ দুখ প্ৰকাশ কৰি প্ৰতিবিধান কৰিবলৈ অনুৰোধ কৰে। ভীমে দ্ৰৌপদীৰ শয়ন কক্ষত মূৰে গায়ে কাপোৰ লৈ শুই থাকে। দ্ৰৌপদীৰ কথা মতে কীচক মাজ নিশা শয়ন কক্ষলৈ আঁহোতে শুই থকা ভীমে তেওঁক জপতিয়াই ধৰে। দুয়োৰে মাজত শয়ন কক্ষতে ভীষণ যুদ্ধ হয়। যুদ্ধত কীচক নিহত হয়। ভীমে দ্ৰৌপদীক নিহত কীচকৰ দেহটো দেখুৱাই মনে মনে আকৌ পাকশালাত প্ৰৱেশ কৰে।

দ্ৰৌপদীয়ে নৰ্ত্তনশালাৰ ৰক্ষীসকলক জনালে যে তেওঁৰ গন্ধৰ্বপতিয়ে দুৰন্ত আৰু কামাসক্ত কীচকক বধ কৰিছে। এই সংবাদ শুনি সকলো আহি কীচকৰ মৃতদেহ চাই আচৰিত। কীচকৰ জ্ঞাতিবৰ্গই দ্ৰৌপদীক কীচকৰ লগতে পুৰি মাৰিবলৈ আয়োজন কৰে। বিৰাটৰ অনুমতি বিচাৰিলত ভয়ভীত হৈ তেওঁ অনুমতি প্ৰদান কৰে। দ্ৰৌপদীক ধৰি বান্ধি পুৰিবলৈ উপকীচকবিলাকে লৈ যায়। দ্ৰৌপদী (সৈৰন্ধ্ৰী)-য়ে জয়, জয়ন্ত, আদি পাণ্ডৱৰ উপনাম ধৰি চিঞৰাত ভীমে পাচকৰ বেশ পৰিত্যাগ কৰি শ্মশানলৈ দ্ৰুতবেগে যোৱাত তেওঁক দেখি এশ পাঁচজন উপকীচক পলায়ন কৰে। ভীমে সিহঁতৰ পাছে পাছে খেদি গৈ এজন এজনকৈ সকলোকে বধ কৰি দ্ৰৌপদীৰ বন্ধন কাটি মুক্ত কৰে।

গন্ধৰ্বৰ আচৰিত শক্তি দেখি কোনেও সৈৰিন্ধ্ৰীক জোকাবলৈ সাহস নকৰা হ'ল। দ্ৰৌপদী নিষ্কণ্টক হ'ল। এইদৰে নানা বিপদ-বিঘিনী অতিক্ৰম কৰি প্ৰায় তেৰ বছৰ পূৰ্ণ হ'ল। মাত্ৰ তেৰ দিন বাকী থাকিল।

চাৰি ভায়ে যুধিষ্ঠিৰক কেনেকৈ সন্মান কৰিছিল তাৰ বৰ্ণনা দ্ৰোণাচাৰ্যই এইদৰে দিছে :—

> শূৰাশ্চ কৃতবিদ্যাশ্চ বুদ্ধিমন্তো জিতেন্দ্ৰিয়াঃ।
> ধৰ্মজ্ঞাশ্চ কৃতজ্ঞাশ্চ ধৰ্মৰাজমনুব্ৰতাঃ।
> নীতিধৰ্মাৰ্থতত্ত্বজ্ঞাঃ পিতৃবচ্চ সমাহিতাঃ। বিৰাট—২৭।২-৩
> ধৰ্মেস্থিতং সত্যধৃতিং জেষ্ঠং জ্যেষ্ঠানুযায়িনঃ

(পাণ্ডৱ সকল বীৰ, কৃতবিদ্য, বুদ্ধিমান, জিতেন্দ্ৰিয়, ধৰ্মজ্ঞ, কৃতজ্ঞ আৰু ধৰ্মৰাজৰ অনুসৰণকাৰী, তেওঁলোক নীতিধৰ্ম তত্ত্বজ্ঞ আৰু জেষ্ঠ ভ্ৰাতাৰ অনুগত, ধাৰ্মিক সত্য-ধৃতি আৰু জ্যেষ্ঠ ভ্ৰাতাক কনিষ্ঠসকলে পিতাৰ দৰে জ্ঞান কৰি অনুগত হৈ থাকে।

ভীষ্ময়ো পাণ্ডৱৰ এই গুণখিনি অন্য এক প্ৰসঙ্গত উল্লেখ কৰিছে। (বিৰা ২৮)

ত্ৰিগৰ্ত্তৰাজ সুশৰ্মাই বিৰাট ৰজাৰ সমস্ত গো-ধন অপহৰণ কৰি নিয়ে। মৎস্যপতি বিৰাটৰ লগত তেওঁৰ ভীষণ যুদ্ধ হয়। যুদ্ধত বিৰাটক বন্দী কৰি সুশৰ্মা নিজ ৰাজ্যলৈ উভতি যায়। এই কথা শুনি যুধিষ্ঠিৰে ভীমক বিৰাটৰ সাহায্যাৰ্থে পঠায়। ত্ৰিগৰ্ত্তপতি ভীমৰ গোৰ খাই অজ্ঞান হৈ পৰে। অৱশেষত বিৰাটৰ অধীনত্ব স্বীকাৰ কৰি তেওঁ মুক্ত হয়।

পাণ্ডৱৰ বনবাস আৰু অজ্ঞাত বাসৰ তেৰবছৰ পূৰ্ণ হ'ল। দুই পক্ষই শান্তিৰ কাৰণে দূত বিনিময় কৰে আৰু লগে লগে যুদ্ধৰ আয়োজনো কৰে। ধৃতৰাষ্ট্ৰ প্ৰেৰিত সঞ্জয় পাণ্ডৱ শিবিৰলৈ আহি তেওঁলোকৰ মনোভাৱ বুজি প্ৰত্যাবৰ্ত্তন কৰে। আৰু ধৃতৰাষ্ট্ৰক জনায় যে পাণ্ডৱসকলৰ প্ৰাপ্য অৰ্দ্ধৰাজ্য নিদিলে যুদ্ধ অনিবাৰ্য্য। পাণ্ডৱৰ শক্তি সামাৰ্থ্য আৰু শৌৰ্য্য-বীৰ্য্যৰ কথাও ধৃতৰাষ্ট্ৰক জনালে। সঞ্জয়ৰ কথা শুনি স্বাৰ্থান্ধ ধৃতৰাষ্ট্ৰই অতিশয় ভীত হৈ কৈছিল, "পাণ্ডৱৰ সকলো বীৰ পুৰুষ ; বিশেষকৈ ভীমৰ ভয়ত ৰাতি মোৰ টোপনি নহা হৈছে। ভীমৰ সমকক্ষ বীৰ আমাৰ কৌৰৱ পক্ষত কোনো নাই। সেই ক্ষমাহীন বীৰে মোৰ পুত্ৰবোৰক যুদ্ধত নিঃশেষ কৰিব। শিশু কালতে বাৰে বাৰে লাঞ্ছিত হৈ আমাৰ পুত্ৰ সকল পাণ্ডৱৰ প্ৰতি বিদ্বেষ ভাবাপন্ন হৈ পৰিছে। সেই বহুভোজী, দণ্ডপাণি যমসদৃশ মহাবীৰৰ কথা মনত পৰিলেই মোৰ বুকু কঁপি উঠে। দ্যূতক্ৰীড়াৰ সময়ত তেওঁ যে মোৰ ল'ৰাবোৰক নিঃশেষ নকৰিলে—এয়ে মোৰ মহাভাগ্য বুলি ভাবিছো।

(১) অস্ত্ৰে দ্ৰোণাৰ্জুন সমং বায়ুবেগ সমংজবে।
মহেশ্বৰ সমং ক্ৰোধে কোহন্যাদ্ ভীম মাহৱে॥ উদ্যোগ ৫১।১৪

(২) ন স জাতু বশে তস্থৌ মম বাল্যেঽপি সঞ্জয়।
কিং পুনৰ্মম দুষ্পুত্ৰৈঃ ক্লিষ্টঃ সম্প্ৰতি পাণ্ডৱঃ
নিষ্ঠুৰো ৰোষণোঽত্যৰ্থং ভজ্যেতাপি ন সন্নমেৎ॥

এই ভীম অস্ত্ৰবিদ্যাত অৰ্জুন আৰু দ্ৰোণৰ সমান, বেগত বায়ুৰ তুল্য, ক্ৰোধত মহেশ্বৰ সদৃশ, কোনে তেওঁক বধ কৰিব পাৰে ? হে সঞ্জয়, বাল্য কালতো কোনো দিন তেওঁ মোৰ বশগত নাছিল। সম্প্ৰতি মোৰ দুষ্ট ল'ৰা বোৰৰ দ্বাৰা ক্লিষ্ট হৈ মোৰ জানো অনুগত থাকিব ? নিষ্ঠুৰ, অতিক্ৰোধী ভীম বৰং ভাগি পৰিব, তথাপি নত নহয়।)

সমস্ত অধ্যায়ৰ একষষ্ঠিটা (৬১) শ্লোকত ভীমভীত ধৃতৰাষ্ট্ৰৰ বিলাপ বৰ্ণনা কৰিছে।

যেতিয়া পাণ্ডৱ পক্ষৰ পৰা শ্ৰীকৃষ্ণক শান্তি আৰু সন্ধিৰ দূত ৰূপে কৌৰৱ পক্ষলৈ যোৱা স্থিৰ কৰিলে ভীমে মোলায়েম সুৰত কৃষ্ণক কৈছিল, "হে মধুসূদন তুমি যুদ্ধৰ কথা কৈ ঐশ্বৰ্য্য মদমত্ত দুৰ্যোধনক জুৰুলাই নিদিবা। যাতে যুদ্ধ নহয় তাৰেই চেষ্টা কৰিবা। দুৰ্যোধনে বৰং মৃত্যুবৰণ কৰিব, তথাপি নত নহয় আৰু নিজৰ মত পৰিবৰ্ত্তন নকৰে। তুমি কোমল ভাষাত ধৰ্মাৰ্থযুক্ত বচনেৰে সেই পাপাত্মাক শান্ত কৰিবলৈ চেষ্টা কৰিবা। আমি বৰং দুৰ্যোধনৰ আনুগত্য স্বীকাৰ কৰিম, তথাপি যুদ্ধ কৰি

ভৰত বংশ ধ্বংস হবলৈ দিব নোখোজো। আমাৰ ভাইসকলেও যুদ্ধ কামনা নকৰে। তুমি পিতামহ ভীম আৰু গুৰু দ্ৰোণকে প্ৰমুখ্য কৰি সভাসদসকলক কৰা, কৌৰৱৰ লগত ভ্ৰাতৃভাৱে মিলহে বাস কৰিব বিচাৰোঁ।"

কিন্তু সৌহৃদমেৱৈতৎ কৃপয়া মধুসূদন।
সৰ্বাং স্থিতিক্ষে সংক্লেশান্ মাচ নো ভৰতা নশন্ ॥

( হে মধুসূদন, আন্তৰিক কৰুণা বশতঃ এই ভ্ৰাতৃ মিলনৰ কথা কৈছো। প্ৰতিজ্ঞাৰ কথা মোৰ মনত আছে ; ভৰতকুল যাতে বিনষ্ট নহয়, সেই কাৰণেই সকলো দুখ কষ্ট সহ্য কৰিবলৈ আমি প্ৰস্তুত আছোঁ )

ভীমৰ কথা শুনি কৃষ্ণই মিচিকিয়াই উত্তৰ দিলে, "মই তোমাক তিৰস্কাৰ কৰা নাই। তোমৰ মনৰ অভিলাষ বুজিবৰ কাৰণেই এই কথা কৈছিলো।

যথা চাত্মনি কল্যাণং সম্ভাৱয়সি পাণ্ডৱ।
সহস্ৰ গুণমপ্যেতত্ত্বয়ি সম্ভাব্যয়াম্যহম্ ॥
ষাদৃশে চ কুলে জন্ম সৰ্বৰাজাভি পূজিতে।
বন্ধুভিশ্চ সুহৃদভিশ্চ ভীম ত্বমসি তাদৃশঃ ॥

( তুমি নিজৰ যেনেকৈ কল্যাণ কামনা কৰা, মই তাৰ সহস্ৰ গুণ কল্যাণ কামনা কৰোঁ। যেনেকুৱা শ্ৰেষ্ঠ বংশত তোমাৰ জন্ম, তুমি তোমাৰ বন্ধু আৰু সুহৃদৰ লগত সেই বংশৰ উচিত ব্যৱহাৰেই কৰিছা ) মই কালিলৈ কুৰুসভালৈ যাত্ৰা কৰিম। তাত মই সকলো প্ৰকাৰে শান্তিৰ কাৰণেই চেষ্টা কৰিম। সেই চেষ্টা সফল হলে মোৰ সুখ্যাতি হব। তোমালোকৰো কামনা পূৰ্ণ হব, আৰু কৌৰৱ সকলো সুখ শান্তিত বাস কৰিব পাৰিব। যদি মোৰ চেষ্টা বিফল হয়, তেন্তে যুদ্ধই একমাত্ৰ পন্থা। যদি সচাঁকৈয়ে যুদ্ধ হয়, তেন্তে তোমাৰ ওপৰত গধুৰ দায়িত্ব পৰিব। তোমাৰ মুখত শান্তিৰ বাণী শুনি তোমাক উত্তেজিত কৰিবলৈ এইখিনি কথা কৈছিলো। )

যুদ্ধ কৰাই যেতিয়া স্থিৰ হ'ল তেতিয়া যুধিষ্ঠিৰে যি সাতজন সেনাপতি নিয়োগ কৰিছিল, ভীম তাৰ অন্যতম আছিল। উভয় পক্ষৰ যুদ্ধৰ আয়োজন প্ৰায় সম্পূৰ্ণ। দুৰ্যোধনে শকুনি পুত্ৰ উলুকক দূতৰূপে পাণ্ডৱ শিবিৰলৈ পঠায় আৰু পাণ্ডৱ কেই জনক আৰু কৃষ্ণকো টান ভাষাত কটূক্তি কৰিবলৈ কৈ পঠায়। উলুকে তেওঁৰ কৰ্ত্তব্য নিপুণ ভাৱে পালন কৰে। ভীমে খঙত জাঁপ মাৰি উঠি উলুকক কলে, 'হে মুৰ্খ', দুষ্ট দুৰ্যোধনে আমাৰ খং উঠাবৰ কাৰণে যি কথা তোমাৰ মুখেদি প্ৰকাশ কৰিছে সেই কথা শুনিলোঁ। আমাক অসমৰ্থ বুলি তেওঁ ভাবিছে যদি তেওঁ ভুল কৰিছে। তুমি হস্তিনালৈ উভতি গৈ কবা।

অস্মাভিঃ প্ৰীতিকামৈস্তু ভ্ৰাতু‍ৰ্জেষ্ঠস্য নিত্যশঃ।
মৰ্ষিতং তে দুৰাচাৰ তত্ত্বং ন বহু মন্যসে ॥
প্ৰেষিতশ্চ হৃষীকেশঃ সমাকাঙ্ক্ষী কুৰুন্ প্ৰতি।
কুলস্য হিতকামেন ধৰ্মৰাজেন ধীমতা ॥

ত্বং কালচোদিতো নূনং গন্তুকামো যমক্ষয়ম।
গচ্ছ স্বাহৱমস্মাভিতচ্চ শ্বো ভবিতা ধ্রুৱম্ ॥

(হে দুৰাচাৰ, আমি সদায় জেষ্ঠ ভ্ৰাতাৰ প্ৰীতি সাধনৰ অৰ্থে তোমাক ক্ষমা কৰি আছো। কিন্তু তুমি তাক গ্ৰাহ্য কৰা নাই। বংশৰ হিত কামনা কৰি ধৰ্মৰাজ যুধিষ্ঠিৰে শান্তি কামনা কৰি শ্ৰীকৃষ্ণক দূতৰূপে হস্তিনাপুৰলৈ পঠাইছিল। তুমি নিজতই কাল প্ৰেৰিত হৈ মৃত্যুক বৰণ কৰিব বিচাৰিছা, যুদ্ধলৈ যাত্ৰা কৰা, অহা কালিলৈ নিশ্চয় আমাৰ লগত তোমালোকৰ যুদ্ধ হব"।

ভীমে তেওঁৰ প্ৰতিজ্ঞাৰ কথা দুৰ্যোধনক সোঁৱৰাই দিবলৈ উলুকক কৈছিল।

(১) হত্বা সুযোধন ত্বাং বৈ সহিতং সৰ্বসোদৰৈ
সাক্ৰমিষ্যে পদা মূৰ্দ্ধি ধৰ্মৰাজস্য পশ্যতঃ

(২) সৰ্বেষাং ধাৰ্তৰাষ্ট্ৰানাং অহং মৃত্যুঃ সুযোধন।

(হে সুযোধন, সকলো সহোদৰ সহিত তোমাক বধ কৰি ধৰ্মৰাজৰ সম্মুখত তোমাৰ মূৰত পদাঘাত কৰিম। সকলো ধাৰ্ত্তৰাষ্ট্ৰৰ মই যমকাল।)

দূত প্ৰেৰণৰ দ্বাৰা দুৰ্যোধনে ভীমৰ ক্ৰোধত ঘৃতাহুতি ঢালিলে। ভীমে প্ৰতিজ্ঞা সম্পূৰ্ণ ভাৱে পালন কৰিছিল। এজন-এজনকৈ দুৰ্যোধন সহিত শত ভাইক বধ কৰিছিল। যুদ্ধ যাত্ৰাৰ আগতে তেওঁ মদ্যপান কৰিছিল। ফলত তেওঁৰ উৎসাহ আৰু শক্তি বৃদ্ধি পাইছিল। যুদ্ধক্ষেত্ৰত কৰ্ণ অনেকবাৰ ভীমৰ হাতত পৰাজিত হৈছিল। আৰু ভীমো কৰ্ণৰ লগত যুদ্ধ কৰি একাধিকবাৰ পৰাজিত হৈছিল। দ্ৰোণাচাৰ্য্যৰ প্ৰচণ্ড বিক্ৰমত যেতিয়া পাণ্ডৱ চিন্তিত হৈ পৰিছিল তেতিয়া কৃষ্ণই বুদ্ধি দিলে যে অশ্বত্থামাৰ মৃত্যু সংবাদ দিব পাৰিলে আচাৰ্যই অস্ত্ৰ ত্যাগ কৰিব, অন্যথা আচাৰ্য্যক জয় কৰা সম্ভৱ নহব। স্বপক্ষৰ যোদ্ধা মালৱৰাজ ইন্দ্ৰ বৰ্মাৰ হাতীটোৰ নাম অশ্বত্থামা। ভীমে হাতীটো বধ কৰি প্ৰচাৰ কৰি দিলে যে অশ্বত্থামা যুদ্ধত নিহত হৈছে আৰু দ্ৰোণক এই সংবাদ দিলে। আচাৰ্যই সংবাদ পাই কিঞ্চিত বিচলিত হৈছিল যদিও, সংবাদটোৰ সত্যতা সম্পৰ্কে সন্দেহ আছিল। তেওঁ সংবাদটোৰ সত্যাসত্য নিৰ্ণয় কৰিবলৈ সত্যৱাদী ধৰ্মৰাজৰ কাষ চাপে। যুধিষ্ঠিৰে সত্যৰ পৰা সামান্য পিচলি "অশ্বত্থামা হত ইতি গজ" বুলি কলে। তেওঁ যদি পোনপটীয়াকৈ অশ্বত্থামা মৰা নাই বুলি কলে হেঁতেন তেতিয়া হলে আচাৰ্য্যই অস্ত্ৰ ত্যাগ নকৰিলেহেঁতেন আৰু কৌৰৱক পৰাজয় কৰা কঠিন হল হেঁতেন। তেওঁক নিৰস্ত্ৰ অৱস্থাত ধৃষ্টদ্যুম্নই শিৰচ্ছেদ কৰে। যুধিষ্ঠিৰে "অশ্বত্থামা মৰিল কিন্তু সেইটো হাতী"—এইদৰে আত্মস্বাৰ্থৰ কাৰণে পেচ লগায় কোৱা কাৰণেই তেওঁ নৰক দৰ্শন কৰিব লগীয়া হ'ল।

অৰ্জুনে আচাৰ্য্যৰ শোচনীয় মৃত্যুৰ কাৰণে যুধিষ্ঠিৰ, ভীম আৰু ধৃষ্টদ্যুম্নক দায়ী কৰাত ভীমে অৰ্জুনক কৈছিল "তুমি ক্ষত্ৰিয়, তোমাৰ মুখত অৰণ্যবাসী তপস্বীৰ

দৰে কথা শোভা নাপায়। আমি যিমান দুখ-কষ্ট পাইছো সেইবোৰ স্মৰণ কৰা। সকলো কথা পাহৰি কেৱল ধৰ্ম পথত থাকিলেই ক্ষত্ৰিয় ধৰ্ম পালন কৰা নহয়"।

এদিন যুদ্ধত দুঃশাসনক দেখা পাই তেওঁৰ প্ৰতিশোধ প্ৰবৃত্তি জাগি উঠিল। তেওঁ প্ৰতিজ্ঞাৰ কথা সুঁৱৰি দুঃশাসনক গদাঘাতত ধৰাশায়ী কৰি বুকু বিদীৰ্ণ কৰি ৰাক্ষসৰ দৰে নবৰক্ত পান কৰিবলৈ ধৰে। দুঃশাসনৰ মৃত্যু হয়। "এতিয়া তোমাক কোনে ৰক্ষা কৰিব, মৃত্যুৰে ৰক্ষা কৰিব ( মৃত্যুনা ৰক্ষিতোসি )" এই বুলি বুকুৰ তেজ পিবলৈ ধৰে। তেজ খাই আনন্দত নাচিবলৈ ধৰে। তেওঁ কবলৈ ধৰে "এই-বাৰ যজ্ঞপশু দুৰ্যোধনৰ উৰুভঙ্গ কৰি তাৰ মূৰত পদাঘাত কৰি ৰণযজ্ঞ সমাপ্ত কৰিম।"

কৰ্ণৰ মৃত্যুৰ পাছত কৃপাচাৰ্য্যই আকৌ এবাৰ দুৰ্যোধনক সন্ধি কৰিবলৈ উপদেশ দিয়ে। অনুতপ্ত দুৰ্যোধনে তাৰ উত্তৰত কৈছিল

মধ্যমঃ পাণ্ডৱস্তীক্ষ্ণো ভীমসেনো মহাবলঃ।
প্ৰতিজ্ঞাতঞ্চ তেনোগ্ৰং স ভজ্যেত ন সংনমেৎ ॥

( মধ্যম পাণ্ডৱ ভীমসেন মহাবলবান আৰু খঙাল। তেওঁ ভীষণ প্ৰতিজ্ঞা কৰিছিল তেওঁ বৰং ভাঙি পৰিব, তথাপি নতি স্বীকাৰ নকৰে। আমাৰ সন্ধিৰ প্ৰস্তাব পাণ্ডৱে এতিয়া গ্ৰহণ নকৰে )।

ভীমৰ চৰিত্ৰৰ দৃঢ়তা ধৃতৰাষ্ট্ৰ আৰু দুৰ্যোধনে ভালদৰে জানিছিল। সেনাপতি শল্য নিহত ; দুৰ্যোধনৰ ৯৯ জন ভ্ৰাতৃ ভীমৰ হাতত বধ প্ৰাপ্ত হয়। বাকী মাত্ৰ দুৰ্যোধন। অৱশ্যে কৃতবৰ্মা আৰু অশ্বত্থামা এতিয়াও জীৱিত। তেওঁলোক কিন্তু হতাশাগ্ৰস্ত। এতিয়া ভীমৰ অপৰ প্ৰতিজ্ঞাপালনৰ সময় উপস্থিত। হতাশাগ্ৰস্ত কুৰুৰাজ পলাই দ্বৈপায়ন হ্ৰদৰ পানীৰ তলত আত্ম-গোপন কৰে। লোক মুখৰ পৰা এই সংবাদ শুনি পাণ্ডৱসকল শ্ৰীকৃষ্ণ সহিত দ্বৈপায়ন হ্ৰদলৈ যায়। যুধিষ্ঠিৰৰ তিৰস্কাৰ বাক্যত অভিমানী দুৰ্যোধন পানীৰ মাজৰ পৰা উঠি আহিল।

যুধিষ্ঠিৰে তেওঁলোকৰ যি কোনো এজনক যুদ্ধত পৰাজয় কৰিলেই দুৰ্যোধনক জয়ী বুলি ঘোষণা কৰিব বুলি কোৱাত দুৰ্যোধনে প্ৰত্যেকজনক যুদ্ধলৈ আহ্বান কৰে। এই যুদ্ধৰ আহ্বানত ভীমসেন আগবাঢ়ি আহিল। বহু সময় যুদ্ধ চলিল। কাৰো হাৰজিত নাই। শিষ্য দুজনৰ যুদ্ধ চাবৰ কাৰণে বলৰামো উপস্থিত আছিল। কৃষ্ণই অৰ্জুনক কলে যে ন্যায় যুদ্ধত ভীম জিকিব নোৱাৰে, গদাযুদ্ধত দুৰ্যোধন অধিক কৌশলী। এই কথাত অৰ্জুনে বাম উৰুত আঘাত কৰি ভীমক প্ৰতিজ্ঞাৰ কথা সোঁৱৰাই দিয়াত ভীমে এবাৰ সুযোগ পাই গদাৰে ভীষণ জোৰে দুৰ্যোধনৰ কৰঙণত আঘাত কৰি বাম উৰুৰ হাড় ভাঙি মাটিত পেলাই দিয়ে। মাটিত পৰি থকা দুৰ্যোধনক তেওঁৰ দুষ্কৰ্মৰ কথা সোঁৱৰাই দি ভীমে তেওঁৰ মূৰত পদাঘাত কৰে। ভীমৰ এই আচৰণত বহুতে ভীমক নিন্দা কৰে, যুধিষ্ঠিৰেও ভীমক তিৰস্কাৰ কৰে। গদাযুদ্ধৰ নিয়ম মতে কঁকালৰ তলত গদাৰে আঘাত কৰিব নাপায়। এই কাৰণে ভীমক

ধিক্কাৰ দি বলৰামে নাঙলেৰে আঘাত কৰিবলৈ খেদি গল। শ্ৰীকৃষ্ণই বলৰামক বাধা দি অনেক কাকুতি কৰি শান্ত কৰে। খণ্ডত তেওঁ সেই ঠাই এৰি দ্বাৰকালৈ প্ৰস্থান কৰে।

অশ্বত্থামাই গভীৰ ৰাতি পাণ্ডৱ শিবিৰত প্ৰবেশ কৰি ধৃষ্টদ্যুম্ন আৰু দ্ৰৌপদীৰ পাঁচজন পুত্ৰক নৃশংস ভাবে হত্যা কৰি পলাই যায়। এই শোচনীয় হত্যাকাণ্ডত অতিশয় শোকাৰ্তা দ্ৰৌপদীয়ে প্ৰতিজ্ঞা কৰে যে অশ্বত্থামাক উপযুক্ত শাস্তি নিদিলে তেওঁ অনশন কৰিব। দ্ৰৌপদীৰ কৰুণ বিলাপ শুনি ভীমে অশ্বত্থামাক ধৰিবলৈ যাত্ৰা কৰে। ভীমৰ পাছে পাছে অৰ্জুন আৰু কৃষ্ণয়ো খাপলি মেলে। ভাগীৰথী তীৰত ব্যাসৰ তৰশ্লেৰৰ কাষত তেওঁলোকে অশ্বত্থামাক দেখা পালে। ভীমক আগুৱাই যোৱা দেখি অশ্বত্থামাই 'ব্ৰহ্মশিৰ" নামৰ মহাস্ত্ৰ নিক্ষেপ কৰে। কৃষ্ণৰ নিৰ্দেশত অৰ্জুনেও প্ৰতিষেধক দিব্যাস্ত্ৰ প্ৰয়োগ কৰে। দুই শৰৰ সংঘাতত জুই জ্বলি উঠিল; পৃথিৱী ধ্বংস হবৰ উপক্ৰম হ'ল। নাৰদ আৰু ব্যাসৰ অনুৰোধত অৰ্জুনে নিজৰ অস্ত্ৰ সংবৰণ কৰে। কিন্তু অশ্বত্থামাই সংবৰণ প্ৰয়োগ নজনাৰ কাৰণে সেই অস্ত্ৰই উত্তৰাৰ গৰ্ভস্থ সন্তানক আক্ৰমণ কৰাত কৃষ্ণই সূক্ষ্ম ৰূপত উত্তৰাৰ গৰ্ভত প্ৰবেশ কৰি সন্তানটি ৰক্ষা কৰে। অশ্বত্থামাই বাধ্যহৈ মূৰৰ মণিটো ভীমক দিবলৈ বাধ্য হ'ল। ভীমে সেই মণিটো দ্ৰৌপদীক উপহাৰ দিয়ে।

লোকক্ষয়কাৰী মহাযুদ্ধ শেষ হ'ল। শোকাৰ্ত ধৃতৰাষ্ট্ৰ আৰু গান্ধাৰীয়ে মৃতপুত্ৰ আৰু আত্মীয়বৰ্গৰ শেষকৃত্য কৰিবলৈ কুৰুক্ষেত্ৰ মহাশ্মশানলৈ যাত্ৰা কৰে। যুধিষ্ঠিৰে এই খবৰ শুনি সপৰিবাৰে ধৃতৰাষ্ট্ৰক লগ ধৰিবলৈ মহাশ্মশানলৈ যাত্ৰা কৰে। ধৃতৰাষ্ট্ৰই ভীমক আলিঙ্গন কৰিব খোজাত কৃষ্ণৰ বুদ্ধিমতে ভীমৰ লোহ মূৰ্তিটো আগবঢ়াই দিয়ে। অন্ধৰাজে, মৰম কৰা ছলে, লোহ মূৰ্ত্তিটো পিহি চূৰ্ণ কৰে পুত্ৰহন্তা ভীমৰ ওপৰত ধৃতৰাষ্ট্ৰৰ কিমান আক্ৰোশ আছিল, এই ঘটনাৰ পৰাই জানিব পাৰি।

অন্যায় ভাবে দুৰ্যোধনক বধ কৰা কাৰণে গান্ধাৰীৰো ভীমৰ প্ৰতি আক্ৰোশ আছিল। ভীমে ভয় খাই সবিনয়ে গান্ধাৰীক কলে, "আই মাতৃ, মই আত্মৰক্ষাৰ কাৰণে অন্যায় যুদ্ধ কৰিবলৈ বাধ্য হৈছিলো। আপোনাৰ পুত্ৰৰ দুষ্কৰ্ম আৰু কৃষ্ণাক কৰা অপমানৰ কথা স্মৰণ কৰি মই স্থিৰে থাকিব পৰা নাছিলো। মই ৰক্ত পান কৰা নাছিলো কেবল ওঁঠ দুটা তেজেৰে বোলাই লৈছিলো। কৃষ্ণাৰ অপমানৰ সময়ত যি প্ৰতিজ্ঞা কৰিছিলো, সেই প্ৰতিজ্ঞা পালনৰ নিমিত্তে নিষ্ঠুৰ কাম কৰিব লগা হৈছিল।

অনিগৃহ্য পুৰা পুত্ৰানস্মাস্বনপৰাধিষু।
অধুনা কিংনু দোষেণ পৰিশঙ্কিতুমৰ্হষি ॥

স্ত্ৰী—১৫/২০

(নিৰপৰাধী আমাৰ ওপৰত আপোনাৰ পুত্ৰসকলে অত্যাচাৰ কৰিছিল। তেতিয়া আপুনি তেওঁলোকক নিগৃহীত কৰা নাছিল। এতিয়া আমাক কিয় দোষ

দিছে ? ) গান্ধাৰীয়ে উত্তৰ দিলে, "কণাৰ লাখুটি কৰি তুমি মোৰ অল্প অপৰাধী এজন পুত্ৰক জীৱিত কৰি ৰাখিব পাৰিলাহেঁতেন। এটা পুত্ৰ জীৱিত থকা হলেও মোৰ ইমান দুখ নহয়।"

নিহত বীৰ সকলৰ তৰ্পণৰ সময়ত কুন্তীৰ মুখৰ পৰা কৰ্ণৰ পৰিচয় পাই সকলোৱে শোকাকুল হৈ অনুশোচনা কৰে আৰু নাৰী জাতিক যুধিষ্ঠিৰে অভিশাপ দিয়ে। জ্ঞাতিবধৰ অনুশোচনাত যুধিষ্ঠিৰ অধীৰ হৈ পৰে। কোনো উপদেশে তেওঁক শান্ত কৰিব পৰা নাছিল। ভাইসকলৰ ওপৰত ৰাজ্যভাৰ গটাই দি তেওঁ অৰণ্যবাসী হবলৈ মনস্থ কৰিলে। তেওঁৰ সংকল্পৰ কথা শুনি ভীমে কৈছিল, "ৰাজন, তোমাৰ এই অভিপ্ৰায় আমি আগতে জনাহেঁতেন, আমি অস্ত্ৰ গ্ৰহণ কৰি ইমান কষ্ট নকৰিলোহেঁতেন। কূপ ( নাদ ) খানিবলৈ লৈ আধা কাম কৰি, গাত বোকাপানী সানি কোনো ব্যক্তি উৰ্ভতি নাযায়। শত্ৰুক যুদ্ধত বধ কৰি কোনো লোকেই আত্মহত্যা নকৰে। তোমাৰ দৰে দুৰ্বলচিত্ত জ্যেষ্ঠ ভ্ৰাতাৰ অনুগত বুলি আমি নিজকে ধিক্কাৰ দিয়া উচিত। আমি বলৱান হৈয়ো তোমাৰ দৰে ক্লীৱৰ অধীনত দুৰ্বলৰ দৰে কাল কটাইছিলো। এয়ে আমাৰ দুৰ্ভাগ্য। যদি নিৰুপদ্ৰৱত অৰণ্যত বাস কৰিলেই ধৰ্মলাভ হয় তেন্তে পৰ্বত, বৃক্ষ প্ৰভৃতি পৰম ধাৰ্মিক। কৰ্মত্যাগ কৰিলে সিদ্ধিলাভ নহয়"। ভীমৰ পাছত ভায়েকসকল, দ্ৰৌপদী, ব্যাস আদিয়ে একে সুৰতে কিছু উপদেশ দিয়াত যুধিষ্ঠিৰ প্ৰকৃতিস্থ হয়। ৰাজ্যাভিষেক যথাৰীতি সম্পন্ন হৈ যোৱাৰ পাছত ভীমক যুৱৰাজ পতা হয়।

যুধিষ্ঠিৰৰ সুশাসনত পুৰবাসী আৰু জনপদবাসী অতিশয় সুখী আছিল। ধৃতৰাষ্ট্ৰ আৰু গান্ধাৰীক যুধিষ্ঠিৰে পূৰ্বতকৈ অধিক সুখত ৰাখিছিল, যদিও তেওঁলোকে পুত্ৰশোক পাহৰিব পৰা নাছিল। পাণ্ডৱ সকলে শৰশয্যাত পৰি থকা পিতামহ ভীষ্মৰ পৰা ৰাজধৰ্ম, আপৎধৰ্ম, আৰু মোক্ষধৰ্ম সম্পৰ্কে অমৃতষেন উপদেশাৱলী শুনি পৰম কৃতাৰ্থ বোধ কৰে। তাৰ পাছত যুধিষ্ঠিৰে অশ্বমেধ যজ্ঞ সম্পন্ন কৰে। নানাবিধ সৎকাৰ্য্য আৰু প্ৰচুৰ দান-দক্ষিণা দি তেওঁ ৰাজ্যশাসন কৰিছিল।

ৰাজ্য প্ৰাপ্তিৰ পাছত পোন্ধৰ বছৰ অতীত হ'ল। কিন্তু পুত্ৰ হন্তা ভীমৰ প্ৰতি ধৃতৰাষ্ট্ৰৰ ক্ৰোধ উপশন নহল। ভীমেও ধৃতৰাষ্ট্ৰৰ পূৰ্বৰ আচৰণ পাহৰিব পৰা নাই। সকলোৰে অগোচৰত তেওঁ ধৃতৰাষ্ট্ৰই শুনাকৈ তেওঁৰ বীৰত্বৰ গৌৰব আৰু দুৰ্যোধনৰ শত ভাইৰ বিনাশৰ কথা কবলৈ ধৰে। অন্ধ ৰজাৰ শত পুত্ৰক তেওঁ অকলেই যে বধ কৰিছিল সেই কথাও মাজে মাজে শুনাই আছিল। ভীমৰ এনে প্ৰতিহিংসামূলক আচৰণত ধৃতৰাষ্ট্ৰ আৰু গান্ধাৰীৰ সংসাৰৰ প্ৰতি উদাস ভাৱৰ সৃষ্টি হ'ল। তেওঁলোকে অৰণ্যবাসী হবলৈ মনস্থ কৰিলে। ধৃতৰাষ্ট্ৰই যুধিষ্ঠিৰকে প্ৰমুখ্য কৰি আত্মীয় স্বজনক আহ্বান কৰি অৰণ্যবাসী হোৱাৰ মনস্কামনা প্ৰকাশ

কৰে। ভীমৰ আচৰণৰ কথা গোপণে ৰাখে। যুধিষ্ঠিৰৰ অনুনয় বিনয়েও তেওঁৰ সংকল্প শিথিল কৰিব নোৱাৰিলে।

ধৃতৰাষ্ট্ৰই মৃত বন্ধু-বান্ধৱৰ শ্ৰাদ্ধ কৰিব খোজাত যুধিষ্ঠিৰে মুক্তহস্তে অৰ্থ সাহায্য দিয়াৰ উপৰিও সকলো সুবিধা কৰি দিয়ে। কিন্তু ভীমে ধৃতৰাষ্ট্ৰৰ পূৰ্ব ব্যৱহাৰ স্মৰণ কৰি, দীৰ্ঘনিশ্বাস ত্যাগ কৰি যুধিষ্ঠিৰক অনুমোদন জনায়।

ভীমশ্চ সৰ্বদুঃখানি সংস্মৃত্য বহুলান্যত।
কৃচ্ছ্ৰাদিৱ মহাবাহুৰনুজজ্ঞে বিনিঃ শ্বসন্ ॥

অনুমোদন জনালেও তেওঁ স্পষ্টভাৱে কৈছিল যে শ্ৰাদ্ধশান্তি নকৰিলে দুৰ্যোধনা-দিয়ে পৰলোকত বাস কৰিও যাতনা ভোগ কৰিব। তেওঁ কৈছিল ঃ—

কষ্টাৎ কষ্টতৰং যান্তু সৰ্ৱে দুৰ্যোধনাদয়ঃ।
যৈৰিয়ং পৃথিৱী কৃৎস্না ঘাতিতা কুল পাংসনৈঃ ॥

ভীমে তেওঁৰ প্ৰৱল ক্ৰোধ বিদুৰ আৰু যুধিষ্ঠিৰৰ আগত প্ৰকাশ কৰিবলৈ কুণ্ঠাবোধ কৰা নাই। ভীমৰ এনে ব্যৱহাৰৰ কাৰণে লজ্জিত হৈ যুধিষ্ঠিৰে বাৰে বাৰে ধৃতৰাষ্ট্ৰৰ ওচৰত ক্ষমা খুজিব লগা হৈছে।

ধৃতৰাষ্ট্ৰৰ লগত গান্ধাৰী বিদুৰ আৰু সঞ্জয়েও অৰণ্য যাত্ৰা কৰে। পুত্ৰসকলৰ বাধা আৰু অনুনয়ে কুন্তীৰ মন গলাব নোৱাৰিলে। কিছু দিনৰ পাছত ধৃতৰাষ্ট্ৰাদিক চাবলৈ যুধিষ্ঠিৰ বনলৈ যায় আৰু তাত কিছুদিন বাস কৰি পুনৰ ৰাজধানীলৈ উভতি আহে। দুবছৰৰ পাছত দেৱৰ্ষি নাৰদৰ মুখৰ পৰা ধৃতৰাষ্ট্ৰ, গান্ধাৰী আৰু কুন্তীৰ মৃত্যু সংবাদ শুনি হস্তিনাপুৰীত কান্দোনৰ ৰোল উঠিল। ভীমে মাকৰ শোকত চিঞৰি কান্দিবলৈ ধৰে।

যুধিষ্ঠিৰৰ ৰাজ্যলাভৰ পয়ত্ৰিশ বছৰ উকলি গ'ল। ছয়ত্ৰিশ বছৰৰ প্ৰাৰম্ভতে নানা ধৰণৰ অমংগল দেখিবলৈ পায়। নিজৰ মাজতে মৰামৰি, কটাকটি, কৰি যদুবংশ ধ্বংস হয়। কৃষ্ণ আৰু বলৰামেও মানৱ লীলা শেষ কৰে। এইবোৰ দেখি শুনি যুধিষ্ঠিৰেও মহাপ্ৰস্থানৰ আয়োজন কৰে। ভায়েকসকল আৰু দ্ৰৌপদীও লগত যাবলৈ ওলায়। অভিমন্যুৰ পুত্ৰে পৰীক্ষিতক সিংহাসনত বহুৱাই তেওঁলোক মহাপ্ৰস্থানৰ পথত আগ বাঢ়ে। যুযুৎসুক পৰীক্ষিতৰ মহামাত্য নিয়োগ কৰি যাত্ৰা আৰম্ভ কৰে।

প্ৰথমতে পূৰ্বদিশে যাত্ৰা কৰি বহু নদ নদী অতিক্ৰম কৰি পাছত দক্ষিণাভিমুখী হৈ পশ্চিম সাগৰ তীৰৰ দ্বাৰকা নগৰীত উপস্থিত হয়। দ্বাৰকাত কৃষ্ণবলৰামৰ শেষকৃত্য কৰি উত্তৰ মুখে যাবলৈ ধৰে। ক্ৰমশঃ হিমাচল অতিক্ৰম কৰি বিশাল মৰুভূমিৰ মাজেদি গৈ উত্তৰ মেৰুৰ কাষত উপস্থিত হয়। বাটত প্ৰথমতে কৃষ্ণা, পাছত ক্ৰমে সহদেৱ, নকুল, অৰ্জুন আৰু অৱশেষত ভীম নিপতিত হ'ল। লগত থাকিল মাত্ৰ এটা কুকুৰ। সি বাটত লগ ধৰি যুধিষ্ঠিৰৰ লগে লগে গৈ আছিল। পতনৰ সময়ত ভীমে যুধিষ্ঠিৰক সুধিলে "দাদা, মই কি দোষত পথত পৰি ৰলো" ?

যুধিষ্ঠিৰে তেওঁক কলে, "বৎস, তুমি বহুভোজী আছিলা আৰু নিজ শক্তিৰ অহংকাৰত কাকো গণ্য নকৰিছিলা। এই দুটা দোষতে তোমাৰ পতন ঘটিল।"

ভীম আছিল সৰল স্বভাৱৰ, স্পস্ট বক্তা। জ্ঞাতি বধ যুদ্ধ যাতে নঘটে তাৰ কাৰণে তেওঁ চেষ্টা নকৰাকৈ নাছিল। যুধিষ্ঠিৰৰ যুদ্ধ বাৰণ প্ৰচেষ্টাত তেওঁ সহযোগ কৰিছিল। তেওঁ ধৰ্মভীৰু আছিল যদিও প্ৰয়োজন বশতঃ ছলনাৰো আশ্ৰয় লবলৈ কুণ্ঠাবোধ নকৰিছিল। "গদা আৰু দাদাৰ বাহিৰে তেওঁ আন কথালৈ কাণ নিদিছিল। সুদৰ্শন, স্পষ্ট বক্তা, অমিত পৰাক্ৰমী এইজন পুৰুষ-সিংহই ভাৰত-যুদ্ধৰ সৰ্বশক্তিমান যোদ্ধা আছিল আৰু সৰহখিনি কৌৰৱ পক্ষীয় যোদ্ধা এওঁৰ হাতত নিহত হৈছিল। ভায়েক কেইজনে আৰু দ্ৰৌপদীয়ে এওঁৰ শক্তিৰ ওপৰতে ভৰষা কৰি চলিছিল। কিন্তু অমিত পৰাক্ৰমী হলেও এওঁৰ জেষ্ঠানুগত্য আদৰ্শনীয়। পাণ্ডৱৰ মাজত তেওঁৰ চৰিত্ৰই আমাক অধিক আকৰ্ষণ কৰে। ল'ৰাৰ পৰা বুঢ়ালৈকে সকলোৱে ভীমকে ভাল পায় আৰু কাৰ্যাবলীত আশ্চৰ্যবোধ কৰে। মহাভাৰতৰ চৰিত্ৰাৱলীৰ ভিতৰত ভীমেই সৰ্বাধিক জনপ্ৰিয় চৰিত্ৰ। তেওঁৰ চৰিত্ৰ আৰু কাৰ্যাৱলী ৰাম সৰস্বতীয়ে "ভীম চৰিত্ৰ" নামৰ সৰু কাব্য খনত সুন্দৰকৈ বৰ্ণনা কৰিছে।

## অৰ্জুন ঃ

অৰ্জুন পাণ্ডুৰ ক্ষেত্ৰজ তৃতীয় পুত্ৰ। কুন্তীয়ে মন্ত্ৰোচ্চাৰণ কৰি আহ্বান কৰাত দেৱৰাজ ইন্দ্ৰই তেওঁক গৰ্ভাধান কৰে আৰু ফলস্বৰূপে অৰ্জুনৰ জন্ম হয়। যুধিষ্ঠিৰ আৰু ভীমক পুত্ৰৰূপে লাভ কৰিও পাণ্ডুৰ পুত্ৰকামনা নিবৃত্ত নহ'ল। এজন বীৰশ্ৰেষ্ঠ সৰ্বগুণী পুত্ৰ লাভ কৰিবলৈ পুনৰায় কুন্তীক এবছৰ কাল ব্ৰত কৰাই আৰু নিজেও কঠোৰ তপস্যাৰ দ্বাৰা দেৱৰাজ ইন্দ্ৰক সন্তুষ্ট কৰি তেওঁৰ প্ৰসাদত এটি অদ্ভুতকৰ্মা সৰ্বগুণী পুত্ৰ লাভ কৰে। এওঁৱেই অৰ্জুন। পূৰ্বজন্মত তেওঁ নৰ নামে ঋষি আছিল আৰু নাৰায়ণ ঋষিৰ লগত বদৰিকাশ্ৰমত কঠোৰ তপস্যাৰ দ্বাৰা দেৱৰাজ ইন্দ্ৰক সন্তুষ্ট কৰিছিল। ফাগুনৰ পূৰ্ণিমা তিথিত শতশৃঙ্গ পৰ্বতত অৰ্জুনৰ জন্ম হয়। তেওঁৰ জন্ম মুহূৰ্তত দৈৱবাণী হয়।

জামদগ্ন্যসমঃ কুন্তি, বিষ্ণুতুল্য পৰাক্ৰমঃ।
এষ বীৰ্য্যৱতাং শ্ৰেষ্ঠো ভৱিষ্যতি মহাযশাঃ ॥

(হে কুন্তি, এই শিশু পৰশুৰামৰ দৰে তেজস্বী, বিষ্ণুৰ দৰে পৰাক্ৰমী, বীৰসকলৰ মাজত শ্ৰেষ্ঠ আৰু অতিশয় যশস্বী হ'ব)

বহুত ঋষি মুনিয়ে জন্মস্থানত উপস্থিত হৈ সদ্যোজাত শিশুক অভিনন্দিত কৰে। স্বৰ্গৰ পৰা দেৱতাসকলে আশীৰ্বাদ দিয়ে।

পিতৃ বিয়োগৰ পাছত সমাতৃক পাণ্ডৱ শতশৃঙ্গবাসী ঋষি-মুনিসকলৰ লগতে হস্তিনাপুৰত উপস্থিত হোৱাত ৰজা ধৃতৰাষ্ট্ৰই জন্ম-সংস্কাৰাদি সকলো ক্ৰিয়া সম্পন্ন কৰে। পিতামহ ভীষ্মই তেওঁলোকক আচাৰ্য্য কৃপ আৰু আচাৰ্য্য দ্ৰোণৰ অধীনত শস্ত্ৰবিদ্যা অভ্যাস কৰাইছিল। আচাৰ্য্য দ্ৰোণৰ তেওঁ প্ৰিয়তম শিষ্য আছিল। দ্ৰোণই

তেওঁৰ পুতেক অশ্বত্থামাতকৈ অৰ্জুনক অধিক মৰম কৰিছিল। বেদাদি শাস্ত্ৰতো পাণ্ডৱে ব্যুৎপত্তি লাভ কৰিছিল। নৃত্যবিদ্যা আৰু সঙ্গীত শাস্ত্ৰতো তেওঁৰ জ্ঞান আছিল। তেওঁ দেখিবলৈকো সুন্দৰ আছিল।

(১) যস্য দীৰ্ঘৌ সমৌ পীনৌ ভুজৌ পৰিঘসন্নিভৌ।
মৌৰ্ব্বীকৃতকিনৌ বৃত্তৌ খদগায়ুধধনুৰ্ধৰৌ ॥
নিষ্কাঙ্গদ কৃতাপীড়ৌ পঞ্চশীৰ্ষবিবোৰগৌ। বন ৮০/১৮

(২) সত্ত্বোপপন্নঃ পুৰুষোহ্মবোপমঃ।
শ্যামো যুবা বাৰণযুথপোপমঃ ॥ বি. ১১/৫

(৩) সিংহোন্নতাংশু গজৰাজগামী
পদ্মায়তাক্ষঃ অৰ্জুন এষ বীৰঃ। বি ৭১/১৫

(৪) উৰ্দ্ধৰেখতলৌ পাদৌ পাৰ্থস্য শুভলক্ষণৌ। উ. ৫৯/৯

( অৰ্জুনৰ বাহুযুগল দীৰ্ঘ আৰু পুষ্ট, গদাৰ দৰে কঠিন। ধনুৰ আকৰ্ষণত হাতত সাঁচ পৰিছে। দুই হাতৰ ঠাবিত সোণৰ বলয়। হাত দুখন যেন পঞ্চশীৰ্ষ সৰ্পদ্বয়ৰ দৰে। দেহৰ গঠন দেখি মহাবলশালী বুলি ধাৰণা হয়। গাৰ বৰণ নীলমেঘৰ দৰে। গজৰাজৰ দৰে তেওঁৰ গতি আৰু পদ্মপলাশৰ দৰে আয়ত নেত্ৰযুগল। তেওঁৰ পদ-তলত উৰ্দ্ধ ৰেখা। এই সকলোবোৰেই শুভ লক্ষণ। পৰন্তু, ইমান শুভ লক্ষণ থকা স্বত্ত্বেও কিয় তেওঁ কষ্টভোগ কৰিব লগা হ'ল। তাৰ উত্তৰত কৃষ্ণই অৰ্জুনৰ দেহত থকা এটা অশুভ লক্ষণলৈ আঙুলিয়াই দি কয় যে তেওঁৰ আঠু দুটাৰ তলৰ অংশ ( জানুদ্বয়ৰ নিম্নাংশ ) অতিশয় স্থূল আৰু দীৰ্ঘ।

যদিও যুধিষ্ঠিৰ আৰু ভীমো পৃথাৰ ( কুন্তী ) সন্তান, তথাপি পাৰ্থ বুলিলে প্ৰধানকৈ অৰ্জুনক বুজায়। অৰ্জুনৰ নাম দহোটা, তেওঁৰ আচল নাম আছিল কৃষ্ণ। সেই কাৰণেই বাসুদেৱ কৃষ্ণৰ লগত সখিত্ব সম্বন্ধ কৰিছিল।

অৰ্জুনঃ ফাল্গুনো জিষ্ণুঃ কিৰীটী শ্বেতবাহনঃ।
বীভৎসুৰ্বিজয়ঃ কৃষ্ণঃ সব্যসাচী ধনঞ্জয়ঃ ॥

( অৰ্জুন, ফাল্গুন, জিষ্ণু, কিৰীটী, শ্বেতৱাহন, বীভৎসু, বিজয়, কৃষ্ণ, সব্যসাচী আৰু ধনঞ্জয়—এই দহোটা তেওঁৰ নাম আছিল যদিও, অৰ্জুন সব্যসাচী আৰু ধনঞ্জয় নামহে বেছি প্ৰখ্যাত আছিল। বহু দেশ জয় কৰি ধন সংগ্ৰহ কৰি আনিছিল কাৰণে ধনঞ্জয়। যুদ্ধ জয় নকৰাকৈ উভতি নাহিছিল কাৰণে, বিজয়; তেওঁৰ ৰথৰ ঘোঁৰা কেইটা শ্বেত আছিল কাৰণে শ্বেবাহন; তেওঁ জন্ম লাভ কৰিছিল উত্তৰ-ফাল্গুনী নক্ষত্ৰত, সেই কাৰণে নাম পাইছিল ফাল্গুন। দানৱবিলাকক লগত যুদ্ধ কৰাৰ সময়ত এটা সূৰ্য্যাভ কিৰীটি পিন্ধাই দিছিল, সেই কাৰণে নাম হ'ল কিৰীটী। ৰণক্ষেত্ৰত কোনো বীভৎস কাম নকৰিছিল কাৰণে বীভৎসু। দুয়োহাতে সমানভাৱে গাণ্ডীৱ চলাব পাৰিছিল কাৰণে সব্যসাচী আৰু সৎকাৰ্য্যত তেওঁৰ ৰাপ আছিল কাৰণে অৰ্জুন নাম পাইছিল। তেওঁ দুদ্ধৰ্ষ বীৰ আছিল কাৰণে জিষ্ণু নাম লাভ

কৰিছিল। তেওঁৰ গাৰ বৰণ আছিল উজ্বল শ্যাম বৰ্ণ, সেই কাৰণে কৃষ্ণ নাম পাইছিল। নিদ্ৰাক জয় কাৰণে নাম হৈছিল 'গুড়াকেশ'।

দ্ৰোণাচাৰ্য্যই গুৰুপদত অধিষ্ঠিত হৈ শিষ্যবিলাকক কলে, "তোমলোকে শিক্ষা সাং কৰি মোৰ এটা বাসনা পূৰ্ণ কৰিবানে?" সকলো ছাত্ৰ নিমাত হৈ ৰ'ল। কিন্তু অৰ্জুনে তপৰাই উত্তৰ দিলে, "গুৰুদেৱ, আদেশ কৰক।" দ্ৰোণাচাৰ্য্যই অৰ্জুনৰ মস্তক ঘ্ৰাণ কৰি আনন্দাশ্ৰু টুকিবলৈ ধৰে।

শিক্ষা আৰম্ভ হ'ল। অৰ্জুনে গুৰুশুশ্ৰূষা আৰু ৰণবিদ্যাত একান্ত ভাৱে মনোনিবেশ কৰি গুৰুৰ প্ৰিয়তম শিষ্যৰ স্থান লাভ কৰে। আনকি গুৰুপুত্ৰ অশ্বত্থামাতকৈয়ো তেওঁ প্ৰিয় শিষ্য হৈ উঠিল।

অৰ্জুনঃ পৰমং যত্নমাতিষ্ঠদ্ গুৰুপূজনে।
অস্ত্ৰে চ পৰমং যোগং প্ৰিয়ো দ্ৰোণস্য চাভৱৎ ॥

এদিন অন্ধকাৰ ৰাতি প্ৰদীপ জ্বলাই খাবলৈ আৰম্ভ কৰোঁতে বতাহত চাকিটো নুমাই যায়। অৰ্জুনে অভ্যাসৰ ফলত অন্ধকাৰতে খাদ্য খাবলৈ সমৰ্থ হয়। অভ্যাসৰ কাৰণে এইটো সম্ভৱ হোৱা কাৰণে অৰ্জুনে শস্ত্ৰ-অভ্যাস কৰিবলৈ ধৰে। আচাৰ্য্যই ৰাতিও অৰ্জুনক বিদ্যা অভ্যাস কৰা দেখি পৰমানন্দে শিষ্যক আলিঙ্গন কৰে।

প্ৰযত্নিষ্যে তথা কৰ্ত্তুং যথানান্যো ধনুৰ্দ্ধৰঃ।
ত্বৎসমো ভৱিতা লোকে সত্যমেতদ্ ব্ৰবীমি তে ॥ আদি ১৩২।২৭

( তোমৰ সমান ধনুৰ্দ্ধৰ যাতে পৃথিবীত নহয়, তেনে শিক্ষাই মই তোমাক দিম। )

ইয়াৰ পাছত দ্ৰোণই সৰ্বপ্ৰকাৰ অস্ত্ৰ চালনাত অৰ্জুনক অদ্বিতীয় বীৰ কৰি তুলিলে। শিষ্যবিলাকৰ বীৰত্বত দ্ৰোণাচাৰ্য্যৰ খ্যাতি বৈ বৈ গ'ল। এদিন নিষাদৰাজ হিৰণ্যধনুৰ পুত্ৰ একলব্য দ্ৰোণৰ ওচৰলৈ শস্ত্ৰবিদ্যা শিকিবলৈ আহে। দ্ৰোণাচাৰ্য্যই তেওঁক বিমুখ কৰে। নিষাদৰাজ পুত্ৰই একনিষ্ঠতাৰ কাৰণে কুৰু-পাণ্ডৱকৈ কিজানি অধিক শস্ত্ৰ বিশাৰদ হৈ উঠে, এই আশংকাত একলব্যক শিষ্যত্ব দান নকৰিলে। একলব্যই অৰণ্যত দ্ৰোণৰ প্ৰতিমূৰ্ত্তি এটা স্থাপন কৰি শস্ত্ৰবিদ্যা অভ্যাস কৰিবলৈ ধৰে। এদিন কুৰু-পাণ্ডব কুমাৰসকলক লৈ দ্ৰোণ অৰণ্যত মৃগয়া কৰিবলৈ গৈছিল। তেওঁলোকৰ লগত এটা কুকুৰ আছিল। কুকুৰটোৱে একলব্যৰ কাষত গৈ ভুকিবলৈ ধৰাত তেওঁ শব্দবোধী বাণ নিক্ষেপ কৰি কুকুৰটোৰ মুখ বন্ধ কৰি দিয়ে। মুখত শৰলৈ কুকুৰটো উভতি আহিল, কিন্তু সি ভুকিব নোৱৰা হ'ল। কিন্তু তাৰ অৱস্থা দেখি শৰ নিক্ষেপকাৰীৰ লঘুহস্ততা আৰু শব্দবোধ কৰিব পৰা শক্তি দেখি তেওঁলোক আচৰিত হ'ল। তেওঁৰ গুৰু কোন বুলি সোধাত দ্ৰোণাচাৰ্যক নাম ক'লে। ঈৰ্ষান্বিত অৰ্জুনে সবিনয়ে গুৰুক কলে, "গুৰুদেৱ, আপুনি মোক সস্নেহে কৈছিল যে আপোনাৰ শিষ্যবৰ্গৰ ভিতৰত মোতকৈ শ্ৰেষ্ঠ ধনুৰ্দ্ধৰ ন'হব। কিন্তু এই নিষাদ-পতিৰ পুত্ৰ মোতকৈ অধিক পটু ধনুৰ্দ্ধাৰী। এইটো কেনেকৈ সম্ভৱ হ'ল?" দ্ৰোণাচাৰ্য্যই অৰ্জুনক লগত লৈ একলব্যৰ কাষ পালেগৈ। দ্ৰোণাচাৰ্য্যক দেখি

একলব্য সসম্ভ্ৰমে বিনীত ভাৱে থিয় হ'ল আৰু সাষ্টাঙ্গে প্ৰণাম কৰিলে। দ্ৰোণাচাৰ্য্যই তেওঁক কলে "যদি তুমি মোক গুৰু বুলি ভাবিছা, তেন্তে গুৰুদক্ষিণা দিয়া।" একলব্যই কি দিব বুলি সোধাত আচাৰ্যই সোঁহাতৰ বুঢ়া আঙুলিটো কাটি দিবলৈ কলে। সোঁহাতৰ বুঢ়া আঙুলি নহ'লে ধনুৰ শৰ নিক্ষেপ কৰিব নোৱাৰে। একলব্যই তৎক্ষণাৎ তৰোৱালেৰে বুঢ়া আঙুলিটো কাটি গুৰুক উপহাৰ দিলে। অৰ্জুন সন্তুষ্ট হল, তেওঁৰ ঈৰ্ষা দূৰ হল ( ততোহৰ্জুনঃ প্ৰীতমনা বভূৱ বিগতজ্বৰঃ )। এই ঘটনাই অৰ্জুনৰ ঈৰ্ষা আৰু নিষ্ঠুৰতা প্ৰকাশ কৰিছে। অৰ্জুন চৰিত্ৰত এই এটা কলঙ্ক।

এদিন দ্ৰোণাচাৰ্য্যই শিষ্যবিলাকৰ শস্ত্ৰবিদ্যাত কিমান পাৰদৰ্শিতা হৈছে, সেইটো জানিবৰ কাৰণে এডাল ওখ গছৰ ওপৰত এটা কৃত্ৰিম চৰাই স্থাপন কৰি শিষ্যসকলক এজন এজনকৈ মাতি আনি চৰাইটো কাটি মাটিত পেলাবলৈ কলে। তেওঁ শিষ্য-বিলাকৰ দৃষ্টি কিমান একাগ্ৰ আৰু নিক্ষেপ কিমান সঠিক জানিবৰ কাৰণেই এই পাৰদৰ্শিতাৰ প্ৰদৰ্শনি আয়োজন কৰিছিল। অৰ্জুনৰ বাদে কিন্তু কোনেও এই পৰীক্ষাত উত্তীৰ্ণ হব নোৱাৰিলে। গুৰুৱে চৰাইটোলৈ আঙুলিয়াই সুধিলে "তুমি গছৰ ওপৰত কি দেখা পাইছা ?" অৰ্জুনে উত্তৰ দিলে "মূৰটোৰ বাহিৰে চৰাইটোৰ বাকী অংশ দেখা নাই।" গুৰু সন্তুষ্ট হল আৰু আশীৰ্বাদ দিলে।

এদিন সশিষ্যে দ্ৰোণাচাৰ্য্য গঙ্গাস্নানলৈ যায়। এটা ঘৰিয়ালে আচাৰ্য্যৰ ভৰিত কামুৰি তেওঁক পানীৰ মাজলৈ টানি নিয়ে। ঘৰিয়াললৈ শৰ কৰিলে জানোচা আচাৰ্য্যৰ ভৰিত শৰে বিন্ধে এই চিন্তা কৰি শিষ্যসকল বিমোৰত পৰিল। কিন্তু অৰ্জুনে পাঁচপাট শৰ নিক্ষেপ কৰি ঘৰিয়ালটো পাঁচ খণ্ডকৈ কাটে, আচাৰ্য্যৰ ভৰিত আঘাত নকৰাকৈ। শিষ্যৰ পাৰদৰ্শিতা দেখি আচাৰ্য্য অতিশয় আনন্দিত হ'ল আৰু তেওঁক 'ব্ৰহ্মশিৰ' নামে দিব্যাস্ত্ৰ প্ৰদান কৰে আৰু অস্ত্ৰপাটৰ প্ৰয়োগ আৰু সংবৰণ কৌশল আৰু মন্ত্ৰ শিকাই দিলে। তেওঁ আশীৰ্বাদ দি কলে ঃ

ভৱিতা তৎসমো নান্যঃ পুমাল্লোকে ধনুৰ্দ্ধৰঃ।
অজেয়ঃ সৰ্বশত্ৰূণাং কীৰ্ত্তিমাংশ্চ ভৱিষ্যসি ॥ আদি ১৩৩।২৩

( পৃথিৱীতে তোমাৰ সমান ধনুৰ্দ্ধৰ নোলাব। তুমি শত্ৰুৰ অজেয় আৰু কীৰ্ত্তিমান হ'বা )

কুমাৰসকলৰ প্ৰশিক্ষণ শেষ হ'ল। এই সংবাদ ভীষ্ম আৰু ধৃতৰাষ্ট্ৰক জনোৱা হ'ল। তেওঁলোকক কুমাৰগণৰ অস্ত্ৰবিদ্যাত পাৰদৰ্শিতা দেখুৱাবৰ নিমিত্তে এখন কৌশল-প্ৰদৰ্শনীৰ আয়োজন কৰা হ'ল, এই উদ্দেশ্যে প্ৰেক্ষাগাৰো নিৰ্মিত হ'ল। যথাসময়ত কুমাৰসকলে নিজ নিজ অস্ত্ৰ কৌশল প্ৰদৰ্শন কৰে। দৰ্শকসকলে আনন্দ প্ৰকাশ কৰিলে। এই প্ৰদৰ্শনমূলক খেলত অৰ্জুনৰ কৃতিত্বই সকলোৰে দৃষ্টি আকৰ্ষণ কৰে।

দ্ৰোণাচাৰ্য্য আৰু পঞ্চালৰাজ দ্ৰুপদ বাল্যসখা আছিল। গুৰুগৃহত তেওঁলোক

দুজনে একলগে অধ্যয়ন কৰিছিল। দোণাচাৰ্য্যই দুখত পৰি বাল্যসখাৰ ওচৰলৈ সহায় বিচাৰি যায়। কিন্তু সহায় দিয়াৰ পৰিবৰ্ত্তে তেওঁক ভণ্ড সখা বুলি অপমান কৰে। দ্ৰুপদে আচাৰ্যক চিনি নোপোৱাৰ ভাও ধৰিলে। অপমানিত হৈ দ্ৰোণাচাৰ্য্য উভতি আহে। দৈবক্ৰমে ভীষ্মই তেওঁক লগ পাই আৰু তেওঁৰ অস্ত্ৰবিদ্যাৰ পৰিচয় পাই কুৰু কুমাৰসকলৰ শিক্ষা গুৰুৰূপে নিয়োগ কৰে। দ্ৰোণাচাৰ্য্যই শিক্ষান্তত গুৰু-দক্ষিণা স্বৰূপে পঞ্চালৰাজক বন্দী কৰি আনিবলৈ শিষ্যসকলক নিৰ্দেশ দিয়ে। কুমাৰসকলে, বিশেষকৈ অৰ্জুনে আগভাগ লৈ দ্ৰুপদক যুদ্ধত পৰাজয় কৰি দ্ৰোণৰ সমীপত উপস্থিত কৰায়। দ্ৰোণই বাল্যবন্ধু পঞ্চাল ৰাজক মুক্তি দি কলে যে যিহেতুকে দৰিদ্ৰ ব্যক্তি ৰজাৰ বন্ধু হ'ব নোৱাৰে সেই কাৰণে তোমাৰ ৰাজ্য দুভাগ কৰি এভাগত তুমি আৰু আনভাগত মই ৰজা হ'লো। ভাগীৰথীৰ দক্ষিণভাগত তুমি ৰাজত্ব কৰিবা আৰু উত্তৰ ফালে মই ৰাজত্ব কৰিম। আচাৰ্য্যই অহিচ্ছত্ৰত ৰাজধানী স্থাপন কৰি নামত ৰজা হৈ কাৰ্য্যতঃ দ্ৰুপদকে শাসন কৰিবলৈ দিয়ে।

পাণ্ডৱসকলৰ শক্তি, শৌৰ্য্য-বীৰ্য্য দেখি সপুত্ৰক ধৃতৰাষ্ট্ৰই পাণ্ডৱক বধ কৰিবলৈ দুৰ্য্যোধনৰ সৈতে ষড়যন্ত্ৰ কৰে। বাৰণাৱতত লা-ৰ ঘৰ সাজি তাত পাণ্ডৱক পুৰি মাৰিবলৈ কৰা চেষ্টাও বিফল হ'ল। পাণ্ডৱ বনবাসী হ'ল। সেই অৱস্থাতে দ্ৰুপদ ৰজাই আয়োজন কৰা যাজ্ঞসেনীৰ স্বয়ংবৰত ব্ৰাহ্মণবেশী অৰ্জুনে মৎস্যচক্ৰ ভেদ কৰি পাঞ্চালীক লাভ কৰে আৰু তাৰ ফলত পাণ্ডৱ শক্তিশালী হৈ উঠে। পাণিপ্ৰাৰ্থী ৰজাসকলে চেষ্টা কৰি যেতিয়া লক্ষ্যভেদ কৰিব নোৱাৰিলে তেতিয়া ধৃষ্টদ্যুম্নই ব্ৰাহ্মণসকলক চেষ্টা কৰিবলৈ কোৱাত যুধিষ্ঠিৰৰ আদেশ লৈ ব্ৰাহ্মণবেশী অৰ্জুন থিয় হ'ল। তেওঁক উঠা দেখি ৰাজন্যবৰ্গই ইৰ্তিকিং কৰিবলৈ ধৰে। কিন্তু তেওঁ তালৈ ভ্ৰূক্ষেপ নকৰি—

প্ৰণম্য শিৰসা দেৱমীশানং ৱৰদং প্ৰভুম।
কৃষ্ণঞ্চ মনসা কৃত্বা জগৃহে অৰ্জুনো ধনুঃ ॥

(ৱৰদাতা শিৱক প্ৰণাম জনাই, মনত কৃষ্ণক ধ্যান কৰি ধনুখন দাঙি ললে। নিমেষতে ধনুত গুণ লগাই শৰ সংযোগ কৰি লক্ষ্য ভেদ কৰি মৎস্যচক্ৰক মাটিত পেলাই দিয়ে। চক্ৰৰ ভিতৰত ঘূৰি থকা মাছটোৰ চকু তেওঁৰ শৰে বিদ্ধ কৰি মাটিত পেলোৱাত চাৰিও ফালৰ পৰা ধন্যবাদৰ জাউৰি উঠে। কৃষ্ণাই অৰ্জুনৰ ডিঙত ৱৰমাল্য পিন্ধায়। পঞ্চাল ৰাজক শ্বশুৰৰূপে পাই পাণ্ডৱৰ শক্তি বৃদ্ধি পোৱাত ধৃতৰাষ্ট্ৰই বিদুৰক পঠাই পাণ্ডৱক মতাই আনে আৰু আধাৰাজ্য এৰি দি খাণ্ডৱ প্ৰস্থত ৰাজধানী পাতি দিয়ে। খাণ্ডৱ প্ৰস্থত নতুন ঘৰদুৱাৰ সাজি নগৰ নিৰ্মাণ কৰে আৰু নাম দিয়ে ইন্দ্ৰপ্ৰস্থ। ইন্দ্ৰপ্ৰস্থত পাণ্ডৱসকলে পৰম সুখে ৰাজ্য শাসন কৰি, বিভিন্ন ৰাজ্য জয় কৰি যুধিষ্ঠিৰক চক্ৰৱৰ্ত্তী ৰজা পাতে। অৰ্জুনেই সৰহভাগ ৰাজ্য জয় কৰিছিল।

দ্ৰৌপদীৰ গৰ্ভত অৰ্জুনৰ এটি ল'ৰা হৈছিল। তাৰ নাম ৰাখিছিল শ্ৰুতকীৰ্ত্তি।

অশ্বত্থামাই ৰাতি তেওঁক শুই থকা অৱস্থাত হত্যা কৰে। দেৱৰ্ষি নাৰদৰ উপদেশত পাণ্ডৱে এটা নিয়ম স্থাপন কৰি লৈছিল যে দ্ৰৌপদী যেতিয়া যাৰ শয়ন কক্ষত থাকিব তেতিয়া আন কেইজনে তেওঁৰ শয়নকক্ষত নোসোমাব। যদি কেনেবাকৈ, কিবা কাৰণত সোমায়, তেন্তে তেওঁ ব্ৰহ্মচৰ্য্য অৱলম্বন কৰি বাৰ বছৰ বনবাস খাটিব লাগিব। কিছুদিন তেওঁলোকে সুখেৰে কাল কটালে। এদিন এজন ব্ৰাহ্মণে অভিযোগ কৰে যে তেওঁৰ হোমধেনুজনী কোনোবা চোৰে অপহৰণ কৰি নিয়ে, সেইজনী উদ্ধাৰ কৰি দিব লাগে। অৰ্জুনে ব্ৰাহ্মণৰ কৰুণ বিলাপ শুনি তেওঁক আশ্বস্ত কৰে আৰু ধনুৰ্বাণ সংগ্ৰহ কৰিবলৈ দ্ৰৌপদীৰ শয়নকক্ষত সোমাবলগীয়া হয়। ধনুৰ্বাণ লৈ ব্ৰাহ্মণৰ লগত চোৰক বিচাৰি ওলাই যায়। ব্ৰাহ্মণৰ গাই উদ্ধাৰ কৰি তেওঁ বাৰ বছৰ বনলৈ যাবলৈ যুধিষ্ঠিৰৰ অনুমতি বিচাৰে। গুৰুজন বা বয়সত ডাঙৰজনৰ শয়ন কক্ষত কনিষ্ঠ সোমোৱাত কোনো দোষ নহয় বুলি যুধিষ্ঠিৰে বাধা দিয়া সত্বেও অৰ্জুন যাবলৈ ওলাল। তেওঁ যুক্তি দাঙি ধৰিলে, "ছলনাৰে ধৰ্ম আচৰণ কৰা অনুচিত। মই সত্যৰ পৰা বিচলিত হ'ব নোখোজো, মই অস্ত্ৰ স্পৰ্শ কৰি এই প্ৰতিজ্ঞা কৰিছোঁ।"

ন ব্যাজেন চৰেদ্ধৰ্মমিতি মে ভৱতঃ শ্ৰুতম্।
ন সত্যাদ্ বিচলিষ্যামি সত্যেনায়ুধমালভে ॥ আদি ২১৩/৩৪

অৰ্জুনক কোনোপধ্যেই সত্যৰ পৰা বিচ্যুত কৰা সম্ভৱ নহ'ল। তেওঁ বনলৈ যাত্ৰা কৰিলে। অনেক অৰণ্যানি অতিক্ৰম কৰি তেওঁ হৰিদ্বাৰত উপস্থিত হ'ল। এদিন তেওঁ গঙ্গাস্নান কৰোঁতে নাগৰাজ কন্যা উলুপীয়ে তেওঁৰ ঠেঙত ধৰি পানীৰ মাজেদি পাতালপুৰীলৈ লৈ যায়। অৰ্জুনৰ ৰূপত আকৃষ্টা হৈ উলুপীয়ে তেওঁক পতিৰূপে পাবলৈ ইচ্ছা প্ৰকাশ কৰাত এৰাতি তেওঁৰ লগত সহবাস কৰি পাছদিনা হৰিদ্বাৰলৈ উভতি যায়। অৰ্জুন জলত অজেয় হ'ব বুলি বৰ দি উলুপীও পাতাল-পুৰলৈ যায়। উলুপীৰ গৰ্ভত ইৰাবান্ নামৰ এটি পুত্ৰ জন্ম হয়। উলুপীৰ আগতে বিয়া হৈছিল কিন্তু তেওঁৰ স্বামীক গৰুড়ে অপহৰণ কৰি নিয়ে। গতিকে ইৰাবান ক্ষেত্ৰজ পুত্ৰ। তাৰ পাছত অৰ্জুন মণিপুৰত উপস্থিত হয়। সেই দেশৰ ৰজা চিত্ৰবাহনক লগ ধৰে আৰু ৰাজকুমাৰী চিত্ৰাঙ্গদাক দেখা পায়। ৰাজকুমাৰীৰ ৰূপত অৰ্জুন মুগ্ধ হৈ নিজৰ পৰিচয় দি বিবাহৰ প্ৰস্তাৱ আগবঢ়ায়। চিত্ৰবাহনে ক'লে যে চিত্ৰাঙ্গদাই তেওঁৰ একমাত্ৰ সন্তান। ভৱিষ্যতে চিত্ৰাঙ্গদাৰ পুত্ৰই ৰাজ্যৰ ৰজা হ'ব। গতিকে চিত্ৰাঙ্গদাক তেওঁ দূৰলৈ বিবাহ দিব নোখোজে। চিত্ৰাঙ্গদাৰ সন্তান জন্ম নোহোৱা পৰ্য্যন্ত অৰ্জুন যদি মণিপুৰত থাকে, তেন্তে তেওঁ কন্যা দান কৰিব পাৰে। সেই চৰ্ত্ত মানি লোৱাত চিত্ৰাঙ্গদাক অৰ্জুনলৈ বিয়া দিয়। তিনি বছৰ তাত অতিবাহিত কৰাৰ পাছত বভ্ৰুবাহনৰ জন্ম হয় আৰু তাৰ পাছত অৰ্জুন পুনৰ তীৰ্থ ভ্ৰমণত ওলাই যায় আৰু তিনি বছৰৰ মূৰত পুনৰ মণিপুৰলৈ ঘূৰি আহে। এই তিনি বছৰত নাৰী তীৰ্থত শাপগ্ৰস্তা পাঁচগৰাকী নাৰীক উদ্ধাৰ কৰে।

চিত্ৰাঙ্গদাক যুধিষ্ঠিৰৰ ৰাজসূয় যজ্ঞত উপস্থিত থাকিবলৈ কৈ তেওঁ পুনৰ তীৰ্থ ভ্ৰমণত বাহিৰ হয়।

পশ্চিম সমুদ্ৰৰ তীৰবৰ্তী বহু ঠাই আৰু তীৰ্থ ভ্ৰমণ কৰি অৰ্জুন অৱশেষত প্ৰভাস তীৰ্থত উপস্থিত হয়। কৃষ্ণই এই সংবাদ পাই তেওঁক লগ ধৰে। ৰৈৱতক পৰ্বতত এৰাতি থাকি তেওঁলোক দ্বাৰকালৈ আহে। অৰ্জুনে কিছুদিন তাত বাস কৰি এক উৎসৱ উপলক্ষে এদিন বৃষ্ণি, অন্ধক, যদুবংশীয় লোকসকল ৰৈৱতক পৰ্বতত সমাবেত হয় আৰু তাতে অৰ্জুনে কৃষ্ণৰ ভনীয়েক সুভদ্ৰাক দেখা পাই তেওঁৰ প্ৰতি আকৃষ্ট হয়। কৃষ্ণক এই কথা কোৱাত কৃষ্ণই পৰিহাস ছলেৰে হৰণ কৰি নিবলৈ উপদেশ দিয়ে। অৰ্জুনে যুধিষ্ঠিৰ অনুমতিক্ৰমে এদিন সুভদ্ৰাক বল-পূৰ্বক ৰথত তুলি ইন্দ্ৰপ্ৰস্থলৈ ধাপলি মেলিলে। অৰ্জুনৰ এই কাৰ্য্যত যদুবংশী-সকলে অপমান বোধ কৰি বলৰামৰ নেতৃত্বত অৰ্জুনক আক্ৰমণ কৰিবলৈ খেদি গ'ল। অৰ্জুনক যুদ্ধ কৰিবলৈ সুবিধা দি সুভদ্ৰাই ৰথ চলাবলৈ ধৰে। যাদৱসকল প্ৰতিহত হয়। কৃষ্ণই বলৰামক বুজাই মেলি শান্ত কৰে। কৃষ্ণৰ যুক্তিপূৰ্ণ কথাত শান্ত হৈ যাদৱসকলে অৰ্জুনক দ্বাৰকালৈ লৈ যায় আৰু বিৱাহকাৰ্য্য সম্পন্ন কৰে। দ্বাৰকাত বৎসৰাধিক কাল কটাই পুনৰ পুষ্কৰতীৰ্থত অৱস্থানৰ পাছত বাৰ বছৰ পূৰ্ণ হোৱাত ইন্দ্ৰপ্ৰস্থলৈ প্ৰত্যাৱৰ্ত্তন কৰে। সুভদ্ৰাৰ গৰ্ভত শিশুবীৰ অভিমন্যুৰ জন্ম হয়।

উলুপীৰ প্ৰাৰ্থনা পূৰণ কৰাত অৰ্জুনৰ ব্ৰতভঙ্গ হোৱা নাছিল। কিন্তু চিত্ৰাঙ্গদা আৰু সুভদ্ৰাক তেওঁ কামাৰ্ত্ত হৈয়ে বিৱাহ কৰিছিল আৰু ফলত ব্ৰতভঙ্গও হৈছিল। অৰণ্যবাসৰ কথাই নাই, বৰং উভয় শহুৰৰ ঘৰক চাৰি বছৰো অধিক কাল কটালে। ইয়াৰ ফলত, তেওঁৰ ব্ৰতভঙ্গ নোহোৱাকৈ নাছিল। তেওঁৰ চৰিত্ৰৰ দুৰ্বলতা এইখিনিতে লক্ষ্য কৰা যায়। অৱশ্যে স্বৰ্গত উৰ্ব্বশীৰ প্ৰেমাহ্বান প্ৰত্যাখ্যান কৰি সংযমৰো পৰিচয় দিছিল।

এদিন কৃষ্ণাৰ্জুন সপৰিয়ালে যমুনাত জলকেলি কৰিবলৈ গৈছিল। জলকেলিৰ পাছত যেতিয়া তেওঁলোকে বিশ্ৰাম কৰিছিল তেতিয়া অগ্নি দেৱতাই তপসী ব্ৰাহ্মণৰ বেশত তেওঁলোকৰ আগত উপস্থিত হৈ ক'লে, "মই বহুভুক ব্ৰাহ্মণ, তোমালোকে মোক ভোজ্য দান কৰি পৰিতৃপ্ত কৰিবা বুলি তোমালোকৰ ওচৰ চাপিছোঁ। কৃষ্ণাৰ্জুনে ভোজ্য দিবলৈ মান্তি হোৱাত অগ্নিদেৱে নিজ ৰূপ ধৰি ক'লে। "এই খাণ্ডৱ বনত তক্ষক নাগ সপৰিয়ালে বাস কৰে। তক্ষক নাগ ইন্দ্ৰৰ বন্ধু। মই এই বন দগ্ধ কৰিব খুজিলেই ইন্দ্ৰই বাৰি বৰ্ষণ কৰি জুই নুমাই দিয়ে। তোমালোক মহাধনুৰ্দ্ধৰ। তোমালোকৰ সহায়ত মই এই বন ভক্ষণ কৰিবলৈ ইচ্ছা কৰিছোঁ। শ্বেতকি ৰজাৰ মহাযজ্ঞত অপৰিমিত ঘিঁউ খাই মোৰ অৰুচি হৈছিল। ৰোগমুক্তিৰ উপায় বিচাৰি ব্ৰহ্মাদেৱৰ ওচৰলৈ যোৱাত তেওঁ উপায় দিলে যে খাণ্ডৱবনৰ প্ৰাণীগণৰ মেদ ভক্ষণ কৰিব পাৰিলে মোৰ অগ্নিমান্দ্য ৰোগৰ উপশম ঘটিব। কেবাবাৰ চেষ্টা কৰিও মই বনখন পুৰিব নোৱাৰি পুনৰ ব্ৰহ্মাৰ ওচৰলৈ যোৱাত তেওঁ ক'লে যে

নৰনাৰায়ণ ঋষি দ্বাপৰত কৃষ্ণাৰ্জুন ৰূপে অৱতীৰ্ণ হৈছে। তেওঁলোকে তোমাক সহায় কৰিব পাৰিব।

ইয়াৰ পাছত অগ্নিদেৱ বৰুণৰ শৰণাপন্ন হয়। তেওঁ বৰুণৰ পৰা গাণ্ডীৱ ধনু আৰু বাণ, অক্ষয় তূন আৰু কৃষ্ণক দিবৰ কাৰণে সুদৰ্শন চক্ৰ আৰু কৌমদকী গদা প্ৰাৰ্থনা কৰি আনে। তদুপৰি অৰ্জুনক দিবলৈ ৰথৰ চাৰিটা ঘোড়া আৰু ৰথ প্ৰাৰ্থনা কৰি আনে। কৃষ্ণাৰ্জুনে এইখিনি পাই অজেয় শক্তি লাভ কৰে। কৃষ্ণাৰ্জুনৰ সহায় পাই অগ্নিয়ে খাণ্ডৱবন দগ্ধ কৰি পেলায়। ইন্দ্ৰৰ বাৰিবৰ্ষণো কামত নাহিল। অৰ্জুনৰ বাণে বৰষুণ উৰুৱাই নিলে। খাণ্ডৱদহনৰ পূৰ্বেই তক্ষক নাগ কুৰুক্ষেত্ৰলৈ যোৱাত তেওঁ ৰক্ষা পৰে। ইন্দ্ৰ অৰ্জুনৰ বীৰত্ব দেখি সন্তুষ্ট হৈছিল। কৃষ্ণাৰ্জুনৰ শৰণাপন্ন হোৱাত দানৱ শিল্পী ময়দানৱ ৰক্ষা পৰে। তেওঁ অৰ্জুনক কিৰূপে সহায় কৰিব পাৰে বুলি সোধাত তেওঁক যুধিষ্ঠিৰৰ ৰাজসভাখন নিৰ্মাণ কৰিবলৈ অনুৰোধ কৰে। ময়ে যুধিষ্ঠিৰৰ ৰাজসভা, দেৱৰাজ ইন্দ্ৰৰ ৰাজসভাৰ দৰে অতুলনীয় শোভাশালী কৰি নিৰ্মাণ কৰে। কৈলাশ পৰ্বতৰ বিন্দু সৰোবৰৰ পৰা উপকৰণ সংগ্ৰহ কৰি সভাগৃহ নিৰ্মাণ কৰিছিল। সেই সৰোবৰৰ পৰা সংগ্ৰহ কৰা 'দেৱদত্ত' নামৰ শঙ্খ এটাও অৰ্জুনক উপহাৰ দিয়ে।

ৰাজসূয় যজ্ঞ আৰম্ভ কৰাৰ পূৰ্বে যুধিষ্ঠিৰে কৃষ্ণৰ পৰামৰ্শ বিচৰাত কৃষ্ণই ক'লে যে মাগধৰাজ জৰাসন্ধক বধ বা পৰাজয় কৰিব নোৱাৰিলে যজ্ঞত বাধা সৃষ্টি হ'ব পাৰে। গতিকে তেওঁক বধ কৰিবলৈ ভীমাৰ্জুন সহ কৃষ্ণ মগধৰ ৰাজধানী গিৰিব্ৰজপুৰলৈ যাত্ৰা কৰে। তেওঁলোকে ব্ৰাহ্মণৰ বেশত নগৰত প্ৰৱেশ কৰে। জৰাসন্ধক যুদ্ধলৈ আহ্বান কৰাত তেওঁ ভীমক তেওঁৰ উপযুক্ত যোদ্ধা বুলি বাছি লয়। ভীম আৰু জৰাসন্ধৰ মাজত তয়াময়া যুদ্ধ হয়। অৱশেষত, কৃষ্ণৰ ইঙ্গিতত ভীমে জৰাসন্ধক মাটিত পেলাই দুই ভৰিৰ মাজেদি দুফাল কৰি চিৰি পেলায়; জৰাসন্ধৰ মৃত্যু হয়। জৰাসন্ধই বন্দী কৰি থোৱা ৮৬ জন ৰজাক মুক্ত কৰি দিয়ে। বন্দী কৰি অনা এই ৰজাসকলক জৰাসন্ধই দেৱীৰ আগত বলি দিবলৈ বন্দী কৰি থৈছিল। ভীম, অৰ্জুন আৰু কৃষ্ণৰ শক্তিৰ ওপৰত নিৰ্ভৰ কৰিয়েই যুধিষ্ঠিৰে ৰাজ্য শাসন কৰিছিল। তেওঁ কৈছিল ঃ

ভীমাৰ্জুনাবুভৌ নেত্ৰে মনো মন্যে জনাৰ্দনম্।
মনশ্চক্ষুৰ্বিহীনস্য কীদৃশ্যং জীৱিতং ভবেৎ ॥

(ভীম আৰু অৰ্জুন মোৰ চকু আৰু জনাৰ্দনক মোৰ মন বুলি জ্ঞান কৰো। মন আৰু চকুবিহীন জীৱন কেনেকৈ হ'ব ?)

ৰাজসূয় যজ্ঞৰ আগতে যুধিষ্ঠিৰৰ আদেশত ভীমাৰ্জুন আদি দিগ্বিজয়ৰ কাৰণে গৈছিল। অৰ্জুন উত্তৰ ফালে গৈ প্ৰাগ্জ্যোতিষপুৰ, কাশ্মীৰ, ত্ৰিগৰ্ত্ত, কোকনদ আৰু হাটক প্ৰভৃতি দেশ জয় কৰি বহুত ধন সম্পত্তি আহৰণ কৰি যুধিষ্ঠিৰৰ হাতত সমৰ্পণ কৰে।

ৰাজসূয় যজ্ঞ সম্পন্ন হ'ল। ঈৰ্ষাতুৰ ধৃতৰাষ্ট্ৰই যুধিষ্ঠিৰৰ ধন সম্পত্তি কাঢ়ি লবৰ মনে পাশা খেললৈ তেওঁক নিমন্ত্ৰণ কৰে। ভায়েক কেইজনক নোসোধাকৈ যুধিষ্ঠিৰে সেই আহ্বান গ্ৰহণ কৰি পাশাখেলত সৰ্বস্ব হেৰুৱায়। আনকি দ্ৰৌপদী আৰু ভায়েক কেইজনক হেৰুৱাই কৌৰৱৰ দাসৰূপে স্বীকৃতি দিব লগীয়া হয় আৰু অৱশেষত নিজকো পণত হেৰুৱাব লগা হ'ল। দ্ৰৌপদীক হেৰুৱাৰ পাছত দুঃশাসন কৰ্ণ-আদিৰ অশিষ্ট আচৰণ দেখি ভীমসেনে ক্ৰোধ আৰু অপমানত ককায়েকৰ হাত দুখন দগ্ধ কৰিব খোজাত অৰ্জুনে বাধা দি ক'লে, "ভ্ৰাতৰং ধাৰ্মিকং জ্যেষ্ঠং কোঽতিবৰ্ত্তিতুমৰ্হতি (ধাৰ্মিক জ্যেষ্ঠ ভ্ৰাতাক কোনে অতিক্ৰম কৰিব পাৰে?)

অৰ্জুনে তেওঁৰ দুঃখ আৰু ক্ষোভ জোৰকৈ দমাই ৰাখিছিল। জ্যেষ্ঠ ভ্ৰাতাক কোনো দোষ আৰোপ কৰা নাছিল। ভীমাৰ্জুনৰ ভয়ত ধৃতৰাষ্ট্ৰই দ্ৰৌপদীক বৰ দি পাণ্ডৱক দাসত্বৰ পৰা মুক্ত কৰি দিয়ে আৰু ৰাজ্য ঘূৰাই দিয়ে। এই সময়ত কৰ্ণই অশিষ্ট ভাষাত পাণ্ডৱক শ্লেষ কৰাত অৰ্জুনে গম্ভীৰভাৱে কৈছিল, "নীচ ব্যক্তিৰ লগত কথা পাতিব নাপায়। প্ৰতিকাৰ কৰিবলৈ সমৰ্থ হলেও সাধুসকলে শত্ৰুতাৰ কথা মনত নাৰাখে, বৰং অপৰ পক্ষৰ সাধু আচৰণহে মনত ৰাখে।" অৰ্জুনৰ এই উত্তৰত কোনো ক্ষোভ নাছিল। তেওঁ আছিল গম্ভীৰ প্ৰকৃতিৰ, কিন্তু কৃষ্ণৰ লগত প্ৰায়ে হাস পৰিহাস কৰিছিল। পাণ্ডৱসকলে যেতিয়া দ্যূতক্ৰীড়াত পৰাজয় হৈ বাকলৈ বসন পিন্ধি বনলৈ ওলাই গৈছিল, তেতিয়া কৰ্ণ, দুঃশাসন আদিয়ে তেওঁলোকক ইতিকিং কৰিছিল। ভীমে এই অপমান সহ্য কৰিব নোৱাৰি ভয়ানক প্ৰতিজ্ঞা কৰে। অৰ্জুনে ভীমৰ খং দমাবৰ কাৰণে কৈছিল ঃ

নৈৱং বাচা ব্যৱাসিতং ভীম বিজ্ঞায়তে সতাম্।
ইতশ্চতুৰ্দ্দশে বৰ্ষে দ্ৰষ্টাৰো যদ্ ভৱিষ্যতি ॥ সভা ৭৭/৩০ ॥

(সাধুসকলে এইভাৱে বাক্যৰ দ্বাৰা কথা প্ৰকাশ নকৰে। এতিয়াৰ পৰা চতুৰ্দশ বৰ্ষত যি ঘটিব, দৰ্শকবিলাকে দেখা পাব।)

ভীমক শান্ত কৰিবলৈ চেষ্টা কৰিলেও, তেওঁ কিন্তু অলপ পাছতেই কৰ্ণবধৰ প্ৰতিজ্ঞা কৰে। সেই সময়ত তেওঁ নিজকে দমাব পৰা নাছিল। বনলৈ ওলাই যাওঁতে তেওঁ দুই হাতে ধূলি বিকীৰ্ণ কৰি গৈছিল। ইয়াৰ তাৎপৰ্য্য এয়ে আছিল যে যুদ্ধত ধূলিৰ দৰে অজস্ৰ বাণ নিক্ষেপ কৰিব। পাণ্ডৱৰ বনবাস সময়ত ব্যাসদেৱৰ প্ৰসাদত যুধিষ্ঠিৰে যে লব্ধ প্ৰতিস্মৃতি-বিদ্যালাভ কৰিছিল, সেই বিদ্যা অৰ্জুনক দান কৰি যুধিষ্ঠিৰে কৈছিল, "বৎস, ভৱিষ্যতে কৌৰৱৰ লগত আমাৰ যুদ্ধ হ'লে তোমাৰ ওপৰতে আমাৰ আশা-ভৰসা নিৰ্ভৰ কৰিব। ঋষিদত্ত এই বিদ্যাৰ প্ৰভাৱত তুমি দেৱতাসকলৰ আশীৰ্বাদ লাভ কৰি দিব্যাস্ত্ৰ লাভ কৰিবলৈ সমৰ্থ হবা। তুমি আজিয়েই স্বৰ্গলৈ যাত্ৰা কৰা। দ্ৰৌপদীয়েও অৰ্জুনক স্বৰ্গলৈ যাবলৈ প্ৰেৰণা দিয়ে। অৰ্জুনে সকলোকে অভিবাদন কৰি হিমালয় শিখৰত উপস্থিত হৈ স্বৰ্গলৈ যাত্ৰা কৰে। ইন্দ্ৰৰ চৰণত প্ৰণিপাত কৰি 'দিব্যাস্ত্ৰ' প্ৰাৰ্থনা কৰে, ইন্দ্ৰই তেওঁক

স্বৰ্গভোগৰ লোভ দেখুৱালে, কিন্তু দিব্যাস্ত্ৰ লাভ কৰি মৰ্ত্ত্যলৈ উভতি যোৱাৰ অভিলাষহে তেওঁ প্ৰকাশ কৰে। ইন্দ্ৰই কলে যে তপস্যাৰ দ্বাৰা মহাদেৱক প্ৰসন্ন কৰিব পাৰিলেহে দিব্যাস্ত্ৰ লাভ কৰিব পাৰিব। সেই কথা শুনি অৰ্জুন মহাদেৱৰ ধ্যানত নিমগ্ন হ'ল।

তেওঁৰ কঠোৰ তপস্যাত মহাদেৱ সন্তুষ্ট হ'ল। তেওঁ অৰ্জুনক পৰীক্ষা কৰিবৰ কাৰণে কিৰাত বেশ ধৰি, স্ত্ৰীপৰিবৃত হৈ অৰ্জুনৰ ওচৰত উপস্থিত হ'ল। সেই সময়তে মূক নামৰ দানবে বৰাহৰ বেশ ধৰি অৰ্জুনক বধ কৰিবৰ উদ্দেশ্যে সেই ঠাইত উপস্থিত হ'ল। কিৰাত আৰু অৰ্জুনে একে সময়তে বৰাহটোলৈ শৰ মাৰি তাক বধ কৰে। বৰাহটোৱে ভীষণ দানৱৰূপ ধাৰণ কৰি মৃত্যু বৰণ কৰে। বৰাহটো মৰা বুলি দুয়োজনেই দাবি কৰে। শেষত স্থিৰ কৰিব নোৱাৰি যুদ্ধৰ দ্বাৰা মীমাংসা কৰিবলৈ স্থিৰ কৰে। অৰ্জুনে কোনোপধ্যেই কিৰাতক বলে নোৱাৰি মহাদেৱক সন্তুষ্ট কৰিবলৈ ধ্যানত বহিল আৰু মহাদেৱক উদ্দেশ্য কৰি দিয়া ফুল-বেলপাত কিৰাতৰ মূৰ আৰু ডিঙিত পৰা দেখি তেওঁ কিৰাত মহাদেৱ বুলি জানি পদতলত প্ৰণাম জনালে। আশুতোষ মহাদেৱে কিৰাত ৰূপ এৰি নিজৰূপ ধাৰণ কৰি অৰ্জুনক পূৰ্বজন্মৰ কথা কৈ বৰ দিবলৈ ইচ্ছা প্ৰকাশ কৰে। অৰ্জুনে 'পাশুপত' অস্ত্ৰ বিচৰাত সেই দিব্যাস্ত্ৰৰ প্ৰয়োগ বিধি শিকাই অস্ত্ৰ দান কৰে।

ইয়াৰ পাছত অৰ্জুন ইন্দ্ৰ প্ৰেৰিত দিব্য ৰথত আৰোহণ কৰি স্বৰ্গলৈ যাত্ৰা কৰে। ইন্দ্ৰই সস্নেহে অনেক দিব্যাস্ত্ৰৰ প্ৰয়োগ বিধি আৰু মন্ত্ৰ শিকাই অস্ত্ৰসমূহ দান কৰে। ইন্দ্ৰৰ নিৰ্দেশত চিত্ৰসেন গন্ধৰ্বই সংগীত, নৃত্য, বাদ্য আদি বিষয়ত অৰ্জুনক পটু কৰি তোলে। ইন্দ্ৰৰ সভাত উৰ্বশী, মেনকা, ৰম্ভা, ঘৃতাচী আদি অপ্সৰাই নৃত্য কৰি থাকোঁতে অৰ্জুনে বাৰে বাৰে উৰ্বশীলৈ লক্ষ্য কৰাত অৰ্জুন উৰ্বশীৰ দ্বাৰা প্ৰেমাকৃষ্ট হোৱা বুলি ভাবি উৰ্বশীক নিশা অৰ্জুনৰ শয়নকক্ষলৈ পঠাই দিলে। উৰ্বশীয়ে নিজৰ অভিপ্ৰায় ব্যক্ত কৰাত অৰ্জুনে ভূমি স্পৰ্শ কৰি কাণত হাত দি ক'লে, "মাতা, তোমাক মই জননী কুন্তী আৰু শচীদেৱীৰ দৰে সম্মান কৰোঁ। তুমি পুৰু বংশৰ জননী, এই কাৰণেই মই তোমালৈ বাৰে বাৰে দৃষ্টি কৰিছিলোঁ। উদ্দেশ্য সিদ্ধি নোহোৱাত উৰ্বশীয়ে অপমান বোধ কৰি অভিশাপ দিয়ে।

তৱ পিত্ৰাভ্যনুজ্ঞাতাং স্বয়ঞ্চ গৃহমাগতাম্।
যস্মান্মাং নাভিনন্দেথাঃ কামবাণবশংগতাম্ ॥
তস্মাত্ত্বং নৰ্ত্তমঃ পাৰ্থ স্ত্ৰীমধ্যে মানবৰ্জ্জিতঃ।
অপুমানিতি বিখ্যাতঃ ষণ্ডবদ্ বিচৰিষ্যসি ॥

(তোমাৰ পিতাৰ নিৰ্দেশত মই তোমাৰ ওচৰলৈ আহিছো। যিহেতু কামাৰ্ত্তা মোক তুমি গ্ৰহণ নকৰিলা, সেই কাৰণে, হে পাৰ্থ, মানবৰ্জিত আৰু অপুৰুষৰূপে খ্যাত হৈ তুমি নৰ্ত্তকৰূপে স্ত্ৰীলোকৰ মাজত নপুংসক ৰূপে বিচৰণ কৰিবা।)

ক্ৰোধ পৰায়ণা উৰ্বশীয়ে সকলো কথা চিত্ৰসেনক জনালে। চিত্ৰসেনে এই কথা

ইন্দ্ৰক জনোৱাত ইন্দ্ৰই বহুতো আশীৰ্বাদ দি অৰ্জুনক তেওঁৰ সংযমৰ কাৰণে প্ৰশংসা কৰি কলে, "তোমাৰ শাপ বৰস্বৰূপ হ'ব। অজ্ঞাতবাসৰ সময়ত তুমি নপুংসকৰ ৰূপত নৰ্ত্তকৰূপে ছদ্মৰূপত থাকিব পাৰিবা ; তোমাক কোনেও চিনিব নোৱাৰিব।" ইন্দ্ৰই সকলোৰে আগত, বিশেষকৈ মহৰ্ষি লোমসৰ আগত অৰ্জুনৰ পূৰ্বজন্মৰ কথা বিবৃত কৰি ইন্দ্ৰই কৈছিল, যে বদৰিকাশ্ৰমত নৰনাৰায়ণ ৰূপত যি দুজন ঋষিয়ে তপস্যাত ৰত আছিল, তাৰে নৰ নামৰ ঋষিজনেই অৰ্জুন আৰু নাৰায়ণ ঋষিয়েই কৃষ্ণ। এই দুজন মহাপুৰুষে ভূমিৰ ভাৰ লাঘৱ কৰিব।

কাম্যক বনত অৰ্জুনৰ অভাৱত পাণ্ডৱ আৰু দ্ৰৌপদীয়ে চিন্তাত কাল কটাইছিল। লোমস, নাৰদ, ধৌম্য প্ৰভৃতি ব্ৰাহ্মণ আৰু ঋষিসকলে যুধিষ্ঠিৰ আৰু দ্ৰৌপদীক নানা কাহিনী কৈ সান্ত্বনা দিছিল। তাৰ পাছত লোমস আৰু ধৌম্যৰ লগত নানা তীৰ্থ পৰ্য্যটন কৰে। পাঁচ বছৰ অৰ্জুনক নেদেখি দুখত কাল অতিবাহিত কৰি তেওঁলোকে অৰ্জুনক সুঁৱৰি আছিল।

যস্য ৰাহুবলে তুলঃ প্ৰভাৱেঃ চ পুৰন্দৰঃ।
জৱে বায়ুৰ্মুখে সোমঃ ক্ৰোধে মৃত্যুঃ সনাতনঃ॥

(যাৰ প্ৰভাৱ আৰু বল ইন্দ্ৰৰ সমান, বেগও যি বায়ুৰ সমান, যাৰ মুখ চন্দ্ৰসদৃশ আৰু যাৰ ক্ৰোধ যমসদৃশ, সেই নৰব্যাঘ্ৰক চাৰৰ কাৰণে আমি গন্ধমাদনলৈ যাওঁহক।)

কিছুদিনৰ পাছত অগ্নি, বৰুণ, সৌম্য, বায়ব্য, বৈষ্ণৱ, ঐন্দ্ৰ, পাশুপত আৰু ব্ৰহ্মাস্ত্ৰাদি লাভ কৰি অৰ্জুন মৰ্ত্ত্যলোকলৈ ফিৰি আহিল, গন্ধমাদন পৰ্বতত তেওঁলোকৰ মিলন হয়। অৰ্জুনে স্বৰ্গলৈ যোৱাৰ সকলো বিবৃত কৰে। উভতি আহোতে বাটত নিবাত, কবচ, কালকঞ্জ আদিয়ে বাধা দিয়াত তেওঁলোকক যুদ্ধত বধ কৰি সুস্থ শৰীৰে উভতি আহে। দৈত্য বধত ইন্দ্ৰৰ শত্ৰুও বিনাশ হয়।

পাণ্ডৱৰ বনবাসৰ বাৰ বছৰ অতীত হ'ল। মৎস্যৰাজ বিৰাট ৰজাৰ পুৰীত এবছৰ অজ্ঞাতবাস কটোৱা স্থিৰ হয়। অৰ্জুনে অজ্ঞাতবাসৰ এবছৰ কেনেকৈ কটাব—এই প্ৰশ্নৰ উত্তৰত তেওঁ বৃহন্নলা নামত নপুংসক বেশত নাৰীৰ পোশাক পিন্ধি বিৰাটৰ অন্তপুৰত ছোৱালী বিলাকক নাচগান শিকাই সময়ছোৱা অতিৱাহিত কৰিব। "নানা কাহিনী কৈ স্ত্ৰীৰ দৰে মই বিৰাটৰ অন্তঃপুৰবাসিনীসকলক আনন্দ দিম। প্ৰজাসকলক ভাল কাম কৰিবলৈ উৎসাহ দিম। বিৰাট ৰজাই সুধিলে কম যে মই যুধিষ্ঠিৰৰ গৃহত মহাৰাণী দ্ৰৌপদীৰ পৰিচাৰিকা আছিলোঁ।"

পাণ্ডৱসকলে নিজৰ মাজত ব্যৱহাৰ কৰিবলৈ যুধিষ্ঠিৰে নিজে কংক, ভীমে বল্লভ, অৰ্জুনে বিজয় আদি নামলৈ অন্তঃপুৰত প্ৰৱেশ কৰে। বিৰাটে অৰ্জুনৰ আকৃতি দেখি তেওঁৰ পৰিচয়ত বিশ্বাস নকৰি, যথাৰ্থতে ক্লীৱ্ হয়নে নহয় পৰীক্ষা কৰিহে অন্তঃপুৰলৈ যাবলৈ দিয়ে। বিৰাটে অৰ্জুনক কোনো ছদ্মবেশী বীৰ বা বা ৰজা বুলিয়েই সন্দেহ কৰিছিল। অলপ দিনৰ ভিতৰতে তেওঁ ছোৱালীবিলাকৰ মাজত প্ৰিয়পাত্ৰ হৈ উঠিল।

অজ্ঞাতবাসৰ কাল সমাপ্ত প্ৰায়। ত্ৰিগৰ্ত্তৰাজ সুশৰ্মাই বিৰাটৰ গোধন অপহৰণ কৰি নিয়াত বিৰাটে সুশৰ্মাৰ লগত যুদ্ধ কৰিবলৈ যায়। তেওঁৰ অনুপস্থিতিৰ সুযোগ লৈ কৌৰৱসকলে বিৰাটৰ সমস্ত গৰু হৰণ কৰি নিয়ে। এই সংবাদ পাই বিৰাট পুত্ৰ উত্তৰে গৰুবোৰ যুদ্ধ কৰি উদ্ধাৰ কৰিবলৈ বৃহন্নলাক সাৰথিৰূপে লৈ যুদ্ধ যাত্ৰা কৰে। উত্তৰে অপহৰণৰ সংবাদ শুনি বিৰাট আৰু নাৰীসকলৰ আগত আস্ফালন কৰি কয় যে তেওঁৰ উপযুক্ত সাৰথি নাই। এজন ভাল সাৰথি পোৱাহেঁতেন তেওঁ কৌৰৱক তামা-কাঁহ দেখুৱাই দিলেহেঁতেন। অৰ্জুনে উত্তৰৰ কথাত আমোদ অনুভৱ কৰি দ্ৰৌপদীৰ দ্বাৰা কোৱালে যে বৃহন্নলা ভাল সাৰথি, তেওঁ অৰ্জুনৰ সাৰথি আছিল। অৰ্জুনে উত্তৰক প্ৰশংসা কৰি আৰু নিজৰ অজ্ঞতা প্ৰকাশ কৰি অৱশেষত সাৰথি হবলৈ মান্তি হয়। বৃহন্নলাক সাৰথি কৰি উত্তৰ সদৰ্পে যুদ্ধক্ষেত্ৰলৈ আগবাঢ়ি যায়, কিন্তু অগণন কৌৰৱ সেনা আৰু মহাবীৰ ভীষ্ম-দ্ৰোণাদিক দেখি তেওঁ ভয়ত পেপুৱা হ'ল। ৰথৰ পৰা নামি ভয়ত পলাবলৈ দৌৰ দিলে। অৰ্জুনে খেদি গৈ তেওঁক ধৰিলে যদিও উত্তৰে কাবৌ-কোকালি কৰি তেওঁক এৰি দিবলৈ খাটনি ধৰিলে। অৱশেষত তেওঁক অৰ্জুনে যুদ্ধৰ পৰা ৰেহাই দি নিজে যুদ্ধ কৰি গো-উদ্ধাৰ কৰিবলৈ গাত লয়। তেওঁলোকে গৈ এজোপা শমী বৃক্ষৰ তলত ৰথ ৰাখে। অৰ্জুনে উত্তৰক গছ জোপাত উঠি তাৰ শিখৰত বান্ধি বান্ধি থোৱা অস্ত্ৰশস্ত্ৰবোৰ নমাই আনিবলৈ কয়। চিত্ৰ-বিচিত্ৰ অনুপম ধনুখন দেখি উত্তৰে কাৰ অস্ত্ৰ-শস্ত্ৰ বুলি সোধাত অৰ্জুনে পাণ্ডৱৰ অস্ত্ৰ-শস্ত্ৰ বুলি নিজ ধনুখন বাছি লয় আৰু আত্মপৰিচয় প্ৰদান কৰে। অৰ্জুনে যুদ্ধত সকলোকে পৰাস্ত কৰি গৰুবোৰ গৰখীয়া সহ উদ্ধাৰ কৰে আৰু ঘূৰি আহিবৰ সময়ত সন্মোহন বাণ মাৰি সকলোকে টোপনিত পেলাই উত্তৰক পঠাই উত্তৰীয় বস্ত্ৰসমূহ সংগ্ৰহ কৰে। কেৱল ৰেহাই দিলে পিতামহ ভীষ্ম আৰু আচাৰ্য্য দ্ৰোণক। যুদ্ধলৈ আহিবৰ সময়ত উত্তৰাই উত্তৰীয় বস্ত্ৰসমূহ লৈ আহিবলৈ কৈছিল। তেওঁ সেইবোৰেৰে পুতলা দৰাকন্যা খেলিব। যুদ্ধাৰম্ভতে পাৰ্থই দুটা বাণৰ দ্বাৰা আচাৰ্য্যৰ দুই চৰণত প্ৰণতি জনালে আৰু দুটা বাণৰ দ্বাৰা আচাৰ্য্যৰ কৰ্ণদ্বয় স্পৰ্শ কৰি কুশল-মঙ্গল সুধিলে। ভীষ্মকো বাণৰ দ্বাৰা প্ৰণিপাত কৰিলে।

গাণ্ডীৱৰ টঙ্কাৰত, কপিধ্বজৰ চিৎকাৰত কৌৰৱপক্ষই অৰ্জুন বুলি চিনিবলৈ অসুবিধা নহ'ল। তেওঁলোকে অজ্ঞাতবাসৰ কাল গণনা কৰি দেখিলে যে অজ্ঞাতবাসৰ কাল আগদিনাই অতিক্ৰম কৰিছে। বৃহন্নলাৰ হাতত কৌৰৱৰ ভীষ্ম, দ্ৰোণ, কৃপ, কৰ্ণ আদি পৰাজিত হ'ল। লাঞ্ছিত আৰু পৰাজিত হৈয়ো আস্ফালন কৰা দেখি ভীষ্মই দুৰ্যোধনক তিৰস্কাৰ কৰি কৈছিল, "তোমাৰ বীৰত্ব ইমান সময় ক'ত লুকাই আছিল। অৰ্জুনে অধৰ্ম নকৰে কাৰণেই ইমান সময় তোমাৰ প্ৰাণ বাচি আছে।"

অৰ্জুনে পুনৰ বৃহন্নলাৰ বেশ ধাৰণ কৰি উত্তৰক তেওঁৰ চিনাকি নিদিবলৈ অনুৰোধ কৰি। দু'দিনৰ মূৰত তেওঁলোকে নিজেই আত্মপ্ৰকাশ কৰিব ?

বিৰাট ৰজাই পুতেকৰ সাফল্যত নগৰত উৎসৱৰ আয়োজন কৰে। এই প্ৰসঙ্গত পাশা খেলি থাকোতে বিৰাটে তেওঁৰ পুতেকৰ বিজয়-প্ৰশংসা সঘনে কৰি থকাত যুধিষ্ঠিৰে বৃহন্নলাৰো প্ৰশংসা কৰে। এই কথাত ৰজাৰ খং উঠি যুধিষ্ঠিৰৰ মুখলৈ পাশাৰ গুটি মাৰি পঠায়। আঘাত লাগি ধৰ্মৰাজৰ নাকৰ পৰা তেজ বৰলৈ ধৰে। দ্ৰৌপদীয়ে দেখা পাই ততালিকে এটা পাত্ৰত তেজখিনি মাটিত পৰিবলৈ নিদিয়াকৈ ধৰি ৰাখে। কংকৰ কথাত অৰ্জুনক বাহিৰতে ৰাখি উত্তৰক ৰাজসভাত সোমাবলৈ দিয়া হয়। উত্তৰ সভাত প্ৰৱেশ কৰিয়েই বাপেকৰ কাৰ্য্য দেখি স্তম্ভিত হয় আৰু বাপেকক তিৰস্কাৰ কৰি যুধিষ্ঠিৰৰ ওচৰত ক্ষমা খোজায়। তেওঁকথাটো লুকুৱাই বাপেকক কয় যে কোনো এজন দেৱপুত্ৰই উত্তৰক ৰক্ষা কৰি কৌৰৱক যুদ্ধত পৰাজয় কৰে আৰু ধেনুবোৰ মুকলি কৰি অনাত সহায় কৰে।

তৃতীয় দিনা পাণ্ডৱসকলে স্নান কৰি শুক্লাম্বৰ পৰিধান কৰি ৰাজসভাৰ ৰাজাসনবোৰত উপৱেশন কৰি থাকোতে মৎসৰাজে দেখা পাই যুধিষ্ঠিৰক ভৰ্ৎসনা কৰে। অৰ্জুনে তেতিয়া মিচিকীয়া হাঁহি মাৰি তেওঁলোকৰ পৰিচয় প্ৰদান কৰে। এজন এজনকৈ চিনাকি দি, শেষত দ্ৰৌপদীৰ পৰিচয় দিয়ে। অৰ্জুনৰ বীৰত্ব তেওঁ পঞ্চমুখে কীৰ্ত্তন কৰে। আনন্দ আৰু কৃতজ্ঞতাপূৰ্ণ কথাৰে মৎসৰাজে যুধিষ্ঠিৰক বাৰে বাৰে আলিঙ্গন কৰে আৰু মিত্ৰতা স্থায়ী কৰিবৰ উদ্দেশ্যে জীয়েক উত্তৰাক অৰ্জুনলৈ যাচে। অৰ্জুনে উত্তৰাক নিজৰ দুহিতাৰ দৰে ব্যৱহাৰ কৰিছিল, সেই কাৰণে, পুতেক অভিমন্যুলৈ বিৰাট কন্যাক বিয়া কৰাবলৈ প্ৰস্তাৱ দিয়ে। তেওঁ কৈছিল ঃ

অন্তঃপুৰেহহমুষিতঃ সদা পশ্যন্ সুতাংতৱ।
আচাৰ্যৱচ্চ মাং নিত্যং মান্যতে দুহিতা তৱ॥
বয়স্থয়া তয়া ৰাজন্ সহ সংবৎসৰোষিতঃ।
অতিশঙ্কা ভৱেৎ স্থানে তৱ লোকস্য বা বিভো।
... ... ... ...
স্নুষায়া দুহিতুৰ্ব্যাপি পুত্ৰে চাত্মনি বা পুনঃ।
অভিশংকাং ন পশ্যামি তেন শুদ্ধিৰ্ভৱিষ্যতি॥

বিৰাট পৰ্ব ॥

"হে ৰাজন্ মই এবছৰকাল তোমাৰ পুত্ৰীৰ লগত অন্তঃপুৰত নিবাস কৰিছোঁ, তেওঁ মোক আচাৰ্য্য বুলিয়ে জানে। তেওঁ বয়স্থা, তেওঁক ভাৰ্য্যাৰূপে গ্ৰহণ কৰিলে আপোনাৰ আৰু সাধাৰণ লোকৰ সন্দেহ জন্মা স্বাভাৱিক কথা। পুত্ৰবধূৰূপে গ্ৰহণ কৰিলে আপোনাৰ কন্যাৰ, মোৰ পুত্ৰৰ আৰু মোৰ নিজৰ চৰিত্ৰ সম্বন্ধে কোনো কথা উলিয়াবৰ সুবিধা নাথাকে। ইয়াৰ দ্বাৰা তেওঁলোকৰ বিশুদ্ধ চৰিত্ৰৰো প্ৰমাণ হ'ব।"

বিৰাট ৰজাই অৰ্জুনৰ উত্তৰত আনন্দিত হৈ বৰ ধুমধামেৰে অভিমন্যু আৰু উত্তৰাৰ বিবাহ সম্পন্ন কৰে। অভিমন্যুৰ বিবাহ উপলক্ষে কৃষ্ণ, বলৰাম আৰু

যদুবংশীয় বহুলোক সমবেত হৈছিল। ইয়াৰ পাছত পাণ্ডৱসকলে বিৰাট নগৰৰ কাষত উপপ্লৱ নগৰত বাস কৰিবলৈ লয়। এই উপপ্লৱ নগৰেই ইন্দ্ৰপ্ৰস্থ ৰূপে খ্যাতি লাভ কৰে। বিবাহ সমাপ্তিৰ পাছ দিনা প্ৰাতঃকালত সকলোৱে বিৰাট ৰাজসভাত উপস্থিত হ'ল। কৃষ্ণই সকলোকে যথাযোগ্য অভিবাদন কৰি পাণ্ডৱৰ হৃতৰাজ্য উদ্ধাৰৰ উপায় জিজ্ঞাসা কৰিলে, প্ৰথমতে বলৰামে যুধিষ্ঠিৰৰ দ্যূতাসক্তিৰ কথা কৈ তেওঁ নিজৰ দোষত যে ৰাজ্য হেৰুৱালে সেই কথা কয়। তেওঁ দুৰ্যোধন-শকুনিৰ কোনো দোষ নাই বুলি কয়। সেই কাৰণে এনে এজন দূত পঠাব লাগে যিজনে ধৃতৰাষ্ট্ৰক সসম্মানে প্ৰণাম জনাই কুৰু-পাণ্ডৱৰ শান্তিৰ প্ৰস্তাৱ উত্থাপন কৰে। কিন্তু সাত্যকিয়ে বলৰামক তিৰষ্কাৰ কৰি, দুৰ্যোধনৰ সমস্ত কুকৰ্ম উল্লেখ কৰি কৌৰৱক দোষাৰোপ কৰে। এইদৰে বাক্-বিতণ্ডা চলি থাকোতে পাঞ্চালৰাজ দ্ৰুপদে প্ৰস্তাৱ কৰে যে পুৰোহিত ধৌম্যক শান্তিৰ দূতৰূপে কৌৰৱসভালৈ পঠাব লাগে। লগতে সকলো ৰাজ্যলৈ শীঘ্ৰগামী দূত পঠাই ৰজাসকলক স্বপক্ষে আনিবলৈ চেষ্টা কৰা হওক। এই প্ৰস্তাৱ অনুসৰি কাৰ্য্য কৰা হ'ল।

কৃষ্ণ-বলৰাম আৰু যদুবংশীয় লোকসকল দ্বাৰকালৈ উভতি গ'ল। দুৰ্যোধনে তেওঁলোক দ্বাৰকালৈ উভতি যোৱাৰ খবৰ পাই অবিলম্বে কৃষ্ণৰ সাহায্য প্ৰাৰ্থনা কৰিবলৈ দ্বাৰকালৈ যাত্ৰা কৰে। ইফালে অৰ্জুনেও সাহায্য বিচাৰি একে সময়তে দ্বাৰকালৈ যাত্ৰা কৰে। তেওঁলোক একে সময়তে দ্বাৰকাত উপস্থিত হয়। দুৰ্যোধনে প্ৰথমতে সোমাই কৃষ্ণৰ মুৰশিপানত ৰখা সিংহাসনত বহি অপেক্ষা কৰি থাকিল। কৃষ্ণ তেতিয়া কপট নিদ্ৰাত। অৰ্জুন তাৰ পাছত সোমাই কৃষ্ণৰ ভৰিপথানত বহি সাৰ পাবলৈ অপেক্ষা কৰি থাকিল। কৃষ্ণই সাৰ পোৱাৰ ভাও জুৰি শোৱাৰ পৰা উঠি ভৰিপথানলৈ চাই অৰ্জুনক দেখা পাই কুশল-মঙ্গল সুধি আগমনৰ কাৰণ জিজ্ঞাসা কৰে। অৰ্জুনে তেওঁৰ সাহায্য প্ৰাৰ্থনা কৰি তেওঁক ৰথৰ সাৰথি হ'বলৈ অনুৰোধ জনায়। তেওঁ অনুৰোধ ৰক্ষা কৰি কয় যে কৌৰৱ-পাণ্ডৱ—উভয়পক্ষই তেওঁৰ আত্মীয়; সেই কাৰণে কোনো পক্ষৰ হৈ তেওঁ যুদ্ধ নকৰে। অৱশ্যে যি পক্ষতে নাথাকক, তেওঁ উপদেশ দিব পাৰিব। দুৰ্যোধনে প্ৰথমতে অহা বুলি তেওঁৰ দাবী আগতে পূৰণ কৰা উচিত বুলি কোৱাত কৃষ্ণই কয় যে তেওঁ সাৰ পাই প্ৰথমতে অৰ্জুনক দেখা পাই তেওঁৰ অনুৰোধ ৰক্ষা কৰিব বুলি কয়। "যাহওক, এতিয়া আপুনি আগেয়ে অহা বুলি কৈছে। মই আপোনাৰ অনুৰোধো ৰাখিবলৈ চেষ্টা কৰিম। আপুনি কওক, যুদ্ধত নিৰপেক্ষ থকা আৰু যুদ্ধ নকৰা মোক লাগেনে, অথবা দুৰ্দ্ধৰ্ষ দুই কোটি নাৰায়ণী সৈন্য লাগে।" দুৰ্যোধনে যুদ্ধ নকৰা কৃষ্ণতকৈ শক্তিশালী দুই কোটি নাৰায়ণী সৈন্যকে লোৱা স্থিৰ কৰে আৰু সেই সৈন্য লৈ আনন্দে প্ৰস্থান কৰে। কৃষ্ণই পাছত অৰ্জুনক কিয় অকলশৰীয়া তেওঁক (কৃষ্ণক) পচন্দ কৰিলে সোধাত কলে: "তুমি কীৰ্তিমান পুৰুষ। পৃথিৱীত এই

যুদ্ধজনিত ফল তোমাৰ নামতে ঘুষিত হ'ব। দীৰ্ঘদিন ধৰি তোমাক সাৰথিৰূপে পাবলৈ আশা কৰি আছোঁ। মোৰ এই কামনা পূৰ্ণ কৰা।"

সাৰথ্যন্তু তয়া কাৰ্য্যমিতি সে মানসং সদা।
চিৰবাঞ্ছিতং কামং তদ্ ভবান্ কৰ্ত্তুমৰ্হতি ॥ উ· ৭/৩৬

কৃষ্ণই আনন্দ মনে সাৰথ্য স্বীকাৰ কৰে আৰু তেওঁৰ লগতে উপপ্লব্যলৈ উভতি গ'ল। পাঞ্চাল পুৰোহিত ধৌম্য শান্তি স্থাপনত বিফলকাম হৈ কৌৰৱসভাৰ পৰা উভতি আহিব লগা হয়। ধৃতৰাষ্ট্ৰই ভয় খাই সঞ্জয়ক আকৌ দূতৰূপে পঠাই কয়, তেওঁ প্ৰকাৰন্তৰে পাণ্ডৱক দূতৰ মুখেদি কৈছিল, "অন্যায় কৈ দুৰ্যোধনে পাণ্ডৱক হৃতৰাজ্য ঘূৰাই নিদিলেও পাণ্ডৱে যেন যুদ্ধ নকৰে।" পুত্ৰবশ ধৃতৰাষ্ট্ৰৰ এইটো অদ্ভুত প্ৰস্তাৱ। তেওঁ অৰ্জুনৰ বীৰত্বলৈ সততে ভয় কৰিছিল, সেই কাৰণে কৈছিল,

স হ্যেবৈক পৃথিৱীং সব্যসাচী
গাণ্ডীৱধন্বা প্ৰনুদেদ্ ৰথস্থঃ ॥

( সেই গাণ্ডীৱধাৰী পাৰ্থই অকলে পৃথিৱী নাশ কৰিব পাৰে )

সঞ্জয়ে কৌৰৱৰ দূতৰূপে আসৱত পানমত্ত কৃষ্ণাৰ্জুনক দেখা কৰে। সঞ্জয়ৰ মুখৰ পৰা ধৃতৰাষ্ট্ৰৰ মনোভাৱ বুজি কৃষ্ণই অৰ্জুনৰ শৌৰ্য্যবীৰ্য্য বীৰত্ব কীৰ্ত্তন কৰি যুদ্ধৰ ভয়াবহ পৰিণতিৰ কথা সোঁৱৰাই দিয়ে ঃ

যত্তদ্ বিৰাট নগৰে শ্ৰূয়তে মহদদ্ভুতম্।
একস্য চ বহুবাণ্ড পৰ্যাপ্তং তন্নিদৰ্শমম্ ।।
বলং বীৰ্য্যঞ্চ তেজশ্চ শীঘ্ৰতা লঘুহস্ততা।
অবিষাদশ্চ ধৈৰ্য্যঞ্চ পাৰ্থান্নান্যত্ৰ বিদ্যতে ॥

বিৰাট নগৰত একা অৰ্জুনে অকলশৰে ভীষ্ম, দ্ৰোণ, কৰ্ণ, দুৰ্যোধন আদি বীৰ-সকলক পৰাভূত কৰি বিৰাটৰ গৰুবোৰ উদ্ধাৰ কৰিলে সি সচাকৈ বিস্ময়কৰ। অৰ্জুনৰ শক্তিৰ সেয়ে উৎকৃষ্ট উদাহৰণ। বল, বীৰ্য্য, তেজ, লঘুহস্ততা, অবিষাদ প্ৰৱণতা আৰু ধৈৰ্য্য—এই সকলোবোৰ গুণ পাৰ্থৰ বাহিৰে আন কাৰো নাই। কৃষ্ণৰ এই উক্তিৰ পাছত অৰ্জুনে যি কৈছিল শৰীৰ শিহৰি উঠে।

সঞ্জয়ে উভতি গৈ ধৃতৰাষ্ট্ৰক অৰ্জুনৰ কথাখিনি কোৱাত ভয়তে ধৃতৰাষ্ট্ৰ কঁপিবলৈ ধৰে। শান্তিৰ শেষ চেণ্টা কৰিবলৈ যুধিষ্ঠিৰে কৃষ্ণক অনুৰোধ কৰে আৰু সেই মতে কৃষ্ণ কৌৰৱসভালৈ যাত্ৰা কৰে। যোৱাৰ আগতে পাণ্ডৱৰ প্ৰত্যেকজনে নিজৰ অভিমত কৃষ্ণক জ্ঞাপন কৰে। প্ৰত্যেকজনে শান্তিৰ কথাই কৈছিল। কিন্তু অৰ্দ্ধ ৰাজ্য নিদিলে যুদ্ধ যে অনিবাৰ্য্য সেই কথাও তেওঁলোকে জনাইছিল। এই প্ৰসঙ্গত অৰ্জুনে কৈছিল, "হে জনাৰ্দন, তুমি সৰ্বতো প্ৰকাৰে শান্তিৰে চেণ্টা কৰিবা। কৌৰৱ আৰু পাণ্ডৱ উভয়পক্ষৰে তুমি মিত্ৰ। কৌৰৱৰ লগত সন্ধি স্থাপন কৰা যদি অসম্ভৱ হয়, তেন্তে তোমাৰ নিৰ্দেশ অনুসাৰে যি কৰ্ত্তব্য তাকে আমি কৰিম।"

শান্তিকামী কৃষ্ণ হস্তিনালৈ গৈ প্ৰথমতে বিদুৰৰ ঘৰত আলাহি হৈ পেহীয়েক কুন্তীক দেখা কৰি কুশলমঙ্গল সোধে। কুন্তীয়ে বাকী কেইজনৰ কুশল-মঙ্গল সুধি অৰ্জুনৰ কথা সোধে ঃ

তেজসাদিত্যসদৃশো মহৰ্ষি সদৃশো দমে
ক্ষময়া পৃথিবীতুল্যো, মহেন্দ্ৰসমবিক্ৰমঃ
স তে সখা ভ্ৰাতা চৈব কথমদ্য ধনঞ্জয়ঃ। উদ্যোগ ৯০/২৯-৩০

( একেবাৰতে যি পাঁচশ বাণ নিক্ষেপ কৰিব পাৰে, তেজত যি আদিত্যৰ ( সূৰ্য্য) সমান, ইন্দ্ৰিয়নিগ্ৰহত মহৰ্ষিতুল্য, ক্ষমাত পৃথিবীৰ দৰে আৰু বিক্ৰমত মহেন্দ্ৰসদৃশ, তোমাৰ সেই ভ্ৰাতা কেনে আছে ? )

কুৰুসভাত কৃষ্ণৰ সমীচীন ভাষণ শুনি ভীষ্ম, দ্ৰোণ আৰু বিদুৰে পুনঃ পুনঃ ধৃতৰাষ্ট্ৰক শান্তিৰ নিমিত্তে পৰামৰ্শ দিছিল। পৰশুৰামেও কৃষ্ণাৰ্জুনক নৰ-নাৰায়ণ অৱতাৰ বুলি শান্তিৰ প্ৰস্তাৱ গ্ৰহণ কৰিবলৈ উপদেশ দিছিল। কিন্তু সকলো ব্যৰ্থ হ'ল। ভ্ৰাতৃঘাতী যুদ্ধ অনিবাৰ্য্য হৈ উঠিল। দুৰ্যোধনে পিতামহ ভীষ্মক সেনাপতিৰূপে বৰণ কৰা সময়ত পিতামহে কৈছিল ঃ

ন তু পশ্যামি যোদ্ধাৰমাত্মনঃ সদৃশং ভুবি।
ঋতে তস্মান্নৰ ব্যাঘ্ৰাৎ কুন্তীপুত্ৰ ধনঞ্জয়াত্ ॥ উদ্যোগ ১৫৫

( এই পৃথিৱীত নৰব্যাঘ্ৰ অৰ্জুন বাদে মোৰ সমকক্ষ যোদ্ধা মই দেখা নাই। )

পাণ্ডৱক উত্তেজিত কৰিবলৈ দুৰ্যোধনে শকুনি পুত্ৰ উলুকক দূতৰূপে পাণ্ডৱ সভালৈ পঠাইছিল। কৃষ্ণ আৰু পাণ্ডৱক অসভ্য ভাষাত তিৰস্কাৰ কৰিবলৈকো শিকাই পঠাইছিল, উলুকে নিপুণ ভাৱে সেই কাৰ্য্য সমাধা কৰে। তেওঁৰ নিৰ্লজ্জ ভাষাত সকলো ব্যথিত হ'ল। ভীমসেন আৰু সহদেৱৰ ক্ৰোধৰ মাত্ৰা সমধিক বৃদ্ধি পাইছিল। অৰ্জুনে হাঁহিমুখে ভীমক সান্ত্বনা বাক্যে নিৰস্ত কৰে। দুৰ্যোধনক কবলৈ উলুকক এই কথাষাৰ কয়—

শ্বো ভূতে কথিতস্যাস্য প্ৰতিবাক্যং চমূমুখে।
গাণ্ডীৱেনাভিধাস্যামি ক্লীবা হি বচনোত্তৰাঃ ॥

( অহা কালিলৈ গাণ্ডীৱৰ দ্বাৰা এইবোৰ কথাৰ উত্তৰ দিম। ক্লীৱবিলাকেহে অধিক কথা কয়। )

অৰ্জুনৰ এই চমু উত্তৰত ৰাজণ্যবৰ্গ বিস্মিত হৈছিল। যুদ্ধ আৰম্ভপ্ৰায়, উভয়পক্ষই সৈন্য সমাৱেশ কৰিছে। দুয়ো দলৰ মধ্যস্থানত অৰ্জুনক ৰথা হ'ল। পিতামহ, খুড়া, ভাই-ভতিজাসকলক দেখি অৰ্জুনৰ মন বিষাদে ভৰি পৰিল। তেওঁ বিষাদ মনে ধনু শৰ ত্যাগ কৰিলে। চকুত অশ্ৰু বিৰিঙি উঠিল। অৰ্জুনৰ এনে অৱস্থা দেখি কৃষ্ণই কৰ্মযোগ, জ্ঞানযোগ আৰু ভক্তিযোগৰ উপদেশ দি তেওঁৰ বিষাদ দূৰ কৰে। যুদ্ধৰ কাৰণে উৎসাহ দান কৰি প্ৰকৃতিস্থ কৰে। অৰ্জুনে আকৌ

গাণ্ডীৱ দাঙি লয় আৰু যুদ্ধৰ নিমিত্তে কৃতনিশ্চয় হয়। কৃষ্ণৰ দাৰ্শনিক উপদেশাৱলীয়েই শ্ৰীমদ্ভাগৱত গীতা।

কৃষ্ণৰ কথাত প্ৰকৃতিস্থ হৈ অৰ্জুনে ভীষণ বিক্ৰমে যুদ্ধ কৰি অসংখ্য কুৰুসৈন্য বধ কৰে। পিতামহ ভীষ্মই অৰ্জুনৰ ৰণ-কৌশল দেখি বিস্ময় মানিলে।

মহৎ কৃতং কৰ্ম ধনঞ্জয়েন,
কৰ্তুং যথা নাৰ্হতি কশ্চিদন্যঃ।

(যুদ্ধত ধনঞ্জয়ে যেনে শৌৰ্য্য-বীৰ্য্য দেখুৱাইছে, আন কাৰো সাধ্য নাই।)

ইফালে দুৰ্যোধনৰ অভিযোগ আৰু কঠোৰ বাক্যত আহত হৈ ভীষ্মই অসাধাৰণ বীৰত্ব প্ৰদৰ্শন কৰি পাণ্ডৱ সৈন্য নাশ কৰিব ধৰে। উপায় নাপাই যুধিষ্ঠিৰে প্ৰমাদ গণিলে। যুদ্ধৰ নৱম দিনত অৰ্জুনৰ লগত যুদ্ধ কৰোঁতে ভীষ্মৰ দুৰ্দ্ধৰ্ষতা দেখি কৃষ্ণও বিচলিত হ'ল। তেওঁ যুদ্ধ নকৰো বুলি কৰা প্ৰতিজ্ঞা পাঁহৰি হাতত চক্ৰলৈ ভীষ্মলৈ খেদি গ'ল। কৃষ্ণই খেদি যোৱা দেখি অতি আনন্দিত হৈ ভীষ্মই ধনুশৰ পেলাই স্তুতি কৰিবলৈ ধৰে। গাঁৱলীয়া কবিৰ ভাষাত কবলৈ গ'লে—

ৰঙা চৰণৰ ভৰে, পৃথিৱী টলমল কৰে,
হাতে চক্ৰ ধৰি, খেদি থাস্ত হৰি, ভীষ্মই কাতৰ কৰে॥

অৰ্জুনে কৃষ্ণৰ পাছে পাছে খেদি গৈ কৃষ্ণক নিবৃত্ত কৰে।

সেই দিনা গোধূলি যুধিষ্ঠিৰে ভায়েক কেইজন আৰু কৃষ্ণক লগতলৈ পিতামহ ভীষ্মৰ কাষ পালেগৈ। যুধিষ্ঠিৰে পিতামহৰ ভৰি ছুই প্ৰণাম কৰি তেওঁক বধ কৰাৰ উপায় সোধে। যুধিষ্ঠিৰৰ পক্ষে এইটো অন্যায় অনুৰোধ আছিল। পিতামহ ইচ্ছামৃত্যুৰ গৰাকী। তেওঁক পৰাজয় কৰা সম্ভৱ, কিন্তু নিজে নমৰিলে আনে বধ কৰা সম্ভৱ নয়। ভীষ্মই কলে যে শিখণ্ডীক ৰথৰ সন্মুখত ৰাখি তেওঁলৈ অৰ্জুনে শৰ কৰিলে তেওঁৰ পতন হ'ব। আনন্দিত হৈ যুধিষ্ঠিৰ আৰু ভীমে প্ৰত্যাৱৰ্ত্তন কৰে। কিন্তু অৰ্জুনৰ মনত দুখ। তেওঁ কৃষ্ণক ক'লে, জনাৰ্দন কুৰুবৃদ্ধ, মহাজ্ঞানী পিতামহক মই শৰ কৰি বধ কৰিম? ল'ৰালি কালত গাত ধূলি-বালি লৈ যি পিতামহৰ কোলা মলিন কৰিছিলো, যি পিতামহক পিতা বুলি সম্বোধন কৰোঁতে "মই পিতা নহয়, তোমাৰ পিতাৰ পিতা" বুলি শুধৰাই দিছিল, সেইজনক মই কপট উপায়ে বধ কৰিম? তেওঁ মোক বধ কৰক, সিও ভাল।"

কৃষ্ণই অৰ্জুনক বুজাই দিলে যে আততায়ীক বধ কৰিলে দোষ নাই। অৰ্জুন ক্ষত্ৰ-ধৰ্মৰ পৰা বিচ্যুত হোৱা অনুচিত। দশম দিনতো ভীষ্মই অদ্ভুত পৰাক্ৰম দেখুৱাই পাণ্ডৱ-সেনা বধ কৰা দেখি কৃষ্ণৰ উপদেশ অনুসাৰে শিখণ্ডীক ৰথৰ সন্মুখত বহুৱাই অৰ্জুনে চোকা চোকা শৰ ভীষ্মলৈ নিক্ষেপ কৰিবলৈ ধৰে। ৰথৰ সন্মুখত শিখণ্ডীক দেখি ভীষ্মই ধনুশৰ ত্যাগ কৰে। অৰ্জুনৰ চোকা বাণৰ তীব্ৰ জ্বালাত বুজিব পাৰিলে যে সেইবোৰ বাণ শিখণ্ডীৰ নহয়, অৰ্জুনৰহে, ভীষ্মই তেতিয়া দুঃশাসনক কৈছিল—

"অৰ্জুনস্য ইমে বাণাঃ, নেমে বাণাঃ শিখণ্ডিনঃ ॥
কৃন্তন্তি মম গাত্ৰাণি মাঘমাং সেগৰা ইৱা ॥

(এই বাণসমূহ অৰ্জুনৰ দ্বাৰা নিক্ষিপ্ত হৈছে, শিখণ্ডীৰ নহয়। কেকোঁৰাৰ পোৱালিবিলাক যেনেকৈ মাকৰ বুকু বিদীৰ্ণ কৰি ওলাই আহে, সেইদৰে এই শৰবোৰেও মোৰ বুকু বিদীৰ্ণ কৰিছে।) অৱশেষত তেওঁ ৰথৰ পৰা ঢলি পৰিল। কিন্তু পিঠিয়েদি সৰকি যোৱা শৰবোৰে তেওঁক মাটিত পৰিবলৈ নিদি আলাগতে ৰাখিলে। যুদ্ধত্যাগ কৰি কুৰু পাণ্ডৱ উভয় পক্ষ পিতামহৰ কাষ চাপে। ভীষ্মই মুৰটো ওলমি থকা কাৰণে কষ্ট পাই দুৰ্যোধনৰ ফালে চোৱাত কুৰুৰাজে কোমল গাৰু এটা আনি দিয়ে। ভীষ্মই সেইটো নাকচ কৰি অৰ্জুনৰ ফালে চায়। অৰ্জুনে কেইটামান শৰ মাটিত মাৰি ভীষ্মৰ মুৰটো সেই শৰৰ ওপৰত স্থাপন কৰে। ভীষ্মই পিবলৈ পানী বিচৰাত দুৰ্যোধনে সুবৰ্ণ ভৃঙ্গাৰত পানী আনি দিয়ে। সেই পানী নাখাই আকৌ অৰ্জুনৰ প্ৰতি দৃষ্টি কৰাত অৰ্জুনে শৰ মাৰি পাতালৰ ভোগৱতী গঙ্গাৰ ধাৰা ভীষ্মৰ মুখত পেলাই দিয়ে। ভীষ্মই সন্তোষৰ হাঁহি মাৰে। তেওঁ দুৰ্যোধনক অৰ্জুনৰ বীৰত্বৰ প্ৰশংসা কৰি সন্ধি কৰিবলৈ উপদেশ দিয়ে।

ন শক্যঃ পাণ্ডৱস্তাত যুদ্ধে জেতুং কথঞ্চন।
অমানুষাণি কৰ্মাণি যস্যেতানি মহাত্মনঃ ॥

(বাচা, যি মহাত্মাই এনে অমানুষিক কাৰ্য্য কৰিবলৈ সমৰ্থ, সেই অৰ্জুনক জয় কৰা অসম্ভৱ, গতিকে সন্ধি কৰা।)

যুদ্ধৰ একাদশ দিনত, ভীষ্ম শৰশয্যাত পৰাত, দ্ৰোণাচাৰ্য্যক সেনাপতি বৰণ কৰা হয়। ৰণক্ষেত্ৰত অৰ্জুনৰ দুৰ্দ্ধৰ্ষতাৰ কথা শুনি ধৃতৰাষ্ট্ৰই অনুতপ্ত হৈ কৈছিল ঃ

ন বেদ কৃষ্ণং দাশাৰ্হমৰ্জুনঞ্চৈৱ পাণ্ডৱম্।
পূৰ্ব দেবৌ মহাত্মানৌ নৰনাৰায়ণৱুভৌ ॥ দ্ৰোণ ১০।৪১

(মোৰ পুত্ৰ দুৰ্যোধনে কৃষ্ণাৰ্জুন যে নৰনাৰায়ণ সেই কথা নাজানে। নিতান্ত কালগ্ৰস্ত হৈ বুদ্ধি বিপৰ্যয় ঘটিছে।)

দ্ৰোণাচাৰ্য্যয়ো দুৰ্যোধনক কৈছিল যে কৃষ্ণাৰ্জুন অজেয়।

ৰণক্ষেত্ৰৰ পৰা অৰ্জুনক অন্য ৰণাঙ্গণলৈ আঁতৰাই নিব পাৰিলে যুধিষ্ঠিৰক বন্দী কৰা সহজ হ'ব বুলি দ্ৰোণাচাৰ্য্যই কোৱাত, ত্ৰিগৰ্ত্তাধিপতি সুশৰ্মাক অৰ্জুনক যুদ্ধলৈ আহ্বান কৰি অন্য ৰণাঙ্গনলৈ আঁতৰাই নিবলৈ অনুৰোধ কৰে। সেই নিৰ্দেশমতে সুশৰ্মাই অৰ্জুনক যুদ্ধলৈ আহ্বান কৰি দূৰলৈ আঁতৰাই নিয়ে। সুশৰ্মাৰ অধীনত চলা সংসপ্তকবোৰ অৰ্জুনৰ বাণত সমূলঞ্চে নিহত হয়। প্ৰাগ্‌জ্যোতিষাধিপতি ভগদত্তই অৰ্জুনৰ লগত সাতদিন যুঁজি অৱশেষত প্ৰাণ হেৰুৱায়। আচাৰ্য্যই যুধিষ্ঠিৰক ধৰিব নোৱাৰিলে, কিন্তু অৰ্জুনৰ অনুপস্থিতিত সপ্তৰথীয়ে একেলগে চাৰিওফালৰ পৰা যুগপৎ আক্ৰমণ কৰি সপ্তম চেষ্টাত অৰ্জুনপুত্ৰ ষোলবছৰীয়া বীৰ অভিমন্যুক অন্যায়কৈ বধ কৰে। পুত্ৰনিধনৰ সংবাদ পাই অৰ্জুন শোকত ম্ৰিয়মান

হয়। তেওঁ শোকাশ্ৰুনয়নে প্ৰতিজ্ঞা কৰে যে পৰদিনত সূৰ্য্যাস্তৰ আগতে যদি তেওঁ জয়দ্ৰথক বধ কৰিব নোৱাৰে, তেন্তে প্ৰজ্বলিত অগ্নিত আত্মাহুতি দিব। কৃষ্ণৰ নিৰ্দেশমতে মহাদেৱক আৰাধনা কৰি অৰ্জুনে শক্তি সঞ্চয় কৰে। পাছদিনা গুৰু-সকলক প্ৰণাম কৰি কৃষ্ণাৰ্জুনে যুদ্ধ যাত্ৰা কৰে। অৰ্জুনৰ অসামান্য বীৰত্বত বহুত বীৰে সেই দিনা প্ৰাণ হেৰুৱায় আৰু দুৰ্যোধন শকুনি আদি বীৰ পলাই আত্মৰক্ষা কৰে। অৰ্জুনৰ সহায়ৰ কাৰণে সাত্যকি ভীম আদিও ৰণক্ষেত্ৰত বিচৰণ কৰিছিল। সাত্যকিক ভূৰিশ্ৰৱাৰ হাতত নিশ্চিত মৃত্যুৰ পৰা ৰক্ষা কৰিবলৈ অৰ্জুনে ভূৰিশ্ৰৱাৰ হাত দুখন কাটি পেলায়। অৰ্জুনৰ লগত ভূৰিশ্ৰৱাই যুদ্ধ কৰা নাছিল। অযুধ্যমান বীৰক বধ কৰা বা বাহুছেদন কৰা যুদ্ধনীতিৰ বিগৰ্হিত কাম কাৰণে সকলোৱে অৰ্জুনক ধিক্কাৰ দিয়ে। ভূৰিশ্ৰৱায়ো মৃত্যুকালত অৰ্জুনক তিৰস্কাৰ কৰে। অৰ্জুনে আত্মপক্ষ সমৰ্থনত অভিমন্যুবধৰ উদাহৰণ দাঙি ধৰে।

সূৰ্য্য অস্তপ্ৰায়, তেতিয়াও অৰ্জুনে বীৰসকলৰ দ্বাৰা আবৃত জয়দ্ৰথৰ কাষ চাপিব পৰা নাই। যোগেশ্বৰ কৃষ্ণই অৰ্জুনক বিপদত সহায়ৰ কাৰণে যোগবলেৰে আকাশ তমসাচ্ছন্ন কৰিলে আৰু সন্ধিয়াৰ আগতে জয়দ্ৰথক বধ কৰিব নোৱাৰা কাৰণে অগ্নিত আত্মাহু দিবলৈ নিৰ্দেশ দিলে। অৰ্জুনৰ অগ্নিত আত্মাহুৰ দৃশ্য চাবলৈ আনন্দত কৌৰৱপক্ষ অৰ্জুনৰ কাষত উপস্থিত হ'ল। জয়দ্ৰথেও সাৰিলো বুলি ভাবি অৰ্জুনৰ কাষত থিয় দিলেহি। কৃষ্ণই জয়দ্ৰথ ওচৰ পোৱাৰ লগে লগে অন্ধকাৰ আঁতৰ কৰি দিলে, সূৰ্য্য তেতিয়াও মাৰ যোৱা নাছিল। কৃষ্ণৰ ইঙ্গিত মতে অৰ্জুনে জয়দ্ৰথক বধ কৰি তেওঁৰ কটা মূৰটো মাটিত নপৰাকৈ আলাগতে শৰেৰে নি, সমন্তপঞ্চকৰ বাহিৰত, য'ত জয়দ্ৰথৰ বাপেকে তপস্যা কৰি আছিল সেই ঠাইত বাপেকৰ কোলাত পেলাই দিয়ে। বাপেকৰ তৎক্ষণাৎ মুণ্ডছেদ হৈ মৃত্যু হয়। জয়দ্ৰথৰ বাপেকৰ এইটো বৰ আছিল যে যিজনে তেওঁৰ পুত্ৰৰ মুণ্ড ভূপাতিত কৰিব, তেওঁৰ নিজৰ মূৰো বিদীৰ্ণ হৈ ভূপাতিত হ'ব। কৃষ্ণই এই কথা জানিছিল, সেই কাৰণে অৰ্জুনক নিৰ্দেশ দি পিতাকৰ কোলাত ছিন্ন মুণ্ড পেলোৱাৰ ব্যৱস্থা কৰিছিল। বাপেকে হঠাতে কোলাত পৰা মূৰ দেখি আচাৰ মাৰি পেলাই দিছিল। জয়দ্ৰথৰ মৃত্যুৰ পাছত কৃষ্ণই চক্ৰ অপসাৰ কৰি অন্ধকাৰ দূৰ কৰে। সূৰ্য্য তেতিয়াও ডুব যোৱা নাছিল।

জয়দ্ৰথক ৰক্ষা কৰিব নোৱাৰা দুৰ্যোধনে আচাৰ্য্যক তিৰস্কাৰ কৰাত কৰ্ণই কৈছিল, "ৰাজন্ আচাৰ্য্যক ভৰ্ৎসনা কৰা তোমাৰ উচিত হোৱা নাই। অৰ্জুন যুবা, কৃতী, দক্ষ, শূৰ, কৃতাস্ত্ৰ আৰু ক্ষিপ্ৰহস্ত। বিশেষকৈ কৃষ্ণ তেওঁৰ সাৰথি। অৰ্জুনক বাধা দিয়া আচাৰ্য্যৰ সাধ্যাতীত। কৰ্ণৰ এই উক্তিৰ পৰা বুজিব পাৰি যে তেৰোঁ অৰ্জুনৰ শৌৰ্য্য-বীৰ্য্য দেখি বিস্মিত হৈছিল।

আচাৰ্য্যই অৰ্জুনক পৰাভৱ কৰিব নোৱাৰা দেখি দুৰ্য্যোধনে আকৌ এবাৰ আচাৰ্য্যক মৃদু তিৰস্কাৰ কৰাত আচাৰ্য্যই খং কৰি উত্তৰ দিয়ে, "মূৰ্খৰ দৰে তুমি

কথা কৈছা। যুদ্ধক্ষেত্ৰত অৰ্জুনৰ সন্মুখীন হৈ কোন বাপেকৰ পুতেকে আত্মৰক্ষা কৰিব পাৰে? তেওঁৰ বীৰত্বৰ কথা মই কওঁ, শুনা।

স্বং ন দেবা, ন গ ধৰ্ব্বা, ন যক্ষা, ন চ ৰাক্ষসাঃ।
উৎসহন্তে ৰণে জেতুং কুপিতং সব্যসাচীনম্ ॥

( দেৱতা, গন্ধৰ্ব্ব, যক্ষ, ৰাক্ষস কোনেও কুপিয়ে সব্যসাচীক জয় কৰিব নোৱাৰে। খাণ্ডৱদাহৰ সময়ত স্বয়ং দেৱৰাজ ইন্দ্ৰয়ো তেওঁৰ হাতত পৰাজিত হৈছিল। ঘোষযাত্ৰাৰ মথা মনত পেলোৱা। নিবাত-কবচ নিধন, হিৰণ্যপুৰবাসী দানৱগণৰ নিধন প্ৰভৃতি জানিও তুমি সব্যসাচীৰ বীৰত্ব বুজিব পৰা নাই ?

যুদ্ধৰ পঞ্চদশ দিৱসত দ্ৰোণাচাৰ্য্যৰ অনন্যসাধাৰণ বীৰত্ব প্ৰদৰ্শন কৰি অসংখ্য পাণ্ডৱসেনা বধ কৰে। এই সময়তে কৃষ্ণৰ কথাত ভীমে অশ্বত্থামা নামে এটা হাতী বধ কৰে। কৃষ্ণৰ ইঙ্গিতত ভীম আৰু অন্যসকলে "অশ্বত্থামা মৰিল, অশ্বত্থামা নিহত হ'ল" বুলি চিঞৰিবলৈ ধৰে। আচাৰ্য্যই উক্ত চিঞৰ শুনি একমাত্ৰ পুত্ৰৰ নিধন বাৰ্ত্তা শুনি মৰ্মাহত হয়। অশ্বত্থামা অমৰ বুলিও তেওঁ নজনা নহয়, কিন্তু পাণ্ডৱৰ চিঞৰত তেওঁৰ পিতৃহৃদয় বিচলিত হৈ ধৰ্মৰাজ যুধিষ্ঠিৰক সুধি কথাটোৰ সত্যাসত্য নিৰ্ণয় কৰিবলৈ যুধিষ্ঠিৰৰ কাষ চাপে। যুধিষ্ঠিৰ আজীৱন সত্যবাদী বুলি তেওঁ জানে। সেই কাৰণে তেওঁ যুধিষ্ঠিৰক সোধাত তেওঁ পোনপটীয়া উত্তৰ নিদি কলে, "অশ্বত্থামা হত, ইতি গজ" বুলি কলে। 'ইতিগজ'—এই বাক্যাংশ আগতে প্ৰয়োগ কৰাহেঁতেন আচাৰ্য্যৰ মৃত্যু নহ'ল হয়। অৰ্জুনে কিন্তু কপট উপায়ে আচাৰ্য্যক নিৰস্ত্ৰ কৰাটো সমৰ্থন নকৰিছিল। "এতন্মাৰোচয়দ্ ৰাজন্ কুন্তীপুত্ৰো ধনঞ্জয়"। ধৃষ্টাদ্যুম্নক নিৰস্ত্ৰ, শোকাকুল আচাৰ্যক বধ কৰাত বাধা দিছিল। "জীৱন্তমানয়াচাৰ্য্যং মা বধীদ্ৰুপদাত্মজ" ( হে ধৃষ্টদ্যুম্ন, আচাৰ্যক জীৱিত অৱস্থাতে লৈ আহা, তেওঁক বধ নকৰিবা। কিন্তু ধৃষ্টাদ্যুম্নই এই কথা নুশুনি নিৰস্ত্ৰ, পুত্ৰশোকত আকুল আচাৰ্য্যক বধ কৰে। আচাৰ্যৰ এনে মৃত্যুত অৰ্জুন অতিশয় ব্যথিত হৈ যুধিষ্ঠিৰক কয়ঃ

উপচীৰ্ণ্যে গুৰু মিথ্যা ভৱতাং ৰাজ্যকাৰণাৎ।
ধৰ্মজ্ঞেন সতাং নাম সোহধৰ্মঃ সুমহান্ কৃতঃ ॥
চিৰং স্থাস্যত্তি চাকীৰ্তিস্ত্ৰৈলোক্যে সচৰাচৰে।
ৰামে বালিবধাদ্ যদ্‌বদেৱং দ্ৰোণে নিপাতিতে ॥

( আপুনি ৰাজ্যলাভৰ কাৰণে গুৰুৰ লগত মিথ্যাচৰণ কৰিছে। সজ্জনৰ ধৰ্ম জানিও মহা অধৰ্মৰ কাম কৰিছে। এইদৰে আচাৰ্য্যক বধ কৰা কাৰণে ৰামচন্দ্ৰৰ বালিবধ অখ্যাতিৰ দৰে তোমাৰে অখ্যাতি চিৰকাল থাকিব। ভীম আৰু ধৃষ্টদ্যুম্নই কঠোৰ ভাষাত অৰ্জুনক তিৰস্কাৰ কৰে। কিন্তু অৰ্জুনে তেওঁলোককো ধিক্কাৰ ধৰে।

অৰ্জুনস্তু কটাক্ষেণ জিহ্মং বিপ্ৰেক্ষ্য পাৰ্ষতম্।
সবাষ্পমতি নিঃশ্বস্য ধিগ্‌ধিগিত্যেৱ চাব্ৰবীৎ ॥ দ্ৰোণ ১৯৭/৬

( অৰ্জুনে কুটিল দৃষ্টিৰে ধৃষ্টদ্যুম্নৰ ফালে চাই অশ্ৰুপূৰ্ণ নয়নে দীৰ্ঘ নিঃশ্বাস ত্যাগ কাৰ 'ধিক্ ধিক্' শব্দ উচ্চাৰণ কৰিবলৈ ধৰে )

এই লৈ ধৃষ্টদ্যুম্ন আৰু সাত্যকিৰ মাজত তুমুল কাজিয়া আৰম্ভ হ'ল। পিতৃ বধত ৰুষ্ট অশ্বত্থামাই নাৰায়ণ অস্ত্ৰনিক্ষেপ কৰাত অৰ্জুনে কঠোৰ ভাষাত তেওঁক তিৰস্কাৰ কৰি অস্ত্ৰ নিবাৰণ কৰে। এইবাৰ অশ্বত্থামাই কৃষ্ণাৰ্জুনক বধ কৰিবলৈ অতি শক্তিশালী আগ্নেয়াস্ত্ৰ ব্যৱহাৰ কৰে যদিও কৃষ্ণই বৰুপাতি গ্ৰহণ কৰাত কোনো ক্ষতি সাধন কৰিব নোৱাৰিলে। শেষত অশ্বত্থামাই ৰণক্ষেত্ৰ ত্যাগ কৰি পলাই যায়। তেওঁ ব্যাসদেৱৰ ওচৰত উপস্থিত হৈ তেওঁৰ ব্যৰ্থতাৰ কথা প্ৰকাশ কৰে। ব্যাসে তেওঁক বুজাই কয় যে কৃষ্ণাৰ্জুন পূৰ্বজন্মত নৰনাৰায়ণ ঋষিদ্বয় আছিল আৰু গভীৰ তপস্যাত মগ্ন আছিল। এই তপস্যাৰ বলতে ভীষণ দিব্যাস্ত্ৰও ব্যৰ্থ কৰিব পাৰিছে। এইদৰে বিবৃত কৰি ব্যাসদেৱে অশ্বত্থামাক সান্ত্বনা দিয়ে।

অৰ্জুনে নিজমুখে ব্যাসদেৱক কৈছিল যে ৰণক্ষেত্ৰত তেওঁক ত্ৰিশূলধাৰী মহাদেৱে আগবঢ়ায় নিয়ে আৰু তেওঁৰ কৃপাতে যুদ্ধ জয় কৰিব পাৰে। ব্যাসদেৱে মহাদেৱ ৰুদ্ৰৰ গুণকীৰ্ত্তন কৰি তেওঁৰেই শৰণাপন্ন হবলৈ অশ্বত্থামাক উপদেশ দিয়ে। যুদ্ধৰ পোন্ধৰ দিন পাৰ হ'ল। দ্ৰোণাচাৰ্য্যৰ মৃত্যুৰ পাছত কৰ্ণক সেনাপতি পদত অভিষিক্ত কৰা হয়। দ্ৰোণাচাৰ্যই পাঁচ দিন আৰু কৰ্ণই আঢ়ৈ দিন ( ২½ ) সেনাপতিত্ব কৰে। এদিন কৰ্ণই যুধিষ্ঠিৰক যুদ্ধত চোকা চোকা শৰে বিন্ধি পৰাজয় কৰে। আনকি বন্দী কৰিও শেষত কুন্তীৰ কথা মনত পেলাই এৰি দিয়ে। অৰ্জুনে ধৰ্মৰাজৰ দেখা কৰিবলৈ যাওঁতে কটু কথাৰে তিৰস্কাৰ কৰি গাণ্ডীৱ ধনু পৰিত্যাগ কৰিবলৈকো কয়। অৰ্জুনৰ প্ৰতিজ্ঞা আছিল যদি কোনোবাই গাণ্ডীৱক নিন্দা কৰে অথবা তেওঁক গাণ্ডীৱ ত্যাগ কৰিবলৈ কয়, তেন্তে সেইজনক হয় শিৰচ্ছেদ কৰিব, নহয় নিজে আত্মহত্যা কৰিব। অৰ্জুনে যুধিষ্ঠিৰক কাটিবলৈ তৰোৱাল উলিয়াই লোৱা দেখি কৃষ্ণই আগভেটি ধৰে। কৃষ্ণই কয় যে গুৰুজনক কঠোৰ ভাষাত অপমানিত কৰিলেই তেওঁক বধ কৰা সমান হয়। এতেকে, অৰ্জুনে যেন তাকেই কৰে, কৃষ্ণৰ উপদেশত অৰ্জুনে তাকেই কৰে। যুধিষ্ঠিৰৰ কাৰ্য্যাবলী কঠোৰ ভাষাত তেওঁ সমালোচনা কৰে। ইয়াৰ পাছত ককায়েকক নিন্দা কৰা কাৰণে তেওঁও আত্মগ্লানি হৈ আত্মহত্যা কৰিবলৈ উদ্যত হয়। কৃষ্ণই তেওঁক আকৌ বাধা দিয়ে। আত্মপ্ৰশংসা কৰিলেই আত্মহত্যা কৰাৰ সমান হয়। গতিকে আত্মহত্যা নকৰি আত্মপ্ৰশংসা কৰিলেই হব। এই কথাত অৰ্জুনে আত্মগৌৰৱ-আত্মপ্ৰশংসা কৰি কৃষ্ণৰ নিৰ্দেশ পালন কৰে। কিন্তু অৰ্জুনৰ বাক্যবাণত বিদ্ধ হৈ যুধিষ্ঠিৰৰ মন উদাস হৈ পুনৰ বনবাসলৈ যোৱাৰ উপক্ৰম কৰে যদিও কৃষ্ণৰ বহু সান্ত্বনা বাক্যত আশ্বস্থ হয়। কৃষ্ণই মধ্যস্থতা কৰি দুই ভ্ৰাতৃৰ মিলন ঘটাই দিয়ে। ধৰ্মৰাজৰ ভৰিত পৰি অৰ্জুনে কান্দিবলৈ ধৰাত যুধিষ্ঠিৰেও কান্দিবলৈ ধৰে—

ৰুদিত্বা সুচিৰং কালং ভ্ৰাতৰো সুমহাদ্যুতী।
কৃতশৌচৌ মহাৰাজ প্ৰীতিমন্তৌ বভূৱতুঃ ।।

বহু সময় আশ্ৰুমোচনৰ পাছত তেওঁলোক সুস্থিৰ হয়।

সপ্তদশ দিৱসৰ যুদ্ধ আৰম্ভ হ'ল। কৰ্ণবধৰ সংকল্প লৈ অৰ্জুনে যুদ্ধক্ষেত্ৰলৈ যাত্ৰা কৰে। কৃষ্ণই কৰ্ণৰ সকলো অপকৰ্ম এটা এটাকৈ সোঁৱৰাই দি অৰ্জুনক উত্তেজিত কৰিবলৈ চেষ্টা কৰে। কৃষ্ণৰ উত্তেজনাত মত্ত হৈ অৰ্জুনে আত্মশ্লাঘা কীৰ্ত্তন কৰিবলৈ ধৰে। অৰ্জুনৰ ক্ষেত্ৰত এনে আত্মগৌৰৱকীৰ্ত্তন সাধাৰণতে দেখা নাযায়। তেওঁ আত্মগৌৰৱ কৰি কৈছিল—

ধনুৰ্বেদে মৎসমোনাস্তি লোকে।
পৰাক্ৰমে বা মমকোঽস্তি তুল্যঃ ।।

( এই পৃথিবীত ধনুৰ্বিদ্যাত মোৰ সমান কোনো নাই। পৰাক্ৰমত মোৰ তুল্য কোন আছে ? )

সেই দিনৰ যুদ্ধত কৰ্ণপুত্ৰ বৃষসেন অৰ্জুনৰ বাণত নিহত হয়। কৰ্ণাৰ্জুনৰ দ্বৈৰথ যুদ্ধ আৰম্ভ হয়। কৃষ্ণই বাৰে বাৰে উত্তেজক কথাৰে অৰ্জুনৰ তেজোবৃদ্ধি কৰিবলৈ চেষ্টা কৰে। আন হাতে পুত্ৰশোকাতুৰ কৰ্ণই দৈৱবিড়ম্বনাত আৰু পৰশুৰামৰ শাপত প্ৰয়োজনীয় অস্ত্ৰ আৰু বাণ প্ৰয়োগ কৰিবলৈ পাহৰি যায়। আৰেলি দুৰ্ভগীয়া কৰ্ণৰ ৰথচক্ৰ পৃথিৱীয়ে গ্ৰাস কৰে। ৰথ অচল হৈ পৰে, তেওঁ ৰথৰ পৰা নামি ৰথচক্ৰ উদ্ধাৰ কৰিবলৈ সময় ভিক্ষা কৰে। কৃষ্ণই কৰ্ণৰ অতীতত কৰা দুষ্কাৰ্যসমূহ সোঁৱৰাই দিয়াত কৰ্ণই তলমূৰ কৰে; সেই অৱসৰতে অৰ্জুনৰ দিব্যাস্ত্ৰই কৰ্ণৰ শিৰশ্ছেদ কৰে। আকাশৰ সূৰ্য্য ম্লান হৈ যায়।

অষ্টাদশ দিৱসত অৰ্জুনে অসংখ্য কৌৰৱ সেনা বধ কৰা উপৰিও ত্ৰিগৰ্ত্তপতি সুশৰ্মা আৰু তেওঁৰ পঞ্চচল্লিশজন পুত্ৰক যুদ্ধত বধ কৰে। মহাযুদ্ধ প্ৰায় শেষ অৱস্থাত। হত বন্ধু, হত অমাত্য, পৰিশ্ৰান্ত, হতাশাগ্ৰস্ত দুৰ্যোধনে দ্বৈপায়ন হ্ৰদৰ তলীত আশ্ৰয় লয়। পাণ্ডৱে এই খবৰ পাই হ্ৰদৰ তীৰত উপস্থিত হয়। যুধিষ্ঠিৰৰ তিৰস্কাৰ সহ্য কৰিব নোৱাৰি তেওঁ হ্ৰদৰ মাজৰ পৰা ওলাই আহে। তেওঁ ভীমক গদাযুদ্ধলৈ আহ্বান কৰে। "ন্যায়যুদ্ধত থাকি ভীমে যুদ্ধ জয় কৰিব নোৱাৰিব, দুৰ্যোধন অধিক কৌশলী যোদ্ধা।" কৃষ্ণৰ মন্তব্য শুনি অৰ্জুনে "প্ৰেক্ষতো ভীমসেনস্য সব্যমূৰুমতাৰয়ৎ" ( ভীমসেনে দেখাকৈ বাম উৰুত আঘাত কৰে। ) ভীমে অৰ্জুনৰ ইংগিত বুজিব পাৰি গদাৰ আঘাতত দুৰ্যোধনৰ বাঁও উৰু ভঙ্গ কৰিলে।

ইয়াৰ পাছত পাণ্ডৱসকল কৌৰৱ শিবিৰত উপস্থিত হ'ল। এনে সময়তে কৃষ্ণই অৰ্জুনক ৰথৰ পৰা নামিবলৈ কলে। অৰ্জুন নমাৰ পাছত কৃষ্ণও ৰথৰ পৰা নামিল। কপিধ্বজৰ কপি ঠাইতে নোহোৱা হ'ল আৰু ৰথখন অশ্বসহ ভস্মীভূত হ'ল। এই দৃশ্য দেখি সকলো আচৰিত হয় আৰু কৃষ্ণক ইয়াৰ কাৰণ সোধে। তেওঁ ক'লে যে

দ্ৰোণ আৰু কৰ্ণৰ বহুবিধ দিব্যাস্ত্ৰৰ দ্বাৰা ৰথখন কেতিয়াবাই ভস্মীভূত হৈছিল। মই ৰথত থকাৰ কাৰণে ভস্মীভূত হোৱা নাছিল। আজি মোৰ সাৰথিত্বও শেষ হ'ল আৰু ৰথখনো ভস্মীভূত হ'ল। কৃষ্ণৰ পৰামৰ্শত পাণ্ডৱ বাহিনীয়ে পুণ্যতোয়া ওঘৱতী নদীৰ তীৰত ৰাত্ৰিটো কটায়। সেই ৰাতিতে অশ্বত্থামাই পাণ্ডৱ শিবিৰত প্ৰৱেশ কৰি শুই থকা ধৃষ্টদ্যুম্ন আৰু পাণ্ডৱৰ ল'ৰাকেইজন চোৰৰ দৰে হত্যা কৰে। পাছ দিনা এই কথা প্ৰকাশ হোৱাত ভীমে তেওঁৰ পাছ লয়। কৃষ্ণাৰ্জুনে ভীমৰ বিপদ আশংকা কৰি পাছে পাছে অনুসৰণ কৰে। অশ্বত্থামাই আত্মৰক্ষাৰ্থে মাৰাত্মক 'ব্ৰহ্মশিৰ' বাণ প্ৰয়োগ কৰে। প্ৰলয়ৰ অগ্নিৰ দৰে এই অস্ত্ৰই এফালৰ পৰা দগ্ধ কৰি অহা দেখি অৰ্জুনে প্ৰতিষেধক অস্ত্ৰ প্ৰয়োগ কৰি তাক নিৰ্বাপিত কৰে। আত্মীয়স্বজন, গুৰুজনাদিৰ মৃত্যুত শোকাকুল যুধিষ্ঠিৰে পুনৰ বনলৈ যোৱাৰ ইচ্ছা ইচ্ছা প্ৰকাশ কৰাত অৰ্জুনে তেওঁক সান্ত্বনা বাক্যেৰে প্ৰবোধ দিয়ে।

যুধিষ্ঠিৰ ৰজা হৈ ভীমক যুৱৰাজ আৰু অৰ্জুনক সেনাপতি পদত অভিষিক্ত কৰে আৰু তেওঁক বাস কৰিবৰ কাৰণে দুঃশাসনৰ ঘৰটো প্ৰদান কৰে। অভিষেকৰ পাছত কৃষ্ণ বহুতদিন ইন্দ্ৰপ্ৰস্থত নিবাস কৰি দ্বাৰকালৈ উভতি যোৱাৰ চিন্তা কৰে। অৰ্জুনৰ দ্বাৰা যুধিষ্ঠিৰৰ অনুমোদন বিচাৰিলে। কৃষ্ণ যোৱাৰ আগতে অৰ্জুনে আকৌ এবাৰ গীতাতত্ত্ব শুনিবলৈ ইচ্ছা প্ৰকাশ কৰাত কৃষ্ণই তেওঁক কৈছিল ঃ

নুনমশ্ৰদ্দধানোঽসি দুৰ্মেধাহ্যাসি পাণ্ডৱ

... ... ... ...

ন শক্যং তন্ময়া ভূয়স্তথা বক্তুমশেষতঃ।

পৰং হি ব্ৰহ্ম কথিতং যোগযুক্তেন তন্ময়া ॥

(হে পাণ্ডৱ, তুমি দুৰ্মেধা আৰু শ্ৰদ্ধাহীন। মই যোগযুক্ত হৈ পৰম ব্ৰহ্মতত্ত্ব তোমাক কৈছিলো। পুনৰায় তেনে বিশদৰূপে কোৱা সম্ভৱপৰ ন'হব) ইয়াৰ পাছত কৃষ্ণই প্ৰাচীন ইতিহাস আৰু ৰূপকৰ মাধ্যমত, ছয়ত্ৰিশ অধ্যায় ব্যাপি অণুগীতা, ব্ৰাহ্মণ গীতা, গুৰুশিষ্য সংবাদ আদি কথনৰ যোগেদি পুনৰ গীতাতত্ত্বৰ উপদেশ দিয়ে (আধুনিক সমালোচকৰ মতে ইয়াৰ বহুখিনি প্ৰক্ষিপ্ত)। এই উপদেশাৱলীৰ পাছত কৃষ্ণ দ্বাৰকালৈ উভতি যায়।

কিছুদিনৰ পাছত যুধিষ্ঠিৰৰ অশ্বমেধযজ্ঞ উপলক্ষে কৃষ্ণ আকৌ ইন্দ্ৰপ্ৰস্থলৈ উভতি আহে। যজ্ঞৰ ঘোড়াৰক্ষকৰূপে ব্যাসদেৱৰ কথা মতে অৰ্জুনকে নিয়োগ কৰা হয়।

ভীমসেনাদৱৰজঃ শ্ৰেষ্ঠঃ সৰ্বধনুষ্মতাম্।

জিষ্ণুঃ সহিষ্ণুধৃষ্ণুশ্চ স এনং পালয়িষ্যতি।

শক্তঃ স হি মহীং জেতুং নিবাত-কবচান্তকঃ ॥ অশ্বঃ ৭২/১৫

(ভীমৰ অনুজ ধনুৰ্ধৰশ্ৰেষ্ঠ, সহিষ্ণু আৰু ধৈৰ্য্যশীল জিষ্ণুৱে যজ্ঞাশ্বক ৰক্ষা কৰিব। নিবাত-কবচৰ নিহন্তা পৃথিৱী জয় কৰিবলৈ সমৰ্থ।

গাণ্ডীৱধাৰীয়ে যজ্ঞাশ্ব লৈ যাত্ৰা কৰে। ত্ৰিগৰ্ত্ত, প্ৰাগজ্যোতিষপুৰ, সিন্ধু

প্ৰভৃতি দেশৰ ৰজাসকলক পৰাজয় কৰি শেষত মণিপুৰত উপস্থিত হ'ল। পিতাৰ আগমন বাৰ্ত্তা শুনি মণিপুৰাধিপতি বভ্ৰুবাহনে ভক্তিভাৱে অভ্যৰ্থনা জনাই পুত্ৰ বুলি পৰিচয় দিয়াত অৰ্জুনে তিৰস্কাৰ কৰি ক'লে ঃ

ধিক্ ত্বামস্তু সুদুৰ্বুদ্ধিং ক্ষত্ৰধৰ্মবহিষ্কৃতম্ ।
যো মাং যুদ্ধায় সম্প্ৰাপ্তং সাম্নৈৱ প্ৰত্যগৃহ্ণথাঃ ॥ অশ্ব

( ক্ষত্ৰ ধৰ্মৰ অৱমাননাকাৰী, দুৰ্বুদ্ধি, তোমাক ধিক। যিহেতু মই যুদ্ধাৰ্থে আহিছে, তুমি যুদ্ধ নকৰি ভক্তিভাৱে সেও মানিছা )

সেই সময়ত অৰ্জুনৰ অন্যতমা পত্নী উলুপী উপস্থিত আহি পুত্ৰ বভ্ৰুবাহনক অধোমুখ দেখি তেওঁক যুদ্ধ কৰিবলৈ উৎসাহিত কৰে। পুত্ৰক যুধসজ্জাত দেখি অৰ্জুনে আনন্দ পায়। কিন্তু পুত্ৰৰ হাতত তেওঁ পৰাজিত হৈ মূৰ্চ্ছা যায়। আমাৰ হৰিবৰ বিপ্ৰ কবিয়ে তেওঁৰ 'বভ্ৰুবাহন যুদ্ধ' নামৰ কাব্যত, জৈমিনী-ভাৰত অনুসৰণ কৰি অৰ্জুনৰ মৃত্যু দেখুৱাইছে আৰু ছিন্নমুণ্ডকলৈ বহুখিনি কথাৰ অৱতাৰণা কৰিছে। অৰ্জুনৰ মৃত্যু সংবাদ শুনি মণিপুৰাধিপতিৰ কন্যা চিত্ৰাঙ্গদাও তাত উপস্থিত হ'য়। তেওঁৰ কৰুণ বিলাপত নাগকন্যা উলুপীয়ে পাতালৰ পৰা সঞ্জীৱনী মণি আনি অৰ্জুনক জীয়াই তোলে। উলুপীয়ে অৰ্জুনৰ মৃত্যুৰ কাৰণ বৰ্ণনা কৰি কয় যে ভীষ্মদেৱক অন্যায় কৰি বধ কৰা কাৰণে বসুগণে তোমাক নৰকবাসৰ অভিসম্পাত দিছিল। মোৰ পিতাক এই কথা জনোৱাত তেওঁ বসুগণৰ ( অষ্ট বসু ) শৰণাপন্ন হোৱাত তেওঁলোকে ক'লে যে পুত্ৰ বভ্ৰুবাহনৰ হাতত পৰাজিত হ'লে তেওঁ শাপমুক্ত হ'ব। এই কাৰণেই মই মণিপুৰত উপস্থিত হৈ পুত্ৰক যুদ্ধাৰ্থে প্ৰেৰণা দিওঁ।

পৰপত্নী হ'লেও উলুপীয়ে পুত্ৰদাতা অৰ্জুনক পতিৰূপে জ্ঞান কৰিছিল। অশ্বমেধ যজ্ঞলৈ গৈ বহুতদিন ইন্দ্ৰপ্ৰস্থত বাস কৰিছিল আৰু অৰ্জুনেও তেওঁক পত্নীৰূপে গ্ৰহণ কৰিছিল। অশ্বমেধযজ্ঞ উপলক্ষে অৰ্জুনে কাশী, কোশল, অঙ্গ, বঙ্গ প্ৰভৃতি দেশ জয় কৰি যজ্ঞ সম্পন্ন হোৱাত সহায় কৰে।

যুধিষ্ঠিৰে সিংহাসন লাভ কৰা পোন্ধৰ বছৰ অতীত হ'ল। ভীমৰ বাহিৰে বাকী কেইজন পাণ্ডৱে ধৃতৰাষ্ট্ৰ আৰু গান্ধাৰীৰ সুখস্বাচ্ছন্দ্যৰ প্ৰতি বিশেষ যত্ন লৈছিল। কিন্তু যুধিষ্ঠিৰৰ অজ্ঞাতে ভীমে কৌৰৱৰ শতভাইক বধ কৰা বুলি গৌৰৱ কৰা আৰু ধৃতৰাষ্ট্ৰৰ পূৰ্বৰ কপট ব্যৱহাৰৰ কথা সোঁৱৰাই প্ৰায়ে মনত আঘাত দিছিল। ধৃতৰাষ্ট্ৰ-গান্ধাৰীয়ে, সেই কাৰণে প্ৰৱজ্যা গ্ৰহণ কৰি অৰণ্যবাসী হ'বলৈ মনতে স্থিৰ কৰি বিদুৰৰ লগত যাবলৈ মনস্থ কৰে। যোৱাৰ আগতে মৃত বন্ধু-বান্ধৱসকলৰ পাৰলৌকিক ক্ৰিয়া সম্পন্ন কৰিবলৈ ধৃতৰাষ্ট্ৰই যুধিষ্ঠিৰক অৰ্থসাহায্য কৰিবলৈ অনুৰোধ কৰে। ভীমে ধৃতৰাষ্ট্ৰৰ পূৰ্বৰ কথা সোঁৱৰাই দি বাধা প্ৰদান কৰে, কিন্তু অৰ্জুনে ভীমক সম্বোধন কৰি কৈছিল, "সাধুসকলে অপৰাধৰ কথা স্মৰণ নকৰি কেৱল সাধু আচৰণ মনত ৰাখে।"

ধৃতৰাষ্ট্ৰ, গান্ধাৰী, কুন্তী, বিদুৰ আৰু সঞ্জয়ে প্ৰব্ৰজ্যা গ্ৰহণ কৰি সঞ্জয় ব্যতীত অৰণ্যত যোগাৱলম্বন কৰি দেহত্যাগ কৰে। পাণ্ডৱৰ ৰাজ্যভোগৰ পয়ত্ৰিশ বছৰ অতীত হ'ল। তেনেতে তেওঁলোকে প্ৰাকৃতিক অমঙ্গল দেখিবলৈ ধৰে। এই সময়তে পৰস্পৰ কটাকটি-মৰামৰি কৰি যদুবংশ ধ্বংস পালে, কৃষ্ণ-বলৰামেও ইহলীলা ত্যাগ কৰে। অৰ্জুন দ্বাৰকালৈ গৈ কৃষ্ণ-বলৰাম আদিৰ শেষকৃত্য কৰি নাৰীসকলক লৈ হস্তিনাপুৰলৈ উভতি আঁহোতে দস্যু কিছুমানে যাদৱ নাৰীসকলক বলাৎকাৰ কৰি তেওঁৰ পৰা কাঢ়ি নিয়ে। বসুদেৱ তেতিয়াও জীৱিত। তেওঁৰ পৰা অৰ্জুনে জানিব পাৰিলে যে, দেহলীলা সম্বৰণ কৰাৰ আগতে কৃষ্ণই পাণ্ডৱক খবৰটো দিবলৈ কৈ গৈছিল। খবৰ শুনি অৰ্জুন নিশ্চয় নহাকৈ নাথাকে। অৰ্জুন দ্বাৰকাত উপস্থিত হৈ কেৱল বিধৱাৰ কৰুণ ক্ৰন্দন শুনিবলৈ পায়। কৃষ্ণই যোৱাৰ আগতে অৰ্জুনক দ্বাৰকাৰ পৰা বুঢ়া-মেথা, নাৰী আৰু ল'ৰা-ছোৱালীবোৰক দ্বাৰকাৰ পৰা আঁতৰাই নিবলৈ নিৰ্দেশ দি গৈছিল। কাৰণ কৃষ্ণৰ মহাপ্ৰয়াণৰ পাছত সাগৰে দ্বাৰকা গ্ৰাস কৰিব। কৃষ্ণই অৰ্জুনৰ ওপৰত বিশেষভাৱে ভৰসা কৰিছিল। তেওঁ অৰ্জুন সম্বন্ধে কৈছিল যে যি অৰ্জুন সেয়ে কৃষ্ণ, যি কৃষ্ণ সেয়ে অৰ্জুন "যোঽহং তমৰ্জুনং, বিদ্ধি, যোঽৰ্জুনঃ সোঽহমেৱ তু।" (যেই মই, সেয়ে অৰ্জুন, যি অৰ্জুন, সেয়ে মই।)

বসুদেৱৰ মুখৰ পৰা কৃষ্ণৰ নিৰ্দেশ শুনি অৰ্জুনে ল'ৰা-ছোৱালী, বুঢ়া-বুঢ়ী আৰু বিধৱাসকলক লৈ হস্তিনালৈ উভতি আহোঁতে বাটত গুৱাল কিছুমানে তেওঁক পৰাজয় কৰি কাঢ়িলৈ যায়। কৃষ্ণবিহীন অৰ্জুন যে কিমান দুৰ্বল, এই ঘটনাই তাৰ প্ৰমাণ। ইন্দ্ৰপ্ৰস্থত যদুবংশীয় সন্তান বজ্ৰক সিংহাসনত প্ৰতিষ্ঠিত কৰা হয়। সেই দিনৰ পৰা সপ্তম দিৱসত ইন্দ্ৰপ্ৰস্থলৈ অৰ্জুনে আহি লৈ যোৱাৰ কথা। ইতিমধ্যে বসুদেৱৰ মৃত্যু হয়। দেৱকী, ভদ্ৰা, ৰোহিণী ৰুক্মিণী প্ৰভৃতিয়ে পতিৰ চিতাত পৰি আত্মদাহ কৰে। সপ্তম দিনা অৰ্জুনে বাচি থকা সকলক লৈ ইন্দ্ৰপ্ৰস্থ লৈ যাত্ৰা কৰে। অৰ্জুনৰ যাত্ৰাৰ অলপ পাছতে সাগৰে দ্বাৰকাপুৰী গ্ৰাস কৰে।

পঞ্চনদ প্ৰদেশত উপস্থিত হৈ ল'ৰা-ছোৱালী আৰু মহিলাসকলক লৈ বিশ্ৰাম কৰোঁতে অস্ত্ৰ-শস্ত্ৰে সজ্জিত এদল দস্যুৱে যাদৱ বিধবাসকলক হৰণ কৰি নিয়ে। অৰ্জুনে দস্যুবোৰক পৰাভৱ কৰিব নোৱাৰিলে। সকলো দিব্যাস্ত্ৰ পাহৰি গ'ল। বিধবাসকলক ৰক্ষা কৰিব নোৱাৰিলে। কম সংখ্যক বিধবা আৰু ল'ৰা-ছোৱালীখিনিক লৈ হস্তিনাত উপস্থিত হয়। বজ্ৰক ইন্দ্ৰপ্ৰস্থত ৰজা পতা হল আৰু সমাগত পুৰুষসকলক যথাযোগ্য বিষয়ত নিয়োগ কৰে। এইখিনিতে মনত ৰখা উচিত যে বজ্ৰক যাদৱসকলৰহে ৰজা পতা হৈছিল, কুৰুৰাজ্যৰ ওপৰত নহয়। হস্তিনাপুৰ তথা ইন্দ্ৰপ্ৰস্থত যুধিষ্ঠিৰৰ পাছত অভিমন্যুৰ পুত্ৰ পৰীক্ষিত ৰজা হয়।

মহিলা আৰু ল'ৰা-ছোৱালীবোৰক হস্তিনাত থৈ অৰ্জুন বদৰিকাশ্ৰমলৈ যায় আৰু ব্যাসদেৱক সাশ্ৰুনেত্ৰে চৰণ বন্দনা কৰে। অৰ্জুনৰ মলিন মুখ দেখি কাৰণ জানিব খোজাত তেওঁ ৰামকৃষ্ণৰ দেহত্যাগৰ পৰা আৰম্ভ কৰি 'দস্যুৰ হাতত তেওঁৰ পৰাজয়লৈ সকলো কথা প্ৰকাশ কৰে। ব্যাসে তেওঁক সান্ত্বনা দি কয় যে পৃথিৱীৰ ভাৰাৱতৰণ কৰি ৰামকৃষ্ণ অন্তৰ্হিত হৈছে।" তোমাৰো কাম শেষ হৈ আহিছে, মহাপ্ৰয়াণৰ সময় উপস্থিত ঃ

এৱং বুদ্ধিশ্চ তেজশ্চ প্ৰতিপত্তিশ্চ ভাৰত।
ভৱন্তি ভৱকালেষু বিপদ্যন্তে বিপৰ্যয়ে ॥ মৌ ৮।৩২

(বুদ্ধি, তেজ, প্ৰতিপ্ৰাপ্তি প্ৰভৃতি এইদৰে প্ৰয়োজন কালত ঈশ্বৰৰ দ্বাৰা প্ৰেৰিত হয়, আৰু ঈশ্বৰেচ্ছাবশতঃ প্ৰয়োজন শেষ হ'লে লোপ পায়।" সেই কাৰণে যাবৰ সময় পাহৰি যোৱা কাৰণে দুখ নকৰিবা। ব্যাসৰ সান্ত্বনা বাণীত অৰ্জুনৰ মোহ দূৰ হ'ল, তেওঁ সুস্থ হ'ল।)

কৃষ্ণপ্ৰয়াণৰ পাছত যুধিষ্ঠিৰে প্ৰব্ৰজ্যা গ্ৰহণৰ সিদ্ধান্ত লৈ অৰণ্যবাসলৈ যাত্ৰা কৰে। লগত দ্ৰৌপদী আৰু ভায়েকসকলেও যোৱাৰ সিদ্ধান্ত লয়। সভ্ৰাতৃক আৰু কৃষ্ণা সহ কৈলাসৰ পথত তেওঁলোক আগবাঢ়ে। অৰ্জুনে তাৰ আগতে গাণ্ডীৱ আৰু অক্ষয়টোন ত্যাগ কৰা নাছিল। লৌহিত্য সাগৰৰ তীৰত উপস্থিত হোৱাত অগ্নিদেৱৰ লগত তেওঁলোকৰ সাক্ষাৎ হয়। গাণ্ডীৱ আৰু তূণীৰদ্বয় বৰুণদেৱতাক প্ৰত্যাৰ্পণ কৰিবলৈ অগ্নিয়ে আদেশ কৰা মতে অৰ্জুনে সাগৰত গাণ্ডীৱ আৰু তূণীৰ বিসৰ্জন দিয়ে। বাটত যাওঁতে প্ৰথমতে কৃষ্ণা আৰু তাৰ পাছত ক্ৰমান্বয়ে সহদেৱ, নকুল, পাৰ্থ আৰু শেষত ভীমৰ পতন ঘটিল। কি দোষত সৰ্ব-গুণাকৰ অৰ্জুনৰ পতন ঘটিল—এই প্ৰশ্ন কৰাত যুধিষ্ঠিৰে কৈছিল যে তেওঁ এদিনত শত্ৰু নিঃশেষ কৰিব বুলি কৈছিল, কিন্তু কাৰ্য্যত নোৱাৰিলে। তদুপৰি তেওঁৰ সৰ্বশ্ৰেষ্ঠ ধনুৰ্দ্ধৰ বুলি অহংকাৰ আছিল। এই দুটা দোষতে তেওঁৰ পতন ঘটিল।

মহাৰাজ পাণ্ডুৱে যি আশা লৈ তৃতীয় পুত্ৰ পাবলৈ আকাংখা কৰিছিল অৰ্জুনে স্বৰ্গগত পিতৃৰ সেই আশা সৰ্বতোভাৱে পূৰণ কৰিছিল। তেওঁ একেধাৰে যোগী আৰু ভোগী পুৰুষ আছিল। তেওঁৰ চৰিত্ৰত ত্যাগশীলতাও কম নাছিল। বীৰ্য্যশুল্কা দ্ৰৌপদীক তেওঁ লাভ কৰিছিল যদিও যুধিষ্ঠিৰৰ গতাই দিছিল আৰু মাতৃবাক্যত পাঁচো ভায়ে কৃষ্ণাক পত্নীৰূপে গ্ৰহণ কৰিছিল। সুদৰ্শন এই মহাবীৰৰ পূৰ্বজন্ম-কৃত তপস্যাৰ বৃত্তান্ত মহাভাৰতৰ একাধিক ঠাইত বৰ্ণিত হৈছে। লৰালিকালৰ পৰা তেওঁৰ একাগ্ৰতা আৰু অধ্যৱসায় লক্ষ্য কৰা যায়। সেই কাৰণেই তেওঁ গুৰুৰ প্ৰিয়তম শিষ্য হ'ব পাৰিছিল। কৃষ্ণৰ লগত তেওঁৰ আছিল মধুৰ সম্বন্ধ। তেওঁ কৃষ্ণগত প্ৰাণ আছিল। তেওঁৰ সমস্ত কৰ্মই কৃষ্ণ সমৰ্পিত আছিল। কৃষ্ণৰ অভিন্ন-হৃদয় সখা আছিল। তেওঁ আছিল মিতভাষী আৰু গুৰুজনৰ প্ৰতি শ্ৰদ্ধাশীল। ধীৰ, স্থিৰ আৰু গম্ভীৰ প্ৰকৃতিৰ এই মহাপুৰুষজন প্ৰকৃত কৰ্মযোগী

আছিল। গীতাত ব্যাখ্যা কৰা কৰ্মযোগীৰ যেন এওঁ সাক্ষাৎ প্ৰতীক। ভীষ্ম, দ্ৰোণ, বিদুৰ, ধৃতৰাষ্ট্ৰ প্ৰভৃতি সকলোৱেই এওঁক প্ৰশংসাপৰ দৃষ্টিৰে চাইছিল। কাৰো মুখত এওঁৰ নিন্দা শুনা নাযায়। আনকি, মহাশত্ৰু কৰ্ণয়ো এওঁৰ চৰিত্ৰৰ প্ৰশংসা নকৰি নোৱাৰিছিল। বাহু বল, বুদ্ধিবল আৰু শাস্ত্ৰবলত তেওঁ আছিল অসাধাৰণ ব্যক্তি। বাহুবলত ভীমৰ সমান নহলেও মল্ল যুদ্ধত তেওঁ মহাদেৱকো সন্তুষ্ট কৰিব পাৰিছিল। বুদ্ধি আৰু সহিষ্ণুতাত ভীমতকৈ শ্ৰেষ্ঠ আছিল। তেওঁৰ জিষ্ণু নামটোও সাৰ্থক, কাৰণ তেওঁ অপৰাজেয় বীৰ আছিল। তেওঁ আচাৰ্য্য দ্ৰোণৰ প্ৰিয়তম শিষ্য, পিতামহ ভীষ্মৰ প্ৰিয়তম নাতি আৰু পাণ্ডৱপক্ষৰ শ্ৰেষ্ঠ বীৰ আছিল। মাজে মাজে হৃদয় কোমলতাৰ নিমিত্তে কৰ্ত্তব্যচ্যুত হোৱাৰ সম্ভাৱনা দেখিলে কৃষ্ণই নানাবিধ উপদেশ আৰু উত্তেজক কথাৰে তেওঁৰ হৃদয়ৰ দুৰ্বলতা আঁতৰ কৰিছিল। মহাভাৰতৰ পৰমপুৰুষ কৃষ্ণৰ লগতহে তেওঁৰ কিছুক্ষেত্ৰত তুলনা চলে। গীতাৰ অমৃতোপম বাণী শুনাৰ তেওঁৱেই উপযুক্ত ব্যক্তি আছিল। সেই কাৰণেই শ্ৰীকৃষ্ণই তেওঁৰ ৰথৰ সাৰথ্য স্বীকাৰ কৰিছিল। ভগৱদ্গীতাৰ শেষৰ শ্লোকত সঞ্জয়ে ধৃতৰাষ্ট্ৰক কৈছিল—

যত্ৰ যোগেশ্বৰঃ কৃষ্ণো, যত্ৰ পাৰ্থো ধনুৰ্দ্ধৰঃ।
তত্ৰ শ্ৰীৰ্বিজয়ো ভূতিৰ্ধ্ৰুবা নীতি মৰ্তিৰ্ম্মম।।

( য'ত্ৰ যোগেশ্বৰ কৃষ্ণ আৰু য'ত ধনুৰ্দ্ধৰ পাৰ্থ থাকে, সেই ঠাইত কল্যাণ, বিজয়, ঐশ্বৰ্য্য আৰু নীতি বিৰাজমান—এয়ে মোৰ অভিমত )

**নকুল ঃ**

নকুল চতুৰ্থ পাণ্ডৱ, মাদ্ৰীসুত। পাণ্ডুৰ নিৰ্দেশত নিয়োগপ্ৰথা অনুসাৰে মাদ্ৰীয়ে একেবাৰতে দুজন সন্তান লাভ কৰিবলৈ অশ্বিনীকুমাৰদ্বয়ক আহ্বান কৰে। পাণ্ডুৰ অনুৰোধত কুন্তীয়ে মাত্ৰ এবাৰ মাদ্ৰীক দেৱ-আহ্বানৰ মন্ত্ৰ শিকাবলৈ মান্তি হোৱাত মাদ্ৰীয়ে অশ্বিনীকুমাৰদ্বয়ক একেবাৰতে আহ্বান কৰি দুজন পুত্ৰ লাভ কৰে। এওঁলোকৰ প্ৰথমজন নকুল আৰু দ্বিতীয়জন সহদেৱ। নকুল আগতে জন্মগ্ৰহণ কৰা কাৰণে, তেওঁক ডাঙৰ বুলি ধৰা হয়। তেওঁলোকৰ জন্মক্ষণত দৈৱবাণী শুনা গৈছিল এইদৰে ঃ

সত্ত্বৰূপ গুণোপেতৌ ভৱতোহত্যাস্মি নাৰিতি।

( এই সন্তান দুজনে শক্তি, সামৰ্থ্য ৰূপগুণত অশ্বিনীকুমাৰ দুজনকো চেৰ পেলাব )

পাণ্ডুৰ শতশৃঙ্গ পৰ্বতত মৃত্যু হোৱাৰ পাছত মাদ্ৰীয়ে সহগমন কৰি স্বামীৰ চিতাত আত্মদাহ কৰে। কুন্তীয়ে সৰু ল'ৰাকেইটা লৈ শতশৃঙ্গবাসী মুনিসকলৰ তত্ত্বাৱধানত হস্তিনালৈ উভতি অহাত ভীষ্মই তেওঁলোকৰ তত্ত্বাৱধান লৈ সংস্কাৰ কৰ্মাদি কৰি শিক্ষাৰ ব্যৱস্থা কৰি দিয়ে। আচাৰ্য্য কৃপ আৰু আচাৰ্য্য দ্ৰোণ তেওঁলোকৰ পৰ্য্যায়ক্ৰমে শিক্ষা গুৰু আছিল। নকুল আৰু সহদেৱ, দুয়োজনেই দেখিবলৈ

ৰৰ ধুনীয়া আছিল। নকুলৰ শাৰীৰিক সৌন্দৰ্য্য সম্বন্ধে বিভিন্ন পৰ্বত এনেদৰে পোৱা যায়।

(১) ৰূপেনাপ্ৰতিমো ভূবি। আদি ৬৭।১১১
(২) শ্যামো যুৱা লোহিতাক্ষঃ সিংহস্কন্ধো মহাভুজঃ। সভা ৬৫/০২
(৩) শ্যামো স এষঃ ৰক্তাক্ষো বৃহচ্ছাল ইৱোম্মিতঃ।
(৪) ব্যূঢ়োৰস্কো মহাবাহুঃ নকুলঃ। বন ৩১২/১২৩
(৫) সুকুমাৰশ্চ শূৰশ্চ দৰ্শনীয়ঃ সুখোচিতঃ। বি. ৩/১
(৬) মনুষ্যলোকেসকলে সমোঽস্তি,
যয়োৰ্ন ৰূপে, ন বলে, ন শীলে। বি. ৭১।১৬

পৃথিৱীত নকুলৰ তুল্য সুপুৰুষ নাছিল। তেওঁ শ্যাম বৰ্ণ, যুৱা, লোহিতাক্ষ, সিংহস্কন্ধ আৰু মহাভুজ। শাল বৃক্ষৰ দৰে ওখ, তেওঁৰ বুকু উন্নত আৰু বহল। ৰূপে, বলে আৰু চৰিত্ৰত তেওঁ অনুপম। তেওঁ সুকুমাৰ, বীৰ আৰু দৰ্শনীয়। কষ্ট কৰাত অনভ্যস্ত যদিও বাৰ বছৰ বনত অশেষ কষ্ট সহ্য কৰিব লগা হৈছিল আৰ ছাঁৰ দৰে যুধিষ্ঠিৰক অনুসৰণ কৰিছিল।

তেওঁ দ্ৰৌপদীৰ গৰ্ভত শতানিক নামৰ পুত্ৰ জন্ম দিছিল।

তেওঁ চেদীৰাজ শিশুপালৰ কন্যা কৰেণুমতীক দ্বিতীয়া ভাৰ্যাৰূপে গ্ৰহণ কৰিছিল আৰু তেওঁৰ গৰ্ভত নিৰমিত্ৰ নামৰ পুত্ৰ লাভ কৰে। যুধিষ্ঠিৰৰ 'ৰাজসূয় যজ্ঞ'ৰ পূৰ্বে তেওঁ পশ্চিম দিশৰ দেশ, যেনে দৰ্শাণ, ত্ৰিগৰ্ত্ত, মালৱ আদি জয় কৰি প্ৰচুৰ ধন-ৰত্ন সংগ্ৰহ কৰি আনিছিল।

সভাপৰ্বত যুধিষ্ঠিৰে তেওঁক পণ ৰাখোতে কোনো ধৰণৰ আপত্তি কৰা নাছিল। দ্বিতীয় বাৰ পাশাখেলৰ পাছত কৌৰৱপক্ষৰ ইতিকিং শুনি ভীম আৰু অৰ্জুনৰ দৰে তেৰোঁ প্ৰতিজ্ঞা কৰিছিল যে "দুৰ্যোধনক তোষামোদ কৰিবৰ কাৰণে যি লোকে আমাক ইতিকিং কৰিছে আৰু অসভ্যৰ দৰে আচৰণ কৰিছে তেওঁলোকৰ বহুতকে মই যমালয়লৈ প্ৰেৰণ কৰিম।"

বনলৈ যাওঁতে তেওঁ গাত ধূলি মাখি গৈছিল আৰু তাৰ উদ্দেশ্যে আছিল "মই যেন কোনো সুন্দৰীৰ দৃষ্টি আকৰ্ষণ কৰিব নোৱাৰে।" ( নাহং মনাংস্যাদদেয়ং মাৰ্গে স্ত্ৰীনাং ইতি প্ৰভো )। অজ্ঞাতবাসৰ কালছোৱা নকুলে কেনেকৈ কটাব—এই প্ৰশ্নৰ উত্তৰত কৈছিল—

অশ্ববন্ধো ভবিষ্যামি বিৰাট নৃপতেৰহম্।
সৰ্বথা জ্ঞানসম্পন্নঃ কুশলঃ পৰিৰক্ষণে॥

মই বিৰাট ৰজাৰ অশ্বৰ পৰিৰক্ষণকাৰ হ'ম। মই অশ্ববিদ্যাত আৰু অশ্বৰক্ষণত অভিজ্ঞ। গ্ৰন্থিক নামে মই পৰিচয় দিম। কোনোৱে মোৰ পৰিচয় সুধিলে মই কম, "যুধিষ্ঠিৰ ৰজাৰ অশ্বাধ্যক্ষ আছিলোঁ। আত্মগোপন কৰি বিৰাট ৰজাৰ সকলো প্ৰকাৰে প্ৰীতিসাধন কৰিবলৈ চেষ্টা কৰিম।"

যুধিষ্ঠিৰে নকুলৰ নাম ৰাখিলে জয়ৎসেন। যুধিষ্ঠিৰৰ প্ৰৱেশৰ পাছত নকুলে বিৰাটৰ অশ্ববোৰ পৰিদৰ্শন কৰি ৰাজসভাত প্ৰৱেশ কৰে। তেওঁৰ পৰিচয় সোধাত কয়, যে তেওঁ পূৰ্বতে যুধিষ্ঠিৰ ৰজাৰ অশ্বাধ্যক্ষ আছিল। বিৰাটে তেওঁৰ ৰাজ্যৰ অশ্বাধ্যক্ষ ৰূপে নকুলক নিযুক্ত কৰে। কৃষ্ণই যেতিয়া শান্তিৰ দূতৰূপে কুৰুসভালৈ যোৱাৰ আয়োজন কৰে, তেতিয়া নকুলে তেওঁক কৈছিল—

(২) স ভৱান কুৰুমধ্যে তং সান্ত্বপূৰ্বং ভয়োত্তৰম্।
ব্ৰুয়াদ্ বাক্যং যথা মন্দো ন ব্যথেত সুযোধনঃ ॥

(২) শ্ৰোতা চাৰ্থস্য বিদুৰস্ত্বঞ্চ বক্তা জনাৰ্দন
কমিৱাৰ্থং নিৱৰ্ত্তস্তং স্থাপয়েতাং ন বৰ্ত্মনি ॥

"যে জনাৰ্দন, তুমি কৌৰৱসভাত প্ৰথমতে শান্তিৰ প্ৰস্তাৱ দাঙি ধৰিবা, তাৰ পাছত প্ৰয়োজন অনুসৰি ভীতিজনক বাক্যও কবা, কিন্তু দুৰ্যোধন যাতে ব্যথিত নহয় তাৰ প্ৰতিও চকু ৰাখিবা। তুমি বক্তা আৰু বিদুৰ শ্ৰোতা। এই অৱস্থাত কি প্ৰয়োজন সাধিত ন'হব পাৰে? আমাৰ হৃত ৰাজ্যৰ উদ্ধাৰ আৰু দুৰ্যোধনৰ দুৰভিসন্ধিৰ উপশম—এই সকলোবোৰ তোমাৰ দ্বাৰা সম্ভৱ।"

নকুল বৰ বীৰ নাছিল। মহাযুদ্ধত উল্লেখযোগ্য বীৰত্ব প্ৰকাশ কৰিব পৰা নাই। কৰ্ণৰ লগত, আনকি কৰ্ণপুত্ৰ বৃষসেনৰ হাততো পৰাজিত হৈ যুদ্ধক্ষেত্ৰ এৰি পলায়ন কৰিছিল। নকুলৰ শংখৰ নাম আছিল 'সুঘোষ'। তেওঁৰ ৰথৰ ঘোঁৰা কেইটা আছিল কাম্ভোজদেশীয়, শুক্ৰ বৰ্ণৰ।

মহাযুদ্ধ সমাপ্তিৰ পাছত বিগতস্পৃহ যুধিষ্ঠিৰক সান্ত্বনা দি তেওঁ কৈছিল, "মহাৰাজ, আপুনি সুগৃহস্থ হওক" ধৰ্মসঙ্গত কাম সদায় কৰি আছে, তেন্তে অনুশোচনা কিহৰ নিমিত্তে? ন্যায় পথত থাকি পৃথিৱী জয় কৰিছে, মহাযুদ্ধ জিকিছে। এতিয়া ৰাজ্য শাসন কৰক, দান-দক্ষিণা দিয়ক আৰু স্বৰ্গ পথ মুকলি কৰক।"

মহাপ্ৰস্থানৰ পথত দ্ৰৌপদী আৰু সহদেৱৰ পাছত নকুলৰ পতন হয়। ভীমে যুধিষ্ঠিৰক সোধে, "যাৰ ধৰ্মত সদায় মতি, যিজন তোমাৰ আজ্ঞা পালনকাৰী, জগতত যিৰূপত অতুলনীয়, সেই নকুলৰ পতন কিয় ঘটিল?" যুধিষ্ঠিৰে ক'লে "নকুলে নিজকে বৰ ধুনীয়া বুলি অহংকাৰ বোধ কৰিছিল; এই অহংকাৰেই তেওঁৰ পতনৰ কাৰণ।

নকুল অতিশয় শান্ত প্ৰকৃতিৰ আৰু মিতভাষী আছিল। জ্যেষ্ঠ ভ্ৰাতাৰ প্ৰতি তেওঁৰ অসাধাৰণ আনুগত্য আছিল। তেওঁ যুধিষ্ঠিৰৰ কোনো কথা বা কাৰ্য্যত সমালোচনা বা বিৰুদ্ধাচৰণ কৰা নাছিল। সহদেৱে কেতিয়াবা যুধিষ্ঠিৰৰ কাৰ্য্য সমালোচনা কৰিছিল, কিন্তু নকুলে কোনো ক্ষেত্ৰতে নকৰিছিল।

**সহদেৱ:**

সহদেৱ মাদ্ৰীৰ দ্বিতীয় আৰু কনিষ্ঠ সন্তান। নকুল আৰু সহদেৱ যমজ সন্তান;

নকুলৰ পাছত সহদেৱৰ জন্ম হয় কাৰণে তেওঁক কনিষ্ঠ বুলি ধৰা হয়। নকুলৰ দৰে তেঁৱো দেখাত সুপুৰুষ আছিল। দ্ৰৌপদীৰ গৰ্ভত তেওঁৰ 'শ্ৰুতকৰ্মা' নামে পুত্ৰ জন্মগ্ৰহণ কৰিছিল। মদ্ৰৰাজ কন্যা বিজয়াই স্বয়ংবৰত তেওঁক বৰমাল্য দি পতিবৰণ কৰে। মদ্ৰৰাজ আন কোনো নহয়, মোমায়েক শৈল্য। এতিয়াও মোমায়েকৰ জীয়ৰীক বিয়া কৰোৱা প্ৰথা মাদ্ৰাজত প্ৰচলিত আছে। এই বিবাহ প্ৰশস্ত বুলিয়ে ধৰা হয়। সহদেৱে মগধৰ ৰজা জৰাসন্ধৰ কন্যা এগৰাকীকো বিয়া কৰাইছিল। বিজয়াৰ পুত্ৰৰ নাম সুহোত্ৰ। যুধিষ্ঠিৰৰ ৰাজসূয় যজ্ঞৰ আগে আগে তেওঁ দক্ষিণৰ শূৰসেন, মৎস্য, পাণ্ড্য প্ৰভৃতি দেশ জয় কৰি বহু ধনৰত্ন, কৰভাৰ আদি আহৰণ কৰি ৰাজসূয় যজ্ঞ সম্পন্ন হোৱাত সহায় কৰে।

ৰাজসূয় যজ্ঞত পুজ্যাৰ্ঘ দান কৃষ্ণক দিয়াত চেদীৰাজ শিশুপাল গৰ্জি উঠি কৃষ্ণৰ বদনাম ৰটি যুধিষ্ঠিৰ আৰু ভীমক কঠোৰ ভাষাত তিৰস্কাৰ কৰে। শিশুপালৰ ব্যৱহাৰত অতিষ্ঠ হৈ সহদেৱে খণ্ডত শিশুপালৰ মুৰত লাঠি মাৰিব বুলি কবলৈ বাধ্য হৈছিল।

পূজ্যমানং ময়া যোবঃ কৃষ্ণং ন সহতে নৃপঃ।
সৰ্বেষাং বলিনাং মূৰ্দ্ধি ময়েদং নিহিতং পদম্॥ সভা ৩৯/২

"আমি কৃষ্ণক পূজা কৰিছো। যিবিলাকে কৃষ্ণৰ পূজাত অসহিষ্ণু হৈছে তেওঁলোকৰ মূৰত মই পদাঘাত কৰোঁ।" সভাস্থলোকে তেওঁক সাধুবাদ দিয়ে।

দ্যূত ক্ৰীড়াত যুধিষ্ঠিৰৰ শোচনীয় পৰাজয়ৰ পাছত শকুনিয়ে পাণ্ডৱক অশ্লীল ভাষাত ইতিকিং কৰাত আৰু দ্ৰৌপদীকো বিৱস্ত্ৰা কৰিবলৈ দুঃশাসনক নিৰ্দেশ দিয়াত তেওঁ শকুনিক সবংশে বধ কৰিবলৈ প্ৰতিজ্ঞা কৰিছিল। যুদ্ধত পুত্ৰসহ শকুনিক তেওঁ বধ কৰিছিল।

কুন্তীয়ে সহদেৱক অতিশয় মৰম কৰিছিল। পাণ্ডৱৰ বনযাত্ৰাৰ সময়ত কুন্তীয়ে সহদেৱক ৰাখি থব খুজিছিল। কিন্তু প্ৰতিজ্ঞাভঙ্গৰ ভয়ত যুধিষ্ঠিৰৰ লগ তেওঁ নেৰিলে। অৰণ্যযাত্ৰাৰ সময়ত ক্ষোভ আৰু অপমানত তেওঁ মুখত ক'লা ৰং সানি লৈছিল। কোনেও যেন তেওঁৰ মুখখন নাচায়, এয়ে আছিল তেওঁ উদ্দেশ্য, "ন মে কশ্চিদ বিজানীয়াম্মুখমদ্যেতি ভাৰত" ( সভা-৮০/১৭ ) কৃপ আৰু দ্ৰোণাচাৰ্য তেওঁৰ ( সকলোৰে ) গুৰু আছিল।

ডাঙৰ বীৰ বুলি সহদেৱৰ খ্যাতি নাছিল, বৰং পণ্ডিত বুলিহে তেওঁক সকলোৱে সন্মান কৰিছিল। যুধিষ্ঠিৰে কৈছিল :

অয়ং ধৰ্মান্ সহদেবোহনুশাস্তি, লোকে হ্যস্মিন্ পণ্ডিতাখ্যঃ গতশ্চ সভা

( এইসহদেৱে ধৰ্মবিষয়ক উপদেশ দিয়ে আৰু পৃথিৱীত পণ্ডিতৰূপে খ্যাতি লাভ কৰিছে )।

অজ্ঞাতবাসৰ সময়ছোৱা বিৰাট ৰজাৰ ঘৰত গোৰক্ষণ আৰু গোচিকিৎসক ৰূপে পৰিচয় দি আত্মগোপন কৰি আছিল আৰু তেওঁ নাম লৈছিল তন্তিপাল ; তেওঁ-

লোকৰ মাজত কথাবাৰ্ত্তা পাতিবৰ কাৰণে সহদেৱৰ গুহ্য নাম ৰখা হৈছিল জয়দ্বল। যুধিষ্ঠিৰ, ভীম আৰু দ্ৰৌপদীৰ প্ৰৱেশৰ পাছতে সহদেৱে বিৰাটৰ প্ৰাসাদত প্ৰৱেশ কৰে। বিৰাটে তেওঁৰ পৰিচয় সোধাত, গোৱালৰ ভাষা অনুকৰণ কৰি ক'লে, "মই জাতিত বৈশ্য আৰু মহাৰাজ যুধিষ্ঠিৰৰ অসংখ্য গৰুৰ অধিকৰ্ত্তা আছিলো।" বিৰাটে তেওঁৰ শুৱনি চেহেৰা দেখি মনত সন্দেহ উপজিলেও তেওঁৰ সমস্ত গোধন আৰু গ'ৰখীয়াবোৰক সহদেৱৰ হাতত সমৰ্পণ কৰে আৰু ৰাজ্যৰ প্ৰধান গোৰক্ষক পাতে। ভীমতকৈয়ো সহদেৱ উগ্ৰ প্ৰকৃতিৰ আছিল। শান্তি স্থাপনৰ উদ্দেশ্যে কুৰুসভালৈ যাব ওলোৱা কৃষ্ণক তেওঁ এইদৰে কৈছিল ঃ

যদেতৎ কথিতং ৰাজ্ঞা ধৰ্ম এষ সনাতনঃ।
যথা চ যুদ্ধসেৱস্যাৎ তথা কাৰ্য্যমৰিন্দম ॥

(হে অৰিন্দম, মহাৰাজ যুধিষ্ঠিৰে যি কৈছে সি ধৰ্মসঙ্গত ; এই বিষয়ে সন্দেহ নাই, কিন্তু যুদ্ধ যাতে সংঘটিত হয়, তাৰ কাৰণে তুমি নিশ্চয় চেষ্টা কৰিবা বুলি আশা কৰিলো। যদি কৌৰৱে সন্ধিৰ প্ৰস্তাৱত মান্তি হয়, তথাপি তুমি যুদ্ধৰ ফালেই হেঁচা দিবা। দুৰ্যোধনক বধ নকৰা পৰ্য্যন্ত পাঞ্চালীক অপমান কৰাৰ ক্ৰোধ উপশম নহয়। ভীম, অৰ্জুন আৰু ধৰ্মৰাজ শান্তি পথত থাকিলেও, মই ধৰ্মপথ ত্যাগ কৰি হলেও দুৰ্যোধনৰ লগত যুদ্ধ কৰিব বিচাৰো।" সাত্যকিয়ে সহদেৱৰ বাক্য প্ৰশংসা কৰে, বাকীসকলেও সহদেৱক প্ৰশংসা কৰে।

যুদ্ধাৰম্ভৰ আগে আগে দুৰ্যোধনৰ পুত্ৰ উলুক দূতৰূপে আহি অশ্লীল আৰু কঠোৰ ভাষাত পাণ্ডৱ আৰু কৃষ্ণক সমালোচনা কৰি যুদ্ধ কৰাৰ ইচ্ছা প্ৰকট কৰিছিল। উলুকৰ অশ্ৰাব্য কথা সহ্য কৰিব নোৱাৰি কৈছিল, "হে পাপী, তোৰ বাপেৰক কৰি যে ধৃতৰাষ্ট্ৰৰ পুত্ৰ নোহোৱা হ'লে আমাৰ লগত দুৰ্যোধনৰ সংঘাত নহ'লহেতেন। তোৰ পিতাৰাই ধৃতৰাষ্ট্ৰ বংশৰ সংহাৰক। তোৰ বাপেৰে অকাৰণত আমাৰ লগত শত্ৰুতা কৰি আহিছে। এইবাৰ সেই শত্ৰুতাৰ মূল উচ্ছেদ কৰিম। বাপেৰৰ সম্মুখতে তোক বধ কৰিম আৰু পাছত যোদ্ধাসকলৰ আগত বাপেৰক বধ কৰিম।"

সহদেৱৰ শঙ্খটোৰ নাম আছিল 'মণি-পুষ্পক'। তেওঁৰ ঘোড়াবোৰ আছিল টিপচী চৰাইৰ দৰে ক'লাবৰণীয়া। তেওঁ যুদ্ধত বহুতো কৌৰৱ সেনা বধ কৰাৰ উপৰিও শকুনি আৰু পুতেক উলুকক বধ কৰিছিল। যুদ্ধ জয়ৰ পাছত তেওঁ যুধিষ্ঠিৰক কৈছিল "মহাৰাজ, কেৱল বাহ্যিক উপভোগৰ বস্তু ত্যাগ কৰিলেই সিদ্ধি লাভ নহয়। বস্তুৰ উপভোগ ত্যাগ কৰি নিৰ্লিপ্ত ভাৱে ৰাজ্যশাসন কৰিব পাৰিলে প্ৰকৃত ধৰ্মাচৰণ হ'ব।

দ্ব্যক্ষৰস্তু ভৱেন্মৃত্যুস্ত্ৰ্যক্ষৰং ব্ৰহ্ম শাশ্বতম্।
মমেতি চ ভৱেন্মৃত্যুৰ্ন মমেতি চ শাশ্বতম ॥

বস্তুৰ প্ৰতি মমত্ব ভাবেই সংসাৰত দুখৰ হেতু আৰু মমত্ব ত্যাগেই মুক্তিলাভৰ কাৰণ। যদি বিষয়াসক্তি শিথিল নহয়, তেন্তে বনত বাস কৰিলেও নিষ্ফল।

ভৱন্ পিতা ভৱান্ ভ্ৰাতা, ভৱান্ মাতা চ ভৱান্ গুৰুঃ।
দুঃখপ্ৰলাপনাৰ্ত্তস্য তন্মে ত্বং ক্ষন্তু মৰ্হসি ॥ শান্তি ১৩/১২

( আপুনি আমাৰ পিতা, ভ্ৰাতা, মাতা আৰু গুৰু। দুঃখত আপোনাক যি ক'লো সেই কাৰণে যেন মোক ক্ষমা ক'ৰে ) ওপৰত সামান্যভাৱে উল্লেখ কৰা দৃষ্টান্ত কেইটাৰ পৰাই সহদেৱৰ জ্যেষ্ঠানুগত্য আৰু পাণ্ডিত্য সমভাৱে ফুটি উঠিছে সিংহাসনত উঠাৰ যুধিষ্ঠিৰ তেওঁক দেহৰক্ষীৰূপে নিযুক্তি দিছিল।

কুন্তী, গান্ধাৰী, ধৃতৰাষ্ট্ৰ আৰু বিদুৰ বনলৈ যাত্ৰা কৰাত সহদেৱ অত্যন্ত ব্যথিত হৈছিল। পাছত যুধিষ্ঠিৰে অৰণ্যলৈ গৈ তেওঁলোকক দেখা কৰি আৰু মাসাধিক কাল তেওঁলোকৰ লগত নিবাস কৰি যেতিয়া উভতি আইব খোজে তেতিয়া বাষ্পাকুল চকুৰে সহদেৱে কৈছিল ঃ

নোৎসহেহং পৰিত্যক্তুং মাতৰং ভৰতৰ্ষভ।
প্ৰতিযাতু ভৱান ক্ষিপ্ৰং তপস্তপ্স্যামহং বিভো ॥
ইহৈৱ শোষয়িষ্যামি তপসেদং কলেৱৰম ॥

"হে ৰাজন, মাতৃক এৰি যাবৰ মোৰ ইচ্ছা নাই। আপুনি শীঘ্ৰে উভতি যাওক। মই ইয়াতে থাকি তপস্যাৰ দ্বাৰা দেহত্যাগ কৰিম।" কুন্তীদেৱীৰ বৃজনিত অগত্যা হস্তিনাপুৰলৈ উভতি যায়। মহাপ্ৰস্থানৰ পথত দ্ৰৌপদীৰ পতনৰ পাছতে সহদেৱৰ পতন হয়। ভীমে সহদেৱৰ পতনৰ কাৰণ সোধাত যুধিষ্ঠিৰে কৈছিল ঃ

আত্মনঃ সদৃশং প্ৰাজ্ঞং নৈষোহ মন্যত্ কশ্চন্।
তেন দোষেণ পতিতঃ তস্মাদেৱ নৃপাত্মজঃ ॥ মহা ২/১০

( তেওঁ কাকো নিজৰ সমান পাণ্ডিতা বুলি স্বীকাৰ নকৰিছিল। সেই দোষতে তেওঁৰ পতন ঘটিল )

সহদেৱৰ জ্যেষ্ঠানুগত্য আৰু পাণ্ডিত্য—এই দুটা গুণ তেওঁৰ চৰিত্ৰৰ প্ৰধান বৈশিষ্ট্য। ভীমাৰ্জুনৰ দৰে বীৰত্ব তেওঁৰ প্ৰধান গুণ নাছিল।

**অভিমন্যু ঃ**

শ্ৰীকৃষ্ণৰ ভনী সুভদ্ৰা অভিমন্যুৰ জননী, পিতৃ মহাবীৰ অৰ্জুন। সুভদ্ৰাও বীৰাঙ্গনা আছিল। অৰ্জুনে তেওঁক হৰণ কৰি নিওঁতে অৰ্জুনৰ ৰথ তেওঁ পৰিচালন কৰিছিল। সেইখন ৰথ আছিল কৃষ্ণৰ, কিন্তু অৰ্জুনে সুভদ্ৰাক হৰণ কৰোঁতে সেই ৰথৰ সাৰথি দাৰুক নাছিল। সেই কাৰণে ৰথ চলাই যুদ্ধ কৰিব লগা হোৱাত কিছু অসুবিধা পোৱা দেখি সুভদ্ৰাই তেওঁক সকাহ দিবলৈ ৰথৰ বাঘজৰি নিজৰ হাতলৈ আনিছিল। অংশাৱতাৰ অধ্যায়ত কৈছে ঃ

যস্তু বৰ্চ্চা ইতি খ্যাতঃ সোমপুত্ৰঃ প্ৰতাপৱান্।
সোঽভিমন্যুৰহং কীৰ্ত্তিৰৰ্জুনস্য সুতোঽভৱং ॥

( সোমপুত্ৰ বৰ্চা পৰজন্মত অৰ্জুনপুত্ৰৰূপে জন্মগ্ৰহণ কৰে। তেওঁৰ নামেই অভিমন্যু )

অভিমন্যুৰ শাৰীৰিক শক্তি আৰু চৰিত্ৰ সম্পৰ্কে মহাভাৰতত এইদৰে বৰ্ণনা কৰা হৈছে ঃ

(১) দীৰ্ঘ বাহুং মহোৰস্কং বৃষভাক্ষমৰিন্দমম্ ।
সুভদ্ৰা সুষুবে বীৰাভিমন্যুং নৰৰ্ষভম্ ॥
অভিশ্চ মন্যুমাংশ্চৈৱ ততস্তমৰিমৰ্দনম্ ।
অভিমন্যুমিতি প্ৰাণৰাজুৰ্নিং পুৰুষৰ্ষভম্ ॥ আদি ২২১/৬৬

(২) কৃষ্ণস্য সদৃশং শৌৰ্য্যে-বীৰ্য্যে ৰূপে তথাকৃতৌ

(৩) দায়িতশ্চক্ৰহস্তস্য বাল একান্তকোবিদঃ।

অভিমন্যুৰ বাহুযুগল দীৰ্ঘ, বুকু বহল, আৰু চকু দুটা আকৰ্ণবিস্তৃত। তেওঁ নিৰ্ভীক বীৰপুৰুষ। এই কাৰণেই অভিমন্যু নাম সাৰ্থক শৌৰ্যে, বীৰ্য্যে, ৰূপে আৰু আকৃতিত কৃষ্ণসদৃশ। কৃষ্ণৰ তেওঁ অতিশয় স্নেহভাজন ভাগিন। জন্মৰ পাছৰ পৰাই তেওঁ কৃষ্ণৰ যত্নত ডাঙৰ-দীঘল হৈছিল আৰু পিতাক অৰ্জুনৰ ওচৰত সৰ্ববিধ অস্ত্ৰ-শস্ত্ৰ বিদ্যালাভ কৰি সুনিপুণ যোদ্ধা হৈছিল। অৰ্জুনে পুতেকৰ নৈপুণ্য দেখি সন্তোষ পাইছিল।

দ্ৰৌপদী পুত্ৰ কেইজনেও অৰ্জুনৰ পৰা শস্ত্ৰবিদ্যা গ্ৰহণ কৰিছিল। তেওঁলোকক পুৰোহিত ধৌম্যই যথাবিধি ক্ষত্ৰিয়োচিত সংস্কাৰ কৰ্ম আৰু বেদবিদ্যাত অভিজ্ঞ কৰি তুলিছিল। পুত্ৰসকলৰ নৈপুণ্য দেখা পাই পাণ্ডৱসকলে সন্তোষ লাভ কৰিছিল।

পাণ্ডৱৰ বনবাস কালছোৱাত অভিমন্যু মাতুলালয়ত আছিল। বনবাস আৰু অজ্ঞাতবাস কালছোৱা পাৰ হোৱাৰ পাছত বিৰাট কন্যা উত্তৰাৰ লগত তেওঁৰ বিবাহ হয়। যাদৱ বংশীয় লোকসকলৰ উপস্থিতিত মহাসমাৰোহে বিবাহ সম্পন্ন হয়। মহাযুদ্ধৰ আগে আগে দুই পক্ষৰ বীৰসমূহৰ লেখ পিতামহ ভীষ্মই দিওঁতে অভিমন্যু সম্পৰ্কে তেওঁ এনেদৰে কৈছিল ঃ

দ্ৰৌপদেয়া মহাৰাজ, সৰ্বে পঞ্চ মহাৰথঃ ।
অভিমন্যুৰ্মহাবাহু ৰথযূথপ যূথপঃ ॥
সম্মঃ পাৰ্থেন সমৰে বাসুদেৱেন চাৰিহা ।
লব্ধাস্ত্ৰশ্চিত্ৰযোধী চ মনস্বী চ দৃঢ়ব্ৰতঃ ॥

( মহাৰাজ, দ্ৰৌপদীৰ পঞ্চ পুত্ৰই মহাৰথ। মহাবাহু অভিমন্যু মহামহৰথ। যুদ্ধত এওঁ অৰ্জুন আৰু বাসুদেৱৰ সমান। অস্ত্ৰবিদ্যাত এওঁ বৰ অভিজ্ঞ আৰু মহাকৌশলী। এওঁ মনস্বী আৰু দৃঢ় সংকল্প। )

সঞ্জয়ে ধৃতৰাষ্ট্ৰৰ আগত অভিমন্যু সম্পৰ্কে এইদৰে কৈছিল ঃ

যে চ কৃষ্ণে গুণাঃস্ফীতাঃ পাণ্ডবেষু যে গুণাঃ ।
অভিমন্যৌ কিলৈকস্থা দৃশ্যন্তে গুণসঞ্চয়াঃ ॥

যুধিষ্ঠিৰস্য ধৈৰ্য্যেন কৃষ্ণস্য চৰিতেন চ।
কৰ্মভিভীমসেনেস্য সদৃশো ভীমকৰ্মণঃ
ধনঞ্জয়স্য ৰূপেণ বিক্ৰমেন শ্ৰুতেন চ
বিনয়াৎ সহদেৱস্য সদৃশো নকুলস্য চ ॥

( কৃষ্ণ আৰু পাণ্ডৱৰ যিবোৰ গুণ আছিল সেইবোৰ গুণ অভিমন্যুত আছিল। ধৈৰ্য্যত তেওঁ যুধিষ্ঠিৰৰ ন্যায়, চৰিত্ৰত কৃষ্ণ, কৰ্মত ভীমকৰ্মা ভীমসেন আৰু ৰূপ, বিদ্যা আৰু বিক্ৰমত ধনঞ্জয়, বিনয়ত নকুল-সহদেৱ সদৃশ আছিল।

ওপৰত উদ্ধৃত কৰা বৰ্ণনাৰ পৰা জনা যায় এই কম বয়সীয়া অদ্ভুতকৰ্মা ল'ৰাটি মহাবীৰ, সুদৰ্শন, বিদ্বান আৰু সৎচৰিত্ৰৰ আছিল। তেওঁ অদ্ভুতকৰ্মা সিংহশাৱক আছিল।

যুদ্ধৰ ত্ৰয়োদশ দিনত, আচাৰ্য্য দ্ৰোণৰ পৰামৰ্শত যুধিষ্ঠিৰক বন্দী কৰিবৰ উদ্দেশ্যে সংসপ্তক সেনাৰ দ্বাৰা অৰ্জুনক দূৰ ৰণাঙ্গনলৈ আহ্বান কৰি লৈ যায়। এই অৱসৰত দ্ৰোণাচাৰ্য্যই চক্ৰব্যূহ নিৰ্মাণ কৰি সেনাসন্নিৱেশ কৰে আৰু কৌৰৱৰ প্ৰতি-আক্ৰমণ সুদৃঢ় কৰি লয়। যুধিষ্ঠিৰে অভিমন্যুক আহ্বান কৰি ক'লে, "বৎস, অৰ্জুন, কৃষ্ণ, প্ৰদ্যুম্ন আৰু তোমাৰ বাহিৰে চক্ৰব্যূহ কৰোঁতা নাই। অৰ্জুন যুদ্ধৰ পৰা আহি গোধূলি আমাক যাতে তিৰস্কাৰ কৰিব নোৱাৰে তাৰ এটা ব্যৱস্থা কৰা।" অভিমন্যুৱে জ্যেষ্ঠতাতক কলে যে তেওঁ মাতৃগৰ্ভত থাকোঁতে কৃষ্ণই অৰ্জুনক চক্ৰব্যূহ ভেদ কৰা কৌশল শিকাওঁতে শুনিবলৈ পাইছিল ব্যূহ ভেদ কৰাৰ কৌশল, কিন্তু নিৰ্গত হোৱাৰ কৌশল শুনিবলৈ পোৱাৰ আগতে টোপনি আহে। গতিকে তেওঁ ব্যূহ প্ৰৱেশ কৰিব জানে, কিন্তু নিৰ্গত কৌশল নাজানে। এই কথা শুনি ভীম-যুধিষ্ঠিৰে ক'লে যে প্ৰৱেশ পথ তুমি খুলি দিলেই আমি তোমাৰ লগতে সোমাই যাম। গতিকে নিৰ্গত হবলৈ তুমি অসুবিধা নাপাবা।" তেওঁলোকৰ আশ্বাস বাণীত আশ্বস্ত হৈ অভিমন্যুৱে নিজ পৰাক্ৰমত ব্যূহ ভেদ কৰি ভিতৰ সোমাল, কিন্তু বাকী কেইজন সোমাব নোৱাৰি বাহিৰতে ৰ'ল। মহাদেৱৰ বৰত সেই দিনা জয়দ্ৰথ অজেয় হৈ পাণ্ডৱক বাধা দিলে। তেওঁলোক কোনেও অভিমন্যুৰ সাহায্যাৰ্থে ব্যূহত প্ৰৱেশ কৰিব নোৱাৰিলে। তৰুণ বীৰে অসংখ্য শত্ৰুসেনা বধ কৰিলে। সপ্তৰথীয়ে একেলগে আক্ৰমণ কৰিও বাৰে বাৰে পৰাজয় হ'ল। অকলশৰে অসংখ্য সেনা আৰু সাতজন মহাৰথীৰ বিৰুদ্ধে ষোল বছৰীয়া এজন ল'ৰাই সহায়-সাৰথি নোহোৱাকৈ কিমান যুঁজিব ? ল'ৰাজন অৱশেষত ভাগৰি পৰিল। তেওঁৰ ধনুৰ্বাণ, তৰোৱাল, শেলশূল ক্ৰমে নোহোৱা হৈ আহিল। এনে অৱস্থাতে দুঃশাসনৰ পুত্ৰই গদাৰ আঘাতত ৰথৰ ঘোড়া কেইটা বধ কৰি ৰথখনো ভাঙে। তাৰ পাছত অৱসন্ন প্ৰায় অভিমন্যুক গদাৰে আঘাত কৰি বধ কৰে। এইদৰেই কোমল বয়সীয়া ল'ৰাটোক সপ্ত মহাৰথীয়ে বেৰি ধৰি, সাত বাৰ হাৰি, অৱশেষত বধ কৰিবলৈ সক্ষম হয়। এই বিজয়ত কোনো গৌৰৱ নাই, গ্লানিহে আছে। নিৰস্ত্ৰ, ভাগৰুৱা, আঘাতপ্ৰাপ্ত

বীৰ লৰা এজনক অন্যায় যুদ্ধ কৰি কৌৰৱ মহাবীৰসকলে অভিমন্যুক বধ কৰি নিজকে বচালে যদিও, ভৱিষ্যতে অন্যায় যুদ্ধৰ গ্লানি বহন কৰিব লগা হ'ল।

## ঘটোৎকচ ঃ

ভীমসেনৰ ৰাক্ষসী পত্নী হিড়িম্বাৰ গৰ্ভত এটি পুত্ৰ জন্মে। তেওঁৰ মূৰটো ঘটাকৃতি আছিল আৰু তাৰ ওপৰত চুলি নথকাৰ কাৰণে নাম দিয়া হৈছিল ঘটোৎকচ (কচ মানে চুলি)। ঘটোৎকচৰ শাৰীৰিক অৱয়ব ভয়লগা বিধৰ আছিল।

প্ৰযজ্ঞে ৰাক্ষসীপুত্ৰং ভীমসেনাৎ মহাবলম্।
বিৰূপাক্ষং মহাবক্ত্ৰং শঙ্কুকৰ্ণং বিভীষণম্॥
ভীমনাদং সুতাম্ৰোষ্ঠং তীক্ষ্ণদংষ্ট্ৰং মহাবলম।

ৰাক্ষসীৰ গৰ্ভত জন্মলোৱা ভীমসেনৰ পুত্ৰৰ চকু দুটা তেলেকা, মুখ অতি বিশাল, কাণ দুখন তীক্ষ্ণাগ্ৰ আৰু স্তব্ধ, কণ্ঠস্বৰ অতি ভয়ঙ্কৰ, ওঠ দুটা তাম বৰণীয়া, দাঁতবোৰ চোকা, নাক দীঘল, আঠু আৰু কলা ফুলৰ মাংসপেশী বক্ৰ আৰু মাংসল, বক্ষস্থল অতি কঠিন আৰু প্ৰশস্ত। ভয়ানক বেগবান আৰু বলিষ্ঠ এই বীৰ জন্ম-মুহূৰ্ত্ততে পৰিপুষ্টাঙ্গ হৈ উঠে। "প্ৰয়োজন অনুসাৰে মোক স্মৰণ কৰিলেই মই আপোনালোকৰ ওচৰত উপস্থিত হ'ম।" এই বুলি ঘটোৎকচে মাতা, পিতা, জ্যেষ্ঠপিতা—এই সকলোকে প্ৰণাম কৰি উত্তৰ দিশলৈ প্ৰস্থান কৰিলে।

বনবাস কালত বিপদত পৰি যুধিষ্ঠিৰে তেওঁক কেবা বাৰো স্মৰণ কৰিবলগীয়া হৈছিল আৰু প্ৰতিবাৰেই ঘটোৎকচ যথাসময়ত উপস্থিত হৈ পাণ্ডৱক সহায় কৰিছিল। গন্ধমাদন পৰ্বতত তেওঁ দ্ৰৌপদীক কান্ধত বহন কৰি নিছিল। তেওঁৰ অনুচৰসকলে যুধিষ্ঠিৰৰ সহগামী ব্ৰাহ্মণসকলক বহন কৰিছিল। প্ৰয়োজনানুসাৰে সহায় কৰিবলৈ তেওঁ বনবাসকালত পাণ্ডৱৰ লগতে ঘূৰি ফুৰিছিল।

কুৰুক্ষেত্ৰৰ মহাৰণত এক অক্ষৌহিণী ৰাক্ষস সেনা লৈ পাণ্ডৱ পক্ষক সহায় কৰিছিল। তেওঁলোকৰ আছিল, শেল, শূল, মুদ্গৰ, শিলাখণ্ড আৰু বৃক্ষকাণ্ড।

শূল মুদ্গৰ ধাৰিণ্যা শৈলপাদপহস্তয়া।
ৰক্ষসাং ঘোৰৰূপানামৌক্ষহিণ্যা সমাবৃতঃ॥ দ্ৰোণ ১৫৪/৬১

ঘটোৎকচৰ ৰথ আৰু ধ্বজৰ বৰ্ণনা এনে ধৰণৰ ঃ তেওঁৰ ৰথখন লৌহনিৰ্মিত আৰু ভালুকৰ চালৰ দ্বাৰা আবৃত, মহামেঘৰ দৰে গৰ্জনকাৰী। হাতীও নহয়, ঘোড়াও নহয়—এনে এক জন্তুৰ দ্বাৰা ৰথখন বাহিত হৈছিল। তেওঁৰ ধ্বজত শগুণৰ চিত্ৰ অঙ্কিত আছিল। গৃধ্ৰৰাজৰ চকুহাল ডাঙৰ আৰু পাখি দুখন চঞ্চল। গৃধ্ৰৰাজে অনবৰত চিঞৰি আছিল। ধ্বজৰ পতাকা তেজেৰে বোলোৱা (ৰঞ্জিত)।

যুদ্ধত প্ৰৱেশ কৰি ঘটোৎকচে কৌৰৱপক্ষত মহামাৰ সৃষ্টি কৰে। অশ্বত্থামা, কৰ্ণ, দুৰ্যোধন আদি বীৰসকলক বাৰে বাৰে পৰাজিত হৈ পলাই আত্মৰক্ষা কৰিব লগা হৈছিল। ভীমৰ শত্ৰু অলায়ুধ নামৰ ৰাক্ষসক ঘটোৎকচে বধ কৰাত দুৰ্যোধনে নিজৰ জীৱনৰ আশাও পৰিত্যাগ কৰিছিল।

নানা প্ৰকাৰ মায়া অৱলম্বন কৰি নিশাকালতো তেওঁ যুদ্ধ কৰি কৌৰৱপক্ষক "ত্ৰাহি মধুসূদন' অৱস্থাত পেলাইছিল। মহাবীৰ দ্ৰোণ, কৰ্ণ প্ৰভৃতি বীৰসকলো ঘটোৎকচৰ দ্বাৰা ৰাত্ৰিকালত অন্তৰীক্ষৰ পৰা বৰ্ষণ কৰা অস্ত্ৰৰ আঘাতত যুদ্ধজয়ৰ আশা এৰি দিছিল। অৱশেষত দুৰ্যোধনৰ কাতৰ অনুৰোধত কৰ্ণক ইন্দ্ৰই দিয়া আৰু অৰ্জুনক বধ কৰিবলৈ থোৱা একাঘ্নী শৰ নিক্ষেপ কৰি ঘটোৎকচক বধ কৰে। মৰাৰ আগতে পাণ্ডৱৰ হিতৰ অৰ্থে বিৰাট ৰূপ ধৰি কৌৰৱসেনাৰ ওপৰত পৰি কৌৰৱৰ এক অক্ষৌহিণী সৈন্য শৰীৰৰ হেচাতে নিধন কৰে।

পতদ্রক্ষঃ স্বেন কায়েন তূৰ্ণং
মতিপ্ৰমাণেন বিৱৰ্দ্ধিতা চ।
প্ৰিয়ং কুৰ্বন পাণ্ডৱানাং গতাসু—
ৰক্ষৌহিণীং তত্ৰ তূৰ্ণং জঘান॥

সঞ্জয়ে ধৃতৰাষ্ট্ৰক কৈছিল, "বাণবিদ্ধ ৰাক্ষসে দেহটো বহুগুণে বৰ্দ্ধিত কৰি মৰিও পাণ্ডৱৰ হিতৰ নিমিত্তে তোমাৰ সৈন্যৰ ওপৰত পৰি এক অক্ষৌহিণী সেনা বধ কৰে।" (এই বৰ্ণনা কবি কল্পনাপ্ৰসূত, বাস্তৱতা ইয়াৰ নাই)

ঘটোৎকচৰ ওপৰত কৰ্ণৰ সঞ্চিত অস্ত্ৰ প্ৰয়োগ কৰিব লগা হোৱাত কৃষ্ণই আনন্দ প্ৰকাশ কৰে, নহলে অৰ্জুনৰ বিপদ আছিল। ঘটোৎকচৰ মৃত্যুত যুধিষ্ঠিৰ অতিশয় শোকাকুল হোৱাত কৃষ্ণই সান্ত্বনা দিওঁতে ধৰ্মৰাজে কৈছিলঃ "বিমৃজ্য নেত্ৰে পাণিভ্যাং কৃষ্ণং বচনমব্ৰবীৎ।" হে মহাপ্ৰভো, অকৃতজ্ঞতা ব্ৰহ্মহত্যাৰ সমান। অৰ্জুনে দিব্যাস্ত্ৰ লাভ কৰিবলৈ যাওঁতে ঘটোৎকচে কাম্যক বনত আমাৰ লগত বাস কৰি আমাক বিপদৰ পৰা ৰক্ষা কৰিছিল। গন্ধমাদনলৈ যাত্ৰা কৰোঁতে তেওঁ আমাৰ প্ৰধান সহায়ক আছিল। দ্ৰৌপদীক কান্ধত তুলি বহন কৰি নিছিল আৰু অনুচৰ-সকলে আমাৰ লগত থকা ব্ৰাহ্মণসকলক বহন কৰি নিছিল। তেওঁ মোৰ প্ৰিয় ভক্ত আছিল। সহদেৱৰ দৰেই মই তেওঁক ভাল পাইছিলো আৰু মৰম কৰিছিলো। অভিমন্যুৰ মৃত্যুকালত অৰ্জুন উপস্থিত নাছিল, কিন্তু ঘটোৎকচৰ মৃত্যুৰ সময়ত ভীম-অৰ্জুন যুদ্ধক্ষেত্ৰত উপস্থিত থাকিও একো কৰিব নোৱাৰিলে; এইটো তোমালোকৰ সাক্ষাততে ঘটি গ'ল। এয়ে মোক শোকাম্বিত কৰিছে। কৃষ্ণ আৰু ব্যাসৰ সান্ত্বনা বাক্যত অৱশেষত যুধিষ্ঠিৰ শান্ত হ'ল।

ঘটোৎকচৰ পুত্ৰ অঞ্জনপৰ্বাও অশ্বত্থামাৰ বাণত নিহত হৈছিল। অৰ্জুন পুত্ৰ ইৰাবাণো যুদ্ধৰ অষ্টম দিৱসত বকৰাক্ষসৰ বন্ধু আৰু ভীমৰ শত্ৰু আৰ্য্যশৃঙ্গীৰ তৰোৱালৰ আঘাতত নিহত হৈছিল।

**পৰিক্ষিৎ ঃ**

পাণ্ডৱৰ কেৱল অৰ্জুনৰ বংশধৰ আছিল, বাকী চাৰিজনৰ সন্তানক অশ্বত্থামাই নৈশ আক্ৰমণ কৰি শুই থকা অৱস্থাতে হত্যা কৰিছিল। পৰিক্ষিতৰ পিতৃ মহাবীৰ অভিমন্যু, পিতামহ মধ্যম পাণ্ডৱ অৰ্জুন। তেওঁৰ মাক মৎস্যৰাজ বিৰাটৰ দুহিতা

উত্তৰা। অশ্বত্থামাই পিতৃ বধৰ প্ৰতিশোধ লবলৈ, শুই নিঃপালি দি থকা পাণ্ডৱ শিবিৰত প্ৰৱেশ কৰি পাণ্ডৱ পুত্ৰসকলক বধ কৰে। তেওঁক ধৰিবলৈ কৃষ্ণাৰ্জুনক যোৱা দেখি দিব্যাস্ত্ৰ 'ব্ৰহ্মশিৰ' বাণ প্ৰয়োগ কৰে। সেই অস্ত্ৰৰ তেওঁ প্ৰয়োগহে জানিছিল, সম্বৰণ মন্ত্ৰ নাজানিছিল। পৰীক্ষিৎ তেতিয়া মাতৃগৰ্ভত। ব্ৰহ্মশিৰ অস্ত্ৰই পাণ্ডৱৰ বিশেষ অনিষ্ট কৰিব নোৱাৰাত উত্তৰাৰ গৰ্ভত থকা সন্তানটিৰ প্ৰতি অশ্বত্থামাই সেই অস্ত্ৰ প্ৰয়োগ কৰে। ব্যাসদেৱে তেওঁক সেই অস্ত্ৰ প্ৰয়োগ কৰিবলৈ বাৰণ কৰা সত্ত্বেও, নিৰুপায় হৈ অশ্বত্থামাই এইদৰে কৈছিল, "ভগৱান, মই এভাল খাগবিব মাবফত এই অস্ত্ৰ প্ৰয়োগ কৰিম, উত্তৰাৰ গৰ্ভ নষ্ট কৰিবলৈ। মই পাণ্ডৱক বংশহীন কৰিব খোজো।"

ন চ শক্তোঽস্মি ভগৱন্ সংহৰ্তুং পুনৰুদ্যতম্।
এতদস্ত্ৰমতশ্চৈৱ গৰ্ভেষু বিসৃজাম্যহম্ ॥ সৌপ্তিক

(ভগৱন, এই অস্ত্ৰ সংববণ কৰা মোৰ সাধ্যাতীত। মই প্ৰয়োগ হে জানো, সংবৰণ নাজানো। গতিকে উত্তৰাৰ গৰ্ভপাত কৰিবলৈ অস্ত্ৰ নিক্ষেপ কৰিছো। কৃষ্ণই তেতিয়া অশ্বত্থামাক কৈছিল যে গৰ্ভস্থ সন্তান মৃত হৈ জন্মিলেও দীৰ্ঘায়ু হ'ব; কিন্তু শিশুহত্যাকাৰী বুলি অশ্বত্থামাৰ কুখ্যাতি কেতিয়াও আঁতৰ নহয়।

যুধিষ্ঠিৰে সিংহসনা আৰোহণ কৰি অশ্বমেধ যজ্ঞৰ আয়োজন কৰা সময়তে পৰীক্ষিতৰ জন্ম হয়। সেই সময়ত ইন্দ্ৰপ্ৰস্থত কৃষ্ণ-বলৰামকে প্ৰমুখ্য কৰি যাদৱ নেতাসকলো উপস্থিত আছিল। মৃত সন্তান দেখি অন্তঃপুৰত কান্দোনৰ ৰোল উঠিল। কুন্তী, সুভদ্ৰা, দ্ৰৌপদী আদিয়ে কৃষ্ণৰ ওচৰত কৰুণা ভিক্ষা কৰে। সূতিকা গৃহত উত্তৰাৰ কৰুণ ক্ৰন্দন শুনি দয়াপৰৱশ হৈ কৃষ্ণই সন্তানটিক জীয়াই দিবলৈ মনস্থ কৰে।

যথা সত্যঞ্চ ধৰ্মশ্চ ময়ি নিত্যং প্ৰতিষ্ঠিতৌ।
তথা মৃতঃ শিশুৰয়ং জীৱতাদভিমন্যুজঃ ॥

(যদি মই সত্য আৰু ধৰ্মত প্ৰতিষ্ঠিত আছো, তেন্তে মোৰ সত্য আৰু ধৰ্মৰ বলত এই শিশু জীউঠক)।

কৃষ্ণই এইদৰে কোৱাৰ পাছত শিশুৰ দেহত স্পন্দন আহিল, পুনৰ জীৱিত হ'ল। ব্ৰহ্মাস্ত্ৰ প্ৰতিহত হোৱা দেখি সকলোৱে আনন্দ পালে। উত্তৰাই মোমা শহুৰেকক সেৱা কৰিলে। কৃষ্ণই আশীৰ্বাদ দি ক'লে:

... চাস্যাকৰোৎ প্ৰভুঃ
পিতৃস্তৱ মহাৰাজ সত্যসন্ধো জনাৰ্দনঃ ॥
পৰিক্ষীণে কুলে যস্মাজ্জাতোঽয়মভিমন্যুজঃ
পৰিক্ষিদিতি নামাস্য ভৱিত্যব্ৰবীত্তদা ॥

(বৈশম্পায়নে কলে, "মহাৰাজ, সত্যসন্ধ জনাৰ্দনে তোমাৰ পিতাৰ নামকৰণ কৰিছিল। তেতিয়া তেওঁ কৈছিল, যিহেতু এই অভিমন্যুতনয় পৰিক্ষীণ বংশত

জন্মগ্ৰহণ কৰিছে, সেই কাৰণে এওঁৰ নাম হওক পৰীক্ষিৎ। তেওঁৰ অন্য নাম দিয়া হৈছিল বিষ্ণুৰাত। বিষ্ণুৰ দ্বাৰা জীৱন দান কৰা হৈছিল কাৰণে এই নাম দিয়া হৈছিল।

আচাৰ্য্য কৃপই শস্ত্ৰবিদ্যা দান কৰিছিল। তদুপৰি বিভিন্ন শাস্ত্ৰতো এওঁ বিদ্যা লাভ কৰিছিল।

ধনুৰ্বেদে তু শিষ্যোঽভূন্নৃপঃ শাৰদ্বতস্য সঃ।
গোৱিন্দস্য প্ৰিয়শ্চাসীৎ পিতা তে জনমেজয়ঃ
... ... ... ...
ৰাজ্যধৰ্মাৰ্থকুশলো যুক্তঃ সৰ্বগুণৈৰ্বৃতঃ।
জিতেন্দ্ৰিয়শ্চাত্মবাংশ্চ মেধাৱী ধৰ্মসেৱিতা।
ষড়বৰ্গজিন্মহাবুদ্ধিৰ্নীতিশাস্ত্ৰবিদুত্তমঃ॥

ওপৰৰ বিবৰণৰ পৰা জনা যায় যে পৰীক্ষিৎ সৰ্বগুণসম্পন্ন ৰজা আছিল। তেওঁ মহেশ্বৰ দুহিতা মাদ্ৰৱতীৰ পাণিগ্ৰহণ কৰিছিল। এওঁৰে পুত্ৰ, মহাভাৰতশ্ৰোতা জনমেজয়।

পৰীক্ষিতে চৌবিশ বছৰ যোগ্যতাৰে ৰাজ্য শাসন কৰিছিল ; তেওঁৰ দেহত্যাগৰ বিৱৰণ ৰব দুখলগা। তেওঁ মৃগয়া কৰিবলৈ গৈ অতিশয় পিয়াহ লগাত ওচৰতে থকা শমীক নামৰ ঋষিৰ আশ্ৰমত পানী বিচাৰি সোমায়। ঋষিৰ কুটীৰৰ সম্মুখত তেওঁ কেবা বাৰো পানী বিচাৰি মাত লগায়। ঋষি তেতিয়া ধ্যানস্থ অৱস্থাত, মাত নিদিলে। খং উঠি ৰজাই ওচৰতে পৰি থকা মৰা সাপ এডাল ঋষিৰ ডিঙিত মেৰিয়াই থৈ গুচি আহে। কিন্তু ৰজাই জনা নাছিল যে ঋষিয়ে মৌনব্ৰত গ্ৰহণ কৰি ধ্যানত বহি আছিল। মুনিয়ে মৌনতা ভঙ্গ নকৰি সাপডাল ডিঙিত লৈয়ে ধ্যানস্থ অৱস্থাত বহি থাকিল। ঋষিৰ এজন ল'ৰা আছিল, নাম শৃঙ্গী। তেওঁ অতি তেজস্বী আৰু খঙাল আছিল। বন্ধু এজনৰ মুখৰ পৰা ৰজাই ডিঙিত সাপ মেৰিয়াই যোৱা কথা শুনিলে। তেতিয়া তেওঁ খঙত ৰজাক অভিশাপ দিলে, "মোৰ নিৰপৰাধ পিতৃৰ ডিঙিত যিজনে মৰা সাপ ডিঙিত আৰি দি অপমান কৰিছে, তেওঁক তক্ষক নাগে সাত দিনৰ মূৰত দংশন কৰি মৃত্যু ঘটাব।" মহামুনি শমীকে পাছত এই কথা জানি পুতেকক তিৰস্কাৰ কৰি ৰজালৈ খবৰ পঠালে যাতে ৰজা সাতদিন সাৱধানে থাকে। কিন্তু সাৱধানে থকা সত্ত্বেও সাতদিনৰ মূৰত তক্ষকৰ দংশনত ৰজাৰ মৃত্যু হয়।

শমীকৰ শিষ্যৰ মুখৰ পৰা এই সংবাদ পাই ব্যাসৰ উপদেশ মতে পৰীক্ষিতে শুকদেৱৰ মুখৰ পৰা শ্ৰীমদ্‌ভাগৱত-পুৰাণ শুনি মোক্ষ লাভ কৰে। পৰীক্ষিত এজন ধৰ্মপৰায়ণ, প্ৰজাবৎসল আছিল। মৃত্যুৰ আগ মুহূৰ্ত্তত কৰা ভুলটোৰ বাহিৰে তেওঁৰ চৰিত্ৰত অন্য দোষ দেখা নাযায়।

**জনমেজয় ঃ**

মহাৰাজ পৰীক্ষিতৰ চাৰিটা পুত্ৰ আছিল—জনমেজয়, শ্ৰুতসেন, উগ্ৰসেন আৰু ভীমসেন। জনমেজয়ৰ বাহিৰে বাকী তিনজনৰ জীৱন বৃত্তান্ত মহাভাৰতত পোৱা নাযায়, পিতৃৰ আকস্মিক মৃত্যুত কম বয়সতে জনমেজয় সিংহাসনত আৰোহণ কৰে।

(১) নৃপং শিশুং তস্য সুতং প্ৰচাক্ৰিৰে। আদি ৪৪। ৬

(২) বাল এৱাভিষিক্তস্ত্বং সৰ্বভূতানুপালকঃ। আদি ৪৯। ১৮

তেওঁ বহুবছৰ ৰাজত্ব কৰিছিল। তেওঁৰ শিক্ষাদীক্ষা, বীৰত্ব আদিৰ বিৱৰণো মহাকাব্যখনত বৰ বিশেষ পোৱা নাযায়। তেওঁ যে বিদ্বান আৰু গুণগ্ৰাহী আছিল সেই বিষয়ে মহাকাব্যখনত বিক্ষিপ্ত উল্লেখৰ পৰাই জানিব পাৰি। তেওঁৰ পত্নীৰ নাম আছিল বপুষ্টমা। তেওঁ আছিল কাশীৰাজ সুবৰ্ণবৰ্মাৰ কন্যা। বপুষ্টমাৰ দুটা ল'ৰা—শতানীক আৰু শঙ্কুকৰ্ণ। শতানীকৰ পত্নী আছিল বিদেহ ৰাজকন্যা আৰু পুত্ৰৰ নাম অশ্বমেধদত্ত। জনমেজয়েই আছিল মহাভাৰতৰ প্ৰথম শ্ৰোতা। সৰ্পযজ্ঞৰ পাছত ব্যাসশিষ্য বৈশম্পায়নে প্ৰথমে মহাভাৰত পাঠ কৰি শুনায়।

জনমেজয়ে ভায়েক কেইজনৰ সহযোগত দীৰ্ঘকালব্যাপী এটা যজ্ঞ কৰিছিল (সৰ্পযজ্ঞৰ বাহিৰে)। সেই যজ্ঞস্থলীত এটা কুকুৰ সোমোৱাত ভায়েক কেইজনে তাক (কুকুৰ) মৰিয়াবলৈ ধৰে। কুকুৰটোৱে কেংকেঙাই মাকৰ কাষলৈ দৌৰি পলায়। পুতেকৰ দুখৰ কথা শুনি দেৱশুনী সৰমা জনমেজয় আৰু ভায়েক কেইজনৰ ওচৰত উপস্থিত হৈ কলে, "মোৰ ল'ৰাই তোমালোকৰ যজ্ঞৰ হবি লেহন কৰা নাই, আনকি চোৱাও নাই। তাক কি কাৰণে প্ৰহাৰ কৰিলা ?" এই প্ৰশ্ন শুনি সকলো মনে মনে থাকিল। খঙত সৰমাই অভিসম্পাত দি ক'লে ঃ

"যস্মাদয়মভিহতোহনপকাৰী তস্মাদদৃষ্টং ত্বাং ভয়মাগমিষ্যতি

("যিহেতু তোমালোকে নিৰপৰাধ প্ৰাণীটোক প্ৰহাৰ কৰিছা, সেই হেতু, অতৰ্কিত ভাৱে তোমালোকৰ ভয়ৰ কাৰণ উপস্থিত হ'ব।")

দেৱশুনীৰ অভিশাপ শুনি জনমেজয় ভীত আৰু বিষণ্ণ হ'ল। যজ্ঞৰ শেষত ৰাজধানীলৈ উভতি আহি তেওঁৰ পাপ স্খলন আৰু মানসিক শান্তিৰ নিমিত্তে যজ্ঞ কৰিবলৈ উপযুক্ত পুৰোহিত বিচাৰিবলৈ ধৰে। এদিন মৃগয়া কৰিবলৈ যাওঁতে এখন আশ্ৰমত উপস্থিত হ'ল। সেই আশ্ৰমৰ ঋষি শ্ৰুতশ্ৰৱা আৰু তেওঁৰ তপস্বীপুত্ৰ সোমশ্ৰৱাৰ লগত পৰিচয় ঘটে। ৰজাই সবিনয়ে সোমশ্ৰৱাক পৌৰহিত্য কৰিবলৈ অনুৰোধ কৰে। পিতা শ্ৰুতশ্ৰৱাই কলে যে তেওঁৰ পুত্ৰ এক সৰ্পিনীৰ গৰ্ভজাত, মহাতপস্বী আৰু বিদ্বান। এওঁ মহাদেৱৰ অভিশাপৰ বাহিৰে অন্য সকলো প্ৰকাৰ পাপকৃত্যাৰ শান্তি কৰিব পাৰে। কিন্তু এওঁৰ এক ব্ৰত আছে। যদি কোনো ব্ৰাহ্মণ এওঁৰ ওচৰত ভিক্ষাৰ্থী হৈ আহে, এওঁ কেতিয়াও বিমুখ নকৰে। এই কথা জানিও যদি তুমি পৌৰহিত্য বৰণ কৰিব খোজা, তেন্তে নিব পাৰা। জনমেজয়ে প্ৰণামপূৰ্বক ঋষিপুত্ৰক পুৰোহিত ৰূপে বৰণ কৰি হস্তিনালৈ লৈ যায়।

ৱেদ নামে এজন বেদজ্ঞ, বহুশ্ৰুত তপস্বী ব্ৰাহ্মণক ৰজা পৌষ্য আৰু জনমেজয়ে উপাধ্যায়ত্বত বৰণ কৰিছিল। উতংক নামে এজন শিষ্যক গুৰুদক্ষিণা দিবৰ সময়ত মহানাগ তক্ষকে বহুত কষ্ট দিছিল। তক্ষকৰ দুৰ্ব্যবহাৰ তেওঁ পাহৰিব পৰা নাছিল। তক্ষকক উপযুক্ত শাস্তি দিবৰ কাৰণে তেওঁ ৰজা জনমেজয়ৰ কাষ চাপিল, ৰজাক আশীৰ্বাদ দি ক'লে ঃ

অন্যস্মিন্ কৰণীয়ে তু কাৰ্য্যে পাৰ্থিৱসত্তম।
বাল্যাদিবাল্যদেব ত্বং কুৰুষে নৃপসত্তম ॥

( হে মহাৰাজ, তোমাৰ অবশ্যকৰণীয় আৰু এক কৰ্ত্তব্য আছে। তাকে নকৰি শিশুৰ দৰে অন্য কাম কৰি আছা। )

জনমেজয়ে ক'লে, "ভগবন, মই ধৰ্মপথত থাকি প্ৰজাপালন কৰি আছো। মোৰ অন্য কৰ্ত্তব্য আছে যদি অনুগ্ৰহ কৰি কওক। উত্তংকই ক'লে ঃ

তক্ষকেন মহীন্দ্ৰেন্দ্ৰ যেন তে হিংসিতঃ পিতা।
তস্মৈ প্ৰতিকুৰুস্ব ত্বং পন্নগায় দুৰাত্মনে ॥ আদি ৩। ১৭৮

হে নৰপতি, দুৰাত্মা পন্নগ তক্ষক তোমাৰ পিতাক দংশন কৰি বধ কৰিছিল। তুমি তাৰ প্ৰতিশোধ গ্ৰহণ কৰা। মই ভাবো তুমি পিতাৰাক স্মৰণ কৰি যথোচিত প্ৰতিকাৰ কৰা উচিত। সেই নিৰপৰাধ নৃপতি তক্ষক-দংশনত বজ্ৰাহত বৃক্ষৰ দৰে পঞ্চত্ব প্ৰাপ্ত হৈছিল। সেই পন্নগাধমে নিতান্ত অন্যায় ভাৱে তোমাৰ পিতাক বধ কৰিছিল। বিষবৈদ্য ব্ৰহ্মৰ্ষি কাশ্যপ তোমাৰ পিতাক পুনৰ জীৱন দান কৰিবলৈ আহোঁতে দুষ্ট তক্ষকে তেওঁক বাটৰ পৰাই ঘূৰাই পঠালে। মহাৰাজ, তুমি সৰ্পসত্ৰৰ ব্যৱস্থা কৰি দুৰাত্মা তক্ষকক ধ্বংস কৰা—এয়ে মোৰ অভিপ্ৰায়। ইয়াৰ দ্বাৰা তোমাৰ পিতৃৰ মৃত্যুৰ প্ৰতিকাৰ কৰা হ'ব আৰু মোৰো প্ৰিয়কাৰ্য্য সাধিত হ'ব।"

এতচ্ছ্ৰুত্বা তু নৃপতিস্তক্ষ কাম চুকোপ হ।
উতংক বাক্যহৱিষা দীপ্তোহগ্নিৰ্হৱিষা যথা ॥
অপৃচ্ছৎ স তদা ৰাজা মন্ত্ৰিণস্তান্ সুদুঃখিতঃ।
উতংকস্যৈব সান্নিধ্যে পিতুঃ স্বৰ্গগতিং প্ৰতি ॥ আদি ৩। ১৮৬

( উতংকৰ পৰা এই বৃত্তান্ত শুনি জনমেজয়ৰ ক্ৰোধবহ্নি প্ৰজ্বলিত হ'ল। তেওঁ তক্ষকৰ ওপৰত অতিশয় ক্ৰুদ্ধ হ'ল। উতংকৰ উত্তেজক বাক্যই যেন সেই ক্ৰোধাগ্নিত ঘৃতাহুতি ঢালিলে। উতংকৰ উপস্থিতিতে মন্ত্ৰীৰ পৰা পিতৃৰ পৰলোকগমনৰ বৃত্তান্ত শুনিবলৈ ইচ্ছা কৰিলে। মন্ত্ৰীৰ পৰা সমস্ত কথা শুনি, বিশেষকৈ বিষবৈদ্য মহৰ্ষি কাশ্যপক তক্ষকে বাধা দিয়া শুনি তক্ষকক সমুচিত শাস্তি দিবলৈ স্থিৰ কৰে। শৃঙ্গীৰ অভিসম্পাত নিমিত্ত মাত্ৰ। অজস্ৰ ধনদান কৰি তক্ষকে কাশ্যপক ফিৰাই পঠাইছিল। তেওঁ পিতৃহত্যাৰ প্ৰতিশোধ লৈ উতংকৰ প্ৰীতিসাধন কৰিবলৈ মনস্থ কৰে।

এৱমুক্ত্বা ততঃ শ্ৰীমান্ মন্ত্ৰিভিশ্চানুমোদিতঃ।
আৰুৰোহ প্ৰতিজ্ঞাং স সৰ্পসত্ৰায় পাৰ্থিৱঃ ॥

( মন্ত্ৰিবৰ্গৰ অনুমোদন লাভ কৰি সৰ্পযজ্ঞ পাতিবলৈ প্ৰতিজ্ঞা কৰে। ) ঋত্বিক, পুৰোহিত, আচাৰ্য্য প্ৰভৃতিয়েও ৰজাৰ প্ৰস্তাৱত অনুমোদন জনালে। ৰজা সৰ্পসত্ৰত দীক্ষিত হ'ল। ৱেদবিদ্‌সকলৰ নিৰ্দেশত তক্ষশিলাত যজ্ঞভূমি পৰিমাপিত হ'ল। বাস্তুবিদ্যা বিশাৰদ সূত্ৰধাৰে এনেতে ৰজাক জনালে যে কোনো এক ব্ৰাহ্মণে তেওঁৰ যজ্ঞত বিঘিনি ঘটাব। এই কথা শুনি দুৱৰীক নিৰ্দেশ দিলে যে তেওঁৰ বিনানুমতিত কাকো যেন প্ৰবেশ কৰিবলৈ দিয়া নহয়।

যথাসময়ত যজ্ঞ আৰম্ভ হ'ল। জাকে জাকে সাপে মন্ত্ৰবলত আকৃষ্ট হৈ যজ্ঞৰ জুইত পৰি দগ্ধ হবলৈ ধৰে। বেদব্যাস, কৌৎস, চণ্ড-ভাৰ্গৱ, শ্বেতকেতু, অসিত, দেৱল আদি বেদজ্ঞ ব্ৰাহ্মণসকল বিভিন্ন যজ্ঞকাৰ্য্যত নিয়োজিত হ'ল। এই ঘোৰ বিপদত নাগৰাজ বাসুকিৰ মূৰ ঘূৰিবলৈ ধৰে। তেওঁ কাতৰভাৱে ভনীয়েক জৰৎকাৰুক কলে, "ব্ৰহ্মাই কৈছিল যে তোমাৰ গৰ্ভজাত, মোৰ ভাগিন আস্তীকে আমাক মহাবিপদত ৰক্ষা কৰিব। এতিয়া তোমাৰ পুত্ৰই আমাক ৰক্ষা কৰিব বুলি আশা কৰিলোঁ।

মাকৰ আদেশত আস্তীকে বাসুকিক অভয়দান কৰি যজ্ঞভূমিলৈ যাত্ৰা কৰে। প্ৰৱেশদ্বাৰত দুৱৰীয়ে বাধা দিয়াত তেওঁ উচ্চস্বৰে সুললিত স্বৰ আৰু ভাষাত যজ্ঞত থকা ঋষি মুনি আৰু যজ্ঞাগ্নিৰ স্তুতিগান আৰম্ভ কৰে। যজ্ঞভূমিত থকা সকলোৱে এই স্তুতিগান শুনি মুগ্ধ হ'ল। জনমেজয়ে এই ব্ৰাহ্মণ বালকক বৰ দিব খোজাত যজ্ঞৰ হোতাই বাধা দিলে আৰু তক্ষক নহা পৰ্য্যন্ত বৰদান স্থগিত ৰাখিবলৈ ক'লে। ইফালে তক্ষকে প্ৰাণৰ ভয়ত দেৱৰাজ ইন্দ্ৰৰ শৰণাপন্ন হয়। হোতাৰ মন্ত্ৰশক্তিত ইন্দ্ৰয়ো ভয় পাই তক্ষক পৰিত্যাগ কৰে। তক্ষকে ভয়ত আকাশমাৰ্গত ঘূৰি ঘূৰি যজ্ঞৰ ফালে আহিব ধৰাত ঋত্বিকসকলে ৰজাক বৰ দিবলৈ অনুমতি প্ৰদান কৰে। ৰজাই সেই মতে বৰ দিব খোজাত আস্তীকে প্ৰাৰ্থনা কৰিলে :

বৰং দদাসি চেন্মহ্যং বৃণোমি জনমেজয়।
সত্ৰং তে বিৰমত্বেতন্ন পতেয়ুৰিহোৰগাঃ।

( যদি বৰ দিব খোজা, তেন্তে মই প্ৰাৰ্থনা কৰো যে এই সৰ্পদগ্ধ যজ্ঞ বন্ধ হওঁৱ আৰু সৰ্পবোৰ যজ্ঞাগ্নিত পতিত নহয়। )

ৰজাই বিষণ্ণ মনে কলে যে সেই বৰ ব্যতিত আন যি কোনো বৰ দিবলৈ তেওঁ প্ৰস্তুত। তেওঁ ধনৰত্ন যাচিলে, আন যিকোনো প্ৰাৰ্থনা পূৰণ কৰিব খুজিলে কিন্তু কিছুতেই আস্তিক মান্তি নহ'ল। সত্যভঙ্গৰ ভয়ত বিষণ্ণ ৰজাক দেখি ঋত্বিক সকলে ৰজাক বৰ দিবলৈ অনুৰোধ কৰিলে। তক্ষক অন্তৰীক্ষত ঘূৰি আছিল ৰজাই বাধ্য হৈ ক'লে :

সমাপ্যতাং ইদং কৰ্ম্মপন্নগাঃ সন্তনাময়াঃ।
প্ৰীয়তাময়মাস্তীকং সত্যং সূতবচোহস্তু তৎ ॥

( এই যজ্ঞ সমাপন কৰা, সৰ্পকুল সুখী হওক। আস্তীক আনন্দিত হওক, সূত্ৰধাৰৰ ভৱিষ্যদ্বাণী সফল কৰা হওক। )

ৰজাই দানদক্ষিণা কৰি অৱভৃথ স্নান কৰে। তাৰ পাছত তেওঁ তক্ষশিলাৰ পৰা ৰাজধানীলৈ প্ৰত্যাৱৰ্ত্তন কৰে। তাৰ পাছত তেওঁ অশ্বমেধ যজ্ঞ কৰে। বৈশম্পায়নে প্ৰথমে তেওঁকে মহাভাৰত শুনায়।

**গান্ধাৰী ঃ**

মহাভাৰতৰ সকলো নাৰী চৰিত্ৰতকৈ মহীয়সী আৰু আকৰ্ষণীয়া চৰিত্ৰ হ'ল ধৃতৰাষ্ট্ৰ পত্নী গান্ধাৰী। বৰ্তমান আফগানিস্তান আৰু প্ৰাচীন গান্ধাৰ ৰাজ্য একেখনেই। গান্ধাৰ ৰাজ্য প্ৰাচীন ভাৰতবৰ্ষৰে অঙ্গ আছিল। এই গান্ধাৰ ৰাজ্যৰে অধিপতি সুবলৰ কন্যা আছিল গান্ধাৰী। তেওঁৰ অন্য কিবা নাম আছিল যদিও জনা নাযায়। জন্মভূমি আৰু পিতৃৰ নামানুসাৰে মহাকাব্যখনত গান্ধাৰী নামে তেওঁ পৰিচিত। মাতৃকাসকলৰ অন্যতমা মতিদেৱীৰ অংশলৈ তেওঁ সুবলৰ কন্যাৰূপে জন্মগ্ৰহণ কৰিছিল। মহাভাৰতত গান্ধাৰীৰ জন্মবৃত্তান্ত এনেদৰে দিছে।

অথ শুশ্ৰাব বিপ্ৰেভ্যো গান্ধাৰীং সুবলাত্মজম্।
আৰাধ্য বৰদং দেৱং ভগনেত্ৰ হৰং হৰম্ ॥
গান্ধাৰী কিল পুত্ৰাণাং শতং লেভে বৰং শুভা ॥
ইতি শ্ৰুত্বা চ তত্ত্বেন ভীষ্মঃ কুৰুপিতামহঃ।
ততো গান্ধাৰ ৰাজস্য প্ৰেষয়ামাস ভাৰত ॥
অচক্ষুৰিতি তত্ৰাসীৎ সুবলস্য বিচাৰণা।
কুলং খ্যাতিঞ্চ বৃত্তঞ্চ বুদ্ধ্যা তু প্ৰসমিক্ষ্য সঃ ॥
দদৌ তাং ধৃতৰাষ্ট্ৰায় গান্ধাৰীং ধৰ্মচাৰিণীম্।
গান্ধাৰী ত্বথ শুশ্ৰাব ধৃতৰাষ্ট্ৰম চক্ষুষম্।
আত্মানং দিৎসিতঞ্চাস্মৈ পিত্ৰামাত্ৰা চ ভাৰত ॥
ততঃ সা পট্টমাদায় বৃত্বা বহুগুণং শুভা।
ববন্ধ নেত্ৰে স্বে ৰাজন্। পতিব্ৰতপৰায়ণা ॥
নীতি শিষ্যো পতিমহামিত্যেৱং কৃতনিশ্চয়।
তত্যো গান্ধাৰ ৰাজ্যস্য পুত্ৰঃ শকুনিৰ ভ্যগাৎ ॥
স্বসাৰং পৰয়া লক্ষ্ম্যা যুক্তামাদায় কৌৰবান্।
তাং ততো ধৃতৰাষ্ট্ৰায় দদৌ পৰম সৎ কৃতান্ ॥
ভীষ্মস্যানুমতে চৈৱ বিৱাহং সমকাৰয়ৎ।
দত্ত্বা স ভগিনীং বীৰো যথাৰ্হঞ্চ পৰিচ্ছদম্ ॥
পুনৰায়াৎ স্বনৰং ভীষ্মেন প্ৰতিপূজিতঃ।
গান্ধাৰ্য্যপি বৰোৰেহ্য শীলাচাৰ বিচেষ্টিতৈঃ।

তুষ্টিং কুৰূণাং সৰ্ব্বেষাং জনয়ামাস ভাৰত ॥
বৃত্তেনাৰধ্য তান্ সৰ্ব্বান গুৰূন পতিপৰায়ণা।
বাচাপি পুৰুষাণন্যান্ সুব্ৰতা নান্বকীৰ্ত্তয়ৎ ॥

**অন্যাৰ্থ**—বৈশম্পায়নে, ক'লে "ভীষ্মই ব্ৰাহ্মণসকলৰ মুখৰ পৰা সুবল নন্দিনী গান্ধাৰীৰ সমস্ত বিৱৰণ শুনিবলৈ পালে। আৰু শুনিলে যে শুভ লক্ষণা গান্ধাৰীয়ে বৰদাতা ভগৱানক তপস্যা কৰি শতপুত্ৰ লাভৰ বৰ লাভ কৰিছে। এই সকলো-বোৰ কথা শুনি ভীষ্মই গান্ধাৰৰাজ সুবলৰ ওচৰলৈ দূত পঠালে, কন্যা প্ৰাৰ্থনা কৰি। ধৃতৰাষ্ট্ৰৰে যে অন্ধ; এইটো মাত্ৰ বিবেচনাৰ বিষয় আছিলস অন্য সকলো ক্ষেত্ৰতে ধৃতৰাষ্ট্ৰ আছিল এজন সুপুৰুষ।

গান্ধাৰৰাজে ধৃতৰাষ্ট্ৰৰ বংশ, যশ, খ্যাতি বৃত্তি বুদ্ধি বিবেচনা কৰি ধৰ্মপৰায়ণা গান্ধাৰীক ধৃতৰাষ্ট্ৰৰ হাতত সমৰ্পণ কৰিবলৈ স্থিৰ কৰে। গান্ধাৰীয়ে যেতিয়া শুনিলে যে ধৃতৰাষ্ট্ৰ জন্মান্ধ, অথচ তেওঁলৈকে বিবাহ দিবলৈ পিতামাতাই স্থিৰ কৰিছে, তেতিয়া তেওঁ "পতিক মই অতিক্ৰম নকৰোঁ এই বুলি মনতে স্থিৰ কৰি এডোখৰ পাটৰ কাপোৰ বহু ভাঁজ কৰি নিজৰ চকু দুটা বান্ধি পেলালে। কাৰ্য্যতঃ তেৱোঁ অন্ধ হ'ল। তাৰ পাছত সুবল পুত্ৰ শকুনিএ পৰমা সুন্দৰী গান্ধাৰীক লৈ হস্তিনা-পুৰত উপস্থিত হল আৰু আদৰপূৰ্বক ভগিনীক ধৃতৰাষ্ট্ৰৰ হাতত সমৰ্পণ কৰে। এইদৰে শকুনিয়ে উপযুক্ত যৌতুকসহ ভগিনীক দান কৰি আৰু ভীষ্মৰ দ্বাৰা সম্মানিত হৈ স্বৰাজলৈ উভতি যায়। সুন্দৰী গান্ধাৰীয়েও সকলোকে সন্তোষ দান কৰি কুৰুবংশত প্ৰতিষ্ঠা লাভ কৰে। তেওঁ কেতিয়াও পৰপুৰুষৰ লগত বাক্যালাপ নকৰিছিল।"

গান্ধাৰী মাতৃত্বৰ প্ৰতিমূৰ্ত্তি। কুমাৰী অৱস্থাতে তেওঁ মহাদেৱক সন্তুষ্ট কৰি শতপুত্ৰ লাভৰ বৰ লাভ কৰিছিল। আকৌ আমি দেখা পাওঁ ব্যাসদেৱক সন্তুষ্ট কৰি এশপুত্ৰ পাবলৈ বৰ প্ৰাৰ্থনা কৰিছিল। ব্যাসদেৱে কি বৰ লাগে বুলি সোধাত কৈছিল "সাৱেৰে সদৃশং ভৰ্ত্তুঃ পুত্ৰানাং শতলাম্ভনঃ" (পতিৰ সদৃশ শত পুত্ৰ লাভ হয় যেন)। যথাকালত তেওঁ সন্তান-সম্ভৱা হ'ল। কিন্তু দুবছৰৰ মুৰতো প্ৰসৱ নোহোৱা দেখি অতীষ্ঠহৈ পৰিল। ইতি মধ্যে কুন্তীয়ে এটি পুত্ৰ প্ৰসৱ কৰা বুলি শুনি ধৃতৰাষ্ট্ৰই নজনাকৈ তেওঁৰ গৰ্ভত আঘাত কৰাত এডোখৰ শিল যেন টান মাংসপেশী প্ৰসৱ কৰে। দীৰ্ঘ দুবছৰ গৰ্ভভাৰ বহন কৰি লোহপিণ্ড এডোখৰ প্ৰসৱ কৰা দেখি দুখ বেজাৰত সেই ডোখৰ পেলাই দিবলৈ প্ৰস্তুত হওঁতে ব্যাসদেৱ উপস্থিত হৈ কেনেকৈ মাংসপেশীৰ পৰা সন্তান আৰু কন্যা জন্ম হব তাৰ উপায় নিৰ্দেশ কৰিলে। ব্যাসদেৱৰ নিৰ্দেশমতে ব্যৱস্থা কৰাত, যথা সময়ত এশএটা কুণ্ডত মাংসপেশী ডোখৰ বিভক্ত কৰি স্থাপন কৰাত যথাসময়ত এশটা পুত্ৰ-সন্তান আৰু এজনী কন্যাৰ উদ্ভৱ হ'ল। ব্যাসদেৱৰ প্ৰসাদতে গান্ধাৰী শত পুত্ৰ আৰু এজনী কন্যাৰ মাতৃ হোৱাৰ সৌভাগ্য লাভ কৰিলে।

দেখা যায় কুন্তীৰ পুত্ৰ লাভত গান্ধাৰী কিছু পৰিমাণে ঈৰ্ষান্বিতা হৈ অকালতে গৰ্ভপাত কৰিছিল। তেওঁৰ ভয় হৈছিল যে বংশৰ জেষ্ঠ সন্তানৰূপে কুন্তীপুত্ৰই সিংহাসন লাভ কৰিব। কিন্তু সেই বুলি পেটত আঘাত কৰি গৰ্ভপাত কৰা গান্ধাৰীৰ পক্ষে অশোভনীয় হৈছে। ব্যাসৰ ওচৰত এই দুষ্কৰ্ম অকপটে স্বীকাৰ কৰিলেও ইয়াৰ পৰিণতিত তেওঁ গোটেই জীৱন ভুগিব লগা হ'ল। কুপুত্ৰ জন্ম দি মানসিক কষ্টত জীৱন অতিবাহিত কৰিব লগা হ'ল।

গান্ধাৰীৰ জেষ্ঠপুত্ৰ দুৰ্যোধন তেওঁৰ পিতাৰ জীৱিত অৱস্থাতে কুৰুৰাজ্যৰ অধিপতি হয় যদিও অৱশেষত ৰাজ্য দুভাগ কৰি অৰ্দ্ধৰাজ্যৰ অধিপতি হয়। অৱশেষত ৰাজ্য দুভাগ কৰি অৰ্দ্ধ ৰাজ্য পাণ্ডৱক দিব লগা হ'ল। ইন্দ্ৰপ্ৰস্থত যুধিষ্ঠিৰৰ ৰাজধানী স্থাপিত হ'ল। ধনে-ধান্যে জাকজমকতাত ইন্দ্ৰপ্ৰস্থ দুৰ্যোধনৰ ঈৰ্ষাৰ কাৰণ হৈ পৰিল। বিশেষকৈ ৰাজসূয় যজ্ঞত যুধিষ্ঠিৰক ৰাজণ্যবৰ্গই চক্ৰবৰ্ত্তী ৰজাৰূপে স্বীকৃতি দিয়াত দুৰ্যোধন অতিশয় ব্যথিত হয়। ঈৰ্ষানলত ডেই-পুৰি শকুনিৰ পৰামৰ্শ বিচৰাত শকুনিয়ে কপট পাশাখেলৰ কথা কয়। সেই মতে যুধিষ্ঠিৰক পাশাখেললৈ নিমন্ত্ৰণ কৰিলে। প্ৰথমতে ধৃতৰাষ্ট্ৰই পুতেকক বহুত সাধু উপদেশ দি পাশাখেলৰ পৰা বিৰত থাকিবলৈ অনুৰোধ কৰে। কিন্তু অৱশেষত পুত্ৰ স্নেহত অন্ধহৈ অনিচ্ছা সত্বেও অনুমতি প্ৰদান কৰি যুধিষ্ঠিৰক পাশা খেলিবলৈ নিমন্ত্ৰণ কৰে। ক্ষত্ৰিয়ৰ এটা নীতি আছিল যে পাশাখেললৈ কোনো ৰজাই নিমন্ত্ৰণ কৰিলে পৰাপক্ষত ৰক্ষা কৰিব লাগে। গান্ধাৰীয়ে পাশাখেলৰ দুঘোৰ প্ৰতিবাদ কৰিছিল। ধৃতৰাষ্ট্ৰই অৱশেষত দুৰ্যোধনৰ ইচ্ছানুসাৰে পুনৰায় পাশা খেলিবলৈ নিমন্ত্ৰণ কৰে। দ্ৰৌপদী আৰু চাৰি ভাইৰ বাধা নামানি কপট খেলত যুধিষ্ঠিৰ সৰ্বশ্ৰান্ত হয়। অৱশেষত চাৰি ভাই আৰু পত্নী দ্ৰৌপদীকো পণত হেৰুৱাই কৌৰৱৰ দাসত্ব মানি লগা হয়। ধৃতৰাষ্ট্ৰই খেলা চলি থাকোঁতে "কোন জিকিছে, কোন জিকিছে" ? আদি প্ৰশ্নেৰে সঞ্জয়ক ব্যতিব্যস্ত কৰি তোলে। পুত্ৰ আৰু শকুনিৰ কপট জয়ত উল্লসিত আৰু প্ৰায় উন্মত্ত হোৱা স্বামীক দেখি গান্ধাৰীয়ে নাকান্দি থাকিব নোৱাৰিলে। অন্তঃপুৰত নাৰী সমাজত কান্দোনৰ ৰোল উঠিল।

> ভৰতানাং স্ত্ৰিয়ঃ সৰ্ব্বা গান্ধাৰ্য্যাসহ সঙ্গতাঃ
> প্ৰাক্ৰোশন্ ভৈৰবং তত্ৰ দৃষ্টবা কৃষ্ণাং সভাগতাম্
> অগ্নি হোত্ৰাপি সায়াহ্নে ন চাহুয়ন্ত সৰ্বশঃ।
> ব্ৰাহ্মণাঃ কুপিতাশ্চাসন্ দ্ৰৌপদ্যাঃ পৰিকৰ্ষণে সভা—৭৮/১৮

কৃষ্ণাক সভাত দেখি গান্ধাৰী প্ৰমুখ্যে নাৰী সমাজে তুমুল কন্দাকটা আৰম্ভ কৰিলে। ব্ৰাহ্মণ সকলো ক্ষুব্ধ হ'ল। সেই দিনা তেওঁলোকে সন্ধ্যাৰ অগ্নিৱহন নকৰিলে।

ধৃতৰাষ্ট্ৰই বহু অমঙ্গল দেখা পাই আৰু পাণ্ডৱৰ শক্তি সামৰ্থ চিন্তা কৰি দ্ৰৌপদীক দাসত্বৰ পৰা মুক্তি দি বৰ দিব খুজিলে। ভায়াতুৰ ধৃতৰাষ্ট্ৰই পাণ্ডৱক

দাসত্বৰ পৰা মুক্তি দি তেওঁলোকৰ ৰাজ্যও ঘূৰাই দিলে। পাণ্ডৱ ইন্দ্ৰপ্ৰস্থলৈ উভতি গ'ল। অতিলোভী দুৰ্যোধনৰ বাৰম্বাৰ অনুৰোধত সুতপ্ৰিয় অন্ধৰাজে, জ্ঞাতিসকলৰ, বিশেষকৈ বিদুৰৰ পৰামৰ্শ অগ্ৰাহ্য কৰি যুধিষ্ঠিৰক আকৌ দ্যূত ক্ৰীড়ালৈ মাতি পঠালে।

ধৃতৰাষ্ট্ৰৰ এই আত্মহনন কাৰ্য্যত ক্ৰোধান্বিতা হৈ ধৃতৰাষ্ট্ৰক গান্ধাৰীয়ে কবলৈ ধৰে "দুৰ্যোধনৰ জন্মক্ষণত মহামতি বিদুৰে কৈছিল, এই কুলাধমক বধ কৰা। ই জন্মিয়েই শিয়ালৰ দৰে হোৱা দিছে। ই কুৰুকুল ধ্বংসৰ কাৰণ হব। মহাৰাজ, অগাধ সলিলত নিমগ্ন নহবা। অশিষ্ট পুত্ৰৰ কথাত বিশ্বাস নকৰিবা। তুমি কুৰুকুল ধ্বংসৰ কাৰণ নহবা। কোনে নিৰ্মাণ কৰি থোৱা দলং ভাঙি পেলায়? নুমাই থকা অগ্নিক কোনে কোনে পুনৰ জ্বলাব? কোনে শান্তহৈ থকা কুন্তী তনয়ক কুপিত কৰিব? যাৰ বুদ্ধি কলুষিত, শাস্ত্ৰৰ উপদেশ তেওঁৰ ওচৰত নিষ্ফল আপুনি বৃদ্ধ, বালকোচিত ব্যৱহাৰ আপোনাত শোভা নাপায়। তুমি পুত্ৰসকলৰ পৰিচালক হোৱা তোমাৰ আদেশ অমান্য কৰিলে সিহঁতৰ বিনাশ অনিবাৰ্য্য"। অৱশেষত এই দীৰ্ঘদৰ্শিনী; তেজস্বিনী নাৰীয়ে পুত্ৰস্নেহত অন্ধ নহৈ স্বামীক কৈছিল ঃ—

অথাব্ৰতীম্মহাপ্ৰাজ্ঞা ধৃতৰাষ্ট্ৰং জনেশ্বৰম্।
পুত্ৰ স্নেহাদ্ধৰ্মপুৰং গান্ধাৰী শোক কৰ্ষিতা॥
জাতে দুৰ্যোধনে ক্ষত্তা মহামতিৰ ভাষত।
নীয়তাং পৰলোকায় সাধ্বয়ং কুলপাংসনঃ
ব্যনদজ্জাত মাত্ৰো হি গোমায়ুৰিৰ বিশ্বৰম্
অন্তো পুনং কুলস্যাস্য তন্নিৰোধত ভাৰত
মা নিমজ্জীঃ স্বদোষেন মহাপ্সু ত্বং হি ভাৰত
ন বালানাম শিষ্টানামানুমংস্থা মতিং প্ৰভো
মা কুলস্য ক্ষয়ে ঘোৰে কাৰণং ত্বং ভবিষ্যাসি
বদ্ধং সেতুং কোনু ভিন্দ্যাদ্ধ মেচ্ছান্তঞ্চ পাৱকম্
শমেস্থিতান্ কোনু পাৰ্থান কোপয়েদ্ভৰতৰ্ষভে *
স্মৰন্তং ত্বামজমাঢ়ং স্মাৰয়িষ্যাম্যহং পুনঃ
শাস্ত্ৰং ন শাস্তি দুৰ্বুদ্ধিং শ্ৰেয়সে চেতৰায় চ
নবৈ বৃদ্ধো বালমতি ভবেদ্ৰাজন্ কথঞ্চন্
ত্বন্নেত্ৰাঃ সন্তুতে পুত্ৰা মাত্বাং দীৰ্ণাঃ প্ৰজাসিষুঃ
তস্মাদয়ং মদ্বচনাত্ত্যজ্যতাং কুলপাংসনঃ
তথা তেন কৃতং ৰাজন্। পুত্ৰ স্নেহান্মহামতে
তস্য প্ৰাপ্তং ফলং বিদ্ধিঃ কুলান্ত কৰণায় হ
শামেন ধৰ্ম্মেন নয়েন যুক্তা যাতে বুদ্ধিঃ সাহস্তুতে মা প্ৰসাদীঃ
প্ৰধ্বংসিনী ক্ৰুৰসমাহিতা শ্ৰীমৃদু প্ৰোঢ়া গচ্ছতি পুত্ৰ পৌত্ৰান

এই শ্লোকখিনিৰ অৰ্থ ওপৰত দিয়া হৈছে। গান্ধাৰীৰ সাহস, দূৰদৰ্শিতা আৰু তেজস্বিতা উক্ত কথাখিনিৰ পৰাই বুজিব পাৰি।

গান্ধাৰীয়ে ধৃতৰাষ্ট্ৰক আৰু এটা যুক্তিযুক্ত কথা কৈছিল, "আপোনাৰ শান্তি, ধৰ্ম আৰু ন্যায়সম্মত বুদ্ধি উদয় হওক। আপুনি প্ৰমাদগ্ৰস্ত নহব; ক্ৰুৰ বুদ্ধিৰে লক্ষ্মীক আনিলেও সেই লক্ষ্মী শেষত ধ্বংসকাৰিণী হয়। প্ৰথম অৱস্থাত মৃদু থাকিলেও ক্ৰমশঃ দ ঢ়মূলহৈ পুত্ৰপৌত্ৰাদিক ধ্বংসৰ পথলৈ নিয়ে।" কিন্তু স্বাৰ্থান্ধ ৰজাৰ বিৱেক বুদ্ধি জাগ্ৰত নহ'ল। তেওঁ উত্তৰ দিলে যে কুলধ্বংস নিবাৰণ কৰিবৰ শক্তি তেওঁৰ নাই। মোৰ পুত্ৰই যি বিচাৰিছে সেয়ে হওঁক।

স্বাৰ্থান্ধ ৰজাক উপদেশে কোনো কাম নিদিলে। কিন্তু সাধ্বী সতীয়ে পাশা-খেলত দুৰ্যোধন জিকাত ধৃতৰাষ্ট্ৰই উল্লসিত হৈ যি অশোভন ব্যৱহাৰ কৰিছিল তাৰ চৰম পৰিণতিৰ কথাও উল্লেখ নকৰাকৈ নাথাকিল।

পাণ্ডৱে বাৰবছৰ বনবাস আৰু এবছৰ অজ্ঞাতবাস অতিবাহিত কৰিলে। মৎস্য-ৰাজৰ সীমান্তবৰ্তী উপপ্লব্য নগৰৰ পৰা ধৌম্য পুৰোহিতক অৰ্দ্ধৰাজ্য দাবী কৰি দূতৰূপে হস্তিনাৰ ৰাজসভালৈ পঠালে। এই জ্ঞানী ব্ৰাহ্মণে কঠোৰ আৰু তীক্ষ্ণ স্বৰত যুক্তিযুক্ত ভাবে পাণ্ডৱৰ দাবী কুৰুৰাজসভাত উত্থাপন কৰে। ধৃতৰাষ্ট্ৰই ভয় খালে, কাৰণ তেওঁ জানিছিল যে যুদ্ধ হলে কুৰুকুল ধ্বংস হব। তেওঁ যুদ্ধ নঘটিবৰ কাৰণে সঞ্জয়ক দূতৰূপে পাণ্ডৱ-সভালৈ পঠালে। তেওঁৰ অভিসন্ধি হ'ল, যে পাণ্ডৱক ৰাজ্যও নিদিয়ে আৰু যুদ্ধও নঘটক। পাণ্ডৱসকলৰ মতামত শুনি সঞ্জয়ে ধৃতৰাষ্ট্ৰক জনালেহি। পাণ্ডৱৰ উত্তৰ শুনি ধৃতৰাষ্ট্ৰৰ টোপনি নহা হ'ল। বিদুৰে তেওঁক বহুতো হিত বচন কৈ পাণ্ডৱৰ ন্যায্য দাবী পূৰণ কৰিবলৈ কলে। চাৰি সিদ্ধৰ অন্যতম, বিজ্ঞপুৰুষ সনৎকুমাৰে তেওঁৰ দাৰ্শনিক দৃষ্টিভঙ্গিৰে বহু উপদেশ দিলে। কিন্তু অন্ধৰজাই বৰ পুতেকৰ কথাত হয়ভৰ দিলে। সঞ্জয়ে কুৰু সভাত পাণ্ডৱৰ মনোভাৱ ব্যক্ত কৰিলে। সঞ্জয়ে ধৃতৰাষ্ট্ৰৰ অসাধু মনোভাৱৰ কাৰণে নিন্দাও কৰিলে। ধৃতৰাষ্ট্ৰই বুজিলে যে পাণ্ডৱৰ দাবি পূৰণ নকৰিলে কুৰুকুলৰ বিপদ হ'ব। সভা ভঙ্গৰ পাছত ধৃতৰাষ্ট্ৰই সঞ্জয়ক নিভৃত স্থানলৈ মাতি নি দুয়োপক্ষৰ বলাবল সম্বন্ধে প্ৰশ্ন কৰে। সঞ্জয়ে ক'লে, "মহাৰাজ, নিৰ্জনত মই আপোনাক একো নকওঁ, ব্যাসদেৱ আৰু মহিষী গান্ধাৰীক আগত ৰাখিলে মই দুই পক্ষৰ শক্তি সম্পৰ্কে ক'ম। তেওঁলোকে আপোনাৰ অসূয়া দমন কৰিব পাৰিব। তেওঁলোক ধৰ্ম্মজ্ঞ আৰু বিৱেকী।" ধৃতৰাষ্ট্ৰই বিদুৰক পঠাই উভয়কে সভাগৃহলৈ মাতি আনিলে। তেতিয়া তেওঁলোকক আগত ৰাখি কৃষ্ণৰ মাহাত্ম্য আৰু কৃষ্ণাৰ্জুনৰ শক্তি সামৰ্থ্যৰ কথা প্ৰকাশ কৰে। ভীত ধৃতৰাষ্ট্ৰই কৃষ্ণৰ শৰণাপন্ন হবলৈ দুৰ্যোধনক উপদেশ দিয়ে। কিন্তু দুৰ্যোধনে পিতৃৰ আদেশ-উপদেশ অগ্ৰাহ্য কৰে। হতাশতে ধৃতৰাষ্ট্ৰই গান্ধাৰীক কলে, "তোমাৰ দুৰাত্মা পুত্ৰই গুৰুজনৰ হিতবাক্য নুশুনি অধঃপাতে যাব।" তেতিয়া গান্ধাৰীয়ে দুৰ্যোধনক উদ্দেশ্য কৰি এইদৰে সাৱধান বাণী শুনালে।

ঐশ্বৰ্য্যকাম দুষ্টাত্মন্ বৃদ্ধানাং শাসনাতিগ ।
ঐশ্বৰ্য্য জীৱিতে হিত্বা পিতৰং মাঞ্চ বালিশ ॥
বৰ্দ্ধয়ন্ সুহৃদাং প্ৰীতিং মাঞ্চ শোকানলে দহন্ ।
নিহতো ভীমসেনেন স্মৰ্ত্তাসি বচনং পিতুঃ ॥

"হে গুৰুজনৰ আজ্ঞালংঘনকাৰী, ঐশ্বৰ্য্যকামী দুষ্টাত্মা, তুমি ধনসম্পত্তি, জীৱন, পিতা আৰু মোকো হেৰুৱাবা । শত্ৰুৰ প্ৰীতিবৰ্দ্ধন কৰি আৰু মোকো শোকানলত দগ্ধ কৰি ভীমসেনৰ হাতত যেতিয়া নিহত হবা তেতিয়া পিতৃবাক্য স্মৰণ কৰিবা ।"

ব্যাসদেৱে দুৰ্যোধনক আৰু একো নকলে । কেৱল সঞ্জয়ৰ কথানুসৰি কৃষ্ণৰ শৰণ লবলৈ উপদেশ দিলে । জননীৰ কৰুণ আবেদনো দুৰ্যোধনে দলিয়াই পেলালে । শান্তিৰ কাৰণে শেষ চেষ্টা কৰিবলৈ স্বয়ং শ্ৰীকৃষ্ণ কুৰুসভালৈ আহিল । কৃষ্ণৰ যুক্তি-যুক্ত ভাষণ, ভীষ্ম-দ্ৰোণাদিৰ উপদেশ, ধৃতৰাষ্ট্ৰৰ শান্তি বাণী—এই সকলোবোৰ অথলে গ'ল । দুৰ্য্যোধনে আধাৰাজ্য, আনকি পাঁচখন গাওঁ এৰি দিবলৈকো সন্মত নহ'ল । উপায়হীন হৈ ধৃতৰাষ্ট্ৰই গান্ধাৰীক ৰাজসভা লৈ মাতি আনিবলৈ বিদুৰক পঠালে । ধৃতৰাষ্ট্ৰই আশা কৰিছিল, অন্ততঃ মাতৃ-আজ্ঞা দুৰ্য্যোধনে উলঙ্ঘা নকৰিব । গান্ধাৰী ৰাজসভাত উপস্থিত হোৱাত ধৃতৰাষ্ট্ৰই কলে, "গান্ধাৰী, শাসনৰ বহিৰ্ভূত তোমাৰ দুৰাত্মা পুত্ৰই ঐশ্বৰ্য্যৰ লোভত সকলো হেৰুৱাব । অশিষ্ট পুত্ৰই জ্ঞাতি গোত্ৰৰ উপদেশ অমান্য কৰি সভাৰ পৰা ওলাই গৈছে ।"

পতিৰ কথা শুনি গান্ধাৰীয়ে ক'লে, "শীঘ্ৰে ৰাজ্যলিপ্সু অশিষ্টক ৰাজসভালৈ মাতি আনা । ধৰ্মলোপী অশিষ্টই কোনো কালে ৰাজ্য লাভ কৰিব নোৱাৰে । তথাপি পাষণ্ডই ৰাজ্য লাভ কৰিছে ।" পতিক তিৰস্কাৰ কৰি আকৌ কলে, "ৰাজন, এই বিষয়ে পুত্ৰ স্নেহাতুৰ তুমিও ভৰ্ৎসনাৰ যোগ্য । পুত্ৰৰ পাপ অভিসন্ধি জানিও তাৰ ইচ্ছাকে অনুমোদন কৰি আছা-লোভ আৰু অহংকাৰত মোহগ্ৰস্ত পুত্ৰক এতিয়া চেষ্টা কৰিও তুমি ফিৰাই আনিব নোৱাৰা । মূঢ় আৰু মূৰ্খ, দুৰ্জন পৰিবেষ্টিত দুৰাত্মাক ৰাজ্য প্ৰদানৰ ফল তুমি ভোগ কৰিব লগা হৈছে । জ্ঞাতিবৰ্গৰ কন্দল কৰা জানো ৰজাৰ উপযুক্ত কাম ? শান্তিপূৰ্ণ উপায়ে যদি বিপদৰ পৰা ৰক্ষা পাব পাৰি, তেন্তে যুদ্ধাদিত লিপ্ত হোৱা উচিত জানো ?

জনক-জননীৰ আহ্বানত, খঙত ফেঁটি সাপৰ দৰে ফোঁচ ফোঁচাই, দুৰ্যোধনে সভাত প্ৰবেশ কৰে । গান্ধাৰীয়ে পুতেকক সভাত্যাগৰ কাৰণে ভৰ্ৎসনা কৰি ক'লে, "বাচা, তোমাৰ পিতা, পিতামহ ভীষ্ম, আচাৰ্য্য দ্ৰোণ, গুৰু কৃপাচাৰ্য্য, খুড়া বিদুৰ প্ৰভৃতি সুহৃদবৰ্গৰ বাক্য পালন কৰা । তাকে কৰিলে আমাৰ আৰু আন গুৰুজনৰ প্ৰতি তোমাৰ ভক্তি প্ৰদৰ্শন কৰা হ'ব । হে প্ৰাজ্ঞ, লোভৰ বশৱৰ্ত্তী হলে ৰাজ্য প্ৰাপ্তি, ৰক্ষা আৰু ভোগ সম্ভৱপৰ নহয় । অজিতেন্দ্ৰিয় ব্যক্তিয়ে দীৰ্ঘকালীন ঐশ্বৰ্য ভোগ কৰিব নোৱাৰে । ধীৰ, স্থিৰ আৰু বিবেচক ব্যক্তিক লক্ষ্মীয়ে পৰিত্যাগ নকৰে । কাম-ক্ৰোধ, লোভ-মোহ আৰু অহংকাৰ ত্যাগ কৰিব নোৱাৰিলে পৃথিৱীত অধীশ্বৰ

হোৱা নাযায়। ধীৰ আৰু প্ৰাজ্ঞ পাণ্ডৱৰ লগত মিত্ৰভাৱে থাকিলে ৰাজ্যভোগত সুখী হবা। কৃষ্ণ আৰু অৰ্জুন অজেয়। তুমি ভগৱান কৃষ্ণৰ শৰণ লোৱা। তেওঁ প্ৰসন্ন হ'লে তোমালোকৰ মঙ্গল হ'ব। হে বৎস, যুদ্ধৰ ফলত কাৰো কল্যাণ নহয়। ধৰ্ম আৰু অৰ্থও নষ্ট হয়। যুদ্ধই কোনো পক্ষকে সুখ নিদিয়ে আৰু কোন পক্ষৰ জয় হয়, তাৰো নিশ্চয়তা নাই। ভীষ্ম, বাহ্লিক আৰু তোমাৰ পিতাই জ্ঞাতি বিৰোধ নহবলৈ তেওঁলোকৰ প্ৰাপ্যাংশ দিছিল। তাৰ সুফল তুমিও ভোগ কৰিছা। মহাবীৰ পাণ্ডৱসকলে সমস্ত পৃথিৱী জয় কৰি শান্তি স্থাপন কৰিছে। তাৰ সুফল তুমিও ভোগ কৰিছা। তেওঁলোকৰ প্ৰাপ্য ৰাজ্যাৰ্দ্ধ প্ৰত্যাৰ্পণ কৰি আনন্দত থাকা। তোমাৰ মূঢ়তাৰ কাৰণে যেন ৰাজ্য ধ্বংস নহয়। হে মূঢ়, তুমি হয়তো ভাবিছা যে ভীষ্ম, দ্ৰোণ আৰু কৰ্ণ তোমাৰ ফালে আছে যেতিয়া তোমাৰ জয় নিশ্চিত। কিন্তু তোমাৰ এইটো দুৰাশা মাত্ৰ; তেওঁলোকৰ দৃষ্টিত তোমালোক আৰু পাণ্ডৱ-সকল সমান। কিন্তু তুমি অসৎ পথত আছা, পাণ্ডৱগণ ধৰ্মপৰায়ণ। যদি পিতামহ ভীষ্ম আৰু আচাৰ্য্য দ্ৰোণ তোমাৰ অন্নপুষ্ট কাৰণে সহায় কৰিব বুলি ভাবিছা, তেন্তে তেওঁলোকে লাজত যুধিষ্ঠিৰক মুখ দেখুৱাব নোৱাৰিবা। লোভৰ দ্বাৰা জগতত কোনো সুখী হ'ব পৰা নাই। ভাবিচিন্তি তুমি পাণ্ডৱৰ লগত মিলেৰে থকাই ভাল।

অবাধ্য পুত্ৰ দুৰ্যোধনে মাতৃৰ হিত বচন উপেক্ষা কৰি পুনৰ সভাগৃহৰ পৰা ওলাইগৈ শকুনি, কৰ্ণ আৰু দুঃশাসনৰ লগত মন্ত্ৰণা কৰি দূতৰূপে যোৱা কৃষ্ণক বন্দী কৰি থবলৈ অভিসন্ধী কৰে। কিন্তু কৃষ্ণই নিজ মহাত্ম্য প্ৰকাশ কৰি তেওঁলোকৰ ষড়যন্ত্ৰ ব্যৰ্থ কৰে। উপপ্লব্যলৈ উভতি গৈ কৃষ্ণই পাণ্ডৱ সভাত সকলো কথা বিবৃত কৰে। কৃষ্ণৰ বিৱৰণৰ পৰা জনা যায় যে গান্ধাৰীয়ে অতিশয় যুক্তিযুক্ত বাক্যে পাপ কৰ্মৰ পৰা নিবৃত্ত কৰিবলৈ চেষ্টা কৰিছিল। মনস্বিনী গান্ধাৰীয়ে কৃষ্ণৰ সমক্ষত হস্তিনাৰ ৰাজসভাত এইদৰে কৈছিল; "দুৰ্যোধন, এই ৰাজসভাত যিসকল ৰজা, ব্ৰহ্মৰ্ষি, ৰাজৰ্ষি আৰু সভাসদ উপস্থিত আছে, পাপমতি সহচৰ আৰু সযেদৰসকলৰ দ্বাৰা পৰিবেষ্টিত তোমাৰ অপৰাধৰ কথা সকলোৱে শুনক। মই সত্য কথা কৈছো। কুৰুবংশত চিৰকাল জ্যেষ্ঠানুক্ৰমেই ৰজা হোৱা নিয়ম প্ৰচলিত হৈ আহিছে। তুমি পাপ কৰ্মা আৰু নৃশংস কৰ্ম্মা, সেই কাৰণেই নীতি বিৰুদ্ধ ভাৱে ৰাজ্য অধিকাৰ কৰিছা। ৰজা ধৃতৰাষ্ট্ৰ আৰু ভ্ৰাতৃ বিদুৰ জীয়াই থাকোতে তুমি কেনেকৈ সিংহাসন লাভৰ আশা কৰা? মহাত্মা-পুৰুষ শ্ৰেষ্ঠ ভীষ্মই স্বেচ্ছাই সিংহাসন ত্যাগ কৰিছিল। তোমাৰ পিতা জন্মান্ধ কাৰণে সিংহাসনৰ অনুপযোগী বিবেচিত হোৱাত ভ্ৰাতৃ পাণ্ডুৱে সিংহাসন লাভ কৰিছিল। এতিয়া ৰাজপুত্ৰৰূপে আৰু কুৰু ৰাজপুত্ৰ-সকলৰ জেষ্ঠ্যৰূপে সিংহাসন তেওঁৰ পাপ্য। ভীষ্ম আৰু বিদুৰেও এই কথা মানে, তেওঁলোকৰ কথা পালন কৰাই উচিত ধৰ্ম হ'ব। ভীষ্ম, ধৃতৰাষ্ট্ৰ আৰু বিদুৰৰ নিৰ্দেশ আৰু উপদেশ মতে যুধিষ্ঠিৰে ৰাজ্য শাসন কৰক।

দুৰ্যোধনৰ হঠকাৰিতাৰ ফলত যুদ্ধ অনিবাৰ্য হৈ উঠিল। সমস্ত গুৰুজনৰ উপদেশ ব্যৰ্থ হ'ল। যুদ্ধৰ পৰিণাম কি হ'ব সেইটো দূৰদৃষ্টি সম্পন্না গান্ধাৰীয়ে ভালকৈ দেখা পাইছিল। গান্ধাৰীয়ে জানিছিল যে তেওঁৰ বৰ পুত্ৰই অন্যায়ভাৱে এই যুদ্ধত জাঁপ দিছে। পাণ্ডৱ ধৰ্মপথৰ পৰা পিচলা নাই। কুৰুক্ষেত্ৰ যুদ্ধৰ অঠৰ দিনৰ প্ৰত্যেক দিনৰ পুৱাতে মাতৃৰ পৰা বিদায় লবলৈ যাওঁতে গান্ধাৰীয়ে আশীৰ্বাদ দিছিল, "ধৰ্মৰ জয় হওক" (যতো ধৰ্মস্ততো জয়ঃ)। পুত্ৰশোকত ধৈৰ্য্যহাৰা গান্ধাৰীয়ে যেতিয়া যুধিষ্ঠিৰক শাপ দিবলৈ উদ্যত হৈছিল, তেতিয়া ব্যাসদেৱে যোগবলে সেই কথা জানি গান্ধাৰীৰ আগত উপস্থিত হয় আৰু বোৱাৰীয়েকক ধৰ্ম নিষ্ঠাৰ কথা সোঁৱৰাই কয়ঃ

উক্তনাষ্টাদশাহানি পুত্ৰেন জয়মিচ্ছতা।
শিৱমাশংসে মে মাৰ্ত যুধ্যমানস্য শত্ৰুভিঃ॥
সা তথা যাচ্যমান্য ত্বংকালে কালে জয়েষিণা।
উক্তৱত্যাসি গান্ধাৰী যতো ধৰ্মস্ততো জয়ঃ॥

স্ত্ৰী পৰ্ব ১৪। ৮

ওঠৰ দিনৰ যুদ্ধ শেষ হল। যুদ্ধৰ প্ৰতিদিনা দুৰ্যোধনে মাতৃ গান্ধাৰীক প্ৰণাম কৰি জয় প্ৰাৰ্থনা কৰোতে তেওঁ আশীৰ্বাদ দিছিল। "যতে ধৰ্ম ততে জয় হওক।" দুৰ্যোধনক "তোমাৰ জয় হওঁক" বুলি কোৱা নাছিল। এয়ে আছিল দৃঢ়ব্ৰতা, ধৰ্মাচাৰিণী গান্ধাৰী।

গদাযুদ্ধৰ নিয়ম লংঘন কৰি ভীমে দুৰ্যোধনৰ উৰু ভঙ্গ কৰে। শোকতপ্তা গান্ধাৰীৰ কথা ভাবি যুধিষ্ঠিৰ ভীতিগ্ৰস্ত হ'ল। তেওঁ ভাবিলে যে গান্ধাৰীৰ খং উঠিলে অভিশাপ দি ত্ৰিলোক ভস্ম কৰিব পাৰে। আমি অন্যায় যুদ্ধত তেওঁৰ পুত্ৰক বধ কৰিছো এই সংবাদ শুনিলে তেওঁ মানসাগ্নিৰ দ্বাৰা আমাক ভস্ম কৰিব। এইদৰে চিন্তা কৰি ভয়ত যুধিষ্ঠিৰে কৃষ্ণক কলে, "হে মহাত্মন, আমাৰ ভয় লাগিছে, উগ্ৰ তপস্বিনী গান্ধাৰীয়ে পুত্ৰ-পৌত্ৰৰ নিধন বাৰ্তা শুনি আমাক শাপি ভস্ম কৰিব। পুত্ৰবৎসল কৰ্ষিতা ক্ৰোধতা মাক্ষীক তোমাৰ বাহিৰে কোনে তেওঁৰ সন্মুখীন হ'ব পাৰিব? তুমি শীঘ্ৰে গান্ধাৰীৰ ওচৰলৈ যোৱা আৰু তেওঁক শান্ত কৰাগৈ।"

যুধিষ্ঠিৰৰ কাতৰ প্ৰাৰ্থনাত কৃষ্ণই ৰথত উঠি শীঘ্ৰে হস্তিনাপুৰলৈ যাত্ৰা কৰিলে, ব্যাসদেৱ, ধৃতৰাষ্ট্ৰ আৰু গান্ধাৰীক প্ৰণাম কৰি ধৃতৰাষ্ট্ৰৰ হাতত ধৰি উচ্চস্বৰে কান্দিবলৈ ধৰে, কৃষ্ণৰ ইও এক ভাওনা। তাৰ পাছত ধৃতৰাষ্ট্ৰক কিছু প্ৰবোধ দি গান্ধাৰীক সম্বোধন কৰি ক'লে, "হে সুব্ৰতে, তোমাৰ সমান সতী নাৰী পৃথিৱীত দ্বিতীয় এগৰাকী নাই। পাণ্ডৱ পক্ষৰ শান্তিৰ প্ৰস্তাৱলৈ যেতিয়া হস্তিনাৰ ৰাজসভাত উপস্থিত হৈছিলো; তেতিয়া তোমাৰ উপদেশ তোমাৰ পুত্ৰই গ্ৰহণ নকৰিলে। তুমি তেতিয়া দুৰ্যোধনক কৈছিলাঃ

দুৰ্যোধনস্ত্বয়া প্ৰোক্তো জথাৰ্থী পৰুষং বচঃ
শৃণু মূঢ় বচো মহ্যং যতো ধৰ্মস্ততো জয়ঃ ॥

জথাৰ্থী দুৰ্যোধনক তুমিয়েই কৈছিলা, "হে মূঢ়, 'য'তে ধৰ্ম তেতে জয়' তোমাৰ বাক্য সফল হৈছে, শোক নকৰিবা।"

"হে কল্যাণি, হে মহাভাগে, তুমি ক্ৰোধোদ্দীপ্ত দৃষ্টিৰ দ্বাৰা সমগ্ৰ পৃথিৱীক তুমি ধ্বংস কৰিব পাৰা। গতিকে পাণ্ডৱৰ বিনাশৰ কথা তুমি চিন্তা নকৰিবা।"

কৃষ্ণৰ কথা শুনি গান্ধাৰীয়ে উত্তৰ দিলেঃ "হে কৃষ্ণ, তুমি যি কলা সেই কথা ময়ো বুজিছোঁ, কিন্তু পুত্ৰ শোকত মোৰ অন্তৰ দগ্ধ, সেই কাৰণে, মোৰ বুদ্ধি স্থিৰ নহয়। তোমাৰ প্ৰবোধ বাক্য শুনি মনত অলপ শান্তি পাইছো। এতিয়া পুত্ৰহীন অন্ধৰজাৰ তুমি আৰু পাণ্ডৱেই অৱলম্বন।" এইদৰে কৈ শোক সন্তপ্তা গান্ধাৰীয়ে আঁচলেৰে মুখ ঢাকি চকুলো টুকিবলৈ ধৰে। কৃষ্ণই সময়োচিত সান্ত্বনা বাক্যৰে প্ৰবোধ দি বিদায় ললে।

কৃষ্ণৰ লগত পঞ্চ পাণ্ডৱৰ যেতিয়া গান্ধাৰীৰ কাষত উপস্থিত হৈছিল, তেতিয়া গান্ধাৰীয়ে যুধিষ্ঠিৰক অভিশাপ দিবলৈ স্থিৰ কৰোতেই ব্যাসদেৱ সেই ঠাইত উপস্থিত হ'ল আৰু গান্ধাৰীক নিবৃত্ত কৰিলে। সেই সময়ত গান্ধাৰীয়ে কৈছিল, "পুত্ৰ শোকত মই বিহ্বল হৈ পৰিছো। এই কুলবিনাশী যুদ্ধৰ কাৰণে পাণ্ডৱ দায়ী নহয়। কুন্তী যেনেকৈ পাণ্ডৱৰ হিতাকাঙ্ক্ষী, ময়ো সেইদৰেই হিতাকাঙ্ক্ষিণী। এই যুদ্ধৰ কাৰণে দুৰ্যোধন কৰ্ণ আৰু শকুনী দায়ী।

দুৰ্যোধনাপৰাধেন শকুনেঃ সৌবলস্য চ
কৰ্ণ-দুঃশাসনাভ্যাঞ্চ বৃত্তোহয়ং কুৰু সংক্ষয় ॥ (স্ত্ৰী পৰ্ব)

"পাণ্ডৱ যুদ্ধৰ কাৰণে দায়ী নহলেও কৃষ্ণৰ উপস্থিতিত অন্যায়ভাৱে দুৰ্যোধনৰ উৰুভঙ্গ আৰু দুঃশাসনৰ ৰক্তপান এই কাৰ্য্যত মই বৰ বেজাৰ পাইছোঁ।"

গান্ধাৰীৰ কথা শুনি ভীম ভয়ত পেপুৱা লাগি বিনীত ভাৱে গান্ধাৰীক ক'লে, "হে মাতা, মই আত্মৰক্ষাৰ কাৰণে ভয় খাই আৰু দুৰ্যোধনকৃত পূৰ্ব লাঞ্ছনা স্মৰণ কৰি আৰু পূৰ্বকৃত প্ৰতিজ্ঞাৰ কথা স্মৰণ কৰি এই দুষ্কাৰ্য্য কৰিছো। মোক আপুনি ক্ষমা কৰক। মাতঃ, মই দুঃশাসনৰ ৰক্তপান কৰা নাই, কেৱল ওঁঠ আৰু হাতত তেজ সানিছিলো। কুৰুসভাত পাঞ্চালীক অপমান কৰা সময়ত যি প্ৰতিজ্ঞা কৰিছিলো, সেই প্ৰতিজ্ঞা পালনৰ অৰ্থেই এনে কাৰ্য্য কৰিছিলো।"

ভীমৰ কথা শুনি, পুনৰ গান্ধাৰীয়ে ক'লে, "তুমি মোৰ এশ পুত্ৰক বধ কৰিছা। অন্ধ পিতৃমাতৃৰ লাখুটীৰূপে এজন পুত্ৰকো জীয়াই নাৰাখিলা। তুমি যদি ধৰ্ম যুদ্ধ কৰি দুৰ্যোধনক বধ কৰিলাহেঁতেন, তেন্তে মোৰ দুখ কৰিবলৈ কাৰণ নাথাকিলেহেঁতেন।

ইয়াৰ পাছত গান্ধাৰীয়ে যুধিষ্ঠিৰক বিচৰাত ভীমে যুধিষ্ঠিৰ আৰু গান্ধাৰীৰ কাষ চাপি ক'লে, "মাতঃ মই আপোনাৰ পুত্ৰহন্তা। মই অতি নিষ্ঠুৰ, মোৰ আৰু

জীয়াই থকাৰ প্ৰয়োজন নাই। মোক অভিশম্পাত দিয়ক।" কিন্তু গান্ধাৰীয়ে কোনো উত্তৰ নিদিলে, কেৱল দীৰ্ঘ নিশ্বাস ত্যাগ কৰিলে। যুধিষ্ঠিৰে তেওঁক সেৱা কৰিবৰ উদ্দেশ্যে প্ৰণত হওঁতে গান্ধাৰীৰ দৃষ্টি ধৰ্মৰাজৰ হাত দুখনত পৰাত হাতৰ আঙুলিকিটা অগ্নিদগ্ধ হোৱাৰ দৰে ক'লা পৰি যায়। তেওঁৰ নখ কেইটাও ক'লা হয়। এই দৃশ্য দেখি অৰ্জুনে কৃষ্ণৰ গাৰ পাছত লুকালে আৰু আনবোৰো ভয়ত আঁতৰি গ'ল। গান্ধাৰীৰ খং অলপ পাছতে মাৰ গ'ল। তেওঁ পাণ্ডৱক মাতৃৰ দৰে আশ্বস্ত কৰিলে।

এই শোকৰ মুহূৰ্ত্ততো কুন্তীয়ে যেতিয়া পুত্ৰশোকাতুৰা দ্ৰৌপদীক লৈ গান্ধাৰীৰ ওচৰ চাপে, তেতিয়া গান্ধাৰীয়ে পৰম ধৈৰ্য্য ধৰি দ্ৰৌপদীক সান্ত্বনাৰ বাণী শুনায়। "বৎসে বিহ্বল নহবা, মোলৈ চোঁৱা। এই লোমহৰ্ষক যুদ্ধত ঘটা হত্যাকাণ্ড কালৰে নিৰ্দেশত হোৱা বুলি ভাবিবা। কালক নিৰ্দেশ কোনেও অতিক্ৰম কৰিব নোৱাৰে। হৈ যোৱা ঘটনাৰ কাৰণে শোক কৰি লাভ নাই। বিশেষকৈ যুদ্ধত মৃত্যু হোৱা ক্ষত্ৰিয়ৰ কাৰণে শোক কৰিব নাপায়। অৱশেষত তেওঁ এই বুলি সান্ত্বনা দিছে :

যথৈবং ত্বং তথৈবাহং কো বামাশ্বাসষয়িস্যতি।
মমৈৱ হি অপৰাধেনং কুলমগ্ৰ্যং বিনাশিশ্

বৎসে, তোমাৰ আৰু মোৰ একেই দশা ; কোনে আমাক সান্ত্বনা দিব ? আমাৰ দোষতে এই শ্ৰেষ্ঠ বংস বিনাশ হ'ল।

শ্ৰীকৃষ্ণ আৰু বেদব্যাসৰ বৰত গান্ধাৰীয়ে দিব্য চক্ষু লাভ কৰি দূৰৰ পৰাই কুৰুক্ষেত্ৰৰ ৰণভূমি দেখিবলৈ পালে। তেওঁ আছিল মহাসতী-সাধ্বী নাৰী,

পতিব্ৰতা মহাভাগা সমনব্ৰত চাৰিণী
উগ্ৰেন তপস্যাযুক্তা সততং সত্যবাদিনী ॥ ( স্ত্ৰীপৰ্ব ১৬। ২ )

ৰণক্ষেত্ৰৰ ভয়াবহ দৃশ্য দেখি "দিব্যজ্ঞান বলোপেতা" মহিয়সী নাৰীগৰাকীয়েও শোকত কাতৰ হৈ পৰিল। ৰণক্ষেত্ৰত উপস্থিত বিধবা নাৰীসকলৰ কৰুণ ক্ৰন্দনত ধৰ্মজ্ঞা গান্ধাৰীয়েও ধৈৰ্য্য হেৰুৱাই পেলালে। তেওঁ কৃষ্ণক সম্বোধন কৰি কলে, "হে কেশৱ, হৃদয় বিদাৰক দৃশ্য চাই লোৱা। পুত্ৰহাৰা, স্বামীহাৰা আৰু ভ্ৰাতৃহাৰা বীৰাঙ্গণাবিলাকৰ কৰুণ আৰ্তনাদত মই দগ্ধ। মাংসশোনিত কৰ্দমযুক্ত কুৰুক্ষেত্ৰৰ ভয়াবহ দৃশ্য দেখি মোৰ মনত ধাৰণা হৈছে যে পূৰ্বজন্মত মই মহাপাপ কৰিছিলো।

দুৰ্যোধনৰ মৃতদেহ দেখি শোক সন্তপ্তা গান্ধাৰী গছৰি গটা গছৰ দৰে লুটি খাই পৰিল। কিছু সময়ৰ পাছত সংজ্ঞা লাভ কৰি ব্যাকুলভাৱে কান্দিবলৈ ধৰে। তেওঁ কৃষ্ণক কলে :

উপস্থিতেঽস্মিন্ সংগ্ৰামে জ্ঞাতিনা সংক্ষয়ে বিভো।
মাময়ং প্ৰাহবক্ষেয় প্ৰাঞ্জলি নৃপসত্তমঃ ॥
অস্মিন্ জ্ঞাতি সমুদ্ধষে জয়মম্বা ব্ৰবীতুমে।
ইত্যুক্তে জানতী সৰ্বমহং স্বব্যসনাগমম্ ॥

অত্ৰুবং পুৰুষব্যাঘ্ৰ যতো ধৰ্মস্ততো জয়ঃ

"হে বাষ্ণেয়, হে পুৰুষশ্ৰেষ্ঠ, জ্ঞাতি ক্ষয়কাৰী মহাযুদ্ধৰ আৰম্ভতে দুৰ্যোধনে মোক প্ৰণতি জনাই কৈছিল 'মা, তুমি আমাৰ যুদ্ধত জয়ী হবলৈ আশীৰ্বাদ দিয়া।' মই এই যুদ্ধৰ ফলয়ে অতি ভয়ানক হ'ব সেইটো অনুমান কৰিব পাৰিছিলোঁ।' মই দুৰ্যোধনক সেই কাৰণে কৈছিলো 'যতে ধৰ্ম তেতে জয় ( যতো ধৰ্মস্ততো জয়ঃ ) মই তেওঁক আৰু কৈছিলো, 'বৎসে, তুমি ক্ষত্ৰিয় আকাঙ্ক্ষিত যুদ্ধমৃত্যু লাভ কৰিবা।' পুত্ৰৰ কাৰণে মই কোনো দিনে শোক কৰা নাছিলো। কিন্তু অন্যায় যুদ্ধত নিহত পুত্ৰৰ কাৰণে আজি মই শোক কৰিছোঁ।"

এইদৰে কৈ গান্ধাৰী অতিশয় বিচলিত হৈ পৰে। দুঃশাসন, বিকৰ্ণকে আদি কৰি নিজ পুত্ৰ, অভিমন্যু, কৰ্ণ, জয়দ্ৰথ, শকুনি, লক্ষণ ( দুৰ্যোধনৰ পুত্ৰ ) প্ৰভৃতি বীৰসকলৰ মৃত আৰু ছিন্ন দেহ দেখি বিলাপ কৰিবলৈ ধৰে। শোক, দুখ আৰু খঙত তেওঁৰ সংজ্ঞা বিলুপ্ত হ'ল। "যতে ধৰ্ম ত'তে জয়"—এই মহাবাক্যও তেওঁ শোকত পাহৰি গ'ল। তেওঁৰ সমস্ত ক্ৰোধ পুঞ্জীভূত হ'ল কৃষ্ণৰ বিৰুদ্ধে। তেওঁ কৃষ্ণৰ ফালে চাই কবলৈ ধৰে হে কৃষ্ণ, তুমি মোৰ শাস্তিৰ অধিকাৰী, সকলোৰে নিয়ন্তা। পাণ্ডব কৌৰবৰ পাৰস্পৰিক বিনাশ কিয় ৰোধ কৰিব নোৱাৰিলা? তুমি যিহেতু ইচ্ছা কৰিয়ে এই পাৰস্পৰিক কন্দল উপেক্ষা কৰিছা, বৰং কন্দল লগাই দিছা সেই কাৰণে তুমি ইয়াৰ ফল ভোগ কৰিব লাগিব।

পতিশুশ্ৰূষয়া যন্মে তপঃ কিঞ্চিদুপাৰ্জিতম্।
তেন ত্বাং দুৰবাপেন শপ্স্যে চক্ৰাগদাধৰ॥

পতি শুশ্ৰূষাৰ দ্বাৰা মই যি তপ সঞ্চয় কৰিছো, সেই দুষ্প্ৰাপ্য তপোবলত মই তোমাক অভিশাপ দিছো যে তোমাৰ বংশও এইদৰে আত্মকলহত বিনাশ হ'ব। এতিয়াৰ পৰা পঁয়ত্ৰিশ বছৰৰ পাছত তুমিও হত জ্ঞাতি, হত পিতা-মাতা আৰু হত পুত্ৰ হৈ অৰণ্যত ভ্ৰমণ কৰোঁতে কুৎসিত ভাবে ব্যাধৰ হাতত নিহত হবা। তোমাৰ বংশৰ মহিলাসকলেও সৰ্বহাৰা হৈ ভৰত কুলৰ নাৰীসকলৰ দৰে শোক কৰিব।"

উক্ত অভিশাপ শুনি কৃষ্ণই হাঁহিমাৰি সবিনয়ে কলে ঃ—হে মাতা, মই সেই কথা জানো। হে সুব্ৰতে, আপুনি মোৰ ভৱিষ্যত কৰণীয় কথাই কৈছে। যাদৱসকলে পৰস্পৰ কটা-কটি মৰামৰি কৰিয়ে ধ্বংস হব।" কৃষ্ণৰ সেই কথা শুনি পাণ্ডৱসকল উদ্বিগ্ন হৈ পৰে। তেওঁলোকে জীৱনক তুচ্ছ বুলি ভাবিবলৈ আৰম্ভ কৰে। ইয়াৰ পাছত কৃষ্ণয়ো গান্ধাৰীকো দুই-এটা অপ্ৰিয় শুনায়।

উত্তিষ্ঠোত্তিষ্ঠ গান্ধাৰী মা চ শোকে মনঃ বৃথাঃ
তৱৈৱ হি অপৰাধেন কুৰৱো নিধনং গতাঃ॥

গান্ধীৰী, উঠা, উঠা। তোমাৰ অপৰাধতে কৌৰৱ ধ্বংস হ'ল। তুমি দুৰাত্মা নিষ্ঠুৰ পুত্ৰৰ মাতৃ হৈয়ো নিজৰ দুষ্কৰ্মক সৎকাৰ্য্য বুলি ভাবিছা। তোমাৰ দৰে ৰাজপুত্ৰী বৃথাবৈৰভাপন্ন পুত্ৰক জন্ম দিলা।

ত চ্ছ্ৰুত্বা বাসুদেৱস্য পুনৰুক্তং বচোঽপ্ৰিয়ম্ ।
তুষ্ণীং বভূৱ গান্ধাৰ শোক ব্যাকুল চেতনাঃ

বাসুদেৱৰ অপ্ৰিয় বাক্য শুনি শোকব্যাকুল চিত্তে গান্ধাৰী মনে মনে থাকিল ।

কৃষ্ণই গান্ধাৰীৰ অভিশাপক মানি ললেও কৌৰৱ মাতাক কটুক্তি কৰিবলৈ এৰা নাই । কৃষ্ণৰ বিচাৰত গান্ধাৰীৰ অভিশাপ ফলিয়াবৰ উপক্ৰম হৈছে ।

পুত্ৰ শোকাভিসন্তপ্তা গান্ধাৰী হতবান্ধবা
যদনুব্যাজহাবাৰ্ত্তা তদিদং সমুপাগমৎ ।

পুত্ৰশোকাতুৰা, হতবান্ধবা গান্ধাৰীয়ে যি অভিশাপ দিছিল, সেই অভিশাপ আগত প্ৰায় । তেওঁ গান্ধাৰীৰ অভিশাপ সত্য কৰিবৰ উদ্দেশ্যে জ্ঞাতিসকলক তীৰ্থ-যাত্ৰাৰ আদেশ দিলে । যাদৱবিলাকে সাগৰপাৰৰ প্ৰভাস তীৰ্থত গৈ অতিমাত্ৰা মদ খাই পাৰত গজা মাদুৰী বন উঘালি পৰস্পৰক আঘাত কৰি দেহত্যাগ কৰে কৃষ্ণক জড়া নামৰ ব্যাধে দূৰৰ পৰা হৰিণ বুলি ভাবি শৰ হানি দেহত্যাগৰ পথ সুচল কৰি দিয়ে । গান্ধাৰীৰ অভিশাপ এনেদৰেই কৃষ্ণই সফল কৰিলে । পতিব্ৰতা নাৰীৰ বচন শক্তিৰ প্ৰভাৱ প্ৰদৰ্শন কৰিলে । পতিব্ৰতা নাৰীৰ বচন শক্তিৰ প্ৰভাৱ প্ৰদৰ্শন কৰিলে ।

কুৰুক্ষেত্ৰৰ যুদ্ধৰ পাছত, দুয়োপক্ষৰ শ্ৰাদ্ধাদি ক্ৰিয়া শেষ হোৱাত অসহায় ধৃতৰাষ্ট্ৰ আৰু গান্ধাৰীক অনুনয় বিনয় কৰি যুধিষ্ঠিৰে পান্ডৱৰ ঘৰলৈ যায় আৰু সকলো সা-সুবিধা দি কোনো কষ্ট আৰু চিন্তা নোহোৱাকৈ বাকী থকা জীৱনটো কটাবলৈ আয়োজন কৰি দিয়ে । যুধিষ্ঠিৰে ধৃতৰাষ্ট্ৰৰ পৰামৰ্শ আৰু তেওঁৰ অধীনতা মানিয়েই ৰাজ্য শাসন কৰিছিল । কুন্তী দ্ৰৌপদী সুভদ্ৰাক গান্ধাৰীৰ সেৱাত আৰু বিদুৰ, সঞ্জয়, যুযুৎসুক ধৃতৰাষ্ট্ৰৰ সেৱাত নিয়োগ কৰিছিল আৰু নিজেও খা-খবৰলৈ আছিল । কেৱল ভীমৰ মনত দুৰ্যোধনৰ কুকাৰ্য্য আৰু আৰু তাক সমৰ্থন কৰা ধৃতৰাষ্ট্ৰৰ পুত্ৰবোৰক বধ কৰিলে, সেই কথা শুনাই বুঢ়াৰ মনত কষ্ট দিছিল । ভীমৰ বাক্যবাণত অতিষ্ঠ হৈ ধৃতৰাষ্ট্ৰৰ মনত সংসাৰলৈ বিতৃষ্ণা জন্মিল ।

সা চ বুদ্ধিমতী দেৱী, কাল পাৰ্য্যায় বেদিনী ।
গান্ধাৰী সৰ্বধৰ্মজ্ঞা তান্যলীকানি শুশ্ৰুৱে আশ্ৰমিক ৩/১২

( কালতত্ত্বজ্ঞা, সৰ্বধৰ্মজ্ঞা, বুদ্ধিমতী দেৱী গান্ধাৰীয়েও ভীমৰ কঠোৰ বাক্য শুনিছিল )

যুধিষ্ঠিৰৰ আশ্ৰয়ত পোন্ধৰ বছৰ অতিবাহিত কৰি ধৃতৰাষ্ট্ৰই ভীমৰ বাক্যত আৰু আচৰণত দুখ পাই বন গমনৰ সংকল্প লয় । যুধিষ্ঠিৰে এই কথা নাজানিছিল । এদিন ধৃতৰাষ্ট্ৰই ৰাজসভাত সকলোকে এই কথা জনালে । আগৰ পৰাই তেওঁ পূৰ্বকৃত পাপ ক্ষালনৰ উদ্দেশ্যে কঠোৰ ব্ৰত পালন কৰিছিল । গান্ধাৰীৰ বাহিৰে আনে এই কথা নাজানিছিল । এতিয়া তেওঁ সপত্নীক প্ৰব্ৰজ্যা গ্ৰহণৰ সংকল্প প্ৰকাশ কৰিলে । যুধিষ্ঠিৰৰ অনুনয়-বিনয়ে তেওঁৰ সংকল্প টলাব নোৱাৰিলে ।

যাত্ৰাৰ আগতে তেওঁ যুধিষ্ঠিৰক ৰাজনীতি সম্পৰ্কে বহুতো উপদেশ দিয়ে। তাৰ পাছত প্ৰজাসকলৰ পৰা বিদায় ল'লে। গান্ধাৰীয়েও প্ৰজাসকলক বিদায় সম্ভাষণ জনালে। ধৃতৰাষ্ট্ৰই নিজৰ অপৰাধৰ কাৰণে (যদি কিবা অপৰাধ কৰিছিল) প্ৰজাসকলৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিলে। গান্ধাৰীয়ে এই বুলি বিদায় মাগিলে ঃ

ইয়ঞ্চ কৃপণা বৃদ্ধা হতপুত্ৰা তপস্বিনী।
গান্ধাৰী পুত্ৰ শোকাৰ্ত্তা যুষ্মান যাচতি মৈ ময়া ॥

ধৃতৰাষ্ট্ৰৰ কৰুণ বিদায়ত সকলো অভিভূত হ'ল। যাত্ৰাৰ আগতে তেওঁ পিতৃ-পিতামহৰ উদ্দেশ্যে তৰ্পণ কৰিলে। নিজৰ আৰু গান্ধাৰীকে শ্ৰাদ্ধ সম্পন্ন কৰিলে। (জীৱিত অৱস্থাত নিজৰ শ্ৰাদ্ধ কৰাৰ নিয়ম আছে) দহদিন ব্যাপি শ্ৰাদ্ধ আৰু আন আনুষ্ঠানিক ক্ৰিয়া চলিল।

কাৰ্ত্তিকী পূৰ্ণিমাত গান্ধাৰীক লগতলৈ ধৃতৰাষ্ট্ৰই বিদুৰৰ লগত যাত্ৰা কৰিলে। ভাগিৰথী তীৰত কুশশয্যাত ৰাত্ৰি যাপন কৰি পাছদিনা মহৰ্ষি শতযুপৰ আশ্ৰমত উপস্থিত হ'ল। এই আশ্ৰমত থাকোতেই যুধিষ্ঠিৰে তেওঁলোকক দেখা কৰি শ্ৰদ্ধা জানায়। অৰণ্যযাত্ৰাত কুন্তী আছিল সকলোৰে আগত। তেওঁৰ কান্ধত হাত ৰাখি খোজ দিছিল গান্ধাৰীয়ে আৰু গান্ধাৰীৰ হাতত ধৰি খোজ চলাইছিল ধৃতৰাষ্ট্ৰই।

শতযুপৰ আশ্ৰমত থাকোঁতেই এদিন মহৰ্ষি ব্যাস তেওঁলোকক দেখা কৰিবলৈ আহে, তেওঁ ধৃতৰাষ্ট্ৰাদিক তপস্যা কেনে চলিছে আৰু পুত্ৰশোক পাহৰিব পাৰিছেনে নাই ইত্যাদি প্ৰশ্ন কৰি সজ উপদেশ দিয়ে। তেওঁ জানিব পাৰিলে ধৃতৰাষ্ট্ৰ আৰু গান্ধাৰীৰ পুত্ৰশোক সাম কাটিছে। ধৃতৰাষ্ট্ৰ স্বকৃত কুকৰ্মৰ কাৰণে অনুতাপত দগ্ধ হৈছে। তেওঁৰ চিত্তই সম্পূৰ্ণ শান্তি লাভ কৰিব পৰা নাই। গান্ধাৰীয়ে ধৃতৰাষ্ট্ৰৰ মানসিক অৱস্থা বুজি ব্যাসদেৱক কলে, "প্ৰভো, ষোল বছৰ অতীত হ'ল। হতপুত্ৰ অন্ধৰাজ এতিয়াও শোক সন্তপ্ত, ৰাতি তেওঁৰ টোপনি নাহে,"

পুত্ৰশোক সমাবিষ্টা গান্ধাৰী ত্বিদমব্ৰবীৎ
শ্বশুৰং বন্ধনয়না দেৱী প্ৰাঞ্জলিৰুত্থিতা
ষোড়শে মানি বৰ্ষানি গতানি মুনিপুঙ্গৱে
অসৎৰাজ্ঞো হতান্ পুত্ৰান্ শোচতো ন শমোবিভো

আশ্ৰমিক ২৯। ১৭। ১৮

কেৱল ধৃতৰাষ্ট্ৰৰ অৱস্থাই নহয়, কুন্তী, দ্ৰৌপদী, সুভদ্ৰাকে আদি কৰি শোকাৰ্ত্তা কুৰু-পাণ্ডৱ নাৰীৰ দুখ-বেজাৰ ব্যক্ত কৰিছে। তেওঁ নিজৰ কথা বৰ বেছি কোৱা নাই। স্বামীৰ দুখৰ কথা ভাবিয়ে তেওঁ ব্যাকুল হৈছে। নিজৰ শতপুত্ৰ নিধনৰ দুখ অন্তৰত দমাই ৰাখিছে। গান্ধাৰীৰ আত্ম সংযম, ধৈৰ্য্য আৰু স্বল্পভাষিতা তেওঁৰ উক্তিত প্ৰকাশ পাইছে।

ব্যাসদেৱে তপস্যাৰ বলত এৰাতি যুদ্ধমৃত বীৰসকলক কুন্তী, গান্ধাৰী, দ্ৰৌপদী আদি কুৰুবংশীয় নাৰীসকলৰ দৃষ্টিগোচৰ কৰিলে। ধৃতৰাষ্ট্ৰ, গান্ধাৰী, কুন্তী আদি সকলোৱে চাই পৰিতৃপ্ত হ'ল। যুধিষ্ঠিৰে এমাহ কাল ধৃতৰাষ্ট্ৰ, গান্ধাৰী আৰু কুন্তীৰ লগত আশ্ৰমত বাস কৰি তেওঁলোকক সেৱা-শুশ্ৰূষা কৰি সন্তুষ্ট কৰে। ধৃতৰাষ্ট্ৰই অজস্ৰ আশীৰ্বাদ দি বিদায় দিয়ে। ৰাজধানীলৈ উভতি আহিবলৈ ইচ্ছা নাছিল যদিও কুন্তী আৰু গান্ধাৰীৰ স্নেহাৰ্দ্ৰ আদেশত অনিচ্ছা স্বত্তেও যুধিষ্ঠিৰ ৰাজধানীলৈ উভতি আহে।

যুধিষ্ঠিৰ আশ্ৰমৰ পৰা উভতি অহা দুবছৰ অতীত হ'ল। এদিন দেৱৰ্ষি নাৰদ হস্তিনাপুৰত উপস্থিত হ'ল। তেওঁ অনেক তীৰ্থ ভ্ৰমণ কৰি অহা বুলি জানি যুধিষ্ঠিৰে ধৃতৰাষ্ট্ৰ, গান্ধাৰী আৰু কুন্তীৰ সংবাদ জানিবলৈ ইচ্ছা কৰাত দেৱৰ্ষিয়ে তেওঁলোকক বনাগ্নিয়ে দগ্ধ কৰি মৃত্যু ঘটালে বুলি জনালে। মৃত্যুৰ আগতে বনাগ্নিয়ে আগুৰি ধৰা দেখি সঞ্জয়ক কলে, "সঞ্জয়, তুমি অগ্নিৰ পৰা দূৰলৈ আঁতৰি যোৱা। আমি এই ঠাইতে থাকি অগ্নিদগ্ধহৈ মৃত্যুবৰণ কৰিম। গৃহত্যাগীৰ পক্ষে এনে মৃত্যু অপমৃত্যু নহয় বৰং প্ৰশস্ত।" এই বুলি কৈ ধৃতৰাষ্ট্ৰই পূৰ্বাভিমুখীহৈ তপস্যাত বহিল। গান্ধাৰী আৰু কুন্তীয়েও তেওঁক অনুসৰণ কৰিলে। সঞ্জয়ে তেওঁক প্ৰদক্ষিণ কৰি প্ৰণাম জনালে। দাবাগ্নিয়ে ধৃতৰাষ্ট্ৰ, গান্ধাৰী আৰু কুন্তীক গ্ৰাস কৰিলে।

"সঞ্জয়ে সেই বনাগ্নিৰ পৰা ৰক্ষা পাই গঙ্গাতীৰত তপস্বীবিলাকক এই ঘটনা ব্যক্ত কৰোঁতে মই শুনিবলৈ পালো। সঞ্জয় তাৰ পাছত তপস্যাৰ উদ্দেশ্যে হিমালয়লৈ প্ৰস্থান কৰে। মই, কুন্তী, গান্ধাৰী আৰু ধৃতৰাষ্ট্ৰৰ দগ্ধদেহ দেখি আহিছো।" এই-দৰে দেৱৰ্ষিয়ে প্ৰকাশ কৰে। বদ্ধনেত্ৰা গান্ধাৰীয়ে বনাগ্নিয়ে ঘেৰি ধৰাৰ আগতে স্বামীৰ লগত যোগাসনত বহি অগ্নিত পাৰ্থিৱ দেহ অৰ্পণ কৰে। এটা কথাও নকলে। সতীৰ এই সহমৰণে তেওঁৰ চৰিত্ৰক সমুজ্জ্বল কৰি তুলিছে। গোটেই মহাভাৰতত মহৰ্ষি বেদব্যাসে মহাসতী গান্ধাৰীক নানা বিভূষণেৰে পৰিচয় দিছে। সেইবোৰ তেওঁৰ চৰিত্ৰত সাৰ্থক ভাৱে প্ৰতিফলিত হোৱা দেখা যায়। পতিব্ৰতা মহাভাগা, সত্যবাদিনী মহাতপস্বিনী মহাসতী, সুবলাত্মজা, ধৰ্মজ্ঞা, ব্ৰতচাৰিণী আদি বহুতো বিভূষণেৰে ব্যাসে তেওঁক ভূষিত কৰিছে। সামান্য দুটা এটা ঘটনাৰ বাহিৰে তেওঁৰ দীঘ জীৱনত কোনো ধৰ্মবিচ্যুতি আৰু ধৈৰ্য্য বিচ্যুতি লক্ষ্য কৰা নাযায়। "যতো ধৰ্মস্ততো জয়ঃ"—এই উক্তিয়েই তেওঁক চিৰস্থায়ী আসন দিছে।

## কুন্তী ঃ

যদুবংশৰ শূৰসেন নামৰ ৰজাৰ বসুদেৱ আৰু পৃথা নামৰ এহাল ল'ৰা-ছোৱালী। অংশাৱতৰণ অধ্যায়ৰ পৰা জনা যায় যে সিদ্ধি দেৱীৰ অংশলৈ পৃথাৰ

জন্ম হৈছিল। তেওঁ অতিশয় সুন্দৰী আছিল। পৃথাৰ পেহীয়েকৰ পুতেক কুন্তিভোজ, তেওঁ সন্তানহীন আছিল। ৰজা কুন্তীভোজে শূৰসেনক এটি সন্তান খোজাত শূৰসেনে পৃথাক দান কৰে। কুন্তিভোজৰ পালিতা কন্যাৰূপে তেওঁৰ নাম হৈছিল কুন্তী। সেই কালত কন্যাকো তোলনীয়া পুত্ৰীৰূপে গ্ৰহণ কৰা ৰীতি আছিল। তোলনীয়া পিতৃৰ পাছত সেই পালিতা কন্যাই সম্পত্তি লাভ কৰি পিণ্ডাদি শাস্ত্ৰীয় কাৰ্য্য সম্পন্ন কৰিব পাৰিছিল। কুন্তিভোজে পালিতা কন্যাক অতিথি শুশ্ৰূষাৰ ভাৰ দিছিল আৰু সেই ভাৰ পৃথাই সুচাৰুভাৱে পালন কৰিছিল। এদিন কোপনস্বভাৱৰ ঋষি দুৰ্বাসা কুন্তিভোজৰ ঘৰত আলহি হৈ উপস্থিত হোৱাত পৃথাই তেওঁক সন্তোষ লগাকৈ শুশ্ৰূষা কৰাত ঋষিয়ে তেওঁক এটা মন্ত্ৰ দান কৰে। সেই মন্ত্ৰৰ এনে অদ্ভুত গুণ আছিল যে সেই মন্ত্ৰ মাতি যি দেৱতাকে আহ্বান কৰা হয়, সেই দেৱতা সেঁ-শৰীৰে আহি উপস্থিত হৈ পুত্ৰদান কৰিব।

যং যং দেৱং ত্বমেতেন মন্ত্ৰেনাৱাহয়িষ্যসি।
তস্য তস্য প্ৰসাদাত্ত্বং দেৱি পুত্ৰান্ জনয়িষ্যসি ॥ আদি, ৬৭।১৩৫

"হে দেৱি, এই মন্ত্ৰৰ দ্বাৰা তুমি যি দেৱতাক আহ্বান কৰিবা, মন্ত্ৰৰ বলত সেই দেৱতা উপস্থিত হৈ তোমাক পুত্ৰদান কৰিব।"

দুৰ্বাসাক শুশ্ৰূষা কৰোঁতে পৃথা যৌৱনপ্ৰাপ্তা যুৱতী। মন্ত্ৰলাভ কৰাৰ পাছতে স্বাভাৱিক কুতূহলৰশতঃ পৃথাই সূৰ্য্য দেৱতাক আহ্বান কৰাত সূৰ্য্য তেওঁৰ আগত উপস্থিত হয়; পৃথাই বহু অনুনয় কৰা সত্ত্বেও কুন্তীক ৰমণ কৰি সন্তানসম্ভৱা কৰে। কুন্তীয়ে লোকনিন্দা আৰু গুৰুজনৰ প্ৰতি ভয় আদি কাৰণ দৰ্শায়ো নিষ্কৃতি নাপালে। ফলত, যথাসময়ত কুন্তীয়ে এটি পুত্ৰসন্তান প্ৰসৱ কৰে। কিন্তু লোক-নিন্দাৰ ভয়ত জন্মাৰ পাছতে শিশুটিক কুন্তীয়ে ভুৰত উটুৱাই দিয়ে। অৱশ্যে তেওঁ শিশুটি জীয়াই থকাৰ সকলো সাৱধানতা অৱলম্বন কৰিহে এটা পেটিকাত ভৰাই উঠাই দিছিল। গভীৰ ৰাতি, কেৱলমাত্ৰ ধাত্ৰীক লগতলৈ নদীকাষলৈ যাওঁতে কুন্তীয়ে কৰুণ সুৰত বিলাপ কৰিছিল। নদীৰ সোতত পেটিকাটো উঠাবৰ সময়ত চকুলো মুছি শিশুটিৰ কল্যাণ কামনা কৰি কৈছিল—

স্বস্তি তে চান্তৰিক্ষেভ্যঃ পাৰ্থিৱেভ্যশ্চ পুত্ৰক।
দিৱ্যেভ্যশ্চৈৱ ভূতেভ্যস্তথা তোয়চৰাশ্চ যে

বন ৩০৭/১০-২৯

"হে বৎস, অন্তৰীক্ষগত, পৃথিৱীগত, দেৱলোকত থকা প্ৰাণীবিলাকৰ পৰা মঙ্গল হওক, জলচৰ প্ৰাণীগণেও যেন তোমাৰ মঙ্গল সাধন কৰে। তোমাৰ যাত্ৰাপথ যেন বাধাহীন হয়, কোনেও যেন তোমাক হিংসা নকৰে। বৰুণদেৱ আৰু অন্তৰীক্ষপতি পৱনদেৱে যেন তোমাক ৰক্ষা কৰে। তোমাৰ পিতা সূৰ্য্যদেৱে যেন সততে তোমাক ৰক্ষা কৰে। আদিত্য, ৱসু, ৰুদ্ৰ, সাধ্য, মৰুৎ আৰু দিক্পতিগণে যেন তোমাৰ কল্যাণ বিধান কৰে। তোমাৰ সহজাত কৱচ-কুণ্ডল দেখি মই যেন পাছতো তোমাক চিনি পাব

পাৰো। হে দেৱকুমাৰ, যি নাৰীয়ে তোমাক স্তনপান কৰাব তেওঁ মহাসৌভাগ্যৱতী। তোমাৰ দৰে পদ্মপলাশ লোচন সুদৰ্শন শিশুক যাব কোলাত লোৱাৰ সৌভাগ্য হ'ব তেওঁ মহাভাগ্যৱতী। যি গৰাকীয়ে যৌৱনত হিমালয়বাসী সিংহৰ দৰে বিক্ৰমশালী তোমাক পুত্ৰ বুলি পৰিচয় দিব, নাজানো তেওঁ কিমান পুণ্যৱতী।"

এইদৰে বেজাৰ কৰি শোকবিহ্বলা শূন্যহৃদয়া জননীয়ে সদ্যজাত পুত্ৰক স্ৰোতত বিসৰ্জন দি পিতৃৰ ভয়ত ঘৰলৈ উভতি আহে।

যৌৱন কালত পৃথা অপৰূপা সুন্দৰী আছিল। আদি কাণ্ডৰ ১১২ নং অধ্যায়ত তেওঁৰ সৌন্দৰ্য্যৰ কিছু আভাস মহাকাৱিয়ে দাঙি ধৰিছে। তাৰ অলপ তলত উদ্ধৃত কৰা হ'ল।

সত্ত্বৰূপগুণোপেতা

নৃপতি কুন্তিভোজে স্বয়ংবৰ সভা আহ্বান কৰে। সেই সভাত উপস্থিত পাণিপ্ৰাৰ্থীসকলৰ ভিতৰত কুন্তীয়ে কুৰুৰাজ পাণ্ডুৰ ডিঙিত বৰণমালা পিন্ধাই দিয়ে। ভোজৰাজে বহু যৌতুকসহ কুন্তীক পাণ্ডুৰ হাতত অৰ্পণ কৰি হস্তিনাপুৰলৈ পঠাই দিয়ে। কিছুদিনৰ পাছত মদ্ৰৰাজ শল্যৰ ভনী মাদ্ৰীকো বিৱাহ কৰে। উভয় ভাৰ্য্যাৰ লগত বহুবছৰ সুখত কাল অতিবাহিত কৰাৰ পাছত পাণ্ডু দিগ্বিজয়ত বাহিৰ হয়। বহুদেশ জয় কৰি প্ৰভূত ধনৰত্ন সংগ্ৰহ কৰি কিছুকাল সুখেৰে ৰাজ্য শাসন কৰে। কিছুদিন সুখেৰে ৰাজ্যশাসন কৰাৰ পাছত দুই ভাৰ্য্যাক লগত লৈ তেওঁ অৰণ্যবাসী হয়। হিমালয়ৰ দক্ষিণৰ অৰণ্য প্ৰান্তৰত মৃগয়া কৰি বহুদিন সুখেৰে কাল কটায়। মৃগৰূপ ধৰি কিন্দম মুনিয়ে এজনী হৰিণীক ৰমণ কৰি থাকোঁতে পাণ্ডুৱে তেওঁক সাধাৰণ হৰিণ বুলি ভাবি বাণবিদ্ধ কৰে। মৃত্যুৰ সময়ত মুনিয়ে অভিশাপ দিয়ে যে পাণ্ডুৰো ৰমণ-অৱস্থাত মৃত্যু হ'ব। মুনিক বধ কৰি পাডুৱে অতিশয় অনুতাপ কৰে। তেওঁ সন্যাস গ্ৰহণৰ ইচ্ছা প্ৰকাশ কৰাত কুন্তী আৰু মাদ্ৰী উভয় ভাৰ্য্যাই তেওঁৰ অনুগামী হ'বলৈ অভিলাষ কৰে।

অন্যেঽপি হ্যাশ্ৰমাঃ সন্তি যে শক্যা ভৰতৰ্ষভ।
আবাভ্যাং ধৰ্মপত্নীভ্যাং সহ তপ্তুং তপো মহৎ॥

"হে ভৰতৰ্ষভ, সন্যাস বাদেও গ্ৰহণীয় অন্য আশ্ৰম আছে। সেই আশ্ৰম গ্ৰহণ কৰি উভয় ধৰ্মপত্নীক লগত লৈ তপস্যা কৰিব পাৰিব। আমিও কামসুখ ত্যাগ কৰি ইন্দ্ৰিয়-সংযমপূৰ্বক তোমাৰ লগতে তপস্যা কৰি মুক্তি লাভ কৰিব খোঁজো। তুমি যদি আমাক এৰি যোৱা, তেন্তে আজিয়ে আমি প্ৰাণত্যাগ কৰিম—এয়া আমাৰ নিশ্চিত কথা।"

এই উক্তিৰ পৰা কুন্তী-মাদ্ৰী উভয়ৰে পতিপৰায়ণতা প্ৰকাশ পাইছে। দুই ভাৰ্য্যাৰ অনুৰোধ ৰক্ষা কৰি পাণ্ডুৱে বাণপ্ৰস্থ গ্ৰহণ কৰি আশ্ৰমবাসী হয়। পুত্ৰহীনতাৰ কাৰণে পাণ্ডুৰ মনত দুখ। পুত্ৰ মুখ দৰ্শন কৰিবলৈ আৰু মৃত্যুৰ পাছত পিণ্ডলাভ কৰি মুক্তি লাভ কৰিবলৈ তেওঁৰ মনত বৰ হাবিয়াস। হিমালয়ৰ নানা স্থান ভ্ৰমণ

কৰিও তেওঁৰ মনত শান্তি নাই। মুনিৰ শাপলৈ ভয় কৰি পত্নীবো ওচৰ চাপিব নোৱাৰে। উপায়হীন হৈ তেওঁ ক্ষেত্ৰজ পুত্ৰ লাভ কৰিবলৈ কুন্তীক দুৰ্বাসাদত্ত মন্ত্ৰৰ কথা সোঁৱৰাই দিয়ে। স্বামীৰ অনুৰোধ এৰাব নোৱাৰি কুন্তীয়ে পাণ্ডুক দুৰ্বাসাই দিয়া মন্ত্ৰটোৰ সকলো কথা বিৱৰি কয়, কিন্তু কৰ্ণজন্মৰ কথাটো গুপুতে ৰাখে। পাণ্ডুৰ কথামতে প্ৰথমতে ধৰ্ম (যম) দেৱতাক আহ্বান কৰে। ধৰ্মদেৱতা মন্ত্ৰবলত কুন্তীৰ সন্মুখত উপস্থিত হৈ এটি পুত্ৰ দান কৰে, এওঁৱেই যুধিষ্ঠিৰ। যুধিষ্ঠিৰ জন্মৰ এক বছৰৰ পাছত বায়ুদেৱতাক মন্ত্ৰপাঠ কৰি আহ্বান কৰাত সেই দেৱতাৰ ঔৰসত ভীমৰ জন্ম হয়। ইয়াৰ পাছত বলবান-গুণবান সুন্দৰ এটি পুত্ৰ পাবলৈ ইচ্ছা কৰি দেৱৰাজ ইন্দ্ৰক আহ্বান কৰাত ইন্দ্ৰ দেৱতাৰ তুল্য অৰ্জুনৰ জন্ম হয়। ইয়াৰ পাছতো পাণ্ডুৱে পুত্ৰ পাবৰ কাৰণে কুন্তীক অনুৰোধ কৰাত কুন্তীয়ে কলে, পাণ্ডুৱে পুৰাণৰ কাহিনী, উদ্দালক পত্নী আৰু সৌদাসপত্নীয়ে ক্ষেত্ৰজপুত্ৰ জন্ম দিয়াৰ বৃত্তান্ত বৰ্ণনা কৰি আৰু নিজৰ জন্মকাহিনীও উল্লেখ কৰি অধিক পুত্ৰ জন্ম দিবলৈ অনুৰোধ কৰে যদিও কুন্তীয়ে সেই অনুৰোধ ৰক্ষা নকৰি ক'লে—"শাস্ত্ৰকাৰসকলে তিনিটা পুত্ৰকৈ অধিক পুত্ৰ জন্ম দিবলৈ সেই কাৰণে মানা কৰিছে। শাস্ত্ৰকাৰ-সকলে তিনিটা পুত্ৰতকৈ অধিক পুত্ৰ জন্ম দিয়া নাৰীক 'স্বৈৰিণী' (স্বেচ্ছাচাৰিণী) বুলিছে। তুমি কিয় মোক শাস্ত্ৰবিৰোধী কাম কৰিবলৈ অনুৰোধ কৰিছা?"

তিনিটা সুন্দৰ সন্তান লাভ কৰি পাণ্ডু আৰু কুন্তী আনন্দত দিন কটাইছিল। মাদ্ৰীৰ মনত কিন্তু সুখ নাছিল। তেওঁ সন্তানহীনা। পাণ্ডুৱে তেওঁৰ দুখ বুজি পাই মাদ্ৰীকো মন্ত্ৰটো এবাৰ শুনাবলৈ অনুৰোধ কৰে। কুন্তীয়ে স্বামীৰ অনুৰোধ ৰক্ষা কৰি মাদ্ৰীক এবাৰ মাত্ৰ মন্ত্ৰটো শিকাবলৈ মান্তি হোৱাত মাদ্ৰীয়ে একেলগে দুটি পুত্ৰ লাভ কৰিবলৈ অশ্বিনীকুমাৰদ্বয়ক আহ্বান কৰে আৰু অশ্বিনীকুমাৰদ্বয়ৰ কৃপাত নকুল আৰু সহদেৱক মাদ্ৰীয়ে লাভ কৰে। তেওঁলোক যমজ আছিল যদিও নকুলৰ জন্ম আগতে হোৱাত তেওঁকে জ্যেষ্ঠ বুলি ধৰা হয়। মাদ্ৰীয়ে দ্বিতীয়বাৰ মন্ত্ৰটি শুনিবলৈ ইচ্ছা কৰাত সপত্নীৰ অধিক পুত্ৰ হোৱা বাঞ্ছা নকৰি কুন্তীয়ে মন্ত্ৰটো নিশিকাবলে।[১]

ঋষিশাপলৈ আওকাণ কৰি কামভাবে পাণ্ডুৱে মাদ্ৰীৰ কাষ চপাত পাণ্ডুৰ মৃত্যু হয় আৰু শোকত বিহ্বলা হৈ মাদ্ৰীয়ে পতিৰ চিতাত আত্মসমৰ্পণ কৰি সহগামিনী হয়। সৰু ল'ৰাহালক ভালকৈ তুলিবলৈ কুন্তীক মৰাৰ আগতে অনুৰোধ কৰি

---

বিক্ৰমান্তাঃ পৰিভৱাৎ কুন্তীণাং গাৰ্ভবীদৃশী।
মাজ্ঞাপিমহং মূঢ়া দদ্যাহ্বানে ফলদ্বয়ম্। আদি ১২৪।
আৰু এবাৰ মন্ত্ৰটো শিকালে মই মাদ্ৰীৰ দ্বাৰা পৰাভূত হ'ম বুলি আশংকা কৰিছোঁ। দুষ্টা স্ত্ৰীলোকৰ ব্যৱহাৰ এনেই হয়। দেৱদ্বয়ক আহ্বান কৰি মাদ্ৰীয়ে একেবাৰতে যে দুটা পুত্ৰ লাভ কৰিব, সেই কথা মই ভৰা নাছিলোঁ।

যায়। কুন্তীয়ে সেই অনুৰোধ ৰক্ষা কৰি নিজৰ ল'বাৰ দৰেই মৰম-চেনেহ কৰি ডাঙৰ-দীঘল কৰে।

শতশৃঙ্গবাসী তপস্বীসকলে কিছুদিনৰ পাছত পাঁচটা পুত্ৰসহ কুন্তীক হস্তিনাপুৰলৈ নি ভীষ্মৰ হাতত সমৰ্পণ কৰে। ভীষ্ম আৰু ধৃতৰাষ্ট্ৰক সকলো কথা বুজাই দি ল'ৰাকেইটা আৰু কুন্তীক তেওঁলোকৰ হাতত চমজাই মুনি উভতি যায়। মৃত পাণ্ডুৰ শ্ৰাদ্ধবিধি যথাসময়ত সম্পন্ন হোৱাৰ পাছত পুত্ৰকেইজনসহ কুন্তীয়ে ধৃতৰাষ্ট্ৰৰ আশ্ৰয়ত দিন কটাবলৈ ধৰে। ধৃতৰাষ্ট্ৰৰ বৰ ল'ৰা দুৰ্যোধন যুধিষ্ঠিৰৰ সমবয়সী। পাণ্ডৱ কেইজন শাস্ত্ৰজ্ঞান আৰু ৰণবিদ্যাত পাৰ্গত হোৱা দেখি দুৰ্যোধন অতিশয় ঈৰ্ষান্বিত হৈছিল। এই কথা কুন্তীৰ অবিদিত নাছিল। পুত্ৰকেইজনৰ অমঙ্গল হোৱা যেন আশংকা কৰিলে, তেওঁ ধৰ্মপ্ৰাণ বিদুৰৰ পৰামৰ্শ গ্ৰহণ কৰিছিল। হস্তিনাপুৰীত একমাত্ৰ বিদুৰেই আছিল পাণ্ডৱৰ হিতাকাংক্ষী। ভীষ্ম আৰু দ্ৰোণ পাণ্ডৱৰ হিতাকাংক্ষী আছিল যদিও তেওঁলোক কৌৰৱৰ 'অৰ্থদাস' আছিল।

সুখ দুখত কৌৰৱৰ (ধৃতৰাষ্ট্ৰৰ) আশ্ৰয়ত কুন্তীয়ে পুত্ৰকেইজনৰ লগত দিন কটাবলৈ ধৰে। কুমাৰসকলৰ বিদ্যাধ্যয়নো শেষ হ'ল। পাণ্ডৱ কেইজন সকলো বিষয়তে পাৰ্গত হৈ উঠিল। কুৰু-পাণ্ডৱৰ ৰণবিদ্যা প্ৰদৰ্শন কৰিবলৈ দ্ৰোণাচাৰ্যই এক প্ৰদৰ্শনীমূলক ৰণবিদ্যাৰ আয়োজন কৰে। হস্তিনাপুৰৰ স্ত্ৰী-পুৰুষ সকলো সেই ৰণকৌশল চাবলৈ কুৰুক্ষেত্ৰত সমবেত হ'ল। কুন্তীৰ পৰিত্যক্ত পুত্ৰ কৰ্ণও তাত উপস্থিত আছিল। কুন্তীয়ে কৰ্ণৰ সহজাত কবচ-কুণ্ডল দেখিয়েই চিনিব পাৰিছিল। এই প্ৰদৰ্শনীত অৰ্জুনে অপৰিসীম ৰণকৌশল প্ৰদৰ্শন কৰাৰ পাছতে কৰ্ণই ৰঙ্গমঞ্চত প্ৰৱেশ কৰি অৰ্জুনক যুদ্ধলৈ আহ্বান কৰে। তেওঁলোকৰ মাজত যুদ্ধ-সম্ভাৱনা দেখি কুন্তীৰ মন ভয়ত ব্যাকুল হৈ পৰে।

"কুন্তিভোজসুতা মোহং বিজ্ঞাতাৰ্থা জগামহ।"

বিদুৰে পৰিচাৰিকা নিয়োগ কৰি কুন্তীক সুস্থ কৰে। দুৰ্যোধনে কৰ্ণৰ সাহস আৰু ৰণকৌশল দেখি বন্ধুত্বডোলেৰে তেওঁক বন্ধন কৰে আৰু অঙ্গদেশৰ ৰজা পাতি দিয়ে। এতিয়া কৰ্ণই ক্ষত্ৰিয় ৰজাৰ মৰ্যাদা লাভ কৰিবলৈ সমৰ্থ হয়। কৰ্ণ ৰজা হোৱা দেখি কুন্তীয়ে মনত প্ৰীতি লাভ কৰিলেও সেই ভাৱ ফুটাই একো কথা কোৱা নাছিল।

পাণ্ডৱৰ শক্তি-সামৰ্থ্য আৰু শৌৰ্য্য-বীৰ্য দেখি ঈৰ্ষাপৰায়ণ ধৃতৰাষ্ট্ৰই কূট মন্ত্ৰীৰ পৰামৰ্শ মতে পাণ্ডৱক পুৰি মাৰিবলৈ এটা লাৰে নিৰ্মাণ কৰা ৰাজপ্ৰাসাদলৈ তেওঁলোকক পঠাই দিয়ে। কিন্তু বিদুৰে ম্লেচ্ছভাষাত যুধিষ্ঠিৰক সাৱধান কৰি দিয়ে। বিদুৰৰ নিৰ্দেশ মতেই মাজনিশা ভীমে লাৰ প্ৰাসাদত জুই জ্বলাই দি সুৰঙ্গপথেদি (এই সুৰঙ্গপথো খানিছিল বিদুৰৰ মানুহে) বাহিৰ হৈ গঙ্গা নদীৰ পাৰত উপস্থিত হয় আৰু তাতো বিদুৰৰ মানুহেই তেওঁলোকক গঙ্গা পাৰ কৰি

দিয়ে। ভীমে অৰণ্যপথত বৃদ্ধা কুন্তীক কান্ধত বহন কৰি নিছিল আৰু পথশ্রান্তিত পাণ্ডৱসকল শুই থাকোঁতে ভীমে পহৰা দিছিল। শুই থকা অৱস্থাতে হিড়িম্বা ৰাক্ষসীয়ে তেওঁলোকক খাবলৈ আহি ভীমৰ ৰূপত মুগ্ধ হৈ তেওঁক পতিবৰণ কৰিব খোজাত ভীমে ৰাক্ষসীৰ অনুৰোধ প্রত্যাখ্যান কৰে। কিন্তু যুধিষ্ঠিৰ আৰু কুন্তীৰ আদেশক সন্মান জনাই হিড়িম্বা ৰাক্ষসক বধ কৰি ভনীয়েকক বিয়া কৰায়। তেওঁলোকৰ মিলনৰ ফলত জন্ম হয় ঘটোৎকচৰ।

ৰাক্ষসীৰ গৰ্ভজাত পুত্রই যেতিয়া পিতামহী কুন্তীৰ পৰা বিদায় প্রার্থনা কৰে, তেতিয়া কুন্তীয়ে আশীৰ্বাদ দি কৈছিল ঃ

ত্বং কুৰূণাং কুলে জাতঃ সাক্ষাদ্ ভীমসেনোঽসি।
জ্যেষ্ঠঃ পুত্রোঽসি পঞ্চানাং সাহায্যং কুৰু পুত্রক ॥ আদি ১৫৫/৪৩

‘হে বৎস, তুমি কুৰুবংশত জন্মগ্রহণ কৰিছা, সাক্ষাৎ ভীমসদৃশ, পাণ্ডৱসকলৰ জ্যেষ্ঠ পুত্র, আশা কৰো আমাক বিপদত সহায় কৰিবা।” ইয়াৰ উত্তৰত ঘটোৎকচে কৈছিল যে যেতিয়াই পাণ্ডৱে স্মৰণ কৰিব তেতিয়াই তেওঁ সহায়ৰ অৰ্থে উপস্থিত হ’ব।”

অৰণ্যবাসী পাণ্ডৱৰ দুখৰ দিনত ব্যাসদেৱ সঘনে আহি তেওঁলোকক নানা উপদেশ দি সান্ত্বনা দিছিল। ব্যাসদেৱৰ উপদেশতে একচক্রা নগৰত ব্রাহ্মণবেশত এজন ব্রাহ্মণৰ ঘৰত অতিথি হৈ নিবাস কৰিছিল। তাত তেওঁলোকে ভিক্ষা কৰি পেট প্রৱৰ্ত্তাইছিল।

এদিন যুধিষ্ঠিৰকে প্রমুখ্য কৰি চাৰি ভ্রাতাই ভীমক মাকৰ ওচৰত ৰাখি ভিক্ষাৰ্থে ওলাই যায়। অলপ পাছতে বামুনৰ ঘৰত কন্দাকটাৰ শব্দ কুন্তীয়ে শুনিবলৈ পালে। কুন্তীয়ে ব্রাহ্মণৰ ভিতৰলৈ সোমাই গৈ ঘৰৰ সকলোকে কান্দি থকা দেখা পালে। কন্দাৰ কাৰণ সোধাত ব্রাহ্মণে কলে যে নগৰৰ কাযতে বক নামে এটা ৰাক্ষস থাকে। তাক দিনো এটা মানুহ খাবলৈ দিব লাগে, নহলে সি বহুত মানুহ সি একেদিনাই খাই থব পাৰে। সেই কাৰণে নগৰবাসীয়ে তাৰ লগত দিনো এটা মানুহ তাক খাবলৈ দিয়াৰ বন্দৱস্ত কৰে। সেই দিনা বলি আগবঢ়োৱাৰ পাল ব্রাহ্মণৰ। ব্রাহ্মণপুত্র ৰাক্ষসৰ ঘৰলৈ যাবলৈ ওলোৱাৰ কাৰণে কন্দাকটা লাগিছে আৰু ব্রাহ্মণ পৰিয়ালৰ প্রত্যেকে নিজকে বলি হবলৈ যাব খোজাত কন্দাকটা আৰম্ভ হৈছে। এই ঘটনাই তেওঁলোকৰ বিলাপৰ কাৰণ।

ব্রাহ্মণ পৰিবাৰৰ দুঃখ দেখি কুন্তীৰ অন্তৰ গলি গ’ল, তেওঁ সকলোকে অভয় দি ক’লে যে পাঁচজন পুত্রৰ ভিতৰত এজন পুত্রক বলিৰূপে পঠাব, ব্রাহ্মণ নিশ্চিন্ত হৈ থাকক। এই কথাত ব্রাহ্মণ সিঁহৰি উঠিল। তেওঁ কোনোপধ্যে সেই প্রস্তাৱ মানি ল’ব নোখোজে। আশ্রিতক বলিৰূপে আগবঢ়াই দিবলৈ তেওঁ মান্তি নহ’ল। কুন্তীৰ নিৰ্ভয় আশ্বাস বাণীত অৱশেষত মান্তি হয়, যেতিয়া কুন্তীয়ে ভীমক আগবঢ়াই দি তেওঁ যে বহুত ৰাক্ষসক আগতে বধ কৰা বুলি আশ্বাস দিলে, লগতে এই কথাও

ক'লে যে তেওঁৰ পুত্ৰৰ শক্তি সামৰ্থ্যৰ কথা যেন ব্ৰাহ্মণে গোপন ৰাখে। শক্তিৰ কথা ক'লে অনেক বিদ্যাৰ্থী আহি তেওঁৰ পুত্ৰক বিৰক্ত কৰিব। আনক এই ৰাক্ষস বধৰ কৌশল শিকাবলৈ গুৰুৱে মানা কৰি থৈছে।

কুন্তীৰ বাক্যত পতিয়ন গৈ ব্ৰাহ্মণে যেন পুনৰ জন্ম পালে। তেওঁ কুন্তীৰ কৰুণা দেখী বিস্ময়ান্বিত হ'ল। মাকৰ আদেশত যেতিয়া ভীম যাবলৈ ওলাইছে, সেই সময়ত যুধিষ্ঠিৰ আদি চাৰি ভাই ভিক্ষাৰ পৰা উভতি আহি ঘৰ সোমাল, তেতিয়া যুধিষ্ঠিৰে মাকক তেনে কাৰ্য্যৰ কাৰণে তিৰস্কাৰ কৰে। কিন্তু মনস্বিনী আৰু তেজস্বিনী কুন্তীয়ে যেতিয়া ভীমৰ শক্তিৰ কথা কলে যে আশ্ৰয়দাতাৰ বিপদত তেওঁলোকে সহায় কৰা উচিত। যুধিষ্ঠিৰ মনে মনে থাকিল। কুন্তীয়ে এই প্ৰসঙ্গতঃ ক'লে যে জতুগৃহৰ পৰা পলায়ন কৰোঁতে তেওঁ ভীমৰ শক্তিৰ পৰিচয় পাইছিল। এতিয়াও বকৰাক্ষসক বধ কৰি ভীম যে উভতি আহিব, সেই বিষয়ে তেওঁ নিশ্চিত। এই ঘটনাৰ পৰা কুন্তীৰ আত্মবিশ্বাস আৰু সাহসৰ পৰিচয় পোৱা যায়।

ইয়াৰ কিছুদিনৰ পাছত কুন্তীসহ পাণ্ডৱ পাঞ্চাল নগৰৰ সমীপত এজন কুম্ভকাৰৰ আশ্ৰয়ত থাকিবলৈ লয়। এনেতে শুনিবলৈ পালে পাঞ্চালীৰ বিবাহৰ কথা। অৰ্জুনে ছদ্মবেশত (ব্ৰাহ্মণৰ বেশত) মৎসচক্ৰ ভেদ কৰি দ্ৰুপদ নন্দিনী পাঞ্চালীক লাভ কৰে। বাধা সৃষ্টি কৰা ৰজাসকলক ভীমাৰ্জুনে যুদ্ধত পৰাজয় কৰি দ্ৰৌপদীসহ বৰ্ষণমুখৰ ৰাতি যেতিয়া ঘৰৰ ভিতৰত থকা মাকক ক'লে, "মা, আমি আজি নতুন ভিক্ষা সংগ্ৰহ কৰি আনিছোঁ", তেতিয়া কুন্তীয়ে ভিতৰৰ পৰাই মাত লগালে, "বাছাহঁত, তোমালোক আটাইকেইটিয়ে সমানে ভগাই খোৱা" তেতিয়া পাণ্ডৱ কেইজন বিপাঙত পৰিল। মাতৃ আজ্ঞা উলংঘন কৰিব নাপায়। ভিতৰ সোমাই যুধিষ্ঠিৰে যেতিয়া সকলো কথা মাকক বুজাই ক'লে, তেতিয়া কুন্তীয়ে ক'লে, "বৎস, মই নৱবধূক নেদেখাকৈ ঘৰৰ ভিতৰৰ পৰাই তোমালোকক ভিক্ষালব্ধ বস্তু ভগাই খাবলৈ ক'লোঁ। এতিয়া মোৰ বাক্য যাতে অথলে নাযায়, আৰু ৰাজকুমাৰীও যাতে ধৰ্মভ্ৰষ্টা নহয়, তেনে ব্যৱস্থা কৰা।" কুন্তীয়ে নিজৰ পঞ্চপতিৰ কথা চিন্তা কৰিয়েই এই কথা কৈছিল। যুধিষ্ঠিৰে মাকৰ অজ্ঞানপ্ৰসূত বাক্য উলংঘন কৰিলে দোষ নহ'ব বুলি ভাবি অৰ্জুনক দ্ৰৌপদীৰ পাণিগ্ৰহণ কৰিবলৈ উপদেশ দিয়ে। কিন্তু অৰ্জুনে মাকৰ আদেশ অমান্য কৰিবলৈ অমান্তি হয়। উপায় নাপাই, মাকৰ আদেশ পালন কৰি পাঁচো ভায়ে দ্ৰৌপদীক পত্নীৰূপে গ্ৰহণ কৰে।

ইয়াৰ পাছত কিছুদিন পাণ্ডৱসকল দ্ৰৌপদীসহ পাঞ্চাল নগৰতে বাস কৰিছিল। পাঞ্চাল ৰাজশক্তিৰ সহায় আৰু পাণ্ডৱসকলৰ শক্তিৰ কথা জানিব পাৰি ভীষ্ম-দ্ৰোণৰ উপদেশত ধৃতৰাষ্ট্ৰই বিদুৰক পঠাই পাণ্ডৱসকলক আধা ৰাজ্য দান কৰি ইন্দ্ৰপ্ৰস্থলৈ পঠাই দিয়ে। ইন্দ্ৰপ্ৰস্থত নতুন ৰাজধানী স্থাপন কৰি আৰু বিভিন্ন দেশ জয় কৰি যুধিষ্ঠিৰক চক্ৰৱৰ্তী ৰজা পতা হয় ৰাজসূয় যজ্ঞ সম্পন্ন কৰি। ঈৰ্ষাতুৰ ধৃতৰাষ্ট্ৰই পুত্ৰ দুৰ্যোধন আৰু শকুণিৰ পৰামৰ্শত যুধিষ্ঠিৰক দ্যূতক্ৰীড়ালৈ আহ্বান

কৰে। কুটপাশা খেলি দুই বাৰেই যুধিষ্ঠিৰক পৰাজয় কৰে। যুধিষ্ঠিৰে ধনসম্পতি আৰু ৰাজ্য হেৰুৱাই বাৰ বছৰ বনবাস আৰু এ বছৰ অজ্ঞাত বাস খাটিব লগা হয়। পাশাখেলত যুধিষ্ঠিৰৰ উপৰিও তেওঁৰ চাৰি ভাই, মাতৃ কুন্তী আৰু পাঞ্চালী উপস্থিত আছিল। যুধিষ্ঠিৰে এই খেলত প্ৰথমবাৰ পৰাজয় হওঁতে ধৃতৰাষ্ট্ৰই দ্ৰৌপদীক বৰ দিয়াৰ ছলেৰে পাণ্ডৱক ৰাজ্য-সম্পত্তি ঘূৰাই দিয়ে। কিন্তু দ্বিতীয়বাৰ পৰাজয়ত বিশেষ একো 'নকৰিলে। পাণ্ডৱ বনলৈ যাব লগা হ'ল। এইবাৰ বিদুৰে কুন্তীক বন'ল যাবলৈ নিদি তেওঁৰ ঘৰতে সসন্মানে ৰাখিলে। পাণ্ডৱেও বিদুৰৰ প্ৰস্তাৱত আনন্দে সন্মতি জনালে। কুন্তী বিদুৰৰ ঘৰত থাকি গ'ল।

অৰণ্যযাত্ৰাৰ সময়ত দ্ৰৌপদীয়ে শাহুৰ পৰা বিদায় লবলৈ যাঁওতে কুন্তীয়ে বাষ্প-ৰুদ্ধকণ্ঠে আশীৰ্বাদ দিছিল ঃ

বৎসে, শোকো ন তে কাৰ্য্যঃ প্ৰপ্যেদং ব্যসনং মহৎ।
স্ত্ৰীধৰ্মাণামভিজ্ঞাসি শীলাচাৰৱতী তথা॥ আদি ৭৯। ৩-৮

'হে বৎসে, মহাদুখত পৰিলেও শোক নকৰিবা। তুমি স্ত্ৰীধৰ্মত অভিজ্ঞা, আৰু চৰিত্ৰ-আচাৰত প্ৰতিষ্ঠিতা। স্বামীসকলৰ প্ৰতি কেনে আচৰণ কৰিব লাগে তোমাক নকলেও হ'ব। তুমি সতী-সাধ্বী, গুণৱতী; পিতৃকুল আৰু শশুৰকুল তুমি উজ্বল কৰিছা। তুমি যে কুৰুকুলক শাপি ভস্ম কৰা নাই, এইটো তেওঁলোকৰ সৌভাগ্য। তোমাৰ যাত্ৰাপথ মঙ্গলময় হওক। সাধ্বী নাৰী ভৱিষ্য চিন্তা কৰি উদ্বিগ্ন নহয়। ধৰ্মই তোমাক ৰক্ষা কৰিব আৰু অচিৰে তুমি শ্ৰেয়স্ লাভ কৰিবা। মোৰ নুমলীয়া ল'ৰা সহদেৱে যাতে কষ্ট নাপায় তাৰ প্ৰতি লক্ষ্য ৰাখিবা।"

ওপৰত উদ্ধৃত কৰা কুন্তীৰ শেষৰ বাক্যই সতিনীপুত্ৰ সহদেৱৰ প্ৰতি কুন্তীৰ মৰম আৰু মাদ্ৰীক দিয়া প্ৰতিশ্ৰুতি-পালনৰ চানেকি দাঙি ধৰিছে। বিদায়প্ৰাৰ্থী, মৃগচৰ্ম-ধাৰী পুত্ৰসকলক আলিঙ্গন কৰি কুন্তীয়ে কান্দি কান্দি পৰলোকগত পাণ্ডুক পুত্ৰসকলৰ মঙ্গল প্ৰাৰ্থনা কৰে। যাবলৈ ওলোৱা সহদেৱক সাৱটি কৰুণ সুৰে কয় ঃ

সহদেৱ, নিবৰ্ত্তস্ব, ননু ত্বমসি মে প্ৰিয়ঃ।
শৰীৰাদপি মাদ্ৰেয় মা মাং ত্যাক্ষীঃ কুপুত্ৰবৎ॥

'বৎস সহদেৱ, তুমি মোৰ শৰীৰতকৈয়ো প্ৰিয়। কুপুত্ৰৰ দৰে মোক ত্যাগ নকৰিবা। তোমাৰ ভাইসকল যদি সত্য পালনৰ অৰ্থে বনলৈ যায়, যাওক। তুমি ইয়াত থাকি মোক পালন কৰা। তাতে তোমাৰ ধৰ্ম ৰক্ষা হ'ব।"

জননীৰ কৰুণ বিলাপত ব্যথিত পাণ্ডুপুত্ৰসকলে পদধূলি লৈ বনলৈ যাত্ৰা কৰে। বিদুৰো শোকমগ্ন হৈ কুন্তীক লৈ নিজ গৃহলৈ উভতি যায়। বিদুৰে বৌৱেকক যিমান পাৰে সুখত ৰাখিবলৈ চেষ্টাৰ ত্ৰুটি কৰা নাছিল। তথাপিও পুত্ৰসকলক স্মৰণ কৰি তেৰ বছৰ দুখত কাল অতিবাহিত কৰে। ৰাজমাতাই বিদুৰৰ পৰ্ণকুটীৰত কাল কটাব লগা হোৱাত কৃষ্ণই মাজে মাজে পেহীয়েকক সান্ত্বনা প্ৰদান কৰিছিল।

পাণ্ডৱৰ বাৰ বছৰ বনবাস আৰু এবছৰ অজ্ঞাতবাস পূৰ্ণ হ'ল। যুদ্ধ নোহোৱাকৈ, যাতে শান্তিপূৰ্ণ উপায়ে পৈত্ৰিক ৰাজ্য উদ্ধাৰ হয় তাৰ কাৰণে চেষ্টা কৰিবলৈ শ্ৰীকৃষ্ণক দূতৰূপে হস্তিনাপুৰলৈ পঠোৱাৰ স্থিৰ হয়। তেওঁ বিদুৰৰ আতিথ্য স্বীকাৰ কৰি কুন্তীক গধূলি দেখা কৰে। কৃষ্ণক দেখা পাই সাৱট মাৰি ধৰি হুকহুকাই কুন্তীয়ে কান্দিব'ল ধৰে। কৃষ্ণৰ সান্ত্বনাত কিছু প্ৰকৃতিস্থ হৈ তেওঁ পুতেক-বোৱাৰীয়েকৰ কুশল-মঙ্গল সোধে। পুতেকহঁতৰ দুখ কষ্টৰ কথা শুনি আকৌ বিহ্বল হৈ পৰে। এইবিলাক কথা সোধোতে মাজে মাজে বিদুৰৰ প্ৰশংসা শুনিবলৈ পাওঁ দ্যুত সভাত, ভীষ্ম দ্ৰোণাদিৰ উপস্থিতিত দ্ৰৌপদীৰ লাঞ্ছনাৰ কথা কৈ পাণ্ডৱ মাতৃয়ে কান্দি কান্দি কৈছিল ঃ

তস্যাং সংসদি সৰ্বেষাং ক্ষত্তাৰং পূজয়াম্যহং।
বৃত্তেন হি ভৱত্যাৰ্যো ন ধনেন ন চ বিদ্যয়া ॥

"এই সভাৰ উপস্থিত ব্যক্তিসকলৰ মাজত মই কেৱল ক্ষত্তাকে শ্ৰদ্ধা কৰোঁ। ধন আৰু বিদ্যাই মানুহক আৰ্য্য নকৰে, একমাত্ৰ চৰিত্ৰগুণেহে মানুহক সভ্য বুলি পৰিচয় দিয়ে। সেই মহামতি, ধীৰ, মহাত্মা বিদুৰৰ চৰিত্ৰই তেওঁৰ অলংকাৰ। এনে চৰিত্ৰ ত্ৰৈলোক্যত বিৰল।"

ইয়াৰ পাছত কুন্তীয়ে মনৰ দুখত কৃষ্ণক ক'লে, "ধৃতৰাষ্ট্ৰৰ পুত্ৰসকলক মই কোনো দিনেই পৰ বুলি ভবা নাই, মোৰ ল'ৰাকেইটাৰ সমতুল্য ভাবিয়েই মৰম কৰি আহিছোঁ। হে কৃষ্ণ, সেই সুকৃতিৰ ফলতে মই তোমাক কৈছো যে শত্ৰুহননৰ পাছত পাণ্ডৱৰ লগতে তোমাক বৰ্ণবিজয়ীৰূপে দেখা পাম।"

পিতাক শূৰসেনে তেওঁক সন্তানহীনা কুন্তীভোজক কন্যাৰূপে দান কৰিছিল। কুন্তীয়ে ইয়াতো কষ্ট অনুভৱ নকৰাকৈ নাছিল। এই কথাও কৃষ্ণক নজনোৱাকৈ নাছিল। তেওঁ কৃষ্ণক কৈছিল ঃ

"পিতৰন্ত্বেৱ গৰ্হেয়ং নাত্মানং ন সুযোধনম্।
যেনাহং কুন্তিভোজায় ধনং বৃত্তৈৰিৱাৰ্পিতা ॥
বালাং মামাৰ্য্যকস্তুভ্যং ক্ৰীড়ন্তীং কন্দুহস্তিকাম।
অদাত্তু কুন্তিভোজায় সখা সখ্যে মহাত্মনে ॥
সাহং পিত্ৰা চ নিকৃতা শ্বশুৰৈশ্চ পৰন্তপ।
অত্যন্ত দুঃখিতা কৃষ্ণ কিং জীৱিত ফলং মম ॥ উদ্যোগ—৯০/৬২

"মই দুৰ্যোধনক বা নিজকো দোষ নিদিওঁ, বৰং পিতাকহে দোষ দিছোঁ। বদান্যৰূপে প্ৰখ্যাত লোকে যেনেকৈ নিজৰ ধন অক্লেশে আনক বিলাই দিয়ে, মোৰ পিতৃয়েও সেইদৰে মোক কুন্তিভোজক দান কৰিছিল। মই বাল্যকালত কন্দুকক্ৰীড়া খেলি থকা অৱস্থাতে তোমাৰ পিতামহে তেওঁৰ সখা মহাত্মা কুন্তীভোজৰ হাতত দত্তক কন্যাৰূপে মোক সম্প্ৰদান কৰে। হে পৰন্তপ, পিতাৰ পিতৃস্নেহৰ পৰা বঞ্চিতা মই

শ্বশুৰকুলতো ধৃতৰাষ্ট্ৰাদিৰ দ্বাৰা লাঞ্ছিতা হৈছোঁ। হে কৃষ্ণ, এনেদৰে দুঃখিতা মই জীয়াই থকাৰেই বা কি প্ৰয়োজন ?"

কুন্তীয়ে নিজৰ দাম্পত্যজীৱনৰ কথা প্ৰকাশ কৰা নাই। সম্ভৱতঃ মৃত স্বামীৰ কথা কোৱা অশোভন বুলি ভাবিছিল। কুমাৰী অৱস্থাত কৰ্ণৰ জন্মৰ কথা কোৱাও অসমীচীন বুলি ভাবিছিল। কিন্তু এইবোৰ কথা প্ৰকাশ নকৰিলেও তেওঁৰ খেদোক্তিৰ মাজেদি তাৰ ইঙ্গিত পোৱা যায়। কিন্দম মুনিৰ অভিশাপ বা অন্যকিবা কাৰণতে হওক, পাণ্ডুৱে যৌৱনকালত তেওঁৰ সকলো কামনা-বাসনা হয়তো পূৰ্ণ কৰিব পৰা নাছিল। মৃত্যুভয়ে তেওঁৰ মন আচ্ছন্ন কৰি ৰাখিছিল। স্বামীৰ আনন্দোজ্জ্বল মুখ বৰ কমেই দেখা পাইছিল। স্বামীৰ জীৱিত অৱস্থাত ক্ষেত্ৰজ পুত্ৰ জন্ম দিয়া জননীৰ পক্ষে আনন্দৰ বিষয় নহয়। শ্বশুৰৰ দ্বাৰা লাঞ্ছনা হোৱা উক্তিও প্ৰণিধানযোগ্য। কুন্তীয়ে শ্বশুৰ ভীষ্ম আৰু বৰজনাক ধৃতৰাষ্ট্ৰৰ কোন কাৰ্য্যলৈ ইঙ্গিত কৰিছে বুজা নাযায় যদিও, দুৰ্যোধনৰ কুকাৰ্য্যত মৌন থকাই 'মৌনং সম্মতি লক্ষণম্' বুলি দোষাৰোপ কৰা যেন লাগে।

কৃষ্ণৰ ওচৰত কুন্তীয়ে তেওঁৰ দুখকষ্ট আৰু ক্ষোভৰ কাৰণৰূপে বহু কথালৈ আঙুলিয়াইছে। জীৱনত কুন্তীয়ে পাণ্ডৱৰ কুৰুযুদ্ধত বিজয় পৰ্য্যন্ত শান্তি পোৱা নাছিল। কৃষ্ণক কুন্তীয়ে আৰু কৈছিল, "হে কেশৱ, মোৰ বৈধব্য, অৰ্থহানি দুৰ্যোধনৰ শত্ৰুতা আদি কাৰণত মই সিমান দুখ পোৱা নাই, কিন্তু পুত্ৰ কেইজনক দেখা নাপাই মই বৰ যন্ত্ৰণা ভোগ কৰিছোঁ। মৃত্যু শোকতো সান্ত্বনা আছে, কিন্তু এই শোকত সান্ত্বনা নাই। তুমি ধৰ্মনিষ্ঠ যুধিষ্ঠিৰক কবা যে তেওঁৰ ধৰ্ম ক্ষীণ হৈছে। যি পুত্ৰৱতী নাৰীয়ে পৰৰ আশ্ৰয়ত বাস কৰিব লগা হয়, সেই নাৰীৰ জীৱন বৃথা। ভীম আৰু অৰ্জুনক কবা যে ক্ষত্ৰিয় নাৰীয়ে যি উদ্দেশ্যে পুত্ৰ কামনা কৰে, তেওঁলোকে যেন সেই উদ্দেশ্য সফল কৰে। তেওঁলোকৰ ক্ষত্ৰিয়ত্বৰ পৰীক্ষা কাল উপস্থিত হৈছে। এই সময়ছোৱা যদি তেওঁলোকে বৃথা নষ্ট কৰে তেন্তে মই আৰু তেওঁলোকৰ মুখ নাচাওঁ। তেওঁলোকে যেন মৃত্যুলৈ ভয় নকৰে। এনে অৱস্থাত জীৱন বিসৰ্জন কৰা শ্ৰেয়ঃ। নকুল আৰু সহদেৱকো মোৰ এই কথা জনাবা। দ্ৰৌপদীৰ লাঞ্ছনাৰ প্ৰতিশোধ গ্ৰহণ নকৰিলে মোৰ এই দুখ নাযায়।"

ওপৰত উদ্ধৃত কৰা কুন্তীৰ কথাখিনিত বৃদ্ধা ক্ষত্ৰিয় নাৰী কুন্তীৰ শোক, তেজস্বিতা আৰু ক্ষত্ৰিয় ৰমণীৰ দৃঢ়তা আৰু মনোবল সুন্দৰকৈ প্ৰকাশ পাইছে। পুত্ৰসকলক ক্ষত্ৰিয়ৰ কৰ্ত্তব্য সোঁৱৰাই দি যুদ্ধ কৰি হলেও ন্যায্য প্ৰাপ্য উদ্ধাৰ কৰিবলৈ উদ্‌গনি দিছে। সেই যুদ্ধত মৃত্যু হলেও তেওঁৰ কোনো খেদ নাথাকিব। পুনৰাই শেষত কৃষ্ণক এই বুলি কলে—'তুমি পুত্ৰসকলৰ কল্যাণৰ অৰ্থে যি পথ গ্ৰহণ কৰিলে ভাল হ'ব, তাকে কৰিবা। তোমাৰ বুদ্ধি, বিক্ৰম আৰু প্ৰভাৱ মই ভালকৈ জানো। তুমিয়েই আমাৰ পৰম আশ্ৰয়।"

পেহীয়েকক সেৱা জনাই কৃষ্ণ হস্তিনাপুৰৰ ৰাজসভালৈ যাত্ৰা কৰে। সকলো

প্ৰকাৰে শান্তি স্থাপনৰ চেষ্টা কৰিও তেওঁ দুৰ্যোধনৰ অনমনীয় মনোভাব ঘূৰাব নোৱাৰিলে। পাঁচখন গাওঁ মাত্ৰ খোজাত, তাকো নিদি দুৰ্যোধনে ক'লে, "বেজিৰ মূৰত উঠি অহা মাটিকণো মই পাণ্ডৱক নিদিও।" বিফলকাম হৈ ঘূৰি আহি তেওঁ বিদুৰৰ ঘৰত কুন্তীক দেখা কৰে আৰু সকলো কথা বিবৰি পেহীয়েকক কয়। পুত্ৰসকলৰ প্ৰতি কুন্তীৰ বক্তব্য জানিবলৈ বিচৰাত কুন্তীয়ে ওজস্বিনী ভাষাত কৃষ্ণক কলে, "হে কৃষ্ণ, তুমি যুধিষ্ঠিৰক কবা যে তেওঁৰ বুদ্ধি আৰু কাৰ্য্য ক্ষত্ৰিয়-জনোচিত হোৱা নাই। ক্ষত্ৰিয় সন্তানে বাহুবলেৰে পৃথিৱী জয় কৰি ধৰ্মপথত থাকি প্ৰজাপালন কৰা কৰ্ত্তব্য। মই জ্ঞানবৃদ্ধসকলৰ পৰা শুনিছোঁ যে ধনপতি কুবেৰে ৰাজৰ্ষি মুচুকুন্দক সমস্ত পৃথিৱী দান কৰিব খোজাত, ৰাজৰ্ষিয়ে সেই দান গ্ৰহণ নকৰি কৈছিল যে বাহুবলে পৃথিৱী জয় কৰিহে পৃথিৱী ভোগ কৰিবলৈ ইচ্ছা কৰে। এই কথা শুনি কুবেৰ বিস্মিত হৈছিল। মুচুকুন্দৰ ইচ্ছাও পূৰ্ণ হৈছিল। ক্ষত্ৰিয় সন্তান তেনে তেজস্বী হোৱাটোহে মই কামনা কৰোঁ। যুধিষ্ঠিৰ ধৰ্মপথত থাকি পৈত্ৰিক ৰাজ্য উদ্ধাৰৰ অৰ্থে যুদ্ধ কৰাহে মই কামনা কৰোঁ। হে শত্ৰুনাশন তোমাক এটা ঐতিহাসিক পুৰণি কাহিনী কওঁ, কাণপাতি শুনা।"

"বিদুলা নামে এগৰাকী তেজস্বিনী ক্ষত্ৰিয় ৰমণী আছিল। তেওঁ পৰম বিদুষী আৰু বুদ্ধিমতী আছিল। তেওঁৰ পুতেক সঞ্জয় সিন্ধুৰাজৰ হাতত যুদ্ধত পৰাজিত হৈ অতি দীনভাৱে, কাপুৰুষৰ দৰে উদ্যমহীন হৈ কালকটোৱা দেখি তেজস্বিনী বিদুলাই পুতেকক তিৰস্কাৰ কৰি কবলৈ ধৰে, "হে শত্ৰুৰ হৰ্ষবৰ্দ্ধক কাপুৰুষ, মই জানো তোমাক গৰ্ভত ধাৰণ কৰা নাছিলো? তোমাৰ পিতৃ ক্ষত্ৰিয় নাছিল জানো? হে কাপুৰুষ উঠা, পৰাজিত হৈ শুই নাথাকিবা। কাপুৰুষ-বিলাকেহে অলপতে সন্তুষ্ট হৈ শুই থাকে। সাপৰ দাঁত উঘালিবলৈ গৈ প্ৰাণ ত্যাগ কৰাও ভাল, তথাপি কুকুৰৰ দৰে পৰসেৱা কৰি জীয়াই থকা নিৰৰ্থক। তিন্দুক কাঠৰ প্ৰজ্বলিত খণ্ডই যেনেকৈ অলপ সময়ত চাৰিওদিশে অগ্নিস্ফুলিঙ্গ বিকীৰণ কৰে, তুমিও সেইদৰে অলপ সময় বিক্ৰম প্ৰকাশ কৰি নিহত হোৱাও ভাল। তুঁহ জুইৰ দৰে কেৱল ধোঁৱা উলিয়াই জীয়াই থকাৰ কোনো মূল্য নাই। গাধৰ দৰে নিস্তেজ পুত্ৰই জানো বংশ ৰক্ষা কৰিব পাৰে? হয় বীৰত্ব প্ৰকাশ কৰা, নহয় মৃত্যু বৰণ কৰা।"

বিদুলাৰ কঠিন বাক্যত পুতেক সঞ্জয়ে কলে, 'মা তোমাৰ হৃদয় কি ইস্পাতৰ দ্বাৰা গঠিত? মাতৃ হৈ তুমি পুত্ৰক মৃত্যুৰ মুখলৈ ঠেলি দিছা?' নানা প্ৰকাৰ ওজৰ-আপত্তি দেখুৱাই সঞ্জয়ে মাতৃৰ বীৰত্বসূচক কথাত নতি স্বীকাৰ কৰিলে। তেওঁৰ ক্ষত্ৰতেজ উজ্জীৱিত হ'ল। সিন্ধুৰাজক যুদ্ধত পৰাভূত কৰি হৃত ৰাজ্য উদ্ধাৰ কৰিলে। হে কেশৱ, তুমি মোৰ ল'ৰা পাঁচটাক এই কাহিনী শুনাই ক'বা—ক্ষত্ৰিয়সন্তানে কেতিয়াও মৃত্যুলৈ ভয় কৰি শুই নাথাকে, যুদ্ধলৈ ভয় নকৰে। ল'ৰাকেইটাই যেন সততে কৃষ্ণাৰ লাঞ্চনাৰ কথা পাহৰি নাযায়।"

কৃষ্ণৰ মুখৰ পৰা মাতৃৰ তেজোদ্দীপ্ত ভাষণ শুনি পাণ্ডৱসকল বিস্মিত হ'ল। গুপ্তচৰৰ মুখৰ পৰা ভীষ্ম-দ্ৰোণই দুৰ্যোধনক বুজাইছিল যে মাকৰ মুখৰ পৰা ধৰ্মসঙ্গত উপদেশ শুনাৰ পাছত পাণ্ডৱে প্ৰাপ্য ৰাজ্য নাপালে কেতিয়াও নিষ্ক্ৰিয় হৈ নাথাকে, যুদ্ধ কৰি হলেও ৰাজ্যাংশ উদ্ধাৰ কৰিবই।

কৃষ্ণ উপপ্লব্যলৈ উভতি গৈ যুধিষ্ঠিৰক সকলো কথা জনালে। যুদ্ধৰ সম্ভাবনা দেখি বিদুৰ অতিশয় উদ্বিগ্ন হ'ল। তেওঁ কুন্তীৰ ওচৰলৈ গৈ দুঃখেৰে ক'লে, "কুৰু-পাণ্ডৱৰ মাজত যাতে বংশনাশী যুদ্ধ নহয়, তাৰ কাৰণে মই যথাসাধ্য চেষ্টা কৰি আছো, কিন্তু দুষ্টমতি দুৰ্যোধনে কৰ্ণ আৰু শকুনিৰ মন্ত্ৰণাত এই মহৎ বংশ নাশ কৰিবলৈ ওলাইছে। দুঃচিন্তাত মোৰ ৰাতি টোপনি নহা হৈছে।"

বিদুৰৰ কথাশুনি কুন্তীয়ে বিষণ্ণচিত্তে দীৰ্ঘনিশ্বাস ত্যাগ কৰে। জ্ঞাতিধ্বংসৰ আশংকাত তেওঁৰ হৃদয় ভাবাক্ৰান্ত হ'ল। এফালে জ্ঞাতি বধ আৰু আনফালে চিৰদাৰিদ্ৰ্য—এই দুটাই দুখদায়ক বুলি তেওঁ মনত বৰ অশান্তি ভোগ কৰিছিল। পিতামহ ভীষ্ম আৰু আচাৰ্য্য দ্ৰোণে স্নেহবশতঃ পাণ্ডৱৰ ক্ষতি নকৰে বুলি তেওঁ বিশ্বাস কৰিছিল। কিন্তু কৰ্ণ, শকুনিয়ে দুৰ্যোধনক কি মন্দবুদ্ধি দিয়ে তাৰ থিক নাই।

অয়ন্ত্বেকো বৃথা দৃষ্টি ধাৰ্ত্তৰাষ্ট্ৰস্য দুৰ্ম্মতেঃ।
মোহানুৱৰ্ত্তী সততং পাপো দ্বেষ্টি চ পাণ্ডবান্॥
মহত্যনৰ্থে নিৰ্বন্ধী বলবাংশ্চ বিশেষতঃ।
কৰ্ণঃ সদা পাণ্ডৱানাং তন্মে দহতি সম্প্ৰতি॥ উদ্যো-১৪৪/১৬

"এই পাপমতি কৰ্ণ দুৰ্যোধনৰ অসাধু কাৰ্য্যৰ সমৰ্থক, ব্যৱহাৰপাতিও অনাৰ্য্য। কৰ্ণই সদায় পাণ্ডৱসকলক দ্বেষ কৰে আৰু পাণ্ডৱৰ অহিত সাধনত তৎপৰ। কিন্তু এওঁ বৰ বলবান। মই কৰ্ণৰ চিন্তাতে দগ্ধ হৈ আছো। আজি মই মাতৃৰ দাবী লৈ তেওঁক দেখা কৰিম। সকলো কথা জানিলে কৰ্ণই নিশ্চয় কৰ্ণই পাণ্ডৱৰ অনিষ্ট চিন্তা পৰিহাৰ কৰিব।"

কুন্তীয়ে এইদৰে চিন্তা কৰি গঙ্গা নদীৰ ফালে যাবলৈ ধৰে। নদীৰ পাৰত কৰ্ণৰ বেদধ্বনি শুনি কিছু সময় অপেক্ষা কৰে। কৰ্ণৰ স্নানান্তে সন্ধ্যা-আহ্নিক কৰি ঘৰলৈ উভতি আহোঁতে পাৰতে কুন্তীয়ে লগধৰি আত্মপৰিচয় দি কৰ্ণ তেওঁৰে প্ৰথম সন্তান সেই কথা প্ৰকাশ কৰে আৰু কেনে অৱস্থাত, কুমাৰী কালতে তেওঁক জন্ম দি পৰিত্যাগ কৰিব লগীয়া হয় সেই কথাও প্ৰকাশ কৰে। কুন্তীয়ে কলে, "বৎস, তুমি অধিৰথ আৰু ৰাধাৰ সন্তান নহয়, মোৰহে প্ৰথম সন্তান। সূৰ্য্যদেৱতা তোমাৰ পিতা, মই তোমাক কনিষ্ঠ ভাইসকলৰ মাজলৈ আহ্বান কৰিছোঁ, তোমাক ৰাজ্যদান কৰি তোমাক সেৱা কৰি থাকিব। তোমাক আজিৰ পৰা কোনেও কোনেও সূতপুত্ৰ নুবুলিব।"

আকাশৰ পৰা সূৰ্য্যদেৱেও কুন্তীৰ বাক্যৰ প্ৰতিধ্বনি কৰিলে, কিন্তু সত্যকাম

কৰ্ণ বিচলিত নহ'ল, "মা, তুমি জন্ম-মুহূৰ্ত্তে মোক বিসৰ্জন দি মোৰ জীৱন অভিশপ্ত কৰিছা। মাতৃস্নেহ বিসৰ্জন দি যি নিকৰুণ কাৰ্য্য কৰিলা, মহাশত্ৰুৱেও তেনে কাৰ্য্য নকৰে। এতিয়া টানত পৰি পুত্ৰস্নেহত মোৰ ওচৰ চাপিছা। মই দুৰ্যোধনক বিশ্বাসঘাতকতা কৰিব নোৱাৰোঁ। তেওঁ মোৰ বিপদৰ বন্ধু। মই দুৰ্যোধনৰ সপক্ষে প্ৰাণপণে তোমাৰ পুত্ৰৰ লগত যুদ্ধ কৰিম। তোমাৰ অনুৰোধ ৰক্ষা কৰি তোমাক কথা দিছোঁ যে অৰ্জুনৰ বাদে বাকী কেইজনক বধ কৰাৰ সুযোগ পালেও বধ নকৰোঁ, কিন্তু অৰ্জুনক বধ কৰিবলৈ মই যথাসাধ্য চেষ্টা কৰিম। হয় তেওঁ মোক বধ কৰিব, নহয় মই তেওঁক বধ কৰিম ; শেষত তোমাৰ পাঁচ পুত্ৰই থাকিব।" কৰ্ণৰ কথা শুনি কুন্তীয়ে আলিঙ্গন কৰি শোকাকুল মনে বিদায় ললে।

ইয়াৰ পাছত মহাযুদ্ধ আৰম্ভ। যুদ্ধৰ সময়ছোৱাত কুন্তীৰ বিশেষ সংবাদ নাপাওঁ। বিদুৰৰ ঘৰত থাকি সম্ভৱতঃ নিত্য ঘটনা শুনিবলৈ পাইছিল। এই অস্থিৰ কালছোৱাত তেওঁৰ দুঃশ্চিন্তা, উদ্বেগ আৰু শোক অনুমান সাপেক্ষহে।

মহাযুদ্ধৰ শেষত হস্তিনাপুৰ আৰু ইন্দ্ৰপ্ৰস্থৰ নাৰীসকলে মৃত স্বামীৰ সন্ধানত কুৰুক্ষেত্ৰত সমবেত হয়। বিধবা আৰু পুত্ৰহাৰা মাতৃৰ ক্ৰন্দনত কুৰুক্ষেত্ৰ বেদনাৰ্ত্ত হৈ পৰে। নাৰীৰ কৰুণ বিলাপ, আৰ্ত্তনাদত কুৰুক্ষেত্ৰ মুখৰিত হৈ পৰে। এই হৃদয় বিদাৰক দৃশ্য বৰ্ণনাতীত। পাণ্ডৱ আৰু কৃষ্ণই ধৃতৰাষ্ট্ৰ আৰু গান্ধাৰীক প্ৰবোধ দি কুন্তীৰ ওচৰলৈ আহে।

চিৰস্য দৃষ্টবা সা পুত্ৰান পুত্ৰাদিভিৰভিপ্লুতা,
বাষ্পমাহাৰয়চ্ছেৰী বস্ত্ৰেণাবৃতা বৈ মুখম্ ॥ স্ত্ৰী পৰ্ব ১৫/৩৩

"বহু দিনৰ মূৰত পুত্ৰসকলক দেখি পুত্ৰসকলৰ দুখত দুখী হৈ কুন্তীয়ে কাপোৰে মুখ ধাকি কান্দিবলৈ ধৰে। পুত্ৰসকলেও জননীক কন্দা দেখি কান্দিবলৈ ধৰে। পুত্ৰসকলৰ ক্ষতস্থানত হাত বুলাই দ্ৰৌপদীৰ পুত্ৰশোকৰ কথা স্মৰণ কৰি উচ্চস্বৰে কান্দিবলৈ ধৰে। তেওঁৰ কাষতে মাটিত পৰি দ্ৰৌপদীয়ে বিলাপ কৰি আছিল। পতিসকলক আৰু শ্বাশুৰীক দেখি তেওঁৰ শোক উথলি উঠিছিল। কুন্তীয়ে বোৱাৰীয়েকক সাৱটি ধৰি বুকুৰ মাজলৈ টানি আনে। সকলোৱে শেষত শোকাকুলা গান্ধাৰীৰ কাষত উপস্থিত হৈ তেওঁক সান্ত্বনা দিবলৈ চেষ্টা কৰে।

বিধবা আৰু শোকসন্তপ্তা নাৰীসকলৰ শোকৰ অৱস্থাতে শৱদেহবোৰ সংগ্ৰহ কৰি বিদুৰে কাঠসংস্কাৰ কৰে। তাৰ পাছত ধৃতৰাষ্ট্ৰক আগত লৈ সকলো গঙ্গাৰ পাৰলৈ যাত্ৰা কৰে। প্ৰত্যেকজনেই প্ৰিয়জনৰ উদ্দেশ্যে সলিলাঞ্জলি প্ৰদান কৰে। পুত্ৰশোকাতুৰা কুন্তীয়ে আৰু কৰ্ণৰ কথা ঢাকি ৰাখিব নোৱাৰিলে। তেওঁ ইমান দিনে যি কথা গোপনে ৰাখিছিল আৰু তিলে তিলে দগ্ধ হৈছিল সেই কথা কান্দি কান্দি প্ৰকাশ কৰি কলে, "বৎস, অতদিনে তোমালোকে যাক ৰাধাতনয় কৰ্ণ বুলি জানি আহিছা, সেই কৰ্ণ অধিৰথ আৰু ৰাধাৰ ল'ৰা নহয়, মোৰ গৰ্ভজাত সন্তান। যিজন মহাদানী, দুৰ্যোধনৰ প্ৰধান সহায়ক, মন্ত্ৰণাদাতা আৰু সখা আছিল সেইজন

অৰ্জুনৰ দ্বাৰা নিহত মহাবীৰ মোৰ প্ৰথম সন্তান। মোৰ কুমাৰী কালতে সূৰ্য্য-দেৱতাৰ ঔৰসত তেওঁৰ জন্ম হয়। লজ্জা আৰু কুৎসা ঢাকিবলৈ মই পেটিকাত ভৰাই উটাই দিছিলো। তোমালোকে তেওঁৰ প্ৰতিও তৰ্পণ অৰ্পণ কৰা।

কুৰুধ্বনন্দকং তস্য ভ্ৰাতুৰক্লিষ্টকৰ্ম্মণঃ।

স হি বঃ পূৰ্বজো ভ্ৰাতা ভাস্কৰান্ময্যজায়ত॥ স্ত্ৰীপৰ্ব ২৭।১১

"পুণ্যকৰ্মা কৰ্ণ তোমালোকৰ জ্যেষ্ঠ ভ্ৰাতা আছিল। সূৰ্য্যদেৱৰ পৰা তেওঁ মোৰ গৰ্ভত জন্মলাভ কৰিছিল। তেওঁৰ প্ৰতিও তৰ্পণ কৰা।"

জননীৰ বাক্যশুনি পাণ্ডৱসকল বজ্ৰাহত হ'ল। তেওঁলোকৰ, বিশেষকৈ যুধিষ্ঠিৰৰ শোক অতিশয় বৃদ্ধি পালে। কৰ্ণৰ উদ্দেশ্যে তৰ্পণ দি তেওঁ অভিশাপ দিলে যে নাৰীজাতিয়ে এতিয়াৰ পৰা কোনো কথা গোপনে ৰাখিব নোৱাৰিব। বিষণ্ণ যুধিষ্ঠিৰ কিছু শান্ত হৈ সকলোৰে অনুৰোধত আশীৰ্বাদলৈ সিংহাসনত বহিল। কুন্তীৰ মনত কিন্তু সুখ নাই। ঘনে ঘনে মৃত কৰ্ণলৈ মনত পৰে। অপাৰ ঐশ্বৰ্য্যৰ মাজত থাকিও পুত্ৰশোক পাহৰিব পৰা নাছিল। পুত্ৰশোকাতুৰা গান্ধাৰী আৰু ধৃতৰাষ্ট্ৰৰ সেৱাত আত্মনিয়োগ কৰি কোনো প্ৰকাৰে দিন কটাবলৈ ধৰে। এইদৰেই পোন্ধৰ বছৰ অতীত হ'ল।

ধৃতৰাষ্ট্ৰ, গান্ধাৰী আৰু বিদুৰে বানপ্ৰস্থ লবলৈ সংকল্প কৰি গৃহত্যাগ কৰে। যুধিষ্ঠিৰৰ অনুনয়-বিনয় উপেক্ষা কৰি কাতিমাহৰ পূৰ্ণিমা তিথিত হস্তিনাৰ ৰাজ-প্ৰাসাদৰ পৰা বাহিৰ ওলায়। কুন্তীয়ে নিজৰ কান্ধত গান্ধাৰীৰ হাতখন ৰাখি আগে আগে যাবলৈ ধৰে। গান্ধাৰীয়ে অন্ধ ধৃতৰাষ্ট্ৰৰ হাতখন ধৰি আগুৱাই নিছিল। কুন্তীয়ে যে চিৰদিনৰ কাৰণে গৃহত্যাগ কৰিছিল, এই কথা কোনেও নাজানিছিল। গান্ধাৰী আৰু ধৃতৰাষ্ট্ৰ হস্তিনাপুৰৰ সিংহদ্বাৰ অতিক্ৰম যাওঁতে অগণিত জনতাই তেওঁলোকক অনুসৰণ কৰে। বিদুৰ আৰু সঞ্জয়েও তেওঁলোকক অনুসৰণ কৰে। হস্তিনাত কান্দোনৰ ৰোল উঠিল। কিছুদূৰ যোৱাৰ পাছত ধৃতৰাষ্ট্ৰই প্ৰজাসকলক উভতিবলৈ অনুৰোধ কৰাত বিষণ্ণ মনে প্ৰজাবিলাক উভতি আহিল। যুধিষ্ঠিৰে মাকক কলে, "মা, বোৱাৰীসকলক লগত লৈ আপুনিও উভতি যাওঁক, মই বৰমা আৰু বৰপিতাৰ লগত আৰু কিছুদূৰ আগবাঢ়ি যাম।"

অশ্ৰুসিক্তা কুন্তীয়ে যুধিষ্ঠিৰৰ কথালৈ কৰ্ণপাত নকৰি আগবাঢ়ি গৈয়ে থাকিল। কিছুদূৰ গৈ যুধিষ্ঠিৰক কলে, "বাছা, সহদেৱক স্নেহ কৰিবা, তেওঁ তোমাৰ অনুৰক্ত। বুদ্ধিদোষত বা লাজত যাক মই এদিন পৰিত্যাগ কৰিছিলোঁ, সেই মহাবীৰ জ্যেষ্ঠ ভাই কৰ্ণক সততে মনত ৰাখিবা। সূৰ্য্যতনয় বীৰ্য্যবান পুত্ৰৰ পৰিচয় গোপন ৰাখিছিলো কাৰণে মোৰ হৃদয় বিদীৰ্ণ। ভাই কেইজনৰ লগত মিলি সেই জ্যেষ্ঠ ভ্ৰাতাৰ উদ্দেশ্যে দান-দক্ষিণা দিবা। তুমি এতিয়া বংশৰ পালক আৰু ৰক্ষক। ভাই কেইজন আৰু দ্ৰুপদ দুহিতাৰ কল্যাণচিন্তাত সততে অৱহিত

থাকিবা। মই গান্ধাৰী আৰু ধৃতৰাষ্ট্ৰৰ সেৱা কৰি তপস্বিনী হৈ বনতে জীৱনৰ বাকী কালছোৱা কটাম।"

জননীৰ এই নিদাৰুণ বাক্যত পাণ্ডৱসকল বিচলিত হৈ পৰিল। যুধিষ্ঠিৰ আৰু ভীমৰ করুণ ক্ৰন্দনেও তেওঁৰ মন টলাব নোৱাৰিলে। দ্ৰৌপদী, সুভদ্ৰাদিৰ বিলাপো ব্যৰ্থ হ'ল।

সা পুত্ৰান্ ৰুদ্ৰতঃ সৰ্বান্ মুহুৰ্মুহু ৰৱেক্ষতী,
জগা'মৈৱ মহাপ্ৰাজ্ঞা বনায় কৃতনিশ্চয়া ॥

আশ্ৰমিক ১৬।৩১

"সেই কৃতনিশ্চয়া মহাপ্ৰাজ্ঞা ৰোৰুদ্যমান পুত্ৰসকলৰ প্ৰতি বাৰে বাৰে দৃষ্টি নিক্ষেপ কৰি অৰণ্যৰ দিশে যাবলৈ ধৰে। পাণ্ডৱসকল আৰু আন পৰিজনেও তেওঁক বহুদূৰ আগুৱাই থলে।"

যুধিষ্ঠিৰে জননীৰ সংকল্প শুনি কলে যে যদি জননীৰ এনে বনগমনৰ ইচ্ছাই আছিল তেন্তে কৃষ্ণৰ মুখেদি তেওঁ বিদুলাৰ উপাখ্যান কিয় শুনাইছিল? কিয়, যুদ্ধ কৰি পৈত্ৰিক ৰাজ্য উদ্ধাৰ কৰিবলৈ প্ৰৰোচিত কৰিছিল?

যাওঁতে যাওঁতে কুন্তীয়ে চকুলো মুছি পুনৰ যুধিষ্ঠিৰক কলে, 'হে মহাবাহো, তোমালোকৰ ক্ষত্ৰতেজ জগাবলৈ মই বিদুলাৰ আখ্যান কৈছিলোঁ। তোমালোক আটাই কেইজন প্ৰৱল পৰাক্ৰমী আৰু ধৰ্মনিষ্ঠ। তোমালোক চিৰকাল শত্ৰুপৰাভূত হৈ বনে বনে ঘুৰি ফুৰিবা, সেইটো মোৰ কাম্য নাছিল। সেইকথা ভাবিলেও মোৰ দুখ লাগে। সেই কাৰণে তোমালোকক ৰাজ্যোদ্ধাৰ কৰিবলৈ প্ৰেৰণা দিছিলোঁ। তোমালোক পাঁচ ভাই আৰু দ্ৰৌপদীৰ অহেতুক লাঞ্ছনাত মৰ্মাহত হৈ প্ৰতিশোধ গ্ৰহণৰ নিমিত্তে তোমালোকলৈ উত্তেজনাপূৰ্ণ বাণীপ্ৰেৰণ কৰিছিলো। তোমালোকৰ মহৎবংশত যাতে কালিমা নপৰে, সেই উদ্দেশ্য আগত ৰাখি তোমালোকৰ তেজবৃদ্ধি কৰিবলৈ চেষ্টা কৰিছিলোঁ। বাহাহুঁত, মই স্বামীৰ সম্পত্তি ভোগ কৰিছো, স্বামীৰ ধন দান কৰিছো, যথাৰীতি সোমৰস পান কৰিছোঁ। মই নিজৰ ভোগৰ কাৰণে কৃষ্ণৰ যোগেদি বিদুলাৰ আখ্যান শুনোৱা নাই। তোমালোকক ৰক্ষা আৰু বিজয়ী কৰিবৰ উদ্দেশ্যে উত্তেজিত কৰিছিলোঁ।

নাহং ৰাজ্যফলং পুত্ৰাঃ কাময়ে পুত্ৰনিৰ্জ্জিতম্।
পতিলোকানহং পুণ্যান্ কাময়ে তপসা বিভো ॥

"পুত্ৰৰ দ্বাৰা বিজিত ৰাজ্য ভোগ কৰাৰ স্পৃহা মোৰ নাই। তপস্যাৰ দ্বাৰা পুণ্য পতিলোক লাভ কৰাহে মোৰ কামনা। অৰণ্যবাসী বৰজনা আৰু জাৰ সেৱা কৰি, তপস্যাৰ দ্বাৰা মোৰ দেহৰ নিবৃত্তি ঘটাম।

শেষত পুত্ৰসকলক আশীৰ্বাদ দি তেওঁ কৈছে ঃ

নিৱৰ্ত্তস্ব কুৰু শ্ৰেষ্ঠ, ভীমসেনাদিভিঃ সহ।
ধৰ্মেতে ধীয়তাং বুদ্ধিৰ্মনস্তু মহদস্তু চ ॥

"হে কুৰুশ্ৰেষ্ঠ, তুমি ভীমসেনাদিক লৈ উভতি যোৱা। ধৰ্মত তোমাৰ মতি স্থিৰ থাকক। তোমাৰ অন্তৰ মহৎ হওঁক।" এই আশীৰ্বাদ বাক্যত কুন্তীয়ে পুত্ৰসকলক ধৰ্মপৰায়ণ আৰু মহৎ হবলৈহে কৈছে। কুট, নৃশংস আৰু প্ৰতিশোধপৰায়ণ হবলৈ কোৱা নাই। কুন্তী যে অত্যন্ত ধৰ্মশীলা নাৰী আছিল, এই উক্তিয়েই তাৰ সাক্ষ্য বহন কৰে।

ইয়াৰ পাছত ধৃতৰাষ্ট্ৰ আৰু গান্ধাৰীয়েও কুন্তীক বনগমনৰ পৰা নিবৃত্ত হবলৈ অনুৰোধ কৰে, কিন্তু কুন্তীৰ মন ঘূৰাব নোৱাৰিলে। ঘৰত থাকি যে ধৰ্ম সঞ্চয় কৰিব পাৰি, সেই কথাও ক'লে, তথাপি কুন্তী নিজৰ অভিলাষত অটল হৈ থাকিল। শেষত পুতেক আৰু বোৱাৰীয়েক বিষণ্ণ মনে ৰাজধানীলৈ উভতি যাবলগা হ'ল। প্ৰথম নিশা তেওঁলোক ভাগিৰথী তীৰত কটায়। কুন্তীয়ে সেই ৰাতিতে ধৃতৰাষ্ট্ৰ আৰু গান্ধাৰীক সেৱা কৰাৰ ভাৰ গ্ৰহণ কৰে। গান্ধাৰী আৰু কুন্তী, উভয়ে বাকল আৰু অজীন ধাৰণ কৰি কঠোৰ তপস্যাত নিমগ্ন হ'ল। কিছুদিন তেওঁলোক ৰাজৰ্ষি, শতযূপৰ আশ্ৰমত বাস কৰে। ইফালে পাণ্ডৱসকলে শোক-দুখে বনবাসী মাতা আৰু আন আত্মীয়সকলক স্মৰণ কৰি দিন কটাবলৈ ধৰে। কুন্তীৰ বিয়োগত সহদেৱ আৰু বোৱাৰী কেইজনী অতিশয় ব্যথিত হৈ দুখত দিন নিয়াবলৈ ধৰে। এইদৰেই এবছৰ অতিবাহিত হল।

এবছৰৰ মূৰত যুধিষ্ঠিৰে সভ্ৰাতৃক মাক আৰু ধৃতৰাষ্ট্ৰ-গান্ধাৰীক প্ৰণতি জনাবলৈ অৰণ্যলৈ যাত্ৰা কৰে। ৰাজধানীৰ সকলো প্ৰজাই তেওঁলোকক অনুসৰণ কৰে। আশ্ৰমত উপস্থিত হৈ তেওঁলোকে জানিবলৈ পালে যে ধৃতৰাষ্ট্ৰ, গান্ধাৰী আৰু কুন্তী আদিয়ে যমুনাৰ পাৰলৈ যায়। ততালিকে তেওঁলোক যমুনাৰ পাৰত উপস্থিত হৈ প্ৰথমতে ধৃতৰাষ্ট্ৰক দেখা পাই দৌৰি গৈ চৰণবন্দনা কৰে। সহদেৱে কুন্তীৰ চৰণত সাবটি ধৰি উচ্চস্বৰে কান্দিবলৈ ধৰে। অশ্ৰুপূৰ্ণমুখী কুন্তীয়ে সহদেৱক বুকুৰ মাজলৈ টানি ললে। বাকী কেইজন পাণ্ডৱেও মাকক সেৱা কৰি কান্দিবলৈ ধৰে।

বিদুৰ স্বৰ্গগামী হ'ল। যুধিষ্ঠিৰ বিদুৰৰ আশ্ৰমতে এমাহ কাল থাকিল। এই শতযূপৰ আশ্ৰমত সেই সময়তে মহৰ্ষি ব্যাস আৰু দেৱৰ্ষি নাৰদ প্ৰভৃতি ঋষি-সকল সমবেত হয়। গান্ধাৰীয়ে তেওঁৰ মৃত পুত্ৰসকলৰ কি গতি হ'ল, সেই কথা জানিবৰ কাৰণে ব্যাসক প্ৰাৰ্থনা জনালে। গান্ধাৰীৰ প্ৰশ্ন শুনি কুন্তীয়ে তেওঁৰ জ্যেষ্ঠপুত্ৰ কৰ্ণক স্মৰণ কৰিবলৈ ধৰে, দিব্যদৃষ্টিসম্পন্ন ব্যাসদেৱে কুন্তীৰ মনোভাৱ জানিব পাৰি কোনো প্ৰশ্ন আছেনে সুধিলে।

তপস্বিনী কুন্তীৰ এতিয়া লোকলজ্জাৰ ভয় নাই। তেওঁ শ্বহুৰেকক প্ৰণাম কৰি, কৰ্ণ জন্মৰ সকলো কথা খুলি কলে, দুৰ্বাসাৰ পৰিচৰ্য্যা আৰু কৰ্ণৰ কুমাৰীকালতে জন্মৰ কথা বিৱৰি ক'লে ঃ

"তমহং পৰ্য্যতোষয়ম,
শৌচেন ত্যাগসন্ত্যাগৈঃ শুদ্ধেন মনসা তথা।
কোপস্থানেষ্পপি মহৎস্বকুপ্যন্ন কদাচন ॥

'অনপৰাধী হৈ শুচিতাৰ দ্বাৰা শুদ্ধচিত্তে মই মহৰ্ষি দুৰ্বাসাক পৰিতুষ্ঠ কৰিছিলো। খং উঠিব লগীয়া কথাতো মোৰ খং উঠা নাছিল।" দুৰ্বাসাদত্ত মন্ত্ৰৰ গুণাগুণ জানিবলৈ মন্ত্ৰটো মাতোতে সূৰ্য্যদেৱে উপস্থিত হৈ যি পুত্ৰক দান কৰিলে, তেৱেঁই যে কৰ্ণ সেই কথাও কুন্তীয়ে কবলৈ সংকোচ বোধ নকৰিলে।

নিবেদনৰ শেষত কুন্তীয়ে শহুৰক প্ৰাৰ্থনা কৰিছিল "ভগৱন, মই অভাগিনীয়ে লোকলজ্জাৰ ভয়ত সেই দেৱশিশুটিক নদীত বিসৰ্জন দিছিলো। এই কথা ভাবিলে মোৰ হৃদয় এতিয়াও হুমহুমাই উঠে। পাপ বা নিষ্পাপ যিয়েই নহওক, আপোনাৰ ওচৰত অকপটে প্ৰকাশ কৰিলো। সেই ল'ৰাটিক চাবলৈ মোৰ বৰ মন গৈছে; দয়া কৰি মোৰ শোক অপনোদন কৰক।" ব্যাসদেৱে কুন্তীক ক'লে যে কুন্তীৰ কোনো পাপ হোৱা নাই। দেৱতাসকলে ইচ্ছা কৰিলে সকলো কৰিব পাৰে। আত্মগ্লানিৰো কাৰণ নাই। সেই ৰাতিতে ভাগীৰথীৰ পৱিত্ৰ জলত স্নান কৰি ব্যাসদেৱে যুদ্ধ নিহত বীৰসকলক আহ্বান কৰে। তেওঁৰ যোগবলত পৰলোকগত বীৰসকল উপস্থিত হয়। সেই কাৰ্য্যত সকলোৱে আনন্দ পালে আৰু আচৰিতো হৈছিল।

কেই দিনমানৰ পাছত, ধৃতৰাষ্ট্ৰ আৰু গান্ধাৰীৰ অনুৰোধত অনিচ্ছাসত্ত্বেও পাণ্ডৱসকল হস্তিনালৈ ফিৰি আহে। যুধিষ্ঠিৰে মাকক ধৃতৰাষ্ট্ৰ আৰু গান্ধাৰীৰ আদেশ জনোৱাত কুন্তীয়ে চকুলো মচি সেই আদেশ সমৰ্থন কৰিলে। সহদেৱে মাকৰ ভৰিত সাৱটি ধৰি মাকক শুশ্ৰূষা কৰি আশ্ৰমতে থাকিব বুলি কোৱাত কুন্তীয়ে প্ৰাণাধিক নুমলীয়া পুত্ৰটিক নানাভাৱে বুজাই শান্ত কৰে আৰু ক'লে ঃ

উপৰোধো ভৱেদেৱমস্কাকং তপসঃ কৃতে।
ত্বৎস্নেহপাশবদ্ধা চ হীয়েয়ং তপসঃ পৰাৎ ॥
তস্মাৎ পুত্ৰক গচ্ছ ত্বং শিষ্টমল্পপণ্ড নঃ প্ৰভো। আশ্ৰ· ৩৬/৪১

"পুত্ৰ সহদেৱ, তুমি আমাৰ কাষত থাকিলে পুত্ৰস্নেহত আমাৰ তপস্যাত বিঘিনি ঘটিব। মোৰ শেষদিন আহিছেই। গতিকে বাছা, তুমি উভতি যোৱা।" এইদৰে কৈ কুন্তীয়ে পুত্ৰসকলক মস্তক ঘ্ৰাণ কৰি সাশ্ৰুনয়নে বিদায় দিলে। গুৰুস্থানীয় ব্যক্তি-সকলক প্ৰণাম কৰি আৰু তেওঁলোকৰ আশীৰ্বাদ প্ৰাৰ্থনা কৰি সকলোৱে পৰা বিদায় ল'ল।

ইয়াৰ পাছত দুবছৰ অতীত হ'ল। নানা তীৰ্থ পৰ্যটন কৰি এদিন দেৱৰ্ষি নাৰদ হস্তিনাপুৰত উপস্থিত হ'ল। তেওঁৰ পৰা জনা গ'ল যে হৰিদ্বাৰৰ কাষত, এখন গভীৰ অৰণ্যত যোগযুক্ত ৰাজৰ্ষি ধৃতৰাষ্ট্ৰ আৰু তপাস্বিনী গান্ধাৰী আৰু কুন্তীয়ে যোগযুক্ত হৈ গভীৰ অৰণ্যৰ বনাগ্নিত দেহাৰ্পণ কৰি মোক্ষ লাভ কৰে।

সঞ্জয়ৰ মুখৰ পৰা নাৰদে এই বৃত্তান্ত শুনিবলৈ পায়, আৰু বনাগ্নিত আত্মাহুতি দিয়া ধৃতৰাষ্ট্ৰ, গান্ধাৰী আৰু কুন্তীক স্বয়ং প্ৰত্যক্ষ কৰিছিল।

উক্ত সংবাদ শুনি হস্তিনাপুৰ মুহ্যমান হ'ল। নাৰদৰ উপদেশ আৰু সান্ত্বনা-বাক্যত কিছু প্ৰবোধ লাভ কৰি যুধিষ্ঠিৰে মানুহ পঠাই মৃতসকলৰ অস্থি সংগ্ৰহ কৰে আৰু তেওঁলোকৰ পাৰলৌকিক ক্ৰিয়াও যথাবিধি সম্পন্ন কৰে। মনস্বিনী পৃথাই জীৱনত সুখৰ মুখ খুব কমেই দেখিছিল। বাল্যকালতে তেওঁক পিতা শূৰসেনে বন্ধু কুন্তিভোজক পালিতা কন্যাৰূপে দান কৰিছিল। পিতাৰ এই দানত বয়ঃপ্ৰাপ্তা কুন্তীয়ে ভাল চকুৰে চাব নোৱাৰিছিল। তেওঁক মাতৃস্নেহৰ পৰা পিতাকে বঞ্চিত কৰিছিল। গোটেই জীৱন তেওঁ নিৰ্লিপ্তভাৱে সাংসাৰিক জীৱন অতিবাহিত কৰিছিল। ভৰ যৌৱনত স্বামী সুখৰ পৰা বঞ্চিত হ'ল। গাভৰু-কালতে অভিশাপগ্ৰস্ত বৈধব্য পালন কৰিছিল যদিও তেজস্বীতা তেওঁৰ চৰিত্ৰৰ অন্যতম উজ্জ্বল দিশ আছিল। বেদ-পুৰাণ আদি শাস্ত্ৰতো তেওঁৰ অভিজ্ঞতা কম নাছিল। সপত্নী পুত্ৰদ্বয়ক, বিশেষকৈ সুমলীয়া সহদেৱক অতিশয় মৰম কৰিছিল। সহদেৱো কুন্তীৰ সেৱাত নিমগ্ন আছিল। ব্যাস, বিদুৰ, কৃষ্ণ প্ৰভৃতি প্ৰজ্ঞাধিষ্ঠ-সকলেও 'প্ৰজ্ঞাৱতী', 'মহাপ্ৰজ্ঞ', 'মনস্বিনী' আদি বিশেষণ লগাইহে সম্বোধন কৰিছিল। তেওঁ যে কেৱল মহাবীৰৰ জননী আছিল, কেৱল সেয়ে নহয়। তেওঁ নিজেও এগৰাকী বীৰাঙ্গনা আছিল, জীৱনৰ শেষ কেইবছৰত আশ্ৰমবাসিনী হৈ কঠোৰ তপস্যাৰ দ্বাৰা আত্মশুদ্ধ কৰি আনন্দধামলৈ যাত্ৰা কৰে এই মহিয়সী নাৰী-গৰাকীক নিতৌ স্মৰণ কৰিলে পুণ্য হয় বুলি হিন্দুসকলে বিশ্বাস কৰে।

অহল্যা, দ্ৰৌপদী, কুন্তী, তাৰা, মন্দোদৰী—এই পাঁচ গৰাকী নাৰীক নিতৌ স্মৰণ কৰিলে মহাপাপ খণ্ডন হয়। মন কৰিবলগীয়া কথা এয়ে যে প্ৰত্যেক গৰাকীয়ে একাধিক পতি গ্ৰহণ কৰিছিল।

**সুদেষ্ণা ঃ**

উত্তৰাৰ মাতৃ সুদেষ্ণা বিৰাট ৰজাৰ পত্নী, কেকয় ৰজাৰ কন্যা। সেই কাৰণে তেওঁক কৈকেয়ীও বোলা হয়। দ্ৰৌপদীয়ে সৈৰিন্ধ্ৰীবেশত বিৰাটপুৰীত প্ৰৱেশ কৰোঁতে সুদেষ্ণাই দেখা পাই কাষলৈ মাতি নি পৰিচয় লয়। সৈৰিন্ধ্ৰীয়ে নিজকে এগৰাকী কৰ্মপ্ৰাৰ্থিনী পৰিচাৰিকা বুলি পৰিচয় দিছিল যদিও ৰাণীয়ে ৰূপলাৱণ্য আৰু গাম্ভীৰ্য্য দেখি মনত প্ৰকৃত পৰিচয় সম্পৰ্কে সন্দেহ কৰিছিল। স্বামীৰ চৰিত্ৰ সম্পৰ্কে, বিশেষকৈ সুন্দৰী নাৰীৰ প্ৰতি দুৰ্বলতা থকা বুলি সন্দেহ আছিল। তেওঁৰ সন্দেহ প্ৰকাশ্যে প্ৰকাশ কৰি কৈছিল—

> মূৰ্দ্ধ্নি ত্বাং বাসয়েয়ং বৈ সংশয়ো নাত্ৰ বিদ্যতে,
> ন চেদিচ্ছতি ৰাজা ত্বাং গচ্ছেৎ সৰ্বেণ-চেতসা ॥

"ৰজা যদি তোমাৰ ৰূপত মুগ্ধ নহয়, তেন্তে তোমাক মূৰত লৈ থাকিলো-হেঁতেন। পৰন্তু ৰজা নিশ্চয় তোমাৰ ৰূপত মুগ্ধ নহৈ নাথাকে। মোৰ

অন্তঃপুৰৰ নাৰীবিলাকো তোমাৰ ৰূপত মোহ গৈ তোমালৈ চাই আছে। কোন পুৰুষ তোমাক দেখি থিৰে থাকিব পাৰিব? তোমাৰ দিব্যৰূপ দেখি মোক এৰি তোমাত আসক্ত হ'ব।"

সৈৰিন্ধ্ৰীয়ে তেওঁ গন্ধৰ্বপতি পাঁচজনৰ কথাকৈ তেওঁলোকৰ দ্বাৰা যে সুৰক্ষিতা সেই কথা কৈ ৰাণীক আশ্বাস দিয়াত অন্তঃপুৰত বাস কৰিবলৈ অনুমতি দিয়ে। এবছৰ এইদৰেই প্ৰায় শেষ হওঁ হওঁ। এনেতে ৰাজশ্যালক, সেনাপতি কীচকৰ লুলোপ দৃষ্টিত পৰে। সৈৰিন্ধ্ৰীক পাবৰ কাৰণে তেওঁ অস্থিৰ হৈ পৰে আৰু সুদেষ্ণাক সহায় কৰিবলৈ অনুৰোধ কৰে। সৈৰিন্ধ্ৰীৰ ওচৰত তেওঁৰ মনোভাৱ প্ৰকাশ কৰি তিৰস্কৃত হয়। উপায় নাপাই তেওঁ সুদেষ্ণাক মিনতি কৰি কোনো এটা অছিলা লৈ সৈৰিন্ধ্ৰীক তেওঁৰ কবলত পেলাই দিবলৈ ক'লে। স্বামীৰ ভ্ৰমৰবৃত্তি জানি সুদেষ্ণায়ো সৈৰিন্ধ্ৰীক ৰজাৰ পৰা আঁতৰত ৰাখিবলৈ সুবিধা বিচাৰি আছিল।

স্বমৰ্থমভিসন্ধায় তস্যাৰ্থমনুচিন্ত্য চ।
উদ্বেগঞ্চৈৱ কৃষ্ণায়াঃ সুদেষ্ণা সূতসব্ৰবীৎ ॥

(কৃষ্ণা সুদেষ্ণাৰ চিন্তাৰ কাৰণ হৈ পৰে। এই কাৰণে নিজৰ আৰু কীচকৰ উদ্দেশ্য সিদ্ধিৰ কাৰণে কীচকক পৰামৰ্শ দিলে (এই বিষয়ে দ্ৰৌপদীৰ চৰিত্ৰত বহলাই আলোচনা হৈছে)

কীচকে দ্ৰৌপদীক কৰা অপমানৰ কোনো বিচাৰ ন'হল। বিৰাটে কীচকক অসন্তুষ্ট কৰিবলৈ সাহস নকৰিলে। কান্দি কান্দি দ্ৰৌপদীয়ে সুদেষ্ণাৰ ঘৰলৈ উভতি অহাত তেওঁ নজনাৰ ভাও ধৰি সৈৰিন্ধ্ৰীক সুধিলে, "ভদ্ৰে, তুমি কি কাৰণে কান্দিছা? কোনে তোমাক কষ্ট দিছে?" সৈৰিন্ধ্ৰীৰ মুখৰ পৰা দুৰ্বৃত্ত কীচকৰ অত্যাচাৰ আৰু ৰজাৰ অবিচাৰৰ কথা শুনি সুদেষ্ণাই আকৌ কপট ভাষাত ক'লে যে সৈৰিন্ধ্ৰীৰ সন্তুষ্টিৰ অৰ্থে তেওঁ কীচকক বধ কৰাৰ ব্যৱস্থা কৰিব পাৰে। সুদেষ্ণাৰ এই কুটিলতাই তেওঁৰ বুদ্ধি আৰু কপটতা, দুয়োটাকে প্ৰকাশ কৰিছে।

দ্ৰৌপদীয়ে ভীমৰ ওচৰ চাপি অশ্ৰুপূৰ্ণনয়নে ক'লে, "তুমি যেতিয়া সিংহ, বাঘ আদিৰ লগত যুদ্ধ কৰিছিলা, তেতিয়া পুৰনাৰীবিলাকে কৌতুকবোধ কৰিছিল। তোমাৰ লাঞ্ছনাত মই বৰ দুখ পাইছিলো। মোক দুঃখিতা দেখি সুদেষ্ণাই নাৰী-সকলক কৈছিল,

কল্যাণৰূপা সৈৰিন্ধ্ৰী বল্লৱশ্চাপি সুন্দৰঃ
স্ত্ৰীনাং চিত্তঞ্চ দুজ্ঞেৰ্য়ং যুক্তৰূপৌ চ নে মতৌ ॥

(সৈৰিন্ধ্ৰী ৰূপৱতী, বল্লৱো সুদৰ্শন পুৰুষ। স্ত্ৰীলোকৰ চিত্ত বুজা টান, উভয় পৰস্পৰৰ যোগ্য)। এইবোৰ কথাকৈ কৈকেয়ীয়ে (সুদেষ্ণা) সদায় শাসন কৰি থাকে আৰু তোমাৰ অনুৰক্তা বুলি সন্দেহ কৰে। এই কথাৰ পৰা অনুমান কৰিব পাৰি যে সুদেষ্ণা বুদ্ধিমতী, কৌশলী আৰু দয়াৱতী আছিল, কিন্তু সন্দেহ-প্ৰৱণ আছিল।

## দ্ৰৌপদী (যাজ্ঞসেনী, কৃষ্ণা) ঃ

দ্ৰৌপদী পাঞ্চালৰাজ দ্ৰুপদৰ কন্যা, সেই কাৰণে এওঁক দ্ৰৌপদী বোলা হয়। গাৰ ৰং অলপ শ্যাম বৰণৰ আছিল, সেই কাৰণে কৃষ্ণা বুলিও মতা হয়। যজ্ঞত উৎপন্ন হোৱা কাৰণে যাজ্ঞসেনী নাম হয়। পাঞ্চালৰাজৰ কন্যা কাৰণে পাঞ্চালীৰূপে খ্যাত হ'ল। পাঞ্চালৰাজ দ্ৰুপদৰ অন্য এটা নাম যজ্ঞসেন, কাৰণ তেওঁ যজ্ঞৰ ফলত জন্মলাভ কৰিছিল। পাঞ্চালৰাজে এসময়ত তেওঁৰ বাল্যবন্ধু, দৰিদ্ৰ দ্ৰোণাচাৰ্য্যক অপমান কৰিছিল। দ্ৰোণাচাৰ্য্যই বাল্যবন্ধু দ্ৰুপদ ৰজা হলত তেওঁৰ ওচৰলৈ গৈ বাল্যবন্ধুত্বৰ পৰিচয় দি সাহায্য প্ৰাৰ্থনা কৰাত পাঞ্চাল ৰাজে তেওঁৰ বন্ধুত্ব অস্বীকাৰ কৰি খেদি পঠায়। তাৰ পাছত দ্ৰোণৰ ভাগ্য পৰিৱৰ্তন হয়। তেওঁ কুৰুবংশীয় ৰাজকুমাৰসকলৰ আচাৰ্য্য পদ লাভ কৰি তেওঁলোকক শিক্ষাদীক্ষা, অস্ত্ৰ-শস্ত্ৰ বিদ্যাত পাৰ্গত কৰি গুৰুদক্ষিণা বিচাৰে। গুৰুদক্ষিণা আন একো নহয়, কেৱল বাল্যবন্ধু দ্ৰুপদক বন্দী কৰি আনিব লাগে। তেওঁৰ প্ৰিয় শিষ্য অৰ্জুনে এই কাৰ্য্য কৰি গুৰুৰ প্ৰিয়সাধন কৰে। দ্ৰোণাচাৰ্য্যই দ্ৰুপদক বন্দীত্বৰ পৰা মুকলি দি পাঞ্চাল ৰাজ্য দুভাগ কৰি এভাগ তেওঁৰ অধীনত আৰু আনভাগ দ্ৰুপদক শাসন কৰিবলৈ দিয়ে। দ্ৰুপদে এই অপমান সহ্য কৰিব নোৱাৰি পুত্ৰেষ্টি যজ্ঞ কৰে। যজ্ঞৰ ফলত ধৃষ্টদ্যুম্ন আৰু দ্ৰৌপদীৰ জন্ম হয়। দ্ৰৌপদীৰ জন্মক্ষণত দৈৱবাণী হৈছিল ঃ

> সৰ্বযোষিদ্বৰা কৃষ্ণা নিনীষুঃ ক্ষত্ৰিয়ান্ ক্ষয়ম্।
> সুৰকাৰ্য্যমিয়ং কালে কৰিষ্যতি সুমধ্যমা ॥
> অস্যাঃ হেতোঃ কৌৰৱাণাং মহদুৎপস্যতেভয়ম। আদি ১৬৭।৪৮

(নাৰীসকলৰ মাজত শ্ৰেষ্ঠা এই সুন্দৰীকৃষ্ণা ক্ষত্ৰিয়সকলৰ ধ্বংসৰ নিমিত্তে আৰ্বিভাৱ হৈছে। এওঁ যথাসময়ত দেৱতাসকলৰ অভিলষিত কাৰ্য্য সম্পাদন কৰিব। এওঁক উপলক্ষ্য কৰি কৌৰৱৰ মাজত মহদ্ভয় উপস্থিত হ'ব। তেওঁ কৃষ্ণবৰ্ণা কাৰণে নাম ৰখা হ'ল কৃষ্ণা। ঋত্বিকসকলৰ আশীৰ্বাদত কৃষ্ণাই যজ্ঞসেনক পিতা আৰু যজ্ঞসেন পত্নী পাৰ্বতীক মাক বুলি জানিছিল। মহাভাৰতৰ বহু ঠাইত দ্ৰৌপদীৰ ৰূপলাৱণ্যৰ বৰ্ণনা পোৱা যায়। তলত এওঁৰ ৰূপলাৱণ্যৰ কিছু বিৱৰণ দিয়া হ'ল।

(১) বিভ্ৰাজমানা বপুষা বিৱতী ৰূপমুত্তমম্ ॥

(২) নাতিহ্ৰস্বা, ন মহতী নীলোৎপল সুগন্ধিনী
পদ্মায়তাক্ষী সুশ্ৰোণী স্বসিতাঞ্চিতমূৰ্দ্ধজা
সৰ্বলক্ষণ সম্পূৰ্ণা বৈদুৰ্য্যমণিসন্নিভা ॥

(৩) সুভগা দৰ্শনীয়াঙ্গী স্বসিতায়তলোচনা

(৪) নীলোৎপলসমো গন্ধো যস্যাঃ ক্ৰোশাৎ প্ৰধাৱতি

(৫) কাম্যং হি ৰূপম পাঞ্চাল্যা বিধাত্ৰা বিহিতং স্বয়ম্

(৬) সুকেশী সুস্তনী শ্যামা পীন শ্ৰোণিপয়োধৰা।

(৭) নীলোৎপলাভা পুৰদেৱতেৱ।

অতিশয় ৰূপৱতী কৃষ্ণাৰ দেহ অতি খৰ্বও নহয়, অতি দীৰ্ঘও নহয়, নীলোৎপলৰ সৌৰভৰদৰে তেওঁৰ দেহৰ সুগন্ধ চাৰিওদিশো এক ক্ৰোশ ব্যাপি প্ৰৱাহিত হয়। পদুমৰ পাহিৰ দৰে আয়তলোচনদ্বয় আৰু শ্ৰোণীদেশ (তপিনা) অতি মনোহৰ। ঘোৰ কৃষ্ণ আৰু কেকোৰা চুলি কোছাই তেওঁৰ সৌন্দৰ্য্য বৃদ্ধি কৰিছিল। বৈদুৰ্য্য-মণিৰ প্ৰভাব দৰে নীলাভ স্নিগ্ধ প্ৰভা তেওঁৰ দেহৰ পৰা বিচ্ছুৰিত হৈছিল। বিধাতাই সৰ্বলক্ষণসম্পন্না পাঞ্চালীক দৰ্শনীয়া কৰি নিৰ্মাণ কৰিছিল। এনে ৰূপ দেৱলোকৰ বাহিৰে আন ঠাইত দেখা নাযায়।

পাঞ্চালীৰ বিৱাহযোগ্য বয়স হ'ল। যজ্ঞসেনৰ ইচ্ছা পাণ্ডুপুত্ৰ অৰ্জুনক জোঁৱাইৰূপে পাবলৈ, কিন্তু এই ইচ্ছা কাকো প্ৰকাশ কৰা নাছিল। তেওঁ স্বয়ংবৰ সভা আহ্বান কৰিবলৈ স্থিৰ কৰে। সেই উদ্দেশ্যে পণ স্থিৰ কৰিবলৈ যেয়ে সেয়ে দাঙিব নোৱাৰা এখন প্ৰকাণ্ড ধনু তৈয়াৰ কৰে। আকাশত ঘূৰি থকা এটা চক্ৰ স্থাপন কৰে আৰু তাত এটা ঘূৰি থকা মৎস্যও স্থাপন কৰে, মাটিত এচৰীয়া পানী ৰাখে। চক্ৰৰ ভিতৰত ঘূৰি থকা মাছটোৰ প্ৰতিবিম্ব পানীচৰিয়াত পৰা কৰি স্থাপন কৰে। এতিয়া পণ হ'ল যে যেয়ে তলৰ পানীত পৰা প্ৰতিবিম্ব চাই ওপৰত ঘূৰি থকা মাছটো বিন্ধিব পাৰিব তেঁৱেই দ্ৰৌপদীক লাভ কৰিব। বহুতো ৰজা-ৰাজকুমাৰে চেষ্টা কৰি বিফল হ'ল। বাধ্য হৈ ধৃষ্টদ্যুম্নই ঘোষণা কৰিব লগা হ'ল যে উপস্থিত ব্ৰাহ্মণসকলেও চেষ্টা কৰি চাব পাৰে। ব্ৰাহ্মণসকলৰ মাজত বহি থকা পাণ্ডৱ-সকলৰ মাজৰ পৰা যুধিষ্ঠিৰৰ অনুমতি লৈ অৰ্জুন উঠিল। ৰজাসকলে তেওঁক ইতিকিং কৰিবলৈ ধৰে। গুৰুগম্ভীৰ খোজেৰে অৰ্জুন ধনুখনৰ কাষ চাপিল। হেলাৰঙে ধেনুখন দাঙি কাড় সংযোগ কৰিলে। চাই থাঁকোতে ওপৰত ঘূৰি থকা মাছটো কাড়বিদ্ধ হৈ মাটিত পৰিল। চাৰিওফালে বিস্ময়ৰ হাততালি পৰিল। দ্ৰৌপদীয়ে বৰমাল্য লৈ আগবাঢ়ি গ'ল। ইয়াৰ আগতে দ্ৰৌপদীয়ে কৰ্ণক অপমান-সূচক বাক্যেৰে চেষ্টা কৰাৰ পৰা বিৰত কৰিছিল। ৰাজকন্যা হৈ সূতপুত্ৰ এজনক তেওঁ কিয় স্বামীবৰণ কৰিব?

দৃষ্ট্বা তু তং দ্ৰৌপদী বাক্যমুচ্চৈৰ্জগাদ 'নাহং বৰয়ামি সূতম' (মই সূতপুত্ৰক বৰণ নকৰোঁ)। পিতাক আৰু ককায়েকৰ ঘোষণাৰ পাছত দ্ৰৌপদীৰ এই সাহসিক উক্তি কিমান সঙ্গত হৈছে সেইটো বিচাৰ্য্যৰ বিষয়। কিন্তু ক্ষত্ৰিয় ৰমণীৰ তেজস্বিতাৰ যে ই নিদৰ্শন সেই বিষয়ে সন্দেহ নাই। অৰ্জুনৰ সাফল্যত ব্ৰাহ্মণসকলে উচ্চস্বৰে প্ৰশংসা কৰি হাতচাপৰি বজালে। ভেৰি-তুৰ্য্যৰ ধ্বনিৰে সভাস্থল মুখৰিত হ'ল। সূত মাগধ আদিয়ে স্তুতি গীতেৰে মঙ্গল সূচনা কৰিলে।

নৃপতি দ্ৰুপদে এজন ব্ৰাহ্মণক কন্যাদান কৰা কথাটো ক্ষত্ৰিয় ৰজাসকলে সহ্য কৰিব নোৱাৰিলে। তেওঁলোকে দ্ৰুপদক আক্ৰমণ কৰে। তাকে দেখি ভীমাৰ্জুনে দ্ৰুপদৰ সাহায্যৰ অৰ্থে যুদ্ধত যোগ দি ৰজাসকলক পৰাজয় কৰে। যুদ্ধত হাৰি তেওঁলোক বিষণ্ণ মনে নিজ নিজ ৰাজ্যলৈ প্ৰত্যাৱৰ্ত্তন কৰে।

ইপিনে দক্ষিণ পাঞ্চালৰ ভাৰ্গৱ নামে এজন কুমাৰৰ ঘৰত পুতেকহঁত উভতি নহা দেখি কুন্তীয়ে উৎকণ্ঠাৰে কাল কটায়। পুতেকহঁত ভিক্ষাৰ্থে পুৱাতে ওলাই গৈ ৰাতিলৈকে উভতি নহাত চিন্তিত হৈ পৰে। এনে সময়তে ভীমৰ কণ্ঠস্বৰ শুনিবলৈ পায়, "মা ভিক্ষা আনিছো"। কুন্তীয়ে ভিতৰৰ পৰাই মাত লগালে "সকলোৱে মিলি ভোগ কৰা"। দুৱাৰ খুলি কৃষ্ণাক দেখি প্ৰকৃত ঘটনা বুজিব পাৰি চিন্তান্বিত হয়। সস্নেহে কৃষ্ণাৰ হাতত ধৰি ভিতৰলৈ নিয়ে। কুন্তীয়ে যুধিষ্ঠিৰক তেওঁ নাজানি কৰা প্ৰমাদৰ কথা জনোৱাত ধৰ্মৰাজে অৰ্জুনক দ্ৰৌপদীক বিৱাহ ক'ৰিবলৈ অনুৰোধ কৰে, কিন্তু অৰ্জুনে মাতৃবাক্য লঙ্ঘন কৰিবলৈ অনিচ্ছা প্ৰকাশ কৰে। পাঞ্চালীৰ ৰূপ-সৌন্দৰ্য্য দেখি অৱশ্যে প্ৰত্যেকজনেই আকৃষ্ট হৈছিল। ব্যাসদেৱে পূৰ্বতে ভৱিষ্যদ্বাণী কৰিছিল যে দ্ৰৌপদীৰ পাঁচজন পতি হ'ব। সেই কথা স্মৰণ কৰি যুধিষ্ঠিৰে কৈছিল, "সৰ্বেষাং দ্ৰৌপদী ভাৰ্য্যা ভৱিষ্যতি হি নঃ শুভা" (কল্যাণী দ্ৰৌপদী আমাৰ পাঁচোজনৰে ভাৰ্য্যা হ'ব)।

নৃপতি দ্ৰুপদে, ধৃষ্টদ্যুম্নৰ দ্বাৰা খবৰ কৰাই ব্ৰাহ্মণবেশী পাণ্ডৱৰ প্ৰকৃত পৰিচয় পাই অতিশয় আনন্দিত হ'ল। তেওঁ পুৰোহিতক পঠাই পাণ্ডৱক ৰাজ-প্ৰাসাদলৈ অনালে। তেওঁলোকক পৰীক্ষা কৰিবৰ নিমিত্তে এটা ঘৰত ফল, মালা, চৰ্ম, আসন, ৰজ্জু, বীজ, খড়্গ, গো, ধনুৰ্বাণ প্ৰভৃতি সজাই ৰাখি পাঁচ ভাইক সেই ঘৰত উপৱেশন কৰাই অভ্যৰ্থনাৰ আয়োজন কৰে। কিছু সময় বহাৰ পাছত ঘৰটোত সজাই ৰখা আন বস্তুবোৰ উপেক্ষা কৰি ধনুৰ্বাণ আৰু তৰোৱালখন পৰীক্ষা কৰিবলৈ ধৰিলে। দ্ৰুপদ আৰু মন্ত্ৰীসকলে বুজিলে যে প্ৰকৃত পাণ্ডৱেই দ্ৰৌপদীক লাভ কৰিছে।

পাঁচজনেই দ্ৰৌপদীক বিৱাহ কৰাৰ প্ৰস্তাৱ শুনি পাঞ্চালৰাজ দোধোৰ-মোধোৰ অৱস্থাত পৰি ব্যাসদেৱৰ পৰামৰ্শ বিচাৰিলে। ব্যাসদেৱে দ্ৰৌপদীৰ পূৰ্বজন্মত পঞ্চপতি ভিক্ষাৰ কাহিনী 'পঞ্চেন্দ্ৰোপাখ্যান' ব্যক্ত কৰি ৰজাৰ সংশয় দূৰ কৰে, যুধিষ্ঠিৰেও দ্ৰুপদক মুনিকন্যা বাৰ্ক্ষীৰ একত্ৰ দশজন পতিক বৰণ কৰা আৰু গৌতমী জটিলাৰ সাতজন ঋষিক একেলগে পতিবৰণ কৰা কথা বিবৃত কৰে। বিশেষতঃ মাতৃবাক্য উলঙ্ঘা কৰা পাপ বুলি কয়।

যুধিষ্ঠিৰ আৰু ব্যাসৰ কথা শুনি দ্ৰুপদে স্বস্তিৰ নিশ্বাস পেলায়। জ্যেষ্ঠানুক্ৰমে পাঁচজনে দ্ৰৌপদীক বিৱাহ কৰে। ৰজাই বহু ধনৰত্ন যৌতুক স্বৰূপে দান কৰে। নৱবধূ দ্ৰৌপদীয়ে শাহু কুন্তীক প্ৰণাম জনায়। কুন্তীয়ে আদৰি আশীৰ্বাদ দিয়ে

যথেন্দ্ৰানী হৰিহৰে স্বাহা চৈৱ বিভাৱসৌ।
ৰোহিণী চ যথা সোমে, দময়ন্তী যথা নলে ॥

(হে কল্যানি, ইন্দ্ৰানী যেনেকৈ মহেন্দ্ৰৰ, স্বাহা যেনেকৈ অগ্নিৰ, ৰোহিণী যেনেকৈ চন্দ্ৰৰ আৰু দময়ন্তী যেনেকৈ নলৰ, তুমিও সেইদৰে পতিসকলৰ অনুগামিনী হোৱা, তুমি কুবেৰৰ ভদ্ৰা, বশিষ্ঠৰ অৰুন্ধতী আৰু নাৰায়ণৰ লক্ষ্মীৰ দৰে পতিচিন্তানু-

ৰাগিণী হোৱা। তুমি আয়ুষ্মান পুত্ৰৰ জননী হোৱা আৰু সুখ-সম্ভোগৰ অধিকাৰিণী হোৱা। মহাবীৰ পতিসকলে আহৰণ কৰা ধন-ঐশ্বৰ্য্য সৎ ব্ৰাহ্মণক দান কৰি শতবৰ্ষ সুখে থাক।”

দ্বাৰকাৰ পৰা কৃষ্ণ বলৰামে বহু উপহাৰ পঠালে, মাতৃ আৰু পত্নীসহ পাণ্ডৱে শশুৰালয়তে কটাবলৈ ধ'ৰে।

ছদ্মবেশী অৰ্জুনেই যে দ্ৰৌপদীক লাভ কৰিলে, এই কথা গোপন হৈ নাথাকিল, ভীষ্ম, দ্ৰোণ, বিদুৰ প্ৰভৃতিৰ পৰামৰ্শত ধৃতৰাষ্ট্ৰই কপট স্নেহ দেখুৱাই পাণ্ডৱ-সকলক পাঞ্চালৰ পৰা বিদুৰৰ যোগেদি আমন্ত্ৰণ কৰি, অৰ্দ্ধৰাজ্য দি পুনৰ সংস্থাপন কৰে। তেওঁলোকে ইন্দ্ৰপ্ৰস্থত ৰাজধানী পাতি ময়দানৱৰ হতুৱাই ৰাজসভা নিৰ্মাণ কৰাই ৰাজ্যশাসন কৰিবলৈ ধৰে। এদিন দেবৰ্ষি নাৰদ উপস্থিত হোৱাত দ্ৰৌপদীয়ে তেওঁক সমুচিত অভ্যৰ্থনা কৰে। অভ্যৰ্থনাত সন্তোষ লাভ কৰি নিৰ্জনত দেৱৰ্ষিয়ে কলে ঃ

পাঞ্চালী ভৱতামেকা ধৰ্মপত্নী যশস্বিনী
যথা বো নাত্ৰ ভেদঃ স্যাওথা নীৰ্তিৰ্বিধিয়ত্যম্ ॥

যশস্বিনী কৃষ্ণা তোমালোক পাঁচজনৰে ধৰ্মপত্নী। গতিকে পত্নীক লৈ যাতে তোমালোকৰ মাজত কন্দল নহয়, তাৰ ব্যৱস্থা কৰা উচিত। এই প্ৰসঙ্গত তেওঁ প্ৰাচীন সুন্দ-উপসুন্দৰ কাহিনী বৰ্ণনা কৰে। নাৰদৰ উপস্থিতিতে নিয়ম কৰিলে যে দ্ৰৌপদীৰ লগত যেতিয়া কোনো এজনে সহবাস কৰি থাকিব, তেতিয়া আন এজনে কিবা কাৰণত বা ভুলতে প্ৰৱেশ কৰিলে তেওঁ ব্ৰহ্মচৰ্য্য অৱলম্বন কৰি বাৰ বছৰ বনবাস খাটিব লাগিব।

দ্ৰৌপদ্যা নঃ সহাসীনানন্যোনাং যোঽভিদৰ্শয়েৎ
স নো দ্বাদশবৰ্ষাণি ব্ৰহ্মচাৰী বনে বসেৎ ॥

উক্ত নিয়ম কৰি পাণ্ডৱ সুখে বাস কৰিবলৈ ধৰে, কিছুদিনৰ পাছত, এদিন এজন ব্ৰাহ্মণে তেওঁৰ খীৰতী হৰিগাইজনী চোৰে নিয়া বুলি অৰ্জুনৰ আগত অভিযোগ কৰাত অৰ্জুনে ধনুশৰ আনিবলৈ দ্ৰৌপদীৰ কোঠাত সোমাব লগা হয়। চোৰক উপযুক্ত শাস্তি দি গৰু উদ্ধাৰ কৰি অৰ্জুন উভতি আহে আৰু সকলোৰে ওচৰত বিদায় লৈ বাৰ বছৰ বনত বাস কৰিবলৈ যাত্ৰা কৰে। বাৰ বছৰৰ মূৰত সুভদ্ৰাক লৈ ইন্দ্ৰপ্ৰস্থলৈ উভতি আহোঁতে দ্ৰৌপদীয়ে খণ্ডত অৰ্জুনক তিৰস্কাৰ কৰি কৈছিল ঃ

তত্ৰৈৱ গচ্ছ কৌন্তেয় যত্ৰ সা সাত্ত্বতাত্মজা।
সুবদ্ধস্যাপি ভাৰস্য পূৰ্ববন্ধঃ শ্লথায়তে ॥

(হে কৌন্তেয়, তুমি সাত্ত্বতাত্মজা সুভদ্ৰাৰ ওচৰলৈ উভতি যোৱা। দৃঢ়তৰ নতুন বন্ধনৰ তুলনাত পুৰণি বন্ধন শিথিল হয়) অৰ্জুনে অনেক কাবৌ-কোকালি কৰি অৱশেষত কোনো মতে সান্ত্বনা দিবলৈ সক্ষম হয়। কিন্তু সুভদ্ৰাই জ্যেষ্ঠা ভগিনী

বুলি যেতিয়া সেৱা কৰিলে তেতিয়া দ্ৰৌপদীয়ে 'তোমাৰ পতি শত্ৰুহীন হওক' বুলি সস্নেহে আঁকোৱালি লয়।

অৰ্জুনৰ প্ৰতি কৃষ্ণাৰ মোহ অধিক আছিল। পাঁচ ভাইক পতি ৰূপে গ্ৰহণ কৰিলেও অৰ্জুনৰ প্ৰতি আকৰ্ষণ বেছি আছিল। বিয়াৰ কিছুদিনৰ পাছত এটি-এটিকৈ পাঞ্চালীৰ পাঁচটা পুত্ৰসন্তান জন্ম হ'ল।

"যুধিষ্ঠিৰাত্ প্ৰতিবিন্ধ্যং সুতসোমং বৃকোদৰাত্।
অৰ্জুনাচ্ছ্ৰুত কৰ্মানং শাতানীকঞ্চ নাকুলিম্॥
সহদেৱাৎশ্ৰুতসেনস্ এতান পঞ্চ মহাৰথান্।
পাঞ্চালী সুষুবে বীৰাণাদিত্যানদিতি যথা॥

(যুধিষ্ঠিৰ প্ৰতিবিন্ধ্য, ভীমৰ সুতসোম, অৰ্জুনৰ শ্ৰুতকৰ্মা, নকুলৰ শতানীক আৰু সহদেৱৰ শ্ৰুতসেন নামৰ পুত্ৰ জন্ম হ'ল। অদিতিয়ে আদিত্য সকলক জন্ম দিয়াৰ দৰে পাঞ্চালীয়েও পাঁচজন মহাবীৰক জন্ম দিলে। কিছুদিনৰ পাছত কৃষ্ণাৰ্জুনে পত্নীসকলক লৈ জলবিহাৰত যাওঁতে অগ্নিদেৱৰ অনুৰোধত খাণ্ডৱবন দাহ কৰি অগ্নিদেৱৰ ক্ষুধা নিৰ্বাপণ কৰে। দ্ৰৌপদী, সুভদ্ৰা, সত্যভামা আদি নাৰীসকলো তেওঁলোকৰ লগত আছিল।

ইয়াৰ পাছত দ্যূতক্ৰীড়াসক্ত যুধিষ্ঠিৰে শকুনিৰ লগত পাশা খেলি সৰ্বস্বান্ত হয়। আনকি পত্নী আৰু ভায়েক কেইজনকো পণত হেৰুৱাই কৌৰৱৰ দাসত্ব গ্ৰহণ কৰিব লগীয়া হয়। দুৰ্যোধনে পণজিতা দ্ৰৌপদীক সভালৈ আনিবলৈ ভায়েক দুঃশাসনক প্ৰেৰণ কৰে। ইয়াৰ আগতে (দুঃশাসনক পঠোৱাৰ আগতে) অসভ্য দুৰ্যোধনে নিৰ্লজ্জ ভাবে খুড়াক বিদুৰক, দ্ৰৌপদীক সভালৈ আনিবলৈ নিৰ্দেশ দি বিদুৰৰ দ্বাৰা তিৰস্কৃত হৈছিল। প্ৰতিকামীয়ে পাণ্ডৱৰ অন্তঃপুৰত প্ৰৱেশ কৰি দ্ৰৌপদীক ৰজাৰ আজ্ঞাৰ কথা কোৱাত মহিয়সী পাঞ্চালীয়ে প্ৰশ্ন কৰিলে,"প্ৰতিকামিন্ তুমি কি কৈছা? কোনো ৰজাই জানো অক্ষক্ৰীড়াত তেওঁৰ পত্নীক পণত ৰাখে? অক্ষক্ৰীড়ামত্ত, মূঢ় যুধিষ্ঠিৰৰ ধূৰ্ত্তবোৰৰ পণ দিবলৈ আৰু জানো একো নাই?" প্ৰতিকামীয়ে উত্তৰ দিলে যুধিষ্ঠিৰে ৰাজ্যসম্পত্তি সকলো পণত হেৰুৱাই ভ্ৰাতৃ আৰু পত্নীক পণত ৰাখে। কিন্তু দুৰ্ভাগ্যবশতঃ তেওঁলোককো পণত হেৰুৱায়। এইবাৰ দ্ৰৌপদীয়ে সুধিলে ঃ

গচ্ছ ত্বং কিতৱং গত্বা সভায়াং পৃচ্ছ সুতজঃ।
কিং নু পূৰ্ব্বং পৰাজৈষীৰাত্মানং অথবা নু মাস্॥

(হে সুতজ, তুমি সভালৈ দ্যূতাসক্তক সুধিবা, প্ৰথমতঃ তেওঁ নিজকে পণত ৰাখি হাৰিছেনে, নহয় মোক পণত ৰাখি হাৰিছে? তুমি মোক সেই প্ৰশ্নৰ উত্তৰ আনি দিলে মই যোৱা-নোযোৱা থিক কৰিম।)

প্ৰতিকামীৰ মুখত সেই প্ৰশ্ন শুনি যুধিষ্ঠিৰ নিমাত হ'ল, কোনো কথাই তেওঁৰ মুখৰ পৰা নোলাল, দুৰ্যোধনে ক'লে যে দ্ৰৌপদীয়ে সভাত উপস্থিত হৈ সেই প্ৰশ্ন কৰা উচিত হ'ব। তেতিয়া তেওঁৰ প্ৰশ্ন আৰু যুধিষ্ঠিৰৰ উত্তৰ সকোলোৱে

শুনিবলৈ পাব। প্ৰতিকামী নিতান্ত অনিচ্ছাৰে আকৌ যাব লগা হ'ল। এইবাৰ দুৰ্যোধনৰ কথা শুনি পাঞ্চালীয়ে ক'লে, যে প্ৰতিকামীয়ে যেন গুৰু স্থানীয়, পূজ্য সভাসদসকলক সোধে যে কৌৰৱসকল ধৰ্মচ্যুত হ'ব খুজিছেনে কি? তেওঁলোকৰ উত্তৰ পালে তেওঁ কৰ্ত্তব্য স্থিৰ কৰিব। যুধিষ্ঠিৰে দুৰ্যোধনৰ উদ্দেশ্য বুজিব পাৰি দূত পঠাই জনালে যে দ্ৰৌপদীয়ে যেন একবস্ত্ৰা, ৰজস্বলা অৱস্থাতে সভাগৃহলৈ আহি ধৃতৰাষ্ট্ৰক দেখা কৰেহি। যুধিষ্ঠিৰৰ এই আদেশত সভাষদ আৰু পাণ্ডৱ চাৰিজন অধোমুখে বহি থাকিল।

দ্ৰৌপদীয়ে সভাস্থললৈ গৈ অধোমুখে, কান্দি একাষত থিয় হৈ ৰ'ল। আনন্দিত দুৰ্যোধনে পাঞ্চালীক সভাৰ মধ্যস্থানলৈ আনিবলৈ প্ৰতিকামীক ‘কোৱাত তেওঁ ইতস্ততঃ কৰা দেখি দুঃশাসনক যেনে তেনে, প্ৰয়োজন হ'লে বলপূৰ্বক সভাৰ মাজলৈ দ্ৰৌপদীক আনিবলৈ কয়। দুঃশাসনে দ্ৰৌপদীৰ ওচৰত উপস্থিত হৈ ক'লে, “কৃষ্ণা, তুমি পণত বিজিতা হৈছা। লাজ এৰি দুৰ্যোধনৰ পিনে চোৱা। হে পদ্মপলাশলোচনা, এইবাৰ পাঁচজনৰ ঠাইত এশজনক ভজনা কঁৰা।” দুঃশাসনৰ নিৰ্লজ্জ কথা শুনি পাঞ্চালীয়ে কান্দি কান্দি গান্ধাৰী প্ৰমুখ্যে কুৰুনাৰীসকল যি ঠাইত আছিল সেই ঠাইলৈ খোজ দিলে। দুঃশাসনে গৰ্জি উঠি দৌৰি গৈ চুলিত ধৰি টানিবলৈ ধৰে। দ্ৰৌপদীয়ে নিজকে ৰক্ষা কৰা উদ্দেশ্যে ক'লে, “মই ৰজস্বলা, একবস্ত্ৰা, এনে অৱস্থাত মই সভালৈ যোৱা উচিত ন'হব। দুশাসনে সেই কথালৈ কাণ নিদি, দ্ৰৌপদীক দাসী বুলি সম্বোধন কৰি টানি টানি সভাগৃহৰ ফালে লৈ যায়। আধা সুলকি যোৱা অধোবস্ত্ৰে, দুঃখ, শোক আৰু ক্ষোভত দুঃশাসনক কলে, “হে অসভ্য নিৰ্দয়, এইভাবে ৰজস্বলা অৱস্থাত কেৱল অধোবস্ত্ৰ পৰিহিতা মোক গুৰুস্থানীয় ব্যক্তিৰ কাষলৈ নিয়া উচিত ন'হব। মোক বিবস্ত্ৰা নকৰিবা। ইন্দ্ৰাদি দেৱতাসকল তোমাৰ সহায়ক হলেও পাণ্ডৱৰ হাতৰ পৰা পৰিত্ৰাণ নাপাবা। কিন্তু, আচৰিত কথা, কোনেও তোমাক ধিক্কাৰ-গৰিহণা দিয়া নাই।”

ধিগস্তু নষ্টঃ খলু ভাৰতানাং
ধৰ্মস্তথা ক্ষত্ৰবিদাঞ্চ বৃত্তম্।
যত্ৰ হ্যতিতাং কুৰুধৰ্ম বেলাং,
প্ৰেক্ষন্তি সৰ্ব্বে কুৰৱঃ সভায়াম্॥

(“কুৰুবংশৰ ধৰ্ম মৰ্য্যাদা লংঘন কৰি যি কৰা হৈছে, সভাত থকা সকলো কৌৰৱেই দেখা পাইছে। ভৰতবংশৰ ক্ষত্ৰিয় প্ৰধানসকলৰ ধৰ্ম আৰু চৰিত্ৰ নষ্ট পালে। তেওঁলোকৰ প্ৰতি ধিক্। ভীষ্ম, দ্ৰোণ, আনকি বিদুৰৰ বিবেকো লোপ পালে। মহাৰাজ ধৃতৰাষ্ট্ৰৰ অধৰ্ম কুৰুবৃদ্ধসকলে দেখা পায়ো মনে মনে আছে”।

দ্ৰৌপদীয়ে পতিসকলৰ প্ৰতি কটাক্ষ নিক্ষেপ কৰিলে, কিন্তু তেওঁলোকৰ পৰা কোনো সঁহাৰি নাপালে। উপাই নাপায় তেওঁ মনে মনে। দুঃশাসনৰ সাহস বাঢ়ি গল। তেওঁ অট্টহাস্য কৰি কৃষ্ণাক ‘দাসী দাসী' বুলি টানি নিবলৈ ধৰে। কৰ্ণ

আৰু শকুনিয়ে দুঃশাসনক শলাগিবলৈ ধৰে আৰু অন্য সভাসদসকল তললৈ মুখ কৰি মনে মনে বহি থাকিল। ভীমে কিন্তু অসহ্য বোধ কৰি ককায়েকৰ হাতখন অগ্নিদগ্ধ কৰিব খোজাত অৰ্জুনে বুজনি দি কোনোমতে শান্ত কৰে।

পাণ্ডৱসকলৰ লাঞ্ছনা আৰু কুলবধূৰ অপমান দেখি ধৃতৰাষ্ট্ৰ পুত্ৰ বিকৰ্ণই সভাসদ্‌সকলক সম্বোধন কৰি খণ্ডত ক'লে যে দ্ৰৌপদীৰ প্ৰশ্নৰ উত্তৰ নিদিলে তেওঁলোক নৰকগামী হ'ব।' ভীষ্ম, দ্ৰোণ, কৃপ আৰু বিদুৰক তিৰস্কাৰ কৰি কৈছিল যে পাঞ্চালীৰ প্ৰশ্নৰ উত্তৰ নিদিয়া অশোভন হৈছে। দ্যূতাসক্ত যুধিষ্ঠিৰ শকুনি প্ৰভৃতি ধূৰ্ত্তবোৰৰ প্ৰৰোচনাত দ্ৰৌপদীক পণত ৰাখি পত্নীক হেৰুৱাইছে। "নিজকে পণত ৰাখি সৰ্বস্ব হেৰুওৱা যুধিষ্ঠিৰৰ দ্ৰৌপদীক পণত ৰখাৰ কোনো অধিকাৰ নাছিল। গতিকে মই দ্ৰৌপদীক বিজিতা বুলি নাভাবো।"

বিকৰ্ণৰ স্পষ্ট বচন শুনি সকলোৱে সাধুবাদ দিবলৈ ধৰে। কৰ্ণই বিকৰ্ণক গালি দি খণ্ডত ফাটি পৰিল। পাণ্ডৱ আৰু দ্ৰৌপদীৰ বস্ত্ৰ আহৰণৰ নিমিত্তে কৰ্ণই দুঃশাসনক নিৰ্দেশ দিলে, পাণ্ডৱে নিজৰ নিজৰ উত্তৰীয় খুলি দিলে কিন্তু একবস্ত্ৰা দ্ৰৌপদীয়ে কি দিব? কিন্তু দুঃশাসন এৰি দিয়া ভকত নাছিল। তেওঁ দ্ৰৌপদীৰ অধোবস্ত্ৰকে টানিবলৈ ধৰে। উপায়বিহীন দ্ৰৌপদীয়ে বিপদৰ ত্ৰাণকৰ্ত্তা কৃষ্ণক চিন্তিবলৈ ধৰে।

আকৃষ্যমানে বসনে দ্ৰৌপদ্যা চিন্তিতো হৰিঃ
গোবিন্দ দ্বাৰকাবাসিনা কৃষ্ণ গোপীজনপ্ৰিয় ।।
কৌৰবৈ পৰিভূতাং মাং কিং ন জানাসি কেশৱ।
প্ৰপন্নাং পাহি গোবিন্দ কুৰুমধ্যেঽৱসীদতীম্ ।।

(দুঃশাসনে বস্ত্ৰ আকৰ্ষণ কৰাত মই বিপন্ন অৱস্থাত পৰিছো। হে গোপীজনপ্ৰিয় গোবিন্দ, মই তোমাৰ শৰণ লৈছো, মোক ৰক্ষা ক'ৰা।)

দ্ৰৌপদীৰ কাতৰ অনুনয়ত কৃষ্ণ থিৰে থাকিব নোৱাৰিলে ভগৱানে / দ্ৰৌপদীৰ বস্ত্ৰত আবিষ্ট হৈ তেওঁৰ লজ্জা নিবাৰণ কৰিলে। অসভ্য দুঃশাসনে বস্ত্ৰ যিমানেই টানে, সিমানেই নতুন বস্ত্ৰই দেহক মেৰিয়াই ধৰে। টানি টানি অৱশেষত দুঃশাসন ভাগৰি গ'ল। পৰিশ্ৰান্ত দুঃশাসন লজ্জিত হৈ বহি গ'ল। বস্ত্ৰ স্তূপীকৃত হ'ল। সভাৰ সকলোৱে ধন্য ধন্য কৰিবলৈ ধৰে। খণ্ডত ভীমসেনে দুঃশাসনৰ বুকুফালি ৰক্তপান কৰিবলৈ প্ৰতিজ্ঞা কৰে। দ্ৰৌপদীৰ প্ৰশ্নৰ উত্তৰ দিবলৈ বিদুৰে আকৌ সভাসদ্‌সকলক অনুৰোধ কৰে কিন্তু সকলো নিমাত হৈ ৰ'ল।

দাসী দ্ৰৌপদীক ভিতৰলৈ নিবলৈ কৰ্ণই বাৰে বাৰে আদেশ দিয়ে। দ্ৰৌপদীয়ে সভাসদ সকলোকে সম্বোধন কৰি কলে, "মই দুঃশাসনৰ অত্যাচাৰত আপোনালোকক প্ৰণাম জনাব পৰা নাই; মোক ক্ষমা কৰিব।" এনে সময়তে দুঃশাসনে টানিবলৈ ধৰাত তেওঁ মাটিত পৰি যায়। ক্ষোভ আৰু দুঃখত তেওঁ কয়,

মন্যাস্তু কুৰৱশ্চেমে মন্যে কালস্য পৰ্য্যয়ম্ ।
স্নুষাং দুহিতবংচৈৱ বিনশ্যমানামনৰ্হতীম্ ।।

( দুহিতৃস্থানীয়া পুত্ৰবধূৰ ওপৰত অত্যাচাৰ চলিছে আৰু প্ৰধান কৌৰবসকল মৌন হৈ বহি আছে । বোধ কৰোঁ, এই অৱস্থাই কৌৰব বংশৰ ধ্বংস সূচনা কৰিছে । ) ভীষ্মই শেহাস্তৰত ক'লে, "কল্যাণি, তোমাৰ প্ৰশ্নৰ যথাৰ্থ উত্তৰ দিবলৈ মই অসমৰ্থ । যুধিষ্ঠিৰেহে তোমাৰ প্ৰশ্নৰ যথাৰ্থ উত্তৰ দিব পাৰিব ।"

কান্দি থকা দ্ৰৌপদীৰ কৰুণ বিলাপ শুনিও দুৰ্যোধনৰ ভয়ত সভাসদ্‌সকল নীৰৱ থাকিল । দুৰ্যোধনে হাঁহি মাৰি দ্ৰৌপদীক কলে যে যুধিষ্ঠিৰৰ মুখৰ পৰাই তেওঁৰ প্ৰশ্নৰ উত্তৰ পাব । কিন্তু ধৰ্মৰাজ মৌন হৈ বহি থাকিল । খঙত ভীমে বাহুযুগল দাঙি ক'লে যে, যুধিষ্ঠিৰ যদি তেওঁৰ গুৰু নহ'লহেঁতেন, তেন্তে তেওঁ কেতিয়াও এই অত্যাচাৰ সহ্য কৰি বহি নাথাকিলেহেঁতেন । কৃষ্ণাৰ কেশাকৰ্ষণ কৰি কোনো ব্যক্তিয়েই জীৱিত হৈ থাকিবলৈ আশা কৰিব নোৱাৰে । ভীষ্ম, দ্ৰোণ আৰু বিদুৰে ভীমৰ উদ্ধত বাক্য শুনি কলে, "তোমাৰ পক্ষে সকলো সম্ভৱ, আমাক ক্ষমা কৰিবা ।"

কৰ্ণই অসভ্যৰ দৰে ক'লে যে যিহেতু পাণ্ডৱসকল কৌৰৱৰ দাস হ'ল, পাঞ্চালীয়ে তেওঁলোকক ত্যাগ কৰি নতুন পতি বৰণ কৰা উচিত । ভীমে খঙত যুধিষ্ঠিৰক তিৰষ্কাৰ কৰিবলৈ ধৰে । কৰ্ণৰ কথাত দুৰ্যোধনে, আনন্দিত হৈ বস্ত্ৰ দাঙি পাঞ্চালীক বাম উৰু প্ৰদৰ্শন কৰে । ইয়াৰ দ্বাৰা তেওঁ দ্ৰৌপদীক ইঙ্গিত কৰে তেওঁৰ শয্যাশায়িনী হবলৈ । দুৰ্যোধনৰ এই অসভ্যালি ব্যৱহাৰত ভীমে কুৰুৰাজৰ উৰু গদাৰে কোবাই ভাঙিবলৈ প্ৰতিজ্ঞা কৰে । "মই যদি গদাৰে কোবাই দুৰ্যোধনৰ উৰু ভঙ্গ কৰিব নোৱাৰো তেন্তে পিতৃলোকত মোৰ স্থান নহ'ব ।" বিদুৰে 'হায়, হায়' কৰি উঠিল । তেওঁ ক'লে যে কুলবধূৰ এই অপমানে কুৰুকুল ধ্বংসৰ পথলৈ টানি নিব ।

এই সময়ত ধৃতৰাষ্ট্ৰৰ ৰাজভৱনত নানা বিমঙ্গল দেখা দিবলৈ ধৰে । দিনতে শিয়ালে হোৱা দিবলৈ ধৰে । পক্ষী আৰু গাধৰ ভীষণ চিঞৰত মানুহে প্ৰমাদ গণিলে । ভীষ্ম, দ্ৰোণ আৰু বিদুৰে সভাগৃহ ত্যাগ কৰে । বিদুৰে গান্ধাৰী আৰু ধৃতৰাষ্ট্ৰক এই ঘটনাৱলী জনোৱাত অন্ধৰাজে দুৰ্যোধনক ভৎসনা কৰি পাঞ্চালীক সান্ত্বনা দি কলে, "পাঞ্চালী, তুমি মোৰ বধূসকলৰ ভিতৰত শ্ৰেষ্ঠা, ধৰ্মশীলা আৰু সতী । তোমাক মই বৰ দিব খোঁজো ; তুমি ইচ্ছামতে বৰ প্ৰাৰ্থনা কৰা ।" দ্ৰৌপদীয়ে প্ৰথমতে যুধিষ্ঠিৰৰ দাসত্বৰ পৰা মুক্তি প্ৰাৰ্থনা কৰে । ধৃতৰাষ্ট্ৰই সেই প্ৰাৰ্থনা মঞ্জুৰ কৰি দ্বিতীয় বৰ দিব খোজাত বাকী চাৰি ভাইৰ মুক্তি প্ৰাৰ্থনা কৰে । এই বৰ দি তেওঁ ক'লে ঃ

তথাস্তু তে মহাভাগে যথা ত্বং নন্দিনীচ্ছসি ।
তৃতীয়ং বৰয়াস্মত্তো নাসি দ্বাভ্যাং সুসংস্কৃতা ॥ সভা ৭১/৩৩

( হে মহাভাগে, সেয়ে হওক । মোৰ পৰা তৃতীয় বৰ প্ৰাৰ্থনা কৰা ) দ্ৰৌপদীয়ে

তাৰ সমুচিত উত্তৰ দি কলে, "ভগৱান্, লোভ ধৰ্ম নাশ কৰে, ক্ষত্ৰিয়াৰ পক্ষে দুইতকৈ অধিক বৰ প্ৰাৰ্থনা কৰা অশাস্ত্ৰীয়। মোৰ পতিসকল দাসত্বৰ পৰা মুক্ত হৈছে। পুণ্য কৰ্মৰ দ্বাৰা তেওঁলোকে নিজৰ কল্যাণ সাধন কৰিব।"

দ্ৰৌপদীৰ বৰপ্ৰাপ্তিত ঈৰ্যান্বিত কৰ্ণই পাণ্ডৱক ইতিকিং কৰিবলৈ ধৰে। ভীমে কৰ্ণ আৰু দুৰ্যোধনৰ ব্যৱহাৰ ও ক্ষুব্ধ হৈ তেতিয়াই কৌৰৱক শেষ কৰিব খোজাত অৰ্জুনে কোনোমতে শান্ত কৰে। ভয়াতুৰ ধৃতৰাষ্ট্ৰই নানা প্ৰকাৰ সান্ত্বনা বাক্য আৰু তোষামোদ কথাৰে ইন্দ্ৰপ্ৰস্থলৈ পঠাই দিয়ে।

ৰাজ্য কাঢ়ি লোৱাৰ মানসে পুনৰায় শকুনিৰ পৰামৰ্শত দুৰ্যোধনে যুধিষ্ঠিৰক পাশাখেললৈ আহ্বান কৰে। এইবাৰ স্থিৰ হ'ল, যি পক্ষ খেলত হাৰিব, সেই পক্ষই বাৰ বছৰ বনবাস আৰু এবছৰ অজ্ঞাতবাস খাটিব লাগিব। অজ্ঞাতবাসৰ সময়ত জনাজনি হলে বা সন্দেহ ওলালে পুনৰ বাৰ বছৰ বনবাস আৰু অতিৰিক্ত এবছৰ অজ্ঞাতবাস খাটিব লাগিব। এই ক্ষেত্ৰত ধৃতৰাষ্ট্ৰৰ সম্মতি লাভ কৰা কঠিন নহ'ল। ধৃতৰাষ্ট্ৰই পুনৰ যুধিষ্ঠিৰক খেললৈ মাতি পঠালে। ভীষ্ম, দ্ৰোণ, বাহ্লীক, বিদুৰ, যুযুৎসু, বিকৰ্ণ, আনকি গান্ধাৰীৰ হিতবচনেও ধৃতৰাষ্ট্ৰ'ক অনুমোদন দানৰ পৰা বিৰত কৰিব নোৱাৰিলে।। দ্যূত্যাসক্ত যুধিষ্ঠিৰেও নিমন্ত্ৰণ অগ্ৰাহ্য নকৰি জুৱা খেলিবলৈ ধাপলি মেলিলে। শকুণিৰ হাতত পৰাজিত হৈ ৰাজ্য হেৰুৱাই বাৰ বছৰ বনবাস আৰু এবছৰ অজ্ঞাতবাস খাটিব লগাত পৰিল।

অৰণ্য যাত্ৰাৰ উদ্দেশ্যে বল্কল পৰিধান কৰি যাবলৈ ওলাল। এই দৃশ্য দেখি আনন্দত উৎফুল্ল হৈ দুঃশাসনে অকথ্য ভাষাত তেওঁলোকক উপহাস কৰি দ্ৰৌপদীক ক'লে ; "পাঞ্চালী, তুমি দৰিদ্ৰ পাণ্ডৱক পৰিত্যাগ কৰি, এই সভাত উপস্থিত কৌৰৱৰ যি কোনো এজনক পতিবৰণ কৰিব পাৰা।" অগ্ৰজৰ পত্নীক এনে ব্যৱহাৰ কৰি দুঃশাসনে নিজৰ অসভ্যালিৰ পৰিচয় দিয়ে। ভীমে খণ্ডত দুঃশাসনৰ বুক চিৰি ৰক্ত পান আৰু দুৰ্যোধনক উৰুভঙ্গ কৰিবলৈ প্ৰতিজ্ঞা কৰে। অৰ্জুনেও কৰ্ণ বধৰ প্ৰতিজ্ঞা কৰে।

পতিসকলৰ লগত দ্ৰৌপদীও বনবাস গমন কৰিবলৈ সাজু হ'ল। সকলোকে অভিবাদন কৰি যাত্ৰা আৰম্ভ কৰে। বিদুৰে সান্ত্বনা দি ক'লে, "অধৰ্মৰ দ্বাৰা পৰাজিত হ'লে, বেজাৰ কৰিব নাপায়। তোমালোক ধৰ্মজ্ঞ আৰু বীৰপুৰুষ। "ধৰ্মাৰ্থ কুশলা টেৰ, দ্ৰৌপদী ধৰ্মাচাৰিণী।" তোমালোকে পৰস্পৰক ভালো পোৱা আৰু শত্ৰুৰ অভেদ্য। তোমালোকক সকলোৱে ভাল পায়।"

কুন্তী আৰু পুজনীয় সকলোকে দ্ৰৌপদীয়ে বিদায় লৈ প্ৰণতি জনায়। শোকাকুল কুন্তীয়ে আশীৰ্বাদ দিয়ে।

বৎসে, শোকো ন তে কাৰ্যাঃ প্ৰাপ্যেদং ব্যসনং মহৎ'
স্ত্ৰীধৰ্মানামভিজ্ঞাসি শীলাচাৰৱতী তথা ॥

(বৎসে, তুমি স্ত্ৰীলোকৰ ধৰ্মবিষয়ে অভিজ্ঞা আৰু শীল-আচাৰ সম্পৰ্কে

নিপুণা। এই বিপদত শোক নকৰিবা। তোমাৰ দ্বাৰা পিতৃকুল আৰু শ্বশুৰকুল অলংকৃত হৈছে পতিসকলক কেনেদৰে ব্যৱহাৰ কৰিব লাগে, সেই বিষয়ে তোমাক কোৱাৰ প্ৰয়োজন নাই ধৰ্মৰ দ্বাৰা ৰক্ষিতা হৈ অচিৰে মংগল লাভ কৰিবা।

তথেত্যুক্ত্বা তু সা দেৱী স্ৰৱন্নেত্ৰজলাবিলা।
শোণিতাক্তৈকবসনা মুক্তকেশী বিনিৰ্যযৌ ॥

অশ্ৰুপূৰ্ণ চকুৰে শাহুৰ আশীৰ্বাদ গ্ৰহণ কৰি আয়তালোচনা, সুদৰ্শনা কৃষ্ণা কান্দি কান্দি যুধিষ্ঠিৰক অনুসৰণ কৰে।

ধৃতৰাষ্ট্ৰৰ প্ৰশ্নৰ উত্তৰত বিদুৰে কৃষ্ণাৰ গমনভঙ্গীৰ তাৎপৰ্য্য বৰ্ণনা কৰি কয়, "একবস্ত্ৰা, শোণিতাক্তবসনা, ৰোৰদ্যমানা, মুক্তকেশী দ্ৰুপদদুহিতাই তেওঁৰ গতিভঙ্গীৰ দ্বাৰা সূচনা কৰিছিল যে যাৰ অত্যাচাৰত তেওঁৰ এনে লাঞ্ছনা ঘটিছে, তেৰ বছৰৰ পাছত তেওঁলোকৰ ভাৰ্য্যাসকলে পতিপুত্ৰক হেৰুৱাই, শোনিতাক্ত দেহে, মুক্তকেশী হৈ পতিপুত্ৰাদিৰ পাৰলৌকিক কাৰ্য্যসম্পন্ন কৰি এই ভাৱেই হস্তিনাত প্ৰবেশ কৰিব লাগিব।

দ্ৰৌপদী আৰু পান্ডৱৰ অৰণ্যযাত্ৰাত প্ৰজাসকলৰ তেওঁলোকৰ প্ৰতি আনুগত্য দেখি ধৃতৰাষ্ট্ৰই ভয় খাই সঞ্জয়ৰ কাষ চাপে। সঞ্জয়ে দ্ৰৌপদীৰ লাঞ্ছনাৰ পৰিণতি কেনে ভয়াৱহ হব সেই কথা প্ৰকাশ কৰাত বৃদ্ধ ৰজা অতিশয় ব্যথিত হয়। তেওঁ সঞ্জয়ক সোধে—

তস্যাঃ কৃপণচক্ষুৰ্ভ্যাং প্ৰদহ্যেতাপি মেদিনী।
অপি শেষং ভৱেদদ্য পুত্ৰানাং মম সঞ্জয় ॥

( দ্ৰৌপদীৰ শোকাকুল নেত্ৰদ্বয় পৃথিৱী দগ্ধ কৰিব পাৰে। হে সঞ্জয়, মোৰ পুত্ৰাবিলাকৰ মাজত কোনোবাই ৰক্ষা পাবনে ?

প্ৰজাসকলে লগলাগি দ্ৰৌপদীৰ লাঞ্ছনাৰ কথাই আলোচনা কৰিবলৈ ধৰে। ব্ৰাহ্মণসকলৰ অগ্নিহোত্ৰ লোপ পালে। তেওঁলোক দ্ৰৌপদীৰ লাঞ্ছনাত কুপিত হ'ল। লাঞ্ছনাৰ কথা শুনি কৃষ্ণও সেই ঠাইত উপস্থিত হ'ল। কৃষ্ণৰ ওচৰ চাপি তেওঁ বিনীত ভাৱে ক'লে, "মই ঋষি-মুনিসকলৰ মুখত শুনিছো যে তুমি পৰমেশ্বৰ। হে মধুসূদন, তোমাক ভাল পাওঁ বুলিয়েই মোৰ দুখৰ কথা তোমাক কবলৈ ওলাইছোঁ।

কথং নু ভাৰ্য্যা পাৰ্থানাং তৱ কৃষ্ণ সখী বিভো।
ধৃষ্টদ্যুম্নস্য ভগিনী সভাং কৃষ্যেত সাদৃশা ॥

( মই পাণ্ডৱৰ ভাৰ্য্যা, ধৃষ্টদ্যুম্নৰ ভগিনী আৰু তোমাৰ সখী। হে বিভো, মোৰ দৰে নাৰী কিয় সভাস্থলত লাঞ্ছিতা হ'ব লাগে ? মই বীৰদুহিতা, বীৰভাৰ্য্যা, বীৰভগিনী, বীৰসখী আৰু বীৰজননী। মোৰ কিয় এই লাঞ্ছনা হ'ল ? মই তোমালোকক ধিক্কাৰ দিছো। খণ্ডত কৃষ্ণাই দুৰ্যোধনৰ সকলো দুষ্কৰ্ম বৰ্ণনা কৰি কান্দি কান্দি কলে, "মই বুজিব পাৰিছো, পতি, পুত্ৰ, পিতা, ভ্ৰাতা আৰু তুমি মোৰ

একো নোহোৱা নীচাধমবোৰ মোক এইদৰে অপমান কৰা স্বত্ত্বেও তোমালোক কোনেও প্ৰতিকাৰ কৰিবলৈ আগবাঢ়ি অহা নাই। মোৰ দুখৰ অন্ত নাই, প্ৰতিকাৰো নাই।"

চতুৰ্ভিঃকাৰনৈঃ কৃষ্ণ ত্বয়া ৰক্ষ্যাস্মি নিত্যশঃ।
সম্বন্বাদ গৌৰৱাৎ সখ্যাৎ প্ৰভুত্বেন চ কেশৱ॥ বন ১২।১২৭

(হে কৃষ্ণ, হে কেশৱ তুমি নিতৌ মোক ৰক্ষা কৰি থাকিবা। এই বিষয়ত তোমাৰ ওপৰত মোৰ চাৰি প্ৰকাৰ দাবী আছে। প্ৰথমতঃ মই তোমাৰ ভ্ৰাতৃজায়া, দ্বিতীয়তে তুমি মোৰ জন্মকাহিনী জানা, তৃতীয়তে মই তোমাক শ্ৰদ্ধা কৰোঁ আৰু তুমিও মোক সখীৰূপে গণ্য কৰা আৰু চতুৰ্থতে তুমি সৰ্বশক্তিমান মহাপুৰুষ।)

দ্ৰৌপদীৰ তিৰস্কাৰ বাক্যত লাজ পাই ক'লে, "হে অভিমানিনী, যিবিলাকে তোমাক অপমান-লাঞ্ছনা কৰিছে, তেওঁলোকৰ ভাৰ্য্যাবিলাকেও এদিন তোমাৰ দৰে কান্দিব লাগিব। তুমি আকৌ ৰাজমহিষী হ'বা। মোৰ কথা কেতিয়াও অথলে নাযায়। অৰ্জুনেও সেই আশ্বাস দি কোনো মতে দ্ৰৌপদীক শান্ত কৰে। দ্ৰৌপদীৰ লগত কৃষ্ণৰ মধুৰ সম্পৰ্ক আছিল সখীপত্নী বুলি কৃষ্ণই দ্ৰৌপদীক শ্ৰদ্ধা আৰু মৰম দুয়োটাই কৰিছিল। সেই কাৰণে দ্ৰৌপদীয়ে কৃষ্ণক টানকৈ কবলৈ সাহ কৰিব পাৰিছিল।

দ্বৈত বনত এদিন সন্ধিয়া দ্ৰৌপদীৰ লগত পান্ডৱে সুখ-দুখৰ কথা পাতি আছিল।

প্ৰিয়া চ দৰ্শনীয়া চ পন্ডিতা চপতিব্ৰতা।
অথ কৃষ্ণা ধৰ্মৰাজমিদং বচনমব্ৰবীৎ॥

দৰ্শনীয়া, পান্ডৱৰ প্ৰিয়তমা, পন্ডিতা আৰু পতিব্ৰতা কৃষ্ণাই মহাৰাজক কলে, "দুষ্কৃতিকাৰী দুৰ্যোধনে তোমালোকক ৰাজ্যচ্যুতি কৰি বনলৈ পঠায়ো অনুতপ্ত নহৈ আনন্দ লাভ কৰিছে। আমাৰ বন যাত্ৰা কালত সকলোকে শোকাতুৰ দেখা পাইছিলো, কেৱল শকুনি, দুৰ্যোধন, কৰ্ম আৰু দুঃশাসনক আনন্দিত দেখা গৈছিল। দেৱোপম মহাবীৰ তোমালোকৰ দুৰৱস্থা দেখি সহ্য কৰিব নোৱাৰা হৈছোঁ। মহাৰাজ, তোমাৰ ভাইসকলৰ আৰু মোৰ ইমান কষ্ট দেখিও তোমাৰ কিয় খং উঠা নাই? ক্ষত্ৰিয় হৈ তোমাৰ এই মৃদুতা অশোভনীয়। অপমান মৃত্যুতকৈ গ্লানিকৰ। ক্ষমাশীলক কোনেও গ্ৰাহ্য নকৰে, তেওঁক দুৰ্বল বুলি ভাবে। কাল-অকাল বিবেচনা নকৰি অপৰাধীক ক্ষমা কৰা অন্যায়। যিজনে বিচাৰ কৰি যথাকালত মৃদুতা আৰু তীক্ষ্ণতা প্ৰকাশ কৰে, তেওঁ মহীপতি হোৱাৰ যোগ্য।"

তেজস্বিনী কৃষ্ণাৰ এই বীৰাঙ্গনাসুলভ বাক্য শুনি যুধিষ্ঠিৰে ক্ষমাৰ মহিমা বাৰে বাৰে বৰ্ণনা কৰাত অতিষ্ঠ হৈ দুঃখত কৈছিল।

নমো ধাত্ৰে বিধাত্ৰে চ যো মোহঞ্চক্ৰতুস্তৱ।
পিতৃ পৈতামহে বৃত্তে বোঢ়ব্যে তেহন্যথা মতিঃ॥

(পিতৃ-পিতামহৰ প্ৰন্থা অনুসৰণ কৰাই তোমাৰ উচিত আছিল কিন্তু তোমাৰ বুদ্ধি

অন্য প্ৰকাৰ। যি পৰমেশ্বৰে আৰু তোমাৰ পূৰ্বকৃত কৰ্মই তোমাৰ এনে মতিভ্ৰম ঘটাইছে, তেওঁলোকক মোৰ শত নমস্কাৰ)

দ্ৰৌপদীয়ে এইদৰে বহু উত্তেজক বাক্যেৰে যুধিষ্ঠিৰক উদ্দীপিত কৰিবলৈ চেষ্টা কৰি বিফল হয়। শান্তচিত্ত যুধিষ্ঠিৰ অকণো বিচলিত নহ'ল। দ্ৰৌপদীয়ে শেষত মনু, যাজ্ঞবল্ক্য, বৃহস্পতি আদিৰ ধৰ্মশাস্ত্ৰৰ বহুবিধ উপদেশ সোঁৱৰাই দিও যুধিষ্ঠিৰক টলাব নোৱাৰিলে। এই প্ৰসঙ্গত দ্ৰৌপদীয়ে ৰাজধৰ্ম, অৰ্থনীতি আৰু মানৱ ধৰ্মৰ যি উদ্ধৃতি দাঙি ধৰিছে, তাৰপৰা কৃষ্ণাৰ গভীৰ শাস্ত্ৰজ্ঞানৰ পৰিচয় পোৱা যায়। এই শাস্ত্ৰজ্ঞান লাভ কৰাৰ বৃত্তান্তও তেওঁ প্ৰকাশ কৰিছে।

ব্ৰাহ্মণং মে পিতা পূৰ্বং বাসয়ামাস পণ্ডিতম্।
সোঽপি সৰ্বামিমাং প্ৰাহ পিত্ৰে মে ভৰতৰ্ষভ ॥
নীতিং বৃহস্পতি প্ৰোক্তাং ভ্ৰাতৃস্নেহগ্ৰাহয়ৎ পুৰা
স মাং ৰাজন্ কৰ্মৰতীমাগতামাহ সান্ত্বয়ন ॥

(আমাৰ পিতাই এজন পণ্ডিত ব্ৰাহ্মণক ঘৰত ৰাখি তেওঁৰ পৰা বৃহস্পতি নীতি আৰু অৰ্থশাস্ত্ৰ শ্ৰৱণ কৰিছিল। এই পণ্ডিতে মোৰ ভাইকো নীতি-শাস্ত্ৰৰ জ্ঞান দিছিল। মই ভাইৰ পৰা এই শাস্ত্ৰ শুনিছিলো। এই বিষয়ে পিতাৰ ওচৰ চাপিলে, পণ্ডিত মহাশয়ে মোকো সেই নীতিশাস্ত্ৰ সম্পৰ্কে উপদেশ দিছিল। পিতাৰ কাষত বহি ময়ো এই নীতিশাস্ত্ৰৰ জ্ঞান লাভ কৰিছিলো।

গণিত শাস্ত্ৰতো কৃষ্ণাৰ ব্যুৎপত্তি আছিল। এদিন তেওঁ কৃষ্ণপত্নী সত্যভামাক কৈছিল যে সমস্ত ৰাজ্যৰ আয়-ব্যয়ৰ হিচাপ তেওঁ ৰাখিছিল। আজি-কালিৰ Finance Minister-ৰ কাম তেওঁ কৰিছিল। "মই অন্তঃপুৰবাসী আৰু ভৃত্য-বিলাকৰ কাজকৰ্ম মই পৰিদৰ্শন কৰো।"

সৰ্বং ৰাজ্ঞঃ সমুদয়মায়ঞ্চ ব্যয়মেৱচ।
একাহং বেদ্মি কল্যাণি পাণ্ডৱানাং যশস্বিনি ॥

(হে যশস্বিনি, কল্যাণি, পাণ্ডৱৰাজ্যৰ সকলো আয়-ব্যয়ৰ সকলো হিচাপ মই ৰাখোঁ।)

উক্ত শ্লোকৰ পৰা জনা যায় দ্ৰৌপদীয়ে যুধিষ্ঠিৰৰ অৰ্থ-সচিবৰ দায়িত্ব বহন কৰিছিল। সেই কালত এখন বৃহৎ ৰাজ্যৰ আয়-ব্যয়ৰ হিচাব এগৰাকী নাৰীয়ে ৰাখিছিল বুলি কোৱা কথাষাৰ আচৰিত যেনেই লাগে।

দ্ৰৌপদী আৰু পাণ্ডৱৰ বনবাসৰ সময়ত কৃষ্ণৰ লগত এদিন সত্যভামাও দেখা কৰিবলৈ আহিছিল। এদিন নানা কথা আলোচনাৰ পাছত সত্যভামাই দ্ৰৌপদীক সুধিছিল—"কি উপায়ে কৃষ্ণাই পাঁচজন পতিক সন্তুষ্ট কৰি ৰাখিব পাৰিছে? ব্ৰত, তপস্যা কোনো মন্ত্ৰ বা ঔষধৰ শক্তিত এনে অসাধ্য সাধন কৰিব পাৰিছে? উপায়টো জানিলে বহুপত্নী কৃষ্ণকো তেনে উপায়ে বশীভূত কৰিব পৰা যাব।" তাৰ উত্তৰত দ্ৰৌপদীয়ে কৈছিল, "সখি, তুমি যি উপায়ৰ কথা কৈছা, অসতী নাৰীয়েহে সেইবোৰ

উপায় প্ৰয়োগ কৰে। মহাবীৰ-মাহাত্মা পাণ্ডৱৰ মনোৰঞ্জনৰ কাৰণে মই কি কৰিছো তোমাক কওঁ। কাম, ক্ৰোধাদি ছয় ৰিপুক বশ কৰি মই সদায় পাণ্ডৱসকলক আৰু মোৰ সপত্নীসকলৰ প্ৰতি আচৰণ কৰোঁ। তেওঁলোকৰ কেতিয়া কি প্ৰয়োজন, তাক বুজি লৈ শুশ্ৰূষাৰ দ্বাৰা তেওঁলোকৰ চিত্তানুমোদন কৰোঁ। তেওঁলোকৰ স্নান, পান, আহাৰ আৰু বিশ্ৰামৰ প্ৰতি চকু নিদিয়াকৈ মই নিজৰ ফালে চকু নিদিওঁ। তেওঁলোকে বেয়া পোৱা সকলো কামেই বৰ্জন কৰোঁ। শাহুৰ নিৰ্দেশত যাৱতীয় গৃহকৰ্ম সম্পন্ন কৰোঁ আৰু অতিথি-আত্মীয়বৰ্গৰ সেৱা কৰোঁ। গুৰুস্থানীয় ব্যক্তিসকলৰ প্ৰতি যথাযোগ্য আচৰণ কৰিবলৈ সততে চেষ্টা কৰোঁ। এইবোৰেই মোৰ পতি-সন্তুষ্টিৰ উপায়।"

পাঁচজন পতিৰ মাজত অৰ্জুনক দ্ৰৌপদীয়ে বেছি ভাল পাইছিল। দৰাচলতে লক্ষ্যভেদ কৰি কৃষ্ণাক লাভ কৰিছিল অৰ্জুনে। সেই ফালৰ পৰা পাঞ্চালে বীৰকন্যা কৃষ্ণাৰ অৰ্জুনপ্ৰীতি অধিক হোৱা একো অস্বাভাৱিক নহয়। অৰ্জুনে কাম্যক বনৰ পৰা তপস্যাৰ কাৰণে হিমালয়লৈ যাত্ৰা কৰোঁতে যুধিষ্ঠিৰাদি চাৰিভাই অতিশয় কাতৰ হৈ পৰিছিল। সেই প্ৰসঙ্গত দ্ৰৌপদীয়ে অৰ্জুনপ্ৰীতি অকপটভাৱে প্ৰকাশ কৰিছে।

(১) তমৃতে পাণ্ডৱশ্ৰেষ্ঠং বনং ন প্ৰতিভাতি মে।
(২) শূন্যামিৱ প্ৰপশ্যামি তত্ৰ তত্ৰ মহীমিমাম্।
(৩) ন লভে শৰ্ম বৈ ৰাজন্স্মৰন্তী সব্যসাচীনম্॥

**প্ৰশ্নাম্ৰ্থ ঃ**

(১) পাণ্ডৱশ্ৰেষ্ঠক নেদেখি বনভূমি মোৰ ভাল লগা নাই।
(২) এই মহী মোৰ শূন্য যেন বোধ হৈছে।
(৩) সব্যসাচীক মনত পৰাত মই শান্তি পোৱা নাই।

দ্ৰৌপদীৰ তেজস্বিতাক সকলোৱে ভয় কৰিছিল। দুৰ্যোধনৰ ঘোষ-যাত্ৰাৰ সময়ত ধৃতৰাষ্ট্ৰই গভীৰ উদ্বেগ প্ৰকাশ কৰি কৈছিল ঃ

ধৰ্মৰাজো ন সংক্ৰুধ্যেদ ভীমসেনস্ত্বমৰ্ষণঃ।
যজ্ঞসেনস্য দুহিতা তেজ-এৱ তু কেৱলম্॥ বন—২৩৮/৯

( ধৰ্মৰাজে খং নকৰে, কিন্তু ভীম অতিশয় অসহিষ্ণু আৰু যাজ্ঞসেনী একেবাৰে তজৰ প্ৰতিমূৰ্তি। গতিকে দ্ৰৌপদীৰ উত্তেজক বাক্যত ক্ৰোধোদীপ্ত দুৰ্যোধনাদিৰ প্ৰাণ াছিবনে সন্দেহ। কৃষ্ণাৰ ভক্তি আৰু কাতৰ আহ্বানত একাধিকবাৰ কৃষ্ণ কৃষ্ণাৰ াহায়ৰ অৰ্থে আহিব লগা হৈছিল। খণ্ডাল ঋষি শিষ্য দুৰ্বাসা সমদল লৈ বনবাসী া৺ণ্ডৱৰ পৰ্ণকুটীৰত অতিথিৰূপে উপস্থিত হয়। দ্ৰৌপদীয়ে নোখোৱা পৰ্যন্ত ভাজনপাত্ৰ সম্পূৰ্ণ থাকে। সূৰ্য্যই এই অফুৰন্ত ভোজনপাত্ৰ দ্ৰৌপদীক দান চৰিছিল। দ্ৰৌপদীৰ ভোজনৰ পাছত মহৰ্ষি দুৰ্বাসা শিষ্যসহ অতিথিৰূপে উপস্থিত

হয়। ইমানখিনি লোকক খুৱাবৰ কাৰণে কুটীৰত খুদকণ এটাও নাছিল। আতুৰ হৈ দ্ৰৌপদীয়ে বিপদতাৰণ কৃষ্ণক স্মৰণ কৰে।

দুঃশাসনাদহং পূৰ্বং সভায়াং মোচিতা যথা।
তথৈৱ সংকটাদস্মান্মামুদ্ধর্তুমিহাৰ্হসি ॥

(পাশাখেলৰ সময়ত তুমিয়ে মোক দুঃশাসনৰ হাতৰ পৰা ৰক্ষা কৰিছিলা। হে প্ৰভো, এইবাৰো তুমি মোক ৰক্ষা কৰা।

ভগৱান কৃষ্ণই ভক্তিমতীৰ আহ্বান শুনি ৰ'ব নোৱাৰিলে ; দ্ৰৌপদীৰ পাকশালাত উপস্থিত হৈ ভোজ্যপত্ৰৰ খুদকণ এটা খাই সশিষ্য দুৰ্বাসাৰ ক্ষুন্নিবৃত্তি ঘটালে। তেওঁলোকৰ পেট ওফন্দি বাহিৰে বাহিৰে পলাল।

দুষ্টবুদ্ধি জয়দ্ৰথে, যুধিষ্ঠিৰাদিৰ অনুপস্থিতিৰ সুযোগ লৈ পাণ্ডৱৰ অৰণ্য-কুটীৰত উপস্থিত হয়। দ্ৰৌপদীয়ে আত্মীয় আৰু অতিথি জ্ঞান কৰি যথাযোগ্য শুশ্ৰূষা কৰে। কিন্তু জয়দ্ৰথে যেতিয়া হৃতৰাজ্য, বনবাসী পাণ্ডৱক পৰিত্যাগ কৰি তেওঁক পতিবৰণ কৰিবলৈ কয়, তেতিয়া পাঞ্চালীয়ে প্ৰমাদ গণি ভিতৰলৈ সোমাই যাব খোজোতে, সিন্ধুৰাজে থাপ মাৰি ধৰি তেওঁক ৰথত তুলি পলায়ন কৰে। দ্ৰৌপদীৰ আৰ্ত্তনাদ শুনি অৰণ্যৰ পৰা ওলাই ভীমাৰ্জুনে তেওঁক খেদা ধৰে। প্ৰথম অৱস্থাত বুদ্ধিমতী পাঞ্চালীয়ে জয়দ্ৰথৰ অভিপ্ৰায় বুজি ভীম-অৰ্জুন নহালৈকে ইটো-সিটো কথাকৈ সময় নিয়াবলৈ চেষ্টা কৰে। তেওঁ জয়দ্ৰথক "বিলোভয়ামাস পৰং বাক্যৈৰ্বাক্যানি যুঞ্জতী"। জয়দ্ৰথে দ্ৰৌপদীৰ কালহৰণৰ অভিপ্ৰায় বুজি বলপূৰ্বক তেওঁক ৰথত তুলি পলাবলৈ চেষ্টা কৰে। দ্ৰৌপদীয়ে জয়দ্ৰথক ভৎসৰ্না কৰি পাপকৰ্মৰ পৰা নিবৃত্ত কৰিবলৈ চেষ্টা কৰে আৰু পুৰোহিত ধৌম্যক উচ্চস্বৰে চিঞৰে। দুষ্ট জয়দ্ৰথে তেওঁৰ উত্তৰীয় বস্ত্ৰত ধৰি টানিবলৈ ধৰাত বস্ত্ৰখন পেলাই থৈ ভিতৰ সোমাবলৈ চেষ্টা কৰে। শেষত উপায় নাপাই জয়দ্ৰথক ধাক্কা মাৰি মাটিত পেলাই দিয়ে। কিন্তু তেওঁ পুনৰ উঠি পাঞ্চালীক গৰা মাৰি ধৰি বলপূৰ্বক ৰথত তুলি উধাও হয়। পুৰোহিত ধৌম্যই কিছুদূৰ অনুসৰণ কৰিছিল যদিও শেষত চেষ্টা এৰিবলৈ বাধ্য হয়। অৱশেষত ভীমাৰ্জুন আদি বনৰ পৰা উভতি আহি কৃষ্ণাক নেদেখি আৰু দ্ৰৌপদীৰ আৰ্তনাদ শুনি জয়দ্ৰথৰ অপকৰ্ম বুলি জানিব পাৰে। তেওঁলোকে জয়দ্ৰথক অনুসৰণ কৰি কি কৰিলে সেই কথা স্থানান্তৰত বৰ্ণনা কৰা হৈছে, পুনৰুক্তি নিষ্প্ৰয়োজন।

এইদৰেই বাৰ বছৰ বনবাস অতীত হ'ল, অজ্ঞাতবাসৰ কাল উপস্থিত। স্থিৰ হ'ল মৎস্যপতি বিৰাটৰ পুৰীত এবছৰ সময় অজ্ঞাতভাৱে কটাব। কোনে, কি কাম আৰু কি ৰূপত কালছোৱা কটাব তাৰ আলোচনা চলে। এই প্ৰসঙ্গত যুধিষ্ঠিৰে প্ৰথমতে পাঞ্চালীকে সোধে ঃ

ইয়ং হি নঃ প্ৰিয়াভাৰ্যা প্ৰাণেভ্যোঽপি গৰীয়সী।
মাতেৱ পৰিপাল্যা চ পূজ্যা জ্যেষ্ঠেৱ চ স্বসা ॥

( মাতৃৰ দৰে পৰিপালনীয়া, জ্যেষ্ঠা ভগিনীৰ দৰে পৰিপূজ্যা, আমাৰ প্ৰাণতকৈ গৰীয়সী, এই প্ৰিয় ভাৰ্য্যাই কি কাম কৰিব, কেনে বেশ ধাৰণ কৰিব ? )

যুধিষ্ঠিৰৰ প্ৰশ্নৰ উত্তৰত কৃষ্ণাই উত্তৰ দি কয়, "মহাৰাজ, মই সৈৰিন্ধ্ৰীৰ বেশত বিৰাটপুৰীত প্ৰৱেশ কৰিম। নাৰীৰ কেশ বিন্যাস কৰাত মই অভিজ্ঞ। ৰাজমহিষী সুদেষ্ণাৰ পৰিচাৰিকাৰূপে নিযুক্তা হ'ম। কোনোবাই মোক সুধিলে কম, "মই ৰাজমহিষী দ্ৰৌপদীৰ পৰিচাৰিকা আছিলো। মোৰ ৰূপ দেখি ভয় নাখাবা। মই সকলো অৱস্থা চম্ভালি লব পাৰিম।"

যুধিষ্ঠিৰৰ আৰু ভীমৰ পাছতে সৈৰিন্ধ্ৰী বেশত দ্ৰৌপদীয়ে ৰাজপুৰীত প্ৰৱেশ কৰে। তেওঁ কেঁকোৰা চুলিকোছা বেণীবন্ধন কৰি শৰীৰৰ সোঁফালে ছাতি মাৰি থৈ এখন মলিয়ন শাৰী পৰিধান কৰি ৰাজপুৰীত প্ৰৱেশ কৰে। তেওঁক দেখি অনেক পুৰুষ-নাৰীয়ে পৰিচয় জানিব খুজিলে, দ্ৰৌপদীয়ে এজনী কৰ্মপ্ৰাৰ্থিনী পৰিচাৰিকা বুলি পৰিচয় দিয়ে, কিন্তু তেওঁৰ ৰূপ, হংসগতি আৰু কণ্ঠস্বৰ দেখি-শুনি কোনেও সেই পৰিচয়ত বিশ্বাস কৰিব নোৱাৰিলে। বিৰাট মহিষীয়ে দূৰতে তেওঁক মতাই নিলে, কিন্তু পৰিচয়ত বিশ্বাস কৰিবলৈ টান পালে। সৈৰিন্ধ্ৰীৰ অসাধাৰণ ৰূপ-লাৱণ্য দেখি কোনোবা ছদ্মবেশী দেৱী অথবা গন্ধৰ্বী বা অপ্সৰা বুলি ভাবি ল'লে। মহিষীৰ প্ৰশ্নৰ উত্তৰত তেওঁ মাথো কৈছিল ঃ

সৈৰিন্ধ্ৰী তূ ভভুজিষ্যাস্মি সত্যমেতদ্ ব্ৰবীমিতে ॥

মই সচাকৈয়ে এজনী পৰিচাৰিকা। মই কেশ-ৰচনা, চন্দনাদি বিলেপন কাৰ্য্যত পটু। ফুলৰ মালা আৰু ফুলৰ বিভিন্ন বিৰচনা কাৰ্যতো মই অভ্যস্ত। কৃষ্ণপ্ৰিয়া সত্যভামা আৰু পাণ্ডৱপ্ৰিয়া দ্ৰৌপদীৰ পৰিচৰ্যাত মই নিযুক্ত আছিলোঁ। তেওঁলোকৰ পৰা মই ভোজ্য আৰু বস্ত্ৰাদি লাভ কৰিছিলো। সত্যভামাই মোৰ নাম ৰাখিছিল মালিনী। হে দেৱী, মই কৰ্মপ্ৰাৰ্থিনী হৈ আপোনাৰ পুৰীত উপস্থিত হৈছোঁছি।

ৰাজমহিষী সুদেষ্ণাই কলে, "মহাৰাজ যদি তোমাক দেখি আসক্ত নহয়, তেতিয়া তোমাক মই সুখত ৰাখিব পাৰো। ইয়াৰ সকলো নাৰীয়ে তোমাৰ ৰূপ দেখি একেবাৰে চাই আছে, পুৰুষৰ তো কথাই নাই। তোমাক স্থান দি মই নিজৰ দুৰ্ভাগ্য মাতি আনিব নোখোজোঁ, তোমাক দেখিলে মহাৰাজ জানো স্থিৰে থাকিব পাৰিব ?"

সৈৰিন্ধ্ৰীয়ে ক'লে ঃ

নাস্মি লভ্যা বিৰাটেন ন চান্যেন কদাচন,
গন্ধৰ্বাঃ পতয়ো মহ্যং যুৱানঃ পঞ্চ ভাৱিনি ॥

বিৰাট বা অন্য কোনো পুৰুষেই মোক লাভ কৰিব নোৱাৰে। হে ভাৱিনি, প্ৰবল পৰাক্ৰমশালী পাঁচজন গন্ধৰ্ব মোৰ পতি। তেওঁলোকে মোক ৰক্ষা কৰে। যি মোক উচ্ছিষ্ট নিদিয়ে আৰু আনৰ পাদপ্ৰক্ষালন কাৰ্য্যত মোক নিয়োগ নকৰে, তেওঁলোকৰ প্ৰতি মোৰ পঞ্চপতি সন্তুষ্ট থাকে। যদি কোনো পুৰুষ মোৰ প্ৰতি আসক্ত হৈ মোক আমনি কৰে, তেন্তে পঞ্চ গন্ধৰ্বৰ হাতত তেওঁৰ মৃত্যু নিশ্চিত। বিশেষ

কাৰণত মোৰ পতিসকল কষ্টত পৰিছে, কিন্তু তেওঁলোকৰ প্ৰতি মোৰ প্ৰেম অটুট আছে। কোনেও মোৰ আসক্তি কমাব নোৱাৰে।

সুদেষ্ণাই সৈৰিন্ধ্ৰিক কথা দিলে যে তেওঁক কাবো উচ্ছিষ্ট খাবলৈ দিয়া নহ'ব আৰু চৰণ স্পৰ্শ কৰিবও নালাগিব। দ্ৰৌপদীৰ পাছত ক্ৰমে নকুল আৰু সহদেৱে ৰাজপুৰীত প্ৰৱেশ কৰে আৰু আগতে কোৱামতে বিৰাট ৰজাৰ নিৰ্দিষ্ট কৰ্মত নিযুক্ত হ'য়।

কৃষ্ণা তু সৰ্বান্ ভৰ্ত্তৃংস্তান্ নিৰীক্ষন্তী তপস্বিনী।
যথা পুনৰৱিজ্ঞাতা তথা চৰতি ভাৱিনী॥

( দুঃখিতা কৃষ্ণা পতিসকলৰ মুখলৈ চাই অজ্ঞাতভাৱে কাল নিয়াবলৈ ধৰে। )

ৰাজমহিষীৰ পৰিচৰ্য্যা কৰি অতি কষ্টত দহ মাহ অতিবাহিত কৰিলে। কিন্তু সৌন্দৰ্য্যই তেওঁক বিপদত পেলালে। সুদেষ্ণাৰ লগত অসামান্য ৰূপৱতী গাভৰুক দেখি সুদেষ্ণাৰ ভায়েক, সূতপুত্ৰ, ৰাজসেনাপতি মহাবীৰ কীচকৰ মূৰ ঘূৰিবলৈ ধৰে। বায়েকৰ ওচৰত নিজৰ মনোভাৱ প্ৰকাশ কৰি কীচকে দ্ৰৌপদীক লগ ধৰি কু-অভিপ্ৰায় প্ৰকাশ কৰে। সাধ্বী সৈৰিন্ধ্ৰীয়ে পৰদাৰ গমনৰ কু-ফল প্ৰদৰ্শন কৰি তেওঁক নিৰস্ত কৰিবলৈ চেষ্টা কৰে, কিন্তু কীচক শান্ত নহৈ অধিকতৰ কামাৰ্ত্ত হৈ সৈৰিন্ধ্ৰীক আমনি দিবলৈ ধ'ৰে দ্ৰৌপদীয়ে পাঁচজন গন্ধৰ্ব পতিৰ কথা কৈ ভয় দেখুৱালে; সিও কামত নাহিল। দ্ৰৌপদীৰ দ্বাৰা প্ৰত্যাখ্যাত হৈ কীচকে সুদেষ্ণাক অনুৰোধ কৰিলে সৈৰিন্ধ্ৰীক যি কোনো উপায়ে তেওঁৰ কাষলৈ যাতে পঠায়। সুদেষ্ণাই কীচকক আশ্বাস দি ক'লে, "কোনো পৰ্বদিনত মই তোমাৰ ঘৰৰ পৰা সুৰা আৰু অন্ন আনিবলৈ সৈৰিন্ধ্ৰীক পঠাম। তুমি যদি তেওঁক নিৰ্জনত পাই ৰাজী কৰাব পাৰা, তেন্তে তোমাৰ কাৰ্যসিদ্ধি কৰিব পাৰিবা।"

নিৰ্দিষ্ট দিনত সুদেষ্ণাই দ্ৰৌপদীক কীচকৰ ঘৰৰ পৰা সুৰা আনিবলৈ কয়, পাঞ্চালীয়ে কিন্তু যাবলৈ অনিচ্ছা প্ৰকাশ কৰে। তেওঁ কয়ঃ

ন গচ্ছেয়মহং তুস্য কীচকস্য নিবেশম্।
ত্বমেৱ ৰাজ্ঞি জানাসি যথা স নিৰপত্ৰপ॥

( মহাৰাণী, মই কীচকৰ ঘৰলৈ নাযাওঁ। তেওঁ কেনেকুৱা নিলাজ, আপুনি জানেই। তোমাৰ ঘৰত থাকি মই ব্যাভিচাৰ কৰিব নোৱাৰো মই ইয়াত প্ৰবেশ কৰাৰ সময়তে মোৰ নিয়মখিনি আপোনাক জনাইছিলো। মূৰ্খ লম্পট কীচকে মোক অকলশৰে পাই অপমান কৰিব। তোমাৰ বহুত পৰিচাৰিকা আছে, তেওঁলোকৰ কোনোবা এজনীক পঠাওক। সুদেষ্ণাই ক'লে যে, যিহেতু তেওঁ ( মহাৰাণী ) পঠাইছে, সেই কাৰণে সৈৰিন্ধ্ৰীক কীচকে অপমান নকৰে। এই বুলি এটা সুৰাপাত্ৰ তেওঁৰ হাতত তুলি দিয়ে। ভয়ে ভয়ে সুৰাপাত্ৰটো লৈ সৈৰিন্ধ্ৰী কীচক ভৱনৰ ফালে কৃষ্ণৰ নাম লৈ এখোজ দোখোজকৈ আগবাঢ়ে। এবাৰ সূৰ্য্যদেৱৰ ফালে প্ৰণাম জনালে। সূৰ্য্যদেৱে এজন অদৃশ্য ৰাক্ষসক দ্ৰৌপদীৰ ৰক্ষাৰ অৰ্থে লগত পঠালে।

কীচকে সৈৰিন্ধ্ৰীক দেখি আনন্দত স্বাগত সম্ভাষণ জনালে। সৈৰিন্ধ্ৰীয়ে সুদেষ্ণাৰ কাৰণে সুৰাৰ কথা কোৱাত কীচকে অন্য লিগিৰীৰ হাতত সুৰা পঠাব বুলি কৈ সৈৰিন্ধ্ৰীৰ সোঁহাতখন চেপি ধৰিলে। খঙত সৈৰিন্ধ্ৰীয়ে এনে এটা ধাক্কা মাৰিলে কীচক উফৰি মাটিত পৰিল। সেই সুযোগতে তেওঁ দৌৰি বিৰাটৰ ৰাজসভা পালেহি। কীচকে পাচে পাচে দৌৰি আহি ৰাজদৰবাৰতে সৈৰিন্ধ্ৰীক এটা গোৰ মাৰি গুচি যায়। ৰজা বিৰাট আৰু সভাসদসকলৰ সন্মুখতে এই ঘটনা ঘটিল যদিও ৰজা বিৰাট এই দৃশ্য দেখিও কিন্তু মনে মনে থাকিল। ভীমে ৰঙা চকুৰে কীচকক এসেকা দিবলৈ থিয় হওঁতেই যুধিষ্ঠিৰে চকুৰে ইঙ্গিত দি তেওঁক বহুৱাই থয়। ভীমে কীচকক তেতিয়াই বধ কৰাহেঁতেন অজ্ঞাতবাসৰ সীমা অতিক্ৰম নকৰোঁতেই পাণ্ডৱৰ পৰিচয় প্ৰকাশ হৈ গলহেঁতেন। তেতিয়া পাণ্ডৱে পুনৰ বাৰ বছৰ বনবাস খাটিব লগা হলহেঁতেন। কীচকৰ ব্যৱহাৰত ভস্মাছাদিত অগ্নিসম পাণ্ডৱৰ খঙত গা ঘামিবলৈ ধৰে। কিন্তু উপাই নায়।

ৰাতি দ্ৰৌপদীয়ে ৰন্ধনশালাত ভীমক লগ ধৰি প্ৰতিকাৰ কৰিবলৈ অনুৰোধ কৰে।

উত্তিষ্ঠোত্তিষ্ঠ কিংশেষে ভীমসেন যথা মৃতঃ
নামৃতস্যহি পাপীয়ান্ ভাৰ্য্যামালভ্য জীৱতি ॥

( ভীমসেন, উঠা উঠা, মৃতৰ দৰে কিয় শুই আছা। পাপীষ্ঠ, লম্পট, কীচক জীৱিত ব্যক্তিৰ ভাৰ্য্যাক ধৰ্ষণ বা অপমান কৰি জীয়াই থাকিব নোৱাৰে। )

দ্যূত সভাত হোৱা লাঞ্ছনাৰ পৰা কীচকৰ পাদ প্ৰহাৰ পৰ্য্যন্ত সমস্ত ঘটনা ভীমক সোঁৱৰাই দিওঁতে দ্ৰৌপদীয়ে অতিশয় ক্ষোভত দ্যূতাসক্ত অবিবেচক, অক্ষধূৰ্ত্ত প্ৰভৃতি শব্দৰে যুধিষ্ঠিৰক বিভূষিত কৰিছে। দ্ৰৌপদীৰ কৰুণ কান্দোনত ভীম স্থিৰে থাকিব নোৱাৰিলে। দ্ৰৌপদীয়ে কান্দি, কান্দি সুকন্যা, ইন্দ্ৰসেনা, সীতা, সাবিত্ৰী প্ৰভৃতি পতিব্ৰতাসকলৰ চৰিত্ৰ সোঁৱৰাই দি ভীমে দ্ৰৌপদীক প্ৰবোধ দিয়ে আৰু প্ৰতিজ্ঞা কৰে যে আগামী ৰাতিৰ ভিতৰত কীচকক যমালয়লৈ প্ৰেৰণ কৰিব। কি উপায় কৰি কীচকক বধ কৰিব সেই বিষয়েও দুয়োৰে মাজত আলোচনা হল।

পাছদিনা বলদৰ্পিত কীচকে সৈৰিন্ধ্ৰীক নিৰ্জনত দেখা কৰি কবলৈ ধৰে, "ময়েই প্ৰকৃত ৰজা, বিৰাট মোৰ অনুগ্ৰহতে ৰজা হৈ টিকি আছে। হে সুন্দৰী মোক ভজা, মই তোমাৰ দাস হৈ থাকিম।" সৈৰিন্ধ্ৰীয়ে উত্তৰ দিলে, "মোৰ পতি গন্ধৰ্বগণ আৰু তোমাৰ ভাই-ভ্ৰাতা যদি কোনেও নজনাকৈ আহিব পাৰা ৰাতিৰ আন্ধাৰত মোৰ লগত মিলিব পাৰোঁ।"

কীচকক এইদৰে প্ৰলুব্ধ কৰি দ্ৰৌপদীয়ে ভীমক এই খবৰ দিয়ে। ভীমে অন্ধকাৰ নৃত্যশালাত মূৰে গায়ে কাপোৰ লৈ এখন বিছনাত শুই থকাৰ ভাও জুৰি পৰি থাকে। কীচকে সৈৰিন্ধ্ৰী বুলি ভীমৰ গাত হাত দিওঁতেই ভীমে তাক আক্ৰমণ কৰি বধ কৰে। কীচকৰ ভাই-ভাতিজাবোৰে সৈৰিন্ধ্ৰীৰ কাৰণেই কীচকৰ মৃত্যু হোৱা

বুলি জানি সৈৰিন্ধ্ৰীকো কীচকৰ লগত পুৰি মাৰিবলৈ ধৰিলৈ যায়। সৈৰিন্ধ্ৰীয়ে জয়, জয়ন্ত, বিজয়, জগৎসেন আৰু জয়দ্বল এই উপনাম কেইটাৰে পাণ্ডৱক চিঞৰাত ভীমে বল্লৱৰ বেশ বদলাই এজোপা গছ উভালি লৈ উপকীচক কেইজনক বধ কৰি দ্ৰৌপদীক মুক্ত কৰে।

সৈৰিন্ধ্ৰী ৰাজভৱনলৈ উভতি আহে। পুৰুষবিলাকে গন্ধৰ্বৰ ভয়ত চকু মুদিলে। সুদেষ্ণায়ো সৈৰিন্ধ্ৰীক ৰাজপুৰী এৰি যাবলৈ নিৰ্দেশ দিলে। সৈৰিন্ধ্ৰী থাকিলে ৰাজ্যৰ অনেক পুৰুষ তেওঁৰ ৰূপত জাহ যাব বুলি ভয় কৰিলে। সৈৰিন্ধ্ৰীয়ে আৰু তেৰ দিন থাকিবলৈ অনুজ্ঞা বিচাৰে, কাৰণ তেৰ দিনৰ অন্তত অজ্ঞাত বাস শেষ হব। এই কেইদিন যেন মহাৰাজে ৰাজভৱনত থাকিবলৈ অনুমতি দিয়ে।

অজ্ঞাতবাসৰ ম্যাদ শেষ হ'ল। পাণ্ডৱে আত্মপৰিচয় প্ৰদান কৰি বিৰাটক ধন্যবাদ জ্ঞাপন কৰে। বিৰাট আনন্দত উৎফুল্ল হৈ জীয়েক উত্তৰাক অৰ্জুনৰ পুত্ৰ অভিমন্যুলৈ বিয়া দি সম্বন্ধ কটকটীয়া কৰে।

শান্তিপূৰ্ণ ভাৱে দুৰ্যোধনে পাণ্ডৱক ৰাজ্য ঘূৰাই দিবলৈ অমান্তি হোৱাত, আকৌ এবাৰ শেষ চেষ্টা কৰিবৰ কাৰণে শ্ৰীকৃষ্ণক শান্তিৰ দূত ৰূপে কৌৰৱ সভালৈ প্ৰেৰণ কৰে। যুধিষ্ঠিৰ, অৰ্জুন, নকুলে শান্তি স্থাপনৰ উদ্দেশ্যে পৰামৰ্শ আগবঢ়ায়। আনকি ভীমেও শান্তি স্থাপনৰ পৰামৰ্শ সমৰ্থন কৰে। কিন্তু সহদেৱ আৰু সাত্যকিয়ে যুদ্ধৰ পক্ষ সমৰ্থন কৰে। দ্ৰৌপদীয়ে ভীমৰ শান্তিপ্ৰিয়তা দেখি অতিশয় ব্যথিত হয়। সহদেৱ আৰু সাত্যকিক সমৰ্থন কৰি কয়, "হে জনাৰ্দন, দুৰ্যোধনৰ সকলো দুষ্কৃতি তুমি জানা। তেওঁ ৰাজ্যাৰ্দ্ধ প্ৰত্যাৰ্পণ নকৰিলেও, কোনোমতেই তুমি সন্ধিৰ প্ৰস্তাৱ গ্ৰহণ নকৰিবা। দ্যূত সভাত মোৰ লাঞ্ছনা তোমালোকে পাহৰি গৈছা নেকি ?

> ধিক্ পাৰ্থস্য ধনুষ্মত্তাং ভীমসেনস্য ধিক বলম।
> যত্ৰ দুৰ্যোধনঃ কৃষ্ণ মুহূৰ্ত্তমপি জীৱতি ॥ উদ্যোগ—৮২/৮১/৪২

(হে কৃষ্ণ পাৰ্থৰ ধনুষ্মতা আৰু ভীমৰ সামৰ্থ্যক ধিক্ যিহেতু দুৰ্যোধন এতিয়াও জীৱিত আছে। দ্ৰৌপদীয়ে বাওঁ হাতে তেওঁৰ খোলা চুলি কোচাধৰি অশ্ৰুসিক্ত চকুৰে কৃষ্ণক সম্বোধন কৰি কবলৈ ধৰে। "হে পুণ্ডৰীকাক্ষ, সকলো সময়তে দুঃশাসনে স্পৰ্শ কৰা চুলি কোছা মনত ৰাখিলে সন্ধিৰ প্ৰতি ইচ্ছুক ভীমাৰ্জুনে যদি এই লাঞ্ছনাৰ প্ৰতিকাৰ কৰিবলৈ অনিচ্ছুক তেন্তে মোৰ ভ্ৰাতৃ কেইজনক লগতলৈ বৃদ্ধ পিতাই যুদ্ধ কৰিব। দুঃশাসনৰ ছিন্ন হস্ত ধূলি ধূসৰিত হোৱা দেখা নোপোৱালৈকে মোৰ অন্তৰৰ জ্বালা নিৰ্বাপন ন'হব। অন্তৰত জ্বলি থকা অগ্নিক মই বহন কৰি মই তেৰ বছৰ ক'টালো। আজি সন্ধিকামী ভীমৰ কথা শুনি মোৰ হৃদয় বিদীৰ্ণ হৈছে।" এইদৰে দুখ কৰি কৃষ্ণাই কান্দিবলৈ ধৰে।

কৃষ্ণই দ্ৰৌপদীক নানা প্ৰকাৰে সান্ত্বনা দিয়ে আৰু অচিৰেই মহাযুদ্ধত কৌৰৱকুল ধংস হ'ব সেই কথাও কয়। দুৰ্যোধনে শল্যপৰ্বত কৈছে "দুঃশাসনৰ

কেশাকৰ্ষণৰ পাছৰ পৰাই দ্রৌপদীয়ে কৌৰৱ নাশৰ সংকল্প গ্ৰহণ কৰি কঠোৰ ব্ৰত পালন কৰিছিল,"স্থন্ডিলে নিত্যদা শেতে যাবৎ বৈৰস্য যতনম্" লাঞ্ছনাৰ প্ৰতিকাৰাৰ্থে কৃষ্ণা অগ্নিৰ কাষত নিতৌ ভূমিশয্যাত শয়ন কৰিছিল।

মহাযুদ্ধৰ অষ্টাদশদিবস ৰাত্রিত অশ্বত্থামাই পাণ্ডৱ শিবিৰত প্ৰবেশ কৰি দ্রৌপদীৰ পঞ্চপুত্ৰকে ধৰি কেবাজনো শুই থকা বীৰক হত্যা কৰে। শিখণ্ডী আৰু ধৃষ্টদ্যুম্নও নিহত হয়। পাছদিনা যুধিষ্ঠিৰে দ্রৌপদীক উপপ্লব্যলৈ অনাই শোকসংবাদ দিয়ে।

উপপ্লব্যং গতা সাতু শ্রুত্বা সুমহদপ্রিয়ম্
তদা বিনাশং পুত্রাণাং সৰ্বেষাং ব্যথিতা ভৱৎ।

উপপ্লবলৈ অনা পুত্ৰসকলৰ অতিশয় অপ্রিয় নিধন বাৰ্তা শুনি দ্রৌপদী অতিশয় ব্যথিতা হ'ল। যুধিষ্ঠিৰৰ ওচৰলৈ গৈ বতাহে কোবোৱা কলগছৰ দৰে মাটিত লুটি খাই পৰে। তেওঁ শোকত অভিভূতহৈ যুধিষ্ঠিৰক ক'লে, "মহাৰাজ ভাগ্যৰ বলত তুমি এতিয়াও কুশলে আছা আৰু ৰাজ্য ভোগ কৰিছা। পুত্ৰসকলক স্মৰণ কৰাৰ কোনো প্ৰয়োজন নাই। পাপাত্মা অশ্বত্থামাই মোৰ শুই থকা ল'ৰা কেইটাক বধ কৰা শুনি মই শোকাগ্নিত দগ্ধ হৈছো। যদি সঙ্গীবোৰৰ সৈতে অশ্বত্থামাক ধৰি অনা নহয়, তেন্তে উপবাস কৰি মই দেহত্যাগ কৰিম।"

ৰাজৰ্ষিয়ে কলে যে অশ্বত্থামাই হত্যাকাণ্ডৰ পাছত দুৰ্গম ঠাইত আশ্রয় লৈছে। আজিৰ ভিতৰতে তেওঁক বন্দী কৰি অনা কঠিন হ'ব। দ্রৌপদীৰ ভাই আৰু পুত্ৰ-সকলে ক্ষত্ৰিয় গতিলাভ কৰিছে। তেওঁলোকৰ নিমিত্তে শোক কৰা উচিত নহয়। যি-কোনো উপায়ে অশ্বত্থামাক বন্দী বা বধ কৰি তেওঁৰ মূৰৰ মণিটো আনি যদি যুধিষ্ঠিৰে মূৰত পিন্ধে, তেন্তে দ্রৌপদীয়ে উপবাস কৰি মৰণ সংকল্প ত্যাগ কৰিব। এইদৰে কৈ তেওঁ ভীমক উত্তেজিত কৰিবলৈ ধৰে। সকলোবোৰ কঠিন কামত তেওঁ ভীমৰ ওপৰত অধিক ভৰষা কৰিছিল। কিন্তু অশ্বত্থামাই আত্মৰক্ষাৰ্থে দিব্যাস্ত্ৰ প্ৰয়োগ কৰাত শ্ৰীকৃষ্ণ আৰু অৰ্জুনে সেই অস্ত্ৰ নিবাৰণ কৰি ভীমক ৰক্ষা কৰে আৰু অশ্বত্থামাৰ মূৰত থকা মণিটি আমি দ্রৌপদীক উপহাৰ দিয়েহি, আৰু কৃষ্ণাই সেই মণিটো যুধিষ্ঠিৰক দান কৰে।

মহাযুদ্ধৰ পাছত কুৰুক্ষেত্ৰ মহাশ্মশানত পৰিণত হ'ল। সেই মহাশ্মশানত মৃতসকলৰ আত্মীয়বৰ্গ মিলিত হৈ কৰুণ সুৰে বিলাপ কৰিবলৈ ধৰে। পুত্ৰ আৰু ভ্ৰাতৃহীনা দ্রৌপদীয়ে মাটিত পৰি কান্দি থাকে। কুন্তীক কান্দি থকা তেওঁ কৰলৈ ধৰে।

আৰ্য্যে পৌত্ৰাঃ ক্বতে সৰ্বে সৌভদ্ৰ সহিতাঃ গতাঃ
ন ত্বাং তেঽদ্যাভি গচ্ছন্তি চিৰং দৃষ্টা তপস্বিনীম্
কিন্নু ৰাজ্যেন বৈ কাৰ্য্যং বিহীনায়াঃ সুতৈৰ্মম।

( আৰ্যে, অভিমন্যুৰ লগত তোমাৰ অন্য নাতিবিলাক কলৈ গ'ল। বহুদিনৰ পাছত তোমাক দেখিও আজি তোমাৰ ওচৰলৈ কিয় অহা নাই? পুত্ৰহীনা মোৰ ৰাজ্যৰ কি প্ৰয়োজন ? )

কান্দি থকা দ্ৰৌপদীক মাটিৰ পৰা তুলি কুন্তীয়ে গান্ধাৰীৰ ওচৰত উপস্থিত হয়। গান্ধাৰীয়ে পুত্ৰ শোকাতুৰা দ্ৰৌপদীক সান্ত্বনা দি কলে, "বৎসে শোক নকৰিবা, মোলৈ চায় সান্ত্বনা লাভ কৰা। এশ পুত্ৰৰ জননী আজি পুত্ৰহীনা। নিয়তিৰ অমোঘ বিধানতে এইবোৰ সংঘটিত হৈছে। মহামতি বিদুৰে এইবোৰ কথা আগতে জানিছিল। যুদ্ধত নিহত ক্ষত্ৰিয় সন্তানৰ নিমিত্তে শোক কৰিব নাপায়। তোমাৰ আৰু মোৰ একেই দশা। কোনে মোক সান্ত্বনা দিব ? মোৰেই দোষত এই শ্ৰেষ্ঠ বংশ ধ্বংস হ'ল।

গান্ধাৰীৰ সান্ত্বনা বাক্যত কৃষ্ণা কিঞ্চিৎ আশ্বস্তা হ'ল। নিহত বীৰসকলৰ দাহাদি সৎকাৰ আৰু শ্ৰাদ্ধাদি ক্ৰিয়া সম্পন্ন কৰা হ'ল। আত্মীয়সকলৰ মৃত্যুত বিষণ্ন যুধিষ্ঠিৰে সিংহাসন ত্যাগ কৰি অৰণ্যবাসী হবলৈ বাৰে বাৰে ইচ্ছা প্ৰকাশ কৰে। ভাইসকলৰ কোনো অনুৰোধ তেওঁ মানিব নোখোজে। এনে অৱস্থাত দ্ৰৌপদীয়ে যুধিষ্ঠিৰক সম্বোধন কৰি কয়, "মহাৰাজ, তোমাৰ ভাইসকলে চাতক পক্ষীৰ ( পানী পিয়া চৰাই ) দৰে তোমালৈ চাই আছে। তেওঁলোকৰ কৰুণ কান্দোন শুনিও তুমি উদাসীন হৈ আছা। উপযোগী কথা কৈ তেওঁলোকৰ অন্তৰত আশাৰ সঞ্চাৰ কৰা। এই দুঃখী ভাই কেইজনক তুমিয়েই আশ্বাস দিছিলা যে দুৰ্যোধনক বধ কৰি ৰাজ্যভোগ কৰিব। সেই আশ্বাসৰ এয়ে কি পৰিণতি! হে ভাৰত, তোমাৰ মনোবৃত্তি ক্লীৱৰ দৰে, পুৰুষোচিত নহয়। অসাধুৰ দণ্ডবিধান আৰু সাধুৰ পৰিপালনেই ক্ষত্ৰিয়ৰ ধৰ্ম। ধৰ্মজ্ঞ ক্ষত্ৰিয় শত্ৰু নিধনত দুঃখিত নহয়। হে মহাৰাজ তুমি মোহাবিষ্ট হৈ তোমাৰ ভাইসকলক মনোকষ্ট দিছা। দেৱ প্ৰতিম পঞ্চপতি লাভ কৰিও মোৰ কপালত সুখ নঘটিল। তোমাৰ ভাই কেইজনেও তোমাৰ অনুৱৰ্তী হৈ দুৰ্বলতাক আশ্ৰয় কৰিছে। অন্যথা তেওঁলোকে তোমাক বন্দী কৰি থৈ নাস্তিকৰ দলত ৰাখি ৰাজ্য শাসন কৰিলেহেঁতেন, উন্মাৰ্গগামী, মূঢ় ব্যক্তিক বৈদ্যৰ দ্বাৰা চিকিৎসা কৰিব লাগে। তোমাৰো চিকিৎসাৰ প্ৰয়োজন হৈছে। পুত্ৰসকলক হেৰুৱাই মই হতভাগিনী এতিয়াও জীয়াই থাকিবলৈ ইচ্ছা কৰোঁ, অথচ তোমাৰ এই মতিগতি! তুমি মান্ধাতা আৰু অম্বৰীশ ৰজাৰ দৰে ন্যায় আৰু ধৰ্ম পথত থাকি পৃথিৱী শাসন কৰা। দান, দক্ষিণা আৰু যজ্ঞৰ দ্বাৰা চিত্ত পৰিশুদ্ধ কৰা আৰু হৃদয় প্ৰশস্ত কৰাঁ।

উক্ত তেজোদ্দীপ্ত ভাষণত দ্ৰৌপদীৰ অসাধাৰণ তেজ, বুদ্ধি, আৰু প্ৰজ্ঞা পৰিলক্ষিত হয়। যজ্ঞ-সম্ভূতা দ্ৰৌপদীৰ ক্ষত্ৰ তেজৰ ই জলন্ত চানেকি।

পৰিশেষত অনেকৰ সান্ত্বনা বচনত যুধিষ্ঠিৰ সিংহাসনত বহি ৰাজ্যশাসন কৰিবলৈ ধৰে।

উপবেশ্য মহাত্মানং কৃষ্ণাঞ্চ দ্রুপদাত্মজাম্ ।
জুহাব পাবকং ধীমান্ বিধিমন্ত্রপুৰস্কৃতম্ শান্তি—৪০/১৪

( পুৰোহিত ধৌম্যই সৰ্বতোভদ্ৰ আসনত যুধিষ্ঠিৰ আৰু কৃষ্ণাক বহুৱাই মন্ত্ৰৰ দ্বাৰা যথাবিধি অগ্নিত আহুতি প্ৰদান কৰে। )

বিধিমতে যুধিষ্ঠিৰৰ অভিষেক ক্ৰিয়া সম্পন্ন হ'ল। কৃষ্ণাই প্ৰধান মহিষীৰ পদ অলংকৃত কৰিলে। তেওঁ কুন্তী আৰু গান্ধাৰীক সেৱা কৰি, ৰাজমহিষীৰ পদত অভিষিক্ত হৈ সুখেৰে দিন নিয়াবলৈ ধৰে। এইদৰে পোন্ধৰ বছৰ অতীত হ'ল। ধৃতৰাষ্ট্ৰ, বিদুৰ, গান্ধাৰী, সঞ্জয় আদিয়ে বাণপ্ৰস্থ অৱলম্বন কৰি অৰণ্যলৈ যাত্ৰা কৰে। কাৰো অনুমতি নোলোৱাকৈ কুন্তীও তেওঁলোকৰ লগত ওলাল। যুধিষ্ঠিৰাদিয়ে বহু অনুনয় কৰিও তেওঁক ঘূৰাব নোৱাৰিলে। যোৱাৰ আগতে কুন্তীয়ে যুধিষ্ঠিৰক বহু উপদেশ দিয়ে। তাৰ ভিতৰত তেওঁ কৈছিল, "সদায় দ্ৰৌপদীৰ প্ৰিয় কাৰ্য্য সম্পাদন কৰিবলৈ যত্নবান হবা।" দ্ৰৌপদীক কুন্তীয়ে অতিশয় মৰম কৰিছিল। তেজস্বিনী কুন্তীয়ে তেওঁৰ প্ৰিয়বধূ কৃষ্ণাৰ তেজস্বিতা দেখি আনন্দ পাইছিল।

কুন্তীৰ অৰণ্য গমনৰ কিছুদিনৰ পাছত যুধিষ্ঠিৰে যেতিয়া কুন্তী আৰু ধৃতৰাষ্ট্ৰ প্ৰভৃতিক দেখা কৰিবলৈ অৰণ্য যাত্ৰা কৰিছিল, তেতিয়া, দ্ৰৌপদীও লগতে গৈছিল আৰু ভ্ৰাতৃপুৰৰমণী সকলোৱে তেওঁলোকক অনুগমন কৰিছিল। প্ৰায় এমাহ কাল অৰণ্যত বাস কৰি পুনৰ যুধিষ্ঠিৰৰ লগত ৰাজধানীলৈ উভতি আহে। ইয়াৰ দুই বছৰৰ পাছত দেবৰ্ষি নাৰদৰ মুখৰ পৰা ধৃতৰাষ্ট্ৰ, গান্ধাৰী, কুন্তী আদিৰ স্বৰ্গ গমনৰ সংবাদ যুধিষ্ঠিৰে লাভ কৰে আৰু শ্ৰাদ্ধ তৰ্পন অনুষ্ঠিত কৰে।

যুধিষ্ঠিৰৰ সিংহাসন লাভৰ পৰা পয়ত্ৰিশ বছৰ পূৰ্ণ হ'ল। ইতিমধ্যে পৰস্পৰ মৰামৰি-কটাকটি কৰি যদুবংশ ধ্বংস হ'ল। কৃষ্ণ-বলৰামো স্বৰ্গগামী হয়। যুধিষ্ঠিৰেও মহাপ্ৰস্থানৰ অভিপ্ৰায় প্ৰকাশ কৰাত দ্ৰৌপদী আৰু চাৰি ভায়ে সমৰ্থন কৰে। তেওঁলোকে বাকলি বসন পৰিধান কৰি পৰীক্ষিতক ৰজাপাতি স্বৰ্গাভিমুখে যাবলৈ প্ৰস্তুত হয়। "ভ্ৰাতৰঃ পঞ্চ কৃষ্ণা চ ষষ্ঠী শ্বা চৈব সপ্তমঃ। আত্মনা সপ্তমো ৰাজা নিৰ্যযৌ গজসাহ্বয়াৎ" ( চাৰি ভাই, কৃষ্ণা সহ ৰাজা যুধিষ্ঠিৰ হস্তিনাপুৰৰ পৰা যাত্ৰা কৰে। এটা কুকুৰো তেওঁলোকৰ পাছে পাছে যাবলৈ ধৰে।

যোগীপতিসকলৰ পাছে পাছে যাবলৈ ধৰে যোগিনী কৃষ্ণা আৰু তেওঁৰ পাছত এটা কুকুৰ। খোজকাঢ়ি নানা তীৰ্থ পৰ্য্যটন কৰি অৱশেষত উত্তৰাভিমুখী হৈ হিমালয়ৰ কাষ চাপে। হিমালয় অতিক্ৰম কৰি তেওঁলোকে এখন প্ৰকাণ্ড মৰুভূমি অতিক্ৰম কৰিব লগীয়া হয়। সম্ভৱতঃ গোবি মৰুভূমি। তাৰ পাছত তেওঁলোক মেৰুপৰ্ব্বতৰ কাষ চাপে। হঠাতে দ্ৰৌপদী চৈতন্যহীন হৈ মাটিত পৰি গ'ল। "যাজ্ঞসেনী ভ্ৰষ্টযোগানিপপাত মহীতলে।"

ভীমে যুধিষ্ঠিৰক সুধিলে, "ৰাজপুত্ৰী মহিয়সী দ্ৰৌপদীয়ে কোনো দিনে অধৰ্ম আচৰণ কৰা নাই, তেওঁ কি কাৰণে যোগভ্ৰষ্টা হৈ পৰি গ'ল ? যুধিষ্ঠিৰে কলে ঃ—

পক্ষপাতো মহানস্যা বিশেষেণ ধনঞ্জয়ে
তস্যৈতৎ ফলমদ্যৈষা ভুঙক্তে পুৰুষোত্তম ॥

অৰ্জুনৰ প্ৰতি দ্ৰৌপদীৰ বিশেষ পক্ষপাত আছিল। হে পুৰুষশ্ৰেষ্ঠ, আজি তেওঁৰ সেই পক্ষপাতিতাৰ দোষতে পতন হ'ল।

পৰিযোৱা যাজ্ঞসেনীৰ প্ৰতি দৃষ্টিপাত নকৰি তেওঁলোক আগবাঢ়ি গৈ থাকিল। যজ্ঞসম্ভূতা পাঞ্চালী ক্ষত্ৰিয় বীৰ ৰমণীৰ প্ৰতিমূৰ্তি, তেওঁৰ প্ৰজ্ঞা, বুদ্ধি, আৰু শাৰীৰিক শক্তিত আছিল অসামান্য। নহেলেনো কীচকৰ দৰে মহাবীৰ এজনক লাঠী মাৰি মাটিত পেলাব পাৰেনে? ভক্তিমতী, কষ্ট সহিষ্ণু এই নাৰীয়ে কোনো দিনে কৰ্ত্তব্য অৱহেলা কৰা নাছিল। পাঁচজন পুৰুষৰ পত্নী হৈয়ো পতিব্ৰতা ধৰ্ম পালন কৰিছিল।

অৰ্জুনৰ প্ৰতি তেওঁৰ পক্ষপাতিতা আছিল বুলি যুধিষ্ঠিৰে কৈছে। কিন্তু সেইটো চাৰিত্ৰিক দোষ বুলি গণ্য কৰিব নোৱাৰিব, কাৰণ অৰ্জুনে লক্ষ্যভেদ কৰি লাভ কৰিছিল আৰু বৰমাল্য অৰ্জুনৰ ডিঙিতহে পিন্ধাইছিল। তথাপি, পাঁচজনক পতিৰূপে গ্ৰহণ কৰিব লগা অৱস্থাতো কোনো জনকে অনাদৰ কৰা নাছিল। সকলো কেইজন পতিৰ প্ৰতি তেওঁৰ কৰ্ত্তব্য সুচাৰুভাৱে পালন কৰিছিল। সেই কাৰণে হিন্দুৱে বিশ্বাস কৰে যে পাঁচ গৰাকী শাস্তি কন্যাৰ নাম নিতৌ স্মৰণ কৰিলে মহাপাতকো বিনষ্ট হয়।

অহল্যা, দ্ৰৌপদী, কুন্তী, তাৰা, মন্দোদৰী তথা।
পঞ্চকন্যা স্মৰেন্নিত্যং মহাপাতকনাশনম্ ॥

## উত্তৰা ঃ

মৎস্যৰাজ বিৰাটৰ কন্যাৰ নাম উত্তৰা। অজ্ঞাতবাসৰ এবছৰ কাল অৰ্জুনে ক্লীৱ বা নপুংসকৰ বেশত বিৰাট পুৰীত প্ৰবেশ কৰে। নাম ললে বৃহন্নলা। ৰাজমহলত প্ৰবেশ কৰি ছোৱালীবোৰক নৃত্যগীত শিকোৱাৰ দায়িত্ব লয়। বিৰাটে তেওঁৰ নপুংসকত্বৰ প্ৰমাণ পাই অন্দৰ মহলত তেওঁৰ থকাৰ দিহা কৰে আৰু ছোৱালী-বোৰ গতাই দিয়ে। উত্তৰায়ো তেওঁৰ পৰা নাচ-গান শিকিবলৈ ধৰে।

শিক্ষয়ামাস চ গীতবাদিতং সুতাং বিৰাটস্য
ধনঞ্জয়ঃ প্ৰভুঃ ॥

উত্তৰা দেখিবলৈ ধুনীয়া আছিল। পদুমৰ পাহিৰ দৰে চকু, গলোৱা সোণৰ দৰে গাৰ বৰণ আছিল।

কৌৰৱবিলাকে যেতিয়া বিৰাটৰ গোধন হৰণ কৰি নিয়ে, সেই গো উদ্ধাৰৰ কাৰণে ৰাজপুত্ৰ উত্তৰ ওলাল। তেওঁ অভিযোগ কৰে যে উপযুক্ত সাৰথি নাই। ভাল সাৰথি এজনৰ অভাৱত তেওঁ গো উদ্ধাৰ কৰিব পৰা নাই বুলি কোৱাত দ্ৰৌপদীয়ে বৃহন্নলাক সাৰথি হবলৈ অনুৰোধ কৰে। অৰ্জুনে উত্তৰাৰ অনুৰোধ ৰক্ষা কৰি উত্তৰৰ লগত কুৰুক্ষেত্ৰলৈ যাত্ৰা কৰে। যাবৰ সময়ত উত্তৰাই বৃহন্নলাক

অনুৰোধ কৰে কৌৰবক পৰাজয় কৰি তেওঁ কন্যা দৰা খেলিবৰ কাৰণে ভাল ভাল বস্ত্ৰ লৈ আহে। উত্তৰাৰ এই শিশুসুলভ অনুৰোধ অৰ্জুনে সানন্দে ৰক্ষা কৰে।

অজ্ঞাতবাসৰ এবছৰ পাৰ হ'ল পাণ্ডৱে বিৰাটৰ ৰাজসভাত আত্ম প্ৰকাশ কৰে। উত্তৰাৰ মুখৰ পৰা অৰ্জুনৰ বীৰত্বৰ কথা শুনি বিৰাটে উত্তৰাক অৰ্জুনলৈ যাচে। কিন্তু নিজ কন্যা-স্বৰূপা আৰু শিষ্যা উত্তৰাক পুত্ৰ অভিমন্যুলৈহে অৰ্জুনে প্ৰাৰ্থনা কৰে। অৰ্জুনে সেই প্ৰস্তাৱ দিয়াত বিৰাটে সানন্দে গ্ৰহণ কৰে। মহাধুমধামে বিবাহ সম্পন্ন হয়। কিন্তু বিয়াৰ ছমাহ পাছতে কুৰুক্ষেত্ৰত মহাৰণত অদ্ভূত পৰাক্ৰম দেখুৱাই অন্যায় ৰণত অভিমন্যুৰ মৃত্যু হয়। উত্তৰা তেতিয়া সন্তান সম্ভৱা। মহাযুদ্ধৰ শেষত জিঘাংসু অশ্বত্থামাৰ দিব্যাস্ত্ৰই উত্তৰাৰ গৰ্ভ নষ্ট কৰে। পাণ্ডৱ বংশ লোপ পোৱাৰ উপক্ৰম হয়। উত্তৰাই কৰুণভাৱে বিলাপ কৰিবলৈ ধৰে। অকালত পতিৰ মৃত্যু, তাৰ উপৰি বংশ ৰক্ষাৰ শেষ আশা উত্তৰাৰ গৰ্ভ নষ্ট হোৱা ঘটনাই সকলোকে বিশাদ গ্ৰস্ত কৰে। উত্তৰাই কৃষ্ণ, কৃষ্ণ বুলি কান্দিবলৈ ধৰে। কৃষ্ণই ব্যস্ত হৈ সাত্যকিৰ লগত অন্দৰ মহলত প্ৰবেশ কৰে। কুন্তী, সুভদ্ৰা আৰু দ্ৰৌপদী প্ৰমুখ নাৰীসকলে কান্দি কান্দি কৃষ্ণৰ শৰণাপন্ন হয়। উত্তৰাই প্ৰাৰ্থণা জনালে। "বাৰ্ষ্ণেয় মধুহন্ বীৰ শিৰসা ত্বাং প্ৰসাদয়ে। দ্ৰোণ পুত্ৰাস্ত্ৰনিৰ্দ্ধংধং জীৱয়ৈনং মমাত্মজম্ ( হে বাৰ্ষ্ণেয়, হে মধুহন্ বীৰ তোমাৰ চৰণত প্ৰণিপাত কৰি প্ৰাৰ্থনা জনাইছো যেন দ্ৰোণ পুত্ৰই অস্ত্ৰ দগ্ধ কৰা মোৰ এই শিশু সন্তানটি পুনৰ জীৱিত হয়। প্ৰভো আশা কৰিছিলো যে শিশু পোনাকন লৈ তোমাৰ আশীৰ্বাদ ভিক্ষা কৰিম। এতিয়া সেই আশা বিফল হ'ল। তোমাৰ মৰমৰ ভাগিন পুত্ৰৰ দশা দেখা।" এই বুলি উত্তৰা মূৰ্ছিত হয়। সূতিকা গৃহ নাৰীৰ কৰুণ কান্দোনে মুখৰিত কৰে।

কৃষ্ণই তেওঁৰ যোগ প্ৰভাৱৰ দ্বাৰা শিশুটিৰ প্ৰাণ সঞ্চাৰ কৰে। শিশুটি জাগি উঠা দেখি সকলোৱে ধন্য ধন্য বুলি কবলৈ ধৰে। উত্তৰাই উঠি মোমায়েকক প্ৰণিপাত কৰে। পৰীক্ষীত বংশত জন্ম কাৰণে ল'ৰাটিৰ নাম ৰখা হ'ল "পৰীক্ষিত'। বিষ্ণুৰ দ্বাৰা ৰক্ষিত হোৱা কাৰণে আন নাম থলে "বিষ্ণুৰাত"। আশ্ৰমবাসিনী কুন্তী, ধৃতৰাষ্ট্ৰ আৰু তাপসী গান্ধাৰীক দৰ্শন কৰিবলৈ উত্তৰাও সকলোৰে লগত আশ্ৰমলৈ গৈছিল। সেই ঠাইত ব্যাসদেৱৰ কৃপাত পৰলোকগত পিতা, ভ্ৰাতা আৰু স্বামীৰ দৰ্শন লাভ কৰি কৃতাৰ্থ হয়। মহৰ্ষিৰ কৃপাত গঙ্গাত ডুব দি, নিমজ্জন কৰি পতিলোক লাভ কৰে।

উত্তৰা কম বয়সতে বিধবা হয়। মৃত্যুৰ সময়ত তেওঁৰ পতি অভিমন্যুৰ বয়স আছিল ষোল। সেই হিচাবে বিধৱা হোৱাৰ সময়ত পোন্ধৰৰ বেছি নহ'ব। গোটেই জীৱনৰ সৰহ বছৰ বিধবা হৈয়ে অতিবাহিত কৰে। বুদ্ধিমতী উত্তৰাই নাতি জনমেজয়ৰ ৰাজত্বকাললৈকে ৰাজ্য পৰিচালনাত পুতেক আৰু নাতিক সহায় কৰি আদৰ্শনীয়া ৰাজমহিষীৰূপে আত্ম-প্ৰতিষ্ঠা কৰি স্বৰ্গগামিনী হয়।

# মহাভাৰতৰ অন্যান্য নাৰীচৰিত্ৰ

**দেৱিকা** ঃ—যুধিষ্ঠিৰৰ পত্নী। তেওঁ আছিল গোৱাসন শৈব্যৰ কন্যা। সয়ম্বৰ সভাত তেওঁ যুধিষ্ঠিৰক স্বামী বৰণ কৰে। তেওঁৰ সন্তানৰ নাম আছিল যৌধেয়। অশ্বত্থামাই তেওঁক কুৰুক্ষেত্ৰৰ যুদ্ধত বধ কৰে। ইয়াৰ বাহিৰে দেৱিকা সম্বন্ধে একো জনা নাযায়।

**হিড়িম্বা** ঃ—ভীমে বনবাসত বধ কৰা হিড়িম্বা ৰাক্ষসৰ ভনীয়েক। ভীমৰ শক্তি আৰু সাহসত মুগ্ধহৈ পতিবৰণ কৰে। ভীমে পুত্ৰ জন্ম পৰ্য্যন্ত তেওঁৰ লগত থকাৰ সৰ্ত্তত, যুধিষ্ঠিৰৰ অনুমতিক্ৰমে এওঁক বিয়া কৰায়। পুত্ৰ ঘটোৎকচ জন্মাৰ পাছত হিড়িম্বাৰ লগত সম্পৰ্ক ছেদ হয়। ঘটোৎকচে তাণ্ডৱ হৈ কুৰুক্ষেত্ৰৰ যুদ্ধত যোগ দি বহু কৌৰৱ বীৰ আৰু সেনা বধ কৰি অৱশেষত কৰ্ণৰ একাঘ্নী শৰত মৃত্যু বৰণ কৰে।

**বলন্ধৰা** ঃ—কাশীৰাজৰ কন্যা, ভীমৰ ভাৰ্য্যা। ভীমে বিৰত্ব প্ৰকাশৰ দ্বাৰা এওঁক লাভ কৰিছিল বুলি উল্লেখ আছে। সেই কাৰণে এওঁ ভীমৰ বীৰ্য্য শুল্কা। এওঁৰ পুত্ৰৰ নাম আছিল "সৰ্বগ"। এওঁ মহাযুদ্ধত নিহত হয়।

**কালী** ঃ—পাণ্ডৱ মাতুল শল্যৰ ভনীয়েক। এবোঁ ভীমৰ ভাৰ্য্যা। এওঁৰ পুতেকৰ নাম "সৰ্বগত"। কুৰুক্ষেত্ৰৰ যুদ্ধত নিহত হয়। এওঁ দেখিবলৈ বৰ ধুনীয়া আছিল। এওঁৰ ৰূপ সম্পৰ্কে কৈছে "প্ৰবুদ্ধনীলোৎপলদলবৰ্ণা।"

**উলুপী** ঃ—নাগৰাজ কৌৰব্যৰ কন্যা। অৰ্জুনৰ পত্নী। নাগৰাজ ঐৰাৱতে এই কন্যাটিক অৰ্জুন লৈ বিয়া দিছিল। অৰ্জুনে স্নান কৰোঁতে উলুপীয়ে তেওঁক ধৰি পাতাললৈ লৈ যায় আৰু তাত পিতৃ অনুমতি ক্ৰমে বিবাহ কৰে। এওঁৰ পূৰ্ব কাহিনীও আকৰ্ষণীয়। এওঁৰ আগতে এবাৰ বিয়া হৈছিল, এজন নাগৰ লগত। কিন্তু গৰুড়ে সেই নাগক ধৰি লৈ যোৱাত এওঁ বিধৱা হয়। পিতৃ গৃহতে বিষন্ন মনে কাল কটাবলৈ ধৰে। অৰ্জুনে বাৰ বছৰ ব্ৰহ্মচৰ্য পালন কৰি তীৰ্থ কৰি ফুৰোতে গঙ্গাদ্বাৰত উপস্থিত হয়। এদিন গঙ্গা দ্বাৰ বা হৰিদ্বাৰত স্নান কৰি থাকোতে উলুপীয়ে তেওঁক দেখা পাই কামমোহিত হৈ পানীৰ মাজেদি টানি লৈ যায়। নাগ লোকত উপস্থিত হৈ নাগৰাজৰ আদেশত অৰ্জুনে নাগকন্যা উলুপীক বিয়া কৰে। অৰ্জুনে ব্ৰহ্মচৰ্য ব্ৰতৰ কথা কোৱাত উলুপীয়ে কয় যে ব্ৰহ্মচৰ্য ব্ৰত দ্ৰৌপদীৰ ক্ষেত্ৰতহে প্ৰযোজ্য। আন নাৰীৰ ক্ষেত্ৰত নহয়। উলুপীৰ বিশেষ অনুৰোধত অৰ্জুনে এৰাতি তেওঁৰ লগত কটায়। তাৰ ফলত এটি ল'ৰা জন্ম হয়। তেওঁৰ নাম ইৰাৱান। অৰ্জুনক বিদায় দিবৰ সময়ত উলুপীয়ে দুটা বৰ দিয়ে। অৰ্জুন জলত অজেয় হব আৰু জলচৰ জন্তুবোৰ তেওঁৰ বশত থাকিব। ইৰাৱান উলুপীৰ পূৰ্ব

পতিৰ ক্ষেত্ৰত সন্তান হলেও অৰ্জুনৰ লগত সম্পৰ্ক ছেদ কৰা নাছিল। তেওঁ চিৰদিন অৰ্জুনক পতিৰূপে জ্ঞান কৰিছিল। "ভাযাযাং তাঞ্চ জগ্ৰাহ পাৰ্থঃ কাম বশ নুগাম"। (কাম পৰবশ হৈ উলুপীক ভাৰ্য্যাৰূপে গ্ৰহণ কৰে)। ইৰাৱানৰ পিতৃব্য অশ্বসেনে অৰ্জুনক ভাল চকুৰে চাব পৰা নাছিলে। সেই কাৰণে ইৰাৱানক তেওঁৰ ঘৰত স্থান দিয়া নাছিলে। শক্তিশালী ইৰাৱানে অৰ্জুন ইন্দ্ৰলোকত বাস কৰোতে, তাতে আত্মপৰিচয় দিয়ে। অৰ্জুনে তেওঁক আলিঙ্গন কৰি ক'লে, "বৎস, কৌৰৱৰ লগত আমাৰ যুদ্ধত তুমি সহায় কৰিবা"। মহাযুদ্ধৰ অষ্টম দিনত যথেষ্ট পৰাক্ৰম দেখুৱাই ইৰাৱান ৰাক্ষস আৰ্য্যশৃঙ্গীৰ হাতত নিহত হয়।

যুধিষ্ঠিৰৰ অশ্বমেধ যজ্ঞৰ ঘোৰা ৰক্ষা কৰি যেতিয়া অৰ্জুন মণিপুৰত প্ৰৱেশ কৰে, তেতিয়া মণিপুৰাধিপতি, অৰ্জুনৰ অন্যতমা পত্নী চিত্ৰাঙ্গদাৰ সন্তান বভ্ৰুবাহনে যজ্ঞীয় ঘোৰা বন্ধন কৰি পিতৃ অৰ্জুনক নত শিৰে দেখা কৰিবলৈ যাওঁতে অৰ্জুনে পুতেকৰ কাৰ্য্য কাপুৰুষোচিত বুলিকৈ যুদ্ধৰ যোগেদি আত্মপৰিচয় দিবলৈ কয়। উলুপীয়ে সেই কথা সহ্য কৰিব নোৱাৰি, বভ্ৰুবাহনক যুদ্ধলৈ উত্তেজিত কৰে। তেওঁ পাতালৰ পৰা পৃথিৱী বিদাৰণ কৰি মণিপুৰত উপস্থিত হৈ নিজকে বভ্ৰুবাহনৰ মাতৃ বুলি পৰিচয় দি কলে, "বৎস যুদ্ধাৰ্থী পিতাক যুদ্ধৰ দ্বাৰা পৰিতোষণ কৰা যায়। গতিকে যুদ্ধ কৰি ক্ষত্ৰিয় ধৰ্ম পালন কৰা"। উলুপীৰ উদগণিত বভ্ৰুবাহনে যুদ্ধ কৰি অৰ্জুনক মূৰ্ছিত কৰে। অৰ্জুন মৰিল বুলি ভাবি বভ্ৰুবাহনো সংজ্ঞাহীন হয়। ঘটনাৰ সংবাদ শুনি বভ্ৰুবাহনৰ মাতৃ চিত্ৰাঙ্গদা উলুপীৰ সহিত ঘটনা স্থলত উপস্থিত হয়। পিতাৰ লগত পুত্ৰৰ যুদ্ধ লগাই দিয়া কাৰণে তেওঁ উলুপীক তিৰস্কাৰ কৰে। কিছু সময়ৰ পাছত বভ্ৰুবাহনেও চেতন পাই পিতৃহন্তা বুলি নিজকে ধিক্কাৰ দিবলৈ ধৰে। উৎসাহ-দাত্ৰী বুলি তেৰোঁ বিমাতা উলুপীয়ে তিৰস্কাৰ কৰে। উলুপীয়ে সঞ্জীৱনী মণি স্মৰণ কৰাৰ লগে লগেই সেই মণিটো উলুপীৰ হাত পায় হি। তেওঁ মণিটো অৰ্জুনৰ বুকুত লগাই দিয়াত অৰ্জুনে সংজ্ঞা লাভ কৰে। পাছত উলুপীৰ মুখৰ পৰা জনা গ'ল যে অৰ্জুনে শিখণ্ডীক ৰথৰ সন্মুখত ৰাখি ভীষ্মক শৰশয্যাত পেলোৱাৰ কাৰণে গঙ্গাই অভিশাপ দিয়ে যে পুত্ৰৰ হাতত অৰ্জুনৰ পৰাজয় হব। অষ্টবসুৱে গঙ্গাৰ অনুমোদনত অৰ্জুনক নৰক বাসৰ অভিশাপো দিয়ে। উলুপীয়ে সেই অভিশাপৰ কথা শুনি পিতাকক জনায়। পিতা কৌৰব্যই শাপমোচন কাৰণে বাৰে বাৰে বসুকেইজনক অনুৰোধ কৰাত কলে যে পুত্ৰ বভ্ৰুবাহনৰ হাতত অৰ্জুন সংজ্ঞাহীন হৈ পৰিলেই শাপমোচন হব। এই কাৰণেই উলুপীয়ে বভ্ৰুবাহনক পিতাৰ বিৰুদ্ধে যুদ্ধলৈ উত্তেজিত কৰিছিল।

অশ্বমেধ যজ্ঞলৈ অৰ্জুনে পুতেকক নিমন্ত্ৰণ কৰি অৰ্জুন হস্তিনাপুৰলৈ উভতি যায়। যথাসময়ত উলুপী, চিত্ৰাঙ্গদা আৰু বভ্ৰুবাহন যজ্ঞত উপস্থিত হয়। কুন্তী, দ্ৰৌপদী, সুভদ্ৰাৰ সাদৰ অভ্যৰ্থনাত তেওঁলোক অতিশয় আনন্দিত হয়। যজ্ঞৰ পাছত বভ্ৰুবাহন মণিপুৰলৈ প্ৰত্যাৱৰ্তন কৰে। কিন্তু উলুপী আৰু চিত্ৰাঙ্গদা

হস্তিনাপুৰত থাকি যায়। গান্ধাৰী আৰু কুন্তীৰ সেবাত তেওঁলোকে আত্মনিয়োগ কৰে। তপস্যাৰতা কুন্তী আৰু গান্ধাৰীক চাবলৈ যুধিষ্ঠিৰৰ লগত অৰণ্যাশ্ৰমলৈ তেওঁলোক গৈছিল আৰু ব্যাসদেৱৰ কৃপাত উলূপীয়ে মৃত পুত্ৰ ইৰাবানক দেখা পাইছিল। বৃদ্ধা বয়সতো উলূপীৰ গাৰ বৰণ কেঁচা সোণৰ দৰে উজ্জ্বল আছিল। ইয়াৰ পাছত পাণ্ডৱৰ মহাপ্ৰস্থানৰ সময়ত উলূপী হস্তিনাপুৰতে আছিল। পাণ্ডৱৰ মহাপ্ৰস্থানৰ পাছত উলূপীয়ে গঙ্গাগৰ্ভত প্ৰবেশ কৰি আত্ম-নিমজ্জন কৰে। "বিবেশ গঙ্গাং কৌৰব্যা উলূপী ভুজগাত্মজাঃ।"

**চিত্ৰাঙ্গদা** ঃ—উলূপীৰ প্ৰাৰ্থনা পূৰ্ণ কৰি অৰ্জুনে নানা দেশ পৰ্যটন কৰি অৱশেষত মণিপুৰত উপস্থিত হয়। সেই ৰাজ্যৰ অধিপতি চিত্ৰবাহনৰ লগত পৰিচয় ঘটে। চিত্ৰবাহনৰ কন্যা চিত্ৰাঙ্গদাৰ ৰূপ সৌন্দৰ্য্য দেখি প্ৰেমত পৰে আৰু বিবাহৰ প্ৰস্তাৱ দিয়ে। চিত্ৰবাহনে কলে যে চিত্ৰাঙ্গদা তেওঁৰ একমাত্ৰ সন্তান। গতিকে ভৱিষ্যতে চিত্ৰাঙ্গদাৰ সন্তানেই মাতামহৰ পাৰলৌকিক ক্ৰিয়া কৰিব লাগিব আৰু ৰাজ্যৰো অধিপতি হ'ব। গতিকে কন্যা দান কৰিলেও কন্যা ৰাজ্যতে থাকিব লাগিব আৰু সন্তানটিও ৰাজ্যতে থাকিব লাগিব। চিত্ৰবাহনে দিয়া চৰ্ত্ত মানি লোৱাত চিত্ৰাঙ্গদাক অৰ্জুনলৈ বিয়া দিয়ে। যথাসময়ত চিত্ৰাঙ্গদাৰ গৰ্ভত এটি সন্তান জন্ম হয় আৰু তেওঁৰ নাম বভ্ৰুবাহন ৰখা হয়। চিত্ৰাঙ্গদাৰ লগত তিনিবছৰ অৰ্জুন মণিপুৰত থাকে। তিনি বছৰৰ মূৰত অৰ্জুনে মণিপুৰ ত্যাগ কৰে।

চিত্ৰাঙ্গদা অতিশয় ৰূপৱতী আছিল। তেওঁক দেখা মাত্ৰকে অৰ্জুন ৰূপত মুগ্ধ হৈছিল।

চিত্ৰাঙ্গদা দৈৱ নৰেন্দ্ৰকন্যা
যৈষা সৱৰ্ণদ্ৰি মধুক পুষ্পৈঃ।

ৰাজকন্যা চিত্ৰাঙ্গদাৰ দেহৰ বৰ্ণ মহুৱা ফুলৰ দৰে আছিল। চিত্ৰাঙ্গদাৰ জীৱন উলূপীৰ জীৱনৰ লগত ঘনিষ্ঠভাৱে জড়িত আছিল। চিত্ৰাঙ্গদাই উলূপীৰ সঙ্গ লাভ কৰি হস্তিনাপুৰতে সৰহ কাল কটায়। ৰাজসূয় যজ্ঞত চিত্ৰাঙ্গদা তনয় বভ্ৰুবাহন উপস্থিত আছিল। মাতা, পিতামহী, পিতৃব্য আৰু পিতাৰ স্নেহ সান্নিধ্য লাভ কৰি বভ্ৰুবাহন মণিপুৰলৈ ঘূৰি আহে। চিত্ৰাঙ্গদা কিন্তু স্বামীৰ স্বকাষত হস্তিনাপুৰত ৰৈ যায়। কিন্তু পাণ্ডৱৰ মহাপ্ৰস্থানৰ পাছত তেওঁ মণিপুৰলৈ উভটি যায়। "চিত্ৰাঙ্গদা যযৌ চাপি মণিপুৰ পুৰংপতি" (মহাপ্ৰস্থা) পাছৰ ছোৱা জীৱনৰ ঘটনা পোৱা নাযায়।

**কৰেণুমতী** ঃ—চেদীৰাজ শিশুপালৰ কন্যা, ধৃষ্টকেতুৰ ভনী। নকুলে তেওঁক বিয়া কৰাইছিল। কৰেণুমতীৰ এটা সন্তান, নাম আছিল "নিৰমিত্ৰ"। কুৰুক্ষেত্ৰৰ যুদ্ধত তেওঁ নিহত হয়। তেওঁ ৰূপৱতী আছিল। "কমলায়ত নেত্ৰা ইন্দিবৰ শ্যামতনু তেওঁৰ ৰূপ আছিল।

**বিজয়া ঃ**—মদ্ৰৰাজ শল্যৰ কন্যা সহদেৱৰ পত্নী। তেওঁৰ এটা ল'ৰা আছিল। নাম "সুহোত্ৰ" তেৰোঁ মহাযুদ্ধত নিহত হয়।

মগধ ৰাজ জৰাসন্ধৰ আন এগৰাকী কন্যাই সহদেৱক স্বামী বৰণ কৰিছিল। তেওঁ চম্পাফুলৰ দৰে গৌৰবৰ্ণা আছিল। পাণ্ডৱসকলৰ মহাপ্ৰস্থানৰ পাছত সহদেৱৰ দুই গৰাকী ভাৰ্য্যাই সুভদ্ৰাৰ লগত বাস কৰিছিল। দ্ৰৌপদীয়েই আছিল সহধৰ্মিণী, বাকীবোৰ ভাৰ্য্যা মাত্ৰ। দুৰ্যোধনৰ শত ভায়ে বিবাহ কৰিছিল। প্ৰত্যেকৰে পুত্ৰ আছিল। সবহ ভাগৰে পুত্ৰ মহাযুদ্ধত নিহত হয়। মহাযুদ্ধৰ পাছত কৌৰৱৰ কেৱল বিধবাসকল জীৱিত আছিল। একমাত্ৰ পুত্ৰ জীৱিত থাকিল "যুযুৎসু"। দুৰ্যোধনে কলিঙ্গ ৰজাৰ কন্যা ভানুমতীক স্বয়ম্বৰ সভাৰ পৰা হৰণ কৰি আনিছিল। ভানুমতী নামটো ভট্টনাৰায়ণৰ বেণী সংহাৰ নামৰ নাটত পোৱা যায়। মহাভাৰতৰ কোনো এটা recension-ত হয়তো এই নাম পাইছিল। তেওঁৰ পুত্ৰৰ নাম "লক্ষ্মণ" আৰু কন্যাৰ নাম "লক্ষ্মণা" আছিল।

# উপসংহাৰ

## মহাভাৰতৰ উপাখ্যান ঃ

কুৰু-পাণ্ডৱৰ ইতিহাস আৰু মহাযুদ্ধ মহাভাৰতৰ প্ৰধান আৰু মূল আখ্যান। এই মূল আখ্যানৰ ছত্ৰছায়াত বহুতো উপাখ্যান গঢ়ি উঠিছে। প্ৰত্যেক আখ্যানৰ ৰূপ আৰু আদৰ্শ বেলেগ। এই কাহিনীবোৰে বটবৃক্ষৰ দৰে মহাভাৰতৰ মূল আখ্যানৰ পত্ৰপুষ্পস্বৰূপ। তলত উপাখ্যানসমূহৰ চমু পৰিচয় দিয়া হ'ল। সকলো উপাখ্যানৰ পৰিচয় দিবলৈ গ'লে এক স্বতন্ত্ৰ পুস্তক হ'ব। সেই কাৰণে, কেৱল কাহিনীসমূহৰ আভাস দাঙি ধৰা হ'ল। মহাভাৰতৰ আদি পৰ্বতে ইয়াৰ আভাস পোৱা যায়। সৰ্বজ্ঞ বেদব্যাসে সকলো শাস্ত্ৰ মন্থন কৰি মহাভাৰত ৰচনা কৰে।

ভূতস্থানানি সৰ্বাণি ৰহস্যং ত্ৰিবিধং চ যৎ।
বেদা যোগঃ সবিজ্ঞানো ধৰ্মোঽৰ্থঃ কাম এৱ চ ॥
ধৰ্মাৰ্থকামযুক্তানি শাস্ত্ৰানি বিবিধানি চ।
লোকযাত্ৰা-বিধানঞ্চ সৰ্বং তদ্দৃষ্টবানৃষিঃ ॥

ইতিহাসঃ সহব্যাখ্যা বিবিধাঃ শ্ৰুতয়োৰপি চ।
ইহ সৰ্বমনুক্ৰান্তমুক্তং গ্ৰন্থস্য লক্ষণম্ ॥
বিস্তাৰ্য্যৈতন্মহজ্ জ্ঞানমৃষিঃ সংক্ষিপ্যচাব্ৰবীৎ।
ইষ্টং হি বিদুষাং লোকে সমাসব্যাসধাৰণম্ ॥
মন্বাদি ভাৰতং কেচিদ্-আস্তীকাদি তথা পৰে।
তথোপৰিচৰাদ্-অন্যো বিপ্ৰাঃ সম্যগধীয়তে ॥
বিৱিধং সংহিতাজ্ঞানং দীপয়ন্তি মণীষিণঃ।
ব্যাখ্যাতুং কুশলাঃ কেচিদ্গ্ৰন্থং ধাৰয়িতুং পৰে ॥
তপসা ব্ৰহ্মচৰ্য্যেণ ব্যস্য ৱেদন সনাতনম্ ॥
ইতিহাসমিমং চক্ৰে পুণ্যং সত্যবতীসুতঃ।
পৰাশৰাত্মজঃ বিদ্বান্ ব্ৰহ্মৰ্ষিঃ সংশিতব্ৰতঃ।
মাতুৰ্নিয়োগদ্ধমাত্মা গাঙ্গেয়স্য চ ধীমতঃ ॥
ক্ষেত্ৰে বিচিত্ৰবীৰ্যস্য কৃষ্ণদ্বৈপায়নঃ পুৰা।
ত্ৰীণগ্নীনিৱ কৌৰব্যান জনয়ামাস বীৰ্য্যবান্ ॥
উৎপাদ্য ধৃতৰাষ্ট্ৰঞ্চ পাণ্ডুং বিদুৰমেৱচ
জগাম তপসে ধীমান্ পুনৰেৱাশ্ৰমং প্ৰতি ॥
তেষু জাতেষু বৃদ্ধেষু গতেষু পৰমাং গতিম্।
অব্ৰবীৎ ভাৰতং লোকে মানুষেঽস্মিন্মহানৃষিঃ ॥
জনমেজয়েন পৃষ্টঃ সন্ ব্ৰাহ্মণৈশ্চ সহস্ৰশঃ।
শশাস শিষ্যমাসীনঃ বৈশম্পায়ন মন্তিকে ॥
সদস্যৈঃ সহাসীনং শ্ৰাৱয়ামাসভাৰতন্।
কৰ্মান্ডৰেষু যজ্ঞস্য চোদ্যমানঃ পুনঃ পুনঃ ॥
বিস্তাৰং কুৰুবংশস্য গান্ধাৰ্য্যা ধৰ্মশীলতাম্
ক্ষত্তুঃ প্ৰজ্ঞাং ধৃতি কুন্ত্যাঃ সম্যগ্ দ্বৈপায়নোঽব্ৰবীৎ ॥
বাসুদেৱস্য মাহাত্ম্যং পাণ্ডৱানাং চ সত্যতাম্
দুৰ্বৃত্তং ধাৰ্ত্ত ৰাষ্ট্ৰানামক্তৱান ভগবানৃষিঃ ॥
ততোঽধ্যদ্ধশতং ভূয়ঃ সংক্ষেপং কৃতবানৃষিঃ
অনুক্ৰমণিকাধ্যায়ং বৃত্তান্তং সৰ্বপৰ্বণাম্
ইদং দ্বৈপায়নং পূৰ্বং' পুত্ৰমধ্যাপয়চ্ছুকম্।
ততোঽন্যেভ্যোঽনুৰূপেভ্যঃ শিষ্যেভঃ প্ৰদদৌ প্ৰভুঃ ॥
ষষ্টিং শতসহস্ৰানি-চক্যৰান্যাংস সংহিতাম্
ত্ৰিংশচ্ছত সহস্ৰঞ্চ দেৱলোকে প্ৰতিষ্ঠিতম্ ॥
নাৰদোঽশ্ৰাৱয়দ্দেৱান্ অসিতো দেৱল পিতৄন্।
গন্ধৰ্বযক্ষ ৰক্ষাংসি শ্ৰাৱয়ামাস বৈ শুকঃ ॥

অস্মিংস্তু মানুষে লোকে বৈশম্পায়ন উক্তবান্ ।
শিষ্যো ব্যাসস্য ধৰ্মাত্মা সৰ্ববেদবিদাং বৰঃ ॥
একং শতসহস্রন্তু ময়োক্তং বৈ নিবোধত ।
দুৰ্যোধনো মণ্যুময়ো মহাদ্ৰুমঃ স্কন্ধঃ কৰ্ণ শকুনিস্তস্য শাখাঃ
দুঃশাসনঃ পুষ্পফলে সমৃদ্ধে মূলং ৰাজা ধৃতৰাষ্ট্ৰোঽ মনীষী ॥
যুধিষ্ঠিৰো ধৰ্ম ময়ো মহাদ্ৰুমঃ স্কন্ধোঽৰ্জুনো, ভীমসেনঃ
অস্য শাখাঃ ।
মাদ্ৰী সুতৌ পুষ্পফলে সমৃদ্ধে, মূলং কৃষ্ণো, ব্ৰহ্ম চ ব্ৰাহ্মণাশ্চ ॥

গাওঁ, নগৰ আৰু গোষ্ঠ ( গৰু পালন কৰা ঠাই ) প্ৰভৃতি প্ৰাণীৰ থকা ঠাই, মাৰণ, উচাতন আৰু বশীকৰণ—এই তিনি বিধ গুপ্ত প্ৰক্ৰিয়া, চাৰিবেদ, যোগ, শিল্প, ধৰ্ম, অৰ্থ, কাম, নানাবিধ ধৰ্মশাস্ত্ৰ, অৰ্থশাস্ত্ৰ আৰু কামশাস্ত্ৰ, সমাজৰ শৃঙ্খলা ৰক্ষা কৰা বিভিন্ন লৌকিক বিষয়—এই সকলোবোৰ মহৰ্ষি বেদব্যাসে যোগবলত জানিছিল। ইতিহাস আৰু ব্যাখ্যাৰ সহিত শ্ৰুতি—এই সকলোবোৰ মহাভাৰতত ব্যাখ্যাত হৈছে আৰু গ্ৰন্থখনৰ লক্ষণো বৰ্ণনা কৰিছে। বেদব্যাসে এই গ্ৰন্থ চমু ৰূপত আৰু বিস্তৃত ৰূপত—দুয়ো ৰূপতে প্ৰকাশ কৰিছে। জগতত সংক্ষেপ আৰু বিস্তৃত ৰূপত প্ৰকাশ কৰা পণ্ডিতসকলে কামনা কৰে। কোনো কোনো ব্ৰাহ্মণে 'নাৰায়ণং নমস্কৃত্য'ৰ পৰা মহাভাৰত পাঠ কৰে, অন্য কোনোৱে আস্তীক-উপাখ্যানৰ পৰা, আকৌ আন কোনোৱে উপৰিচৰ বসুৰ আখ্যানৰ পৰাহে মহাভাৰত পাঠ কৰে। পণ্ডিতসকলে মহাভাৰতক নানা প্ৰকাৰে ব্যাখ্যা কৰে। অনেকে ব্যাখ্যা কৰিব পাৰে, অন্য কিছুমান পণ্ডিতে কেৱল মুখস্ত ৰাখে। সত্যৱতী-নন্দন ব্যাসে নিজৰ তপস্যা আৰু ব্ৰহ্মচৰ্য্যৰ প্ৰভাৱত সনাতন বেদ শাস্ত্ৰক বিভাগ কৰি পুণ্যজনক ইতিহাসখন ৰচনা কৰে। পৰাশৰনন্দন, জ্ঞানী, ব্ৰহ্মৰ্ষি, দৃঢ়ব্ৰত, ধাৰ্মিক, বীৰ্য্যশালী ব্যাস মাতা সত্যৱতী আৰু ভীষ্মৰ নিয়োগ অনুসাৰে, বিচিত্ৰবীৰ্য্যৰ ভাৰ্য্যাৰ গৰ্ভত তিনিবিধ অগ্নিৰ দৰে ( দক্ষিণাগ্নি, গাৰ্হস্পত্য আৰু আহৱনীয় ) তিনিটা পুত্ৰ প্ৰসৱ কৰে। ধৃতৰাষ্ট্ৰ, পাণ্ডু আৰু বিদুৰক জন্ম দি পুনৰ আশ্ৰমলৈ উভতি যায়। ধৃতৰাষ্ট্ৰ প্ৰভৃতি বৃদ্ধসকলৰ মৃত্যুৰ পাছত ব্যাসে মহাভাৰত ৰচনা কৰে। মহাৰাজ জনমেজয় আৰু ব্ৰাহ্মণসকলৰ বাৰম্বাৰ অনুৰোধত ব্যাসে আপোন শিষ্য বৈশম্পায়নক মহাভাৰত শুনাবলৈ অনুৰোধ কৰে। সৰ্পসত্ৰত প্ৰতিদিনে যজ্ঞ আৰু হোম হৈ যোৱাৰ পাছত বাৰম্বাৰ অনুৰোধৰ ফলত অৱসৰ সময়ত বৈশম্পায়নে সভাসদসকলৰ সৈতে উপবিষ্ট ৰজা জনমেজয়ক এই মহাভাৰত শুনাইছিল।

বেদব্যাসে এই গ্ৰন্থত কুৰুবংশৰ ইতিবৃত্ত, গান্ধাৰীৰ ধাৰ্মিকতা, বিদুৰৰ বুদ্ধিমত্তা আৰু নৈতিকতা, কুন্তীৰ ধৈৰ্য্যশীলতা প্ৰধানকৈ বৰ্ণনা কৰিছে। প্ৰভাৱশালী শ্ৰীকৃষ্ণৰ মাহাত্ম্য, পাণ্ডৱৰ সত্যপৰায়ণতা আৰু দুৰ্যোধনাদিৰ দুৰ্ব্যৱহাৰৰ কথাও

ইয়াত বহুলভাবে ব্যাখ্যাত হৈছে। এই মহাভাৰত উপাখ্যানসহ একলক্ষ শ্লোক বুলি জানিব। বেদব্যাসে উপাখ্যানবোৰ বাদ দি চৌবিশ হাজাৰ শ্লোকত মহাভাৰত বচনা কৰিছে। পণ্ডিতসকলে সেই চৌব্ৰিশ হাজাব শ্লোককে প্ৰকৃত মহাভাৰত বুলি জানিব। তাব পাছত ব্যাসে দেড়শ শ্লোকত সকলো পৰ্বৰে চমু বৃত্তান্ত অনুক্ৰমণিকা অধ্যায়ত বচনা কৰিছে। শক্তিশালী ৰচক বেদব্যাসে প্ৰথমতে নিজব পুত্ৰক (শুকদেৱক) এই মহাভাবত শিকাইছিল। তাব পাছত অন্যান্য শিষ্যবিলাকৰ মাজত ইয়াক বিতবণ কৰিছিল।

বেদব্যাসে ষাঠি লক্ষ শ্লোকত আৰু এখন মহাভাৰত বচনা কৰিছিল। তাব ত্ৰিশ লক্ষ দেৱলোকত, পোন্ধব লক্ষ পিতৃলোকত, চৌন্ধ লক্ষ গন্ধৰ্ব লোকত আবু একলক্ষ মৰ্ত্ত্যলোকত থাকিল। নাৰদে দেৱগণক, অসিত দেৱলে পিতৃসকলক আবু শুকদেৱে, যক্ষ, গন্ধৰ্ব আবু ৰাক্ষসবোবক শুনাইছিল। বেদব্যাসৰ শিষ্য, বেদবিদ্‌সকলব ভিতৰত শ্ৰেষ্ঠ, ধৰ্মাত্মা বৈশম্পায়নে মনুষ্যলোকত একলক্ষ শ্লোকযুক্ত মহাভাৰত কৈছিল। মই সেই একলক্ষ শ্লোকবিশিষ্ট মহাভাবত আপোনালোকক শুনাম, মন দি শুনক।

দুৰ্যোধন এজোপা ক্ৰোধময় মহাবৃক্ষ, কৰ্ণ তাব স্কন্ধদেশ, শকুনি তাৰ শাখা, দুঃশাসন তাব পত্ৰপুষ্প আবু অবিবেচক ৰজা ধৃতৰাষ্ট্ৰ তাৰ মূল। আনহাতে ৰজা যুধিষ্ঠিৰ ধৰ্মময় প্ৰকাণ্ড বৃক্ষ, অৰ্জুন তাব স্কন্ধদেশ, ভীমসেন শাখা আবু নকুল-সহদেব পত্ৰ-পুষ্প-ফল, আবু সগুণ ব্ৰহ্ম শ্ৰীকৃষ্ণ আবু ব্ৰাহ্মণসকল সেই বৃক্ষৰ মূল।

মহাৰাজ পাণ্ডুৱে বহুদেশ জয় কৰি আৰু নিজ বিক্ৰম প্ৰদৰ্শন কৰি মৃগয়াত কাল অতিবাহিত কৰি অৰণ্যতে বাস কৰিব ধৰে। কোনো এক সময়ত, কোনো এজন মুনিয়ে হৰিণৰ ৰূপ লৈ হৰিণী এজনীক মৈথুন কৰি আছিল। সেই কথা নাজানি মৃগয়াৰত পাণ্ডুৱে তেওঁক বধ কৰে। মৰাব আগতে ঋষিয়ে পাণ্ডুক অভিশাপ দি যায় যে পাণ্ডুৰো মৈথুনৰত অৱস্থাত মৃত্যু হ'ব। এই শাপৰ ফলত পুত্ৰহীন পাণ্ডুৱে কণ্টকৰ জীৱন যাপন কৰিব লগা হয়। তেতিয়া তেওঁ নিয়োগ প্ৰথা অনুসৰি ক্ষেত্ৰজ সন্তান জন্ম দিবৰ কাৰণে কুন্তী আৰু মাদ্ৰীক অনুৰোধ কৰে। ধৰ্মৰাজ (যমদেৱতা), বায়ু, ইন্দ্ৰ আৰু অশ্বিনীকুমাৰদ্বয়ক আহ্বান কৰিবলৈ পাণ্ডুৱে নিৰ্দেশ দিয়ে। সেই নিৰ্দেশ মতে কুন্তীয়ে ধৰ্মৰাজ, বায়ু আৰু ইন্দ্ৰক যথাক্ৰমে আহ্বান কৰি যুধিষ্ঠিৰ, ভীম আৰু অৰ্জুনক জন্ম দিয়ে। কুন্তীৰ পৰা এবাৰ মন্ত্ৰটো শুনি মাদ্ৰীয়ে অশ্বিনীকুমাৰ দুজনক আহ্বান কৰি যমজ ভ্ৰাতৃদ্বয় নকুল আৰু সহদেৱক জন্ম দিয়ে।

পাণ্ডুৰ মৃত্যুৰ পাছত আশ্ৰমতেই পাণ্ডবসকল ডাঙৰ-দীঘল হয়। মাদ্ৰীয়ে ল'ৰা দুটা কুন্তীক চমজাই পতিৰ চিতাত সহগমন কৰে। যথা সময়ত মুনিসকলে কুন্তীসহ পাণ্ডৱসকলক লৈ কুৰুসভাত ভীষ্মৰ হাতত অৰ্পণ কৰি কয়, "এওঁলোক পাণ্ডুপুত্ৰ, গতিকে আপোনালোকৰ পালনীয় আৰু দুৰ্যোধনাদিৰ ভ্ৰাতা আৰু সখা।

পুত্ৰাশ্চ ভ্ৰাতৰশ্চেমে শিষ্যাশ্চ সুহৃদশ্চবঃ।
পাণ্ডৱা এতে ইত্যুক্ত্বা মুণয়োঽন্তৰ্হিতাস্ততঃ॥

মুনিসকলে এইদৰে কৈ যোৱাৰ পাছত, কুৰুবংশীয় লোকসকলে আৰু পুৰবাসীয়ে আনন্দত কোলাহল কৰি কবলৈ ধৰে। কোনোৱে কয়, "এওঁলোক পাণ্ডুপুত্ৰ নহয়।" আন কোনোৱে কয়, "পাণ্ডু বহুত দিনৰ আগতে মৰিল। এওঁলোক পাণ্ডুপুত্ৰ কেনেকৈ হ'ব?" আকৌ আন এদলে "এওঁলোক পাণ্ডুৰে পুত্ৰ"—এইদৰে বিভিন্ন মত প্ৰকাশ কৰিবলৈ ধৰে। কোনোৱে কলে, "বাছাহঁত, তোমালোকৰ আগমন সুখকৰ হৈছে তো? আজি আমি ভাগ্যবলত পাণ্ডুৰ পুত্ৰক দেখিবলৈ পালো।" অন্য এদলে কলে, "বাছাহঁত, তোমালোক সুখে আহিছোঁ বুলি কোৱা।" এইদৰে প্ৰজাবোৱে নানাভাৱে কবলৈ ধৰে।

প্ৰজাসকলৰ কথা শেষ হোৱাত, অন্তৰীক্ষত দেৱতাসকলৰ কোলাহলে সকলো দিশ মুখৰিত কৰিলে। যুধিষ্ঠিৰক আগতলৈ পাণ্ডৱসকল নগৰত যেতিয়া প্ৰৱেশ কৰিলে তেতিয়া আকাশৰ পৰা পুষ্পবৃষ্টি হবলৈ ধৰে, সুগন্ধী বতাহ বৰলৈ ধৰে আৰু শঙ্খ-দুন্দুভিৰ ধ্বনি শুনিবলৈ পোৱা গ'ল। এইবোৰ আশ্চৰ্য্য বুলি সকলোৰে ধাৰণা হ'ল। যুধিষ্ঠিৰাদিৰ প্ৰতি স্নেহ প্ৰকাশক আনন্দৰ ধ্বনিয়ে আকাশ মুখৰিত কৰিলে আৰু তেওঁলোকৰ যশ বৃদ্ধি কৰিলে। পাণ্ডৱসকলে সমস্ত বেদ আৰু নানাবিধ শাস্ত্ৰ অধ্যয়ন কৰি সুখেৰে ৰাজধানীত বাস কৰিব ধৰিলে। যুধিষ্ঠিৰৰ পবিত্ৰতা, ভীমৰ ধৈৰ্য্য আৰু অৰ্জুনৰ বিক্ৰম দেখি প্ৰজাবোৰ সন্তুষ্ট হ'ব। তাৰ কিছু দিনৰ পাছত অৰ্জুনে অত্যন্ত দুষ্কৰ মৎস্যচক্ৰ ভেদ কৰি দ্ৰুপদ কন্যা কৃষ্ণানাম্নী স্বয়ংবৰা ৰাজকন্যাক লাভ কৰে। তেতিয়াৰ পৰা অৰ্জুনে মহাবীৰ ৰূপে খ্যাতি লাভ কৰে আৰু ধনুৰ্দ্ধৰসকলৰ পূজনীয় আৰু যুদ্ধতো সূৰ্য্যৰ দৰে দুৰ্দমনীয় হ'ল। অৰ্জুনে এজন এজনকৈ সকলো ৰজাক আৰু সম্মিলিত অকলো ৰাজন্যবৰ্গক পৰাজয় কৰি যুধিষ্ঠিৰৰ ৰাজসূয় যজ্ঞ সম্পাদন কৰিছিল।

কৃষ্ণৰ মহাকৌশল, ভীমাৰ্জুনৰ বাহুবলৰ সহায়ত জৰাসন্ধ আৰু শিশুপালক বধ কৰি, প্ৰচুৰ অন্ন-দক্ষিণাৰ দ্বাৰা ৰাজসূয় যজ্ঞ সৰ্বাঙ্গসুন্দৰ কৰি সম্পন্ন কৰিছিল। মণিৰত্ন, সোণ, হাতী ঘোড়া-গৰু, নানা প্ৰকাৰ বস্ত্ৰ, উৎকৃষ্ট অলংকাৰ, ভাল কম্বল, চৰ্ম, হৰিণৰ চৰ্ম নিৰ্মিত আস্তৰণ—এই সকলোবোৰ বস্তু উপহাৰ গ্ৰহণৰ চাৰ্জত থকা দুৰ্যোধনৰ হাতলৈ আহিবলৈ ধৰে। তেতিয়া, পাণ্ডৱৰ সেইৰূপ সমৃদ্ধি আৰু ৰাজলক্ষ্মী দেখি দুৰ্যোধনৰ ঈৰ্ষাৰহ্নি জ্বলি উঠিল। ময়দানৱে পাণ্ডৱৰ এখন সৰ্বাঙ্গসুন্দৰ সভাগৃহ নিৰ্মাণ কৰি দিয়ে। সেই সভাত বিচৰণ কৰোঁতে দুৰ্যোধনে জলক স্থল বুলি আৰু স্থলক জল বুলি ভ্ৰম কৰি পৰি যাবলৈ উপক্ৰম কৰা দুৰ্যোধনক শ্ৰীকৃষ্ণই বচালে যদিও ভীমে তেওঁক উপহাস কৰি হাঁহিবলৈ ধৰে। দুৰ্যোধনে পাণ্ডৱৰ গৃহত নানাবিধ খাদ্যপেয় আৰু বস্ত্ৰালংকাৰৰ দ্বাৰা শুশ্ৰূষা পালেও পাণ্ডৱৰ ঐশ্বৰ্য্য দেখি ঈৰ্ষাবহ্নিত জ্বলিবলৈ ধৰে আৰু ধৃতৰাষ্ট্ৰৰ কাষত সকলো দুখ নিৱেদন

কৰে। পুতেকৰ অনুৰোধত ধৃতৰাষ্ট্ৰই পাশাখেলৰ অনুমতি প্ৰদান কৰে। শ্ৰীকৃষ্ণই ধৃতৰাষ্ট্ৰৰ আৰু দুৰ্যোধনৰ কাৰ্যাৱলী ভাল নাপালেও শেষবাৰৰ শান্তিৰ চেষ্টা চলাবলৈ গৈ কুৰুসভাৰ পৰা বিফল মনোৰথ হৈ উভতি আহে। বিদুৰ, ভীষ্ম আৰু দ্ৰোণৰ সজ উপদেশ অগ্ৰাহ্য কৰি দুৰ্যোধনে যুদ্ধ আৰম্ভ কৰে। পাণ্ডৱৰ জয় হোৱাত আৰু দুৰ্যোধন, কৰ্ণ আৰু শকুনিৰ অভিমত শুনি, বহু সময় চিন্তা কৰি সঞ্জয়ক ক'লে, "সঞ্জয়, তুমি মোৰ সকলো কথা শুনা, মোৰ ওপৰত খং নকৰিবা। তুমি শাস্ত্ৰ পঢ়িছা, তুমি মেধাৱী আৰু বুদ্ধিমান লোক। পাণ্ডৱবো প্ৰিয় ব্যক্তি। যুদ্ধ কৰা মোৰ ইচ্ছা নাছিল আৰু বংশনাশ মোৰ অভিপ্ৰায় নাছিল। মোৰ ল'বা আৰু পাণ্ডুৰ ল'ৰাৰ মাজত মই প্ৰভেদো নকৰিছিলোঁ। কিন্তু ক্ৰোধপৰায়ণ মোৰ পুত্ৰবোৰে মই বৃদ্ধ আৰু অন্ধ কাৰণে মোৰ দোষ আঙুলিয়াই দিছিল। মই অন্ধ, সেই নিমিত্তে আৰু পুত্ৰস্নেহবশতঃ সেই দোষ দেখুৱাই দিয়া কাৰ্য্য মই সহ্য কৰিছিলো। তেওঁলোকৰ কথাত মই মুগ্ধ হৈছিলোঁ।"

"ৰাজসূয়-যজ্ঞত মহাপ্ৰভাৱশালী যুধিষ্ঠিৰৰ সমৃদ্ধি দেখি আৰু সভাগৃহ দৰ্শন কৰাৰ সময়ত ভীমে কৰা উপহাস আৰু হাঁহি শুনি দুৰ্যোধনৰ ক্ৰোধ উৎপন্ন হৈছিল যদিও পাণ্ডৱক পৰাজয় কৰা অসম্ভৱ বুলি জানি একেবাৰে ভগ্নোৎসাহ হৈ পৰে। তাৰ পাছত শকুনি আৰু কৰ্ণৰ লগত মন্ত্ৰণা কৰি পাশাখেলৰ ব্যৱস্থা কৰে। এই সম্পৰ্কে মই যি জানো আৰু শুনিছো, সেই সকলো তোমাক কওঁ, তুমি মন দি শুনা। হে সূত নন্দন, মোৰ কথাই মোৰ বুদ্ধিৰ পৰিচয় দিব। তুমি সেই কথা শুনি মোক প্ৰজ্ঞাচক্ষু বুলি বুজিব পাৰিবা।"

"মই যেতিয়া শুনিলো যে অৰ্জুনে ধনুত গুণ-আৰোপণ কৰি লক্ষ্যভেদ কৰি ভূতলত মৎস্য নিপাতিত কৰিলে আৰু সকলো সমৱেত ৰজাই হাঁ কৰি চাই থাকিল আৰু দ্ৰৌপদীয়ে তেওঁলোকক অগ্ৰাহ্য কৰি অৰ্জুনক পতিবৰণ কৰিলে, তেতিয়াই মই জয়ৰ আশা এৰিলোঁ।"

"যেতিয়া মই শুনিলো যে অৰ্জুনে যাদৱকন্যা, বলৰামৰ ভনী সুভদ্ৰাক, যাদৱসেনাক পৰাজয় কৰি হৰণ কৰি আনিলে আৰু পাছত শ্ৰীকৃষ্ণ-বলৰাম প্ৰভৃতি যাদৱনেতাসকল সুভদ্ৰাক বিৱাহ দিবৰ কাৰণে ইন্দ্ৰপ্ৰস্থত উপস্থিত হ'ল, তেতিয়াই মই জয়ৰ আশা পৰিহাৰ কৰিলো।"

"যেতিয়া শুনিলো খাণ্ডৱবনৰ অগ্নি নিৰ্বাপণ কৰিবলৈ দেৱৰাজ ইন্দ্ৰই প্ৰচুৰ জল বৰ্ষণ কৰিও অৰ্জুনৰ বাণৰ প্ৰভাৱত নিষ্ফল হ'ল ; খাণ্ডৱবন অগ্নিয়ে গ্ৰাস কৰিলে, হে সঞ্জয়, তেতিয়াই জয়ৰ আশা এৰিলোঁ।

"যেতিয়া শুনিলো কুন্তীক লৈ পঞ্চপাণ্ডৱে জতুগৃহৰ পৰা ওলাই গ'ল আৰু বিদুৰে তেওঁলোকৰ আত্মৰক্ষাত সহায় কৰিছিল তেতিয়া আৰু মই জয়ৰ আশা পৰিহাৰ কৰিলোঁ।"

"যেতিয়া শুনিলো অৰ্জুনে ৰাজসভাত লক্ষ্যভেদ কৰি দ্ৰৌপদীক লাভ কৰে

আৰু মহাবীৰ পাঞ্চালসকল আৰু পাণ্ডৱগণ পৰস্পৰ মিলিত হ'ল, হে সঞ্জয়, তেতিয়া মই জয়ৰ আশা ত্যাগ কৰিলো ।"

"যেতিয়া শুনিলো ভীমসেনে কৃষ্ণৰ লগত গৈ মগধৰাজ, মহাপ্ৰতাপশীল, বীৰশ্ৰেষ্ঠ জৰাসন্ধক বাহুযুদ্ধত নিপাত কৰিলে, তেতিয়া মই জয়ৰ আশা এৰিলো ।"

"যেতিয়া শুনিলো, পাণ্ডৱসকল দিগ্বিজয়লৈ গৈ সমস্ত ৰাজন্যবৰ্গক পৰাজয় কৰি বশীভূত কৰিলে আৰু ৰাজসূয় মহাযজ্ঞও সম্পন্ন কৰিলে, তেতিয়া মই জয়ৰ আশা পৰিত্যাগ কৰিলোঁ ।

"যেতিয়া শুনিলো, ৰজস্বলা, একবস্ত্ৰা, দুঃখিতা, বাষ্পাবৰুদ্ধকণ্ঠা দ্ৰৌপদীক ৰাজসভাত খলস্বভাৱ, অলপ বুদ্ধি দুঃশাসনে নগ্ন কৰিবলৈ প্ৰয়াস কৰিছিল, কিন্তু নোৱাৰিলে, তেতিয়াই মই জয়ৰ আশা এৰিলো ।"

"যেতিয়া শুনিলো শকুনিয়ে অভাৱনীয় শক্তিসম্পন্ন ভাইসকলৰ সহিত দ্যূতা-ক্ৰীড়াত পৰাজিত কৰিলে আৰু ৰাজ্যও কাঢ়ি ললে, তেতিয়াই মই জয়ৰ আশা ত্যাগ কৰিলোঁ ।"

"যেতিয়া শুনিলো পাণ্ডৱ বনলৈ গ'ল আৰু যুধিষ্ঠিৰৰ প্ৰতি ভক্তিবশতঃ বনৰ কষ্ট স্বীকাৰ কৰি ললে আৰু বীৰত্বসূচক নানা প্ৰকাশ ভঙ্গী কৰিলে, তেতিয়াই জয়ৰ আশা পৰিহাৰ কৰিলোঁ ।"

"যেতিয়া ভিক্ষান্নভোজী স্নাতক ব্ৰাহ্মণসকলে বনলৈ যাওঁতে যুধিষ্ঠিৰক অনুসৰণ কৰিলে, তেতিয়াই জয়ৰ আশা এৰিলোঁ ।"

"যেতিয়া শুনিলো অৰ্জুনে যুদ্ধত ব্যাধৰূপী দেৱাদিদেৱ মহাদেৱক সন্তুষ্ট কৰিলে আৰু তেওঁৰ পৰা পাশুপত অস্ত্ৰ লাভ কৰিবলৈ সমৰ্থ হ'ল, হে সঞ্জয়, তেতিয়াই মই জয়ৰ আশা এৰিলোঁ ।"

"যেতিয়া শুনিলো সত্যপ্ৰতিজ্ঞ অৰ্জুনে স্বৰ্গলৈ গৈ স্বয়ং দেৱৰাজৰ পৰা অস্ত্ৰ শিক্ষা লাভ কৰিছে আৰু দেৱৰাজৰ পৰা প্ৰশংসা লাভ কৰিছে, তেতিয়াই মই জয়ৰ আশা ত্যাগ কৰিলোঁ ।"

"তাৰ পাছত যেতিয়া শুনিলো যে ব্ৰহ্মাৰ বৰদানত দৰ্পিত পুলোমা বংশজাত, দেৱতাবো অজেয় কালকেয় নামৰ অসুৰবোৰক অৰ্জুনে বধ কৰিলে, তেতিয়াৰ পৰা জয়ৰ আশা এৰিলোঁ ।"

"যেতিয়া শুনিলো শত্ৰুহন্তা অসুৰ বধৰ কাৰণে স্বৰ্গলৈ গ'ল আৰু অসুৰক বধ কৰি উভতি আহিল, তেতিয়া আৰু মই জয়ৰ আশা নকৰিলোঁ ।"

"যেতিয়া শুনিলো ভীমে মানুহৰ অগম্য কুবেৰৰ পুৰীলৈ গৈ কুবেৰৰ লগত মিলিত হ'ল, তেতিয়া মই জয়ৰ ভাৰ পৰিহাৰ কৰিলোঁ ।

"যেতিয়া শুনিলো মোৰ পুত্ৰসকলে ঘোষযাত্ৰা কৰি চিত্ৰৰথ গন্ধৰ্বৰ হাতত বন্দী হ'ল আৰু ভীমাৰ্জুনে চিত্ৰৰথক পৰাজয় কৰি দুৰ্যোধন আৰু কৌৰৱ নাৰীসকলক মুক্ত কৰি দিয়ে, তেতিয়াৰ পৰা জয়ৰ আশা এৰিলোঁ ।"

"যেতিয়া শুনিলোঁ স্বয়ং ধৰ্মৰাজ যম দেৱতাই যক্ষৰ ৰূপ ধাৰণ কৰি যুধিষ্ঠিৰৰ লগত দেখা কৰি কিছুমান প্ৰশ্ন কৰিছিল আৰু যথোচিত উত্তৰ পাইছিল, তেতিয়াৰ পৰা জয়ৰ আশা এৰিলোঁ।"

"যেতিয়া শুনিলো পাণ্ডৱে বিৰাট ৰজাৰ ঘৰত অজ্ঞাতভাৱে বাস কৰিছিল, কিন্তু আমাৰ গুপ্তচৰে উলিয়াব নোৱাৰিলে, তেতিয়া মই জয়ৰ আশা এৰিলোঁ।"

"যেতিয়া শুনিলো ভীমসেনে দ্ৰৌপদীৰ সম্মান ৰক্ষাৰ্থে শতভ্ৰাতা সহিত কীচকক বধ কৰিলে, তেতিয়াই মই জয়ৰ আশা এৰিলোঁ।"

"যেতিয়া শুনিলো যে মহাত্মা অৰ্জুনে অকলশৰে ৰথত উঠি সমস্ত কৌৰৱ বীৰৰ পৰাজয় কৰি বিৰাটৰ গোধন উদ্ধাৰ কৰে, তেতিয়াই জয়ৰ আশা এৰিলোঁ।"

"যেতিয়া শুনিলো বিৰাটৰাজে নিজকন্যা উত্তৰাক অলংকৃত কৰি অৰ্জুনক দান কৰিব খুজিছিল, কিন্তু অৰ্জুনে নিজে গ্ৰহণ নকৰি পুত্ৰ অভিমন্যুৰ নিমিত্তে গ্ৰহণ কৰে, তেতিয়া মই জয়ৰ আশা এৰিলোঁ।"

"যেতিয়া শুনিলো যুধিষ্ঠিৰ পাশাখেলত হাৰি সম্পদহীন হৈ বনলৈ গ'ল আৰু তাত আত্মীয়শূন্য হৈ পৰিছিল। তথাপি যেতিয়া সাত অক্ষৌহিণী সৈন্য সংগ্ৰহ কৰা বুলি শুনিলো তেতিয়াই জয়ৰ আশা এৰিলোঁ।"

"পুৰ্বাণ কালত, বামন অৱতাৰত যাৰ এক পদক্ষেপে সমস্ত পৃথিৱী আগুৰি লৈছিল, সেই লক্ষ্মীপতি শ্ৰীকৃষ্ণই সৰ্বপ্ৰযত্নে পাণ্ডৱৰ উদ্দেশ্য সাধনত প্ৰবৃত্ত হোৱা বুলি শুনিলো, তেতিয়াই জয়ৰ আশা এৰিলোঁ।"

"কৃষ্ণ আৰু অৰ্জুন সাক্ষাৎ নৰনাৰায়ণ, এইটো মই ব্ৰহ্মালোকত প্ৰত্যক্ষ দেখা পাইছোঁ। এই কথা যেতিয়া মই দেৱৰ্ষি নাৰদৰ মুখৰ পৰা শুনিলো ; সঞ্জয়, তেতিয়া মই জয়ৰ আশা এৰিলোঁ।"

"যেতিয়া শুনিলো, জগতৰ মঙ্গলৰ অৰ্থে শ্ৰীকৃষ্ণ কুৰুপাণ্ডৱৰ বিবাদ মিলাবলৈ যত্ন কৰিছে আৰু সেই উদ্দেশ্যে কুৰুসভালৈ আহি বিফলকাম হৈ উভতি যাব লগা হ'ল, তেতিয়াই জয়ৰ আশা এৰিলোঁ।"

"যেতিয়া শুনিলো কৰ্ণ আৰু দুৰ্যোধনে কৃষ্ণক বন্দী কৰি ৰাখিবৰ কাৰণে পৰামৰ্শ কৰিছে, কিন্তু শ্ৰীকৃষ্ণই অনেক ৰূপ ধৰি মুক্ত হৈ যায়, হে সঞ্জয়, তেতিয়াই জয়ৰ আশা এৰিলোঁ।"

"যেতিয়া শুনিলো শ্ৰীকৃষ্ণ কুন্তীৰ ঘৰত সোমোৱাত কুন্তীয়ে তেওঁৰ দুঃখ আৰু পাণ্ডৱৰ বিদপৰ কথা জনালে আৰু শ্ৰীকৃষ্ণই তেওঁক আশ্বস্ত কৰিলে, তেতিয়াই জয়ৰ আশা এৰিলোঁ।"

"যেতিয়া শুনিলো কৃষ্ণ, অৰ্জুন আৰু দুৰ্দ্ধৰ্ষ গাণ্ডীৱ—এই তিনিটা উগ্ৰবীৰ্য শক্তি আমাৰ বিপক্ষে সম্মিলিত হৈছে, তেতিয়াই জয়ৰ আশা এৰিলোঁ।"

"যেতিয়া শুনিলো অৰ্জুনে ৰণক্ষেত্ৰত আত্মীয়স্নেহত বিকল হৈ হাতৰ ধনুঃশৰ

পেলাই দিয়ে আৰু কৃষ্ণই আত্মশৰীৰত সমস্ত ব্ৰহ্মাণ্ড দেখুৱাই অৰ্জুনক আশ্বস্ত কৰে, তেতিয়াই জয়ৰ আশা পৰিহাৰ কৰিলোঁ।”

“যেতিয়া শুনিলো ভীষ্মই ৰণক্ষেত্ৰত দিনে প্ৰতি দশ হাজাৰ সৈন্য বধ কৰিছে অথচ বিপক্ষৰ কোনো ডাঙৰ বীৰক বধ কৰা নাই, তেতিয়াই জয়ৰ আশা এৰিলোঁ।”

“যেতিয়া শুনিলো ভীষ্মই সোমকবিলাকক নিঃশেষ কৰা অৱস্থাত অৰ্জুনে বিচিত্ৰ বাণ দ্বাৰা তেওঁক কাতৰ কৰি শৰশয্যাত পেলালে, হে সঞ্জয়, তেতিয়াই মই জয়ৰ আশা ত্যাগ কৰিলোঁ।”

“যেতিয়া শুনিলো, ভীষ্মই শৰশয্যাত পৰি পানী খোজাত দুৰ্যোধনে সুবৰ্ণ ভৃঙ্গাৰত দিয়া পানী গ্ৰহণ নকৰি অৰ্জুনে পাতালৰ ভোগৱতী গঙ্গাৰ পৰা শৰেৰে ভূতল ভেদ কৰি অনা পানী খাই পৰিতৃপ্ত হ'ল, তেতিয়াই জয়ৰ আশা এৰিলোঁ।”

“যেতিয়া শুনিলো প্ৰবীণ যোদ্ধা দ্ৰোণাচাৰ্য্যই নানা অস্ত্ৰকৌশল দেখুৱা সত্ত্বেও পাণ্ডৱৰ কোনো শ্ৰেষ্ঠ বীৰক বধ কৰিব পৰা নাই, তেতিয়াই জয়ৰ আশা এৰিলোঁ।”

“যেতিয়া শুনিলো আমাৰ ফলীয়া সংশপ্তকসকল অৰ্জুনকবধ কৰিবলৈ দৃঢ়-প্ৰতিজ্ঞ আছিল যদিও অৰ্জুনৰ হাততে তেওঁলোকৰ মৃত্যু ঘটিল। সঞ্জয়, তেতিয়াৰ পৰা মই জয়ৰ আশা এৰিলোঁ।”

“যেতিয়া শুনিলো দ্ৰোণাচাৰ্য্যই নানা অস্ত্ৰৰ কৌশল দেখুৱাই আমাৰ ব্যূহ ৰক্ষা কৰা সত্ত্বেও অদ্বিতীয় বীৰ, বালক অভিমন্যুৱে ব্যূহ ভেদ কৰি ভিতৰত প্ৰৱেশ কৰিছে, তেতিয়াই মই জয়ৰ আশা এৰিলোঁ।”

“আমাৰ পক্ষৰ সমস্ত মহৰীৰে অৰ্জুনক বধ কৰিব নোৱাৰি বালক অভিমন্যুক বেঢ়ি ধৰি অন্যায় যুদ্ধত বধ কৰি আনন্দ প্ৰকাশ কৰিছে তেতিয়াই মই জয়ৰ আশা এৰিলোঁ।”

“যেতিয়া শুনিলো মূৰ্খ দুৰ্যোধনে অভিমন্যুক বধ কৰি, আনন্দত কোলাহল কৰিব ধৰিছে আৰু অৰ্জুনেও জয়দ্ৰথ বধৰ প্ৰতিজ্ঞা কৰিছে, তেতিয়াই মই জয়ৰ আশা এৰিলোঁ।”

“যেতিয়া শুনিলো অৰ্জুনে জয়দ্ৰথ বধৰ প্ৰতিজ্ঞা কৰি সেই প্ৰতিজ্ঞা সফল কৰিলে, তেতিয়াই মই জয়ৰ আশা ত্যাগ কৰিলোঁ।”

“যেতিয়া শুনিলো, অৰ্জুনৰ ৰথৰ ঘোড়াকেইটা পৰিশ্ৰান্ত দেখি কৃষ্ণই সিহঁতক পানী খুৱাই পুনৰ ৰথত যুৰিলেহি তেতিয়াই মই জয়ৰ আশা পৰিহাৰ কৰিলোঁ।”

“ঘোড়াকেইটাই পৰিশ্ৰান্ত হৈ ৰথ বহন কৰিব নোৱৰা হোৱাত, অৰ্জুনে একে ঠাইতে থাকি গাণ্ডীৱৰ দ্বাৰা সমস্ত যোদ্ধাক বাৰণ কৰিছে, তেতিয়াই মই জয়ৰ আশা এৰিলো।”

“যেতিয়া শুনিলো সাত্যকিয়ে দুৰ্দ্ধৰ্ষ হস্তী সৈন্যৰ বলত দ্ৰোণাচাৰ্য্যৰ সেনাক পৰাজিত কৰি কৃষ্ণ আৰু অৰ্জুনৰ কাষত উপস্থিত হবলৈ সক্ষম হ'ল, তেতিয়াই মই জয়ৰ আশা এৰিলোঁ।

"যেতিয়া শুনিলো মহাবীৰ ভীম কৰ্ণৰ হাতত বন্দী হৈছে, কিন্তু কৰ্ণই তেওঁক বধ নকৰি ধনুৰ অগ্ৰভাগেৰে টানি, তিৰস্কাৰ কৰি এৰি দিছে, তেতিয়াই মই জয়ৰ আশা এৰিলো।"

"অৰ্জুনে যেতিয়া জয়দ্ৰথক বধ কৰিলে, তেতিয়া দ্ৰোণাচাৰ্য্য, কৰ্ণ, কৃপাচাৰ্য্য, কৃতবৰ্মা, অশ্বত্থামা আৰু শল্য, কোনেও দুখ প্ৰকাশ কৰা দেখা নগ'ল, তেওঁলোকে সহ্য কৰি থাকিল, হে সঞ্জয়, মই তেতিয়াই জয়ৰ আশা এৰিলোঁ।"

"যেতিয়া শুনিলো, কৰ্ণ আৰু ঘটোৎকচৰ যুদ্ধত কৰ্ণই উপাই নাপাই অৰ্জুনক বধ কৰিবলৈ থোৱা অস্ত্ৰপাট ঘটোৎকচৰ ওপৰতে নিক্ষেপ কৰিব লগীয়া হ'ল, তেতিয়াই জয়ৰ আশা এৰিলোঁ।"

"পুত্ৰৰ মৃত্যু শুনি দ্ৰোণাচাৰ্য্যই যেতিয়া শোকত প্ৰায়োপৱেশন কৰি আছিল, সেই অৱস্থাত ধৃষ্টদ্যুম্নই তেওঁক বধ কৰে, তেতিয়াই মই জয়ৰ আশা এৰিলোঁ।"

"যেতিয়া শুনিলো, মাদ্ৰীপুত্ৰ নকুলে মণ্ডলাকাৰে সমানে অশ্বত্থামাৰ লগত যুদ্ধ কৰিছে, তেতিয়াই মই জয়ৰ আশা মনৰ পৰা বিসৰ্জন দিলো।"

"দ্ৰোণাচাৰ্য্যৰ মৃত্যুৰ পাছত অশ্বত্থামাই মহাশক্তিশালী নাৰায়ণী অস্ত্ৰ নিক্ষেপ কৰিও যেতিয়া পাণ্ডৱক বিনাশ কৰিব নোৱাৰিলে, তেতিয়াই জয়ৰ আশা এৰিলোঁ।"

"যেতিয়া শুনিলো ভীমে দুঃশাসনৰ বকুফালি ৰক্ত পান কৰিছে, কিন্তু দুৰ্যোধনাদিয়ে তেওঁক বাধা দিব নোৱাৰিলে, তেতিয়া মই জয়ৰ আশা এৰিলোঁ।"

"যেতিয়া শুনিলো দৈৱ-নিৰ্দিষ্ট এই ভ্ৰাতৃ কলহত মহাবীৰ, অজেয় কৰ্ণক অৰ্জুনে বধ কৰিলে, তেতিয়াই মই জয়ৰ আশা এৰিলোঁ।"

"যেতিয়া শুনিলো ধৰ্মৰাজ যুধিষ্ঠিৰে মহাবীৰ অশ্বত্থামা, দুঃশাসন আৰু কৃতবৰ্মাক যুদ্ধত পৰাজয় কৰিলে তেতিয়া মই জয়ৰ আশাক জলাঞ্জলি দিলোঁ।"

"হে সূতপুত্ৰ সঞ্জয়, যিজনে সদায় যুদ্ধত কৃষ্ণক জয় কৰিবলৈ প্ৰয়াস কৰিছিল, সেই মহাবীৰ শল্যক যুদ্ধত যুধিষ্ঠিৰে বধ কৰিলে, তেতিয়াই মই জয়ৰ আশা এৰিলোঁ।"

"যেতিয়া শুনিলো পাপাত্মা, পাশাক্ৰীড়াৰ মূল, বিবাদঘটক আৰু কপটতাৰ বলত বলীয়ান শকুনিক পাণ্ডুনন্দন সহদেৱে যুদ্ধত বধ কৰিলে, তেতিয়াই জয়ৰ আশা বিসৰ্জন দিলোঁ।"

"যেতিয়া শুনিলো, ৰথহীন, শক্তিহীন, পৰিশ্ৰান্ত আৰু হতাশাগ্ৰস্ত দুৰ্যোধনে দ্বৈপায়ন হ্ৰদত জলস্তম্ভন কৰি আত্মগোপন কৰি আছে, হে সঞ্জয়, তেতিয়া মই জয়ৰ আশা ত্যাগ কৰিলোঁ।"

"যেতিয়া শুনিলো, পাণ্ডৱে দ্বৈপায়ন হ্ৰদত দুৰ্যোধনক আৱিষ্কাৰ কৰি কটু কথাৰে অসহিষ্ণু পুত্ৰ দুৰ্যোধনক ব্যথিত কৰে, তেতিয়াই মই জয়ৰ আশা পৰিহাৰ কৰিলোঁ।"

"যেতিয়া শুনিলো, গদাযুদ্ধত দুৰ্যোধনে মণ্ডলাকাৰে বিচৰণ কৰি আশ্চৰ্য্য

নৈপুণ্য প্ৰদৰ্শন কৰিছিল, সেই অৱস্থাত ভীমে অন্যায় ভাৱে উৰুভঙ্গ কৰি তেওঁক বধ কৰে, তেতিয়া মই জয়ৰ আশা ত্যাগ কৰিলোঁ।"

"যেতিয়া শুনিলো যে অশ্বত্থামা, কৃপাচাৰ্য্য আৰু কৃতবৰ্মাই ৰাতি পাণ্ডৱ-শিবিৰত প্ৰবেশ কৰি নিদ্ৰিত অৱস্থাত ধৃষ্টদ্যুম্ন আৰু দ্ৰৌপদীৰ পঞ্চ পুত্ৰক বধ কৰে, তেতিয়াই মই জয়ৰ আশা এৰিলোঁ।"

"যেতিয়া শুনিলো ভীমে অশ্বত্থামাৰ পশ্চাতদ্ধাবন কৰাত অশ্বত্থামাই খঙত উত্তৰাৰ গৰ্ভ নষ্ট কৰিবলৈ ঐষিক নামৰ ভীষণ অস্ত্ৰ প্ৰয়োগ কৰে, তেতিয়াই মই জয়ৰ আশা এৰিলোঁ।"

"যেতিয়া শুনিলো অৰ্জুনে ব্ৰহ্মশিৰ নামৰ অস্ত্ৰ প্ৰয়োগ কৰি সেই অস্ত্ৰ নিবাৰণ কৰে আৰু বন্দী অশ্বত্থামাই নিজৰ মূৰৰ স্বাভাবিক মণিটি দান কৰিব লগা হয়, তেতিয়া মই জয়ৰ আশা পৰিহাৰ কৰিলোঁ।"

"গান্ধাৰীয়ে পুত্ৰ, পৌত্ৰ, বন্ধু, ভ্ৰাতা আৰু পিতাক যুদ্ধত হেৰুৱায়। তেওঁক দেখিলে সকলোৰে শোক লাগে। ইফালে পাণ্ডৱে দুষ্কৰ কাৰ্য্য কৰি শত্ৰুহীন ৰাজ্য লাভ কৰিছে। এইবোৰ বৰ বেদনাদায়ক কথা। যুদ্ধৰ শেষত মাত্ৰ দহজন অৱশিষ্ট। আমাৰ পক্ষত মাত্ৰ তিনিজন আৰু পাণ্ডৱৰ পক্ষত সাতজন। গতিকে বাহিৰৰ পৰা বিৰাট অন্ধকাৰ আৰু ভিতৰৰ পৰা প্ৰৱল মোহে মোক যেন আক্ৰমণ কৰিছে। মই চেতনা ৰাখিব পৰা নাই আৰু মোৰ মন আকুল হৈ পৰিছে।"

সৌতিয়ে ক'লে, "শোকাৰ্ত্ত ধৃতৰাষ্ট্ৰই এইদৰে কৈ বিলাপ কৰিবলৈ ধৰে আৰু মূৰ্চ্ছিত হৈ পৰে। সংজ্ঞা লাভ কৰি সঞ্জয়ক পুনৰ কবলৈ ধৰে, "এনে দুখজনক অৱস্থাত পৰি মই আৰু জীয়াই থাকিব নোখোজো, কাৰণ জীৱনধাৰণৰ কোনো লাভ মই দেখা পোৱা নাই।"

সৌতিয়ে ক'লে, "ধৃতৰাষ্ট্ৰ শোকত কাতৰ হৈ বাৰে বাৰে মূৰ্চ্ছা যাবলৈ ধৰে আৰু সাপৰ দৰে নিশ্বাস ত্যাগ কৰে। এই অৱস্থাত মতিমান সঞ্জয়ে তেওঁক সাৰ কথা শুনাই কবলৈ ধৰে।

সঞ্জয়ে কলে, "জ্ঞানী নাৰদ আৰু বেদব্যাসৰ মুখৰ পৰা আপুনি শুনিছে যে বহুত ৰজাই সৰ্বগুণ সম্পন্ন, উচ্চ ৰাজবংশত জন্মলাভ কৰি, মহাউৎসাহী আৰু মহাবিক্ৰমী হৈ, উৎকৃষ্ট অস্ত্ৰ শিক্ষা লাভ কৰি, ইন্দ্ৰতুল্য পৰাক্ৰমী হৈ, ন্যায়ানুসাৰে পৃথিৱী জয় কৰি, প্ৰচুৰ দক্ষিণা দানে যজ্ঞ সম্পন্ন কৰি দেৱতাসকলৰ সন্তুষ্ট বিধান কৰি জগতত যশ লাভপূৰ্বক মৃত্যুমুখত পতিত হৈছে। মহাবীৰ, মহাৰথ শৈব্য, বিজয়ীশ্ৰেষ্ঠ সৃঞ্জয়, সুহোত্ৰ, ৰন্তিদেৱ, কাক্ষীবান্ ঔশিজ, বাহ্লীক, দমন, শৰ্য্যাতি, অজিত, নল, শত্ৰুহন্তা বিশ্বামিত্ৰ, মহাবলী অম্বৰীষ, মৰুত্ত, মনু, ইক্ষ্বাকু, ভৰত, দাশৰথি ৰাম, শশবিন্দু, ভগীৰথ, কাৰ্ত্তবীৰ্যাৰ্জুন, ভাগ্যৱান জনমেজয় আৰু সৎকাৰ্য্য পৰায়ণ যযাতি, যি যযাতিক দেৱতাসকলে আহি যজ্ঞ

সম্পন্ন কৰাইছিল আৰু যজ্ঞৰ আকৰ যজ্ঞশালাবোৰ যূপকাঠৰ দ্বাৰা পৰিচিহ্নিত হৈছিল।”

পূৰ্বণি কালত শৈব্য ৰাজা পুত্ৰশোকত বৰ কাতৰ হৈ পৰাত দেৱৰ্ষি নাৰদে চৌবিশজন ৰজাৰ কাহিনী বিবৃত কৰি ৰজাক আশ্বস্ত কৰিছিল। পুৰু, কুৰু, মহাবীৰ যদু, মহাতেজস্বী বিষ্বগশ্ব, অনুহ, যুৱনাশ্ব, ককুৎস্থ, পৰাক্ৰমী ৰঘু, বিজয়, ৰীতিহোত্ৰ, অঙ্গ, ভৱ, শ্বেত, বৃহদগুৰু, উশীনৰ, শতৰথ, কঙ্ক, দুলিদুহ, দ্ৰুম, দম্ভোদ্ভৱ, পৰ, বেণ, সগৰ, সংস্কৃতি, নিমি, অজেয়, পৰশু, পুণ্ড্ৰ, শম্ভূ, পাপহীন, দেৱাবৃধ, অনঘ, দেবাহ্বয়, সুপ্ৰতীম, সুপ্ৰতীক, বৃহদ্ৰথ, অত্যন্ত উৎসাহী আৰু বিনীত স্বভাৱ সুক্ৰতু, নিষধদেশপতি নল, সত্যব্ৰত, শান্তভয়, সুমিত্ৰ, সুবল, প্ৰভু, জানুজঙ্ঘ, অনাৰণ্য, অৰ্ক, প্ৰিয়ভৃত্য, শুচিব্ৰত, বলবন্ধু, নিৰামৰ্দ, কেতুশৃঙ্গ, বৃহদবল, ধৃষ্টকেতু, বৃহৎকেতু, দীপ্তকেতু, নিৰাময়, অধিক্ষিত, চপল, ধূৰ্ত, কৃতবন্ধু, দৃঢ়বুদ্ধি, মহাপুৰাণ সম্ভাব্য, প্ৰত্যঙ্গ, পৰহা আৰু শ্ৰুতি। এইবিলাক ৰজা আৰু বুদ্ধিমান, বলবান আৰু শত-শত, সহস্ৰ-সহস্ৰ, অযুত-অযুত, পদ্ম-পদ্ম ৰজাই বিপুল ভোগ পৰিত্যাগ কৰি, আপোনাৰ পুত্ৰৰ দৰেই মৃত্যু মুখত পতিত হৈছে। তেওঁলোকৰ ধৰ্ম কৰ্ম, বিক্ৰম, দান, উদাৰতা, আস্তিকতা, সত্যপৰায়ণতা, পৱিত্ৰতা, দয়া, সৰলতাৰ কথা পণ্ডিতসকলে কৈ গৈছে, পুৰাণতো ব্যাস-বাল্মীকি প্ৰভৃতিয়ে বৰ্ণনা কৰিছে, সমস্ত সম্পত্তি আৰু গুণ থকা সত্ত্বেও এই সকল লোক মৃত্যুমুখত পৰে। আপোনাৰ পুত্ৰসকল দুষ্টহৃদয়, ক্ৰোধপৰায়ণ, লুভীয়া, দুৰাচাৰী আছিল। গতিকে তেওঁলোকৰ কাৰণে আপুনি শোক কৰিব নালাগে। আপুনি শাস্ত্ৰজ্ঞ, মেধাৱী, বুদ্ধিমান আৰু পণ্ডিত, গতিকে হে ভাৰত, অশ্বৰ বুদ্ধি শাস্ত্ৰানুসাৰী, তেওঁলোক কেতিয়াও মোহিত নহয়।

“মহাৰাজ, সুখ-দুখ দৈৱবশত হয়, এই কথা আপুনি জানে। বিশেষতঃ পুত্ৰসকলক জীৱিত ৰখাৰ অনুকূল পৰিৱেশ সৃষ্টি কৰিবলৈ আপুনি চেষ্টাও কৰা নাছিল।”

“দুৰ্যোধন প্ৰভৃতিৰ এইদৰে মৃত্যু হ’ব বুলি বিধাতাৰ বিধান আছিল। সেই কাৰণে আপুনি শোক কৰা অনুচিত। কোনো মানুহেই পুৰুষকাৰৰ দ্বাৰা দৈৱক নিবাৰণ কৰিব নোৱাৰে। কোনো লোকে বিধাতাৰ নিৰ্দিষ্ট পথ অতিক্ৰম কৰিব নোৱাৰে; ভাৱ-অভাৱ, সুখ-দুখ এই সকলোবোৰ কালে সম্পন্ন কৰে। কালে প্ৰাণী সৃষ্টি কৰে, আকৌ কালে সংহাৰো কৰে। প্ৰাণী-সংহাৰকাৰী কালকে পুনৰ কালেই নিৱৰ্ত্তিত কৰে। জগতৰ শুভ-অশুভ প্ৰভৃতি সমস্ত অৱস্থাকে কালে সৃষ্টি কৰে। প্ৰলয়কালত কালেই ধ্বংস কৰে, আকৌ কল্পাৰম্ভত সৃষ্টি কৰে। কাল সুপ্ত অৱস্থাতো জাগি থাকে। কালক কোনেও অতিক্ৰম কৰিব নোৱাৰে। কালক কোনেও ধৰি ৰাখিব নোৱাৰে। কালে সমস্ত পাদৰ্থতে সমানে বিচৰণ কৰে। অতীত, ভবিষ্যত

আৰু বৰ্তমানত যি আছে, এই সকলোবোৰ কালকৃত। সেই হেতু আপুনি শোকত মুৰ্চ্ছিত হোৱা অযুগুত।"

সৌতিয়ে কলে, "সঞ্জয়ে এইদৰে পুত্ৰশোকাতুৰ ৰজা ধৃতৰাষ্ট্ৰক প্ৰবোধ দি প্ৰকৃতিস্থ কৰে। জ্ঞানীশ্ৰেষ্ঠ ধৃতৰাষ্ট্ৰয়ো সঞ্জয়ৰ কথা শুনে, "ভাগ্যবশত মোৰ জ্ঞান উদয় হৈছে"—এই ভাবি ধৈৰ্য্য অৱলম্বন কৰি প্ৰকৃতিস্থ হ'ল।

মহৰ্ষি বেদব্যাসে জগতৰ মঙ্গলৰ কাৰণে দয়াবশতঃ এই মহাভাৰতত বেদান্ততুল্য সাৰকথা কৈছে। এই কথা পণ্ডিতসকলে কয় আৰু পুৰাণতো ব্যক্ত কৰিছে। সম্পূৰ্ণ মহাভাৰত পাঠ কৰিলে পুণ্য হোৱাৰ উপৰিও, এটা শ্লোকৰ মাত্ৰ এটা চৰণ পাঠ কৰিলেও পুণ্য হয়, আৰু ইয়াৰ ওপৰত বিশ্বাস স্থাপন কৰিলে সকলো পাপ নষ্ট হয়। কাৰণ, এই মহাভাৰতত, দেৱতাসকল, দেৱৰ্ষি আৰু নিষ্পাপ মহৰ্ষি-সকল, ধাৰ্মিক যক্ষগণ আৰু মহানাগসকল কীৰ্ত্তিত হৈছে। বিশেষতঃ, এই মহাভাৰতত নিত্যাসিদ্ধ ভগৱান বাসুদেৱৰ গুণ-লীলা কীৰ্ত্তন কৰা হৈছে। তেওঁ সত্য, ঋত, পৱিত্ৰ আৰু পুণ্যজনক চৰিত্ৰ। তেওঁৱেই সৰ্বব্যাপী পৰম্-ব্ৰহ্ম আৰু নিশ্চিত সনাতন-চিদাত্মা। জ্ঞানীসকলে যাৰ কাৰ্য্য অলৌকিক বুলি কয়। তত্ত্বজ্ঞানৰ পৰা অসৎ, ব্যৱহাৰ কালত সৎ আৰু কাৰ্য্যকাৰণভৱাত্মক এই জগৎ যাৰ পৰা জন্মিছে আৰু সৃষ্টি কৰ্ত্তা ব্ৰহ্মা প্ৰভৃতি যাৰ সন্তান আৰু যাৰ পৰা প্ৰাণীসকলৰ সমস্ত ক্ৰিয়া আৰু সংসাৰ হৈছে সেয়ে ব্ৰহ্মস্বৰূপ ভগৱান্। পঞ্চভূত আৰু গুণাদি-স্বৰূপ যি জীৱাত্মাৰ কথা শুনা যায় আৰু প্ৰকৃতিৰ পৰা অৰ্থাৎ জড় পদাৰ্থৰ পৰা সম্পূৰ্ণ পৃথক যি পৰমাত্মাৰ কথা শুনা যায়, সেই উভয়েই বাসুদেৱ বুলি মুনি-সকলে কয়। আত্মদৰ্শনত নিবিষ্ট চিত্ত, ধ্যানশক্তি সম্পন্ন মুনিসকলে যি ব্ৰহ্ম চৈতন্যক, দৰ্পণত প্ৰতিবিম্বৰ দৰে নিজ আত্মাতে অৱস্থিত ৰূপে দেখে সেই ভগবানক নমস্কাৰ। সদায় বিশ্বাসী, সদায় আগ্ৰহান্বিত আৰু ধৰ্মপৰায়ণ লোকে এই অধ্যায় পাঠ কৰিলে পাপ নাশ কৰি মুক্তি লাভ কৰে। আস্তিক লোকে মহাভাৰতৰ আদিম অনুক্ৰমণিকা অধ্যায় পাঠ কৰিলে কেতিয়াও কষ্টত নপৰে। ৰাতিপুৱা আৰু গোধূলি মহাভাৰতৰ যি কোনো অংশ পাঠ কৰিলে তৎক্ষণাৎ পাপৰ পৰা নিষ্কৃতি পায়, আৰু দিন বা ৰাতিত যত পাপ সঞ্চিত হ'ব, এই অনুক্ৰমণিকা অধ্যায় পাঠ কৰিলে মুক্তি লাভ কৰিব, কাৰণ, এই অধ্যায়েই মহাভাৰতৰ শৰীৰ আৰু ইয়াত পৰমব্ৰহ্ম আৰু মুক্তিৰ কথা বৰ্ণিত হৈছে। দধিৰ ভিতৰত মাখন শ্ৰেষ্ঠ, মানুহৰ মাজত যেনেকৈ ব্ৰাহ্মণ শ্ৰেষ্ঠ, হ্ৰদৰ মাজত যেনেকৈ সমুদ্ৰ শ্ৰেষ্ঠ, চাৰি ঠেঙীয়া জন্তুৰ মাজত যেনেকৈ গৰু শ্ৰেষ্ঠ, তেনেকৈ ইতিহাসৰ মাজত মহাভাৰত শ্ৰেষ্ঠ। যি লোকে পিতৃ শ্ৰাদ্ধৰ দিনা এই অধ্যায়টো বা এটা শ্লোক বা চৰণ ব্ৰাহ্মণক শুনাব, তেওঁৰ অন্ন-পানীয় অক্ষয় হৈ পিতৃলোকলৈ যাব।

ইতিহাস আৰু পুৰাণৰ দ্বাৰা বেদ বৰ্দ্ধিত কৰিব, নহ'লে, 'ই আমাক প্ৰহাৰ কৰিব',—এই ভাবি বেদ নজনা বা অলপ জনা লোকৰ পৰা ভয় পাব পাৰে। পণ্ডিতে

ব্যাস প্ৰণীত এই মহাভাৰতাখ্য বেদ শুনাই ধন লাভ কৰে আৰু এই গ্ৰন্থত অভিজ্ঞ হ'লে তেওঁ ভ্ৰূণ-হত্যাদি পাপৰ পৰা নিশ্চয় মুক্তি লাভ কৰে। যি ব্যক্তিয়ে পূৰ্ণিমা তিথি বা আন পৰ্ব দিনত এই অধ্যায়টো পাঠ কৰে সেই ব্যক্তিয়ে সমগ্ৰ মহাভাৰত পাঠৰ ফল লাভ কৰে। আৰু যি ব্যক্তিয়ে শ্ৰদ্ধাযুক্ত হৈ প্ৰতিদিনে ঋষি-প্ৰণীত এই অধ্যায়টো শুনে তেওঁ দীৰ্ঘায়ু, কীৰ্তি আৰু স্বৰ্গ লাভ কৰে। পূৰ্বাণ কালত দেৱতাসকল একত্ৰিত হৈ জুখিবৰ ইচ্ছাতে তুলা যন্ত্ৰৰ এফালে চাৰিখন বেদ আৰু আনফালে মহাভাৰত স্থাপন কৰিছিল। উপনিষদসহ চাৰিখন বেদ যেতিয়া মহাভাৰতকৈ পাতল হ'ল তেতিয়া মানুহে এই গ্ৰন্থক মহাভাৰত বুলি কবলৈ ধৰে। তুলাযন্ত্ৰত জোখাৰ পাছত ইয়াৰ আয়তন আৰু ভাৰ অধিক হ'ল, তেতিয়া ইয়াৰ মহত্ত্ব আৰু ওজনৰ কাৰণে মহাভাৰত কোৱা হ'ল। যি ব্যক্তিয়ে ইয়াৰ অৰ্থ জানে, তেওঁ সকলো পাপৰ পৰা মুক্ত হয়। তপস্যা পাপজনক নহয়, বেদ পাঠ পাপজনক নহয়, বৰ্ণাশ্ৰমাদি ভেদে প্ৰবৃত্ত বেদবিধান পাপজনক নহয়, কষ্ট কৰি ধন-উপাৰ্জনো পাপজনক নহয়, কিন্তু সেইবোৰৰ উদ্দেশ্য দূষিত হলে. সেইবোৰ পাপজনক হয়।

## সমন্ত পঞ্চকৰ উপাখ্যান

ঋষিসকলে সৌতিক অনুৰোধ কৰিলে সমন্ত পঞ্চকৰ কাহিনী কবলৈ আৰু সেই অনুৰোধ অনুসৰি সৌতিয়ে আৰম্ভ কৰিলে সমন্ত পঞ্চকৰ আখ্যান।

ত্ৰেতা আৰু দ্বাপৰ যুগৰ সন্ধিক্ষণত বীৰশ্ৰেষ্ঠ পৰশুৰামে পিতৃহত্যাৰ প্ৰতিশোধ লবলৈ একৈশ বাৰ ক্ষত্ৰিয় বিনাশ কৰে। অগ্নিসম তেজস্বী পৰশুৰামে সমস্ত ক্ষত্ৰিয় বংশ ধ্বংস কৰি পাঁচটা তেজৰ হ্ৰদ প্লাৱিত কৰিছিল। তেওঁ কৰ্তব্যজ্ঞানশূন্য হৈ ৰুধিৰপূৰ্ণ হ্ৰদত পিতৃসকলক তৰ্পণ কৰিছিল। তাৰ পাছত পিতৃসকল আহি পৰশুৰামক ক'লে, "হে ভৃগু বংশীয় পৰশুৰাম, তোমাৰ পিতৃভক্তি আৰু বীৰত্ব দেখি আমি সন্তুষ্ট হৈছোঁ তুমি যেনে ইচ্ছা কৰা, তেনে বৰ প্ৰাৰ্থনা কৰা।"

পৰশুৰামে কলে, "পিতৃসকল যদি মোৰ প্ৰতি সন্তুষ্ট হৈছে, তেন্তে ৰুধিৰময় এই হ্ৰদকেইখন যেন পৱিত্ৰ তীৰ্থত পৰিণত হয়।" পিতৃসকলে 'তথাস্তু' বুলি সম্মতি প্ৰকাশ কৰিলে. আৰু যুদ্ধৰ পৰা বিৰত হবলৈ নিৰ্দেশ দিলে। এই শোণিতময় হ্ৰদ কেইখনৰ পাৰত অৱস্থিত ঠাই কেইখন সমন্ত পঞ্চক নামে পৰিচিত হয়। যি দেশ যি ৰূপে চিহ্নিত হোৱা দেখা যায়, সেই দেশ সেই চিনেৰে পৰিচিত হয়। এয়ে পণ্ডিতসকলৰ অভিমত। কলি আৰু দ্বাপৰ যুগৰ মাজ ভাগত এই সমন্ত পঞ্চক ক্ষেত্ৰত কুৰুপাণ্ডৱৰ যুদ্ধ হৈছিল। উচ্চ-নীচ প্ৰভৃতি দোষবিহীন আৰু অত্যন্ত পুণ্যজনক এই ঠাইত ওঠৰ অক্ষৌহিণী সৈন্য যুদ্ধৰ অভিপ্ৰায়ত ইয়াত সমৱেত হৈছিল। হে ব্ৰাহ্মণসকল, এইদৰে দেশৰ নাম সমন্ত পঞ্চক হ'ল। এই দেশ একেধাৰে সুন্দৰ আৰু পৱিত্ৰ। হে তপস্বীসকল, যি দেশ যি ভাবে প্ৰখ্যাত। হৈছিল, তাৰ কাৰণ মই আপোনালোকক ক'লো।'

ঋষিসকলে ক'লে, "সৌতি, আপুনি যি অক্ষৌহিণীৰ কথা ক'লে, সেই বিষয়ে আমাক বহলাই কওক, আমি শুনিবলৈ ইচ্ছা কৰোঁ।" এক অক্ষৌহিণীত কিমান সৈন্য, কিমান ঘোড়া, কিমান হাতী, কিমান ৰথ থাকে, সেই তথ্য যথাযথ ভাৱে আমাক বিৱৰি কওঁক, আপোনাৰ সকলো জনা আছে।"

সৌতিয়ে কলে, "এটা হাতী, এখন ৰথ, পাঁচজন পদাতিক আৰু তিনিটা ঘোড়াই এক পত্তি হয়, তিনি পত্তিত এক সেনামুখ আৰু তিনি সেনামুখে এক গুল্ম হয়। আকৌ তিনি গুল্মেই এক গণ, তিনি গণে এক বাহিনী আৰু তিনি বাহিনীত এক পৃতনা হয়। তিনি পৃতনাত এক চমু, তিনি চমুত এক অনীকিনি আৰু দশ অনীকিনীত এক অক্ষৌহিনী হয়। পণ্ডিতসকলে অক্ষৌহিণীত ৰথৰ সংখ্যা একৈশ হাজাৰ আটশ সত্তৰ ( ২১,৮৭০ ), হাতীৰ সংখ্যাও সিমানে ( ২১,৮৭০ ), পদাতিৰ সংখ্যা একলক্ষ ন হাজাৰ তিনিশ পঞ্চাশ ( ১০৯৩৫০ ), অশ্বৰ সংখ্যা পয়ষষ্ঠি হাজাৰ ছয়শ দশ ( ৬৫,৬১০ )। তলত অক্ষৌহিণীৰ একেলগে সংখ্যা দাঙি ধৰা হ'ল ঃ

| | হস্তী | ৰথ | পদাতি | অশ্ব |
|---|---|---|---|---|
| পত্তি ঃ | ১ | ১ | ৫ | ৩ |
| সেনামুখ ঃ | ৩ | ৩ | ১৫ | ৯ |
| গুল্ম ঃ | ৯ | ৯ | ৪৫ | ২৭ |
| গণ ঃ | ২৭ | ২৭ | ১৩৫ | ৮১ |
| বাহিনী ঃ | ৮১ | ৮১ | ৪০৫ | ২৪৩ |
| পৃতনী ঃ | ২৪৩ | ২৪৩ | ১২১৫ | ৭২৯ |
| চমু ঃ | ৭২৯ | ৭২৯ | ৩৬৪৫ | ২১৮৭ |
| অনীকিনী ঃ | ২১৮৭ | ২১৮৭ | ১০৯৩৫ | ৬৫৬১ |
| অক্ষৌহিণী ঃ | ২১৮৭০ | ২১৮৭০ | ১০৯৩৫০ | ৬৫৬১০ |

মোট অক্ষৌহিণী ঃ ২১৮৭০০, ( দুই লাখ অঠৰ হাজাৰ সাতশ )

ওপৰত উল্লেখ কৰা সংখ্যাৰ বাদেও প্ৰত্যেক হস্তীৰ চালক এজন, ৰথৰ সাৰথি এজন, পাৰ্শ্ব ৰক্ষক দুজন আৰু পৃষ্ঠৰক্ষক এজন ( এইখিনি ৰথী-মহাৰথীৰ ৰক্ষক ) ধৰি লব লাগিব। গতিকে সেই সময়ৰ জনসংখ্যাৰ অনুপাতত দুই লাখৰ অধিক-সংখ্যক সৈন্য অতিশয় প্ৰচুৰ আছিল বুলি কব পাৰি।

ভাৰত যুদ্ধত ভীষ্মই দহদিন, দ্ৰোণাচাৰ্য্যই পাঁচদিন, কৰ্ণই দুদিন, শৈল্যই আধা দিন আৰু আধা দিন দুৰ্যোধনৰ গদাযুদ্ধত অতিবাহিত হৈছিল। ওঠৰ দিনৰ শেষ দিনা ৰাতি অশ্বত্থামাই পাণ্ডৱ শিবিৰত প্ৰৱেশ কৰি পাণ্ডৱ সৈন্য শুই থাকোঁতে ধৃষ্টদ্যুম্ন প্ৰভৃতিক বধ কৰে।

আমি মহাভাৰতৰ উপাখ্যানবিলাকৰ কথা কবলৈ আৰম্ভ কৰি বহুখিনি আঁতৰি আহিলোঁ। উপাখ্যানবোৰৰ ভিতৰত আৰুণিৰ উপাখ্যান প্ৰথমতে কোৱা হৈছে।

অৱশ্যে ইয়াৰ আগতে দেৱশুণীৰ উপাখ্যান বৰ্ণিত হয় আৰুণিৰ উপাখ্যানৰ পাছত ক্ৰমান্বয়ে উপমন্যুৰ উপাখ্যান, উত্তংকৰ উপাখ্যান, পুলোমা ৰাক্ষস আৰু ভৃগুৰ কাহিনী, ৰুৰু-প্ৰমদ্বৰা উপাখ্যান, জৰুৎকাৰৰ কাহিনী, কদ্ৰু-বিনতাৰ কাহিনী, সমুদ্ৰ মন্থনৰ কথা, গজ-কচ্ছপৰ কাহিনী, উপৰিচৰ ৰজাৰ কাহিনী, অনীমাণ্ডব্যৰ উপাখ্যান, দক্ষ প্ৰজাপতিৰ কাহিনী, পুৰুৰৱা-যযাতি-দেৱযানীৰ কাহিনী, দুষ্মন্ত-শকুন্তলাৰ উপাখ্যান, ভৰতৰ কথা, সম্বৰণ কথা, কুৰু বংশৰ ইতিহাস, অষ্টবসুৰ কথা, শান্তনু গঙ্গাৰ কথা, উতথ্য মুনিৰ কথা, দীৰ্ঘতমাৰ উপাখ্যান, শাৰদণ্ডায়ণীৰ উপাখ্যান, ব্ৰুষিতাশ্বৰ উপাখ্যান, মুনিকন্যাৰ কাহিনী, তপতীৰ উপাখ্যান, বিশ্বামিত্ৰৰ কাহিনী, বশিষ্ঠ-কল্মাষপাদৰ কথা, বশিষ্ঠপৌত্ৰ পৰাশৰৰ কথা, ঔৰ্ব ঋষিৰ কথা, পঞ্চেন্দ্ৰো উপাখ্যান, সুন্দ-উপসুন্দৰ কাহিনী, শ্বেতকি ৰাজাৰ উপাখ্যান, তক্ষকনাগৰ কথা, মন্দপালমুনিৰ উপাখ্যান (আদিপৰ্ব)।

ময়দানবৰ লগত অৰ্জুনৰ বন্ধুত্ব, ময়দানবৰ দ্বাৰা অৰ্জুন আৰু কৃষ্ণৰ প্ৰতি কৃতজ্ঞতা প্ৰকাশ, ময়দানবৰ দ্বাৰা যুধিষ্ঠিৰৰ সভাগৃহৰ স্থান নিৰূপণ, কৃষ্ণৰ দ্বাৰকা গমন, যুধিষ্ঠিৰ আদি পাঁচভাইৰ কৃষ্ণ বলৰামৰ অনুগমন আৰু শুশ্ৰূষা, পঞ্চ পাণ্ডৱৰ দ্বাৰকাৰ পৰা প্ৰত্যাগমন, সভানিৰ্মাণৰ উপযোগী সামগ্ৰী সংগ্ৰহৰ অৰ্থে কৃষ্ণৰ বিন্দু সৰোবৰলৈ গমন, ময়দানৱ ৰাক্ষসৰ দ্বাৰা সভা নিৰ্মাণৰ সামগ্ৰী সংগ্ৰহ, যুধিষ্ঠিৰৰ সভানিৰ্মাণ, ময়দানৱ কৰ্ত্তৃক ভীমক গদা আৰু অৰ্জুনক শংখদান, ময়নিৰ্মিত সভাৰ বৰ্ণনা, যুধিষ্ঠিৰৰ সভাপ্ৰৱেশ, নাৰদৰ সভালৈ আগমন, নাৰদৰ সহচৰ চাৰি সিদ্ধৰ নাম, নাৰদৰ প্ৰতি যুধিষ্ঠিৰৰ সন্মানপূৰ্বক প্ৰশ্ন, যুধিষ্ঠিৰক নাৰদৰ ৰাজনীতিজ্ঞান, যুধিষ্ঠিৰৰ বেদৰ ফল সম্পৰ্কে প্ৰশ্ন আৰু উত্তৰ, যুধিষ্ঠিৰৰ বিভিন্ন দেৱসভা সম্পৰ্কে প্ৰশ্ন, নাৰদৰ ইন্দ্ৰসভা, যমসভা, বৰুণসভা, কুবেৰ সভা আৰু ব্ৰহ্মসভাৰ বৰ্ণনা, ইন্দ্ৰৰ সভাত কেৱল ৰজা হৰিশ্চন্দ্ৰৰহে স্থান কিয়, প্ৰশ্ন আৰু তাৰ উত্তৰ, পাণ্ডুৱে নাৰদক যুধিষ্ঠিৰক কি কৰলৈ কৈ গৈছিল, সেই বিষয়ে প্ৰশ্ন আৰু উত্তৰ, যুধিষ্ঠিৰক ৰাজ্য শাসনৰ নীতি, ৰাজ্য শাসনত ভীম প্ৰভৃতিৰ কাৰ্য্য, মন্ত্ৰীসকলক ৰাজসূয়-যজ্ঞ সম্পৰ্কে যুধিষ্ঠিৰৰ প্ৰশ্ন, মন্ত্ৰীসকলৰ উত্তৰ, ৰাজসূয় সম্পৰ্কে পুৰোহিত ধৌম্য আৰু বেদব্যাসৰ লগত মন্ত্ৰণা, কৃষ্ণৰ লগত মন্ত্ৰণা, জৰাসন্ধ বধৰ পৰিকল্পনা, হংস আৰু ডিম্বকৰ উপাখ্যান, জৰাসন্ধৰ বৃত্তান্ত আৰু ভীমৰ দ্বাৰা নিহত, নীল ৰাজাৰ উপাখ্যান, ৰাজসূয় সমাপ্ত আৰু অৰ্ঘ্যদান, শিশুপালৰ কাহিনী, কুলিঙ্গ-শকুনিৰ উপাখ্যান, শিশুপালবধ।

## সভাপৰ্বৰ উপপৰ্ব

১। সভাক্ৰিয়া পৰ্ব, ২। মন্ত্ৰ পৰ্ব, ৩। জৰাসন্ধ বধ পৰ্ব, ৪। দিগ্বিজয় পৰ্ব, ৫। ৰাজসূয় পৰ্ব, ৬। অৰ্ঘ্যদান পৰ্ব, ৭। শিশুপাল বধ পৰ্ব ৮। দ্যূতপৰ্ব,

৯। অনুদ্যূত পৰ্ব। সভাপৰ্বত মুঠ আঠসত্তৰটা অধ্যায় আৰু দুহেজাৰ পাঁচশ এঘাৰটা শ্লোক আছে।

**বনপৰ্ব ঃ** ইন্দ্ৰ আৰু সুৰভিৰ উপাখ্যান ; কিৰ্মীৰ ৰাক্ষসৰ বৃত্তান্ত আৰু হিড়িম্বাৰ কথা, শাল্ববধৰ বিশদ বৰ্ণনা, দ্বৈত বনলৈ মাৰ্কণ্ডেয় মুনিৰ আগমন আৰু উপদেশ, যুধিষ্ঠিৰক দাল্ভ্য বকৰ মুনিৰ উপদেশ, বলি-প্ৰহ্লাদৰ উপাখ্যান, অৰ্জুনৰ তপস্যা আৰু কিৰাতৰূপী শিৱৰ লগত যুদ্ধ আৰু বৰলাভ, দিব্যাস্ত্ৰ লাভ, অৰ্জুনৰ কাষলৈ বৰুণ, যম, কুবেৰ আৰু ইন্দ্ৰৰ আগমন, যমৰ উক্তি আৰু অস্ত্ৰদান, বৰুণৰ পাশ দান, কুবেৰৰ অন্তৰ্দ্ধান নামৰ অস্ত্ৰদান, অৰ্জুনৰ ইন্দ্ৰৰথত স্বৰ্গগমন, অমৰাৱতীৰ বিৱৰণ, ইন্দ্ৰ সভাত অপ্সৰাৰ নৃত্য, অৰ্জুনৰ দিব্যাস্ত্ৰ শিক্ষা, চিত্ৰসেন গন্ধৰ্বৰ ওচৰত নৃত্যগীত শিক্ষা, উৰ্বশীৰ ৰতি ভিক্ষা আৰু অৰ্জুনৰ দ্বাৰা প্ৰত্যাখ্যান আৰু উৰ্বশীৰ দ্বাৰা অভিশপ্ত, ধৃতৰাষ্ট্ৰ-সঞ্জয়ৰ সংলাপ, পাণ্ডৱৰ বীৰত্বৰ কথা শুনি ধৃতৰাষ্ট্ৰৰ উদ্বেগ আৰু মনোকষ্ট, যুধিষ্ঠিৰৰ প্ৰতি ভীমৰ তিৰস্কাৰ, যুধিষ্ঠিৰৰ সান্ত্বনা দান ; **নলোপাখ্যান** (এই উপাখ্যানে বহুতো অধ্যায় সামৰিছে), যুধিষ্ঠিৰৰ অক্ষবিদ্যা লাভ, ভীষ্মৰ তীৰ্থযাত্ৰা, তীৰ্থৰ বিৱৰণ, তিনিশৰো অলপাধিক তীৰ্থস্থানৰ বিৱৰণ, তাৰ ভিতৰত লৌহিত্য, কৰতোয়াৰ উল্লেখ আছে, তীৰ্থৰ সৰহভাগেই নদীকেন্দ্ৰিক। পুৰোহিত ধৌম্যৰ বিভিন্ন দিশৰ, পূৰ, পশ্চিম, উত্তৰ আৰু দক্ষিণ দিশৰ তীৰ্থ পৰিচয়। ব্ৰাহ্মণসকলক লৈ পুৰোহিত সহ পাণ্ডৱৰ তীৰ্থ পৰ্য্যটন, **গয় ৰজাৰ উপাখ্যান, ইল্বল আৰু বাতাপিৰ উপাখ্যান, অগস্ত্য-লোপমুদ্ৰাৰ কথা,** ৰাম আৰু পৰশুৰামৰ সংঘৰ্ষ, পৰশুৰামৰ তেজ হৰণ, **বৃত্ৰাসুৰৰ উপাখ্যান,** কালকেয় দৈত্যবিলাকৰ সমুদ্ৰ প্ৰবেশ, মুনিবিলাকৰ ওপৰত কালেয় দৈত্যগণৰ অত্যাচাৰ, বিষ্ণুৰ নিৰ্দেশত দেৱগণৰ অগস্ত্যক অনুৰোধ, বিন্ধ্যপৰ্বতৰ উচ্চতা বৃদ্ধি আৰু অগস্তিৰ দ্বাৰা নিবৃত্তি, অগস্ত্যৰ সমুদ্ৰপান, কালেয় অসুৰবোৰৰ লগত দেৱতাৰ যুদ্ধ আৰু অসুৰৰ পলায়ন আৰু সমুদ্ৰ প্ৰবেশ, দেৱগণৰ মন্ত্ৰণা, **সগৰ ৰজাৰ আখ্যান,** (এই আখ্যানে ১৫টা অধ্যায় লৈছে), নন্দাতীৰ্থ, **ঋষভ মুনিৰ আখ্যান,** কৌশিক তীৰ্থ, **ঋষ্যশৃংগৰ উপাখ্যান,** যুধিষ্ঠিৰৰ বৈতৰণী নদীত স্নান, সমুদ্ৰত অৱতৰণ আৰু শেষত মহেন্দ্ৰ পৰ্বতত আৰোহণ, গাধি ৰজাৰ কন্যাৰ লগত ভৃগপুত্ৰ ঋচীকৰ বিবাহ, ভৃগুৰ পুত্ৰবধূ ঋচীক ভাৰ্য্যাক চৰুদান আৰু বৃক্ষ-আলিঙ্গন কৰিবলৈ উপদেশ, চৰুভক্ষণ আৰু বৃক্ষ আলিঙ্গনত ঋচীকপত্নী আৰু তেওঁৰ মাতৃৰ উলটা-পালটাকৰণ, **জমদগ্নিৰ জন্ম,** বিবাহ, পঞ্চ পুত্ৰৰ উৎপত্তি, ৰেণুকাৰ মানসিক কামব্যভিচাৰ, ৰেণুকাৰ পুত্ৰসকলক জমদগ্নিৰ অভিশাপ, ৰামৰ দ্বাৰা পিতৃৰ আদেশত মাতৃহত্যা, ৰেণুকাৰ পুনৰ জীৱন লাভ, জমদগ্নিৰ আশ্ৰমত কাৰ্ত্তবীৰ্যাৰ্জুনৰ অত্যাচাৰ, কাৰ্ত্তবীৰ্য্যাৰ্জুনৰ পুত্ৰসকলৰ দ্বাৰা জমদগ্নি বধ, পিতৃশোকাতুৰ ৰামৰ ক্ষত্ৰিয় বধৰ প্ৰতিজ্ঞা, ৰামকৰ্তৃক কাৰ্ত্তবীৰ্য্যাৰ্জুনৰ পুত্ৰসকল বধ, ৰামৰ একৈশবাৰ ক্ষত্ৰিয় নিধন, আৰু ক্ষত্ৰিয় বুধিৰ দ্বাৰা পিতৃতৰ্পণ, ৰামৰ যজ্ঞ আৰু যজ্ঞৰ স্বৰ্ণবেদী কশ্যপক দান, ব্ৰাহ্মণসকলে ভাগ

কৰি স্বৰ্ণবেদী গ্ৰহণ, যুধিষ্ঠিৰাদিৰ ৰামপূজা, যুধিষ্ঠিৰাদিৰ দক্ষিণ ফালৰ বহু তীৰ্থত স্নান দান, তেওঁলোকৰ প্ৰভাসতীৰ্থ ভ্ৰমণ, সেই ঠাইলৈ ৰামকৃষ্ণৰ আগমন আৰু আলাপ-আলোচনা, পাণ্ডৱ আৰু কৃষ্ণৰ প্ৰতি বলৰামৰ উক্তি, তেওঁলোকৰ প্ৰতি সাত্যকিৰ উক্তি, সাত্যকিৰ প্ৰতি যুধিষ্ঠিৰ আৰু কৃষ্ণৰ উক্তি, কৃষ্ণ-বলৰামৰ দ্বাৰকা গমন, যুধিষ্ঠিৰ প্ৰভৃতিৰ পয়োষ্ণী তীৰ্থগমন, নৃগ আৰু গয় ৰজাৰ যজ্ঞ বৰ্ণনা, বৈদূৰ্য্যপৰ্বতলৈ যুধিষ্ঠিৰাদিৰ গমন, **শৰ্য্যাতি ৰজাৰ উপাখ্যান,** শৰ্য্যাতি ৰজাৰ দুহিতা সুকন্যাৰ লগত চ্যৱনমুনিৰ বিবাহ, বৃদ্ধ চ্যৱনৰ যৌৱনলাভ, শৰ্যাতিৰ যজ্ঞ, ইন্দ্ৰৰ দৰ্পচূৰ্ণ, অশ্বিনীকুমাৰৰ সোমপান ; সুৰাপান, স্ত্ৰী-সংসৰ্গ, দ্যূতক্ৰীড়া আৰু মৃগয়াৰ মদবিভাগ, **মান্ধাতাৰ উপাখ্যান,** যুৱনাশ্ব ৰজাৰ বামপাৰ্শ্বভেদ কৰি মান্ধাতাৰ জন্ম, মান্ধাতা নামৰ কাৰণ, সোমক ৰজাৰ উপাখ্যান, পুত্ৰক কাটি সোমক ৰজাই বলিদান কৰি যজ্ঞ সম্পাদন, ৰাজপুত্ৰ বধ কৰা কাৰণে ঋত্বিকৰ নৰক-গমন, প্ৰসৰ্পণ তীৰ্থত পিশাচীৰ উক্তি, পক্ষাৰতৰণ তীৰ্থত যুধিষ্ঠিৰাদিৰ স্নান, কুৰুক্ষেত্ৰৰ পৰিমাণ, **শিৱিৰজাৰ উপাখ্যান,** শেন পক্ষীক শিবি ৰজাই নিজ শৰীৰৰ মাংস দান, **অষ্টাৱক্ৰৰ উপাখ্যান,** অষ্টাৱক্ৰ আৰু শ্বেতকেতুৰ জনক যজ্ঞলৈ গমন, দ্বাৰপাল আৰু ৰজাৰ লগত বাদানুবাদ, জনক কৰ্তৃক অষ্টাৱক্ৰৰ পৰীক্ষা, বন্দীৰ লগত অষ্টাৱক্ৰৰ বিচাৰ, অষ্টাৱক্ৰৰ বিচাৰত বন্দীৰ পৰাজয়, পাতালস্থ বৰুণ যজ্ঞৰ পৰা ব্ৰাহ্মণসকলৰ উত্থান, কহোড়ৰ সহ অষ্টাৱক্ৰৰ উদ্দালকৰ আশ্ৰমলৈ গমন, অষ্টাৱক্ৰৰ অঙ্গৰ বৈষম্য দূৰীকৰণ, **যৱক্ৰীতৰ উপাখ্যান,** যুধিষ্ঠিৰৰ প্ৰতি লোমসৰ উপদেশ, অৰ্জুনৰ কাৰণে যুধিষ্ঠিৰৰ চিন্তা, নৰকাসুৰৰ অস্থি দৰ্শন, **নৰকাসুৰৰ চৰিত্ৰ আৰু বধ,** পৃথিবীৰ অধোগমন আৰু বৰাহৰূপী বিষ্ণুৰ উদ্ধাৰ, গন্ধমাদন পৰ্বতলৈ যাঁওতে ঝৰবৃষ্টি, পথত দ্ৰৌপদীৰ পতন আৰু নকুলৰ দ্বাৰা উদ্ধাৰ, যুধিষ্ঠিৰৰ অনুতাপ আৰু দ্ৰৌপদীৰ সান্ত্বনা, ভীমৰ ঘটোৎকচ স্মৰণ আৰু ঘটোৎকচৰ আগমন, ঘটোৎকচৰ দ্বাৰা দ্ৰৌপদী আৰু আন ৰাক্ষসৰ দ্বাৰা পাণ্ডৱ বহন ; বদৰিকাশ্ৰমত ৰাক্ষস স্কন্ধৰ পৰা অৱতৰণ, নৰনাৰায়ণৰ তপস্যাস্থান দৰ্শন, দ্ৰৌপদীৰ অলৌকিক পদ্ম দৰ্শন আৰু সংগ্ৰহ কৰিবলৈ ভীমক অনুৰোধ, ভীমৰ গমন আৰু শঙ্খধ্বনি, হনুমানৰ আগমন, ভীমৰ সিংহনাদ, ভীমৰ প্ৰতি হনুমানৰ ব্যঙ্গোক্তি, ভীম হনুমানৰ উক্তি-প্ৰত্যুক্তি, মহাভাৰতত ৰামায়ণৰ উল্লেখ, ভীমৰ দ্বাৰা হনুমানৰ লাংগুল উঠাবৰ চেষ্টা আৰু অক্ষমতা ; হনুমানৰ আত্মপৰিচয়, সংক্ষেপত ৰামায়ণ কথন, ৰামৰ ওচৰত হনুমানৰ অমৰত্ব প্ৰাৰ্থনা, হনুমানৰ ৰামৰাজত্বৰ বৰ্ণনা, সমুদ্ৰ লংঘনৰ সময়ত হনুমানে যি ৰূপ গ্ৰহণ কৰিছিল তাক চাবৰ কাৰণে ভীমৰ অনুৰোধ ; সত্য, ত্ৰেতা, দ্বাপৰ আৰু কলিযুগৰ লক্ষণ আৰু অৱস্থা বৰ্ণনা, হনুমানৰ ত্ৰেতাযুগীয় ৰূপধাৰণ, ভীমৰ প্ৰতি হনুমানৰ উপদেশ, কুৰুক্ষেত্ৰৰ যুদ্ধত অৰ্জুনৰ ৰথৰ ধ্বজত থাকিব বুলি ভীমক আশ্বাস, ভীমৰ সৌগন্ধিক বন দৰ্শন, বনৰক্ষক ৰাক্ষসবোৰৰ লগত ভীমৰ আলোচনা, যুদ্ধ আৰু জয়, সৌগন্ধিক পুষ্পহৰণ, পুষ্পহৰণ কৰিবলৈ কুবেৰৰ

অনুমোদন, সৌগন্ধিক বনৰ কাষলৈ যুধিষ্ঠিৰাদিৰ গমন, যুধিষ্ঠিৰৰ ভীমক উপদেশ আৰু কুবেৰৰ অনুমোদনক্ৰমে পুষ্প সংগ্ৰহ, পাণ্ডৱৰ প্ৰতি দৈৱবাণী, পুনৰায় বদৰিকাশ্ৰমলৈ গমন ; ভীমৰ বাহিৰে দ্ৰৌপদীসহ বাকী চাৰি পাণ্ডৱক জটাসুৰৰ দ্বাৰা হৰণ, জটাসুৰৰ হাতৰ পৰা সহদেৱৰ নিষ্ক্ৰামণ, জটাসুৰৰ প্ৰতি যুধিষ্ঠিৰৰ উপদেশ, ভীমৰ আগমন, ভীম আৰু জটাসুৰৰ যুদ্ধ আৰু জটায়ু বধ ; বদৰিকাশ্ৰমলৈ পুনৰ গমন আৰু বৃষপৰ্বাৰ আশ্ৰমলৈ গমন, বৃষপৰ্বাৰ আশ্ৰমৰ পৰা পাণ্ডবৰ আৰ্ষ্টিষেণাশ্ৰমলৈ গমন, যুধিষ্ঠিৰক আৰ্ষ্টিষেণৰ প্ৰশ্নৰ চলেৰে উপদেশ, আৰ্ষ্টিষেণৰ আশ্ৰমত থাকোঁতে পাণ্ডৱৰ বনবাসৰ পঞ্চম বছৰ পূৰ্ণ হয়, পঞ্চবৰ্ণ পুষ্প আনিবৰ কাৰণে ভীমক দ্ৰৌপদীৰ কুবেৰ ভবনলৈ প্ৰেৰণ, ভীমৰ কুবেৰ ভৱন দৰ্শন, যক্ষৰ লগত ভীমৰ যুদ্ধ, যক্ষবোৰৰ পলায়ন, মণিমানৰ লগত ভীমৰ যুদ্ধ আৰু মণিমানৰ মৃত্যু ; যুধিষ্ঠিৰাদিৰ পৰ্বতাৰোহণ, ভীমৰ প্ৰতি যুধিষ্ঠিৰৰ উপদেশ, কুবেৰক যক্ষবধৰ সংবাদ প্ৰদান, কুবেৰৰ যুদ্ধস্থানলৈ গমন, কুবেৰ কৰ্ত্তৃক অগস্ত্যশাপ কথন, যুধিষ্ঠিৰক কুবেৰৰ উপদেশ, কুবেৰৰ গমন, ধৌম্য কৰ্ত্তৃক যুধিষ্ঠিৰক স্বৰ্গলোক প্ৰদৰ্শন, ব্ৰহ্মলোক, বৈকুণ্ঠ লোকাদি প্ৰদৰ্শন, সূৰ্য্যৰ গতি কথন, গন্ধমাদনত পাণ্ডববাসৰ বিৱৰণ, অৰ্জুনৰ আমগন, অৰ্জুনৰ ধৌম্য প্ৰভৃতিক অভিবাদন, ইন্দ্ৰৰ আগমন, যুধিষ্ঠিৰক উপদেশ দি ইন্দ্ৰৰ প্ৰস্থান, যুধিষ্ঠিৰে অৰ্জুনক স্বৰ্গবাসৰ বিৱৰণ জিজ্ঞাসা, অৰ্জুনৰ প্ৰস্থানৰ পৰা সকলো স্বৰ্গযাত্ৰাৰ বিবৰণ প্ৰকাশ, অৰ্জুনৰ তপস্যাবৃত্তান্ত কথন, মূকদনৱবধ, কিৰাতৰূপী শিৱৰ লগত অৰ্জুনৰ যুদ্ধ, অৰ্জুনক পাশুপত অস্ত্ৰ দান, অৰ্জুনক ইন্দ্ৰৰ দ্বাৰা দিব্যাস্ত্ৰ দান, ইন্দ্ৰ-অৰ্জুনৰ সংলাপ, অৰ্জুনৰ স্বৰ্গগমন, অৰ্জুনৰ ধৈৰ্য্য দেখি মাতলিৰ বিস্ময়বোধ, অৰ্জুনৰ অমৰাৱতী দৰ্শন, চিত্ৰসেনৰ লগত অৰ্জুনৰ বন্ধুত্ব আৰু তেওঁৰ পৰা গীত-নৃত্যশিক্ষা, গুৰুদক্ষিণা দিবৰ কাৰণে অৰ্জুনক ইন্দ্ৰৰ অনুৰোধ আৰু অৰ্জুনৰ সম্মতি দান, ইন্দ্ৰ কৰ্ত্তৃক অৰ্জুনক কিৰীটি, ধনুৰ গুণ আৰু কবচ দান, নিবাতকৱচ অসুৰবোৰক বধ কৰিবলৈ অৰ্জুনৰ প্ৰস্থান, নিবাতকৱচৰ লগত অৰ্জুনৰ যুদ্ধ আৰু নিবাতকবচবোৰৰ মায়াযুদ্ধ, নিবাত কৱচবোৰক ব্ৰহ্মাৰ বৰ আৰু ইন্দ্ৰক অভয় দান, অৰ্জুনৰ হিৰণ্যপুৰ দৰ্শন, আৰু মাতলিৰ দ্বাৰা তাৰ পৰিচয় দান, হিৰণ্যপুৰবাসী দৈত্যবোৰৰ লগত অৰ্জুনৰ যুদ্ধ আৰু জয়লাভ, দৈত্যবধ কৰি অৰ্জুনৰ পুনৰায় স্বৰ্গগমন, ইন্দ্ৰৰ প্ৰশংসা, দেবদত্ত শঙ্খদান, যুধিষ্ঠিৰৰ কাষলৈ অৰ্জুনৰ প্ৰত্যাবৰ্ত্তন, যুধিষ্ঠিৰৰ অনুৰোধত অৰ্জুনৰ দিব্যাস্ত্ৰ প্ৰদৰ্শনৰ উদ্যোগ, কিন্তু নাৰদৰ দ্বাৰা নিবাৰণ, বনবাস কালৰ হিচাপ, যুধিষ্ঠিৰাদিৰ পুনৰায় কাম্যক বনত প্ৰবেশ, লোমশ ঋষিৰ স্বৰ্গগমন, পাণ্ডৱৰ সুবাহুৰ ৰাজ্যত উপস্থিতি, ভৃত্যবাহনাদি গ্ৰহণ, ঘটোৎকচক বিদায় দান, পাণ্ডৱৰ যামুন পৰ্বতলৈ আগমন, ভীমৰ মৃগয়া, অজগৰৰূপী ৰজা নহুষৰ ভীমক আক্ৰমণ, আত্মবৃত্তান্ত কথন, যুধিষ্ঠিৰৰ ভীমান্বেষণত গমন, নহুষ আৰু যুধিষ্ঠিৰৰ কথোপকথন, যুধিষ্ঠিৰৰ ব্ৰাহ্মণ-লক্ষণ-কথন, সত্য প্ৰভৃতি গুণ শূদ্ৰৰ থাকিলে, তেওঁ ব্ৰাহ্মণ, সকলো ক্ষেত্ৰতে বৰ্ণসংকৰৰ

সম্ভাৱনা থকা কাৰণে বিশুদ্ধ জাতি নিৰ্ণয় কৰা কঠিন, এই বিষয়ে বৈদিক দৃষ্টান্ত, ব্ৰাহ্মণৰ প্ৰকৃত লক্ষণ, ধৰ্ম আৰু বস্তু প্ৰত্যক্ষাদি বিষয়ে নহুষ আৰু যুধিষ্ঠিৰৰ আলোচনা, নহুষৰ অজগৰ প্ৰাপ্তিৰ বিৱৰণ, ভীমৰ মুক্তি আৰু নহুষৰ স্বৰ্গপ্ৰাপ্তি, পাণ্ডৱৰ পুনৰ কাম্যক বনত প্ৰৱেশ, সত্যভামাৰ সৈতে কৃষ্ণৰ আগমন, পাণ্ডৱৰ কাষলৈ মাৰ্কণ্ডেয়ৰ আগমন, নাৰদৰ আগমন, মাৰ্কণ্ডেয়ৰ যুধিষ্ঠিৰক কৰ্ম সম্বন্ধে প্ৰশ্ন, মাৰ্কণ্ডেয়ৰ উত্তৰ, প্ৰথম সৃষ্টিকালত সকলো মানুহ ব্ৰাহ্মণ আৰু দেৱতাৰ তুল্য আছিল, কিন্তু ক্ৰমে অৱনতি ঘটে, জীৱৰ দেহান্তৰ আৰু কৰ্মৰ অনুসৰণ, সাধুৰ গতি, চাৰি প্ৰকাৰ লোকৰ চাৰি প্ৰকাৰ গতি, ব্ৰাহ্মণ-মাহাত্ম্যকথন, অত্ৰিৰ মাহাত্ম্য, তাৰ্ক্ষ্য-সৰস্বতী সংবাদ, বৈৱস্বতমনু আৰু মৎস্যৰূপী নাৰায়ণৰ কথা, মনুৰ আত্মৰক্ষা, চাৰি যুগৰ বছৰ সংখ্যা কথন, কলিযুগৰ লক্ষণ আৰু অৱস্থা, কলিযুগত কম বয়সতে নাৰীৰ সন্তান প্ৰসৱ, প্ৰলয় বৰ্ণন, শিশুৰূপী নাৰায়ণৰ গৰ্ভত মাৰ্কণ্ডেয়ৰ প্ৰৱেশ আৰু নিৰ্গম ; শিশুৰূপী নাৰায়ণৰ পৰিচয় দান, মাৰ্কণ্ডেয়ৰ কলিযুগৰ অৱস্থা কীৰ্ত্তন, কলিৰ শেষত সকলো একবৰ্ণ হ'ব, জাতিভেদ নাথাকিব, ম্লেচ্ছাচাৰী হ'ব, পুনৰ সত্যযুগ আহিব, কল্কিৰ আৱিৰ্ভাৱ ঘটিব, **ভেক ৰাজাৰ উপাখ্যান, বক মুনিৰ উপাখ্যান**, দীৰ্ঘজীৱীৰ দুখকথন, সুখকথন, ক্ষত্ৰিয় মাহাত্ম্যত **শিবি আৰু সুহোত্ৰ ৰজাৰ উপাখ্যান**, যযাতিৰ দান প্ৰশংসা, **বৃষদৰ্ভ** আৰু **সেদুকৰ উপাখ্যান**, পুনৰায় শিৱি ৰজাৰ দান-প্ৰশংসা, **অষ্টক, প্ৰতৰ্দ্দন, বসুমনাদিৰ উপাখ্যান, ইন্দ্ৰদ্যুম্নৰ উপাখ্যান**, নিষ্ফল দান কথন, ব্ৰাহ্মণক দানফল, যমলোক পথৰ দীৰ্ঘত্ব, অৱস্থাকথন, অতিথি-সৎকাৰ, কপিলাদানৰ ফল, ব্ৰাহ্মণৰ পাদপক্ষালনৰ ফল, গা স্পৰ্শ কৰি ভোজনৰ ফল, পাৱমাণীসূক্ত পাঠৰ ফল, সন্ধ্যকৰাৰ ফল, পুনৰায় ব্ৰাহ্মণ মাহাত্ম্য কথন, মনৰ ভাৱ নিৰ্মলতাৰ ওপৰত, উপবাসৰ ফলাফল, মুক্তিৰ কাৰণ নিৰ্ণয়, বস্তু বিশেষৰ দানফল, **ধুন্ধুমাৰ উপাখ্যান**, মধুকৈতভ-বধ, ধুন্ধুমাৰৰ উৎপত্তি আৰু তপস্যা, ধুন্ধু বধ, কুৱলয়াশ্বৰ 'ধুন্ধুমাৰ' নাম, কৌশিক আৰু পতিব্ৰতাৰ উপাখ্যান, ধৰ্মব্যাধৰ কাহিনী, ধৰ্মব্যাধৰ মাংস বিক্ৰয়ৰ প্ৰতি কৌশিকৰ ঘৃণা, কৌলিক ব্যৱসায় বেয়া হলেও পৰিত্যাগ অনুচিত, কৌশিকৰ প্ৰতি ধৰ্মব্যাধৰ উপদেশ, শিষ্টাচাৰ কথন, পশুঘাতৰ ধৰ্ম, মাংসাহাৰ বৈধ, ঋতুকালত স্ত্ৰীসঙ্গম কৰিলেও যেনেকৈ ব্ৰহ্মচাৰী হৈ থাকে, সেইদৰে যথা নিয়মে মাংস ভক্ষণ কৰিলেও অমাংসভোজী হয়, প্ৰাণীহিংসা অনিবাৰ্য্য, জীৱ-নিত্য, জীৱৰ নানা গতি, ব্ৰহ্মৰ লক্ষণ, চতুৰ্বিংশতি তত্ত্ব কথন, ভূমি প্ৰভৃতিৰ গুণকথন, তপস্যাৰ প্ৰকাৰ কথন, যোগৰ প্ৰকাৰ কথন, সত্ত্ব গুণাদিৰ শৰীৰত অগ্নি আৰু প্ৰাণাদিৰ পঞ্চবায়ুৰ স্থিতি আৰু ক্ৰিয়া কথন, ধৰ্মব্যাধৰ পিতৃ-মাতৃভক্তি কথন, ব্যাধৰ পূৰ্বজন্ম, ধৰ্মব্যাধৰ পুত্ৰ, গুণদ্বাৰা ব্ৰাহ্মণ হয়, কৌশিকৰ প্ৰতি ব্যাধৰ পুনৰ উপদেশ, অগ্নিৰ বনগমন, অঙ্গিৰাৰ দ্বাৰা অগ্নিৰ কাৰ্য্য, তেওঁলোকৰ সংলাপ, অঙ্গিৰাৰ বংশবৰ্ণন, বৃহস্পতিৰ প্ৰথম পুত্ৰ শংযু, শংযুৰ পুত্ৰ ভৰদ্বাজ আৰু ভৰদ্বাজৰ কথোপকথন, অত্ৰিমুনিৰ বংশ, অগ্নিৰ উৎপত্তি, কাৰ্ত্তিকৰ কথা, ইন্দ্ৰৰ দ্বাৰা দেৱসেনা-উদ্ধাৰ, দেৱসেনাৰ পৰিচয়,

ইন্দ্ৰৰ অদ্ভুত দৰ্শন, আৰু দেৱসেনাক লগত লৈ ব্ৰহ্মাৰ ওচৰলৈ গমন, সপ্তৰ্ষিপত্নীসকলক দেখি অগ্নিৰ কামভাৱ উদ্ৰেক, অগ্নিৰ বনগমন, অগ্নিৰ সম্ভোগৰ নিমিত্তে কামাৰ্ত্তা স্বাহাৰ মনে মনে চিন্তা, অঙ্গিৰাৰ ভাৰ্য্যা শিখাৰ ৰূপ ধাৰণ কৰি স্বাহাৰ অগ্নিৰ লগত সম্ভোগ, কাৰ্ত্তিকৰ স্কন্দ নাম ও ৰূপৰ বৰ্ণনা, কাৰ্ত্তিকৰ বলৰ পৰিচয়, ক্ৰৌঞ্চ পৰ্বত বিদাৰণ, ইন্দ্ৰ আৰু কাৰ্ত্তিকৰ যুদ্ধ, কাৰ্ত্তিকৰ পাৰিষদ আৰু দেৱসেনাপতিত্ব লাভ, কাৰ্ত্তিক যে মহাদেৱ, স্বাহা, অগ্নি আৰু ষট্‌কৃত্তিকাৰ পুত্ৰ সেই কথাৰ ব্যাখ্যা ; দেৱসেনাৰ লগত কাৰ্ত্তিকৰ বিৱাহ, ছয় গৰাকী পত্নীৰ মাতৃত্ব ভিক্ষা, আৰু কাৰ্ত্তিকৰ অনুমোদন, কাৰ্ত্তিকৰ দেহৰ পৰা স্কন্দাপস্মাৰৰ উৎপত্তি, গৰ্ভনাশক গ্ৰহ আৰু উন্মাদক গ্ৰহৰ বিবৰণ, স্বাহাৰ অগ্নিপত্নীৰূপে হব্য লাভ, কাৰ্ত্তিকৰ শিৱপাৰ্বতীৰ পুত্ৰত্ব কথন, কাৰ্ত্তিকৰ লগত দেৱসকলৰ ভদ্ৰবটলৈ গমন, দেৱতাক অসুৰৰ আক্ৰমণ, ইন্দ্ৰৰ যুদ্ধ আৰু অসুৰৰ পৰাজয়, কাৰ্ত্তিকৰ মহিষাসুৰ বধ, কাৰ্ত্তিকৰ নাম আৰু স্তৱ, দ্ৰৌপদী-সত্যভামাৰ কথোপকথন, পতিবশীকৰণৰ তন্ত্ৰ-মন্ত্ৰ আৰু ঔষধ প্ৰয়োগৰ নিষেধ, বশীকৰণৰ যথাৰ্থ উপায়কথন, প্ৰীতিশুশ্ৰূষাৰ প্ৰকাৰ, দ্ৰৌপদীৰ পুত্ৰসকলৰ কুশল সংবাদলৈ কৃষ্ণ-সত্যভামাৰ দ্বাৰকা গমন, পাণ্ডৱৰ কষ্ট শুনি ধৃতৰাষ্ট্ৰৰ শোক, কৰ্ণ-শকুনিৰ দুৰ্যোধনক ঘোষযাত্ৰাৰ মন্ত্ৰণাদান, ধৃতৰাষ্ট্ৰৰ অনুমতি দান, দুৰ্যোধনাদিৰ ঘোষযাত্ৰা, যুধিষ্ঠিৰৰ সাদ্যস্কযাগ সমাপ্তি, দুৰ্যোধনাদিৰ দ্বৈত বনত প্ৰৱেশ, গন্ধৰ্বৰ লগত যুদ্ধ আৰু বন্দীত্ব, কৌৰৱসৈন্যৰ দ্বাৰা যুধিষ্ঠিৰক সংবাদ প্ৰেৰণ, ভীমৰ আনন্দ প্ৰকাশ, ভীমক যুধিষ্ঠিৰৰ উপদেশ, দুৰ্যোধনাদিক মুক্ত কৰিবৰ কাৰণে যুধিষ্ঠিৰৰ ভীমাৰ্জ্জুনক প্ৰেৰণ, গন্ধৰ্বৰ পৰাজয় আৰু দুৰ্যোধনাদিৰ মুক্তি, বাটত দৰ্যোধনৰ লগত কৰ্ণৰ সাক্ষাৎ দুৰ্যোধনৰ যুদ্ধবৃত্তান্ত কথন, দুখপ্ৰকাশ আৰু প্ৰায়োপৱেশনৰ সিদ্ধান্ত, কৰ্ণৰ সান্ত্বনাদান, শকুনিৰ উপদেশ, দানৱৰ দ্বাৰা দুৰ্যোধনৰ পাতালনয়ন, আৰু উপদেশ, কৰ্ণৰ অৰ্জুনবধৰ প্ৰতিজ্ঞা, দুৰ্যোধনৰ হস্তিনা-গমন, দুৰ্যোধনৰ প্ৰতি ভীষ্মৰ উপদেশ, দুৰ্যোধনৰ ৰাজসূয়যজ্ঞৰ আয়োজন, পৰিবৰ্ত্তে বৈষ্ণৱ যজ্ঞ, অৰ্জুন বধ নোহোৱা পৰ্য্যন্ত কৰ্ণৰ মদ্যমাংস ত্যাগ, স্বপ্নত যুধিষ্ঠিৰৰ মৃগদৰ্শন, পুনৰায় কাম্যক বনত প্ৰৱেশ, ব্যাসৰ আগমন আৰু যুধিষ্ঠিৰক উপদেশ, অন্যায়ভাৱে আৰ্জ্জিত ধনদানৰ ফল, দানধৰ্ম সম্পৰ্কে মুদগল মুনিৰ উপাখ্যান, স্বৰ্গৰ অৱস্থা আৰু তাৰ গুণদোষ কথন, মুদগল মুনিৰ নিৰ্ব্বাণ লাভ, দুৰ্যোধনৰ ভৱনলৈ দুৰ্বাসা মুনিৰ আগমন আৰু আতিথ্য লাভ, পাণ্ডৱৰ আশ্ৰমলৈ দুৰ্বাসা মুনিৰ গমন, দ্ৰৌপদীৰ কাতৰ আহ্বানত পাণ্ডৱৰ আশ্ৰমলৈ কৃষ্ণৰ আগমন, কৃষ্ণৰ শাকান্ন ভক্ষণ, মুনিসকলৰ ক্ষুধানিবৃত্তি আৰু পলায়ন, কৃষ্ণৰ দ্বাৰকাপ্ৰস্থান, জয়দ্ৰথৰ কাম্যক বনলৈ আগমন, দ্ৰৌপদীৰ কাষলৈ কোটিকাসৎ মুনিৰ আগমন, দ্ৰৌপদীক পৰিচয় জিজ্ঞাসা আৰু দ্ৰৌপদীৰ আত্মপৰিচয় দান, দ্ৰৌপদীৰ ওচৰলৈ জয়দ্ৰথৰ গমন আৰু কথাবাৰ্ত্তা, জয়দ্ৰথৰ দ্ৰৌপদী হৰণ, ধৌম্যৰ অনুগমন, পাণ্ডৱৰ একত্ৰ মিলন আৰু দ্ৰৌপদীৰ পৰিচাৰিকাৰ লগত সাৰথি ইন্দ্ৰসেনৰ আলাপ, জয়দ্ৰথৰ পাছে পাছে পাণ্ডৱৰ অনু-

[illegible], দ্ৰৌপদীকৰ্ত্তৃক পাণ্ডৱৰ পৰিচয়প্ৰদান, জয়দ্ৰথৰ সৈন্যৰ লগত পাণ্ডৱৰ যুদ্ধ আৰু [illegible]ৰ পৰাজয়, দ্ৰৌপদীক এৰি জয়দ্ৰথৰ পলায়ন, দ্ৰৌপদীক লৈ পাণ্ডৱৰ আশ্ৰমলৈ প্ৰত্যাৱৰ্ত্তন, ভীমাৰ্জুনৰ জয়দ্ৰথৰ পশ্চাদ্ধাবন, ভীমৰ দ্বাৰা জয়দ্ৰথৰ কেশাকৰ্ষণ, পীড়ন আৰু মূৰত চুলিৰ পঞ্চজটাকৰণ আৰু আশ্ৰমলৈ আনয়ন, যুধিষ্ঠিৰৰ দ্বাৰা জয়দ্ৰথৰ মুক্তি আৰু হিত উপদেশ, জয়দ্ৰথৰ শিৱ আৰাধনা আৰু বৰলাভ, শিৱকৰ্ত্তৃক বিষ্ণুৰ মাহাত্ম্যকথন, ব্ৰহ্মাৰ উৎপত্তি, বৰাহ, নৰসিংহ আৰু বামন অৱতাৰ বৰ্ণনা, ৰাম-ৰাৱণৰ জন্মকথা, ৰাৱণৰ তপস্যা আৰু ব্ৰহ্মাৰ পৰা বৰলাভ, ৰাৱণৰ প্ৰতি কুবেৰৰ শাপ, ৰাৱণৰ লংকাত অভিষেক আৰু ৰাৱণ নামৰ উৎপত্তি, ব্ৰহ্মাৰ কাষলৈ দেৱগণৰ গমন আৰু তেওঁৰ উপদেশত দেৱতাৰ মৰ্ত্ত্যত জন্মগ্ৰহণ, দশৰথৰ পৰা কৈকেয়ীৰ বৰ লাভ, ৰামাদিৰ বনগমন, ভৰতক মাতুলালয়ৰ পৰা আনয়ন আৰু দশৰথৰ মৃত্যু, ভৰতৰ ৰামৰ ওচৰলৈ গমন আৰু উভতি আহি ৰাজ্য গ্ৰহণ কৰিবলৈ অনুৰোধ, ৰামৰ প্ৰত্যাখ্যান, নন্দীগ্ৰামত ভৰতৰ ৰাজত্ব, ৰামৰ খৰদূষণ বধ, শূৰ্পনখাৰ নাক-কাণ ছেদন, তেওঁৰ লংকা গমন ৰাৱণৰ ওচৰত নালিচ, ৰাৱণৰ মাৰীচৰ ওচৰলৈ যাত্ৰা আৰু মৃগ ৰূপে ৰামক দূৰলৈ আকৰ্ষণ, মাৰীচ বধ, সীতাহৰণ, ৰাৱণৰ দ্বাৰা জটায়ুৰ পক্ষছেদন, জটায়ুৰ লগত ৰামৰ আলাপ আৰু সীতাৰ অলংকাৰ দৰ্শন, কবন্ধ বধ, কবন্ধৰ বিশ্বাবসু ৰূপধাৰণ, ৰামৰ প্ৰতি উপদেশ, ৰাম-লক্ষ্মণৰ ঋষ্যমূক পৰ্বতলৈ গমন আৰু সুগ্ৰীৱৰ লগত সাক্ষাৎ আৰু বন্ধুত্ব, বালী সুগ্ৰীৱৰ যুদ্ধ আৰু ৰামৰ বালীবধ, সীতাৰ অশোকবনত স্থিতি, সীতাৰ প্ৰতি ত্ৰিজটাৰ আশ্বাস, ৰাক্ষসীবোৰৰ সীতাৰ প্ৰতি তৰ্জন-গৰ্জন, সীতাৰ প্ৰতি ত্ৰিজটাৰ স্বপ্নবৃত্তান্ত কথন, সীতাৰ কাষলৈ ৰাৱণৰ মধ্যৰাতি আগমন আৰু প্ৰলোভন দান, সীতাৰ উত্তৰ, লক্ষ্মণক সুগ্ৰীৱৰ কাষলৈ প্ৰেৰণ আৰু সুগ্ৰীৱৰ আগমন, সুগ্ৰীৱৰ দ্বাৰা সীতান্বেষণৰ কাৰণে বান্দৰ সৈন্যপ্ৰেৰণ, হনুমান প্ৰভৃতিৰ মধুবন ভক্ষণ, ৰামৰ ওচৰত হনুমানৰ লংকাৰ বিবৰণ আৰু সীতা দৰ্শনৰ সংবাদ প্ৰদান, বানৰ সৈন্যসহ ৰামৰ সমুদ্ৰতীৰলৈ গমন, ৰামৰ সমুদ্ৰতীৰত শয়ন, স্বপ্নত সেতু বন্ধৰ উপদেশ লাভ, নল কৰ্তৃক সেতুবন্ধ, বিভীষণৰ আগমন আৰু ৰামৰ লগত মিত্ৰতা, সসৈন্যে ৰামৰ লংকা প্ৰৱেশ, যুদ্ধাৰম্ভ, শুকসাৰণৰ দূতৰূপে আগমন, অঙ্গদৰ দৌত্যকৰ্ম, ৰামৰ দ্বাৰা মণিস্তম্ভ ভঞ্জন, বৃহৎ কামানৰ পৰিচয় উভয় পক্ষৰ যুদ্ধ, প্ৰহস্ত আৰু ধূম্ৰাক্ষ বধ, কুম্ভকৰ্ণৰ যুদ্ধলৈ আগমন, কুম্ভকৰ্ণ প্ৰমাথী আৰু বজ্ৰবেগ বধ, ইন্দ্ৰজিতৰ পৰাক্ৰমত ৰাম-লক্ষ্মণৰ মূৰ্চ্ছা, চৈতন্য লাভ আৰু বিশল্যা ঔষধৰ প্ৰভাৱত শক্তি সঞ্চয়ন, ইন্দ্ৰজিত বধ, ৰাৱণৰ সীতা বধৰ প্ৰচেষ্টা ৰাৱণৰ মায়াযুদ্ধ, ইন্দ্ৰৰথলৈ মাতলিৰ আগমন আৰু সেই ৰথত উঠি ৰাৱণৰ লগ ৰামৰ যুদ্ধ, ৰাৱণ বধ, ৰামৰ কাষলৈ সীতাৰ আনয়ন, সীতাৰ প্ৰতি ৰামৰ নিষ্ঠুৰ বাক্য, সীতাৰ শপথ আৰু দেৱতাসকলৰ সীতাৰ নিৰ্দোষিতা প্ৰমাণ, অগ্নিপৰীক্ষা সীতাসহ ৰামলক্ষ্মণৰ অযোধ্যা আগমন।

যুধিষ্ঠিৰৰ প্ৰতি মাৰ্কণ্ডেয়ৰ আশ্বাসদান, সাবিত্ৰী উপাখ্যান, অশ্বপতিক সাবি[illegible]

দেৱীৰ ৰৰদান, সাৱিত্ৰীৰ জন্ম, স্বামীৰ সন্ধানত সাৱিত্ৰী, সাৱিত্ৰীৰ প্ৰত্যাগমন, বৰ নিৰ্বাচন, নাৰদ কৰ্তৃক সত্যৱানৰ আশু মৃত্যু কথন, সাৱিত্ৰী-সত্যৱানৰ বিৱাহ, সাৱিত্ৰীৰ ব্ৰত, কাঠ আৰু ফলৰ অন্বেষণত সাৱিত্ৰী-সত্যবানৰ বনগমন, সাৱিত্ৰীৰ কোলাত সত্যৱানৰ শয়ন, সাৱিত্ৰীৰ যম দৰ্শন, সত্যৱানৰ জীৱনলৈ যমৰ দক্ষিণ দিশে গমন, আৰু সাবিত্ৰীৰ অনুগমন, যম আৰু সাৱিত্ৰীৰ কথোপকথন, সাৱিত্ৰীৰ প্ৰথম বৰ লাভ, প্ৰথমৰ পৰা একাদিক্ৰমে পাঁচটা বৰ লাভ, সত্যৱানৰ পুনৰজীৱন লাভ আৰু সাৱিত্ৰীৰ লগত সংলাপ, সত্যবানৰ লগত সাৱিত্ৰীৰ আশ্ৰমলৈ প্ৰত্যাৱৰ্তন, দ্যুমৎসেনৰ চক্ষু লাভ, সত্যৱানৰ অন্বেষণ আৰু বিলাপ, ব্ৰাহ্মণসকলৰ আশ্বাস দান, সত্যৱানৰ পূৰ্বৰ্বৃত্তান্ত, দ্যুমৎসেনৰ পুনৰ ৰাজ্যপ্ৰাপ্তি।

কৰ্ণৰ স্বপ্নত সূৰ্য্য দৰ্শন আৰু স্বপ্নতে কথোপকথন, বিস্তৃতভাৱে কৰ্ণৰ জন্মবৃত্তান্ত, কুন্তীৰ দ্বাৰা ভেলত উটুৱাই দিয়া কাৰ্য্য, ৰাধা আৰু অধিৰথৰ দ্বাৰা পুত্ৰৰূপে লালনপালন ; কৰ্ণৰ বসুষেণ আৰু বৃষসেন নামকৰণ, অস্ত্ৰশিক্ষাৰ কাৰণে হস্তিনাপুৰীলৈ প্ৰেৰণ, দুৰ্যোধনৰ লগত কৰ্ণৰ সখিত্ব, দ্ৰোণ, কৃপ আৰু পৰশুৰামৰ ওচৰত কৰ্ণৰ অস্ত্ৰশিক্ষা. কৰ্ণৰ দানশক্তি আৰু উদাৰতা, জন্মগত কবচ-কুণ্ডল নিবৰ কাৰণে কৰ্ণৰ ওচৰলৈ ইন্দ্ৰৰ আগমন, কৰ্ণৰ কবচ-কুণ্ডল দান, ইন্দ্ৰ-কৰ্তৃক শক্তি ( একাঘ্ন অস্ত্ৰ ) দান , কাম্যক বনৰ পৰা পাণ্ডৱৰ পুনৰায় দ্বৈতবনত প্ৰৱেশ, কোনো ব্ৰাহ্মণৰ অৰণি আৰু মন্হলৈ মৃগৰ পলায়ন, পাণ্ডৱৰ ওচৰত ব্ৰাহ্মণৰ নালিচ, পাণ্ডৱৰ মৃগানুসৰণ, মৃগক ধৰিব নোৱাৰি পাণ্ডৱৰ বটবৃক্ষৰ তলত বিশ্ৰাম আৰু অনুতাপ, পিপাসা নিবৃত্তিৰ কাৰণে নকুলৰ জলান্বেষণ, সৰোবৰত নামি বকৰূপী ধৰ্মৰ প্ৰশ্নৰ উত্তৰ নিদি জলপানৰ চেষ্টা আৰু মৃত্যু, নকুলৰ অন্বেষণত সহদেৱৰ গমন আৰু বকৰ প্ৰশ্নৰ উত্তৰ নিদি পতন, অৰ্জুনৰ গমন আৰু মৃত্যু, ভীমৰ অন্বেষণত গমন আৰু পতন, অৱশেষত যুধিষ্ঠিৰৰ গমন, বকৰূপী ধৰ্মৰ লগত যুধিষ্ঠিৰৰ উক্তি-প্ৰত্যুক্তি, চাৰি পাণ্ডৱৰ পুনৰজীৱন লাভ, বকৰ আত্মপৰিচয়, যুধিষ্ঠিৰক প্ৰশংসা, ধৰ্মৰ পৰা যুধিষ্ঠিৰৰ বৰ লাভ, সহচৰ ব্ৰাহ্মণসকলক যুধিষ্ঠিৰৰ অজ্ঞাতবাসৰ প্ৰাৰ্থনা আৰু মূৰ্চ্ছা, ধৌম্যৰ সান্ত্বনা, সহচৰ ব্ৰাহ্মণসকলৰ বিদায়, একক্ৰোশ অতিক্ৰম কৰি পঞ্চপাণ্ডৱ আৰু দ্ৰৌপদীৰ অজ্ঞাতবাসৰ অৰ্থে মন্ত্ৰণা।

৫। **বিৰাট পৰ্ব্ব ঃ** বৈশম্পায়নক জনমেজয়ৰ প্ৰশ্ন, যুধিষ্ঠিৰৰ অৰ্জুনক অজ্ঞাতবাসৰ উপযোগী বিভিন্ন দেশৰ বিষয়ে প্ৰশ্ন, অৰ্জুন কৰ্তৃক বিভিন্ন দেশৰ বৰ্ণনা, যুধিষ্ঠিৰৰ বিভিন্ন প্ৰকাৰ অজ্ঞাতবাস কথন, ভীমৰ অজ্ঞাতবাসৰ প্ৰকাৰ কথন ; অৰ্জুনৰ অজ্ঞাতবাসৰ প্ৰকাৰ কথন, নকুল-সহদেৱৰ অজ্ঞাতবাসৰ প্ৰকাৰ কথন, দ্ৰৌপদীৰ অজ্ঞাতবাসৰ প্ৰকাৰ কথন, যুধিষ্ঠিৰৰ দ্বাৰা ধৌম্য আৰু পৰিচাৰকসকলৰ কৰ্ত্তব্য নিৰ্দেশ, পাণ্ডৱৰ প্ৰতি ধৌম্যৰ উপদেশ, ধৌম্যৰ মাঙ্গলিক কাৰ্য্য, ধৌম্যৰ পাঞ্চাল ৰাজধানীত প্ৰৱেশ আৰু ইন্দ্ৰসেনা প্ৰভৃতিৰ দ্বাৰকালৈ গমন, পাণ্ডৱৰ বিৰাট

ৰাজ্যৰ ফালে গমন, শমীবৃক্ষত পাণ্ডৱৰ অস্ত্ৰসমূহ স্থাপন আৰু গুপ্তনাম ধাৰণ, দুৰ্গাস্তৱ ( প্ৰক্ষিপ্ত ), বিৰাট সভাত যুধিষ্ঠিৰ প্ৰবেশ, ভীম, অৰ্জুন, নকুল আৰু সহদেৱৰ প্ৰৱেশ (অৰ্জুন ক্লীৱ বেশত), বিৰাট ভৱনত দ্ৰৌপদীৰ প্ৰবেশ, বিৰাট মহিষী সুদেষ্ণাৰ লগত দ্ৰৌপদীৰ আলাপ, বিৰাট ৰাজাৰ গোষ্ঠশালাত সহদেৱৰ প্ৰবেশ. অশ্বশালাত নকুলৰ প্ৰৱেশ, তৃণবিন্দু ঋষি আৰু ধৰ্মৰ অনুগ্ৰহত পাণ্ডৱৰ অজ্ঞাত-বাসসিদ্ধি, অজ্ঞাতবাসকালত পাণ্ডৱৰ পৰস্পৰ সাহায্য, চতুৰ্থ মাহত মহোৎসব পালন জীমূত নামৰ মল্লৰ লগত ভীমৰ যুদ্ধ আৰু জীমূত বধ, বাঘ-সিংহ আদি জন্তুৰ লগত ভীমৰ যুদ্ধ আৰু অৰ্জুনাদিৰ ব্যৱহাৰ, কীচকৰ দ্ৰৌপদী দৰ্শন, কীচক আৰু দ্ৰৌপদীৰ সংলাপ, কীচক আৰু সুদেষ্ণাৰ সংলাপ, সুদেষ্ণা আৰু দ্ৰৌপদীৰ কথোপকথন, সুধা আনিবৰ কাৰণে দ্ৰৌপদীক কীচক গৃহলৈ প্ৰেৰণ, সূৰ্য্য উপাসনা সূৰ্য্যৰ দ্বাৰা দ্ৰৌপদীক ৰক্ষাৰ্থে ৰাক্ষস প্ৰেৰণ, দ্ৰৌপদী-কীচকৰ আলাপ, কীচকৰ দ্ৰৌপদীৰ হস্ত ধাৰণ আৰু দ্ৰৌপদীৰ দ্বাৰা কীচকক ভূমিত নিক্ষেপ, ৰাজসভালৈ দ্ৰৌপদীৰ দ্ৰুত প্ৰস্থান, কীচকৰ দ্ৰৌপদীৰ কেশাকৰ্ষণ আৰু পদাঘাত, যুধিষ্ঠিৰ কৰ্তৃক ভীমক নিবাৰণ, দ্ৰৌপদীৰ আক্ষেপ, সুদেষ্ণাৰ কাষলৈ দ্ৰৌপদীৰ গমন আৰু অভিযোগ ৰাতি ভীমৰ কাষলৈ দ্ৰৌপদীৰ গমন আৰু কথোপকথন, ভীমৰ আশ্বাস, দ্ৰৌপদীৰ ভীমক উত্তেজনাকৰণ, কীচক বধৰ প্ৰতিজ্ঞা, দ্ৰৌপদীক কীচকৰ প্ৰলোভন দান আৰ গৰ্ব প্ৰকাশ, কীচকক দ্ৰৌপদীৰ সংকেত প্ৰদান, দ্ৰৌপদী ভীমৰ পুনৰ আলাপ, নৃত্যশালালৈ গমন, কীচকৰ আগমন, ভীম আৰু কীচকৰ যুদ্ধ, কীচক বধ উপকীচকগণৰ কীচকৰ মৃতদেহ দৰ্শন, দ্ৰৌপদীক বান্ধি সিঁহতৰ শ্মশান গমন. দ্ৰৌপদীৰ বিলাপ, ভীম কৰ্তৃক উপকীচক বধ, উপকীচক এশপাঁচজন, বিৰাটৰ ওচৰত নগৰবাসীৰ ভয়প্ৰকাশ, বিৰাটৰ আদেশত সুদেষ্ণাৰ দ্ৰৌপদীক বিৰাটনগৰ এৰি যাবলৈ অনুৰোধ, দ্ৰৌপদীৰ প্ৰাৰ্থনা, কীচক বধত লোকৰ আনন্দ প্ৰকাশ, দুৰ্যোধনৰ আগত কীচক বধ আৰু পাণ্ডৱৰ অৱস্থান কথন, দুৰ্যোধনৰ চিন্তা আৰু পুনৰায় দূত প্ৰেৰণ. পাণ্ডৱৰ বিষয়ে কৰ্ণ আৰু দুঃশাসনৰ উক্তি, দ্ৰোণাচাৰ্য্যৰ উক্তি, ভীষ্মৰ উক্তি কৃপাচাৰ্য্যৰ উক্তি, বিৰাট ৰজাৰ গোহৰণ সম্পৰ্কে সুশৰ্মাদিৰ আলোচনা, সপ্তমী তিথিত সুশৰ্মা কৰ্তৃক বিৰাট ৰজাৰ দক্ষিণ গো-গ্ৰাস, কৃষ্ণপক্ষৰ অষ্টমী তিথিত বিৰাট ৰজাৰ উত্তৰ গো-গ্ৰাস, বিৰাট ৰজাৰ গো-গ্ৰাসৰ কথা শ্ৰৱণ আৰু যুদ্ধ যাত্ৰা, বিৰাটৰ লগত পাণ্ডৱৰ যুদ্ধ যাত্ৰা, ত্ৰিগৰ্ত সৈন্য আৰু মৎস্যসৈন্যৰ যুদ্ধ, সুশৰ্মা আৰু বিৰাটৰ যুদ্ধ, বিৰাটৰ পৰাজয় আৰু বন্দীত্ব, বিৰাটক মুকলি কৰিবৰ কাৰণে ভীমৰ প্ৰতি যুধিষ্ঠিৰ আদেশ, বিৰাটৰ সৈন্যসহ পাণ্ডৱৰ কুৰুসৈন্যৰ বিৰুদ্ধে যুদ্ধ, সুশৰ্মাৰ পৰাজয় আৰু বন্দী অৱস্থা, যুধিষ্ঠিৰৰ দ্বাৰা সুশৰ্মাৰ মুক্তি, বিৰাটৰ দ্বাৰা পাণ্ডৱক সম্মান, কৌৰৱৰ দ্বাৰা বিৰাটৰ উত্তৰ গো-গ্ৰাস, গবাধ্যক্ষ কৰ্তৃক বিৰাটপুত্ৰ উত্তৰক উত্তেজনা, উত্তৰৰ আস্ফালন, উত্তৰৰ প্ৰতি দ্ৰৌপদীৰ উক্তি, উত্তৰৰ আদেশত উত্তৰাৰ অৰ্জুনৰ কাষলৈ গমন, অৰ্জুনৰ প্ৰতি উত্তৰাৰ উক্তি, উত্তৰাৰ অৰ্জুনৰ

ওচৰলৈ গমন, অৰ্জুন আৰু উত্তৰাৰ সংলাপ, অৰ্জুনৰ পৰিহাস, দুয়োৰে যুদ্ধসজ্জা, ভীষ্মৰ লগত যুদ্ধৰ উপক্ৰম হওঁতে উত্তৰৰ ভয়ত কাতোৰোক্তি, অৰ্জুনৰ আশ্বাস দান, অৰ্জুন-ভীষ্মৰ যুদ্ধ, ভীষ্মৰ ধ্বজছেদন, অৰ্জুনৰ লগত দুঃশাসন প্ৰভৃতিৰ যুদ্ধ আৰু কৌৰৱৰ পৰাজয়, অৰ্জুনৰ লগত দুৰ্যোধন প্ৰভৃতিৰ যুদ্ধ আৰু পৰাজয়, দুৰ্যোধনৰ পৰাজয়, ভীষ্মৰ যুদ্ধ আৰু পৰাজয়, পুনৰায় দুৰ্যোধনৰ লগত যুদ্ধ আৰু বিকৰ্ণৰ লগত যুদ্ধ, বিকৰ্ণৰ হস্তী বধ আৰু বিকৰ্ণৰ পলায়ন, অৰ্জুনৰ দ্বাৰা দুৰ্যোধনৰ শৰাঘাত আৰু পলায়ন, দুৰ্যোধনৰ প্ৰতি অৰ্জুনৰ কটূক্তি, অৰ্জুনৰ লগত যুদ্ধ কৰিবলৈ পুনৰ দুৰ্যোধনৰ আগমন, দুৰ্যোধনক ৰক্ষা কৰিবলৈ ভীষ্ম, দ্ৰোণ, কৰ্ণ প্ৰভৃতিৰ আগমন, যুদ্ধ, পৰাজয় আৰু মূৰ্চ্ছা, উত্তৰৰ দ্বাৰা ভীষ্ম, দ্ৰোণ ব্যতিৰেক আনবোৰৰ বস্ত্ৰহৰণ, অৰ্জুনৰ দ্বাৰা দুৰ্যোধনৰ মূৰৰ মুকুট ছেদন, যুদ্ধ চাবলৈ অহা দেৱতাৰ প্ৰস্থান, অৰ্জুনৰ ওচৰত বনত পলাই থকা কৌৰৱ সৈন্যৰ আশ্ৰয় ভিক্ষা, অৰ্জুনৰ আশ্বাস, অৰ্জুনৰ পুনৰ শমীবৃক্ষত অস্ত্ৰস্থাপন, ৰথধ্বজ আৰু ধ্বজৰ বাণৰ অন্তৰ্দ্ধান, বিৰাট ৰজাক সংবাদ দিবলৈ উত্তৰৰ দূত প্ৰেৰণ, বিৰাট ৰজাৰ আগমন, বিৰাট ৰজাক কন্যাগণে যুদ্ধ জয়ৰ সংবাদ প্ৰদান, উত্তৰৰ সাহায্যত বিৰাটৰ সৈন্য প্ৰেৰণ, দূতৰ আগমন আৰু জয় সংবাদ প্ৰদান, যুধিষ্ঠিৰ ( কংক ) আৰু বিৰাটৰ পাশা খেল, বিৰাট কৰ্তৃক কংকক আঘাত আৰু সৈৰিন্ধ্ৰীৰ ৰক্ত ধাৰণ, দ্বাৰপালৰ দ্বাৰা উত্তৰৰ আগমন নিবেদন, বিৰাটৰ কাষলৈ উত্তৰৰ আগমন আৰু কংকক আঘাত কৰা সম্পৰ্কে প্ৰশ্ন, বিৰাটৰ যুধিষ্ঠিৰৰ ওচৰত ক্ষমা প্ৰাৰ্থনা, বৃহন্নলাৰ প্ৰবেশ, যুদ্ধ জয়ত বিৰাটৰ আনন্দ প্ৰকাশ, আৰু যুদ্ধৰ জয় সম্পৰ্কে উত্তৰক প্ৰশ্ন, পাণ্ডৱৰ বিৰাট-সিংহাসন গ্ৰহণ, বিৰাটৰ প্ৰশ্নত অৰ্জুনৰ দ্বাৰা যুধিষ্ঠিৰৰ পৰিচয় জ্ঞাপন, বিৰাট কৰ্তৃক পাণ্ডৱৰ পৰিচয় জিজ্ঞাসা, অৰ্জুনৰ দ্বাৰা পৰিচয় দান, উত্তৰৰ দ্বাৰা পাণ্ডৱৰ বৰ্ণনা, বিৰাটৰ কৃতজ্ঞতা প্ৰকাশ, উত্তৰাক অৰ্জুনলৈ বিয়াহ দিয়াৰ প্ৰস্তাৱ, অৰ্জুনৰ উক্তি, অভিমন্যুৰ হাতত উত্তৰাক সমৰ্পণ কৰা প্ৰস্তাৱত বিৰাটৰ অনুমোদন, যুধিষ্ঠিৰৰ নিমন্ত্ৰণত দুই অক্ষৌহিণী সৈন্যসহ কাশীৰাজ আৰু শল্যৰ আগমন, এক অক্ষৌহিণী সৈন্যসহ দ্ৰুপদৰ আগমন, উত্তৰাৰ বাগ্দান, অভিমন্যু, সুভদ্ৰা আৰু যাদৱসকলৰ আগমন, পাণ্ডৱক কৃষ্ণৰ উপহাৰ দান, বিবাহোৎসৱ, বাদ্যধ্বনি, উত্তৰাক লৈ পুৰনাৰীসকলৰ আগমন, অভিমন্যু-উত্তৰাৰ বিবাহ, বিৰাটৰ যৌতুক দান, যুধিষ্ঠিৰৰ দান ।

## বিৰাট পৰ্বৰ উপপৰ্ব ঃ

১ । পাণ্ডৱ-প্ৰবেশ পৰ্ব,

২ । সময় পালনপৰ্ব,

৩ । কীচক বধ পৰ্ব,

৪ । গোহৰণপৰ্ব,

৫ । বৈবাহিকপৰ্ব,

## বিৰাট পৰ্বৰ অধ্যায় আৰু শ্লোকসংখ্যা ঃ

চতুৰ্থং মেতদ্বিপুলং বৈৰাটং পৰ্ববৰ্ণিতম্ ।
অত্ৰাপি পৰিসংখ্যাতা অধ্যায়াঃ পৰমৰ্ষিণা ॥
সপ্তষষ্ঠিৰথো পূৰ্ণাঃ শ্লোকানামপি মে শৃণু ।
শ্লোকানাং দ্বে সহস্ৰে তু শ্লোকাঃ পঞ্চাশদেৱ তু ॥

এই বিৰাট পৰ্বত সাতষষ্ঠি অধ্যায় আৰু দুহেজাৰ পঞ্চাশটা শ্লোক আছে ।

## ৬। ভীষ্ম পৰ্বৰ বিশদ সূচী ঃ

বৈশম্পায়নক জনমেজয়ৰ প্ৰশ্ন, বৈশম্পায়নৰ উত্তৰ আৰম্ভ, কুৰুক্ষেত্ৰৰ পশ্চিম ভাগত পূৰ্বমুখী হৈ পাণ্ডৱৰ অবস্থান, খাদ্যপেয় সংগ্ৰহ, বিভিন্ন সৈন্যদলৰ বিভিন্ন নামকৰণ আৰু চিহ্ন দান, উভয় পক্ষৰ যুদ্ধৰ বিষয়ে নিয়ম স্থাপন আৰু শপত গ্ৰহণ, ধৃতৰাষ্ট্ৰক ব্যাসৰ ভবিষ্যত বিষয়ে উক্তি, যুদ্ধৰ সকলো সংবাদ ধৃতৰাষ্ট্ৰক দিবৰ কাৰণে ব্যাসৰ সঞ্জয়ক দিব্যচক্ষুদান, নানাপ্ৰকাৰ অমঙ্গল দৰ্শন, দেৱ প্ৰতিমাৰ দুৰ্লক্ষণ, বিভিন্ন পশুত বিভিন্ন পশুৰ উৎপত্তি, অকালত ফল-পুষ্পৰ উৎপত্তি আদি দুৰ্লক্ষণ কথন, গ্ৰহ-নক্ষত্ৰাদিৰ উৎপাত, ধৃতৰাষ্ট্ৰক ব্যাসৰ যুদ্ধ বন্ধ কৰিবলৈ উপদেশ, যুদ্ধৰ শুভলক্ষণ কথন, যুদ্ধৰ অবস্থা কথন, ঘৰচীয়া আৰু বন্যজন্তু কথন, ভূমিগুণ কথন, পঞ্চমহাভূতৰ লক্ষণ আৰু গুণকথন, জম্বুদ্বীপৰ ভাগকথন, চন্দ্ৰ-মণ্ডলত শহাৰ ছায়া কথন, জম্বুদ্বীপৰ বৰ্ষ-পৰ্বত কথন, কৈলাশ পৰ্বতত কুবেৰ আৰু শিৱৰ অৱস্থান, কৈলাশৰ উত্তৰত হিৰণ্যপৰ্ব্বত, কাষত বিন্দুসৰোবৰ আৰু তাৰ পৰা গংঙ্গাৰ উৎপত্তি, সপ্তগঙ্গাৰ বৰ্ণনা, উত্তৰ কুৰুদেশৰ বৰ্ণনা, জম্বুদ্বীপ আৰু জম্মুবৃক্ষৰ বৰ্ণনা, জম্বুবৃক্ষৰ ফলৰ ৰসৰ পৰা জম্মুনদৰ (সোণ) উৎপত্তি, বৰ্ষ বৰ্ণনা, ভাৰতবৰ্ষ বৰ্ণনা, সপ্তকুল পৰ্বতৰ বিৱৰণ, ভাৰতবৰ্ষৰ নদী কথন, ভাৰতৰ দেশবৰ্ণন, চাৰিযুগৰ অৱস্থা কথন, দ্বাপৰৰ অল্প সময় অৱশিষ্ট, শাকদ্বীপৰ বৰ্ণনা, কুশদ্বীপৰ বৰ্ণনা, গ্ৰহৰ পৰিমাণ আৰু আকাৰ, সঞ্জয় কৰ্তৃক ভীষ্মৰ পতন কথন, ধৃতৰাষ্ট্ৰৰ প্ৰশ্ন, ধৃতৰাষ্ট্ৰৰ বিলাপ, সঞ্জয়ৰ তিৰস্কাৰ, সঞ্জয়ৰ ক্ষমতা বৰ্ণনা, দুঃশাসনৰ প্ৰতি দুৰ্যোধনৰ ভীষ্ম ৰক্ষাৰ আদেশ, সৈন্যসজ্জা, যুদ্ধাৰম্ভৰ দিন কথন, ভীষ্ম আৰু দ্ৰোণৰ পাণ্ডৱজয়ৰ আশীৰ্বাদ, কৌৰৱ যোদ্ধাৰ প্ৰতি ভীষ্মৰ উপদেশ, কুৰুপক্ষত ব্যূহ ৰচনা, পাণ্ডৱপক্ষত ব্যূহ ৰচনা, কৌৰৱসৈন্য কুৰুক্ষেত্ৰৰ পশ্চিমমুখে আৰু পাণ্ডৱ পূৰমুখে অৱস্থিত, কৌৰৱ ব্যূহ্যৰ প্ৰকাৰ বৰ্ণনা, পাণ্ডৱ ব্যূহৰ প্ৰকাৰ বৰ্ণনা, কৌৰৱ সৈন্য দেখি যুধিষ্ঠিৰৰ বিষাদ, অৰ্জুনৰ আশ্বাস দান, অৰ্জুনৰ বিষাদ, ভগৱদগীতা ব্যাখ্যা, একাদিক্ৰমে ওঠৰ অধ্যায়ৰ বৰ্ণনা, গীতাৰ শ্লোকসংখ্যা, যুদ্ধ চাবলৈ দেৱগন্ধৰ্বাদিৰ আকাশে স্থিতি, ভীষ্মক অভিবাদন আৰু ভীষ্মদ্ৰোণৰ অনুমতি লবলৈ যুধিষ্ঠিৰৰ কৌৰৱপক্ষলৈ গমন, কৌৰৱ সৈন্যৰ আলোচনা, ভীষ্ম-যুধিষ্ঠিৰৰ সংলাপ, যুধিষ্ঠিৰ কৰ্তৃক ভীষ্মৰ বধোপায় জিজ্ঞাসা, পুনৰায় আহিবলৈ ভীষ্মৰ

নিৰ্দেশ, যুধিষ্ঠিৰৰ দ্ৰোণৰ কাষলৈ গমন আৰু অভিবাদন আৰু বধোপায় জিজ্ঞাসা, দ্ৰোণৰ উত্তৰ, যুধিষ্ঠিৰ কৃপাচাৰ্য্য আৰু শৈল্যৰ ওচৰলৈ গমন আৰু একে প্ৰশ্ন আৰু তেওঁলোকৰ প্ৰত্যুত্তৰ, কৃষ্ণ কৰ্তৃক পুনৰায় কৰ্ণক পাণ্ডৱপক্ষলৈ যাবলৈ অনুৰোধ আৰু কৰ্ণৰ উত্তৰ, যুধিষ্ঠিৰৰ কৌৰৱসৈন্যক পাণ্ডৱপক্ষলৈ আহিবলৈ আহ্বান, যুযুৎসুৰ আহ্বান গ্ৰহণ, ভীষ্মৰ প্ৰথম দিনৰ যুদ্ধ, ভীষ্ম-অৰ্জুনৰ যুদ্ধ, উভয়পক্ষৰ যুদ্ধ, ভীষ্মসহ পাঁচজন ৰথীৰ লগত অভিমন্যুৰ যুদ্ধ, অভিমন্যুৰ সাহায্যাৰ্থে বিৰাট আদি দহজন ৰথীৰ যুদ্ধ, বিৰাট পুত্ৰ উত্তৰ শৈল্যৰ দ্বাৰা নিহত, বিৰাট পুত্ৰ শ্বেতৰ লগত বৃহদ্বলাদিৰ যুদ্ধ, ভীষ্মৰ ভীষণ যুদ্ধ, শ্বেতৰ দাৰুণ যুদ্ধ, ভীষ্মৰ লগত শ্বেতৰ যুদ্ধ আৰু পতন, শ্বেত বধ শুনি ধৃতৰাষ্ট্ৰৰ আনন্দ আৰু উদ্বেগ, প্ৰথম দিনৰ যুদ্ধ সমাপ্তি, কৃষ্ণৰ ওচৰত যুধিষ্ঠিৰৰ আক্ষেপ, অৰ্জুনৰ ঔদাসীন্য আৰু ভীমৰ মহাযুদ্ধ কথন, কৃষ্ণৰ আশ্বাস, যুধিষ্ঠিৰ কৰ্তৃক ধৃষ্টদ্যুম্নৰ উত্তেজনা, ধৃষ্টদ্যুম্নৰ গৰ্ব প্ৰকাশ, যুধিষ্ঠিৰৰ নিৰ্দেশক্ৰমে পাণ্ডৱৰ ক্ৰৌঞ্চাৰুণ ব্যূহ নিৰ্মাণ, দুৰ্যোধন কৰ্তৃক কৌৰৱ পক্ষক উত্তেজনা, কৌৰৱৰ ব্যূহ ৰচনা, ভীষ্মৰ দ্বিতীয় দিনৰ যুদ্ধ, ভীষ্ম-অৰ্জুনৰ যুদ্ধ, কৃষ্ণৰ প্ৰতি ভীষ্মৰ অস্ত্ৰক্ষেপণ, দ্ৰোণ আৰু ধৃষ্টদ্যুম্নৰ যুদ্ধ, ভীষ্ম আৰু কলিঙ্গ সৈন্যৰ যুদ্ধ, ভীষ্মৰ দ্বাৰা কলিঙ্গ ৰাজপুত্ৰ বধ, ভীমৰ ভানুমান বধ, যুদ্ধত ভীমৰ অষ্টবিধ গমন প্ৰদৰ্শন, ভীষ্মৰ ভীষণ যুদ্ধ, ভীষ্মৰ দ্বাৰা সত্যদেৱ আৰু কেতুমান বধ, ভীষ্ম আৰু ভীমৰ যুদ্ধ, অশ্বত্থামা, শল্য আৰু কৃপাচাৰ্য্যৰ লগত ধৃষ্টদ্যুম্নৰ যুদ্ধ, দুৰ্যোধনৰ পুত্ৰ লক্ষ্মণ আৰু অভিমন্যুৰ যুদ্ধ, লক্ষ্মণৰ সাহায্যত দুৰ্যোধন আৰু অন্য ৰজাৰ আগমন, অভিমন্যুৰ সাহায্যত অৰ্জুনৰ আগমন, অৰ্জুনৰ লগত ভীষ্মাদিৰ তুমুল যুদ্ধ, অৰ্জুনৰ জয়, দ্বিতীয় দিনৰ যুদ্ধ সমাপ্তি

ভীষ্মৰ গৰুড় ব্যূহ ৰচনা, পাণ্ডৱৰ অৰ্দ্ধচন্দ্ৰ ব্যূহ ৰচনা, ভীষ্মৰ তৃতীয় দিনৰ যুদ্ধাৰম্ভ, সংকুল যুদ্ধ, ভীমৰ লগত দুৰ্যোধনৰ যুদ্ধ আৰু দুৰ্যোধনৰ মূৰ্চ্ছা, ভীষ্ম আৰু দুৰ্যোধনৰ কথোপকথন, ভীষ্মৰ কঠোৰ যুদ্ধ, ভীষ্মৰ দাৰুণ যুদ্ধ দেখি কৃষ্ণৰ মনে মনে আলোচনা, অৰ্জুনৰ সাহায্যত সাত্যকিৰ আগমন আৰু পলৱীয় সৈন্যক উপদেশ, ভীষ্মক বধ কৰিবৰ কাৰণে চক্ৰধাৰী কৃষ্ণৰ গমন আৰু অৰ্জুনৰ বাধাদান, ঐন্দ্ৰাস্ত্ৰ ব্যৱহাৰ কৰি কৌৰৱপক্ষক অৰ্জুনৰ পৰাভৱ, তৃতীয় দিনৰ যুদ্ধ সমাপ্তি।

ভীষ্মৰ সসৈন্যে যুদ্ধ গমন, অৰ্জুনৰ যুদ্ধ গমন, ভীষ্মৰ চতুৰ্থ দিন যুদ্ধাৰম্ভ, ভীষ্ম-অৰ্জুনৰ দ্বন্দ্বযুদ্ধ, অভিমন্যুৰ লগত অশ্বত্থামাদিৰ যুদ্ধ, ধৃষ্টদ্যুম্নৰ দমন বধ, ধৃষ্টদ্যুম্নৰ শৈল্যপুত্ৰ বধ, শল্য আৰু ধৃষ্টদ্যুম্নৰ যুদ্ধ, পাণ্ডৱপক্ষীয় দহজন যোদ্ধাৰ লগত কৌৰৱ পক্ষীয় দহজন যোদ্ধাৰ যুদ্ধ, কৌৰৱ সেনাৰ লগত ভীমৰ যুদ্ধ, অভিমন্যুৰ হাতত মগধৰাজৰ পতন, ভীমৰ গজসৈন্য বধ, সাত্যকি আৰু ভূৰিশ্ৰৱাৰ যুদ্ধ, দুৰ্যোধনৰ লগত ভীমৰ যুদ্ধ, ভীমৰ মূৰ্চ্ছা, ভীমৰ দ্বাৰা আঠজন ধৃতৰাষ্ট্ৰ পুত্ৰ

নিধন, ভগদত্তৰ প্ৰহাৰত ভীমৰ মূৰ্চ্ছা, ভগদত্তৰ লগত ঘটোৎকচৰ মায়াযুদ্ধ, ভীষ্মৰ চতুৰ্থ দিনৰ যুদ্ধ সমাপ্তি।

পাণ্ডৱৰ জয় শুনি ধৃতৰাষ্ট্ৰৰ ভয় আৰু চিন্তা, পাণ্ডৱৰ জয় সম্পৰ্কে দুৰ্যোধনৰ প্ৰশ্নৰ উত্তৰত ভীষ্মৰ বাক্য, নাৰায়ণৰ প্ৰতি ব্ৰহ্মাৰ স্তৱ, নাৰায়ণৰ আৱিৰ্ভাৱ আৰু আশ্বাস, দেৱতাৰ প্ৰতি ব্ৰহ্মাৰ উক্তি, কৃষ্ণ স্বয়ং নাৰায়ণ আৰু অৰ্জুন নৰ, দুয়ো নৰনাৰায়ণ ৰূপে অৱতাৰ গ্ৰহণ, নাৰায়ণৰ জগৎসৃষ্টি কথন, নাৰায়ণে মধু নামে দানৱক বধ কৰা কাৰণে নাম মধুসূদন, নাৰায়ণৰ মুখৰ পৰা ব্ৰাহ্মণ, বাহুৰ পৰা ক্ষত্ৰিয়, উৰুৰ পৰা বৈশ্য আৰু ভৰিৰ পৰা শূদ্ৰ জন্ম, ভীষ্মৰ নাৰায়ণ স্তৱ, সন্ধি কৰিবলৈ দুৰ্যোধনৰ প্ৰতি ভীষ্মৰ উপদেশ, কৌৰৱ পক্ষৰ মকৰব্যূহ ৰচনা, পাণ্ডৱৰ শ্যেনব্যূহ ৰচনা, ভীষ্মৰ পঞ্চম দিনৰ যুদ্ধাৰম্ভ, ভীষ্ম আৰু ভীমাদিৰ ভীষণ যুদ্ধ, ভীষ্ম আৰু অৰ্জুনাদিৰ তুমুল যুদ্ধ, ভীষ্মৰ হাতত সাত্যকিৰ পৰাজয়, অৰ্জুন আৰু অশ্বত্থামাৰ যুদ্ধ, অৰ্জুনৰ অশ্বত্থামা পৰিত্যাগ, ভীম আৰু দুৰ্যোধনৰ যুদ্ধ, অভিমন্যুৰ বিক্ৰম, অভিমন্যুৰ লগত হোৱা যুদ্ধত লক্ষণৰ পৰাজয়, সাত্যকিৰ ভীষণ যুদ্ধ, সাত্যকিৰ লগত ভূৰিশ্ৰৱাৰ যুদ্ধ, সাত্যকিৰ অনুচৰৰ পলায়ন, সাত্যকিৰ দহজন পুত্ৰৰ যুদ্ধাগম, তেওঁলোকৰ যুদ্ধত পতন, সাত্যকি আৰু ভূৰিশ্ৰৱাৰ যুদ্ধ ভীষ্মৰ পঞ্চম দিনৰ যুদ্ধ সমাপ্তি।

পাণ্ডৱৰ মকৰব্যূহ ৰচনা, কৌৰৱৰ ক্ৰৌঞ্চব্যূহ ৰচনা, ভীষ্মৰ ষষ্ঠ দিনৰ যুদ্ধাৰম্ভ। দ্ৰোণ আৰু ভীমৰ যুদ্ধ, সঞ্জয়ৰ প্ৰতি ধৃতৰাষ্ট্ৰৰ প্ৰশ্ন, সঞ্জয় কৰ্তৃক ধৃতৰাষ্ট্ৰক তিৰস্কাৰ, ভীমৰ লগত ধাৰ্তৰাষ্ট্ৰবোৰৰ যুদ্ধ, ধৃষ্টদ্যুম্নৰ ভীমানুসৰণ, ভীমৰ ৰথ শূন্য দেখি সাৰথিৰ লগত কথা, ভীম আৰু ধৃষ্টদ্যুম্নৰ লগত ধৃতৰাষ্ট্ৰ পুত্ৰসকলৰ যুদ্ধ, ধৃতৰাষ্ট্ৰ পুত্ৰসকলৰ ওপৰত ধৃষ্টদ্যুম্নৰ প্ৰমোহনাস্ত্ৰ প্ৰয়োগ আৰু তেওঁলোকৰ মোহগ্ৰস্ত অৱস্থা, দ্ৰোণ কৰ্তৃক প্ৰজ্ঞাস্ত্ৰ প্ৰয়োগ আৰু তেওঁলোকৰ চৈতন্য লাভ, যুধিষ্ঠিৰৰ আদেশত অভিমন্যুক ধৰি বাৰজন ৰথীৰ ভীমানুসৰণ, দ্ৰোণৰ ভীষণ যুদ্ধ, ভীম-দুৰ্যোধনৰ যুদ্ধ, দুৰ্যোধনৰ পৰাজয়, অভিমন্যুৰ লগত আঠজন ধৃতৰাষ্ট্ৰ পুত্ৰৰ যুদ্ধ-দ্ৰৌপদীৰ পুত্ৰসকলৰ সহিত ধৃতৰাষ্ট্ৰৰ পুত্ৰসকলৰ যুদ্ধ, ভীষ্মৰ ষষ্ঠ দিনৰ যুদ্ধ সমাপ্তি।

ভীষ্ম আৰু দুৰ্যোধনৰ পৰস্পৰ উক্তি-প্ৰত্যুক্তি, কৌৰৱ সৈন্যৰ নিৰ্যান, ক্ষতবিক্ষত দেহ আৰু বিষণ্ণ বদন দুৰ্যোধনক ভীষ্মৰ আশ্বাস আৰু বিশল্যকৰণী ঔষধ দান, কৌৰৱ পক্ষত মণ্ডল ব্যূহ নিৰ্মাণ, আৰু পাণ্ডৱ পক্ষত বজ্ৰ নামৰ ব্যূহ নিৰ্মাণ, ভীষ্মৰ সপ্তম দিনৰ যুদ্ধাৰম্ভ, অৰ্জুনৰ ভীষণ যুদ্ধ, কৌৰৱৰ পৰাজয়, ভীষ্মাৰ্জুনৰ, যুদ্ধ, দ্ৰোণ-বিৰাট যুদ্ধ, দ্ৰোণ কৰ্তৃক বিৰাট পুত্ৰ শংখ বধ আৰু বিৰাটৰ পলায়ন, শিখণ্ডী অশ্বত্থামাৰ যুদ্ধ আৰু শিখণ্ডীৰ পৰাজয়, সাত্যকিৰ পৰাক্ৰমত অলম্বুচ ৰাক্ষসৰ পলায়ন, ধৃষ্টদ্যুম্নৰ হাতত দুৰ্যোধনৰ পৰাভৱ, ভীমৰ সহিত যুদ্ধত কৃতবৰ্মাৰ পৰাজয় আৰু পলায়ন, ধৃতৰাষ্ট্ৰৰ আক্ষেপ আৰু সঞ্জয়ৰ তিৰস্কাৰ ; ইৰাৱানৰ লগত যুদ্ধত বিন্দ-অনুবিন্দৰ পৰাজয়, ভগদত্তৰ পৰাক্ৰমত ঘটোৎকচৰ পৰাভৱ, শল্যৰ লগত

যুদ্ধত নকুলৰ পৰাজয় আৰু সহদেৱৰ হাতত শল্যৰ পৰাজয় আৰু যুদ্ধৰ পৰা পলায়ন, যুধিষ্ঠিৰৰ আক্ৰমণত শ্ৰুতায়ুৰ পৰাভৱ আৰু পলায়ন, পাৰস্পৰিক যুদ্ধত কৃপ আৰু চেকিতান, উভয়ে মূৰ্চ্ছা, ভূৰিশ্ৰৱা, ধৃষ্টকেতুৰ যুদ্ধ আৰু ধৃষ্টকেতুৰ পৰাজয়, অভিমন্যুৰ লগত চিত্ৰসেনাদিৰ যুদ্ধ আৰু অভিমন্যুৰ জয়, অৰ্জুনৰ লগত কৌৰৱৰথীৰ তুমুল যুদ্ধ আৰু অৰ্জুনৰ জয়. পৰাজিত শিখণ্ডীৰ প্ৰতি যুধিষ্ঠিৰৰ উক্তি, ভীমৰ হাতত চিত্ৰসেনৰ পৰাজয়, ভীষ্মৰ হাতত যুধিষ্ঠিৰৰ পৰাজয়, ভীষ্মৰ মাৰাত্মক যুদ্ধ, সপ্তম দিনৰ যুদ্ধ সমাপ্তি।

ৰাতি, যুদ্ধশিবিৰত নৃত্যগীত-আমোদ, ৰাতিপুৱা উভয়পক্ষৰ যুদ্ধ গমন, কৌৰৱৰ কূৰ্ম ব্যূহ ৰচনা, পাণ্ডৱৰ শৃঙ্গাটক ব্যূহ ৰচনা, ভীষ্মৰ অষ্টম দিনৰ যুদ্ধাৰম্ভ, ভীষ্মৰ ভয়ানক যুদ্ধ, ভীমৰ হাতত ভীষ্মৰ পৰাজয়, ভীমৰদ্বাৰা ধৃতৰাষ্ট্ৰ পুত্ৰ সুনাভ বধ, ভীমৰ হাতত আদিত্যকেতু আদি ধৃতৰাষ্ট্ৰৰ সাতজন পুত্ৰ নিহত, ভীষ্মৰ কাষত দুৰ্যোধনৰ আক্ষেপ, আৰু ভীষ্মৰ উক্তি, সঞ্জয়ৰ ওচৰত ধৃতৰাষ্ট্ৰৰ আক্ষেপ আৰু সঞ্জয়ৰ তিৰস্কাৰ, দ্ৰোণৰ ভীষণ যুদ্ধ, পাণ্ডৱৰ তুমুল যুদ্ধ, ইৰাৱানৰ পৰিচয়, পাণ্ডৱ পক্ষলৈ ইৰাবান অহাৰ কাৰণ, ইৰাৱানৰ যুদ্ধ, শকুনিৰ পৰাজয় আৰু ভ্ৰাতৃবিলাকৰ নিধন, অলম্বুষৰ দ্বাৰা ইৰাৱান বধ, অলম্বুচৰ লগত ঘটোৎকচৰ যুদ্ধ, ঘটোৎকচৰ লগত যুদ্ধ কৰিবলৈ দুৰ্যোধনৰ গমন আৰু তেওঁৰ সহায়ৰ কাৰণে বঙ্গদেশৰ ৰজাৰ গমন, দুৰ্যোধনৰ দ্বাৰা চাৰিজন ৰাক্ষস বধ, দুৰ্যোধনৰ প্ৰতি ঘটোৎকচৰ কটূক্তি, ঘটোৎকচৰ লগত দুৰ্যোধনৰ যুদ্ধ, দুৰ্যোধনৰ সহায়ত দ্ৰোণ প্ৰভৃতিৰ আগমন, ঘটোৎকচৰ লগত ভীষণ যুদ্ধ ঘটোৎকচৰ জয়, সাহায্যাৰ্থে ভীমসেন আদি বীৰৰ আগমন, দুৰ্যোধনৰ প্ৰহাৰত ভীমৰ কাতৰতা, কৌৰৱ-পাণ্ডৱ যোদ্ধাৰ পৰস্পৰ যুদ্ধ, ঘটোৎকচৰ মায়াযুদ্ধ, কৌৰৱৰ পৰাজয় আৰু দুৰ্যোধনৰ আক্ষেপ, ভীষ্মৰ উত্তৰ আৰু ঘটোৎকচৰ বিৰুদ্ধে ভগদত্তক প্ৰেৰণ, ভগদত্তৰ ভয়ঙ্কৰ যুদ্ধ, ঘটোৎকচৰ লগত ভগদত্তৰ যুদ্ধ, ইৰাৱানৰ মৃত্যু শুনি অৰ্জুনৰ আক্ষেপ, ভীমৰ দ্বাৰা ধৃতৰাষ্ট্ৰৰ নজন পুত্ৰ বধ, ভীষ্মৰ অষ্টম দিনৰ যুদ্ধ সমাপ্তি।

কৰ্ণ আৰু শকুনিৰ লগত দুৰ্যোধনৰ মন্ত্ৰণা, ভীষ্মৰ শিবিৰলৈ দুৰ্যোধনৰ গমন, ভীষ্মৰ ওচৰত দুৰ্যোধনৰ মনোভাব প্ৰকাশ, দুৰ্যোধনৰ প্ৰতি ভীষ্মৰ ক্ষোভ প্ৰকাশ, পাছদিনা ভীষ্মৰ ভীষণ যুদ্ধ কৰাৰ প্ৰতিজ্ঞা, দুৰ্যোধনৰ শিবিৰলৈ প্ৰত্যাৱৰ্তন আৰু দুঃশাসনক কৰ্তব্য নিৰ্দেশ, কৌৰৱৰ যুদ্ধ গমন, ধৃষ্টদ্যুম্নৰ প্ৰতি অৰ্জুনৰ কৰ্তব্য নিৰ্দেশ, কৌৰৱ পক্ষত সৰ্বতোভদ্ৰ ব্যূহ নিৰ্মাণ, পাণ্ডৱপক্ষত মহাব্যূহ ৰচনা।

ভীষ্মৰ নৱম দিনৰ যুদ্ধাৰম্ভ, অমঙ্গল দৰ্শন, অভিমন্যুৰ দাৰুণ যুদ্ধ, দ্ৰৌপদীৰ পঞ্চপুত্ৰৰ লগত অলম্বুচৰ যুদ্ধ, পঞ্চ পুত্ৰৰ পৰাজয়, অভিমন্যু আৰু অলম্বুচৰ ভয়ঙ্কৰ যুদ্ধ, অলম্বুচৰ মায়া যুদ্ধ, দুৰ্যোধনৰ সহায়ত দ্ৰোণ প্ৰভৃতিৰ আগমণ ঘটোৎকচৰ লগত ভীষণ যুদ্ধ, অভিমন্যুৰ লগত ভীষ্মৰ যুদ্ধ, অভিমন্যুৰ সহায়ত অৰ্জুনৰ কৃপাচাৰ্য্যৰ লগত যুদ্ধ, সাত্যকি অশ্বত্থামাৰ যুদ্ধ, দ্ৰোণৰ আগমন, অৰ্জুনৰ লগত দ্ৰোণৰ যুদ্ধ, কৌৰৱ সৈন্যৰ লগত ভীমৰ যুদ্ধ, ভীষ্মৰ ভীষণ যুদ্ধ, উভয় পক্ষৰ তুমুল যুদ্ধ, অৰ্জুনৰ হাতত ত্ৰিগৰ্ত্ত সৈন্যৰ পৰাজয়, উভয় পক্ষৰ

যোদ্ধাৰ যুদ্ধ, দুৰ্যোধনৰ আদেশত দুঃশাসনৰ দ্বাৰা ভীষ্মক ৰক্ষণ, শল্যৰ লগত যুধিষ্ঠিৰৰ যুদ্ধ, ভীষ্মৰ পাণ্ডৱ সৈন্য সংহাৰ, কৃষ্ণৰ উপদেশত ভীষ্মৰ লগত অৰ্জুনৰ যুদ্ধ, ভীষ্মৰ প্ৰতাপ দেখি কৃষ্ণৰ ভীষ্মবধৰ কাৰণে চক্ৰধাৰি ধাৱন, অৰ্জুনৰ বাধাদান, ভীষ্মৰ পাণ্ডৱ সৈন্য সংহাৰ, **নৱম দিনৰ যুদ্ধ সমাপ্ত।**

যুদ্ধ বিষয়ে কৃষ্ণৰ লগত পাণ্ডৱৰ আলোচনা, পাণ্ডৱৰ কৰ্ত্তব্য নিশ্চয়, কৃষ্ণৰ লগত পাণ্ডৱৰ ভীষ্ম শিবিৰলৈ গমন ; ভীষ্মৰ লগত পাণ্ডৱৰ আলোচনা, ভীষ্মৰ আত্মবধৰ উপায় কথন, পাণ্ডৱৰ নিজ শিবিৰলৈ প্ৰত্যাগমন, কৃষ্ণ-অৰ্জুনৰ কথোপকথন, ব্যূহ নিৰ্মাণপূৰ্বক পাণ্ডৱৰ যুদ্ধগমন, ব্যূহ নিৰ্মাণ কৰি কৌৰৱৰ যুদ্ধাৰম্ভ, ভীষ্মৰ দশম দিনৰ যুদ্ধাৰম্ভ।

পাণ্ডৱৰ কৌৰৱ সৈন্যনাশ, ভীষ্মৰ বিক্ৰম প্ৰকাশ, শিখণ্ডী কৰ্তৃক ভীষ্মক প্ৰহাৰ, ভীষ্ম-শিখণ্ডীৰ উক্তি-প্ৰত্যুক্তি, শিখণ্ডীৰ প্ৰতি অৰ্জুনৰ নিৰ্দেশ, সৈন্য বিন্যাস দেখি দুৰ্যোধনৰ ভীষ্মৰ প্ৰতি উক্তি, ভীষ্ম কৰ্তৃক দিনৌ দহহাজাৰ সৈনাবধৰ প্ৰতিজ্ঞা পুনৰ জ্ঞাপন, ভীষ্মকৰ্তৃক পাণ্ডৱ সৈন্য বিনাশ, শিখণ্ডীৰ প্ৰতি অৰ্জুনৰ নিৰ্দেশ, ভীষ্মৰ কাৰণে উভয় পক্ষৰ যুদ্ধ, অৰ্জুনৰ লগত দুঃশাসনৰ যুদ্ধ, দুঃশাসনৰ দ্বাৰা অৰ্জুন নিবাৰণ, অশ্বত্থামাক দ্ৰোণই উৎপাত-অমঙ্গলৰ কথা বৰ্ণন, অশ্বত্থামাৰ প্ৰতি কৰ্তব্য নিৰ্দেশ, ভীমৰ লগত ভগদত্তক যুদ্ধ, কৌৰৱসৈনা সংহাৰ, বহুসৈন্য ধ্বংসৰ পাছত আত্মগ্লানি হোৱাত যুধিষ্ঠিৰক ভীষ্মৰ কৰ্ত্তব্যনিৰ্দেশ, শিখণ্ডীক ৰথৰ আগত বহুৱাই অৰ্জুনৰ ভীষ্মাভিমুখী গমন, যুদ্ধ বৰ্ণনা, ভীষ্মৰ মহাভীষণ যুদ্ধ আৰু পাণ্ডৱসৈন্য সংহাৰ, ভীষ্মৰ শিখণ্ডীক প্ৰহাৰ কৰিবলৈ অস্বীকাৰ, দুঃশাসনৰ পৰাক্ৰম, অৰ্জুনৰ ভীষণ যুদ্ধ, অৰ্জুনৰ হাতত দুশাসনাদিৰ পৰাজয়, তুমুল যুদ্ধ বৰ্ণনা, ভীষ্মৰ দশ হাজাৰ সৈন্য প্ৰত্যহ বধ, ভীষ্ম কৰ্তৃক বহুৰথী বধ, বিৰাটৰ ভাই শতানীক বধ, অৰ্জুন কৰ্তৃক বাৰম্বাৰ ভীষ্মৰ ধনুচ্ছেদন, ভীষ্মৰ ইচ্ছামৃত্যু কথা স্থিৰীকৰণ, আকাশৰ দেৱতাঋষিৰ দ্বাৰা সেই চিন্তা অনুমোদন, শিখণ্ডীৰ শৰত ভীষ্মৰ কষ্ট নহয় যদিও অৰ্জুনক শৰত তেওঁৰ ভীষণ কষ্ট হোৱা কথা জ্ঞাপন, অৰ্জুনৰ আক্ৰমণত কৌৰৱ সৈন্যৰ অপসৰণ, পূৰ্ব-মুখীয়া হৈ ভীষ্মৰ ৰথৰপৰা পতন, ভীষ্মৰ দিব্যভাৱ প্ৰাপ্তি, ভীষ্মৰ প্ৰতি দৈৱবাণী গঙ্গাদেৱীৰ আদেশ, মহৰ্ষিসকলৰ ছদ্মৰূপত আগমন, উক্তি-প্ৰত্যুক্তি, ভীষ্মৰ ইচ্ছা-মৃত্যুৰ কাৰণ নিৰ্দেশ, ভীষ্মৰ পতমত পাণ্ডৱৰ আনন্দ আৰু কৌৰৱৰ বিষাদ, ধৃতৰাষ্ট্ৰৰ দুখ আৰু আক্ষেপ, দ্ৰোণক ভীষ্ম পতনৰ সংবাদ-প্ৰদান, ভীষ্মৰ উপাধান-প্ৰাৰ্থনা, দুৰ্যোধনও কোমল গাৰু প্ৰত্যাখ্যান কৰি অৰ্জুনে বনাই দিয়া শৰৰ বালিছত শয়ন পৰিৰথাখন, দুৰ্যোধনৰ আদেশত চিকিৎসক সকলৰ আগমন আৰু ভীষ্মৰ দ্বাৰা প্ৰত্যাখ্যান ভীষ্মৰ ৰক্ষাৰ ব্যৱস্থা কৰি সকলো শিবিৰলৈ প্ৰস্থান, পাদছিনা পুনৰ আগমন আৰু সেৱা-শুশ্ৰূষা, ভীষ্মৰ জলপ্ৰাৰ্থনা, ৰজাসকলে নানা প্ৰকাৰ খাদ্যপেয় আনয়ন আৰু ভীষ্মৰ দ্বাৰা প্ৰত্যাখ্যান, ভীষ্মই অৰ্জুনক জল

প্ৰাৰ্থনা, অৰ্জুন কতৃৰ্ক ভীষ্মৰ সোঁফালে ভূতলৰ পৰা ভোগৱতী গঙ্গাৰ পানী শৰ-নিক্ষেপ কৰি আনয়ন, জলপান কৰি অৰ্জুনক প্ৰশংসা, দুৰ্যোধনক সন্ধি কৰিবলৈ উপদেশ, দুৰ্যোধনৰ অসম্মতি, ভীষ্মৰ কাৰণে কৰ্ণৰ আগমন আৰু আত্মপৰিচয় দান, কৰ্ণৰ লগত ভীষ্মৰ আলাপ, কৰ্ণৰ জন্মবৃত্তান্ত কথন, পাণ্ডৱৰ লগত মিল হবলৈ ভীষ্মৰ উপদেশ, কৰ্ণৰ প্ৰতিবাদ, ভীষ্মৰ পৰা কৰ্ণৰ যুদ্ধানুমতি আৰু ক্ষমাপ্ৰাৰ্থনা, ভীষ্মৰ অনুমতি দান, কৰ্ণৰ প্ৰস্থান, ভীষ্মপৰ্ব সমাপ্ত।

**দ্ৰোণপৰ্বৰ নিৰ্ঘণ্ট ঃ** জনমেজয়ৰ প্ৰশ্ন, বৈশম্পায়নৰ উত্তৰ, সঞ্জয়ক ধৃতৰাষ্ট্ৰৰ প্ৰশ্ন, সঞ্জয়ৰ প্ৰশ্নৰউত্তৰ, কৌৰৱৰ অবস্থা বৰ্ণনা, কৰ্ণক স্মৰণ আৰু কৰ্ণৰ উপস্থিতি, ভীষ্মৰ যুদ্ধ সময়ত কৰ্ণই যুদ্ধ নকৰাৰ, কাৰণ, গুণকথন, কৰ্ণৰ শোক প্ৰকাশ, বীৰ-সকলৰ আগত কৰ্ণৰ উক্তি, সাৰথিৰ প্ৰতি কৰ্ণৰ আদেশ, ৰথাৰোহণ কৰি কৰ্ণৰ যুদ্ধগমন, ভীষ্মৰ কাষলৈ কৰ্ণৰ গমন, অভিবাদন আৰু অনুনয়, কৰ্ণৰ প্ৰতি ভীষ্মৰ মধুৰ বচন, ভীষ্মক সেৱা জনাই কৰ্ণৰ গমন, কৌৰৱৰ আনন্দ প্ৰকাশ, সেনাপতিত্ব সম্পৰ্কে দুৰ্যোধন-কৰ্ণৰ আলোচনা, দ্ৰোণক সেনাপতিত্ব গ্ৰহণ কৰিবলৈ অনুৰোধ, দ্ৰোণৰ সেনাপতিত্ব গ্ৰহণ, ধৃষ্টদ্যুম্নক বধ নকৰাৰ পক্ষে দ্ৰোণৰ যুক্তি, সেনাপতি পদত দ্ৰোণৰ অভিষেক, দ্ৰোণৰ শকট ব্যূহ ৰচনা, পাণ্ডৱৰ ক্ৰৌঞ্চব্যূহ ৰচনা, উৎপাত কথন, উভয়পক্ষৰ যুদ্ধাৰম্ভ, দ্ৰোণৰ ভীষণ যুদ্ধ, সংক্ষেপত দ্ৰোণৰ ধকথন, দ্ৰোণবধ শুনি ধৃতৰাষ্ট্ৰৰ শোক, দ্ৰোণৰ গুণবৰ্ণনা, যুদ্ধ বিষয়ে নানা প্ৰশ্ন, ধৃতৰাষ্ট্ৰৰ মূৰ্চ্ছা, সঞ্জয়ক ধৃতৰাষ্ট্ৰৰ পুনঃ প্ৰশ্ন, ধৃতৰাষ্ট্ৰ কতৃৰ্ক কৃষ্ণৰ বাল্যাবধি মাহাত্ম্য কীৰ্ত্তন, পাণ্ডৱপক্ষৰ সহায়কাৰীসকলৰ কথা চিন্তা কৰি ধৃতৰাষ্ট্ৰৰ উদ্বেগ প্ৰকাশ, দ্ৰোণ কতৃৰ্ক দুৰ্যোধনক বৰদানৰ ইচ্ছা প্ৰকাশ, দুৰ্যোধনৰ বৰগ্ৰহণ, যুধিষ্ঠিৰক বন্দী কৰ্বৰ প্ৰাৰ্থনাত দ্ৰোণৰ প্ৰশ্ন আৰু দুৰ্যোধনৰ উত্তৰ, দ্ৰোণৰ প্ৰতিজ্ঞা শ্ৰৱণত যুধিষ্ঠিৰৰ উদ্বেগ, অৰ্জুনৰ আশ্বাস দান, উভৰ সৈন্যৰ যুদ্ধ, দ্ৰোণৰ মহাযুদ্ধ, সহদেৱ-শকুনিৰ দ্বন্দ্বযুদ্ধ, অভিমন্যু বিক্ৰম, শল্য আৰু ভীমৰ গদাযুদ্ধ আৰু শল্যৰ পৰাজয়, বৃষসেনৰ বিক্ৰম, দ্ৰোণৰ দ্বাৰা যুগন্ধৰ বধ, দ্ৰোণ কতৃৰ্ক সিংহাসন আৰু ব্যাঘ্ৰদত্ত বধ, অৰ্জুনৰ আগমন, যুদ্ধবিজয় আৰু প্ৰথম দিনৰ যুদ্ধ সমাপ্তি।

দ্ৰোণ আৰু দৰ্যোধনৰ যুধিষ্ঠিৰক বন্দী কৰা সম্পৰ্কে আলোচনা, অৰ্জুনক অন্য ৰণাঙ্গণলৈ নিয়াৰ পক্ষে সুশৰ্মাৰ উক্তি, ত্ৰিগৰ্ত যোদ্ধাবিলাকৰ শপত গ্ৰহণ ; ত্ৰিগৰ্ত-সৈন্যৰ সংশপ্তমনাম, কুৰুক্ষেত্ৰৰ দক্ষিণদিশত যুদ্ধ কৰিবলৈ অৰ্জুনক সংশপ্তকৰ আহ্বান, অৰ্জুন আৰু যুধিষ্ঠিৰৰ উক্তি-প্ৰত্যুক্তি, সংশপ্তকৰ প্ৰতি অৰ্জুনৰ গমন, অভিমন্যুৰ যুদ্ধ আৰু নিধন, অভিমন্যুবধ শুনি ধৃতৰাষ্ট্ৰৰ শোক, দ্ৰোণৰ চক্ৰব্যূহ নিৰ্মাণ, চক্ৰব্যূহত প্ৰৱেশ কৰিবলৈ যুধিষ্ঠিৰৰ অভিমন্যুক নিৰ্দেশ, অভিমন্যুৰ প্ৰত্যুত্তৰ, অভিমন্যুৰ প্ৰতি ভীম আৰু যুধিষ্ঠিৰৰ আশ্বাস, অভিমন্যুৰ সমিধান আৰু সগৰ্ব উক্তি, সাৰথিৰ কাতৰোক্তি শুনি অভিমন্যুৰ সগৰ্ব উক্তি, চক্ৰব্যূহৰ মুখত তুমুল যুদ্ধ, অভিমন্যুৰ চক্ৰব্যূহভেদ আধু ব্যূহপ্ৰৱেশ; অভিমন্যুকৃত

কৌৰৱনিধন, অভিমন্যু দ্বাৰা দ্ৰোণ প্ৰভৃতিৰ পৰাজয়, অভিমন্যুৰ দ্বাৰা দুৰ্যোধনপুত্ৰ লক্ষ্মণ বধ, অভিমন্যু কৰ্তৃক পুনৰ দ্ৰোণ প্ৰভৃতিক বিমুখীকৰণ ( পৰাজয় কৰিলে ), অভিমন্যুৰ ক্ৰাথ-পুত্ৰ বধ, বৃন্দাৰক, বৃহদ্বল বধ, কৰ্ণৰ ছয়জন সহচৰ আৰু মগধৰাজপুত্ৰ বধ, অশ্বকেতুবধ, অভিমন্যুৰ হাতত শল্যৰ পৰাজয়, অভিমন্যুৰ শত্ৰুঞ্জয় প্ৰভৃতি পঞ্চবীৰবধ, অভিমন্যুবধ সম্পৰ্কে দ্ৰোণকৰ্ণ প্ৰভৃতিৰ পৰামৰ্শ, দ্ৰোণৰ কৰ্তব্যনিৰ্দেশ, পৃষ্ঠৰ পৰা ( পাছকালৰ পৰা ) কৰ্ণৰ দ্বাৰা অভিমন্যুৰ ধনুছেদন দ্ৰোণ কৰ্তৃক অভিমন্যুৰ ৰথৰ ঘোৰা বধ, আৰু কৃপকৰ্তৃক অভিমন্যুৰ পৃষ্ঠৰক্ষক বধ, ৰথহীন হৈ অভিমন্যুৰ তৰোৱাল আৰু চক্ৰৰ দ্বাৰা যুদ্ধ ; অভিমন্যুৰ গদাদ্বাৰা যুদ্ধ আৰু সুবলপুত্ৰ কালিকেয় আদি বধ, দুঃশাসন পুত্ৰৰ লগত অভিমন্যুৰ গদাযুদ্ধ, দুঃশাসন পুত্ৰ কৰ্তৃক অভিমন্যু বধ, সমৰভূমিৰ বৰ্ণনা, যুধিষ্ঠিৰৰ বিলাপ, ব্যাসৰ আগমন আৰু যুধিষ্ঠিৰক সান্ত্বনা, ব্যাসক যুধিষ্ঠিৰৰ মৃত্যু বিষয়ে প্ৰশ্ন, **অকম্পন ৰাজাৰ উপাখ্যান**, শিৱ-ব্ৰহ্মাৰ মানসপুত্ৰ ৰূপে সূচনা, মৃত্যুৰ উৎপত্তি আৰু মৃত্যুদেৱীৰ প্ৰতি ব্ৰহ্মাৰ লোকসংহাৰ্থে আদেশ, মৃত্যু দেৱীৰ ৰোদন, লোকসংহাৰ কৰিবলৈ মৃত্যুদেৱীৰ অস্বীকাৰ, তপস্যাৰ্থে মৃত্যুদেৱীৰ ধেনুকাশ্ৰমলৈ গমন, দুষ্কৰ তপস্যা, লোকসংহাৰাৰ্থে মৃত্যুদেৱীক ব্ৰহ্মাৰ আদেশ, মৃত্যুদেৱীৰ চকুলোৰ পৰা ৰোগৰ উৎপত্তি, সঞ্জয় ৰজাৰ উপাখ্যান, বিবাহসমাপ্তি কথন, সৃঞ্জয় ৰাজাৰ পুত্ৰ লাভ, দস্যুৰ দ্বাৰা সুৱৰ্ণষ্ঠীৱিৰ হৰণ আৰু বধ, **মৰুত্ত ৰাজাৰ উপখ্যান**, **সুহোত্ৰ ৰাজাৰ উপাখ্যান**, পুৰুৰ পুত্ৰ **জনমেজয়ৰ উপাখ্যান**, **শিবিৰাজাৰ উপাখ্যান দাশৰথি ৰামৰ উপাখ্যান**, **ভগীৰথৰ উপাখ্যান** আৰু তেওঁক গঙ্গাৰ পিতৃত্ব **স্বীকাৰ**, **দিলীপৰ মাহাত্ম্যবৰ্ণন**, **মান্ধাতাৰ উপাখ্যান** আৰু মান্ধাতৃ শব্দৰ উৎপত্তি, **য়যাতিৰ মহাত্ম্যকীৰ্তন**, **অম্বৰীশৰ আখ্যান**, **শশীবিন্দুৰ মাহাত্ম্য কথন**, **গয়ৰাজাৰ কাহিনী**, ৰন্তিদেৱৰ দান আৰু চৰ্মণ্বতী নদীৰ উৎপত্তি কথন, **ভৰতৰ আখ্যান** আৰু শত্ৰুদমন নামলাভ, **পৃথুৰ চৰিত্ৰ** আৰু ক্ষত্ৰিয় আৰু ৰাজ শব্দৰ উৎপত্তি কথন, পৃথিৱী দোহন কথন, **পৰশুৰামৰ চৰিত্ৰ** কথন, সৃঞ্জয় ৰাজাৰ পুনৰ পুত্ৰলাভ, সৃঞ্জয় ৰাজাৰ পুত্ৰলাভৰ সম্ভাৱনা, কিন্তু অভিমন্যুৰ পুনৰ্লাভৰ অসম্ভাৱনা, ব্যাসৰ কৃষ্ণৱৰ্ণত্ব সূচনা, যুধিষ্ঠিৰৰ শোকাপগম, সংশপ্তক বধৰ পাছত অৰ্জুনৰ সন্ধ্যাসময়ত শিবিৰলৈ গমন, সন্ধ্যা-উপাসনা, কৃষ্ণৰ লগত আলোচনা আৰু শিবিৰলৈ গমন, অভিমন্যুৰ বিষয়ে কৃষ্ণক প্ৰশ্ন, অভিমন্যু একেধাৰে কৃষ্ণ, অৰ্জুন আৰু প্ৰদ্যুম্নৰ শিষ্য আছিল, অৰ্জুনৰ শোক, কৃষ্ণৰ সান্ত্বনাদান, অভিমন্যু বধ সম্পৰ্কে অৰ্জুনৰ আশঙ্কা আৰু আন যোদ্ধাসকলক তিৰস্কাৰ, অৰ্জুনক যুধিষ্ঠিৰৰ অভিমন্যু বধ বৃত্তান্তকথন, অৰ্জুনৰ মূৰ্চ্ছা আৰু শোক, অৰ্জুনৰ জয়দ্ৰথবধৰ প্ৰতিজ্ঞা, ব্ৰাহ্মণ, গৰু অগ্নিৰ পাদস্পৰ্শত আৰু পানীত শ্লেষ্মা, বিষ্ঠা আৰু মূত্ৰত্যাগৰ পাপকথন, জয়দ্ৰথ-বধৰ আগতে সূৰ্য্য অস্ত গ'লে অৰ্জুনৰ অগ্নি প্ৰৱেশৰ প্ৰতি প্ৰতিজ্ঞা, অৰ্জুনৰ প্ৰতিজ্ঞা শুনি জয়দ্ৰথৰ ভয় আৰু পলাসনৰ ইচ্ছা প্ৰকাশ, দুৰ্যোধনৰ আশ্বাস দান,

দ্ৰোণৰ আশ্বাস দান, কৃষ্ণাৰ্জুনৰ পৰস্পৰ আলোচনা, নানা প্ৰকাৰ অমঙ্গল দৰ্শন, কৃষ্ণকৰ্তৃক সুভদ্ৰাক আশ্বাস দান, সুভদ্ৰাৰ বিলাপ, উত্তৰাৰ লগত দ্ৰৌপদীৰ আগমনত সুভদ্ৰাদিৰ মূৰ্চ্ছা আৰু কৃষ্ণৰ আশ্বাসদান, কৃষ্ণ কৰ্তৃক অৰ্জুনৰ শয্যাৰচনা, ভৃত্যবোৰৰ শিৱপূজাৰ আয়োজন, ৰথসজ্জাৰ কাৰণে দাৰুকক কৃষ্ণৰ আদেশ, কৃষ্ণৰ ৰথৰ ঘোড়া চাৰিটাৰ নাম, অৰ্জুনৰ নিদ্ৰা আৰু স্বপ্নত কৃষ্ণ দৰ্শন, স্বপ্নত কৃষ্ণৰ লগত অৰ্জুনৰ কৈলাস গমন, স্বপ্নত মহাদেৱ দৰ্শন, কৃষ্ণাৰ্জুন কৰ্তৃক মহাদেৱৰ স্তৱ, মহাদেৱৰ আদেশত তেওঁলোকৰ সৰোবৰ তীৰলৈ গমন আৰু প্ৰথমতে সাপ আৰু পাছত ধনুৰ্বাণ দৰ্শন, কৃষ্ণাৰ্জুনৰ সেই ধনুৰ্বাণ গ্ৰহণ আৰু আনি মহাদেৱক দান, ব্ৰহ্মচাৰী কৰ্তৃক ধনু আকৰ্ষণ কৰি বাণক্ষেপৰ ফলত অৰ্জুনৰ মন্ত্ৰ শুনি সকলো স্মৰণ আৰু শিৱৰ বৰ পাই শিবিৰলৈ আগমন, প্ৰভাতকালত যুধিষ্ঠিৰৰ গাত্ৰোত্থান, স্নান, সন্ধ্যা, দান; যুধিষ্ঠিৰৰ কাষলৈ বিৰাটৰ আগমন, যুধিষ্ঠিৰৰ কৃষ্ণস্তৱ, যুধিষ্ঠিৰক কৃষ্ণক অশ্বাস দান, অৰ্জুনৰ আগমন, অৰ্জুনৰ স্বপ্নবৃত্তান্ত কথন, অৰ্জুন প্ৰভৃতিৰ যুদ্ধ যাত্ৰা, সাত্যকিৰ ওপৰত যুধিষ্ঠিৰ ৰক্ষাৰ ভাৰ অৰ্পণ, ধৃতৰাষ্ট্ৰৰ প্ৰশ্ন, ধৃতৰাষ্টক সঞ্জয়ৰ তিৰস্কাৰ, দ্ৰোণৰ চক্ৰশকট ব্যূহ ৰচনা, তাৰ মাজত পদ্মব্যূহ, তাৰ মাজত সূচীব্যূহ আৰু তাৰ মাজত জয়দ্ৰথৰ অবস্থান, সমৰাঙ্গণত অৰ্জুনৰ উপস্থিতি, শুভলক্ষণ প্ৰকাশ, কৌৰৱৰ অশুভ লক্ষণ, অৰ্জুনৰ লগত দুৰ্মৰ্ষণৰ যুদ্ধ, আৰু দুৰ্মৰ্ষণৰ পৰাজয়, অৰ্জুনৰ লগত দুঃশাসনৰ যুদ্ধ আৰু দুঃশাসনৰ পলায়ন, অৰ্জুনৰ দ্ৰোণ সমীপলৈ গমন, অভিবাদন আৰু অনুনয়, দ্ৰোণৰ উত্তৰ, দ্ৰোণ-অৰ্জুনৰ যুদ্ধ, কৃষ্ণৰ উপদেশত দ্ৰোণক প্ৰদক্ষিণ কৰি ব্যূহৰ ভিতৰত প্ৰবেশ, দ্ৰোণৰ উক্তি আৰু অৰ্জুনৰ অনুনয়, অৰ্জুনৰ লগত কৃতবৰ্মাদিৰ যুদ্ধ, দ্ৰোণৰ লগত যুদ্ধ, দ্ৰোণক এৰাই পুনৰ কৃতবৰ্মাৰ লগত যুদ্ধ, অৰ্জুনৰ চক্ৰৰক্ষক যুধামন্যু আৰু উত্তমৌজাৰ লগত কৃতবৰ্মাৰ যুদ্ধ, শ্ৰুতায়ুধৰ জন্মবৃত্তান্ত আৰু অৰ্জুনৰ হাতত মৃত্যু, সুদক্ষিণৰ লগত অৰ্জুনৰ যুদ্ধ আৰু সুদক্ষিণৰ মৃত্যু, অৰ্জুনৰ হাতত শ্ৰুতায়ু আৰু অচ্যুতায়ু নিধন, অৰ্জুনৰ হাতত দীৰ্ঘায়ু আৰু নিযুতায়ু নিধন, অৰ্জুন কৰ্তৃক কৌৰৱসৈন্য সংহাৰ, অম্বষ্ঠৰ লগত অৰ্জুনৰ যুদ্ধ আৰু অম্বষ্ঠ বধ, দ্ৰোণৰ ওচৰলৈ দুৰ্যোধনৰ গমন আৰু কথা, দ্ৰোণৰ দ্বাৰা দুৰ্যোধনৰ শৰীৰত কৱচ বন্ধন, দ্ৰোণৰ সেই কৱচ প্ৰাপ্তিৰ ইতিহাস, সেই কৱচ পৰিধান কৰি দুৰ্যোধনৰ যুদ্ধ গমন, দ্ৰোণৰ লগত পাণ্ডৱৰ ব্যূহমুখত তুমুল যুদ্ধ, সঞ্জয়ৰ যুদ্ধ, দ্বৈৰথ যুদ্ধ বৰ্ণনা, দ্ৰোণ আৰু ধৃষ্টদ্যুম্নৰ তুমুল যুদ্ধ, দ্ৰোণ-সাত্যকিৰ যুদ্ধ, অৰ্জুনৰ ৰথবেগ বৰ্ণনা, অৰ্জুনৰ লগত বিন্দ-অনুবিন্দৰ যুদ্ধ আৰু বিন্দ-অনুবিন্দ বধ, ভূতলত অৱতৰণ কৰি অৰ্জুনৰ যুদ্ধ, যুদ্ধক্ষেত্ৰত শৰ প্ৰহাৰ কৰি অৰ্জুনৰ জলাশয় সৃষ্টি, কৃষ্ণ কৰ্তৃক ৰথৰ অশ্বমোচন, মাটিত থিয় হৈ অৰ্জুনৰ বিপক্ষ নিবাৰণ, কৃষ্ণৰ দ্বাৰা ৰথাশ্বৰ পৰিচৰ্য্যা আৰু জলপান কৰোৱা কাৰ্য্য আৰু পুনৰায় ৰথত সংযোগ, কৃষ্ণাৰ্জুনৰ জয়দ্ৰথ দৰ্শন, অৰ্জুনৰ লগত যুদ্ধ কৰিবলৈ দুৰ্যোধনৰ গমন, কৃষ্ণ কৰ্তৃক দুৰ্যোধনৰ বীৰত্ব প্ৰশংসা, অৰ্জুনৰ উত্তেজনা, দুৰ্যোধনৰ অৰ্জুন-নিবাৰণ আৰু গৰ্ব

প্ৰকাশ, অৰ্জুন-দুৰ্যোধনৰ যুদ্ধ আৰু অৰ্জুনৰ বাণ ব্যৰ্থ হোৱাত কৃষ্ণ অৰ্জুনৰ আলোচনা, অৰ্জুনৰ অক্ষয়কবচ প্ৰাপ্তিৰ কথা, অৰ্জুনৰ হাতত দুৰ্যোধনৰ পৰাজয়, অৰ্জুনৰ লগত জয়দ্ৰথৰক্ষী বীৰসকলৰ যুদ্ধ আৰু পৰাজয়, অৰ্জুনাদিৰ ৰথধ্বজ বৰ্ণনা, দ্বৈৰথ যুদ্ধ বৰ্ণনা, দ্ৰোণৰ লগত যুধিষ্ঠিৰৰ যুদ্ধ আৰু যুধিষ্ঠিৰৰ পৰাজয়, বৃহৎক্ষেত্ৰ আৰু ক্ষেমমূৰ্তিৰ যুদ্ধ আৰু ক্ষেমমূৰ্তি বধ, ধৃষ্টকেতু আৰু বীৰধন্বাৰ যুদ্ধ আৰু বীৰধন্বা বধ, সহদেৱৰ লগত দুৰ্মুখৰ যুদ্ধ আৰু পৰাজয়, সহদেৱৰ দ্বাৰা নিৰমিত্ৰ বধ, নকুলৰ হাতত বিকৰ্ণৰ পৰাজয়, সাত্যকিৰ দ্বাৰা ব্যঘ্ৰদত্ত বধ, দ্ৰৌপদীপুত্ৰগণৰ লগত সোমদত্তৰ যুদ্ধ আৰু মৃত্যু, ভীমৰ লগত অলম্বুচৰ যুদ্ধ আৰু অলম্বুচৰ পৰাজয়, অলম্বুচ বক ৰাক্ষসৰ ভাই, অলম্বুচৰ লগত ঘটোৎকচ আৰু পাণ্ডৱৰ যুদ্ধ আৰু ঘটোৎকচ কৰ্তৃক অলম্বুচ বধ, সাত্যকিৰ লগত দ্ৰোণৰ যুদ্ধজয়, যুধিষ্ঠিৰৰ পাঞ্চজন্য শঙ্খধ্বনি শ্ৰৱণ, উদ্বেগ আৰু অৰ্জুনৰ সহায়ত সাত্যকিক প্ৰেৰণ, যুধিষ্ঠিৰৰ নিৰ্দেশ পালন কৰিবলৈ সাত্যকিৰ অঙ্গীকাৰ কিন্তু যুক্তিযুক্ত প্ৰতিবাদ, অৰ্জুনৰ অনুসৰণ কৰিবলৈ যুধিষ্ঠিৰৰ সানুনয় অনুৰোধ, সাত্যকিৰ স্বীকৃতি, কৌৰৱ সৈন্যৰ ভীষণতা, কিৰাত সৈন্যৰ বিশ্বাসঘাতকতা, সাত্যকিৰ ৰথসজ্জা, দাৰুকৰ কনিষ্ঠ ভাই সাত্যকিৰ সাৰথি, সাত্যকিৰ অৰ্জুন-অনুসৰণ, ভীমৰ সাত্যকি-অনুসৰণ, সাত্যকিৰ বাধা প্ৰদান, বহু সৈন্য সংহাৰ কৰি সাত্যকিৰ দ্ৰোণ সম্মুখত উপস্থিতি, দ্ৰোণৰ লগত সাত্যকিৰ যুদ্ধ আৰু দ্ৰোণক প্ৰদক্ষিণ কৰি সাত্যকিৰ ব্যূহ প্ৰৱেশ, দ্ৰোণৰ সাত্যকি অনুসৰণ, কৃতবৰ্মাৰ লগত সাত্যকিৰ যুদ্ধ, কৃতবৰ্মাক পৰাজয় কৰি সাত্যকিৰ অৰ্জুনৰ সমীপলৈ গমন, কৌৰৱ পক্ষৰ অৱস্থা বৰ্ণনা, আৰু ধৃতৰাষ্ট্ৰৰ আক্ষেপ, সঞ্জয়ৰ তিৰস্কাৰ, পাণ্ডৱপক্ষৰ লগত কৃতবৰ্মাৰ যুদ্ধ আৰু জয়লাভ, সাত্যকিৰ হাতত পুনৰায় পৰাজয়, সাত্যকিৰ জলসন্ধ বধ, দ্ৰোণাদিৰ লগত সাত্যকিৰ পুনৰ যুদ্ধ আৰু দুৰ্যোধনৰ পৰাজয়, কৃতবৰ্মাৰ পুনৰ পৰাজয়, সাত্যকিৰ হাতত দ্ৰোণৰ পৰাজয়, সাত্যকিৰ সুদৰ্শন বধ, সাত্যকি আৰু সাৰথিৰ সংলাপ, সাত্যকিৰ যৱন সৈন্য জয়, সাত্যকিৰ সহিত দুৰ্যোধন প্ৰভৃতিৰ যুদ্ধ আৰু তেওঁলোকৰ পৰাজয় সাত্যকিৰ লগত পাষাণযোধিবোৰৰ যুদ্ধ আৰু জয়লাভ, দুঃশাসনৰ প্ৰতি দ্ৰোণৰ কটূক্তি, দ্ৰোণৰ বীৰকেতু বধ, চিত্ৰকেতু, সুধন্বা, চিত্ৰবৰ্মা আৰু চিত্ৰৰথ বধ, দ্ৰোণ ধৃষ্টদ্যুম্ন যুদ্ধ আৰু ধৃষ্টদ্যুম্নৰ পৰাজয়, সাত্যকিৰ হাতত দুঃশাসন আৰু শংসপ্তকবোৰৰ পৰাজয়, দুৰ্যোধনৰ লগত পাণ্ডৱৰ যুদ্ধ, দ্ৰোণৰ লগত কৈকেয় বৃহৎ ক্ষেত্ৰৰ যুদ্ধ আৰু মৃত্যু, দ্ৰোণ কৰ্তৃক শিশুপালপুত্ৰ ধৃষ্টকেতু বধ, ধৃষ্টকেতুৰ পুত্ৰ বধ, দ্ৰোণৰ দ্বাৰা ধৃষ্টদ্যুম্নৰ পুত্ৰ বধ, দ্ৰোণৰ আকৃতি আৰু বয়সৰ উল্লেখ, যুধিষ্ঠিৰৰ চিন্তা, ভীমৰ কাষলৈ গমন আৰু আলোচনা, অৰ্জুনৰ অনুসন্ধানত ভীমৰ গমন, দ্ৰোণৰ লগত ভীমৰ যুদ্ধ, উক্তি-প্ৰত্যুক্তি আৰু দ্ৰোণৰ ৰথ ভাঙি অন্যত্ৰ গমন, ভীম-দুঃশাসনৰ যুদ্ধ আৰু ধৃতৰাষ্ট্ৰৰ এঘাৰজন পুত্ৰ ভীমৰ দ্বাৰা নিহত, দ্ৰোণৰ লগত ভীমৰ পুনৰ যুদ্ধ, আৰু দ্ৰোণৰ ৰথ নিক্ষেপ কৰি ভীমৰ গমন, অৰ্জুনক

দেখি ভীমৰ সিংহনাদ আৰু সেই শুনি অৰ্জুন-কৃষ্ণৰো সিংহনাদ, তেওঁলোকৰ হৰ্ষধ্বনি শুনি যুধিষ্ঠিৰৰ হৰ্ষ আৰু আলোচনা, ভীমৰ বল বৰ্ণনা শুনি ধৃতৰাষ্ট্ৰৰ চিন্তা, ভীম আৰু কৰ্ণৰ যুদ্ধ আৰু কৰ্ণৰ পৰাজয়, দুৰ্যোধনৰ দ্ৰোণৰ ওচৰলৈ গমন আৰু তিৰস্কাৰ, দ্ৰোণ কৰ্তৃক দুৰ্যোধন নিন্দা, আৰু কৰ্ত্তব্য নিৰ্দেশ, উত্তমৌজাৰ লগত দুৰ্যোধনৰ যুদ্ধ আৰু অনিশ্চয় যুদ্ধ, ভীমৰ লগত কৰ্ণৰ পুনৰ যুদ্ধ আৰু কৰ্ণৰ পৰাজয়, পুনৰ যুদ্ধ, ভীমৰ দ্বাৰা ধৃতৰাষ্ট্ৰ পুত্ৰ দুৰ্জয় বধ, ভীমৰ হাতত দুৰ্মুখ বধ, ভীমৰ হাতত পুনৰ কৰ্ণৰ পৰাজয়, ধৃতৰাষ্ট্ৰৰ আলোচনা আৰু অনুতাপ, ভীমৰ হাতত দুৰ্মৰ্ষণ আদি পঞ্চভাইৰ নিধন, ভীমৰ দ্বাৰা চিত্ৰপ্ৰভৃতি সাতভ্ৰাতাৰ বধ, ভীমৰ হাতত শত্ৰুঞ্জয় প্ৰভৃতি সাতভ্ৰাতাৰ বধ, ভীম কৰ্তৃক অন্য কেইজন ধৃতৰাষ্ট্ৰ পুত্ৰ বধ, কৰ্ণৰ লগত ভীমৰ যুদ্ধত দুয়োপক্ষৰ বহু সৈন্য বধ, কৰ্ণ আৰু ভীমৰ বিচিত্ৰ যুদ্ধ আৰু ভীমৰ পৰাজয়, ভীমৰ প্ৰতি কৰ্ণৰ কটূক্তি, অৰ্জুন কৰ্তৃক কৰ্ণক অপসাৰণ, সাত্যকি আৰু অলম্বুচৰ যুদ্ধ, আৰু অলম্বুচ বধ, সাত্যকিৰ বহু যোদ্ধা জয় কৰি অৰ্জুনৰ কাষলৈ গমন, সাত্যকিক দেখা পাই কৃষ্ণাৰ্জুনৰ কথোপকথন, ভূৰিশ্ৰবা আৰু সাত্যকিৰ দৰ্প, সাত্যকি আৰু ভূৰিশ্ৰবাৰ বাণ যুদ্ধ, তৰোৱাল যুদ্ধ আৰু বাহু যুদ্ধ, অৰ্জুন কৰ্তৃক ভূৰিশ্ৰবাৰ দক্ষিণবাহু ছেদন, ভূৰিশ্ৰৱাৰ তিৰস্কাৰ, ভূৰিশ্ৰবাৰ প্ৰায়োপবেশন, অৰ্জুন কৰ্তৃক ভূৰিশ্ৰবাৰ তিৰস্কাৰৰ প্ৰতিবাদ, ভূৰিশ্ৰৱাৰ প্ৰতি কৃষ্ণৰ আশীৰ্বাদ, ভূৰিশ্ৰবা বধ, সাত্যকি কৰ্তৃক ৰামায়ণৰ শ্লোক উদ্ধৃত, ভূৰিশ্ৰবাৰ সাত্যকি পদাঘাতৰ কাৰণ নিৰ্দেশ, চন্দ্ৰবংশ কথন, সোমদত্তক শিৱৰ বৰদান কথন, বৃষ্ণি-বংশ প্ৰশংসা, কৃষ্ণৰ প্ৰতি অৰ্জুনৰ ৰথ চালনাৰ নিৰ্দেশ, কৰ্ণ-দুৰ্যোধনৰ কথোপকথন, অৰ্জুনৰ লগত কুৰুবীৰসকলৰ যুদ্ধ, অৰ্জুনৰ জয়দ্ৰথৰ সমীপলৈ গমন আৰু যুদ্ধ, সূৰ্য্যক আবৰণ কৰিবলৈ কৃষ্ণৰ অন্ধকাৰ সৃষ্টি, জয়দ্ৰথক বধ কৰিবলৈ অৰ্জুনৰ ভীষণ যুদ্ধ, জয়দ্ৰথৰ **পিতাৰ উপাখ্যান কথন**, জয়দ্ৰথ বধৰ উপায় আৰু প্ৰকাৰ নিৰ্দেশ, জয়দ্ৰথ বধ, পিতাৰ কোলাত জয়দ্ৰথৰ ছিন্ন মস্তক স্থাপন, তেওঁৰ মুণ্ড পতন, কৃষ্ণ কৰ্তৃক অন্ধকাৰ অপসাৰণ, অৰ্জুনৰ লগত কৃপ আৰু অশ্বত্থামাৰ যুদ্ধ, কৃপৰ মূৰ্চ্ছা আৰু অশ্বত্থামাৰ পলায়ন, কৃপাচাৰ্য্যৰ মূৰ্চ্ছাত অৰ্জুনৰ আত্মখেদ, সাত্যকিৰ কৃষ্ণৰথত আৰোহণ, কৰ্ণৰ লগত যুদ্ধ আৰু কৰ্ণৰ পলায়ন, ভীমৰ দাড়ি, অৰ্জুনৰ দ্বাৰা কৰ্ণক তিৰস্কাৰ, কৰ্ণপুত্ৰ বৃষসেনক বধ কৰিবলৈ অৰ্জুনৰ প্ৰতিজ্ঞা, যুধিষ্ঠিৰৰ আগত কৃষ্ণাৰ্জুনৰ জয়দ্ৰথবধ কথন, যুধিষ্ঠিৰৰ আনন্দ প্ৰকাশ, ভীম আৰু সাত্যকিৰ আগমন আৰু আনন্দ প্ৰকাশ, দুৰ্যোধনৰ দ্ৰোণৰ সমীপলৈ গমন আৰু অৰ্জুনক বাধা দিয়াৰ আলোচনা, দ্ৰোণৰ কটূক্তি আৰু তিৰস্কাৰ, দ্ৰোণৰ পাণ্ডৱ বধৰ প্ৰতিজ্ঞা, অশ্বত্থামাৰ প্ৰতি দ্ৰোণৰ উপদেশ, দুৰ্যোধন আৰু কৰ্ণৰ মন্ত্ৰণা, উভয় পক্ষৰ লগত তুমুল যুদ্ধ, দুৰ্যোধন-যুধিষ্ঠিৰৰ যুদ্ধ, পাণ্ডৱবোৰৰ লগত দ্ৰোণৰ যুদ্ধ, দ্ৰোণৰ দ্বাৰা ধৃষ্টদ্যুম্ন পুত্ৰ বধ, শিবি বধ, ভীমৰ হাতত কলিঙ্গৰাজপুত্ৰ বধ, ধ্ৰুৱ বধ. জয়ৰাতৰ মৃত্যু, ভীমৰ লগত দুৰ্মদ আৰু দুষ্কৰ্ণৰ যুদ্ধ আৰু মৃত্যু, সোমদত্ত আৰু সাত্যকিৰ দৰ্প, সাত্যকি আৰু সোমদত্তৰ যুদ্ধ আৰু সোমদত্তৰ

পৰাজয়, যুদ্ধ যোগ্য পৌত্ৰ সমন্বিত শকুনিৰ যুদ্ধ, সত্তৰ বছৰলৈকে যুৱাবস্থা বোলা হয়, তাৰ পাছতহে বৃদ্ধত্ব আহে বুলি কোৱা হৈছে, পাণ্ডৱৰ লগত দ্ৰোণৰ পুনৰ যুদ্ধ, ঘটোৎকচৰ বৰ্ণনা, ঘটোৎকচৰ সহিত অশ্বত্থামাৰ যুদ্ধ, ঘটোৎকচপুত্ৰ অঞ্জন পৰ্বাৰ লগত অশ্বত্থামাৰ যুদ্ধ, অঞ্জনপৰ্বাৰ মৃত্যু, ঘটোৎকচ আৰু অশ্বত্থামাৰ বীৰদৰ্প যুদ্ধ, অশ্বত্থামাৰ দ্বাৰা দ্ৰুপদপুত্ৰ সুৰথ আদি বধ, কটোৎকচৰ পৰাজয়, সাত্যকি আৰু ভীমৰ লগত সোমদত্তৰ যুদ্ধ আৰু সোমদত্তৰ পৰাজয়, ভীমৰ লগত বাহ্লীকৰ যুদ্ধ, বাহ্লীক বধ, ভীমৰ হাতত ধৃতৰাষ্ট্ৰৰ দশপুত্ৰৰ নিধন, শতচন্দ্ৰাদি বধ, দ্ৰোণ আৰু যুধিষ্ঠিৰৰ যুদ্ধ, দুৰ্যোধন আৰু কৰ্ণৰ আলোচনা, কৃপাচাৰ্য্য আৰু কৰ্ণৰ বাক্যকলহ, অশ্বত্থামা আৰু কৰ্ণৰ বাক্‌বিতণ্ডা, পাণ্ডৱ সৈন্যৰ লগত কৰ্ণৰ যুদ্ধ জয়, অৰ্জুনৰ লগত যুদ্ধ আৰু পৰাজয়, দুৰ্যোধনৰ বীৰদৰ্প, অশ্বত্থামাৰ প্ৰতি কৃপৰ কৰ্তব্য নিৰ্দেশ, অশ্বত্থামা-দুৰ্যোধনৰ কথালাপ, দুৰ্যোধনৰ প্ৰতি অশ্বত্থামাৰ ব্যঙ্গোক্তি, আৰু দৰ্প প্ৰকাশ, পাঞ্চাল সৈন্য আৰু ধৃষ্টদ্যুম্নৰ লগত অশ্বত্থামাৰ যুদ্ধ আৰু জয়লাভ, কৌৰৱসৈন্য বধ, সাত্যকিৰ সহিত পুনৰায় যুদ্ধ আৰু সাত্যকিৰ জয়লাভ, সোমদত্ত বধ, দ্ৰোণৰ লগত যুধিষ্ঠিৰৰ যুদ্ধ আৰু দ্ৰোণৰ জয় আৰু কৃষ্ণৰ কথামতে অন্যত্ৰ গমন, কুৰুপক্ষ আৰু পাণ্ডৱপক্ষ উভয়ে প্ৰদীপ প্ৰজ্বলন, দুৰ্যোধনৰ ভ্ৰাতৃগণক কৰ্ত্তব্য নিৰ্দেশ, ৰাতিৰ যুদ্ধত উভপক্ষৰ দ্বন্দ্বযুদ্ধ, কৃতবৰ্মা-যুধিষ্ঠিৰৰ যুদ্ধ, সাত্যকি-ভূৰিশ্ৰৱাৰ যুদ্ধ, ভূৰিশ্ৰৱা বধ, অশ্বত্থামাৰ লগত ঘটোৎকচৰ যুদ্ধ আৰু অশ্বত্থামাৰ পৰাজয়, ভীমৰ লগত দুৰ্যোধনৰ যুদ্ধ ও পৰাজয়, কৰ্ণৰ হাতত সহদেৱৰ পৰাজয়, কৰ্ণৰ কটূক্তি, ধনুৰ অগ্ৰভাগেৰে সহদেৱক তাড়ন, কুন্তিৰ অনুৰোধ স্মৰণ কৰি সহদেৱক মুক্তিদান, শল্য আৰু বিৰাটৰ যুদ্ধ আৰু বিৰাটৰ পৰাজয়, নকুলপুত্ৰ শতানীক আৰু চিত্ৰসেনৰ যুদ্ধ আৰু চিত্ৰসেনৰ পৰাজয়, বৃষসেনৰ দ্বাৰা দ্ৰুপদ ৰজা পৰাজিত, দুঃশাসনৰ হাতত প্ৰতিবিন্ধ্যৰ পৰাজয়, নকুলৰ বিৰুদ্ধে শকুনিৰ পৰাজয়, শিখণ্ডী-কৃপাচাৰ্য্যৰ যুদ্ধ আৰু শিখণ্ডীৰ পৰাভৱ, দ্ৰোণৰ লগত ধৃষ্টদ্যুম্নৰ যুদ্ধ, ধৃষ্টদ্যুম্নৰ দ্ৰুমৎসেন বধ, ধৃষ্টদ্যুম্নৰ বিৰুদ্ধে কৰ্ণৰ যুদ্ধ, সাত্যকিৰ আগমন, দুৰ্যোধনৰ প্ৰতি কৰ্ণৰ উক্তি, শকুনিৰ প্ৰতি দুৰ্যোধনৰ নিৰ্দেশ আৰু শকুনিৰ গমন, সাত্যকিৰ হাতত দুৰ্যোধনৰ পৰাজয়, অৰ্জুনৰ লগত যুদ্ধত শকুনি আৰু উলূকৰ পৰাজয়, দ্ৰোণ-ধৃষ্টদ্যুম্নৰ যুদ্ধ, দুৰ্যোধনৰ উচতনিত দ্ৰোণ আৰু কৰ্ণৰ ভীষণ যুদ্ধ, কৰ্ণৰ লগত যুদ্ধত ধৃষ্টদ্যুম্নৰ পৰাজয়, কৰ্ণৰ দ্বাৰা পাঞ্চাল সৈন্য বিনাশত যুধিষ্ঠিৰৰ উত্তেজনাবাক্য, অৰ্জুনৰ কৰ্ণৰ বিৰুদ্ধে গমনত কৃষ্ণৰ বাধাদান, কৃষ্ণাৰ্জুনৰ দ্বাৰা কৰ্ণৰ বিৰুদ্ধে ঘটোৎকচক প্ৰেৰণ, কৰ্ণৰ লগত ঘটোৎকচৰ যুদ্ধাৰম্ভ, কৰ্ণৰক্ষাৰ্থে দুঃশাসনৰ গমন, ঘটোৎকচৰ বৰ্ণনা, তেওঁৰ ৰথৰ বৰ্ণনা, কৰ্ণ-ঘটোৎকচ যুদ্ধ, ঘটোৎকচৰ মায়াযুদ্ধ, দুৰ্যোধনৰ নিকট অলম্বুচ ৰাক্ষসৰ গমন আৰু কৌৰৱপক্ষে মায়াযুদ্ধ, অলম্বুচ আৰু ঘটোৎকচৰ যুদ্ধ ভীম-অলম্বুচ যুদ্ধ, বকৰাক্ষসৰ ভাই অলায়ুধৰ লগত পুনৰায় ঘটোৎকচৰ যুদ্ধ, অলায়ুধ বধ, কৰ্ণৰ ভীষণ যুদ্ধ, কৰ্ণৰ লগত ঘটোৎকচৰ যুদ্ধ, ইন্দ্ৰই দিয়া অস্ত্ৰৰ দ্বাৰা কৰ্ণৰ ঘটোৎকচ বধ, মৃত্যুমুখী

ঘটোৎকচৰ পৰ্বতসমান দেহ ধাৰণ, সেই ৰূপধাৰণ কৰি কৌৰৱপক্ষৰ ওপৰত পতন, বহু কুৰু সৈন্যৰ তেওঁৰ দেহৰ হেঁচাত মৃত্যু, ঘটোৎকচৰ বধত কৃষ্ণৰ আনন্দ, পাণ্ডৱৰ শোক, কৃষ্ণৰ আনন্দৰ কাৰণ কথন, জৰাসন্ধ বধৰ কাৰণ, অৰ্জুনৰ প্ৰতি ইন্দ্ৰদত্ত শক্তি নিক্ষেপ সম্বন্ধে ধৃতৰাষ্ট্ৰৰ প্ৰশ্ন আৰু সঞ্জয়ৰ উত্তৰ, কৃষ্ণ-সাত্যকিৰ সেই বিষয়ে প্ৰশ্নোত্তৰ, ঘটোৎকচ বধ সম্পৰ্কে যুধিষ্ঠিৰৰ শোক আৰু কৃষ্ণৰ সান্ত্বনা, যুধিষ্ঠিৰৰ জয়দ্ৰথ বধৰ অযৌক্তিকতা প্ৰদৰ্শন, কৰ্ণক দমন কৰিবলৈ যুধিষ্ঠিৰৰ যুদ্ধযাত্ৰা, ব্যাস কৰ্তৃক বাধাদান, যুধিষ্ঠিৰৰ নিৰ্দেশত ধৃষ্টদ্যুম্ন প্ৰভৃতিৰ যুদ্ধযাত্ৰা, উভয়পক্ষৰ সৈন্যক নিদ্ৰাসমাকুল দেখি কিছু সময় বিশ্ৰাম কৰিবলৈ অৰ্জুনৰ নিৰ্দেশ, উভয়সৈন্যৰ ৰণক্ষেত্ৰতে নিদ্ৰা. চন্দ্ৰোদয় বৰ্ণনা, দ্ৰোণ আৰু দুৰ্যোধনৰ বুক্ষ আলোচনা, শেষনিশা পুনৰ যুদ্ধাৰম্ভ, দ্ৰোণ কৰ্তৃক দ্ৰুপদ ৰাজাৰ পৌত্ৰ বধ, দ্ৰোণ কৰ্তৃক দ্ৰুপদ ৰাজা আৰু বিৰাট ৰাজা বধ, ধৃষ্টদ্যুম্নৰ শপত গ্ৰহণ, দ্ৰোণৰ লগত ধৃষ্টদ্যুম্নৰ তুমুল যুদ্ধ, সূৰ্য-উদয়ৰ পূৰ্বে উভয়পক্ষৰ সন্ধ্যাবন্দনা কাৰ্য, উভয় পক্ষৰ দ্বন্দ্বযুদ্ধ, দ্ৰোণ আৰু অৰ্জুন ভিন্ন সকলো পৰিশ্ৰান্ত, দুৰ্যোধন-নকুলৰ যুদ্ধ আৰু দুৰ্যোধনৰ পৰাজয়, সহদেৱৰ লগত দুঃশাসনৰ যুদ্ধ আৰু দুঃশাসনৰ পৰাজয়, কৰ্ণৰ সহিত ভীমৰ যুদ্ধ আৰু পৰাজয়, দ্ৰোণ অৰ্জুনৰ যুদ্ধত জয়-পৰাজয় অনিশ্চিত, দুঃশাসনৰ যুদ্ধ, দুৰ্যোধন-সাত্যকিৰ প্ৰিয় আলাপ, যুদ্ধ আৰু দুৰ্যোধনৰ পৰাজয়, ভীম-কৰ্ণৰ পুনৰ যুদ্ধ, দ্ৰোণ কৰ্তৃক পাঞ্চাল সৈন্য বধ, 'অশ্বত্থামা হত',—এই কথা দ্ৰোণক শুনাবৰ কাৰণে কৃষ্ণৰ উপদেশ, এই বিষয়ে পাণ্ডৱৰ বিভিন্ন মত, ভীমৰ দ্বাৰা অশ্বত্থামা নামৰ হস্তীবধ, "অশ্বত্থামা হত" এই কথা দ্ৰোণক শুনোৱা হয়, দ্ৰোণৰ অবিশ্বাস, দ্ৰোণ-ধৃষ্টদ্যুম্ন অদ্ভুত যুদ্ধ, সাত্যকিৰ দ্বাৰা ধৃষ্টদ্যুম্ন ৰক্ষা আৰু ধৃষ্টদ্যুম্নৰ প্ৰশংসালাভ, দ্ৰোণ-ধৃষ্টদ্যুম্নৰ পুনৰ যুদ্ধ, ধৃষ্টদ্যুম্নৰ আকুল অৱস্থা, পাঞ্চাল সৈন্যৰ সংহাৰ, দ্ৰোণৰ সমীপলৈ ঋষিসকলৰ আগমন আৰু যুদ্ধ নিবৃত্তিৰ উপদেশ, যুধিষ্ঠিৰক অশ্বত্থামা বিষয়ে দ্ৰোণৰ প্ৰশ্নাৱলী, মিছা কবলৈ কৃষ্ণ আৰু ভীমৰ অনুৰোধ, যুধিষ্ঠিৰ কৰ্তৃক 'অশ্বত্থামা হতঃ'—এইদৰে মিথ্যা কথন, মিছা কথা কোৱাৰ কাৰণে যুধিষ্ঠিৰৰ পাপসঞ্চয়, দ্ৰোণৰ শোক-ব্যাকুলতা আৰু যুদ্ধ ত্যাগ, ভীমৰ পুনৰায় 'অশ্বত্থামা হতঃ' উক্তি, দ্ৰোণৰ অশ্বত্থামাক উচ্চস্বৰে আহ্বান, মুক্ত তৰোৱাল লৈ বেগেৰে ধৃষ্টদ্যুম্নৰ দ্ৰোণাভিমুখে গমন, যোগাৱলম্বনপূৰ্বক দ্ৰোণৰ দেহত্যাগ, ধৃষ্টদ্যুম্নৰ দ্বাৰা দ্ৰোণৰ শিৰচ্ছেদ, অৰ্জুনৰ দ্বাৰা ধৃষ্টদ্যুম্নক দ্ৰোণৰ শিৰচ্ছেদ নকৰিবলৈ বৃথা চেষ্টা, দ্ৰোণবধত কৌৰৱৰ শোক, দ্ৰোণবধৰ সময়ত অশ্বত্থামাৰ বহু দূৰত শিখণ্ডীৰ লগত যুদ্ধাৱস্থিতি, দুৰ্যোধনৰ লগত অশ্বত্থামাৰ দেখাদেখি, সৈন্য পলায়নৰ কাৰণ জিজ্ঞাসা, কৃপাচাৰ্যই অশ্বত্থামাক দ্ৰোণবধ সংবাদ প্ৰদান, অশ্বত্থামাৰ শোক, অনুতাপ আৰু ক্ৰোধ, ধৃষ্টদ্যুম্ন প্ৰভৃতি পাঞ্চাল বধ কৰিবলৈ অশ্বত্থামাৰ প্ৰতিজ্ঞা, অশ্বত্থামাৰ দৰ্প, দ্ৰোণৰ নাৰায়ণ অস্ত্ৰলাভৰ কথা, নাৰায়ণ অস্ত্ৰৰ শক্তি আৰু তাৰ পৰা নিস্তাৰ লাভৰ উপায়, কৌৰৱৰ প্ৰতি নিবৃত্তি, মহাকোলাহল আৰু নাৰায়ণাস্ত্ৰ প্ৰয়োগ, কৌৰৱৰ আনন্দ-উৎসাহ দেখি যুধিষ্ঠিৰৰ প্ৰশ্ন, অৰ্জুনৰ উত্তৰ, যুধিষ্ঠিৰৰ নিন্দা, যুধিষ্ঠিৰ কৰ্তৃক বামৰ বালীবধ

নিন্দা, পাণ্ডৱৰ বয়স বেছি হোৱাৰ কাৰণ প্ৰদৰ্শন, আৰু অনুতাপ প্ৰকাশ, ভীমৰ দ্বাৰা অৰ্জুনৰ উক্তিৰ প্ৰতিবাদ, অৰ্জুনোক্তিৰ প্ৰতিবাদত ধৃষ্টদ্যুম্নৰ দ্ৰোণ নিন্দা, ধৃষ্টদ্যুম্নৰ প্ৰতি সাত্যকিৰ তীব্ৰ কটূক্তি, সাত্যকিৰ কটূক্তিৰ তীব্ৰ প্ৰতিবাদ, ধৃষ্টদ্যুম্নৰ বিৰুদ্ধে গদালৈ সাত্যকিৰ ধাবন, ভীমৰ বাধাদান, সহদেৱৰ উভয়কে সান্ত্বনা দান, ধৃষ্টদ্যুম্নৰ পুনৰ আস্ফালন, কৃষ্ণ-যুধিষ্ঠিৰৰ বাৰণ, অশ্বত্থামাৰ পাণ্ডৱ সৈন্য সংহাৰ, নাৰায়ণাস্ত্ৰৰ প্ৰকাশ, আৰু তাৰ পৰা নানা প্ৰকাৰ অস্ত্ৰ প্ৰকাশ, আৰু পাণ্ডৱসৈন্য ধ্বংস, অৰ্জুনক উদ্দেশ্য কৰি যুধিষ্ঠিৰৰ তীব্ৰ অনুতাপ উক্তি, সকলোকে অস্ত্ৰ ত্যাগ কৰিবলৈ কৃষ্ণৰ নিৰ্দেশ, সকলোৰে অস্ত্ৰত্যাগৰ উপক্ৰম, ভীমৰ নিষেধ, ভীম আৰু অশ্বত্থামাৰ যুদ্ধ, পাণ্ডৱ সৈন্যৰ অস্ত্ৰ ত্যাগ আৰু বাহনৰ পৰা অৱতৰণ, নাৰায়ণাস্ত্ৰৰ ভীম-আক্ৰমণ, অৰ্জুন কৰ্তৃক বৰুণাস্ত্ৰৰ দ্বাৰা ভীমক আবৰণ, কৃষ্ণাৰ্জুনে জোৰকৈ ভীমক ৰথৰ পৰা অৱতৰণ আৰু অস্ত্ৰত্যাগকৰণ, নাৰায়ণাস্ত্ৰৰ নিবৃত্তি, পুনৰায় নাৰায়ণাস্ত্ৰ প্ৰয়োগ কৰিবলৈ দুৰ্যোধনৰ অনুৰোধ কিন্তু অশ্বত্থামাৰ অস্বীকাৰ, অশ্বত্থামাৰ লগত যুদ্ধত ধৃষ্টদ্যুম্নৰ পৰাজয়, অশ্বত্থামাৰ হাতত সাত্যকিৰ পৰাজয়, অশ্বত্থামাৰ লগত অৰ্জুনাদিৰ যুদ্ধ, অশ্বত্থামাৰ হাতত সুদৰ্শন, পৌৰৱ আৰু চেদিযুবৰাজৰ মৃত্যু, অশ্বত্থামাৰ প্ৰতি অৰ্জুনৰ কটু বাক্য আৰু তৎকাৰণ কথন, পাণ্ডৱক বধ কৰিবলৈ অশ্বত্থামাৰ আগ্নেয়াস্ত্ৰ নিক্ষেপ আৰু অৰ্জুনৰ দ্বাৰা নিবাৰণ, অস্ত্ৰব্যৰ্থতাত অশ্বত্থামাৰ খেদ, ব্যাসৰ উপস্থিতি আৰু ব্যাস কৰ্তৃক কৃষ্ণাৰ্জুনৰ নৰনাৰায়ণত্ব প্ৰতিপাদন, অশ্বত্থামাৰ ৰুদ্ৰাৱতাৰত্ব কথন, সেই দিনৰ যুদ্ধ সমাপ্তি ঘোষণা, অৰ্জুন কৰ্তৃক বিপক্ষ সংহাৰ কৰা সময়ত আগে আগে শূলধাৰী মহাদেৱৰ দৰ্শন সম্পৰ্কে ব্যাসক প্ৰশ্ন কৰাত ব্যাসৰ উত্তৰ দান, ব্যাসকৰ্তৃক ৰুদ্ৰৰ চতুৰ্বিধ স্তৱ, দক্ষযজ্ঞ ধ্বংস, ত্ৰিপুৰাসুৰ বধ প্ৰভৃতি শতৰুদ্ৰীয় কথন। দ্ৰোণপৰ্বৰ বিষয়সূচী সমাপ্ত ॥

## দ্ৰোণ পৰ্বৰ অধ্যায় আৰু শ্লোক সংখ্যা

আদি পৰ্বৰ দ্বিতীয় অধ্যায়ত শ্লোক সংখ্যা আৰু অধ্যায়ৰ সংখ্যা বৰ্ণনা কৰিছে।

অত্ৰাধ্যায়শতং প্ৰোক্তং তথাধ্যায়াশ্চ সপ্ততি।
অষ্টৌ শ্লোকসহস্ৰানি তথা নৱশতানি চ ॥
শ্লোকা নৱতথৈৱাত্ৰ সংখ্যাতাস্তত্ত্বদৰ্শিণা। ২/৭০

অৰ্থাৎ দ্ৰোণ পৰ্বত ১৭০ অধ্যায়, আৰু ৮৯০৮ টা শ্লোক আছে।

## দ্ৰোণ পৰ্বৰ উপপৰ্বৰ সংখ্যা

১। দ্ৰোণাভিষেক পৰ্ব, ২। সংশপ্তক পৰ্ব, ৩। অভিমন্যু বধ পৰ্ব, ৪। প্ৰতিজ্ঞা পৰ্ব, ৫। জয়দ্ৰথবধ, পৰ্ব, ৬। ঘটোৎকচ বধ পৰ্ব, ৭। দ্ৰোণ বধ পৰ্ব, ৮। নাৰায়ণাস্ত্ৰমোক্ষ পৰ্ব।

———